

এখন হৃদয়ৰ বাণী আন এখন হৃদয়লৈ কঢ়িয়াই নি যোগাযোগেই হল সাহিত্যৰ কাম। সাহিত্যই কৈ দিয়ে, পৃথিৱীৰ মানুহ এক, একেই তেওঁলোকৰ হৃদয় ৰহস্য আশা আকাংক্ষা দুখ-বেদনা।

কিন্তু সৃষ্ট সাহিত্য বন্দী হৈ থাকে বিশেষ এক ভাষাৰ গণ্ডিৰ মাজত। কেৱল অনুবাদেই হে সেই গণ্ডি ভেঙাই তাক দূৰ-দূৰান্তৰৰ হৃদয়লৈ লৈ যাব পাৰে।

মোৰ প্ৰিয় গ্ৰন্থ প্ৰথম প্ৰতিশ্ৰুতি যে বাংলা ভাষাৰ গণ্ডি পাৰ হৈ আজি অসমীয়া পাঠক সমাজৰ ওচৰ পোৱা দেখি আশা-আনন্দ আৰু উৎসাহ অনুভৱ কৰিছোঁ। সেয়েহে এই গ্ৰন্থৰ যোগেদিয়েই মোৰ অসমীয়া ভাই-ভনী সকললৈ মই মোৰ অন্তৰৰ প্ৰীতি মৰম আৰু শুভেচ্ছা জনাইছোঁ

আশাপূৰ্ণা দেৱী

# প্রথম প্রতিশ্রুতি

আশাপূর্ণা দেবী

অঙ্কন

মনু সেন

রবীন্দ্র পুরস্কার : ১৮৮৮ শক / জ্ঞানপীঠ পুরস্কার : ১৯০০ শক



তরণী পাবলিশিং কোম্পানী

প্ৰথম প্ৰতিশ্ৰুতি ০ আশাপূৰ্ণা দেৱী

[ এই গ্ৰন্থৰ সকলো চৰিত্ৰ কাল্পনিক ]

অনুবাদ ০ মনু সেন

প্ৰথম প্ৰকাশ [অসমীয়া তাঙৰণ] বঙালী বিহু ১৯ ১ শক / প্ৰকাশক বনবিহাৰী চক্ৰৱৰ্তী, ভৱানী পাবলিচিং কনচাৰ্ণ ১ এইচ ৰাধানাথ মল্লিক লেন কলিকতা ১২ / মুদ্ৰক : জয়গুৰু প্ৰিণ্টাৰ্ছ ৪ এ বৃন্দাবন বোস লেন কলিকতা ৬ / বন্ধা উদয় বাইণ্ডিং ৱৰ্কছ, ৫৬ সূৰ্য্য সেন ষ্ট্ৰিট, কলিকতা ৯ ।

---

প্ৰথম প্ৰচ্ছদ ০ পূৰ্ণেন্দু পত্ৰী

পিছফালৰ প্ৰচ্ছদ আৰু অংগসজ্জা / তুষাৰ সান্যাল

---

***pratham pratisruti C ashapurna devi***

***translated from bengali into assamese monu sengupta***

***Publisher B P Concern 1/H, R M Lane, Calcutta 12 /***

***Printers Jayguru Printers 4/A, Brindaban Bose Lane, Cal 12***

**COVER DESIGNED BY PURNENDU PATTREA**

***Back Cover & Illustrations Tushar Sanyal***

***pratham pratisruti C ashapurna devi***

**rupees thirtytwo only**



নিভৃতলোকত থাকি
এদিন যিসকলে থৈ গ'ল প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ,
সেই বৰণীয়া আৰু স্মৰণীয়াসকললৈ—



বহিৰ্বিশ্বৰ ভঙা-গঢ়াৰ কাহিনী লৈ ৰচিত হয় বিগত কালৰ ইতিহাস। আলোক আৰু অন্ধকাৰৰ পৃষ্ঠপটত উৎকীৰ্ণিত সেই ধৰ্ৰনিমুখৰ ইতিহাসে পৰৱৰ্তী কালৰ বাবে সাঁচি থৈ যায় প্ৰেৰণা উন্মাদনা ৰোমাঞ্চ। কিন্তু স্তিমিত অন্তঃপুৰৰ অন্তৰালতো ভঙা-গঢ়াৰ কাম অহৰ্নিশে চলি নাথাকেনে? ঘৰৰপৰা সমাজৰ বং সলনি হয়, সলনি হয় যুগৰ সমাজৰ মানুহৰ মানসিকতাৰ। চাই পঠিয়ালে তাতো দেখা পোৱা যায় অনেক সংগ্ৰাম। তথাপি, ৰচিত ইতিহাসসমূহ চিৰদিনেই এই অন্তঃপুৰৰ ভঙা-গঢ়াৰ প্ৰতি উদাসীন। অন্তঃপুৰ চিৰদিনেই অৱহেলিত। বংগদেশৰ সেই অবজ্ঞাত অন্তঃপুৰৰৰ নিভৃতলৈ প্ৰথমে যিসকলে কাঢ়িয়াই লৈ আহিল প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ, এই গ্ৰন্থ সেই অনামী ছোৱালীহঁতৰ মাজৰে এজনীৰ কাহিনী।

তুচ্ছ দৈনন্দিনৰ পৃষ্ঠপটত আঁকা এই চিত্ৰই যদি বিগত কালৰ সামান্যতম খণ্ডমুহূৰ্তকো কাঢ়িয়াই আনিবলৈ সমৰ্থ হৈছে, সেইক্ষণেই হ'ব মোৰ শ্ৰমৰ সাৰ্থকতা।

—লেখিকা

## ০ এই গ্ৰন্থত বৰ্ণিত চৰিত্ৰসমূহৰ পৰিচয় ০

### ০ মূল চৰিত্ৰ ০

# সত্যৱতী

| | |
|---|---|
| ৰামকালী | সত্যৱতীৰ পিতৃ |
| জয়কালী | ককাক |
| কুঞ্জ | বৰদেউতাক |
| জটা | পেহীয়েকৰ ল'ৰা |
| নৱকুমাৰ | স্বামী |
| নীলাম্বৰ বানাৰ্জি | শহুৰেক |
| সাধন | ডাঙৰ ল'ৰা |
| সৰল | সৰু ল'ৰা |
| ৰাসবিহাৰী (ৰাসু) | কুঞ্জৰ ডাঙৰ ল'ৰা |
| নেড়্ | মুমলীয়া ল'ৰা |
| ভৱতোষ | নৱকুমাৰৰ শিক্ষক |
| নিতাই | বন্ধু |
| লক্ষ্মীকান্ত বানাৰ্জি | পাটমহলৰ জমিদাৰ |
| শ্যামকান্ত | জমিদাৰ পুত্ৰ |
| ৰাখহৰি ঘোষাল, দয়াল মুখাৰ্জি | প্ৰতিবেশী |
| নগেন | কাটোৱাৰ যুৱক |
| বিদ্যাৰত্ন | পণ্ডিত ব্যক্তি |
| গোবিন্দ গুপ্ত | ৰামকালীৰ আশ্ৰয়দাতা |
| কেলু বানাৰ্জি | শহুৰেক |
| পটলা ঘোষাল, বিপিন লাহিড়ী | প্ৰতিবেশী |
| মুকুন্দ মুখাৰ্জি : | সৌদামিনীৰ স্বামী |
| তুষ্টু | গুৱাল |
| ৰঘু : | তুষ্টুৰ নাতি |
| বিন্দে : | বেজ |
| গোপেন . | গৰখীয়া |

| | |
|---|---|
| ভুৱনেশ্বৰী | সত্যৱতীৰ মাতৃ |
| দীনতাৰিণী | আইতাক |
| কাশীশ্বৰী, মোক্ষদা | পেহী আইতাক |
| শিৱজায়া, নন্দৰাণী | পিয়াতি আইতাক |
| নিভাননী, সুকুমাৰী | মামীয়েক |
| পুণ্য | সমনীয়া পেহীয়েক |
| খেঁদি | বাল্য বান্ধৱী |
| স্বৰ্ণ | জীয়েক |
| জটাৰ মাক | সৰু পেহীয়েক |
| শশীতাৰা | কুঞ্জৰ ভনীয়েক |
| অভয়া | পৰিবাৰ । |
| সাৰদা | ৰাসুৰ পৰিবাৰ |
| পটলী | দ্বিতীয় পক্ষ |
| শংকৰী | কাশীশ্বৰীৰ নাতি-বোৱাৰী |
| বেহুলা | শ্যামকান্তৰ পত্নী |
| ভাবিনী | নিতাইৰ পৰিবাৰ |
| এলোকেশী | সত্যৱতীৰ শাহুআই |
| মুক্তকেশী | এলোকেশীৰ সখিয়েকৰ ছোৱালী |
| সৌদামিনী | এলোকেশীৰ ভাগিনীয়েক |
| সুহাস | শংকৰীৰ জীয়েক |

---

আৰু

সাৰিপেহী, ৰাখুৰ মাক নাপিত বোৱাৰী, দত্ত গৃহিণী ক্ষেন্ত ঠাকুৰণী ইত্যাদি।

সত্যবতীৰ গল্প মোৰ লিখা নহয়। এই গল্প বকুলৰ বহীৰপৰাহে বোটলা। বকুলে কৈছিল, "ইয়াক গল্প বুলি ক'লেও গল্প, সচাঁ বুলি ক'লেও সঁচা।"

বকুলক মই সৰুৰেপৰা দেখি আহিছোঁ। এতিয়াও দেখি আছোঁ। তাইক সদায় কওঁ, "বকুল, তোমাক লৈ গল্প লিখিব পাৰি।"

বকুলে হাঁহে।

অবিশ্বাস আৰু কৌতুক মিহলি হাঁহি।

ওহোঁ, তাইৰ কথা লৈও যে গল্প লিখিব পাৰি—বকুলে নিজে কেতিয়াও নাভাবে। নিজৰ সম্বন্ধে কোনো মূল্যবোধ নাই বকুলৰ, কোনো চেতনাই নাই।

বকুলো যে সঁচাসঁচিকৈ এই পৃথিৱীখনৰে এজনী এইষাৰ কথাও বকুলে যেন মানি ল'ব নোৱাৰে। তাই মাথোঁ জানে, তাই একো নহয়, কোনোবেই নহয় তাই। তাই সাধাৰণৰো সাধাৰণ, অতিকৈ সাধাৰণ—যাক লৈ গল্প লিখিবলৈ ল'লে লিখিবলগীয়া একো বিচাৰি পোৱা নাযায়।

বকুলৰ মনত এই ধাৰণাই জীপ লৈ উঠাৰ গুৰিতে কিজানি তাইৰ জীবনৰ বুনিয়াদৰ তুচ্ছতা! হয়তো এতিয়া তাই বহুত পায়ো শৈশৱৰ সেই বহুতো কিবাকিবি নোপোৱাৰ ক্ষোভ আজিও তাইৰ মনত বৈ গ'ল। সেই ক্ষোভটোৱেই তাইৰ মনটোক স্তিমিত কৰি ৰাখিছে। কুণ্ঠিত কৰি ৰাখিছে তাইৰ সত্তাক।

বকুল হ'ল সুবৰ্ণলতাৰ ভালেমান ল'ৰা-ছোৱালীৰ মাজৰ এজনী। সুৱৰ্ণলতাৰ নুমলীয়া ছোৱালী। সুৱৰ্ণলতাৰ সংসাৰত বকুলৰ ভূমিকা আছিল অপৰাধীৰ ভূমিকা।

কিবা এক অজ্ঞাত অপৰাধত বকুল সদায় সন্ত্ৰস্ত হৈ থাকিব লাগিব, এয়া যেন বিধি-নিৰ্দেশিত বিধান।

সেযেহে বকুলৰ শৈশৱ-মন অদ্ভুত এক চকাছন্দা পৰিমণ্ডলৰ মাজত গঢ় লৈ উঠিছিল, যি পৰিমণ্ডলৰ কিছু অংশ কেৱল ভয় সন্দেহ আতংক ঘৃণা, আৰু কিছু অংশ জ্যোতিৰ্ময় ৰহস্যপুৰীৰ উজ্জ্বল চেতনাৰে উদ্ভাসিত।

তথাপি বকুলে মানুহক ভাল নাপাই নোৱাৰে।

মানুহক ভালপায় বাবেই তো—

কিন্তু থাকক।

এয়া তো বকুলৰ গল্প নহয়।

বকুলে কৈছিল, "মোৰ গল্প যদি লিখিবই লাগে, আজি নহয়। পাছত।"

জীবনৰ দীঘলীয়া পথ পাৰ হৈ আহি বকুলে বুজিছে, আইতা-আজো আইতাৰ ধাৰ নুশুজাকৈ নিজৰ কথা ক'ব নাপায়।

নিজান গাঁৱৰ নিজম পুখুৰীযেই ভয়-বাৰিষাত পাৰ ওপোচাই নৈত পৰি সোঁত হৈ বয়। সেই সোঁতৰ ধাৰাযেই বৈ বৈ এদিন সাগৰত পৰেগৈ। সেই নিজম পুখুৰীৰ প্ৰথম ধাৰাক স্বীকৃতি নিশ্চয়েই দিব লাগিব।

আজিৰ বংগদেশৰ অজস্ৰ বকুল-পাৰুলৰ আঁৰত আছে বহু বছৰ জোৰা সংগ্ৰামৰ ইতিহাস। বকুল-পাৰুলহঁতৰ মাক আইতাক আৰু আজো-আইতাবহঁতৰ সংগ্ৰামৰ ইতিহাস। তেওঁলোক সংখ্যাত অজস্ৰ নাছিল, তেওঁলোক আছিল বহুতৰে মাজত মাথোন একো একোজনী।

তেওঁলোক অকলেই আগবাঢ়িছিল। আগবাঢ়িছিল খলা-বমা পাৰ হৈ, শিল ভাঙি ভাঙি, কাইটীয়া জোপোহা উঘালি উঘালি। বাট কাটি গৈ থাকোঁতে হয়তো দিশহাৰা হৈ পৰিছিল, বহি দিছিল নিজেই কাটি উলিওৱা বাটৰ বাট জুৰি। আকৌ আহিছিল আন এজনী, আগৰজনীৰ আৰব্ধ কৰ্মভাৰ নিজৰ হাতত তুলি লৈছিল। এনেকৈয়েই বাট ওলাল, আৰু এই বাটেৰেই আজিৰ বকুল-পাৰুলহঁত আগবাঢ়ি গৈছে।

বকুলহঁতেও শ্ৰম নকৰা নহয়, কৰিছে। শ্ৰম নকৰিলে হ'ব কেনেকৈ? খোজকাঢ়ি কেৱল আগুৱাই যোৱাৰ বাটছোৱা হ'লেই কাম শেষ নহয় নহয়?

ৰথ চলিব পৰা বাট যে লাগিব।

সেই বাট কোনে কাটিব কোনে ক'ব?

সেই ৰথ কোনে চলাব কোনে ক'ব?

যি সকলে চলাব তেওঁলোকে হয়তো অলস কৌতূহলেৰে অতীত ইতিহাসৰ পাত লুটিয়াই চাই যাওঁতে সত্যৱতীক দেখি হাঁহিব।

নাকত নাকবালি, আৰু ভৰিত নেপুৰ পিন্ধা আঠ বছৰীয়া সত্যৱতীক দেখি হাঁহিব তেওঁলোকে।

বকুলেও এসময়ত হাঁহিছিল।

এতিয়া আৰু নাহাঁহে। দীঘলীয়া পথ পাৰ হৈ আহি বকুলে পথৰ মৰ্মকথা বুজা হ'ল। সেয়েহে ষিজনী সত্যৱতীক বকুলে আগতে কাহানিও চকুৰে দেখা নাছিল, তাইক দেখিবলৈ পাইছিল স্বপ্ন আৰু কল্পনাত, মমতা আৰু শ্ৰদ্ধাত।

সেয়েহে বকুলৰ বহীত সত্যৱতীৰ ইমান স্পষ্ট ৰূপ আঁকা আছে।

নাকত নাকবলি, কাণত কঁৰিযা, ভৰিত নেপুৰ, আৰু বৃন্দাবনী ছাপ দিযা আঠহতীযা শাড়ীপিন্ধা আঠ বছৰীয়া সত্যবতীজনী। বিযা হোবা বছৰেকেই পাৰ হৈ গ'ল—এতিয লৈকে ঘৰ কৰা নাই। অপ্ৰতিহত প্ৰতাপেৰে চুবুৰিৰ ল'ৰা ছোবালীজাকৰ দলনেত্ৰী হৈ যথেচ্ছভাৱে খেল-ধেমালি কৰি ফুৰে।

সত্যবতীক তাইৰ মাক আইতাক জেঠীয়েক পেহীয়েক কোনেও সেও মনাব নোবাৰে।

সত্যবতীৰ যথেচ্ছাচাৰৰ ক্ষেত্ৰত তাইৰ দেউতাকৰ অলপ প্ৰশ্ৰয় থকা বুলিযেই হযতো নোবাৰে।

সত্যবতীৰ দেউতাক ৰামকালী চাটাৰ্জি, চট্টোপাধ্যায় বামুনৰ ঘৰৰ ল'ৰা, যদিও তেওঁৰ কৰ্মজীবন ব্ৰাহ্মণজনোচিত নহয়। আন আন শাস্ত্ৰ-সমস্ত, বেদ-বেদান্ত এফলীয়া কৰি থৈ তেওঁ বাছি ল'লে আয়ুৰ্বেদ।

ব্ৰাহ্মণৰ পুত্ৰ হৈও ৰামকালীযে কবিৰাজি কৰে।

সেযেহে গাঁবত তেওঁক 'কবিৰাজি বামুণ' বুলি কোবা হয়।

তেওঁৰ ঘৰখনৰ নাম 'কবিৰাজৰ ঘৰ'।

ৰামকালীৰ জীবনৰ প্ৰথমছোবা তেওঁৰ আন আন ভাই-ভাগী গিয়াতি-কুটুমতকৈ বেলেগ। অলপ বিচিত্ৰও হযতো।

নহ'লে এই আদ্‌বযসীয়া মানুহজনৰ এইহেন কণমানি ছোৱালীজনী কেনেকৈ হ'ব?

সত্যবতী হ'ল ৰামকালীৰ প্ৰথম সন্তান।

সেই যুগৰ হিচাপ মতে বিয়াৰ বয়স একেবাৰে উকলি যোৱাৰ পাছতহে ৰামকালীয়ে বিযা কৰাইছিল।

সেই উকলি যোবা বয়সৰ সঁচ হ'ল সত্যৱতী।

শুনা মতে, নিচেই কিশোৰ বয়সতে দেউতাকৰ ওপৰত অভিমান কৰি ৰামকালী ঘৰৰ পৰা পলাই গৈছিল। কাৰণটো বৰ জটিল নাছিল, কিন্তু ৰামকালীৰ কিশোৰ মনত কিজানি সেইটোৱেই বেছ দ' সাঁচ পেলাইছিল।

কিবা এটা অসুবিধাত পৰি ৰামকালীৰ দেউতাক জয়কালীয়ে এদিনৰ বাবে সদ্যে লগুণ লোৱা পুত্ৰ ৰামকালীৰ ওপৰত গৃহদেৱতা জনাৰ্দনৰ পূজা-অৰ্চনাৰ ভাৰ দিছিল। ৰামকালীয়েও মহা উৎসাহেৰে সৈতে সেই ভাৰ লৈছিল। তেওঁৰ পূজা-অৰ্চনা বা সন্ধ্যাসেৱাৰ ঘণ্টাধ্বনিৰে সিদিনা ঘৰে-ঘৰোৱাহে 'ত্ৰাহি জনাৰ্দন' বুলি খলক লগাইছিল।

কিন্তু উছাহৰ কোবতে ভয়ংকৰ ভুল এটা ঘটিল।

মাৰাত্মক ভুল!

ৰামকালীৰ আইতাকে গোসাঁই-ঘৰ নিকা কৰিবলৈ আহিহে গম পালে কথাটো। গম পোৱাৰ লগে লগেই তেওঁৰ খুৰোবা মুৰটোৰ কদম-ফুলীয়া চুলিবোৰ কেঁটেলা-পহুৰ কাঁইটৰ দৰে থিয় হৈ উঠিল। একেলৰে ভতিজাকৰ অৰ্থাৎ ৰামকালীৰ দেউতাক জয়কালীৰ ওচৰলৈ গৈ হুৰুসকৰে আছাৰ খাই পৰিল।

"সৰ্বনাশ হ'ল জয়!"

জয়কালী উচপ খই উঠিল।

"কি হ'ল পেহী?"

"সৰু ল'ৰাক গোসাঁই-সেবা কৰিবলৈ দিলে যি হয় সেয়ে হৈছে। সেৱা-অপৰাধ ঘটিল। ৰামুৱে জনাৰ্দনক ফল-বাতাচা দিলে, পানী নিদিলে।"

দেহৰ আটাইখিনি তেজ চাঁত কৰে মূৰত উঠিল গৈ জয়কালীৰ।

"আঁ!"

আৰ্তনাদ কৰি উঠিল তেওঁ।

পেহীয়েকে হতাশাৰ হুমুনিয়াহ কাঢ়ি সেই সুৰতে সুৰ মিলাই ক'লে, "ওঁ, এতিয়া কাৰ ভাগ্যত কি আছে ক'ব নোৱাৰোঁ। ফুল-তুলসীৰ ভুল নহয়, একেবাৰে পিয়াহৰ পানী!"

হঠাৎ জয়কালীয়ে ভৰিৰপৰা খৰম এপাট খুলি হাতত লৈ চিঞৰি উঠিল ঃ

"ৰামু—! ৰামু!"

চিঞৰ শুনি ৰামকালী পোনতে বিশেষ আতংকিত হোৱা নাছিল, পুত্ৰ-পৰিজনলৈ স্নেহ-সম্ভাষণৰ ক্ষেত্ৰতো জয়কালীৰ কণ্ঠস্বৰ ইয়াতকৈ কোমল নহয়।

গতিকে সি বেলৰ আঠা লগা হাতখন মূৰত মচি মচি পিতৃদেৱৰ ওচৰ চাপিল।

কিন্তু কিনো হ'ল আক'!

জয়কালীৰ হাতত যে খৰম!

ৰামকালীৰ দুচকুৰ আগত কেতবোৰ হালধীয়া ৰঙৰ ফুলৰ সমদল।

"ঈশ্বৰৰ নাম ল ৰাম্‌ !"

জয়কালীয়ে দাঁত-মুখ কৰাঁচ ক'লে, "তোৰ কপালত মৰণ আছে !"

ৰামকালীৰ দুচকুৰ আগৰপৰা হালধীয়া ফুলবোৰো নোহোৱা হৈ গ'ল, থাকিল মাথোন নিৰন্ধ্ৰ অন্ধকাৰ।

কি অপৰাধত বিধাতা-পুৰুষে আজি তাৰ কপালত মৃত্যুদণ্ড লিখিলে —সেই নিৰন্ধ্ৰ অন্ধকাৰৰ মাজত খেপিয়াই ৰামকালীয়ে এবাৰ বিচাৰিবলৈ চেষ্টা কৰিলে।

বিচাৰি নাপালে।

বিচাৰি উলিয়াবলৈ সামৰ্থ্যও নাছিল ৰামকালীৰ।

সেই অন্ধকাৰখিনি ক্ৰমাত ৰামকালীৰ চৈতন্যৰ ওপৰত জঁপিয়াই পৰিল।

"আজি তয়েই জানো জনাৰ্দনৰ পূজা সেৱা কৰা নাছিলি ?"

ৰামকালী নিমাত।

গোঁসাই ঘৰতহে তেন্তে কিবা অপৰাধ লাগিল।

কিন্তু ক'তা ?

কি ?

যথাৰীতি ভৰি-হাত ধুই তাৰ লগুণ-দিয়নিত পোৱা পাটৰ চাদৰ-চুৰিযাযোৰ পিন্ধি যেই দেখোন গোসাঁই ঘৰত সোমাইছিল ৰামকালীয়ে।

তাৰ পাছত ?

আসন।

তাৰ পাছত ?

আচমন।

তাৰ পাছত ?

পূজা-অৰ্চনা।

তাৰ পাছত—

ঠাচ কৰে মূৰতে কোনোবাই এটা চৰ শোধালে।

"ভোগ দিওঁতে পানী দিছিলি নে ?"

জয়কালীয়ে পুত্ৰক প্ৰশ্নটো কৰিলে খৰমৰ ঘোগেদি।

বিবুধিত পৰা ৰামকালীয়ে আৰু কেইটামান খুন্দা খোৱাৰ ভয়তে ক'লে, "ওঁ, দিছিলোঁ তো !"

"দিছিলি ? দিছিলি পানী !" জয়কালীৰ পেহীয়েক যশোদাই ক'লে, "দিছিলি যদি পানীখিনি গ'ল ক'লৈ হতচিৰী যোৱা ? গিলাছ দেখোন একেবাৰে শুকান ?"

প্ৰশ্ন কৰোঁতা গৰাকী হ'ল আইতাক।

বুকুৰ গধুৰ ভাবটো কিঞ্চিৎ পাতল পাতল যেন লাগিল। ৰামকালীয়ে লাহেকৈ ক'লে, "জনাৰ্দনে খালে কিজানি।"

"কি? কি ক'লি?"

আকৌ এবাৰ ঠককৈ এটা শব্দ, আৰু চকুৰে ধঁুৱলী-কুঁৱলী দেখাৰ গভীৰতম অনুভূতি।

"কুলক্ষণীয়া, চোৰৰ, গাহিৰ ক'ৰবাৰ! জনাৰ্দনে—গোসাঁয়ে পানী খাই পেলালে? তুমি অকল ভূতেই হোৱা নাই, চযতানো হৈছা দেখিছোঁ। তোমাৰ প্ৰাণত ভয় বোলা একো নাইনে? জনাৰ্দনৰ নামত মিছা কথা?"

অৰ্থাৎ মিছা কথা কোৱাটোত যিমান অপৰাধ হওক-নহওক, গোসাঁইৰ নামৰ সৈতে জড়িত হৈ ই ভীষণ অপৰাধত পৰিণত হৈছে। ভয়ৰ কোবত ৰামকালীয়ে আকৌ আসে মাতিলে, "ওঁতো, সঁচা কৈছোঁ। জনাৰ্দনৰ শপত। পানী দিছিলোঁ।"

"হয় নে ঐ হাৰামজদা! বামুণৰ ঘৰতে চাণ্ডাল! জনাৰ্দনৰ নামত শপত? পানী দিছিলি তই? জনাৰ্দনে পানী খাই পেলালে? গোসাঁয়ে পানী খায়?"

মুৰটোৰ ভিতৰখন ভোঁ ভোঁকৈ জ্বলিছে।

মূৰৰ জ্বলন-পোৰণত অস্থিৰ হৈ, সকলো ভয়-ভীত পাহৰি ৰামকালীয়ে কৈ পেলালে, "নাখায় বুলি জানা যদি দিয়া নো কেলেই?"

"কি! আকৌ মুখত ধৰিছ?"

জয়কালীয়ে শেষ বাৰৰ বাবে আকৌ এবাৰ খৰমপাৰি সদ্ব্যবহাৰ কৰিলে। খৰমৰ কোবটো শোধাই ক'লে, "যা—গুচ, আঁতৰ হ, বামুণৰ ঘৰত গৰু! আঁতৰ হ ভালে ভালে মোৰ চকুৰ আগৰপৰা।'

ইমানেই।

ইযাতকৈ বেছি আন একো কৰা নাছিল জয়কালীয়ে। আৰু এনে ধৰণৰ ব্যবহাৰ তেওঁ সদায় সকলোৰে সৈতেই কৰি আহিছে। কিন্তু কিহৰপৰা কি যে হয়গৈ!

ৰামকালীৰ চকুৰ আগৰপৰা যেন পৰ্দা এখন খহি পৰিল। চিৰকাল ধৰি শুনি আহিছে যে জনাৰ্দন বেছ দয়াৱন্ত ব্যক্তি, কিয়নো কাৰণে-অকাৰণে উঠোঁতে-বহোঁতে ঘৰখনৰ সকলোৱেই কয়, 'জনাৰ্দন, দয়া কৰা'।

কিন্তু ক'ত নো দয়া?

কণমাত্ৰও নাই দেখোন!

ৰামকালীয়ে যে মনে মনে টেঁটুফালি চিঞৰি খাটনি-লোটনি ধৰিলে, "হে জনার্দন, হে প্রভু! এই অবিশ্বাসীহঁতৰ আগত এটি বাৰৰ বাবে নিজ মূর্তি প্রকাশ কৰা, এটিবাৰ অলক্ষ্যৰপৰা দৈববাণী কৰা: 'হেৰ জয়কালী, তাক তহঁতে মিছাতে উৎপীড়ন কৰিছ। পানীখিনি সঁচায়ে খালোঁ মই। এমুঠি বাতাচা খোবাৰ পাছত পিয়াহত মোৰ অন্ঠকন্ঠ শুকাই গৈছিল'!

ওহোঁ।

দৈববাণীৰ লেশমাত্রও নাই।

সেই মুহূর্তত আবিষ্কাৰ কৰিলে ৰামকালীয়ে—জনার্দন মিছা, দেৱতা মিছা, পূজা পাতল প্রার্থনা—সকলো মিথ্যা—

অমোঘ সত্য কেবল খৰম!

লগুণ-দিয়নিত সিও এযোৰ খৰম পাইছিল। কিন্তু সেই খৰমযোৰৰ সার্থক ব্যবহাৰ ৰামকালীয়ে যে কেতিয়া কৰিব পাৰিব কোনে জানে।

অথচ এই মুহূর্তত সমগ্র পৃথিবীৰ ওপৰতে সেই ব্যবহাৰ কাৰবলৈ মন গৈছে তাৰ।

"পৃথিবীত মই আৰু নাথাকোঁ।"

পোনতে ৰামকালীয়ে সংকল্প কৰিলে।

তাৰ পাছত পৃথিবী এৰি গুচি যোৱাৰ কোনো উপায় আৱিষ্কাৰ কৰিব নোবাৰি ক্রমাত মনৰ সৈতে মিলাপ্রীতি—মানে আপোচ কৰিবলৈ ধৰিলে।

পৃথিবীখন আপাততঃ হাতত থাকক, ইয়াক যেতিয়াই ইচ্ছা পৰিত্যাগ কৰা যাব।

পৰিত্যাগ কৰিবলৈ আৰু এটা বস্তু আছে।

সেইটোও পৃথিবীৰেই লেখীয়া।

ঘৰ!

ৰামকালীয়ে ঘৰবাৰীকে এৰিব।

এই জীৱনত আৰু যেন কাহানিও জনার্দনৰ পূজা কৰিবলগা নহয়।

তেতিয়াও 'কবিৰাজৰ ঘৰ' নামকৰণ হোৱা নাছিল, আদি আৰু অকৃত্রিম 'চাটুয্যে বাড়ি' অর্থাৎ 'চাটার্জিহঁতৰ ঘৰ' আছিল। সকলোৱে শ্রদ্ধাও কৰিছিল, মানও ধৰিছিল। গতিকে ভালেমান দিনলৈ গাঁৱত হৈ চৈ লাগি থাকিল, চাটার্জিহঁতৰ ল'ৰাটো নোহোৱা হোৱাত।

গাঁৱৰ আটাইবোৰ পুখুৰীতে জাল পেলোৱা হ'ল। গাঁৱৰ সকলো দেৱ-

দেৱীৰ ওচৰত মানস কৰা হ'ল। ৰামকালীৰ মাকে সদায় নিয়মীয়াকৈ পুখুৰী-ঘাটত চাকি দিবলৈ ধৰিলে, জয়কালীয়ে বন্ধা নিয়ম মতে জনাৰ্দনক ফুল-তুলসী দিবলৈ ধৰিলে, কিন্তু একো ফল নধৰিল।

ক্ৰমে ক্ৰমে চাটাৰ্জিহঁতৰ ৰামকালী নামৰ ল'ৰা এজন আছিল বুলি সকলোৱে যেতিয়া প্ৰায় পাহৰিয়েই গ'ল, তেতিয়া গাঁৱৰে এজন ডেকাল'ৰাই ঘোষণা কৰিলে: 'ৰামকালী আছে'। সি মুৰ্শিদাবাদলৈ অৰ্থাৎ মুৰ্শিদাবাদলৈ গৈছিল, তাত সি নিজ চকুৰে দেখি আহিছে—ৰামকালী নৱাব-পৰিয়ালৰ কবিৰাজ গোবিন্দ গুপ্তৰ ঘৰত আছে, তেওঁৰ শিষ্য হৈ কবিৰাজি শিকিছে।

শুনি ৰ' লাগি অবাক হৈ চাই ৰ'ল জয়কালীয়ে। ল'ৰাটো জীয়াই থকাৰ খবৰ, আৰু তাৰ জাতি-ভ্ৰষ্ট হোৱাৰ খবৰ, যুগপৎ বিপৰীত দুটা খবৰ শুনি তেওঁ পাহৰি গ'ল যে পোবাৰ আনন্দত হেঁকাই টিৰ্লিকি বাওঁ কৰিব লাগিব, নে শোকৰ খুন্দাত হাহাকাৰ কৰিব লাগিব।

পুত্ৰই বৈদ্য-পৰিয়ালৰ ভাত খাইছে, বৈদ্যৰ ঘৰতে আশ্ৰয় লৈছে, এই সম্বাদ মৃত্যু-সম্বাদৰে নামান্তৰ।

অথচ ৰামকালী এতিয়াও জীয়াই আছে, এই কথা শুনাৰেপৰা বুকুত কিহবাই যেন খুন্দা মাৰি ধৰিলে।

কি নো?

আনন্দ?

আবেগ?

অনুতাপৰ যন্ত্ৰণামুক্তিৰ সুখ?

গাঁৱৰ সকলোৱে সৈতে পৰামৰ্শ কৰিবলৈ ধৰিলে জয়কালীয়ে। অৱশেষত ৰায় দিয়া হ'ল, জয়কালীয়ে নিজেই এবাৰ যোৱা আৱশ্যক! নিজেই চাই-মেলি আহকগৈ প্ৰকৃত অবস্থাটোনো কি। তদুপৰি—সেই মানুহজন প্ৰকৃততে ৰামকালী হয় নে নহয়—কোনে জানে?

চাই অহা ডেকাল'ৰাজন কোনো ওচৰ সম্পৰ্কীয়ও নহয়, চকুৰ ভ্ৰম হ'বলৈ কিমানপৰ?

কিন্তু পৰামৰ্শ শুনি জয়কালী যেন আকাশৰ পৰাহে পৰিল, "মই যাম? কেনেকৈ যাম মই? জনাৰ্দনৰ সেৱা কাতি কৰি থৈ মই জানো ক'ৰবালৈ যাব পাৰোঁ?"

ৰামকালীৰ মাক, জয়কালীৰ দ্বিতীয় পক্ষ দীনতাৰিণীয়ে শুনি হিয়া ঢাকুৰি কান্দিলে। ক'ব বুলি ভাবিছিল, 'জনাৰ্দন'হে তোমাৰ ইমান ডাঙৰ হ'লনে?

কিন্তু ক'বলৈ সাহস নহ'ল, দুগাল তিযাই চকুলো বোৱাই উচুপি থাকিল।

অৱশেষত বহু গুণা-গঁথাৰ পাছত স্থিৰ হ'ল, জয়কালীৰ ভাগিনিয়েক এজন তালৈ যাব, বয়সিযাল ভাগিনিয়েকজন। তেওঁৰ সৈতে যাব জযকালীৰ প্ৰথম পক্ষৰ বৰ পুতেক কৃষ্ণকালী।

কিন্তু এই ঘোঁকট গাঁবৰপৰা মুকুশ্বুদাবাদলৈ যোৱাটো বৰ উজু নহয়। গৰু গাড়িৰে হাটলৈ গৈ খবৰ ল'ব লাগিব যে নাও কেতিয়াকৈ মুকশ্বুদাবাদলৈ যাব। তাৰ পাছত আকৌ টালি-টোপোলা বান্ধিকুন্ধি লৈ গৰুগাড়িত উঠি তিনি ক্ৰোশ বাট গৈ—নাবলৈ বাট চাই বোন্দাপৰ দি বহি থকা।

খৰচো কম নহয।

জযকালীযে ভাবিলে, খৰচৰ পাতত লিখা সংখ্যা আকৌ জমাবহীত লিখিবলৈ হ'লে জঞ্জালো বৰ কম নহয়। ইমান জঞ্জাল কৰাৰ দৰকাৰেই বা কি আছিল ?

সেই চেলেপু ডেকাল'ৰাটোৰ ওপৰত খং উঠিল তেওঁৰ, যিটো ল'ৰাই খবৰটো দিছিলহি, যিটো এই হুৱা-দুৱাখন লগোৱাৰ নায়ক।

ৰামকালীক তো আৰু নাই বুলিয়েই ধৰি লৈছিল! সেই চেলেপুটোৱে খবৰটো লৈ নহাহেঁতেন তো আৰু—

কিন্তু ৰামকালীৰ মাকৰ ফালৰপৰা দৰকাৰ আছিল, সেয়েহে ইমান জঞ্জাল সহিও ভাগিনিযেক আৰু বৰ পুতেকক জয়কালীয়ে পঠিয়ালে। আৰু, কেইদিনমানৰ পাছত দুয়ো উভতি আহি ক'লেহি, হয, খবৰ ঠিকেই। ৰামকালী নিছুৰীযা গোবিন্দ বৈদ্যৰ তোলনীয়া হৈ ৰজাৰ দৰে আছে, কেই দিন মানৰ পাছত হেনো পাটনালৈ যাব।

এওঁলোকৰ আগত ৰামকালীয়ে হেনো কৈছে যে একেবাৰে ৰাজবৈদ্য হৈ, টকাৰ মোনা লৈহে ঘৰলৈ উভতিব।

তাৰ আগতে নোভতে।

শুনি যিসকল ঈৰ্ষ্যাত ডেই-পুৰি মৰিল, তেওঁলোকে ক'লে, "এনেহেন কন্ধপৰা কুলাংগাৰ পুতেকৰ মুখ চাব নাপায়। তদুপৰি, সি হ'ল বিজতৰীয়া।"

ঈৰ্ষ্যাৰ পোৰণি যিসকলৰ কম হ'ল, তেওঁলোকে ক'লে, "তথাপি তাক উদ্যোগী পুৰুষ বুলিবই লাগিব। আৰু সি নো বিজতৰীয়া হ'ল কেনেকৈ ? কুঞ্জই কৈছেই দেখোন যে গোবিন্দ গুপ্তই ৰামকালী চাটুৰ্জ্যৰ বাবে কোনোবা এঘৰ বামুণৰ ঘৰত খোৱা-বোৱাৰ ব্যৱস্থা কৰি দিছে হেনো।"

গাঁৱত এই কথা লৈ আকৌ কিছুদিনলৈ আলোচনা-বিলোচনাৰ উজান

উঠিল। আৰু এদিন যেতিয়া এইবোৰ আলোচনা তল পৰি আহিল আৰু সকলোৱে আকৌ ৰামকালীৰ নাম পাহৰিবলৈ ধৰিলে, তেতিয়া এদিন বহুজন পৰিমাণৰ টকাৰ মোনা এটি লৈ ৰামকালী সৌশৰীৰে উপস্থিত হ'লহি।

গোবিন্দ গুপ্তই পৰামৰ্শ আগ বঢ়াইছিল, "তোমাৰ আৰু ৰাজবৈদ্য হ'ব নালাগে বোপা, ৰাজ্যখনত ভিতৰে ভিতৰে এতিয়া ঘুণে ধৰিছে, নবাবৰ নৱাবীও খোঁৰাচাণ্ডত উঠিল। মোৰ এই দীৰ্ঘকালৰ সঞ্চিত টকা-কড়ি লৈ ঘৰলৈ উভতি গৈ নিজেই নবাবী কৰি থাকা গৈ। আমি স্বামী-স্ত্ৰী উভয়ে কাশীবাসী হ'ম বুলি মনঃস্থিৰ কৰিছোঁ।"

অগত্যা ৰামকালী গুচি আহিল।

হাটৰ ঘাটৰপৰা নিজৰ দোলাত উঠি।

ৰামকালীয়ে গোবিন্দ গুপ্তৰ দোলাখনো পালে। নাবেৰে কঢ়িয়াই লৈ আহিল।

কিন্তু সেই সময়তে জয়কালী ঢুকাল।

এয়া এক বিৰাট পৰিতাপৰ কথা।

ৰামকালীয়ে দেউতাকক এবাৰলৈ হ'লেও দেখুৱাব নোৱাৰিলে,—সেই ঘৰৰপৰা খেদাই দিয়া ল'ৰাটো মানুহ হৈ উভতি আহিল।

## দুই

হাটৰ মেলাত মানুহে যেনেকৈ জুম বান্ধি 'পাঁচঠেঙীয়া গৰু' চাবলৈ বুলি লৰ ধৰে, তেনেকৈয়ে, ৰাজ্যখনৰ মানুহ টপলিযাই আহিবলৈ ধৰিলে ৰামকালীক চাবলৈ। ভিতৰি ভিতৰি বিব্ৰত হ'লেও ৰামকালীয়ে সকলোৰে যথোচিত মান ধৰিলে আৰু বয়োজ্যেষ্ঠসকলক এযোৰকৈ চুৰিযা আৰু নগদ টকা দি সেৱা কৰিলে।

ঘৰে ঘৰে সকলোবে কোৱাকুই কৰিবলৈ ধৰিলে ঃ

"এঃ, কি যে উদাৰমনা হৈ উভতি আহিছে। দিযনে-থওনে দূষণ ধৰিবলৈ নাই।" বহুতে নিজৰ নিজৰ সদায় ঘৰত বহি থকা ল'ৰাহতলৈ চাই হুমুনিযাহ কাঢ়িলে। তথাপি কিছুদিনলৈ অলপ জাত এৰা জাত এৰা যেন হৈ কটাবলগীযা হৈছিল ৰামকালীয়ে। ঘাই ঘৰৰ বাহিৰৰ কোঠা এটাত শুব-খাবলগীযা হৈছিল, ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাকে দৈৱাৎ ৰামকালীক ছুলে সিহঁতৰ গাৰ কাপোৰ সলোৱা হৈছিল। কিন্তু ৰামকালীযেই এদিন গাঁৱৰ মুখিয়াল সকলক মাতি চাঁলিচ চপালে।

এয়া নো কেনে কথা ? এনে হ'বলৈ পালে কিয় ? তেওঁ এটি দিনৰ বাবেও বৈদ্যৰ অন্ন গ্ৰহণ কৰা নাই, এদিনৰ বাবেও কোনো অনাচাৰ নাই কৰা। তেনেহ'লে নো অনাহকতে তেওঁ পাতত হৈ থাকিব লাগিব কিয় ?

গাঁৱৰ বৰমুৰীযাহঁতে মূৰ খজুৱাই হোঁ-হা কোঁ-কা কৰিবলৈ ধৰিলে, স্পষ্টকৈ একো ক'ব নোৱাৰিলে। কিয়নো এওঁ বোলে ৰাজবৈদ্য গোবিন্দ গুপ্তৰ বিদ্যা আৰু ধন সোপাকে ৰইনাইদি কোঁচাই আনিলে।

আৰু ল'ৰাটোৰ হাতখনো টান নহয়।

সোনকালেই পৃথিৱী এটাও খন্দাব হেনো।

বৰমুৰীযাসকলে হোঁ-হা কাৰ থাকোঁতেই ৰামকালীযে নিজৰ বক্তব্য বেকত কৰিলে ঃ "চাওক, মোৰ গুৰুৰ ঔষধৰ গুণ বখানিব নালাগে, নিজেই প্ৰমাণ দিয়ে। মযো তেওঁৰ যৎকিঞ্চিৎ আশীৰ্বাদ নোপোৱা নহয়। সেই বিদ্যা, মোৰ জন্মভূমিৰ, ওচৰ চুবুৰীযাসকলৰ, মোৰ গোত-গিযাতি ভাই-ভাগীসকলৰ সেৱাত লাগক এয়ে মোৰ মনৰ বাসনা। পিছে আপোনাসৱে যদি নিবিচাৰে, আপোনাসৱক যদি নালাগেই, তেনেহ'লে গাঁৱৰ বসতি এৰি গুচি যাবগৈ লাগিব।"

এইবাৰ গাঁৱৰ বৰমুৰীয়াসকলে উচপিচাই উঠিল। সঁচায়ে তো, কথাষাৰ দলিযাই পেলাব নোবাৰি। এদিন নহয় এদিন সকলোৰে 'নিদানকাল' আছে। কথাত বোলে—আকালৰ ভাত নিদানৰ মাত!

এওঁলোকৰ উচপিচনিৰ মাজতে ৰামকালীয়ে ক'লে, "এতিযা ধৰকচোন, এই যে পুখুৰী এটা খন্দাম বুলি মন কৰিছোঁ, সেই উপলক্ষ্যে এদিন গাঁৱত ভোজ এটা পাতিম বুলি আশা পালি যে বৈ আছোঁ, মোৰ সেই আশাৰ মুখত তেন্তে ছাইহে পৰিব।"

এওঁলোকে আকৌ দ্বিধাশূন্যভাৱে সেযা নো কি কথা, সেযা নো কি কথা' বুলি সমস্বৰে ক'লে। আৰু এই ছেগতে ফেলু বানাৰ্জিয়ে চহ দি মহ মাৰিবলৈ বিচাৰিলে। কিবা এষাৰ সংস্কৃত শ্লোক আওৰাই হাঁহি হাঁহি ক'বলৈ ধৰিলে, "বোলোঁ জানাই নহয়, উপযুক্ত বয়সত বিবাহ সংস্কাৰ নহ'লে কন্যা যেনেকৈ অৰক্ষণীয়া হয়, পুৰুষো তেনেকৈ পতিত হয়।"

ৰামকালী তলমূৰ হ'ল আৰু তাৰ পাছত ক'লে, "বয়স প্ৰায় ত্ৰিছ পাৰ হওঁ হওঁ হৈছে, এই বয়সত মোক নো আৰু কোনে কন্যাদান কৰিব?"

ফেলু বানাৰ্জিয়ে বীৰদৰ্পে ক'বলৈ ধৰিলে, "মই কৰিম। এই কথাত মোৰ জাইহঁতে মোক বিজতৰীয়া কৰে যদি কৰক।" বানাৰ্জিয়ে বাইচ মাৰিলে।

ফেলু বন্দ্যোপাধ্যায়ক জাতিভ্ৰষ্ট কৰা!

ষিজন হ'ল জাতৰ মুখচ!

মেলত হোঁ-হা কোঁ-কাৰ সোঁত ববলৈ ধৰিলে।

আৰু ফেলুৰ চাব দিয়া চালাকি দেখি ভিতৰি ভিতৰি সকলোৱে নিজৰ নিজৰ গালে-মুখে চৰিযাবলৈ ধৰিলে।

ছোৱালীৰ নো কাৰ ঘৰত আকাল?

এই ঘটনাৰ কিছুদিনৰ পাছতে ফেলু বানাৰ্জিৰ ন বছৰীয়া ছোৱালী 'ভুবি' বা ভুবনেশ্বৰীৰ সৈতে ৰামকালীৰ বিয়া হৈ গ'ল।

ইমান ধুমধাম কৰি বহুকাল গাঁবত কোনো বিয়া পতা হোৱা নাছিল।

কিযনো, ৰামকালীয়ে হেনো নিজেই নগদ পাঁচশ টকা কেৰে নজনাকৈ তেওঁৰ মাক দীনতাৰিণীৰ হাতত গুজি দিছিল জাকজমক কৰিবলৈ।

এই নিধকালি নিঃসন্দেহে যথেষ্ট নিন্দনীয, কিন্তু ধুমধামৰ 'মাছ-মণ্ডা'খিনি আছিল অনিন্দ্যনীয। অতএব ৰামকালী পুনৰ সমাজত প্ৰতিষ্ঠিত হ'ল। ঘৰৰ ভিতৰ চ'ৰালৈ গৈ শুবলৈ-খাবলৈ অনুমতি পোৱা হ'ল। তাৰ পাছতো কত কাল উকলি গ'ল! সেই 'ভুৱি'জনী ডাঙৰ হ'ল, ঘৰ কৰিলে, পোন্ধৰ যোল্ল বছৰীয়া ভৰ নৈ হ'ল। তাৰ পাছতে হে হ'ল সত্যৱতী। বুঢ়া বয়সৰ প্ৰথম সন্তান হোৱা হেতুকে চাগৈ দেউতাকৰপৰা সত্যৱতীয়ে সদায় অলপ প্ৰশ্ৰয় পাই আহিছে।

## তিনি

দীনতাৰিণীয়ে নিৰামহীয়া ৰান্ধনিঘৰত ৰন্ধা-বঢ়া কৰি আছিল, সত্যৱতী বাৰাণ্ডাৰ পানী-পতাত আহি থিয় হ'লহি। এবকুৰা ভেঁটিৰ ঘৰ। বাৰাণ্ডাৰ দাঁতয়ে সত্যবতীৰ নাকলৈকে ছুই থাকে, ভৰিৰ বুঢ়া আঙুলিৰ ওপৰত গোটেই দেহৰ ভাৰ দি উচাল মাৰি সত্যৱতীয়ে তাইৰ স্বভাৱসিদ্ধ সৰগৰীয়া মাতেৰে মাত লগালে ঃ

"অ' আইতা—আইতা অ'—!"

নিৰামহীয়া ৰান্ধনিঘৰৰ বাৰাণ্ডাত উঠাৰ অধিকাৰ সত্যৱতীৰ কিন্ত, ঘৰখনৰ কাৰোৰেই নাই, কেৱল যিসকল নিৰামিষভোজী তেওঁলোকৰহে অধিকাৰ আছে। মাটিৰ বাৰাণ্ডাৰ এফালে ঢাপ কাটি চিৰি কটা হৈছে আৰু সেই চিৰয়েদি পোনেই 'পুখুৰী-ঘাট'লৈকে যাব পৰা বাট। দীনতাৰিণী, দীনতাৰিণীৰ সৰুজনী জা শিৱজায়া, দীনতাৰিণীৰ দুজনী ননদ কাশীশ্বৰী আৰু মোক্ষদা মাত্ৰ এওঁলোকেহে এই বাটেদি খোজ লোৱাৰ অধিকাৰিণী। কলহ লৈ ঘাটলৈ যায়, আৰু গা ধোৱাৰ পাছত কলহত পানী ভৰাই তিতা কাপোৰেৰে এখুজি-দুখুজিকৈ গৈ গৈ সেই চিৰিৰে একেবাৰে স্বৰ্গত ভৰি দিয়েগৈ।

সেই ৰান্ধনি ঘৰৰ বেৰতেই তেওঁলোকৰ কাপোৰ-কানিবোৰ শুকাবলৈ মেলি দিয়া হয়, কিয়নো ৰাতিৰ বেলিকা তো আৰু এই ৰান্ধনিঘৰত ৰন্ধা-বঢ়া নহ'ব। ঘৰ সৰা-পোঁচা কৰিবলৈতো আৰু অস্পৃশ্যাহঁত নোসোমাযহি।

এই কাম মোক্ষদাৰ। চুৰা-গঙ্গাৰ ক্ষেত্ৰত মোক্ষদাই বোধ হয় স্বয়ং ঈশ্বৰকো সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰে। গতিকে সেই কৰ্মটি তেওঁ নিজৰ হাততে ৰাখিছে। তদুপৰি বয়সৰ ফালৰপৰা মোক্ষদায়েই আটাইতকৈ সৰু, অন্যান্য সকলোৱেই তেওঁৰ গুৰুজন, এতেকে সকলোৰে খোৱা-লোৱাৰ অন্তত তেওঁৰেই 'ডিউটি'।

ৰন্ধনৰ দায়িত্ব দীনতাৰিণীৰ, মোক্ষদাৰ ওপৰত সেই ৰন্ধনৰ বিশুদ্ধতা ৰক্ষা কৰাৰ দায়িত্ব। আন দুজনী 'যোগালি'। অৱশ্যে সেই দুলি যোগালিৰ কামটোও এলাপেচা বিধৰ নহয়। প্ৰয়োজনখিনি চাৰিজনীৰ বাবে হ'লেও আয়োজনখিনি কমেও দহজনীৰ জোখাৰে কৰা হয়।

কিন্তু থাকক এইবোৰ কথা।

আচলতে সৰু ল'ৰা-ছোৱালীহঁতে এইখন চোতালত ভৰি দিযাৰ হুকুমো নাই।

কিন্তু সত্যবতীক কোনেও চম্ভালিব নোবাৰে।

তাই যেতিযাই-তেতিযাই এই পানীপতাৰপৰা হাক-বচন নামানি নাক কোঁচ ই মাত লগায—

"অ' আইতা"—নাইবা "অ' পেহী অ ইতা—।"

ত ইৰ মাত শুনিযেই দীনতাৰিণীযে ডিঙি মেলি দুবাৰৰ সৰঙাইদি জুমি চাই কয, "হ'ল আৰু, তই তৰ'চঙেলীজনী আকৌ ওলালিহিযেইনে? যা যা—আঁতৰ হ, সৰু ননন্দে দেখিলে আৰু ৰক্ষা নহ'ব তোৰ।"

সত্যবতীযে ভেৰাকুটি কৰি ক'লে, "সৰু আইতাৰ কথা বাদ দিযা। তুমি অলপ শুনাচোন।"

সত্যবতী হ'ল দীনতাৰিণীৰ 'ৰোজকাৰী' পুতেকৰ জীযেক। তদুপৰি, সত্যাৰ বিযাও হৈ গ'ল। গতিকে কোনেও ত ইক 'লেইলেই ছেইছেই' নকৰে। সেয়েহে তাইৰ কথাত অগত্যা দীনতাৰিণী ৰান্ধনি ঘৰৰ পৰা ওলাই বাৰাণ্ডালৈ আহিল।

ইংগিতেৰে সুধিলে ঃ

"কি লাগে?"

সত্যৱতীয়ে তাইৰ পিছ ফালে আঁৰ কৰি থোৱা হাতখন আগফালে আনি মানকচুৰ কোমল পাত এটা মেলি ধৰি শুন-নুশুনকৈ ক'লে, "বস্তু এটা দিবা?"

"হ'ল আৰু, এতিয়া নো তোক আক' কি বস্তু লগা হ'ল? এতিয়া বন্ধাবঢ়া হোৱাই নাই নহয। আৰু হ'লেই যেনিবা—তোৰ সৰু আইতাৰাৰ 'গোপাল'ৰ ভোগৰ আগ্ ভোগৰ আগতে তোক দিয়া বুলি গম পালে কুৰুক্ষেত্ৰখন নলগাব নে?"

"আগ নালাগে, নালাগে মোক আগ, ইটো সিটো ৰান্ধি তোমালোকেই খাই থাকিবা—পিছে মোক প'ইতা ভাতকে অলপমান দিযাচোন।"

"প'ইতাভাত!"

দীনতাৰিণী আকাশৰপৰা খহি পৰাদি পৰিল।

আৰু লগে লগে যেন পাতাল ফালি ক'ৰবাৰপৰা ওলাই আহিল মোক্ষদা। পিন্ধনত তিতি জেপজেপীয়া হোৱা উকা-কাপোৰ, ক'কালত ভৰা কলহ।

এয়া বোধ হয় মোক্ষদাই তৃতীয বাৰৰ বাবে গা ধুই আহিল।

যিকোনো কাৰণতে নহওক, চ উল ধুবলৈ বা শাক-পাচলি ধুবলৈ ঘাটলৈ গ'লেই মোক্ষদাই এবাৰ সবস্ত্ৰ স্নান কৰে। বাৰাণ্ডাৰ চিঁৰিয়েদি কেতিয়া যে

উঠি আহিল, আইতাক-নাতিনীযেক কাৰো চকুত নপৰিল, চকু যেতিয়া পৰিল তেতিয়া সৰ্বনাশ সোঁশৰীলে সমুপস্থিত।

দীনতাৰিণী অত্যন্ত অপ্ৰতিভ।

সত্যবতী বিৰক্ত।

আৰু মোক্ষদা?

তেওঁ হাতে-লোতে চোৰ ধৰা ডিটেকটিভৰ দৰেই উল্লসিত।

"আক' চই ইযাত!"

মোক্ষদাই কেটকেটীয়া মাতেৰে প্ৰশ্ন কৰিলে।

সত্যবতীয় অলপ সেমেনা-সেমেনকৈ ক'লে, "ইঃ! মই কিবা তোমালোকৰ বাৰাণ্ডাত উঠিছোঁ নেকি?"

"বাৰাণ্ডাত উঠা নাই হয়, পিছে চৰুৱা গছকি আহি সেই ভৰিৰে এই চোতালখনত ভৰি দিয়া নাই জানো তই? তুলসীৰ গুৰিত পানী দিবলৈ চোতালত নামিব নালাগিব জানো?"

সত্যবতীযে ভোটভোটাই ক'লে ঃ

"চোতালত নামোঁতে দহ কলহ পানী নঢলাকৈ নানামা দেখোন, তেনেহ'লেনো কি জগৰ লাগিল?"

"মুখে মুখে বৰ কথা নক'বি সইত্ত, অভ্যাস ভাল কৰ বুলিছোঁ,—" মোক্ষদাই কলহটোক থেকেচা মাৰি ৰান্ধনি ঘৰৰ দুৱাৰডলিৰ সিফালে থৈ আঁচল চেপি চেপি ভৰিত লগা বোকা ধুই থাকি ক'বলৈ ধৰিলে, "বাপেকৰ সুবাগ পাই পাই যে মুৰত উঠিছগৈ, বোলোঁ শহুৰি খাটব নালাগিব নে কি? পৰৰ স'তে ঘৰ নকৰ নে কি? আৰু নো কেইদিন তই ধুমুৰীয়ে ওভত গোৰে নাচি ফুৰিবি? বৰ বেছি আৰু বছৰ দুই-চাৰি, তা'পাছত ডিঙিত ডোল দি টানি-আজুৰি লৈ নাযাব নে? তেতিয়া কি কৰিবি তই?"

কথাইপ্ৰতি এই 'পৰৰ ঘৰ'লৈ যোৱাৰ বিভীষিকা দেখুৱাই জব্দ কৰাৰ চেষ্টাটো সত্যবতীৰ বাবে চকুৰ কুটা হেন হৈছে। বৰঞ্চ তাইক সিহঁতি দুই-চাৰি কোব শোধাওক, সহ্য হ'ব।

কিন্তু সেই পৰৰ ঘৰৰ গঞ্জনা সহ্য নহয়।

অথচ এইটোৱেই যেন এওঁলোকৰ ঘাই ব্ৰহ্মাস্ত্ৰ।

সেযেহে সত্যৱতীয়ে বিকচিনা লাগি ক'লে, "কৰিম আক' কি—?"

"কি আৰু কৰিবি? উঠোঁতে-বহোঁতে শাহুৰৰ ঠোঙোনা খাবি আৰু। সোঁ পট'লা ঘোষালৰ ভতিজা-বোৱাৰীজনীৰ দৰে ঘোঁকটা মুকুটি খাই তোৰো গাল মুখ ক'লাম'লা পৰিব।"

সত্যৱতীয়ে ডাঙৰহঁতৰ ভংগীৰে ঠেহেৰা মাৰি কৈ উঠিল, "ছিপিট-

সংসাৰখনৰ মানুহ-মুনিহবোৰ তো আৰু পটল দদাইদেউৰ নবোয়েকৰ দৰে ডাংকাটী নহয়।"

"ক'তে মৰোঁ মই, শুনা তাইৰ কথা,—" মোক্ষদাই তেওঁৰ হাইতাল বৰণৰ লঠৰা আটিল হাত দুখন জোকাৰি ক'লে, "ক'বিতোন সেই কথা, বোৱাৰীযেকৰ গাত দোষ নাই, জগৰ লাগিল শাহুবেকৰ গাত। এংকুৰা অবাধ্য মুখচোকা বোবাৰীক কি কৰিব শুনোচান? থাপনাত বহুবাই ফুল-চন্দনেৰে পূজা কৰিব?"

"এঃ, পূজা বিনে যেন আৰু কথা নাই। অলপ পোন চকুৰে চাব নোবাৰে নেকি? দুষাৰ মিঠা কথা ক'ব নোৱাৰে নেকি?'

'আঁয়ে দেহি! কথা শুনি তল যাওঁ!" মোক্ষদাই ঢেকঢেকাই হাঁহি ক'লে, "ভিতৰি ভিতৰি ছোৱালী দেখিছোঁ সাত কালৰ চেং যেন হৈ উঠিছই। চাম নহয়—তোৰ শাহুৱেনো কিমান মো-সনা কথা বৰষে। কিমান নো স্নালাসৰ লাৰু হেনকৈ ৰাখে চাম নহয়—। বাৰু, বাৰু—সেইবোৰ পিছকথা, বোলোঁ পঁইতাভাতৰ কথা কৈছিলি যে—?"

ইমান সময় ধৰি মনে মনে আছিল, এতিয়া দীনতাৰিণীয়ে হাঁহিলে।

হাঁহি মাৰি ক'লে, "তাই পঁইতাভাত খুজিহে মোৰ ওচৰলৈ আহিছিল।"

"পঁইতাভাত খুজি!" হঠাৎ মোক্ষদা জাণ্ডুৰ খাই উঠিল, "আমাৰ ৰাম্ধনি ঘৰত পঁইতা বিচাৰি আহিছে তাই, আৰু তুমি সেই কথা শুনি হাইচ-লাইচ কৰিছা ন-মাজু বোৱাৰী? আৰুনো কিমান লাই দিয়া নাতিনীক? তাই নিজে নিজেই তাইৰ ইহকাল-পৰকাল খাইছে। বোলোঁ শহুৰৰ ঘৰলৈ গৈ যদি বাঁৰী মানুহৰ চৰুৰপৰা পঁইতাভাত খাবলৈ বিচাৰে, সিহঁতে কি ক'ব? এই কথা নাভাবিব নে বাৰু যে আমি গৰাহে গৰাহে বাহীচৰুৰ ভাতবোৰ গিলোঁ? কোৱাঁ, ক'ব নে নকয়?"

"তাকো আৰু কোনোবাই কয় নে সৰু ননন্দী?" দীনতাৰিণীয়ে কথাটো পাতলাবৰ মনেৰে অলপ কণ্টকৰ হাঁহি এটি মাৰি ক'লে, "নাওমান ছোৱালীৰ আগযান বুদ্ধি—কি কয় কি নকয়—"

' নাওমান ছোৱালী। ক'তে মৰোঁ মই! ঘৰ কৰিলে তাই ল'ৰাৰ মাক হ'ব দেখোন, বুজিলা নে ন-মাজু বোৱাৰী?" মোক্ষদাই কান্ধৰপৰা গামোচাখন লৈ জোৰেৰে জাৰি জাৰি বলকি থাকিল, "ছোৱালীৰ বাইক-বচন কাণেৰে নুশুনা নেকি? সুবাগতে অন্ধ। বোলোঁ ঐ ছোৱালী—ঐ সইত্ত, তোক সাৱধান কৰি দিছোঁ—চাবি, ঘ'তে ত'তে যাৰে তাৰে আগত এইদৰে চেলবেলাই নাথাকিবি। ওচৰ-ঘৰীয়া চুবুৰীযা—কুটুম্বীয়াহঁত বং চাবলৈ বৈ আছেই নহয়, এইবোৰ কথা শুনিলে আমি বাহীচৰুৰ ভাত গিলোঁ বুলি সিহঁতে নকৈ নেৰে।"

হঠাৎ ঢেকঢেককৈ হাঁহি দিলে সত্যৱতীয়ে।

হাঁহি মাৰি ক'লে, "মানুহে ক'লেই যেনিবা। ক'লে কিবা তোমাৰ গাত পানীজোলা ফুটি উঠিব নেকি ?"

মোক্ষদাই একোতে সত্যৱতীক ছুব নোৱাৰিব, সেযেহে নিজৰ গালতে নিজেই চৰিযাই ক'লে, "শুনিলা ? শুনিলানে ন-মাজু বোৱাৰী ? তোমাৰ নাতিনীৰ গণ্ডপীযা কথা ? কয় 'মানুহে ক'লেই যেনিবা'! ডাকৰ বচনত আছে—"যাক ক'লে ছি, তাৰ নো থাকিল কি ?' আৰু তাই আক' কয় বোলে—"

হ'ল আৰু !

দীনতাৰিণীযে ভাবিলে: মোক্ষদাই এবাৰ মুখ মেলিলে আৰু ৰক্ষা নাই,—গৰ্ভ নেদেখুৱাই নেৰে। দুৰ্দান্ত স্বাস্থ্য মোক্ষদাৰ, দুৰন্ত ভোক-পিযাহ, সেই ভোক-পিযাহ দমাই ৰাখি তিনি পৰ বেলাত জলপান খায, বেলিযে ভাটী দিও'তেহে ভাত খায। আগবেলা তেওঁৰ শৰীৰত জুই জ্বলে। সেযেহে তেওঁৰ মুখৰ মাততে সকলো থৰহৰি কম্পমান।

সেই দেখি দীনতাৰিণীয়ে খপৰাই কথাৰ মোৰ ঘূৰালে, "ও", সেই কথা হও'তে স'চা, বোলোঁ অ' সত্য—তই ৰাতিপুৱা জা-জলপান খোৱা নাই জানো—যে এই অসময়ত প'ইতা ভাতৰ বিচাৰ লৈছ ?"

"এঃ, এও'লোকৰ ঢেঁকী-থুৰীযা বুদ্ধি কি চাবা !" সত্যই গেজেৰা মাৰি উঠিল, "মই যেন খাম বুলিহে খুজিছোঁ। জেলুকীয়া কেঁচু আৰু প'ইতা ভাতেৰে টোপ পেলাম।"

"কি, কি কৰিবি ?" দীনতাৰিণীয়ে একো ক'বলৈ নোপাও'তেই মোক্ষদাই তধাউৰি খালে, "কি ক'লি ? কি কৰিবি ?"

"টোপ কৰিম, টোপ। মাছ ধৰাৰ টোপ। শুনিলা নে ? নেড়ুৱে মোক বাঁহৰ লেকেচি চাঁচ খু—ব ভাল এডাল বৰশীৰ ডাঁৰি বনাই দিলে, বাৰীৰ পুখুৰীত মাছ মাৰিমগৈ।"

"সইত্ত !" মোক্ষদা জাঙুৰ খাই উঠিল, "বৰশী বাই তই মাছ মাৰিবি ? তই ? ভাল যেনিবা বাপেকৰ সুৱাগীজনী হ'লি, সেই বুলি সাপৰ পাঁচ পাও দেখিলি নে ? মাইকী মানুহে বৰশী বোৱা দেখিছ নে ভু-ভাৰতত ?"

সত্যই তাইৰ জাঁপৰী-চুলীয়া মূৰটো জোকাৰি ক'লে, "আ—হা ! সৰু আইতাৰ কথাৰ চেও কি চাবা ! মাইকী মানুহে মাছ নধৰে ? বৰশী নাবায় ? ৰঙাখুড়ীদেউহঁতে নধৰে ? সেই ঘৰৰ পেহীহঁতে নধৰে ?"

"আঃ, এই গালপোৱাজনীক লৈ মোৰ মৰণ হ'ল আৰু ! সিহঁতে বৰশী বাই মাছ মাৰে— ? সিহঁতে দেখোন গামোচাৰে চোঁচা দি ভেও-ডাঁৰিকনা পুঠি-খলিহনা ধৰে !"

"কি নো হ'ল পিছে !" সত্যাই তাইৰ হাতত থকা মানকচুৰ পাতখিলা বাৰাণ্ডাত কোবাই কোবাই কয়, "গামোচাৰে ধৰিলে জগৰ নালাগে, ছিপেৰে ধৰিলেহে জগৰ। পেন্দুকণা ধৰিলে দোষ নাই, ডাঙৰ মাছ ধৰিলেহে দোষ! তোমালোকৰ এইবোৰ দায়-দোষৰ শাস্তৰ কোনে লিখিছিল কোৱাচোন ?"

"সত্য !" দীনতাৰিণীয়ে কঠুৱা মাতেৰে ক'লে, "পেণ্ডুকণা ছোৱালী —মুখত আখৈ ফুটিছে ! সৰু ননন্দীযে ঠিকেই কৈছে, আনৰ ঘৰলৈ যোৱাৰ পাছতহে এইবাৰ তোৰ চুৱাচৰুৰ দশা হ'ব।"

"উস্ ! কেইটামান প'ইতা ভাত খুজি যিহে লঘু-লাঞ্ছনা হ'লোঁ! ঠিক আছে, তাতকৈ মই আমাৰ ৰান্ধনি ঘৰলৈ যাওঁ। যাওঁ জানো? তাতো আকৌ বৰমাজনী আছে নহয় ! বাটলুগুটি হেন চকুৰ যিহে চাৱনি। তাতকৈ খেঁদিহ'তৰ ঘৰৰপৰা খুজি নিয়াই ভাল !"

"কি ক'লি ! খেঁদিহ'তৰ ঘৰৰ ভাত ? কাইথৰ ঘৰৰপৰা ভাত আনি লেটিপেটি কৰিবি তই ?"

"কৰিছোঁ নেকি কিবা লেটিপেটি ? উঃ। কথাইপতি তোমালোকৰ খালী দোষ আৰু দোষ। বাৰু, মই আমাৰ ৰান্ধনি ঘৰলৈকে যাওঁ। কিন্তু যেতিয়া ইমান মস্ত ডাঙৰ মাছ ধৰিম, চাবা তেতিয়া—।"

এই বুলি কৈ সত্যাই তাইৰ হাতৰ ঢোঁছিৰা দিযা মানকচুৰ পাত খিলা হাতৰপৰা দলিয়াই পেলাই বাৰাণ্ডাৰ সিচুকৰপৰা পোনেই সিটো ৰান্ধনি ঘৰলৈ খোজ ল'লে।

তাত সদায় বিৰাট এক কৰ্মযজ্ঞৰ কাণ্ড চলে দিনে-নিশাই। দিনটোৰ দুটা সাজত দুশ-আঢ়ৈশ খোৱাপাত পৰে তাত।

তাতো এনেকুৱা ওথ ভেঁটিৰ ৰান্ধনি ঘৰ, পিছে পিৰালিত বা বাৰাণ্ডাৰ ওপৰত উঠাত তেনে কোনো বাধা নাই।

সত্য নিৰ্ভযে কালৈকো কেৰেপ নকৰি উঠি গ'ল।

আৰু ইফালে-সিফালে চাই পিৰালিৰ এচুকৰপৰা নাৰিকলৰ কোৰোকা এটা বুটলি আনি ৰান্ধনিঘৰৰ দুৱাৰমুখত থিয় হৈ সাহসৰে সৈতে মাত লগালে ঃ

"বৰমা !"

## চাৰি

গোটেই দিন বতৰটো গপগপীয়া হৈ থকাৰ পাছত এজাক চেঁচা বতাহ মাৰিলে। গা জুৰ পৰিল কিন্তু মনটো জোকাৰি গ'ল। সময়ছোৱা বেল্লা, চ'তৰ শেষ। ঈশান কোণত ডাৱৰে ওন্দোলাই আহিছে, তাৰ ক'লীয়া ছায়াই আকাশৰ আধাখিনিক যেন ওৰণি পিন্ধালেই। যেনিবা এটা দুৰন্ত দৈতাই হঠাৎ পৃথিৱীৰ ওপৰত জঁপিয়াই পৰাৰ আগমুহূর্তত দপদপাই ফুৰিছে। পথাৰে-সমাৰে বাটে-ঘাটে খালে-পুখুৰীতে যি য'তে বাহিৰত আছিল, বাৰে বাৰে আকাশৰ পিনে চাই চাই হাতৰ কামখিনি খৰধৰকৈ শেষ কৰিবলৈ ধৰিলে। আৰু বতাহৰ বুকুত চৌ তুলি গাঁওখনৰ ইমুৰৰপৰা সিমুৰলৈকে বিয়পি পৰিল এটা নাকী সুৰৰ ধুৱা। সেই সুৰ মাজে-সময়ে চৰিছে, আৰু মাজে মাজে খাদলৈ নামি আহিছে। তাৰ ভাষা হ'ল—"বুধী আঁ—হু! সুন্দৰী আঁ—হু! মুংলী আঁ—হু! লখিমী আঁ—হু!"

ধুমুহাৰ আশংকাত ঘৰচীয়া অমাত জীৱবোৰক চৰণীয়া পথাৰৰপৰা গোহালিলৈ উভতি আহিবলৈ আহ্বান জনোৱা হৈছে।

ধুমুহাৰ আগ মুহূর্তত নাইবা গধূলিৰ আগে আগে যেতিয়া গৰুবোৰক মতা হয়, তেতিয়া নাকীসুৰেৰে মতা হয় কিয়—সত্যৱতীয়ে ক'ব নোৱাৰে। তাই মাত্র জানে—এযে নিয়ম। অৱশ্যে তেনেকৈ মতাহঁতেই বা আঠ বছৰীয়া সত্যৱতীতকৈ বেছি কিটো জানে? সিহঁতেও বুজন হোৱাৰেপৰা দেখি আহিছে যে সাঁজ লগাৰ আগতে গৰুবোৰক ঘৰলৈ উভতি আহিবলৈ আকাশ-বতাহ কঁপাই যি আহ্বান জনোৱা হয়, সেই আহ্বানৰ সুৰ সানুনাসিক। কোনে জানে, কোনোবা একালত কোনোবা 'বৰপ্রাপ্ত' গৰুৱে মানুহৰ ভাষা শিকি, মানুহৰ ওচৰত তাৰ পচন্দ-অপচন্দৰ কথা জনাইছিল নেকি। কৈছিল নেকি যে 'এই নাকেৰে মতা মাতটোৰেই আমি ভাল পাও"।

আপাততঃ এই অমাত জীৱবোৰে এই মাত শুনি সচকিত হৈ দ্রুতগতিৰে গোহালিমুৱা হৈছে। সিহঁতেও মূৰ তুলি আকাশখনক একো একোবাৰকৈ চাই লৈছে।

সত্যৱতী খবৰ এটা লৈ খৰখুজীয়াকৈ বানার্জি চুকৰপৰা আহি আছিল। তথাপি কাষতে নাকী সুৰৰ মাত শুনি অভ্যাস মতে চিঞৰ ধৰিলেঃ শ্যামলী আঁ—হু! ধৱলী আঁ—আঁ—হু!

আমনি বাৰীৰ কাষেদি ৰামকালী ৰাযচৌধুৰীৰপৰা আহি আছিল খোজ কাঢ়ি। দোলাখন ৰাযচৌধুৰীকতে থৈ আহিবলগীয়া হৈছে। গ্ৰাম-বৃদ্ধ ৰায ডাঙৰীযাৰ যোৱা-থোৱা অৱস্থা, এই খবৰ পাযেই ৰামকালী গৈছিল তেওঁক চাবলৈ। নাড়ীৰ অৱস্থা চাই-চিন্তি তেওঁ ৰায ডাঙৰীযালৈ গংগাযাত্ৰাৰ ব্যৱস্থা দিলে, আৰু ব্যৱস্থা দিয়েই পৰিল বিপাকত।

ৰায ডাঙৰীয়াৰ দুযোজন পুতেকেই এতিযা সিপুৰীত, আছে তিনিজন নাতিযেক। কিন্তু দোলা ভাৰা কাৰ চাৰিটাকৈ দোলাভাৰীক মজুৰী দি জা-জলপান খুৱাই ককাকৰ গংগাযাত্ৰা কৰোৱাৰ পৰা অৱস্থা সিহঁতৰ নাছিল। অথচ—এনেহেন নিষ্ঠাৱন্ত সদাচাৰী প্ৰাচীন মানুহজন ঘৰতে লেকাত লাগি মৰিব লাগিব? এই কথাটোৱেই বা চকুৰ আগতে দেখি থাকি সহ্য কৰা যায় কেনেকৈ? আৰু লৈ যাবলৈ হ'লে ত্ৰিবেণীৰ গংগাযেই উত্তম। 'গংগাযাত্ৰা'ৰ ঘোষণা শুনিযেই ৰায় ডাঙৰীয়াৰ নাতিযেককেইজনে ইজনে সিজনৰ মুখলৈ চোৱাচুই কৰাৰ লগে লগে ৰামকালীযে ক'বলগীয়া হ'ল: "দোলাৰ বাবে চিন্তা নকৰিবা, ৰায়খুড়া মোৰ দোলাতেই যাব।"

নাতিহঁতে অস্ফুট কণ্ঠেৰে ক'লে, "আপুনি বেমাৰী চাবলৈ দূৰ দূৰণিলৈ যাবলগীয়া হয, দোলাখন আমাক দি থৈ গ'লে—"

ৰামকালীযে গহীনভাৱে হাঁহিলে আৰু ক'লে, "তেনেহ'লে ককাৰক কান্ধতে তুলি লৈ যোৱা। যোগ্যবান তিনিজন নাতি আছা যিস্থলত—!"

বযোজ্যেষ্ঠৰ পৰিহাস-বাক্য শুনি হাঁহি উঠাৰ দৰে অশিষ্ট কথা অৱশ্যে ভাবিবই নোৱাৰি, কাজে কাজেই তিনিওজনেই ডিঙি খজুৱাবলৈ ধৰিলে। আৰু তাৰ পাছত তিনিওৰে মাজৰ ডাঙৰজনে সাহসত ভৰ দি কওঁ-নকওঁকৈ কৈ পেলালে, "ভাবি আছিলোঁ গৰু গাড়ীত উঠাই—"

"ভবাটো বৰ উচিত কাৰ্য হোৱা নাই বোপা।" ৰামকালীযে ক'লে, "গৰুগাড়ীৰে লৈ গ'লে এই বিৰানৈব বছৰীয়া জীৰ্ণ পিঞ্জৰাটো প্ৰাণপখীৰে সৈতে গংগা পাবগৈ নে? প্ৰাণপখী সজা এৰি ভুৰংকৰে উৰি যাবগৈ। বোপা, ময়ো তেওঁৰ সন্তানতুল্য, সংকোচ কৰিবলগীয়া একো নাই। আৰু যি কৰা খৰধৰকৈ কৰা, কোতিয়া কি হয় ক'ব নোৱাৰি।"

ৰায় ডাঙৰীয়াৰ চকুযুৰিৰপৰা দুটোপাল পানী ওলাই আহিল। তেওঁ সিৰবহুল শীৰ্ণ হাতখন আশীৰ্বাদ দিয়াৰ ভংগীৰে দাঙি ক'লে, "জয়ন্তু!"

বাহিৰলৈ ওলাই আহি ৰামকালীয়ে দোলাভাৰী কেইজনক নিৰ্দেশ দিলে, "দোলাখন আৰু কঢ়িয়াই নি লাভ নাই, ইয়াতে থাকক, তহঁত ঘৰলৈ যাগৈ। উপাৰ্জ্জ পুৰাতে এইখিনি ওলাবিহ। আৰু হোঁ, ঘৰৰপৰা কাইলৈৰ দিনটোৰ জোখাৰে জা-জলপান লৈ আহিবি বুজিছ? আৰু শুন—ইয়াত এতিয়া কিবা কৰিবলগীয়া আছে নেকি চা। মই ঘৰলৈ যাওঁগৈ।"

ৰামকালীয়ে খৰকৈ খোজ লৈছিল, কিয়নো বাটলৈ ওলায়েই দেখিছিল ঈশান কোণত মেঘে ওন্দোলাই আহিছে। দোলাত উঠি ৰোগী চাবলৈ যায় বুলি ৰামকালী খোজ কঢ়াত অনভ্যস্ত নহয়। সদায় ব্ৰাহ্ম মুহূৰ্ততে শয্যাত্যাগ কৰি, প্ৰাতঃকৃত্য সমাপন কৰি দুই ক্ৰোশ মান বাট কোবাই অহাটো তেওঁৰ নিত্যকৰ্মৰ প্ৰথম কৰ্ম। পিছে হয়, ৰোগীৰ ঘৰলৈ যোৱাৰ কথা বেলেগ, তাত মান মৰ্য্যাদাৰ প্ৰশ্ন আছে। বাট চমুবাবলৈ বাৰীৰ মাজেদি বাট লৈছিল, কিন্তু আম বাৰীৰ ওচৰ পাওঁতে-নোপাওঁতেই সৰাপাত আৰু ধূলিৰ ধুমুহা উঠিল। খৰধৰকৈ আমনিৰ মাজৰপৰা তেওঁ কাষলৈ আহিল আৰু অহাৰ লগে লগেই থমকি থিয় দিলে।

কাৰ মাত? সত্যৰ নহয় নে? ওঁ, সত্যৰ মাতেই যেন লাগিছে।

যদিও ধুমুহাৰ সোঁসোঁৱনিৰ শব্দৰ বিপৰীতে সেই শব্দ হোৱাত বুজিবলৈ অলপ সময় লৈছিল, তথাপি অতি সামান্য সময়। আৰু গাই দুজনীৰ নামো জানে তেওঁ। শ্যামলী ধবলী ৰামকালীৰ ঘৰৰে গাই দুজনী। গৰু গাই অবশ্যে চাটাৰ্জিহঁতৰো এগোহালি আছে, কিন্তু এই গাই দুজনী বিশেষ সুলক্ষণযুক্ত হোৱা বাবে ৰামকালীৰ বৰ মৰমৰ। সময় পালেই ৰামকালীয়ে নিজ হাতেৰে গাই দুজনীক ঘাঁহ খুৱায়, গাত হাত ফুৰাই মৰম কৰে। ঘৰৰ কুমাৰী ছোৱালীহঁতে শ্যামলী-ধবলীক লৈয়েই 'গোকল ব্ৰত' কৰে, আৰু মোক্ষদাই এই দুজনীৰপৰা সংগৃহীত গোময়েৰেই সম্যক বিশুদ্ধতা ৰক্ষা কৰি চলে।

কাণ থিয় কৰি ধ্বনিৰ মূল উৎস অনুমান কৰি ল'লে ৰামকালীয়ে, তাৰ পাছত খৰকৈ খোজ পেলাই জীয়েকক গৰা মাৰি ধৰিলেগৈ। সত্যৱতীয়ে তেতিয়া ধূল-মাকতিৰ পৰা চকুযুৰি ৰক্ষা কৰিবলৈ আঁচলৰ চুক এটা দুয়োখন হাতেৰে মুখৰ আগত দাঙি ধৰি লৰ ধৰিছিল।

"যাব ক'লৈ?"

গলগলীয়া মাতেৰে ৰামকালীয়ে সুধিলে।

চঁক খাই উঠি মুখৰপৰা আঁচলটো আঁতৰাই সত্যৱতী ঠৰ লাগিল।

যদিও সকলোৱেই সত্যৱতীক 'বাপ-সুবাগী' বুলি আখ্যা দিয়ে আৰু সঁচাকৈয়ে সত্যবতী ৰামকালীৰ বিশেষ আলাসৰ লাড়ু,—আৰু 'সুলক্ষণীয়া' ছোৱালী বুলি ৰামকালীয়ে ভিতৰি ভিতৰি তাইক অলপ সমীহো নকৰা নহয়, সেই বুলি দেখদেখকৈ আত্যন্তিক আদৰ-সাদৰৰো অতিচাৰ নাই। গতিকে দেউতাকৰ মাত শুনিয়েই সত্যৱতীৰ 'হৈ গ'ল'।

ৰামকালীয়ে আকৌ এবাৰ সুধিলে, "এই গধূলিখন অকলশৰে গৈছিলি ক'লৈ?"

সত্যৱতীয়ে ক্ষীণ কণ্ঠেৰে ক'লে, "সৰু পেহীৰ ঘৰলৈ।"

সত্যব্ৰতীয়ে—যাক সৰু পেহী বুলি আখ্যা দিলে, তেওঁ হ'ল ৰামকালীৰ খুৰাকৰ ছোৱালী, এইখন গাঁৱতে শহুৰৰ ঘৰ। এই গাঁৱতে থাকে।

ৰামকালীয়ে ভুৰু কোঁচাই ক'লে, "ইমান দূৰলৈ অকলশৰে যোৱাৰ কি দৰকাৰ আছিল? লগত কোনো নাই কিয়?"

এইবাবেই সত্যব্ৰতীৰ 'বাপ-সুৱাগী' আখ্যা। চৰ নহয়, চাপৰ নহয়, আনকি এটা কাণমলাও নহয়। মাত্ৰ অলপ কৈফিয়ৎ তলপ।

এইবাৰ সত্যব্ৰতীয়ে আশয় পাই ক'লে, "নাই, অকলশৰে নাই অহা নহয়, পুণ্যপেহী আৰু নেড়ু আছিল লগত। তা'পাছত তোমাক মাতিবলৈহে মই দৌৰি দৌৰি আহিছিলোঁ।"

"মোক? মোক মাতিবলৈ?" ৰামকালীয়ে ভুৰু কোচাই সুধিলে, "কেলেই? মোক কিয় লাগে?"

এইবাৰ সত্যব্ৰতীয়ে বাপেকৰ মন পাই পূৰ্ণ সাহসৰে সৈতে ক'লে, "জটাদাদাৰ ঘৈণীয়েকৰ যে যোৱাথোৱা অৱস্থা! সাৰ-সিকতি নোহোৱা হৈছে নহয়? সেই দেখি সৰু পেহীয়ে কান্দি কান্দি ক'লে, 'সইত্ত, যাচোন যা, এবাৰ মাজুদাদাক য'তে পাৱ মাতি আনগৈ যা'। মই ৰাযচুকলৈ গৈ তুমি এইমাত্ৰ ওলাই অহা বুলি গম পালোঁ।"

"আকৌ ৰায়চুকলৈকো গৈছিলি? ঔফ! বিপদতে পৰিলোঁ দেখিছোঁ। জটাৰ ঘৈণীয়েকৰ আকৌ হঠাৎ কি হ'ল যে হুচ নোহোৱা হৈছে?"

"নোহোৱা হৈছে মানে—" সত্যাই দুগুণ উৎসাহৰে ক'লে, "নায়েই। সৰু পেহীয়ে চিঞৰ-বাখৰ লগাইছে, হিয়া ঢাকুৰি কান্দিছে, আৰু গাঁৰু-বিছনা সকলো এফলীয়া কৰিছে।"

"এঃ! কি যে আৰু কৰ! ব'লচোন চাই আহোঁ গৈ।" ৰামকালীয়ে ক'লে, "ধুমুহা আহিলেই, এতিয়াই বৰষুণো দিব। হৈছিল নো কি?"

"একো নাই হোৱা। সৰু পেহীয়ে ক'লে যে, ৰন্ধা-বঢ়া সামৰি-সুতৰি জটাদাদাৰ ঘৈণীয়েকে খাবলৈ বহিছিলহে মাত্ৰ, তেনেতে জটাদাই তামোল খুজিলে। জটাদাদাৰ ঘৈণীয়েকে ক'লে, 'তামোল নাই—আনিব লাগিব,' বছ, উঠিল খং মহাৰাজৰ। দিলে পিঠিৰ ওপৰত ওপৰা-উপৰিকৈ থিয় গোৰ শোধাই। আৰু নবৌজনী ভাতৰ কাহীত মুখ থেকেচা খাই—" হঠাৎ সত্যব্ৰতীয়ে খিকখিকাই হাঁহি দিলে।

"হাঁহিছ কিয়?"

ধমক দিলে ৰামকালীয়ে। বিৰক্তও হ'ল। কেনে অসভ্য হৈছে এইজনী! হুঁহাবো জানো সময়-অসময় নাই?

ক'লে, "মানুহ মৰিবলৈ ওলোৱা দেখি হাঁহিব লাগে নেকি? এই শিক্ষা-দীক্ষা হ'ল?"

সত্যৱতীৰ হাঁহি ওলাই গৈছিলহে, এতিয়া দেউতাকৰ ধমক খাই মুখখন মোলান পেলাবলৈ চেষ্টা কৰি ক'লে, "সৰু পেহীয়ে কৈছিল, গোৰ খোৱাৰ লগে লগেই ৰঙালাওটোৰ দৰে বাগৰি বাৰাণ্ডাৰপৰা চোতালত পৰিল গৈ।" বহু কষ্টেৰে আকৌ ওলাই আহিব খোজা হাঁহিটো চেপি ৰাখি সত্যৱতীয়ে ক'লে, "জটাদাদাৰ ঘৈণীয়েকে এদ'মমান ভাত খায়, নহয়নে দেউতা? সেয়েহে ইমান ভোটোকাজনী!"

"আ—ঃ!" বুলি বিৰক্তি প্ৰকাশ কৰি ৰামকালী খৰকৈ আগবাঢ়ি গ'ল।

খোজ কঢ়াত সত্যৱতীও পৰিমৰা নহয়। তাযো দেউতাকৰ সৈতে সমানে আগবাঢ়িবলৈ ধৰিলে।

জটাৰ ঘৈণীযেকৰ কথা ভাবি যিমানেই সহানুভূতি নোপজক, জটাৰ ব্যৱহাৰত ৰামকালী মনে মনে অত্যন্ত বিৰক্ত হ'ল। এই ধুতকপলীয়া বামুণৰ ঘৰৰ গৰু, পেটত 'ক' আখৰৰ আঁচ এটাও নাই, ইপিনে গাঁজা-ভাং চবতে ওস্তাদ। আকৌ বংশত নথকা বিদ্যা পাইছে, ঘৈণীৰ ওপৰত বৰমতা ওলাইছে। 'জটা' 'ফটা'ৰ বাপেক দেখোন এনেকুৱা নাছিল। বৰঞ্চ ৰামকালীৰ গুণবতী ভনীযেকজনীযেহে মানুহজনক গোটেই জীৱন জ্বলাই-পুৰি মাৰিছিল।

ক'ত কেনেকৈ লাগিল, সঁচায়ে যদি মৰি থাকে, দস্তুৰমত আহ্নকালত পৰিব লাগিব। সত্যবতীৰ কথা পাহৰি ৰামকালীয়ে আৰু খৰকৈ খোজ দিবলৈ ধৰিলে। এইবাৰ সত্যৱতীযে দৌৰিবলৈ ধৰিলে। তথাপি হাৰ নামানে তাই!

চকুযুৰি ঢেলুকা-ঢেলুক লাগি স্থিৰ হৈ গ'ল, মুখৰপৰা ফেন ওলাইছিল, এতিয়া সেই ফেন শুকাই যাবলৈ ধৰিছে। ভৰি-হাত শিল যেন চেঁচা।

আৰু সন্দেহৰ থল নাই, সকলো লক্ষণ স্পষ্ট। ইতিমধ্যে তুলসীতলত শোৱাই থোৱা হ'লেই। অৱশ্যে কষ্ট কৰি ঘৰৰপৰা কাঢ়িয়াই আনিব লগা হোৱা নাছিল, গোৰ খাই তুলসীতলৰ পোনে পোনে বাগৰি পৰিছিলহি চোতালত। কথা বুলিলে বতাহ—ধন্তেকতে গোটেই চুবুৰিতে সম্বাদ বিয়পি পৰিল আৰু আসন্ন ধুমুহাৰ আশংকা তুচ্ছ কৰি চুবুৰীৰ বৰ্তমানে তিৰোতা আছিল সকলো আহি তাত জুম বান্ধিলেহি।

বিষয়টো তো কম ৰহইচৰ নহয়, দৈনন্দিন বৈচিত্ৰ্যশূন্য জীৱন-নাটৰ মাজত এনেহেন উত্তেজক দৃশ্য এটা দৰ্শনৰ সৌভাগ্য জীৱনত কেইবাৰ আহিব?

পোনতে ভাত গোটখোৱা সকলোৰে মাজত এটা চেপা উত্তেজনাই বাহ ল'লে, এটা আলোড়নৰ সৃষ্টি হ'ল, "জটাই বোলে ঘৈণীয়েকজনীক একেবাৰে শেষেই কৰিলে!"

তাৰ পাছতে 'হায়-হায়'।

জটাৰ সম্পৰ্কে কৰা মন্তব্যবোৰ এতিয়া আৰু জটাৰ মাকে শুনা-নুশুনাৰ দৰে কোনেও মনেই নকৰা হ'ল। বৰঞ্চ এই ছেগতে কাণত পৰাকৈয়ে কোৱা হ'ল। কিয়নো, স্পষ্ট কথা কোৱাৰ এনে সুযোগেইবা কাৰ জীৱনত কেইবাৰ দেখা দিয়ে ?

"সঁচাই শেষ হৈ গ'ল, নহয় ? চেঃ চেঃ চেঃ—এনে অসুৰ ল'ৰা এটা হ'ব পায নে ! কথাত বোলে—শুনিযোক স্বামী 'মন্দভাগী' আমি সহিবো কত নিকাৰ ! এচ এচ্ এচ্—কচ্মীয়ে ধইনন সন্তানৰ গৰ্ভধাৰণ কৰিছিল। বাৰু জটানো এংকুবা গোঁৱাৰ হ'ল বা কেনেকৈ' ? ইহঁতৰ বাপেকীটো হওঁতে চলা জনা পুৰুষেই আছিল।" "তুমি আৰু কটা ঘাত চেঙা তেল নিদিবাচোন ননন্দী, বোলো এতিয়া কোবাচোন গভ ভধাৰিণীজনী বা কেনে ?" "এযা হ'ল খোলৰ গুণ।" "এস এস্ ! ইমান মৰমিযাল নিমাতী কন্যাহেন বোৱাৰীজনী, মাক-বাপেকৰ চকুৰ পুতলীক অপহৃতা-অসুৰাই অপঘাতে মাৰিলে ! এচ এচ এচ্ !" এনেবোৰ টেপৰ-ঠুকা দিয়া আলোচনা চলি থাকিল। এজনী মাইকী-মানুহৰ কাৰণে ইযাতকৈ আৰু কিমান বেছি সহানুভূতি আশা কৰিব পাৰ ?

প্ৰতিবেশিনীসকলৰ আক্ষেপোক্তিবোৰ জটাৰ মাকে নীৰবে সহিবলৈ বাধ্য হৈছিল। কিযনো আজি তেওঁ বৰ ফাপৰত পৰিছে। সেযেহে সকলো মন্তব্য যাতে তল পৰে তাৰ বাবে মৰ্মভেদী হৃদযবিদাৰক ভাষাৰে ইনাই-বিনাই হিয়া ঢাকুৰিযাই ৰাউচি জুৰিলে তেওঁ।

জটাহঁতৰ ঘৰৰ কাষ নোপাওঁতেই ৰামকালীৰ কাণত পৰিল তেওঁৰ খুৰাকৰ নুমলীয়া ছোৱালীজনীৰ সেই বুকুভঙা ইনানি-বিনানি : 'অ' মোৰ আই ঐ—মোৰ ঘৰৰে লখিমী এ—আজি ঘৰ-ঘৰোৱাহে এৰি থৈ ক'লৈ গ'ল ঐ। হায়—সোণৰ পুতলীক বিসযান দি থৈ আহি মই কো—ন স'তে নো জীযাই থাকিম ঐ ! হেৰ' জটা ঐ—তই নগৰত ভৰি নিদিওঁতেই তোৰ বজাৰত জুই লাগিল ঐ !"

সত্যব্ৰতীয়ে ক'লে, "এস ! সৰ্বনাশ হৈ গ'ল !"

দ্ৰুত পদক্ষেপ হঠাৎ স্তিমিত হ'ল, ভুৰুযোৰ এবাৰ কোঁচালে ৰামকালীয়ে। হ'ক, তেনেহ'লে তো হৈয়েই গ'ল। তেওঁ গৈ আৰু নো কৰিব কি ? এতিয়া জটা দুৰ্কপলীযাটোৰ কপালত কিমান দুৰ্গতি আছে কোনে জানে।

হঠাৎ এটা গগনফলা বিকট চিঞৰ ভাহি আহিল বোধ হয ফিনিশিং টাচ্। "অ' মোৰ গোসাঁই ঐ, মোৰ কি যে সৰ্বনাশ হ'ল ঐ ! কেনে বংশ চাই বোৱাৰী আনিছিলো ঐ—!"

ৰামকালীয়ে আগুৱাই আহি দুৱাৰমুখ পাযেই হঠাৎ ঘূৰি থিয় হৈ ক'লে, "হ'ক, সঁচায়ে শেষ হৈ গ'ল তেন্তে ! সত্য, তই ঘৰলৈ যাগৈ যা।"

সত্যৱতী ঠৰ লাগিল। "ঘৰলৈ! অকলে ?"

"অকলে কেলেই ? নেড়ু আৰু পুণ্য আহিছিল বুলি কৈছিলি নহয় ?"

সত্যবতীয়ে ভয়ে ভয়ে ক'লে, "আহিছিল—হয়—পিছে এতিয়া জানো সিহঁত যাব ?"

"নাযায় মানে ? সিহঁতৰ ভেল যাব। সিহঁত ক'ত আছে চাচোন চা। মই তো আক'—ইহঁতৰ ফালেও কিবাকিবি কৰিব লাগিব নহয় ?"

কৈফিয়ৎ দি ৰামকালীয়ে কদাপি কাকো কথা নকয়, কিন্তু সত্যাৰ বেলিকা ৰামকালী কিঞ্চিৎ সহজ।

সত্যবতী এখুজি দুখুজিকৈ আগবাঢ়ি গৈ এবাৰ পেহীৰ চোতালত থিয় হ'ল গৈ ইফালে-সিফালে চাই নেড়ু-পুণ্য কাকো দেখা নাপাই ঘূৰি আহি বিমৰিষভাবে দেউতাকব ক'লে, "সিহঁতক দেখা নাপালোঁ দেখোন।"

"কিয় ? গ'ল ক'লৈ সিহঁত ?"

"ক'ব নোবাৰোঁ।" সত্যাই লাহে-ধীৰে সাহস গোটাই প্ৰাণৰ কথাটো কৈ পেলালে, "দেউতা, তুমি দেখোন মৰা মানুহকো বচাব পাৰা!"

'মৰা বচাব পাৰোঁ ? ধেৎ পাগলী!"

সত্যাৰ মুখ ক'লা পৰিল, ক'লে, "কিন্তু লোকে কয় যে— ?"

"লোকে কয় ? কি কয় ?" অন্যমনস্ক ভাৱে জীয়েকৰ কথাৰ উত্তৰ দি ৰামকালীয়ে ইফালে-সিফালে চাবলৈ ধৰিলে- জানোচা কোনোবা এটা মতা মানুহৰ মুখ চকুত পৰে। আহিলেই যে।তয়া, দায়িত্ব এৰি গুচি যাব তো নোবাৰে। জটাহঁতৰ বাঁহানত যদি সিমান বাঁহ নাই, ৰামকালীৰ বাঁহনিৰ পৰাই বাঁহ কাটি আনিবলৈ ক'ব।

কিন্তু ক'তা ? ক'তো কোনো নাই দেখোন! ঘৰৰ ভিতৰত বাৰেভচহু কথা ওলাইছে, কিন্তু বাহিৰত শূন্য। স্তব্ধ।

ভালৰ ভিতৰত আকাশখন হঠাৎ মেঘ আঁতৰি গৈ ফৰকাল হৈ পৰিছে, আৰু বুজা গৈছে যে সন্ধিয়া লাগিবলৈ এতিয়াও সময় আছে।

হঠাতে সত্যৱতীয়ে অসমসাহসিক কাণ্ড এটা কৰিলে। তাই দেউতাকৰ হাত দুখন তাইৰ হাত দুখনেৰে খামুচি ধৰি বুদ্ধ কণ্ঠেৰে ক'লে, "মানুহে কয় যে—কবিৰাজ ডাঙৰীয়াই মৰা মানুহকো জীয়াই তুলিব পাৰে। দিয়ানা দেউতা অলপমান দৰব—জটাদাদাৰ ঘৈণীয়েকক!"

এই অবোধ বিশ্বাসৰ আগত থতমত খাই ৰামকালীয়ে হঠাৎ বৰ অসহায় যেন অনুভব কৰিলে। সেই দেখি ডাবি-ধৰ্মাক দিয়াৰ পৰিবৰ্তে তেওঁ মুৰ জোকাৰি ক'লে, "মানুহে ভুল কয় আই! মই একোৰেই নোৱাৰোঁ। মিছা অহংকাৰেৰে কেতবোৰ শিপা-মূলে ছাল-বাকলি লৈ জৰাফুকা কৰোঁ, আৰু মানুহক বঞ্চনা কৰোঁ।"

সত্যব্ৰতীয়ে এই কথাৰ আঁত বিচাৰি নাপালে, পোৱাৰ কথাও নহয়, তাই ইমানকে বুজিলে যে এয়া দেউতাকৰ খঙৰ ভমক। কিন্তু তায়ো ইমানতে আধ্যা পেলোৱা ভকতনী নহয়। নেৰে তায়ো। কপালত যি আছে থাকক, দেউতাই লাখুটিৰে কোবায় যদিও কোবাওক তথাপি সত্যৰ চেষ্টাত যদি জটাদাদাৰ ঘৈণীয়েকে পুনৰ জীৱন ঘুৰাই পায়! তাই চকু মুদি দেউতাকৰ গাত থকা চাদৰখনত টান মাৰি ক'লে, "তোমাৰ ভৰিত ধৰিছোঁ দেউতা, মোৰে শপত—এই জনমটোৰ বাবে অলপ কিবা এটা দৰব দিয়ানা। আমাৰ নবৌজনী বিনা চিকিচ্ছাতে মৰিবনে দেউতা?"

মৰাৰ পাছত যে আৰু চিকিৎসা নচলে, এই কথা ৰামকালীয়ে আৰু জীয়েকক বুজাই ক'ব নোৱাৰিলে। কেৱল এটা হুমুনিয়াহ কাঢ়ি আকৌ ঘূৰি থিয় হৈ ক'লে, "ব'লা চাওঁগৈ।"

জমি উঠা নাটকৰ মাজভাগতে যেন হঠাৎ আঁৰ কাপোৰ খহি পৰিল। কবিৰাজ ডাঙৰীয়াৰ গলহেকাৰি নহয় নে? ওঁ, হয়।

বিশাল বপু সুকান্তি পুৰুষ দুৱাৰমুখত থিয় হৈ আছে।

লগে লগে সত্যৰ শণাইত মাত জনজনাই বাজি উঠিল, "দেউতাই কৈছে, ভিৰ পাতলাব লাগিব।"

চুবুৰিৰ মহিলাসকল মূৰত ওৰণি লৈ মনে মনে থিয় হৈ থাকিল। কেৱল জটাৰ মাকে চেঙালুটি পাৰি উঠিল: "অ' মাজুদাদা—মোৰ জটা আজি হতচিৰি হ'ল ঐ মাজু—"

"মনে মনে থাক!" যেনিবা এটা বাঘে গুজৰি উঠিল, "তোৰ জটা হতচিৰি হোৱা নাছিল কাহানি? একেকোবে শেষ কৰিলে নে?"

ভিৰ পাতলিল। কবিৰাজ ডাঙৰীয়াই ভাগিন-বোৱাৰীৰ কাষ চাপি গৈও যিমান দূৰ সম্ভৱ স্পৰ্শদোষ বচাই দোঁ খাই দুই আঙুলিৰে নাড়ীত টিপা মাৰি ধৰিলে, আৰু মুহূৰ্তমানৰ পাছতে উচপ খাই উঠিল।

বহু চব ৰং-তামাচা ফাকতি-ফুকুতাৰ তলা ওলাল!

নাটকৰ মাথোন এটা দৃশ্যয়েই প্ৰথম নহ'ল, গোটেই নাটকখনেই খতম। 'বহুবাৰম্ভে লঘুক্ৰিয়া'ৰ এনে উদাহৰণ আৰু কাহানিও কোনেও দেখিছিল বা শুনিছিল নে? জটাৰ ঘৈণীয়েকৰ এই আচৰণ যেন নিৰ্লজ্জতাৰ চূড়ান্ত, ক্ষমাৰ অযোগ্য। ছি ছি, মাইকী মানুহৰ প্ৰাণ বুলিও ইমান কাঠ-কঠিন পৰমায়ু হ'ব লাগেনে? যি কি নহওক, এইজনীৰ কপালত যে অশেষ দুখ আছে সেই বিষয়ে কাৰো মতভেদ নাথাকিল। মৰাৰ পাছত তুলসী তলত মৰ-ঠেং দি পৰি থাকি আকৌ চাৰিদণ্ডৰ পাছতে যবত শোৱেঁতে, [illegible]

এবাটি তপত গাখীৰ খায়, এনেহেন মাইকী মানুহৰ খবৰ ইয়াৰ আগতে অন্ততঃ এওঁলোকৰ কোনেও কাহানিও পোৱা নাই ।

"ছি ছিঃ, কি লাজৰ কথা ! মতা মানুহৰ জীয়ৰ হোৱাহেঁতেন সেই অকণমান মকৰধ্বজ জিভাত দিয়াৰ লগে লগেই চকু মুদ খালেহেঁতেন ।" "কিন্তুক যিয়েই নকৰ কিয়—জটাৰ ঘৈণীয়েকে ভাল খেলখন দেখুৱালে !" "এইবাৰ কেঁচাই-খাতী-ৰাক্ষসী শাহুৰ হাতত পৰি যিহে নাকনি-কাননিখন তাইৰ হ'ব—পাপিনী শাহুৱেকজনীৰ আজি কম অমান্য হ'লনে ?" "যিয়েই নোকোৱা লাগিলে—তুলসীৰ গুৰিৰপৰা ইমান পট্‌কৈ ঘৰলৈ নিয়াটো বৰ ভাল কথা নহ'ল, কিবা এটা অংগ পৰাচিত-টৰাচিত কৰা কৰ্ত্তব্য নাছিলনে বাৰু ?"—"সঁচাসঁচিকৈয়েই তাই মৰিছিল নে সঠং জুৰিছিল নে দেওভূতহে লম্ভিছিল তাইৰ গাত ! মোৰ সন্দেহ হৈছে দে !" "তই ৰচোন সাঁজ-সন্ধিযা অকলে অকলে ঘাটে-বাটে যাওঁ, ভাবিলেও গা চিৰ্কোহি মাৰি উঠিব ।" "ইযাৰ চকু দুটাৰ চাৱনিলৈ চাই মোৰ কেনেবা কেনেবা যেনহে লাগিছিল ।" "নহয় নহয, সেইবোৰ একো নহয, কবিৰাজ খুড়াই ক'লেই নহয় যে হঠাতে গোৰটো খাই মিৰ্বিকি নে কিবা বেমাৰত মূছৰ্ছ গৈছিল বুলি ?" "শাহুৱেকে বাৰু খুলি খুলি খাওকেই, জটাটোৰপৰা কোমল মাত এষাৰ পোৱাহেঁতেন তাই এবেগেতলৈ ৰক্ষা পৰিলহেঁতেন । কিন্তু শাহুৱেক যদি বাঘেৰে, গিৰিয়েক তেৰেৰে । উঠোঁতে-বহোঁতে মাগুৰ কচা নিদিলে সেই জহনীত যোবাটোৰ পেটৰ ভাত হজমেই নহয় নহয় ?"

"হবাৰু—ব'ল ব'ল আৰু, ছিণ্টি-সংসাৰৰ কাম-বন কাতি কৰি থৈ আহিছোঁ, সময়ৰ এক শৰ অসময়ৰ দহ—মিছাতে সময় নষ্ট হ'ল ।' "জটাৰ মাকৰ অতপালিখন দেখিলিনে ? যেন বোৱাৰীজনী মৰাত তাইৰ মূৰৰ ওপৰত বজ্ৰ পৰিছিল—বুকু জুৰাবৰ ঠাই নোহোৱা হৈছিলহে যেনিবা !"-- "হয় হয় —দেখাত আৰু একো বাকী নাই বুইছ ? তাই এতিয়া হায়ে-বিয়ে কৰিছে বোৱাৰীজনীযে পুনৰ জীৱন ঘূৰাই পালে বুলিহে । তাইৰ আশাৰ মুখত ছাই পৰিল । ভাবিছিল যে তাইৰ পুতেকটো 'আইগামান' হ'ল । আকৌ তাৰ বিয়া এখন পাতি দান-সামগ্ৰী গহনা-গাঠৰি কোচোনাৰে চপাব !"

বাক্যৰ অবাধ সোঁত ।

বাটে-ঘাটে, নিজা নিজা ঘৰৰ চোহদত বাক্যৰ বৃন্দাবন বহে । ইমান তাণ্ডৱ তপতে তপত ঘটনাটোক ইমান সহজে জুৰ পেলোৱাৰ ইচ্ছা কাৰোৱেই নাই । জটাৰ মাকক 'এথেকেচা' দিয়াৰ এই সোণালী সুযোগ পায়ো হেৰুৱালে এওঁলোকে । আৰু সেই কাৰণে, জটাৰ ঘৈণীয়েকৰ ওপৰত কোনেও প্ৰসন্ন হ'ব পৰা নাই, তাই যেন সকলোকে আচুৰা ভাঁৰিলে । পিয়াতি খুৰী শাহুৱেকে খবৰটো পোৱামাত্ৰেই আঁচলৰ তলত লুকুৱাই কোনেও নেদেখাকৈ

আলতা আৰু সেন্দুৰ লৈ আহিছিল, যাতে শাঁখে-সেন্দুৰে যোৱাজনীৰ কপালত প্ৰথমে সেন্দুৰ লেপি দিয়াৰ ফিতাহি মাৰিব পাৰে। সেইবোৰ পুথুৰীত উটুৱাই দিলে। জটাৰ ঘৈণীয়েকৰ ওপৰত তেওঁৰ তিগ্ৰমাণ্তি খং উঠিল।

নাই, নাম কেৰে নাজানে, জানিবলৈ চেষ্টাও কৰা নাই—'জটাৰ ঘৈণীযেক' এযে তাইৰ একমাত্ৰ পৰিচয়, তাৰ পাছত শেষ পৰিচয় হ'ব 'অমুকৰ মাক'। তেনেহ'লে নো নামৰ আৰু প্ৰযোজনটো কি ? নামত প্ৰযোজন নাই, কিন্তু তাইৰ কথাত সকলোৰে দৰকাৰ। সেই দৰকাৰী কথাবোৰৰ মাজত হঠাতে গিযাঁতি খুৰী-শাহুৱে কৈ পেলালে, "আমাৰ মাহঁতৰ দেশত হ'লে এইজনীক আৰু ঘৰত ঠাই নিদিলেইহেঁতেন, সো গোহালিত নাইবা ঢেঁকীশালতে জীৱন কটাবলগীযা হ'লহেঁতেন।" দুই-চাৰিজনীযে পৰস্পৰলৈ চালে, 'জীৱন' লৈ বিচাৰ কৰা হৈছে কিয় ?

খুৰী শাহুৱে পুনৰ ৰায দিলে, "প্ৰথমতে তুলসীৰ গুৰিলৈ অনা হৈছিল, তা'পাছত ধৰা—হেৰি কি বোলে—কিমান ডাঙৰ অনাচাৰ ভাবি চোবাঁহঁত—মোমা শহুৰেকে ছুইছিল। কবিৰাজ ডাঙৰীযাই যেতিযা নিঃভৰসাৰে নাড়ীত টিপা মাৰি ধ'ৰলে, তোতযাই মই বোলোঁ—'হ'ল আৰু'। অৱশ্যে তেওঁ তাই ঢুকাল বুলিযেই ভাবিছিল। আৰু ঢুকুৱাহেঁতেন মৰিশালিলৈ নিযাৰ আগতে দেহশুদ্ধ কাৰবলগীযা হ'লেইহেঁতেন। কিন্তু তাই যে জলজীযাই জীযাই উঠিল। পৰাচিত নকৰিলে হ'ব কেনেকৈ ?"

বহু গৱেষণাৰ পাছত স্থিৰ হ'ল যে মামা শহুৰৰ পাপস্পৰ্শৰ পাতক-স্বৰূপে জটাৰ ঘৈণীযেকে প্ৰাযশ্চিত্ত কিবা এটা কৰিব লাগিবই আৰু লগতে মৰাৰ পাছতো জীযাই থকাৰ পাতকস্বৰূপে আৰু এটা পৰাচিত। নহ'লে জটাৰ মাক 'পতিত' হ ব লাগিব।

বেচেৰী অপৰাধিনী তেতিযাও বেহুঁচ, জটাৰ মাকেও জটাক বিচাৰি ফুৰিছে, গতিকে একপক্ষীযভাৱে ডিক্ৰী হৈ গ'ল।

কিন্তু সত্যবতীযে এইবোৰৰ এটা কথাও নাজানে। তাই এক অদ্ভুত আনন্দময গৌৰৱৰ জোৱাৰত উটি উটি দেউতাকৰ সৈতে ঘৰমুৱা হ'ল।

উস ! খঙতে দেউতাই কেনে বিপৰীত কথা কৈছিল। কৈছিল—'চিকিচ্ছা-টিকিচ্ছা একো নাজানো'—এনেযে নে সত্যাই ইমান দুঃসাহসেৰে দেউতাৰ হাতত ধৰি জটাদাদাৰ ঘৈণীযেকক অলপ দৰব দিবলৈ খাটিছিল, নহ'লে নবৌ জী উঠিলহেঁতেন নে ? ইস্ ! সত্য যেতিয়া শহুৰৰ ঘৰলৈ যাব, তেতিয়া যদি সত্যৰ গিৰিযেকে (অজানিতেই মুখখনত হাঁহি উজ্বলি উঠিল) সত্যাকো তেনেকৈ এমাৰ শোধাই মাৰি পেলায বেছ ভাল হ'ব। দেউতাই খবৰটো পায়েই লৰালৰি গৈ এপুৰিয়া মকৰধ্বজ মোৰে সৈতে খুৱাব

আৰু অলপ পাছতে সত্যাই পট্‌কৈ চকু মেলি চাই সকলোকে তাত দোখ মৰুত ওৰণি ল'ব। উস্! কেনে মজা হ'ব তেতিয়া!

তেতিয়া গোটেই দেশখনৰ মানুহ তাল-বাল খাব সত্যৰ দেউতাক ৰামকালী কবিৰাজৰ গুণৰ অতৰ্কী মহিমা দেখি।

হেঁ হেঁ—তাইৰ দেউতাকৰ সমান আছে নো কোন?

গাঁৱৰ আৰু কোনোবাজনীৰ এনেহেন দেউতাক এজন আছে নে?

হাঁহিউঠা কথা ভাবি থাকোঁতে সশব্দে হাঁহি দিলে সত্যাই।

ৰামকালীয়ে উচাপ খাই উঠি সুধিলে, "কি হ'ল? হাঁহিছ কিয়?"

সত্যাই কষ্টেৰে নিজকে চম্ভালি সেপ ঢুকি ক'লে, "এনেয়ে।"

"তোৰ এনেধৰণৰ 'এনেযে' হাঁহি বন্ধ কাৰবিচোন।" ৰামকালীয়েও হাঁহিযেই ক'লে, "নহ'লে পাছত শহুৰৰ ঘৰলৈ গৈ এই জটাৰ ঘৈণীয়েকৰ দশা তোৰো হ'ব।"

মনটো তেওঁৰ প্ৰসন্ন, কিয়নো এই ৰাতিখন কেতবোৰ হেমগামৰপৰা জটাৰ ঘৈণীয়েকে তেও ৰক্ষা কৰিলে। দেউতাকৰ মনৰ এই প্ৰসন্নতাৰ হেতু অনুমান কৰিব নোৱাৰিলে সত্যৱতীয়ে, কিন্তু প্ৰসন্নতাখিনি অনুধাৱন কৰিব পাৰি সেই সাহসেতে উচ্ছ্বাসতভাৱে ক'লে, "সেই বাবেই হাঁহিছিলোঁ, মই তেনেকৈ মৰিলে তুমি মোক জীয়াই তুলিবাগৈ।"

"আঁ—হয নেকি?" নিবোকা-চামোন ৰামকালীয়ে ক'লে।

ৰামকালী নিশব্দে কোঁ-কোঁৱাই কিছুদূৰ আগুৱাই গ'ল, আৰু সত্যৱতী দেউতাকৰ সৈতে সমানে আগবাঢ়িবলৈ গৈ প্ৰায় চেঁকুৰ ধৰিবলগাত পৰিল।

হঠাৎ ৰামকালীয়ে ৰৈ দিলে আৰু ক'লে, "মৰিলে স্বয়ং ঈশ্বৰ আহিলেও একো কৰিব নোৱাৰিব, বুজিছ? জটাৰ ঘৈণীয়েক মৰা নাছিল।"

মৰা নাছিল! সত্য অলপ অন্যমনস্ক যেন হৈ পৰিল, মৰে নো তেন্তে কেনেকৈ? হঠাৎ তাইৰ চিন্তাৰ সুঁতি সলনি হৈ গ'ল। সত্যাই উৎসুকভাৱে ক'লে, "কিন্তুক দেউতা, তুমি নাড়ী টিপি চাই মকৰধ্বজ নে কিবা এটা নুখুৱালে দেখোন জটাদাদাৰ পৰিবাৰ তেনেকৈয়ে মৰা যেন হৈ থাকিলহেঁতেন। আৰু তাৰ পাছত সকলোৱে মিলি সাঙোঁত তুলি আহুঁত তলৰ মৰিশালিত সংকাৰ কৰি থৈ আহিলহেঁতেন।"

ৰামকালীয়ে তৱধ মানিলে। আচৰিত কথা! এই কণমানি ছোৱালীজনী, ইমান দ'কৈ ভাবে কেনেকৈ? হায়—তাইৰ ছোৱালী জনম হ'ল, সকলো বৃথা। এই মগজু নেড়ুটোৰ হোৱাহেঁতেন! নহ'লে—আঠ বছৰীয়া হাতীটোৱে এতিয়ালৈকো 'অ আ ই'তে ঘঁহাই আছে।

নেড়ু হ'ল ৰামকালীৰ ককায়েক কুঞ্জৰ শেহুৱা পুতেক। তেৰটা ল'ৰা-ছোৱালী জাওৰ-দীঘল কৰি তোলাৰ পাছত এই পাছতীয়াটোৰ বেলিকা কুঞ্জ

আৰু কুঞ্জৰ মৈণীয়েকৰ খোচাম গাঁঠি ঢিলা হৈ গ'ল। ল'ৰাটো ভেকো-বামুণ হ'ব আৰু। কিন্তু ছোৱালী-সন্তানে বোধ হয় ইমান তলা-নলাকৈ ভাবিবলৈ চিন্তিবলৈ শিকাটোও ভাল নহয়। সেয়েহে ৰামকালীয়ে মৃদু ভৰ্ৎসনাৰ সুৰেৰে ক'লে, "ৰচোন ৰ, বৰ বেঁছ বকবকাই নাথাকিবি, খৰকৈ গৈ থাক। এন্ধাৰে কেনেকৈ ঘোপ মাৰি আহিছে দেখিছ!"

"এন্ধাৰ? অ'—হয়।" সত্যৱতীয়ে তুচ্ছ তাচ্ছিল্যাৰে ক'লে, "এন্ধাৰক মই ভয় কৰোঁনে কিবা? ইয়াতকৈও আৰু খুব খু-উ-ব এন্ধাৰৰ মাজেদি বাৰীলৈ গৈ ফেঁচাৰ চকু গণিত নকৰোঁনে কিবা?"

"এন্ধাৰত কি কৰ গৈ!" ৰামকালী উচপ খাই উঠিল।

সত্যৰ ঠোঁটা-মোজা লাগিল। তাই সেপ ঢুকি ক'লে, "হেৰি—মই মানে—অকলে নহয়, নেড়ু আৰু পুণ্যপেহীও থাকে। ফেঁচাৰ চকু গণিত কৰিব চাওঁ আমি।"

ৰামকালীয়ে হা হাকৈ হাঁহি দিলে। বহু পৰলৈকে হাঁহিলে। এইজনীক নো কি ডাবি-ধমকি মাৰিব, শাসন কৰিব? নিজান বাটত এন্ধাৰৰ বুকুত সেই গহীন-গম্ভীৰ কণ্ঠৰ প্ৰাণখোলা হাঁহি স্তৰে স্তৰে ধ্বনিত হ'বলৈ ধৰিলে।

বানাৰ্জিহঁতৰ চণ্ডীমণ্ডপৰপৰা দুই-এজন বুঢ়া-মেথাই কাণ থিয় কৰি থাকিল। "বৈদ্য চাটাৰ্য্যিৰ মাত নহয় নে?"

"ওঁ, তেনে যেনেই লাগিছে।"

"এন্ধাৰত অকলশৰে ইমান হাহিছে নো কেলেইহে?"

"অকলশৰীয়া নহ'ব যেন পাওঁ, সেই ৰচকী ছোৱালীজনী লগত আছে নিচ্চয়। নহ'লেনো আৰু—"

"এই এজনী ছোৱালীক গঢ় দিছে ৰামকালীয়ে। এই ছোৱালীজনীক লৈ ৰামকালীৰ কপালত অশেষ দুঃখ আছে কৈ থলোঁ।"

"এহ্ থোৱা হে থোৱা দুঃখৰ কথা। কথাত বোলে—ধন দিলে সোণ, সোণ দিলে দ'তাল হাতীও পোন। যাৰ ঘৰত ধনৰ গছ, তাৰ আক' দুঃখ! শুনিলোঁ—কালি বৰ্ধমানৰ ৰজাৰ ঘৰৰপৰা বোলে মানুহ আহিছিল, ৰজাৰ সভা-কবিৰাজৰ বাব যাচিছিল হেনো।"

"হয় নেকি? ক'তা—শুনাই নাই দেখোন!—তেনেহ'লে চাটাৰ্য্যিয়ে এইবাৰ গাঁৱৰ মায়া এৰিব যেন পাওঁ?"

"ওহোঁ, নাযায় বুলি শুনিলোঁ।"

"হয় নে? তেও ভাল। তোমাক কোনে ক'লে?"

"কুঞ্জৰ ডাঙৰ ল'ৰাটোৱে কৈছিল।"

"ওঁ, ভালেই—এই বয়সত আকৌ বিদেশলৈ গৈ ৰাজদৰবাৰত চাকৰি! পিছে ৰামকালীৰ মতি-বুদ্ধি বৰ অশিষ্ট হে—ইমানজনী ৰচকী ছোৱালীক

এনেকৈ গুভতগোৰে নাচিবলৈ দিয়াটো উচিত হোৱা নাই, চৰুৰিৰ ল'ৰাবোৰেই হ'লগৈ তাইৰ খেলৰ লগৰী।"

"ও" তো, গছ বগোৱাত, সাঁতোৰাত, মাছ মৰাতো তাই মতা ল'ৰাতকৈয়ো দহগুণে চৰা।"

"এইটো কোনো গৌৰৱৰ কথা নহয় খুড়া। কথাতে বোলে—খুৰে কাটি শনি চপা, হাজাৰ হওক মাইকী ছোৱালী, আৰু সিও মানামান এঘৰৰ বোবাৰী আক'। তেওঁলোকে কেনেবাকৈ গম পালে এনেকুৱা বোৱাৰী এজনীক ঘৰ গছকাবলৈ থেৰোগেঁৰো নকৰিব জানো ?"

"ঠিকেই কৈছা। আৰু এটা কলংক ৰটোতে নো কিমান পৰ ?"

"সেইবোৰৰ চিন্তা ইহঁতে কৰে জানো ? ইহঁত হ'ল কাটিলেও কাটা নাযা কুটিলেও কুটা নাযা বিধৰহে।"

বৈদ্য চাটাৰ্জি আৰু তেওঁৰ উদণ্ড ছোৱালীজনীৰ আলোচনাৰে চণ্ডী-মণ্ডপ ভাৰাক্ৰান্ত হৈ উঠিল। যিজনৰ মুখামুখি হ'লে এওঁলোকে সদায় সন্মান কাৰবলৈ বাধ্য হয়, সেইজনক পিছত ঢাৰিৰ আঁৰত চৰ্চা নকৰিলে এওঁলোক কি সমল লৈ কেনেকৈ জীয়াই থাকিব ? এওঁলোকৰ হ'ল—আগত খুৰা খুৰা, পাছত মালী বুঢ়া।

এইবোৰ আলোচনা-বিলোচনাৰ প্ৰধানা পাত্ৰী তোঁতিয়া দেউতাকৰ পিছে পিছে প্ৰাণপণে লৰ ধৰিছে আৰু প্ৰাৰ্থনা কৰিছে ঃ হে ভগবান, মোৰ ভৰি দুখন দেউতাৰ দৰে দীঘল কৰি দিয়া না, তেঁতিয়া দেউতাৰ সমানে খোজ পেলাব পাৰিম হাৰ নামানো। হাৰ মনাত সত্যৱতীৰ দুৰ্ঘোৰ আপত্তি।

ক'তো কাহানিও কোনো কথাত হাৰ নামানে—তাইৰ পণ।

"হেই পুণ্যা, ফকৰা ৰচিব জান ?"

ঘৰৰ একেবাৰে ওপৰৰ একোঠলীয়া সৰু খোটালীটোৰ ছাদৰ ওপৰত সত্যৱতীৰ 'খেলাঘৰ'। খেলৰ ঘাই লগৰী হ'ল ৰামকালীৰ সম্বন্ধীয় খুড়াকৰ জীয়েক পুণ্যৱতী। আনৰ আগত সতাই সভ্যতা-ভব্যতাৰ বাবে তাইক 'পুণ্যপেহী' বুলিলেও নিজৰ এলেকাত পুণ্যা বুলিয়েই মাতে।

"টোকোৰা চৰাইৰ বাহ আনিব পাৰিবি ?" নাইবা, "সোণপৰুৱা ধৰি আনিব পাৰিবি ?" কিম্বা "সাঁতুৰি তিনিবাৰ সেই দীঘলী পুখুৰী ইপাৰ-সিপাৰ হ'ব পাৰিবি ?" সত্যৱতীৰ এনেবোৰ পৰীক্ষামূলক প্ৰশ্নৰ সন্মুখীন পুণ্যা প্ৰায়েই হ'বলগাত পৰে। কিন্তু 'ফকৰা ৰচিব পাৰিবি', এনেহেন প্ৰশ্ন একেবাৰে নতুন।

পুণ্যাই বিস্মিতভাৱে সুধিলে, "ফকৰা ? কিহৰ ফকৰা ?"

"জটাদ'দাক লৈ। জটাদাদাৰ নামত। বুজিলি নে? ফকৰা সাজি গাঁৱৰ আট টাইবোৰ ল'ৰা-ছোৱালীক শিকাই দিম, জটাদাদাক দেখা মাত্ৰকে সিহঁতে হাত চাপৰি বজাই বজাই ফকৰা মাতিব।"

"হি হি হি!"

জটাধৰৰ দুৰ্দশাৰ চিত্ৰ কল্পনা কৰি দুয়ো হালি-জালি হাঁহিবলৈ ধৰিলে।

তাৰপাছত পুণ্যবতীয়ে ঘূৰাই সুধিলে, "মোক তো ক'লি হয়, বোলোঁ— মাইকী মানুহে যে ফকৰা ৰচিব নাপায় নাজান নেকি?"

"নাপায়?" সত্যাই হঠাতে অগ্নিমূৰ্তি ধাৰণ কৰিলে, "কোনে কৈছে তোক নাপায় বুলি? কোনে কৈছে?—মাইকী মানুহ মাইকী মানুহ! মাইকী মানুহক যেন মাকহঁতে পেটত নধৰে, বানৰ পানীতহে উটি আহে! এনেকৈ যদি মাইকী মানুহ মাইকী মানুহ কৰি থাক মোৰ সৈতে খেলিবলৈ নাহিবি কৈছোঁ।'

পুণ্যাই মিচিক কৰে হাঁহি মাৰি ক'লে, "এ—এঃ! চাম নহয় মহাৰাণী, তোৰ গিৰিয়েৰে যেতিয়া ক'ব?"

"কি ক'ব?"

"মাইকীমানুহ বুলি?"

"ই—ঈঃ! ক'লেই হ'ল আৰু!" মযো দেখুৱাই দিম নহয়, চাবি। মই সেই জটাদাদাৰ ঘৈণীয়েকৰ দৰে হ'ম বুলি ভাবিছ নেকি? কেতিয়াও নহয়। চাই থাকচোন, ফকৰা সাজি জটাদাদাক কেনে উৎপাত কৰোঁ চাই থাক।"

পুণ্যাই অলপ আচৰিত হৈ সুধিলে, "কিন্তু কেনেকৈ সাজিবি তই?"

"কেনেকে' আক'—আমাৰ কথক ঠাকুৰে যেনেকে' পদ দিয়ে তেনেকে' আৰু। কেশাৰীমান সাজিলোঁবেই, শুনিব?"

"হয় নেকি! সাজিলিয়েই? ক'চোন ভাই, ক'।"

সত্যাই আত্মস্থভাৱে চাকি চাবি তেতেলী খোৱাৰ ভংগীৰে গালে—

'জটাদাদা, পাও গোধা
যেন ধুমা হাতী
ঘৈণী-মৰা দাদাৰ পিঠিত
বেঙে মাৰক লাথ।"

"অ' সত্য ঐ!" পুণ্যাই হঠাৎ সত্যক সাবট মাৰি ধৰিলে, "তই কি অ'! আগলৈ তই পয়াৰ ৰচিবলৈ শিকিবি দেখোন!"

পয়াৰ ৰচনা কৰা যেন বিশেষ একো টান কাম নহয় সত্যাৰ মানত, এনে ভাৱতে সত্যাই ক'লে, "পয়াৰ ৰচিবলৈ যেতিয়া শিকিম তেতিয়া দেখা যাব, এতিয়া এইটো সকলোৱে শিকি ল'ব লাগিব, বুজিছ? আৰু জটাদাদাক দেখা পোৱা মাত্ৰেই—হি হি—হি হি হি!"

## পাঁচ

ৰ'দত পিঠিখন চেৰচেৰাই আছিল বহু আগৰপৰা, হঠাতে যেন টৌ টৌ কৰে জ্বলি উঠিল। অ', বকুলজোপাৰ ছাঁ দেখোন বাৰাণ্ডাৰ পৰা নামিলেই। তেনেহ'লে বেলা ভালেখিনি হ'লেই। মোক্ষদা বিপাণ্ডত পৰিল, দুযোখন হাত বন্দী, ইফালে পিঠিৰপৰা কাপোৰ পিছলি পৰাত ৰ'দত পিঠিখন জ্বলি-পুৰি গৈছে। নিজে দেখা পোৱা নাই মোক্ষদাই, আন কোনোবা ওচৰত থকাহেঁতেন মোক্ষদাৰ হাইতাল-বৰণীয়া পিঠিখনৰ অ'ত ত'ত পানীজোলা বন্ধা দি ৰঙা হৈ উঠা দেখা পালেহেঁতেন।

ছেঃ, তছৰ কাপোৰখন নিপিন্ধি তিতা কাপোৰখন পিন্ধিয়েই আম-কাঁহুদি সানিবলৈ লোৱাই ভাল আছিল। তিতা কাপোৰেহে দেহৰ দাহ অলপ নিবাৰণ কৰে যেন পাওঁ। কাণ উঠঙা গধুৰ পাথৰৰ পাত্ৰ দুটা অলপমান টানি লৈ আঁতৰি গৈ মোক্ষদা বাৰাণ্ডাৰ খুটাৰ ছাঁতে পিঠি ভেজা দি বহিল।

সাগৰত তৃণখণ্ড। আৰু ৰ'দেও এতিয়া খৰখেদা লগাইছে, খুটাৰ ছাঁ এতিযাই আনফালে লৰিব।

অকস্মাতে মোক্ষদাই এটা সত্য আৱিষ্কাৰ কৰিলে। গোটেই বছৰ ধৰি তেওঁ ৰ'দৰ তাপত জ্বলি-পুৰি মৰিল। এযা এতিযা কৰা হৈছে কেঁচা আমৰ কাঁহুদি, তাৰ পাছত আমকঁয়া এৰুৱাই তাৰে গুৰ-আম, মচলা-আম— আৰু তাৰ পাছত আহিব—পকা আম ঘুলি চেপেটা কৰি ৰ'দত শুকুৱাই কৰিব লাগিব আমতা কৰাৰ বতৰ, সদৌ শেষত আমহী। আম-টিলাৰপৰা আমহীলৈকে আমৰ বতৰটোক চম্ভলা বৰ উজু কাম নহয়। আমতাৰ বতৰ পাৰ হোৱাৰ লগে লগেই অৰণ্যে বৰষুণৰ বতৰ আহে, বাৰিষাৰ সেই দুই-তিনিটা মাহতেহে ৰ'দে পোৱাৰপৰা অব্যাহতি। বাৰিষাই বিদায় লোৱাৰ লগে লগেই দুৰ্গোৎসৱৰ সুৰ বাজি উঠে। দুৰ্গোৎসৱৰ আগে আগে গোটেই ভঁৰালটোৱেই জৰা-বছা, ৰ'দত শুকুৱাৰ ধুম উঠে, তাৰ পাছতে আৰম্ভ তিলৰ লাড়ুৰ ধুমাধুম্দা।

বৈদ্য চাটাৰ্য্যিহঁতৰ পৰিয়ালৰ দুৰ্গোৎসৱৰ তিলৰ লাড়ু এক ৰজনজনা কাণ্ড, এহাতেৰে মুঠি মাৰি লৈ কামোৰ দিব নোৱাৰি—ইমানেই মস্ত ডাঙৰ লাড়ু। পকাম, আনন্দলাড়ু, মোৱা লাড়ু বা আখৈৰ লাড়ু—এই আটাই-

বোৰেই কবিৰাজ পৰিয়ালৰ বিখ্যাত বস্তু। কিন্তু যিয়েই নহওক সেইবোৰ পাঁচোহাতৰ বন, নিতান্ত প্ৰতিমাৰ ভোগৰ জোখাৰে সেৰাদিযেক বস্তু গংগা-জলেৰে ভোগ-ঘৰত তৈযাৰ কৰিলেও বাকী বিৰাট অংশত বহুতেই হাত উজান দিয়ে। কিন্তু তিলৰ লাড়ুখিনি সমূলঞ্চে মোক্ষদাৰ ডিপাৰ্টমেন্ট। কিযনো তিলৰ লাড়ু বনোবাৰ এনে জুতি-বুদ্ধ—মাথোন এই গাঁবতেই নহয—এই অঞ্চলতে হেনো আন কোনেও নাজানে। পিছে তেওঁৰ এই নাম-খ্যাতি এনেযেই হৈছে নে? আৰম্ভণিৰপৰা অন্তলৈকে গোটেইখিনি নিজহাতে কৰে বুলিযেইহে অলপো ইফালে-সিফাল হ'বলৈ নাপায়। মোনাই মোনাই তিল অনা হ'ল, তাৰপাছত? সেই তিল জৰা-বছা, নিখুঁতভাৱে ধুই-পখালি নিযাৰিকৈ ৰ'দত শুকুৱাই জৰজৰীযা কৰা, ঢেঁকীত খুন্দা, প্ৰকাণ্ড পিতলৰ ঢেঁকীত গুৰ পগাই নিশ্ছিদ্ৰ বেতৰ খৰাহিত সেই তিলৰগুড়ি গুৰৰে সৈতে মিহলাই ততা-ভুকুতাকৈ তপতে তপত লাড়ু বনোবা—এইবোৰ কামৰ এটাও নিজৰ হাতেৰে নকৰিলে হ'বনে? এবাৰ বোধ হয তিলখিনি খুন্দিছিল সৰু বোৱাৰী আৰু ডাঙৰ বোৱাৰীযে মিলি। সেইবাৰ লাডু গুটি পকামিঠৈ হ'ল। আৰু আটাইবোৰ চোকেৰাৰে ভৰ্তি। দেখাতো হ'ল কেটোৰ ক'লা। লাড়ুবোৰ দেখি ৰামকলীতা চাহিছিল, সুধিছিল, "এই লাডু কৰিছিলনো কোনে?"

সেই তেতিযাৰেপৰা মোক্ষদা সাবধান হ'ল। ঢেঁকীশালৰ খুবলিৰ ওচৰত কেনোবা এজনীক বহুউৱা বাদে বাকী সকলো কাম অকলেই কৰে।

দুৰ্গাপূজাত কেবল তিলৰ লাডুৰ বাবেই যে ৰ'দৰ তাপত ডেই-পুৰি মৰিব লাগে এনে নহয, ঘৰে ঘৰে নিমন্ত্ৰণ কৰিবলৈ যোৱা, গুৰু-পুৰোহিতৰ ঘৰলৈ সিধা লৈ যোৱা, এইবোৰো মোক্ষদাৰে ডিউটিৰ ভিতৰুৱা। কিযনো তেওঁ জীযৰী ছোৱালী। আগতে কাশীশ্বৰীযেও কৰিছিল ইটো-সিটো কিন্তু ইদানীক তেওঁ বেমাৰ-আজাৰতে জুৰুলা পৰিছে। অজৰ-অচৰ। পথাৰে-সমাৰে ৰ'দে ৰ'দে ঘূৰি কাম-বন কৰাৰ সামৰ্থ্যকণো নাইকিযা হৈছে। মোক্ষদাযেই সকলো কাম-বন কৰে, আৰু দিনটোৰ ভিতৰত কমেও বাৰ-চৌধ্যবাৰ গা ধোৱে।

কিয ক'ব নোৱাৰে, আজি এই ৰ'দৰ কথাটোৱেই বাৰে বাৰে মোক্ষদাৰ মনত পৰিছে। মনত পৰিল—পূজাৰ এশ এবুৰি লেঠাৰ পাছতেই আক' বটা মাহৰ বড়ৰ বতৰ আহিব। বছৰেকত বাৰ-চৈধ্য মোণ মাহৰ বড় লাগে ঘৰখনত। আমিষ-নিৰামিষ দুযো ফালৰ প্ৰয়োজনৰ ভাৰ তেৰেঁই ব'ব লগীযা হয়, কিয়নো মাহৰ বড়ও আম-কাঁহুদিৰ দৰেই শুদ্ধাচাৰৰ বস্তু। আৰু তেওঁৰ নিজৰ বাহিৰে শুদ্ধাচাৰৰ এই বিষয়টো আন কাৰ ওপৰতনো জাপি দি নিশ্চিন্ত হ'ব মোক্ষদা?

মাহৰ বড় কৰোঁতে মোক্ষদাৰ হাইতাল বৰণ কেহৰাজ বটা যেন হয়। পিছে বস্তুখিনিও যে এনে চকুতলগা হয়, দেখিলে বিচুৰ্তি মানিব লাগে। বাহিৰ জানিলে মাটিঘেই পীৰা। হাতখনেই কিবা মহিমা লগা। মোক্ষদা এইবোৰ বিষয়ত অতি সাবধানী, পাৰিত পক্ষে কাকো ছুবলৈকো নিদিয়ে, ডাঙৰ ডাঙৰ কাঁহৰ মেলামুখীযা পাত্ৰত ভৰাই ঢাকন দি পাভতি চাঙত তুলি থয়, যেতিয়া দৰকাৰ হয় তেতিয়া নিজেই উলিয়াই দিয়ে। তাৰ জুতি কি চাবা। কোমোৰাৰ বড়, খৰুৱা বড়, আফুগুটিৰ বড়, তিলৰ বড়, জিৰাৰ বড়, জলা-মচলাৰ বড়, টেঙা-শোকোতাত খাবলৈ মটৰ মাহ কলা মাহৰ বড়—অনেক ধৰণৰ অনেক বৰণৰ হয়।

ইযাৰে ভিতৰতে মুলাৰ বডবোৰ আকৌ বেলেগে থ'ব লাগে। কিযনো ভুলে-পাহৰণে যদি মাঘ মাহতো খায় কোনোবাই—কথা বিষম। মাঘ মাহত মুলা খোৱা আৰু গোমাংস খোৱা একেই। খুটাৰ ছাটো আকৌ আতিৰিল, পিঠিখন আকৌ চেৰচেৰাই উঠিছে।

মনটোও হুমহুম কৰিছে।

বডৰ পৰ্ব শাম কাটোঁতে-নোৰ্কাটোঁতেই আকৌ আহিব বগৰী আৰু তেতেলিৰ বতৰ।

তেনেহ'লে নো ৰ'দে পোৱাৰপৰা সাৰণ পাব কেতিয়া?

গোটেই বছৰ ধৰি এইদৰে ৰ'দে পুৰি জহি-খহি যোৱাৰ দায়িত্ব মোক্ষদাক দিলে কোনে, এই কথা কোনে ক'ব? পিছে এই দায়িত্ব যে তেওঁৰেই—এই কথাটো মোক্ষদাই জানে।

আম-কাঁহুদি তৈযাৰ কৰা সময়সাপেক্ষ কাম। সানি-পিটিকি তেলে-আমে খৰ-মিহলি কৰিব তো লাগিব। ইমান সময়ৰ মুৰত হ'ল কামটো, এতিয়া বগা সৰিযহৰে মিহি গুড়ি ছাটিযাই বাৰে বাৰে ৰ'দাব লাগিব।

ক'কালটো পোনাই থিয় দিলে মোক্ষদাই, পিঠিৰ পুৰি থকা ঠাইডোখৰ লৰাচৰা কৰাৰ ফলত আকৌ এবাৰ চেৰচেৰাই উঠিল। কিন্তু কেনে আচৰিত কথা, সৰিযহ গুড়ি কৰিবলৈ ৰান্ধনি ঘৰত সোমোৱাৰ লগে লগেই মনটো হুমহুমাই উঠিল কিয?

ৰান্ধনি সোমায়েই মোক্ষদা হঠাৎ আজলীজনীৰ দৰে থিয হৈ ৰ'ল। ঘৰটো আজি ইমান ডাঙৰ হেন লাগিছে কিয? ক'তা—এনেকুৱা লগা আন কোনো দিনে মনত নপৰে দেখোন। বৰঞ্চ ভাত বঢ়াৰ সময়ত ইজনে সিজনৰ গাত গা নলগাকৈ দিবলৈ হ'লে ঠাইৰেই অকুলন হয় দেখোন।

ঘৰটোৰ ভিতৰত তো ৰ'দ পৰা নাই, তথাপি এই জুৰ লগা প্ৰকাণ্ড আহলবহল ঘৰটো যেন টিকাফটা ৰ'দৰ তাপত পোৱা প্ৰকাণ্ড চোতালখনৰ দৰে টোঁ টোঁ কৰে ৰ'দে ধৰিছে। আৰু সেই খাওঁ খাওঁ মূৰ্তি ধৰা

ঘৰটোৰ এম্ৰেত ডাঙৰ ডাঙৰ দুটা চাফ-চিকুণ চোকা অকথিত শূন্যতাৰ প্ৰতীক যেন হৈ থম থম কৰে বহি আছে।

চোকা দুটাই আজি আৰু জুইৰ পোৰণি সহিবলগা নহ'ব। সিহঁতে হয়তো এই নিৰল-নিৰ্জন ঘৰটোত স্তব্ধ হৈ বহি থাকি নিজৰ নিজৰ শূন্যতাৰ পৰিমাপ কৰিবলৈ অৱকাশ পাব। আজি সিহঁতৰ বিশ্ৰাম। আজি ইহঁতৰ একাদশী।

মোক্ষদাৰ জিৰণি নাই কিয় ?

ঘৰৰ নৰ্দমাৰ ওচৰতে এটা পানীৰ কলহ থাকে—নিতান্ত সময়-অসময়ৰ বাবে। শেষবাৰৰ বাবে গা ধুই উঠাৰ পাছত মোক্ষদাই আনি থয়।

তেলতেলীয়া হাতখন কলহটো কাতি কৰি ধুই লোৱাৰ পাছত মোক্ষদাই হঠাতে তেওঁৰ পিঠিলৈ পানী ছটিয়াবলৈ ধৰিলে। ৰ'দে চেৰচেৰাই যোৱা পিঠিখন তেও অলপ ঠাণ্ডা হওক। ধেত্তেৰি, হাত ধুই পুখুৰীলৈ যোৱা হ'লেই ভাল হ'লহেঁতেন, গা-মুৰকে এবাৰ তিয়াই আহিব পৰা গ'লহেঁতেন। গাৰ ছালখন খানিকমান তিতিলেও ভিতৰৰ পিয়াহ তেও অলপ গুচে।

একাদশীৰ দিনা 'পিয়াহ' শব্দটো মনতে ভবাও পাপ। এই কথা মোক্ষদাই আৰু নাজানেনে কিবা ? তাকো আক' তেওঁৰ নিচিনা বয়স ভাটি দিয়া শাদহী বিধবা মানুহজনীয়ে ? কিন্তু 'মনলৈ নানে' বুলিলেও যদি মনত পৰে, সেই পাপক খেদোঁ নো কোন অস্ত্ৰেৰে ?

ৰ'দত বহাগ-জেঠৰ দুপৰীয়া পিয়াহে আতুৰ কৰে বোলছিকৈ। কিন্তু উপায় নো কি ? আজিযেইহে যতমানে দ'মে দ'মে বাহিৰা কাম কৰাৰ, পৰম দিন। আজিৰদৰে এনেহেন অখণ্ড অৱসৰ আৰু কেইদিন পোৱা যায় ?

বগা সৰিয়হ বিচাৰি খোৰোঙত তুলি থোৱা ৰঙীন ফুলকটা সৰু সৰু বনকৰা বটুবাবোৰৰ ৩টা নমাই আনিলে মোক্ষদাই। আটাইবোৰ বটুৱাতে একেবাৰে বছৰ-বন্ধীয়া মা-মচলা জাৰি-বাছি তুলি থোৱা হয়, আৰু নিত্য প্ৰয়োজনৰ জোখাৰে অলপ অলপকৈ উলিয়াই নিকা ফটাকানিৰে টোপোলা বান্ধি থৈ দিয়া হয়। কেৱল এনেকুৱা অ-নিত্য প্ৰয়োজনতহে ঘাই ভাণ্ডাৰত হাত দিয়া হয়। এটা ডাঙৰ পাথৰৰ বাটিত জোখে-জোখাৰে সৰিয়হ লৈ মচলা বটা পটাখন পাতি লৈছিল মোক্ষদাই, বাহিবলৈ ধৰোঁতেই হঠাৎ দুৱাৰৰ কাষতে শিৱজায়াৰ মাত শুনা গলে, "বোলোঁ কালৰো কাল বিপৰীত কাল হৰিণাই চেলেকে বাঘৰ গাল। হেৰো, কালিৰ ছলিয়ে পৰাহিৰ গীত গোৱাই এই ঘোৰ কলিৰ ধৰ্ম। আমাৰ ছটফটীয়া গজলীয়া-অৱতাৰজনীৰ আস্পৰ্ধাৰ কথাটো শুনিছা নে সৰু ননন্দী ?"

কিন্তু ছটফটীয়া গজলীয়া অৱতাৰজনীৰ স্পৰ্ধাৰ ইতিহাস শুনাৰ আগতেই ভাই-বোৱাৰীৰ ততত ধৰিলে মোক্ষদাই, "বোলোঁ তুমি যে বাহী

চোতাল গছকি আহি পাগঘৰৰ বাৰাণ্ডাত উঠিলা সৰুবোৱাৰী ? আৰু সেঁতাতেই মোৰ আচাৰৰ বৈষাম। বোলোঁ তোমালোকো যদি এইদৰে মেলেছ হোৱা—"

শিৱজায়াই অলপ বিতণ্ডভাবে ক'লে, "তুমি সদায় সেই একেবোৰ কথা কৈ থাকা সৰু ননন্দী, চোতাল গছকা ভৰিৰে মই পাকঘৰৰ বাৰাণ্ডাত উঠিবলৈ মোৰ কিহে পাইছে!—এযা চোঁৱা—ভৰিত গোবৰ লাগি আছে। আহোঁতে হাততে গোবৰ এচুৰা আনিছিলোঁৱেই। সেই গোবৰ চুৰা পিৰালিৰ কাষতে পেলাই, দুভৰিৰে গছকি, তেহে উঠিছোঁহি বাৰণ্ডাত।"

কোঁতিযাবা পুখুৰীত নামি ভৰি ধুই অহাত যদি কিবা অসুবিধা হয়, তেনেহ'লে, তাৰ সলনি এই ব্যৱস্থা কৰি থৈছে মোক্ষদাই। তথাপি তেওঁ সৰু বোৱাৰীৰ আশ্বাসবাণী শুনি সিমান নিশ্চিন্ত নহ'ল। তেওঁ সন্দিগ্ধভাৱে ক'লে, "হ'ল বাৰু, পিছে গোবৰখিনি আমাৰ গৰুৰ নে আন কাৰোবাৰ চুৱা-পাত খোৱা গৰুৰ ?"

"তোমাৰো যে কথা—" জেৰাত জেৰবাৰ হোৱা শিবজায়াই জেৰাৰ অন্ত পেলাবলৈ কয়, "আমাৰ চোতালত নো আক' আনৰ গৰুৰ গোবৰ আহিব ক'ৰপৰা ?"

কিন্তু অন্ত পেলাম বুলিলেই সকলো কথাৰ অন্ত পৰেনে ? মোক্ষদাৰ জেৰাৰো অন্ত নপৰিল। তেওঁ সৰুকৈ কাঠ-হাঁহি এটা মাৰি ক'লে, "আই ঐ দেহি! আমাৰ চোতালত আনৰ গৰু-গাইৰ গোবৰ আহিব ক'ৰপৰা ? বুইছা সৰু বোৱাৰী, তোমাৰ কথা শুনি মাজে-মধ্যে এনে লাগে যেন তুমি এইমাত্ৰ মাৰাৰ পেটৰপৰা ওলালা।"

শিৱজায়াই এইজনী ননন্দীক বৰ ভয় কৰে, তথাপি এওঁ হ'ল সৰু ননন্দী। সেযেহে বিৰক্তিৰে ক'বলৈ ধৰিলে, "হৈছে হৈছে, তোমাৰ ওচৰ চপাটোৱেই দেখিছোঁ অপৰাধ! গোবিন্দহঁতৰ ঘৰৰ পৰা আহোঁতে আমাৰ খিৰাতিমান ছোৱালীৰ নাম-যশৰ কথা শুনি তভক্ খালোঁ বুলিহে মই আহিছিলোঁ। বাৰু থাকক সেইবোৰ—"

মোক্ষদা অলপ কুমলিল।

তেওঁ প্ৰায় সন্দিগ্ধ সুৰতে ক'লে, "কিয় ? কোনে কি কৰিলে আক' ? সইত্তই কিবা কৰিলে নেকি ?"

"নহ'লে নো আৰু কোন হ'ব ?" শিৱজায়াই ঢোঁতে খৰ মাৰিলে, "সইত্তৰ বাহিৰে নো হুলৰ ওপৰত খৰ মাৰিবলৈ যাব কোন ? হাৰামজাদীয়ে বোলে জটাৰ নাম লৈ ফকৰা ৰচিছে আৰু চৰুৰিৰ যতমানে ল'ৰাছোৱালী মখাক শিকাইছে আৰু গাঁওখনৰ আটাইবোৰ ল'ৰা-ছোৱালীয়ে জটাক বা জটাৰ মাকক দেখা মাত্ৰকে আঁৰৰপৰা শুনাই শুনাই সেইবোৰ অবাইচ মাত

আওৰাইছে। জটাৰ মাকে খঙতে শাও-শপনিৰে গুৱালগালি পাৰি একাকাৰ!”

শেহলৈকে সকলো কথা শুনিবৰ মনেৰে মোক্ষদা ইমানপৰ মনে মনে বৈ আছিল।

শিবজাযাৰ কথা শেষ হ’লত ভুৰু কোঁচাই জ’কি উঠিল, “—কি? ফকৰা ৰচিছে? কথা নো কি?”

“কথা নো কি মযো জানো আগতে কিবা বুজিছিলোঁ? ছোৱালী মানুহে ফকৰা ৰচা মই বোপাইৰ জনমতো নাই শুনা। তাৰ পাছত—আহোঁতে বাটত দেখোঁ এজাক ল’ৰাই হিহিকৈ হাঁহি হাঁহি কৈছে ‘জটা মোটা পাও গোধা—’ ভেঙুচালি কৰি কৰি আৰু যে কত ফকৰা মাতিছে।”

মোক্ষদাৰ ভুৰুযোৰ আৰু কোঁচ খাই আহিল, “সইস্তই ফকৰা ৰচিছে?”

“নহ’লেনো আৰু কৈছোঁ কি?”

“ৰামকালীৰ এই আলাসৰ লাডুৱেই এই বংশৰ চুণ-খাৰ কৰিব—” মোক্ষদাই পটাখন মজিয়াত থৈ ক’লে, “ৰামচন্দৰে এতিযাও বুজা-নাই, পিছে ঈশ্বৰে নকৰক—পাছত যেতিয়া শহুৰেকৰ ঘৰৰপৰা চমজাই দিবহি, তেতিযাহে গম পাব শলাগোঁতে শলাগাঁঠি কেনেকৈ লাগে। ভেঙুচালি-কৰা ফকৰা কিয ৰচিলে তাই—কিয ৰচিলে? সেই জটাটোৱে ঘৈণীয়েকক মাৰিছিল বুলিযেই নে?”

“নহ’লে নো আৰু কি? বোলোঁ—ঘৈণীযেকহঁতৰ ওপৰত কোনটো মতা মানুহেনো বীৰত্ব নেদেখুৱায? গিৰিযেকৰপৰা চৰটো ভুকুটো গোৰটো কিলটো নোখোৱা তিৰোতা ভূ-ভাৰতত আছে নে বাৰু? সেই নাটেশ্বৰী ঘৈণীযেকজনীযে তিলকে তাল কৰি, দাঁত-সৰাহি দি জটাক শ’লঠেকত পেলাইহে এৰিলে। জটাৰ মাকে ক’লে’বোলে চেঙেলীযা ল’ৰাজাকৰ উৎপাতত জলাকলা হৈ সি বেচেৰাই বোলে ঘৰৰ বাঁজ ওলাব নোৱৰা হৈছে। কি আপদ কোৱাচোঁ?”

মোক্ষদাই পটাগুটিৰে সৰিযহ পিহি থাকোঁতে ক’লে, “হাতৰ কামখিনি সামৰি মই বো’ৰীৰ ওচৰলৈ গৈছোঁ ৰ’বা। ভালকৈ এসেকা দি থৈ আহিম। মাকৰ আশয নাপালে জীযেক জানো কেতিযাবা ইমান উদণ্ড হ’ব পাৰে? আৰু চুবুৰিৰ ল’ৰাজাকৰ সৈতেই বা তাইৰ ইমান হুলিগলি খিকিন্দালি কিহলৈ? কিবা এটা খিলিংকাৰ হ’লে ৰামকালীযে মুখখন ৰাখিব ক’ত? ৰাইজে ৰঙা থঙা পাৰি দিব নে? ৰামকালীৰ ধন আছে বুলিয়েই তো সমাজে ৰেহাই নিদিয়ে।”

শিৱজাযাৰ কাম অলপ সিজিল।

বৰজনাকৰ নাতিনীয়েকৰ বিৰুদ্ধে সৰু ননন্দীক অলপকৈ হ'লেও উচটাবলৈ সক্ষম হৈছে।

সদৌ শেষত ক'লে, "যিয়েই নোকাৱা লাগিলে সৰু ননন্দী, তুমি আছা বুলিহে এতিয়াও সংসাৰখনত হক কথা হয়, নহ'লে আমি তো ভয়তে কেঁকোৱাৰ গাঁতিতে সোমাই আছোঁ।"

"ভয়নো আক' কিহৰ?"

মোক্ষদাই একোচিপে পটাখন দাঙি বেৰত আওজাই থৈ ক'লে, "ভয় কিহৰ অ'? ভয় খাম ভূতলৈ, ভয় কৰিম ভগৱন্তলৈ। মানুহক নো কি বুলি ভয় কৰিম? বাঁৰী পেহীয়েৰাক ভাত-পানী খুৱাই পুহিছে বুলিয়েই যে ৰামকালীয়ে হক্ কথা শুনিবলগীয়া নহ'ব—সেই কথা মনতো নাানবা সৰু বোবাৰী।—ভাল কথা,—জটাৰ ঘৈণীয়েকৰ পা-পৰাচিতৰ কিবা যা-যোগাৰ হৈছে নে?"

"অ' আই। তুমি শুনাই নাই নেকি কথাটো? কোনো পা-পৰাচিত নকৰে বোলে।"

"নকৰে।"

"অ'তো—নকৰে। ৰামকালীয়ে হোনো ভট্টাচাৰ্য্যক সঁকীয়াইছে, পৰাচিত কৰাৰ বিধান দিলে তেওঁক গাঁবৰপৰা এঘৰীয়া কৰিব।"

"তাৰ মানে—।"

মোক্ষদা হতবাক।

"মানেটো বুজা এতিয়া। মইমতালি,—অহম্‌কাৰ—আৰুনো কিটো আছে? মইহে গাঁবৰ বৰমূৰীয়া, মই যিহকে ইচ্ছা তিহকে কৰিম।'

"অ।"

মোক্ষদাই সৰিয়হ-গুড়ি ছটিউবা কাঁহুদিৰ পাত্ৰ দুটা দুপদুপাই ভিতৰত থৈ, দুবাৰত শিকলিডাল লগাই দি ক'লে, "বাৰু গৈছোঁ মই, চাওঁ ৰামকালীৰ ধনৰ গছ কিমানখিনিলৈকে বাঢ়িল। সইত্ত ঘৰতে আছে নে?"

"ঘৰত। এই ভৰ-দুপৰীয়া তাই ঘৰত সোমাই থকা ছোৱালী হ'বলা? ক'তবা ছনে-বনে টলৌ টলৌকৈ ঘুৰি ফুৰিছে। আমাৰ তিনিকাল গৈ একালত লাগিল, বেইতা ছোৱালীয়ে এনেকৈ বুকু ফিন্দাই অনাই-বনাই ফুৰা কাহানিও দেখা নাই।"

তছৰ পাটৰ কাপোৰখন ভালকৈ পিন্ধি, চোতাল পাৰ হৈ, জপনা খুলি মোক্ষদা বাটলৈ ওলাই আহিল। ঘুৰি আহি গা ধুব লাগিবই, আৰু বা কতবাৰ। কিন্তু এইবোৰ কথা-কাণ্ডৰ কিবা এটা হেস্তনেস্ত কৰিবই লাগিব।

জগতখনৰ ক'ৰবাত অনাচাৰ ঘটাটো মোক্ষদাই সহিব নোৱাৰে। কিন্তু—

কিন্তু সোৱা—

কোননো ?

কেইখোজমান আগবাঢ়িযেই থমকি ৰ'ল মোক্ষদা।

বজ্ৰাহতৰ দৰে।

দেখা পালে, পাৰি দিয়া শাড়ী এখন ক'কালত ভালকৈ মেৰিয়াই জপৰা চুলিকোছা মেলি আঠুলৈকে ধুলিৰে পোত গৈ এজাক ল'ৰা-ছোৱালীৰে সৈতে আমৰ বাৱীৰ মাজেদি সত্যই হি হিকৈ হাঁহি হাঁহি গৈ আছে আৰু সকলোটিযে মিলি যেন কিবা এটা পদ্যৰ দৰে আওৰাই গৈছে।

দাঁত কৰচি আৰু অলপ আগবাঢ়ি গ'ল মোক্ষদা, দলটোৰ পিছৰ ফালে এজোপা গছৰ আঁৰ লৈ সিহঁতৰ কথা-বতৰাবোৰ শুনিবলৈ চেষ্টা কৰিলে। কিন্তু হাঁহি-খিকিন্দালিৰ কোবত একো ভালকৈ শুনিব নোৱাৰি। তথাপি বালক-কণ্ঠৰ সুতীক্ষ্ন সুৰ, আৰু বাৰে বাৰে গোৱা বাবে ক্ৰমে ক্ৰমে আটাই-খিনিয়েই কৰ্ণগোচৰৰ পৰা মৰ্মগোচৰ হৈ পৰিল।

শুনিবলৈ পালে—খাঁজে-খোপে হাঁহিৰ ৰহঘৰা থকা সেই ফকৰা—

"জটাদাদা পাও গোধা
যেন ধুমা হাতী,
ঘৈণী-মৰা জটাৰ পিঠিত
বেঙে মাৰক লাথি।
জটা জটা পেটাল বেটা—
এমোণ ভাতৰ ভঁৰাল,
শহুৰ-ঘৰত পাবি মজা
সাজি থৈছে গঁৰাল।"

এই বুলি গাই গাই সিহঁত গুচি গ'ল।

মোক্ষদা স্তম্ভিত হৈ ঠাইতে থিয় হৈ থাকিল।

ওহোঁ, ভতিজা-ছোৱালীৰ কবিত্বশক্তিত মুগ্ধ হৈ নহয়, স্তম্ভিত হ'ল এই ছোৱালীজনীৰ ভৱিষ্যৎ ভাবি। এইজনী ছোৱালীকে তেওঁ শাসন কৰিবলৈ ওলাইছে!

এইবোৰ দেখা-শুনাৰ পাছত এইক শাসন কৰি শুধৰোৱাৰ প্ৰধানমান ইচ্ছাও তেওঁৰ আৰু নাই।

কেৱল এই একেটা কথাকে বাৰে বাৰে ভাবি থাকিল—

এইজনীক লৈ ওৰেটিকাল তেওঁলোকেই জ্বলি-পুৰি মৰিব লাগিব, কিয়নো শহুৰেকৰ ঘৰত মাৰ-কিল কৰি এইক যে উলিয়াই দিব—সেই কথা ধ্ৰুৱপ।

কাগজত মেৰিউৰা কেইটামান ঔষধৰ বড়ি আঁচলৰ গাঁঠিৰপৰা খুলিবলৈ লৈ সত্যাই শুনন-নুশুনকৈ ক'লে, "এযা—লোৱা নবৌ, কিবা যেন বড়ি দিছে হ'বলা! দেউতাক ক'লে পুৰা-গধূলি এটাকৈ বড়ি পাণৰ ৰসৰে সৈতে খাবা, গাত বল-শক্তি পাবা।"

আৰু নো গাত কি বল-শক্তি!

মনৰ বল-শক্তি আছে সাগৰৰ পানীত। ভযতে থৰহৰি। জটাৰ ঘৈণীযেকে কাতৰ কৰুণ কণ্ঠেৰে ফুচফুচাই ক'লে, "আই ননন্দী, তোমাৰ ভৰিত ধৰিছোঁ, ঔষধখিনি তুমি লৈ যোবা। ঔষধ খোৱা দেখা পালে শাহুআযে মোক শুদাই নেৰিব।"

সত্যাই গৃহিণীহ'তৰ দৰে গালত হাত থৈ কয়, "আও! শুনা বিভ্ৰান্ত! দেহা দুৰ্বল হৈছে, বিনা পইচাত ঔষধ পাইছা, খালে শাহুৰে কিবা তোমাক মাৰি পেলাবনে? তুমি তাজ্জুৱ কৰিলা আমাক!"

"দোহাই ননন্দী, অলপ লাহেকে' কোবা—"

জটাৰ ঘৈণীযেকে কন্দনামুৱা হৈ ক'লে, "তোমাৰ ভৰিত ধৰিছোঁ, শাহুআয়ে শুনিলে পুখুৰীৰ পানীত ডুবি মৰাৰ বাহিৰে আৰু কোনো উপায নাথাকিব।"

সত্যাই ভালকৈ বহি ল'লে। বহি লৈ অবাক হোৱাৰ সুৰত চেপা মাতেৰে সুধিলে, "কি শুনিলে কি হ'ব কোৱাচোন?"

"সেই যে শাহুআযে মোক মাৰি পেলোৱাৰ কথা ক'লা। তুমি তো সকলো কথা জানা। মোমাইটিয়ে ঔষধ পঠিয়াই দিছে, আৰু সেই ঔষধ মই খাইছোঁ। আই ঐ! এযা শুনাচোন ননন্দী, মোৰ বুকুৰ ভিতৰত কেনেকে' ধান বনা দি বানিছে।"

জটাৰ ঘৈণীয়েকৰ চিকাৰীয়ে খেদা হৰিণাৰ চকুৰ দৰে চকু আৰু জুই জ্বলোৱা গোবৰ-পিঠাৰ পোৰা ছাইৰ দৰে ছাইমুৱা মুখখনলৈ একেথিৰে চাই থকা সত্যৱতীক হঠাতে গহীন চিন্তাশীল যেন লগা হ'ল। অলপ সময় মনে মনে থকাৰ পাছত ঔষধখিনি আঁচলত বান্ধি লৈ ক'লে, "বাৰু, তেন্তে ঘূৰাই লৈ যাও।"

ঘূৰাই নিবি!

মোমাইটিৰ ওচৰলৈ!

আন এটা ভয়ত জটাৰ ঘৈণীয়েকৰ বুকুৰ তেজ গোট মাৰি আহিল! আৰু এইবাৰ কন্দনামুৱা নহয়, ভেঁকৈ কান্দিয়েই দিলে, "অ' সইত্ত ননন্দী, তোমাৰ ভৰি ধোৱা পানী খাও, তোমাৰ নিকিনা গোলাম হৈ থাকিম, বড়িবোৰ মোমাইটিক ঘূৰাই নিদিবাগৈ।"

ঘূৰাই নিদিবাগৈ!

হঠাৎ সত্যই তাইৰ নিজৰ স্বভাৱসিদ্ধ হাঁহিটো মাৰি ক'লে, "হ'ল আৰু ! বেমাৰত পৰি তোমাৰ পৰকিতি সলিল দেখিছোঁ নবৌ। শাহুৰেৰাৰ ভয়ত দৰব নাখাবা, আকৌ এতিয়া ঘুৰায়ো নিদিবা, তেনেহ'লে বাড়িবোৰ ময়েই খাম নে কি ? বাৰু, দিয়া তেন্তে এবাটি পাণৰ ৰসকে কৰি, বাড়িগাল মযে খাই থওঁ সোপাকে।"

জটাৰ ঘৈণীযেকে এইবুলি মনৰ কথা উজাৰি ক'লে। শাহুৰেকক নোকোবা নেমেলাকৈ দৰব খোৱাৰ সাহস তাইৰ নাই, আৰু কৈ-মেলি খোৱাৰ সাহস আৰু নাই, গতিকেই—

গতিকেই পুখুৰীৰ পানীত।

"পুখুৰীত !"

সত্যৰ চকুযুৰিত ভমককৰে জুই জ্বলি উঠিল, "দেউতাই দিযা মানেই ধন্বন্তৰীযে দিযা সেই কথা জানা নে ? এই ঔষধৰ অপমান কৰিলে ধন্বন্তৰীৰ অপমান জানানে ?"

"তেন্তে মইনো এতিয়া কি কৰোঁ কোৱাচোন ?" জটাৰ ঘৈণীযেকে উচুপি কান্দিবলৈ ধৰিলে।

জটাৰ ঘৈণীযেকৰ এই অবস্থা দেখি সত্যৱতীৰ মন সেমেকিল। তাই অলপ ভাবি-গুণি ক'লে, "তেন্তে এটা কামকে কৰোঁ দিয়া—পেহীকে দি থৈ যাওঁ, দেউতাই পঠাই দিলে বুলি ক'ম। দেউতাই অৱশ্যে কৈছিলেই মোক—'পেহীৰ হাতত নিদিবি, দিলে খাবলৈ নিদিব, পেলাই দিব'। মই পেহীক স্তুতি-নতি কাকুতি-মিনতি কৰি কৈ যাম !"

সত্য বহাৰপৰা উঠি থিয হ'ল, আৰু তাইৰ শাড়ীৰ আঁচত ধৰি উবুৰি খাই সত্যৰ ভৰিত পৰি জটাৰ ঘৈণীয়েকে ক'লে, "ননন্দী অ'—তাতকৈ তুমি মোৰ ডিঙিত ভৰিৰে গছকি মাৰি থৈ যোৱা, তুমি সেই দাৰে কাটি থৈ যোৱা মোক।"

সত্য বহি পৰিল।

এটা হুমুনিয়াহ কাঢ়ি সত্যৱতীয়ে ক'লে ঃ

"বাৰু নবৌ, তোমালোকৰনো ইমান ভয়-ভীত কেলৈ ক'বা নে ?"

## ছয়

হুম হুম হুম !

কেবল আঠুলৈকে ছিৰাছিৰ হোবা ভৰিবিলাকতেই নহয়, দোলাভাৰী-বিলাকৰ জিভা আৰু মুখতো ধূলিযে কৰপা মাৰি টাটবি বান্ধিছে। জেঠৰ বাৰ খৰ আৰু ওখোৰা-মোখৰা পথ। ভালেখিনিলৈকে উদং মুকলি পথাৰ, গছ-গছনি নাই, ছাঁ নাই। বাট চমুবাবলৈ মাজে-মাজে মুকলি পথাৰৰ মাজেদি যাবলগা হোৱাত দোলাভাৰীহঁত জেঠৰ বাৰ-খৰত জেৰবাৰ হ'বলগীয়া হৈছে। চাৰিজন মানুহে পাল পাতি কান্ধ সলাই সলাই উৰ্ধশ্বাসে গৈ আছে, তথাপি মাজে মাজে খোজ লেহেম হৈ আহিছে !

কিন্তু দোলাভাৰীহঁতৰ ওপৰত কৰুণা প্ৰদৰ্শনৰ কোনো উপায় ৰামকালীৰো সদ্যহতে নাই। তেওঁ গাঁও এৰি অহা আজি চাৰিদিন হ'ল, 'যোবা-থোবা' অবস্থা নহ'লেও হাতত বেমাৰীও কেইজনমান আছিল, সেই বেমাৰী কেইজনৰবা কেনে অবস্থা !

গৈছিল জীৰাটৰ জমিদাৰ গৃহলৈ বেমাৰী চাবলৈ। কেৱল এখন গাঁৱতে নহয়, দহোখন গাঁবলৈকে বৈদ্য চাটাৰ্জিৰ নাম-ডাক।

জমিদাৰৰ ঘৰে তেওঁক ৰাজ-সমাদৰেৰে ৰাখিছিল, আৰু আৰু কেইটামান দিন থাকিবলৈ সাধন-ভজন কৰিছিল। ৰামকালী মান্তি নহ'ল। কৈ আহিছে, "আৰশ্যক নহ'ব, যি ঔষধ দি থৈ গ'লোঁ তাৰেই ৰোগী তিনি দিনতে গা টঙাব পাৰিব। পিছে—পথ্যাপথ্যৰ যি ব্যবস্থা দি গৈছোঁ সেয়া যেন নিষ্ঠাৰে পালন কৰা হয়।"

কবিৰাজ ডাঙৰীযাই বাটতে খাবলৈ বুলি তেওঁলোকে এপাচি 'কলম'ৰ আম তেওঁৰ দোলাৰ ভিতৰত তুলি দিছিল, ৰামকালীৰ আপত্তি নৰজিল। ভৰি মেলোঁতে পাচিটো অনবৰত ভৰিত খুন্দা খাইছে আৰু তেওঁ বিৰক্তি বোধ কৰিছে। এয়া এক আপদ ! বাটে পথে তেওঁ যে একো নাখায়, সেই কথা তেওঁলোকে মানি নল'লে। স্বয়ং জমিদাৰ ডাঙৰীয়াই তুলি দিলে। তথাপি, ডাব নাৰিকল চাৰিটামান ৰামকালীয়ে দোলাত উঠাবলৈ নিদিলে, ক'লে, 'দোলাভাৰীহঁতে তেন্তে আপোনাৰ বাৰীৰ এই ফলবোৰকে কঢ়িয়াই নিয়ক ৰায় ডাঙৰীয়া, মই খোজ কাঢ়িয়েই যাওঁ।"

একেবাৰে পকা আম, জেঠৰ ভৰ-দুপৰৰ তাপত ভোঁ ভোঁ বতাহৰ উমত

ভৰপক দি আমৰপৰা মিঠা সুবাস বিয়পি পৰিছিল। ৰামকালী বিৰক্ত হৈছিল আৰু ৰিক্ত দোলাভাৰী কেইজনে বুকু ভৰি সেই সুবাসখিনিকে লেহন কৰি আছিল আৰু ভাবি আছিল যে ডাব নাৰিকল চাৰিটা দোলাখনৰ কানমাৰিতে ওলোমাই নিয়া হ'লে বাৰু কি ক্ষতি আছিল? তথাপিতো 'কৃষ্ণৰ জীৱ'হঁতৰ ভোগত লাগিলহেঁতেন। সিহঁতৰ গতি বোধ হয় অলপ লেহেম হৈ পৰিছিল। হঠাৎ কৰ্তাৰ মাত শুনি চঁক খাই উঠিল।

দোলাৰপৰা মুখ উলিয়াই ৰামকালীয়ে কৈছে, "হেৰা বোপাহঁত, টোপনিৰ জালে ধৰিছে নে কি? অলপ খৰকৈ ব'লচোন ব'ল।"

কথাষাৰ শেষ কৰিয়েই কবিৰাজে হঠাতে মত সলালে, "হেৰা বাপাহঁত ৰ'চোন—ৰঃ, লাহে লাহে গৈ থাক, পিছফালৰপৰা আন এখন দোলা অহা যেন পাইছোঁ।"

চাৰিওজন দোলাভাৰীৰ আঠখন ভৰি থমকি ৰৈ গ'ল। ওঁ, শব্দ এটা ওলাইছে হয় পিছফালৰপৰা। হঠাতেই ওলাইছে যেন। হুম্ হুম শব্দটো ক্ৰমাত স্পষ্ট হৈ আহিছে।

প্ৰধান দোলাভাৰী গদাই ভুঁইমালীয়ে দোলাব দোলামাৰিৰ পৰা মূৰ ঘূৰাই পিছফালৰ বাটলৈ চাই উলাহেৰে ক'লে, "দৌতা, কথা হওঁতে ঠিকেই কৈছে। দোলা এখন অহা যেনেই পাওঁ, কোনোবা দৰা আহিছে যেন লাগিছে।"

দৰা! ৰামকালীয়ে দোলাৰ ভিতৰৰপৰা ডিঙি মেলি চালে আৰু গলগলীয়া মাতেৰে ক'লে, "দৰা আহিছে বুলি তোক কোনেনো খিতাদহে বাতৰি দি গ'ল?"

গদাই ভুঁইমালীয়ে মূৰ খজুবাই ক'লে, "দোলাত হালধি সনা কাপোৰৰ টুকুৰা ওলমি থকা দেখা পাইছোঁ দৌতা আৰু দুলীয়াবিলাকৰ পিন্ধনত ৰঙচুৱা খেঁটে।"

'খেঁটে' হ'ল চুৰিয়াৰ সংক্ষিপ্ত সংস্কৰণ। আন বহুতো শ্ৰমজীবীৰ দৰে দোলাভাৰী সকলেও পুৰা দীঘৰ চুৰিয়া বা ধুতি পিন্ধিব নোৱাৰে। পিন্ধেনো ক'ৰপৰা? পাটেৰে বোৱা ঢৰীয়া কাপোৰ বা বস্তাৰ দৰে ডাঙৰি সুতাৰে সাতহতীয়া চুৰিয়া 'খেঁটে' হ'ল সিহঁতৰ জাতীয় পোছাক। লোকৰ ঘৰৰ কাম-বনত, বিয়া, লগুণ-দিয়নি আদিত ৰঙা ৰঙেৰে বোলোৱা এই আৰু চুৰিয়া সিহঁতে মাজে-মধ্যে পায়। এই পোছাকৰ সুবিধাও ঢেৰ! একেবাহে তিনি-চাৰি মাহমান 'খাৰ-মাটি'ৰে ধোৱা-পখলা নকৰিলেও পিন্ধিব পাৰি।

কেৱল ৰঙা-হালধীয়া ৰঙেই নহয়, ক্ৰমাত মানুহবিলাককো মনিব পৰা হৈ আহিছে। গদায়েই আন এটা আনন্দজনক আৱিষ্কাৰো কৰিলে, "দোলাৰ

পিছে পিছে গৰু গাড়িও আহি আছে দোঁতা, গৰুৰ ডিঙিৰ টিলিঙাৰ শব্দও কাণত পৰিছে। এওঁলোক দৰাঘৰীয়া নহৈ নোৱাৰে। এই পোনেই ক'ৰবাত বিয়া হ্বাগে। সোঁ কাষৰীয়া গাঁওখনৰ বাটেদিয়েই ওলাইছে।"

"দোলা নমা!" ৰামকালীয়ে গহীন কণ্ঠেৰে আদেশ কৰিলে।

প্ৰকৃত ঘটনা গদায়ে আন্দাজ কৰা মতে হয় নে নহয় চোৱা আৱশ্যক। আৰু লগতে এই কথাটোও জনা আৱশ্যক যে, যদি কথা সঁচায়ে গদায়ে কোৱা মতেই হয়, তেনেহ'লে তেওঁৰ গাঁৱত নো কোন এনে অশিষ্ট মানুহ—যিজনে জীয়েকৰ বিয়া পাতিছে, অথচ ৰামকালীক কোৱা নাই? আৰু এইখন গাঁৱৰ নহয়ো যদি, গাঁৱৰ মাজেদি বৰ-বৰযাত্ৰীৰে সৈতে ক'লৈ যাবলৈ ওলাইছে সেই খবৰটোও লোৱা দৰকাৰ।

ৰামকালীৰ মনত যি কথাযেই নাথাকক, দোলাভাৰীবিলাকে মুহূৰ্তৰ বাবে হ'লেও ৰক্ষা পালে। এজোপা আহঁত গছৰ তলত দোলাখন নমাই থৈ অলপ আঁতৰতে থিয় হৈ কান্ধৰ গামোচাৰে বিচিবলৈ ধৰিলে। দোঁতাৰ চকুৰ আগত তো আৰু বতাহ ল'ব নোৱাৰে।

অলপ সময়ৰ পাছতেই দূৰৱৰ্তী দোলা অদূৰৱৰ্তী আৰু ক্ৰমে ক্ৰমে নিকটৱৰ্তী হ'ল। ৰামকালী দোলাৰপৰা ওলাই আহি কান্ধত থকা ৰেচমৰ চাদৰখন পৰি পাটিকৈ কান্ধত লৈ ৰাজোচিত ভংগীৰে থিয় হৈ গুৰু গম্ভীৰ কণ্ঠেৰে মাত লগালে, "কোন যায? ক'লৈ যোৱা হৈছে?"

দোলা ৰ'ল। নৰৈ আগবাঢ়ি যোৱাৰ সাধ্য কাৰ আছে, এই কণ্ঠলৈ উপেক্ষা কৰি?

দোলা ৰ'ল।

দৰা আৰু দৰা-ধৰাজন দোলাৰ ভিতৰত বহি ৰ'ল। দৰা-ধৰাৰ লগতে কিশোৰ দৰাটিয়েও দোলাৰ ভিতৰৰপৰা সভয়ে ডিঙি মেলি মুখখন উলিয়ালে।

এই দীৰ্ঘকায় গৌৰকান্তি পুৰুষজনা মাটিত নামি থিয় হৈ আছে, গতিকে দোলাৰ ভিতৰত কোন নো বহি থাকিব পাৰে তেওঁৰ সন্মুখত?

এই দোলাখনৰপৰাও নামি আহিল দৰা-ধৰাজন। কৰযোৰে ক'লে, "আপুনি—ডাঙৰীয়া?"

ৰামকালীৰ তেতিয়া ভ্ৰূকুঞ্চিত হৈছেই, তীক্ষ্ন দৃষ্টিৰ শৰসন্ধান চলিছে দোলাৰ ভিতৰত। অভ্যাসবশতঃ হাত দুখন দাঙি প্ৰতি-নমস্কাৰৰ ভংগীৰে ক'লে, "মই ৰামকালী চট্টোপাধ্যায়।"

"ৰামকালী চাটাৰ্য্যি!"

দৰা-ধৰা ভদ্ৰলোকজনে বিহ্বল হৈ—আত্মগতো নহয় প্ৰশ্নসূচকো নহয়, স্খলিত ভাৱে কৈ পেলালে, "কবিৰাজ!"

"হয়। ল'ৰাটিৰ কপালত চন্দন দেখি ভাবিলোঁ, বিবাহ নেকি !"

এই ভদ্ৰলোক বয়সত ৰামকালীতকৈ সৰু নহ'লেও বিনয়ত কীটানুকীটৰ দৰে সৰু হৈ পদধূলি লৈ ক'লে, "হয় দিয়ক। অহোভাগ্য ! কেনে পৰম সৌভাগ্য মোক যে এই শুভযাত্ৰাত আপোনাৰ দৰশন পালোঁ।"

ৰামকালীৰ দৃষ্টিৰ সেই শৰসন্ধান বন্ধ নহ'ল, তথাপি মৃদুকৈ হাঁহি মাৰি ক'লে, "মোক চিনি পায় ?"

"কি কৈছে নো ডাঙৰীয়া ? আপোনাক চিনি নোপোৱা কোনোবা দুৰ্ভগীয়া এই অঞ্চলত আছে নে ? পিছে চাক্ষুষ দৰ্শনৰ সুভাগ মোৰ ইতিপূৰ্বে হোৱা নাছিল। ৰাজু, ওলাই আহি পদধূলি লোৱাঁহি।"

"হ'ব হ'ব—থাওক, বিয়াৰ দৰা।" ৰামকালীয়ে তেওঁৰ স্বভাৱসিদ্ধ গহীন গম্ভীৰ মাতেৰে সুধিলে, "আপোনাৰ পুত্ৰ ?"

"নহয় মহাশয়, মোৰ ভ্ৰাতুষ্পুত্ৰ। মোৰ কনিষ্ঠ সহোদৰৰ পুত্ৰ। তেওঁ গো-যানেৰে পিছে পিছে আহি আছে। অন্যান্য আত্ম-কুটুম্বও আহিছে—তেওঁলোকৰ লগত আছে।"

"অ'—। পিছে কন্যাটিনো ক'ৰ ?"

"এয়া—'পাটমহল'ৰ। পাটমহলৰ লক্ষ্মীকান্ত বানাৰ্জিৰ পৌত্ৰী—"

"লক্ষ্মীকান্ত বানাৰ্জিৰ পৌত্ৰী ?" ৰামকালী হঠাতেই যেন সচেতন হৈ উঠিল, "হয় নেকি ? আপোনালোক নো ক'ৰ ? আপোনাৰ পিতৃদেৱৰ নাম ?"

"আমি বলাগড়ৰ। পিতৃদেৱৰ নাম স্বৰ্গীয় গংগাধৰ মুখোপাধ্যায়, পিতামহৰ নাম স্বৰ্গীয় গুণধৰ মুখোপাধ্যায়, মোৰ নাম—"

"হ'ব, আপোনাৰ নামত প্ৰয়োজন নাই, তেনেহ'লে—আপোনালোক মুখুটি কুলীন ? পিছে আচাৰ-আচৰণ যজমান ভট্টাচাৰ্য্যৰ সদৃশ কিয় ? বাৰু সেই কথা বাদ দিয়ক, আপোনাৰ সৈতে দুষাৰমান কথা আছে। —দৰা লৈ ওলাইছিল কেতিয়া ?"

'যজমানি ভট্টাচাৰ্য্য' কথাষাৰত ঈষৎ ক্ষুব্ধ হৈ দৰাৰ বৰদেউতাক গম্ভীৰভাৱে ক'লে, "আভ্যুদয়িক শ্ৰাদ্ধৰ পাছত।"

"বুজিলোঁ, পিছে—বেলা কিমান হৈছিল তেতিয়া ?"

"এয়া—এপৰ মানৰ আগতে।"

"অ'—। পাত্ৰৰ কপালৰ চন্দনৰেখা সেই তেতিয়াৰেই নে কি ?"

চন্দনৰেখা ! এয়া নো আকৌ কেনে প্ৰশ্ন ?

পাত্ৰৰ বৰদেউতাক বিভিন্ন প্ৰশ্নৰ সম্মুখীন হ'বলৈ প্ৰস্তুত আছিল। কিন্তু পাত্ৰৰ কপালৰ চন্দনৰেখাংকনৰ কাল-নিৰ্ণয়ৰ দৰে অদ্ভুত প্ৰশ্নৰ বাবে প্ৰস্তুত নাছিল। সেয়েহে তেওঁ হেবাং মানুহৰ দৰে সুধিলে, "কি নো ?"

"সুধিছোঁ যে ল'ৰাটিৰ কপালত চন্দন লগোৱা হৈছিল কেতিয়া, সেই যাত্ৰাকালতে নে ?"

"হয় হয়, অৱশ্য অৱশ্য।" ল'ৰাটোৰ বৰদেউতাকে উৎসাহৰে ক'লে, "যাত্ৰাকালত তিৰোতাসকলে যেনেকৈ কৰি দিয়ে তেনেকৈ দিয়া হৈছে, আমাৰ পৰিয়ালৰ—বুজিলে নে—তিৰোতাসকল এইবোৰ কামত পাকৈত আৰু নাম-ডাকো যথেষ্ট আছে। জোৰণ দিয়াতে বোলক, আলিপনতে বোলক, নোবনীতে বোলক আৰু দৰা-কইনা সজোৱাৰ কামতে বোলক—"

দোলাখনৰ ভিতৰলৈ চাই চাই ৰামকালী অলপ যেন অন্যমনস্ক হৈ পৰিছিল, ইতিমধ্যে পশ্চাৎবৰ্তী গৰুগাড়ি দুখন কাষ চাপিল। দোলা নমাই থোৱা আৰু আন এখন দোলাৰ আৰোহীৰ লগত বাক্য-বিনিময়ৰ কাণ্ড দেখি অলপ বিব্ৰতভাৱে দৰাৰ দেউতাকো নামি আহি তেওঁলোকৰ ওচৰত থিয় হ'ল।

অন্যমনস্ক ৰামকলীয়ে দীঘলকৈ হুমুনিয়াহ কাঢ়ি গহীন মাতেৰে ক'লে, "আপোনাক মই এটি অনুৰোধ কৰিছোঁ মুখাৰ্জি ডাঙৰীয়া, আপুনি যাত্ৰা স্থগিত কৰক।"

যাত্ৰা স্থগিত! বিবাহ যাত্ৰা!

পাত্ৰৰ দেউতাক-বৰদেউতাক দুয়ো ঠৰ লাগিল। এই মানুহজন বলিয়া নে চয়তান? নে কইনাঘৰৰ সৈতে কিবা ধৰণে ঘোৰ শত্ৰুতা আছে?

ইফালে, দোলাভাৰীহঁত ঘামি-জামি তৎ হেৰুউৱা যেন হৈছে, টৌ টৌৱা ৰ'দৰ তাপ অসহ্য হৈ উঠিছে। দুয়োখন দোলাৰ দোলাভাৰীহঁতে সিহঁতৰ মাজতে কথা পাতিছে এই বিষয়টোৰ উমঘাম লবলৈ। সিহঁতে ঘনাই এওঁলোকৰ ফালে চাই আছে, কেতিয়া আকৌ দোলা কঢ়িয়াবলৈ মাতে কি ঠিক।

ঘটনা যে কিবা এটা ঘটিছে, সেই কথা অনুমান কৰি ইতিমধ্যে গৰুৰ-গাড়িৰপৰা এজন মানুহ জাঁপ মাৰি নামি আহিল। এওঁ হ'ল দৰাৰ পেহাক। গাড়িৰ ছৈৰ ভিতৰত থাকি ঘামি-জামি জুৰুলি-জুপুৰি হৈ এনেয়ে তেওঁৰ মন-মিজাজ উগ্ৰ হৈয়েই আছিল, এতিয়া যাত্ৰা স্থগিতৰ কথা শুনি তেওঁ তিৰ্হতিহাই উঠি সুধিলে, "আপুনি নো কোন ডাঙৰীয়া? লগোৱা-ভঙোৱাৰ আৰু ঠাই বিচাৰি নাপালে। শুভযাত্ৰা কৰি দৰা ওলাইছে, বাটৰ মাজত ৰখাই টোটক-নাটকখন কৰিছে -"

মুখাৰ্জি ভ্ৰাতৃদ্বয়ে ভনী-জোঁৱাইৰ এইহেন দুৰ্বিনীত বচনত বিচলিত হৈ টপৰাই ক'লে, "আস্—গাংগুলী ডাঙৰীয়া, কাক কি কৈছে? এখেত কোন আপুনি জানেনে?"

"থোৱা হে থোৱা—এওঁ কোন জানিবলৈ নিবিচাৰোঁ মই। যি আবুৰ-হুৰ্মত নজনা মানুহে এইবোৰ আগ-গুৰি নথকা কথা কৈ ফুৰিব পাৰে—"

"কথা নক'বি!" হঠাতে যেন নিদ্ৰিত বাঘে সাৰ পাই গৰ্জি উঠিল, "মনে মনে থাক বামুণৰ ঘৰৰ কুষ্মাণ্ড!"

"মুখাৰ্য্যি!" বাঘৰ পাছত শিয়ালে চিঞৰি ক'লে, "থিয়ৈ থিয়ৈ অপমানিত হ'বলৈ তোমাৰ পুতেৰাৰ বিয়াৰ দৰাঘৰীয়া হৈ অহা নাই। এওঁ চাগৈ তোমাৰ কোনোবা-কুনুবি বুকুৰ কুটুম? ঠিক আছে—এওঁক লৈয়েই তেন্তে বিয়া কৰোৱাগৈ, মই আহিলোঁ।"

"আস! কি যে কৰিছে আপুনি গাংগুলী ডাঙৰীয়া, এখেত হ'ল আমাৰ সাতখন গাঁৱৰ ঘাই-মুৰীয়া, কবিৰাজ চাটাৰ্য্যি ডাঙৰীয়া। এখেতে নিশ্চয়েই কিবা অনিবাৰ্য্য কাৰণত যাত্ৰা স্থগিতৰ আদেশ—"

"কবিৰাজ চাটাৰ্য্যি! আঁ!"

গাংগুলীৰ চুৰিয়াৰ পোন্ধ ঢিলা হৈ পৰিল, তেওঁ চকুৰ পচাৰ নৌ পৰোঁতেই আধা বেগেতমান জিভা উলিয়াই, সেই জিভা দাঁতেৰে কামুৰি, দুয়ো হাতেৰে কাণ মুছৰি, বয়সৰ মৰ্য্যাদা পাহৰি দীঘল দি পৰিল।

ৰামকালীয়ে দণ্ডবৎ হোৱাজনলৈ দৃকপাতমাত্ৰ নকৰি আগৰদৰেই ধীৰ ভাবে ক'লে, "হয়, অনিবাৰ্য্য কাৰণতেই কৈছোঁ মুখাৰ্জি ডাঙৰীয়া, যাত্ৰা স্থগিত ৰাখক। নহ'লে আপোনালোকৰ পুত্ৰৰ বিবাহযাত্ৰা অকাৰণে স্থগিত ৰাখিবলৈ কোৱাৰ দৰে অৰ্বাচীন মই নহওঁ।"

ডাঙৰজন মুখাৰ্জিয়ে হাত মোহাৰি মোহাৰি ক'লে, "হয় দিয়ক—হয়, সেই কথা আৰু ক'ব লাগিছেনে? মানে হেৰি—লক্ষ্মীকান্ত বানাৰ্জিৰ বংশত কিবা দোষ—"

"আঃ, মুখাৰ্জি ডাঙৰীয়া, মোক ইমান নীচ বুলি নাভাবিব। মোৰ বক্তব্য হ'ল—পুত্ৰৰ বিবাহ কৰাবলৈ গৈ আপুনি বিপদগ্ৰস্ত হৈ পৰিব। আপোনাৰ পুত্ৰ অসুস্থ।"

পুত্ৰ অসুস্থ! আও! এয়া নো আক' কি আওপকীয়া কথা! এয়া দেখোন সাগৰৰপৰা শিল উফাৰ অহাৰ লেখীয়া কথা। এই শিলাঘাতৰ আশংকা তো নাছিল! কইনাঘৰৰে কিবা গণ্ডগোল থাকিব পায়, আৰু এওঁ নিশ্চয় কইনা পক্ষৰ 'বিশেষ হিতৈষী'—মুখাৰ্জিহঁতে এই বুলিয়েই ভাবি আছিল। কিন্তু সিও নহয়, আদবাটতে কি যে বিপৰীত কাণ্ড!

"পুত্ৰ অসুস্থ! কিনো কৈছে কবিৰাজ দেউ? এয়া একেবাৰে অসম্ভৱ কথা কৈছে দেখোন। সম্পূৰ্ণ সুস্থ পুত্ৰ মোৰ—। উপবাস আৰু ভৰ-দুপৰৰ তাপত বোধ কৰোঁ দেখাত অলপ শুকান শুকান লাগিছে।" সৰুজন মুখাৰ্জিয়ে কাতৰ কণ্ঠেৰে ক'লে।

"নহয়, শুকান শুকান লগা নাই।" ৰামকালী কবিৰাজে জলদগম্ভীৰ কণ্ঠেৰে ক'লে, "বৰঞ্চ তাৰ বিপৰীতহে। দন্তুৰমত বসন্থ যেনহে লাগিছে,

ভালকৈ চাওক। মই দেখা মাত্ৰকে মন কৰিছিলোঁ কথাটোলৈ আৰু আপোনাক নিবৃত্ত কৰিবলৈ সংকল্প কৰিযেইহে এইদৰে বাট ভেটি থিয় হৈছোঁ। ল'ৰাটিৰ গাত মই শিৰঃশূলী-সান্নিপাতিকৰ লক্ষণ দেখা পাইছোঁ। বিবাহ সভালৈ গৈ আপুনি সংকটতে পৰিলহেঁতেন। ঘৰলৈ উভতি যাওক, কন্যাগৃহলৈ সম্বাদ প্ৰেৰণ কৰক।"

দৰাৰ পেহাকে আগৰ বিনম্ৰতা পাহৰি আকৌ হঠাতে জাঙুৰ খাই উঠিল:

"ভাল লেঠাত পৰিলোঁ দেখোন! আজি বিয়া, ৰাতিৰ প্ৰথম প্ৰহৰত লগন, এতিয়া ল'ৰাক ঘৰলৈ ওভতাই লৈ যাম, আৰু পাছত কইনাঘৰলৈ সম্বাদ পঠাম অসুস্থ বুলি? ল'ৰা-ধেমালি পাইছে নোক? আপুনি যে কইনাপক্ষৰ এজন ডাঙৰ হিতৈষী সেই কথাত সন্দেহ নাই।"

ৰামকালীৰ গোৰ মুখ ৰ'দৰ তাপত এনেয়ে টিকটিকীয়া ৰঙা হৈ পৰিছিল, এইবাৰ ভো ভো কৰে জ্বলা অগ্নিৰ দৰে হৈ পৰিল। তথাপি উত্তেজিত হৈ নুঠিল।

তাচ্ছিল্যৰে সৈতে গাংগুলীৰ প্ৰতি কটাক্ষ কৰি ক'লে, "ও, ঠিকেই কৈছে, বিশেষ হিতৈষী। লক্ষ্মীকান্ত বন্দ্যোপাধ্যায ডাঙৰীয়া মোৰ মোমাইদেউৰ সহপাঠী, পিতৃতুল্য। তেওঁৰ নাতিয়েকজনী বিবাহৰ ৰাতিযেই বিধবা হোৱাটো মোৰ মনঃপুত হ'ব নোৱাৰে।"

নিৰ্মল নিৰ্মেঘ আকাশৰপৰা যেন বজ্ৰপাত হ'ল। কেনে সৰ্বনশীয়া কুলক্ষণীয়া কথা!

এয়া অভিশাপ—

নে অপ্ৰকৃতিস্থ মস্তিষ্কৰ প্ৰলাপ?

মুখাৰ্জিহঁতে ডিঙিৰ লগুণ হাতেৰে খামুচি ধৰি হাহাকাৰ কৰি উঠিল।

ৰামকালী যেন স্থিৰ নিষ্কম্প দীপশিখা,—কঠিনহৃদয় বিচাৰকে অপৰাধীক মৃত্যুদণ্ডেৰে দণ্ডিত কৰিও যেনেকৈ স্থিৰ থাকে, তেনেকৈ অচল অটল স্থিৰ হৈ থিয় দি থাকিল।

অভিসম্পাত দিবলৈ নহ'ল।

হাতৰপৰা লগুণ এৰি দি মুখাৰ্জিহঁত কান্দি উঠিল:

"কি নো কৈছে কবিৰাজ দেউ?"

"মই কি কৰিম কওক, মই আপোনালোকৰ মুখৰ আগতে এনেকৈ স্পষ্টকৈ ক'বলৈ বিচৰা নাছিলোঁ, আপোনালোকেই কোৱালে। শুনক, যদি অহিত নিচিন্তে, এতিয়াও পুত্ৰক তাৰ জননীৰ ওচৰলৈ লৈ যাওক। মই স্পষ্ট দেখা পাইছোঁ স্বযং 'কাল' তাৰ শিৰোদেশত সমুপস্থিত। অধিক বাক্যব্যযেৰে আৰু সময়ৰ অপচয় নকৰিব, তদুপৰি আপোনালোক উগ্ৰাৰল হ'লে পুত্ৰও বিহ্বল হৈ পৰিব।"

কিন্তু মুখাৰ্জিহঁতো তেজ-মঙহৰ মানুহহে।

তেওঁলোকৰ মনও বিশ্বাস-অবিশ্বাসেৰে তৈয়াৰী।

যিটি ল'ৰা এতিয়াও এইখন দোলাৰ ভিতৰত থমথমকৈ বহি আছে, ইয়াত কি হৈছে-নহৈছে মাজে মাজে ডিঙি মেলি মেলি চাই আছে, যিটি বালকৰ কপালত এতিয়াও চন্দনৰ ৰেখা জাজ্বল্যমান, আৰু কণ্ঠশোভিত মালাৰপৰা সুগন্ধ আমোলমোলাইছে—সেই ল'ৰাটিৰ শিৰোপৰি কালফুৰা থিয় হৈছেহি বুলি সামান্য এজন মানুহৰ কথাত পতিয়ন যাব লাগিব? আৰু সেই কথা সাৰোগত কৰি এজন নিৰীহ ভদ্ৰলোকক মৰণান্তক সৰ্বনাশৰ গহ্বৰলৈ নিক্ষেপ কৰি মৃত্যুৰ দৰে 'যাত্ৰা-কৰা' দৰাক লৈ উভতি যাব? বানাৰ্জিহঁতৰ অৱস্থা কি হ'ব? কন্যা ভ্ৰষ্টালগ্না হোৱাটো বাৰু মৃত্যুতকৈ কমনে?

হ'বই নোৱাৰে।

ওহোঁ।

ই অসম্ভৱ।

এয়া নিশ্চয় কিবা চক্ৰান্ত।

হয়তো এই চাটাৰ্জিৰ লগত লক্ষীকান্ত বানাৰ্জিৰ কিবা শত্ৰুতা আছে, নহ'লে এই মানুহজন। আচলতে ৰামকালী কবিৰাজেই নহয়।

এওঁ নিশ্চয় কোনোবা আমঠ বামুণ।

তথাপি এই ব্যক্তিত্বৰ প্ৰভাৱৰ আগত সকলো কথাত কিবা যেন আউল লাগি যায়।

আৰু সন্তান সম্পৰ্কে ইমান কঠোৰ অভিশাপসদৃশ কথা!

সৰুজন মুখাৰ্জিয়ে এবাৰ অদূৰবৰ্তী দোলাখনলৈ চাই ৰুদ্ধশ্বাস কণ্ঠেৰে ক'লে, "মই—মই কিন্তু অসুস্থতাৰ কোনো লক্ষণ দেখা পোৱা নাই কবিৰাজদেউ!"

ৰামকালীয়ে বিষাদব্যঞ্জক হাঁহি মাৰি ক'লে, "দেখা পোৱাহেঁতেন মোৰ সৈতে আপোনাৰ কোনো প্ৰভেদেই নাথাকিলহেঁতেন, মুখাৰ্জি ডাঙৰীয়া। আহক, এই ফালে কাষ চাপি আহক।—ল'ৰাটিৰ কপালৰ চন্দনৰেখালৈ চাওক। চন্দন এতিয়াই ঘঁহা যেন লগা নাইনে? এইমাত্ৰ ঘঁহা চন্দনৰ দৰেই আৰ্দ্ৰ। অথচ আপোনালোকে কৈছে যে এপৰৰ আগতে চন্দন ঘঁহা হৈছিল। তেনেস্থলত চন্দন এতিয়া শুকাই খৰখৰীয়া হোৱাৰ কথা। নাই হোৱা। কিয়নো গুপ্ত সান্নিপাতিকেৰে সৰ্বশৰীৰ বসস্থ হৈ উঠিছে—"

"এয়ে কথা!"

হঠাতে দৰাৰ বৰ-দেউতাক হোহোৱাই হাঁহি উঠিল, "কবিৰাজদেউ,

গ'ল, পোৱাঁতী বৈশীযেকজনী, তাই যে যাত্ৰাকালত গিৰিয়েকক এবাৰ ঘূৰিপৰা চকুৰেও চাবলৈ নাপালে, এইবোৰ কথা-কাণ্ড বৰ ভাল হ'লনে ?"

ইতিমধ্যে বেৰৰ সিফালৰ দুৱাৰেদি সোমাই আহি মোক্ষদা যে কেতিয়া আহি থিয় হৈছিল আৰু এই আলোচনাৰ শেষাংশ শুনি আছিলহি, কোনেও গমেই পোৱা নাছিল। মোক্ষদাৰ কাপোৰ আঁঠুৰ ওপৰলৈ কোঁচোৱা, কান্ধৰ ওপৰত গামোচা অৰ্থাৎ মোক্ষদা গা ধুবলৈ ওলাইছে। অৱশ্যে গা ধুবলৈ ওলোৱা বুলিযেই যে তেওঁ ঘৰৰ এই 'ভিতৰ-চ'ৰা'ৰ অৰ্থাৎ শোৱা-ঘৰৰ মজিযা পালেহিহেঁতেন তেনে নহয়, পিছে আজিৰ কথা বেলেগ। আজিৰ দিনটোৰ উত্তেজনাৰ মাজত ইমান মৰণ-জীয়ন গিযান কৰিলে নচলে, আজি লাগিলে ঘাটত দুই-এটা জোবোৰা মাৰি আকৌ ডাঙৰ পুখুৰীলৈ যাব ভালকৈ গা ধুবলৈ। কিন্তু আজি ইহঁতৰ এই মেলত ভাগ লোৱাটো দৰকাৰ।

মোক্ষদাই সৰু ননন্দীৰ কথাখিনি শুনিছিল আৰু তাৰেপৰাই গোটেই নাটকখন অনুধাৱন কৰিব পাৰিছিল। সেইদেখি তেওঁ তিনি আঙুলিৰে খুপি খুপি খানিকমান আগুৱাই আহি ক'লে, "কি ক'লা সৰু বোৱাৰী, কি ক'লা ? আকৌ এবাৰ কোবাছোন শুনো ?"

শিৱজাযাই অৱশ্যে আৰু এবাৰ নক'লে, মাত্ৰ ওৰণিখন টানি লৈ মুখখন ঘূৰালে।

মোক্ষদাই কাঠ-হাঁহি এটা মাৰি ক'লে, "নক'লেও অৱশ্যে হ'ব, কাণত সোমালেই সকলো। পিছে মই ভাবি আছোঁ সৰু বোৱাৰী, তুমি নো ইমান ডাঙৰ ভট্টাচাৰ্য্য হৈ উঠিলা কাহানিৰপৰা ? যাত্ৰাকালাত আমাৰ ৰাসুৰ, পৰিবাৰৰ সৈতে দেখাদেখি নহ'ল বুলি তুমি শোকে-বেজাৰে আই ধৰ্ বাই ধৰ্ কৰিছা। বোলোঁ আইধৰতকৈ বাইধৰ চাৰ নহ'লনে ? কলিত নো আৰু কিমান পুইণ হ'ব ? চাৰিকাল গৈ গৈ কলিৰ এতিয়া ভৰপক। শুভ কামলৈ যাত্ৰা কৰোঁতে মানুহে ঠাকুৰ-দেৱতাৰ পট চাইহে ওলায়, গুৰুজনৰ চৰণ দৰিশন কৰি ওলায়—তিনিকাল গৈ একালত লাগিল—আমি এলাই-জাবৰী এলাবাদুহঁতে এই কথাই জানি আহিছোঁ অতকাল ধৰি। পৰিবাৰৰ বদন দৰিশন নকৰাকৈ ওলালে জাতি যায়, এইহেন কথা তোমাৰে পৰাই পথম শুনিলোঁ সৰুবোৱাৰী।"

শিৱজায়াই ননদক ভয় কৰে সঁচা, সেই বুলি ইমানবোৰ মানুহৰ আগতে দেখদেখকৈ হাৰি যাবলৈকো মন নগ'ল, সেয়েহে মুখৰ ওপৰতে আকৌ উত্তৰ দিলে, "মই ৰাসুৰ কথা নাই কোৱা সৰু ননন্দী, বৰ নাতি-বোৱাৰীৰ কথাহে কৈছিলোঁ। অভাগীয়ে নাজানিলে নুশুনিলে—অকস্মাতে শিৰে হৈল সৰ্পাঘাত, নিজৰ মানুহজন নিজৰ হৈ থাকোঁতে শেষ বাৰৰ বাবেও চাবলৈ নাপালে, —সেই কথাকে কৈ আছিলোঁ।"

হঠাৎ মোক্ষদাই খিলখিলাই হাঁহি দিলে, "বোলো অ' সৰুবোৱাৰী, ঘৰ মচি দুৱাৰত লেচা থৈ লাভ নো কি? যাতাৰা গানৰ পালা ৰচাচোন! সইত্তই ফকৰা ৰচিলে, তুমিযেই বা পিছ পৰি থাকা কেলেই? তোমালোকৰ মতি-বুদ্ধিৰ যি চিন-পৰিচয় পালোঁ, এয়া আৰু গিৰস্তঘৰৰ যুইগ্য নহয়। তুমি ঘুগুলীযে চাৰিকাল গৈ একালত ভৰি দিছা, সেইবোৰ কথা ক'বলৈ লাজ নালাগিলনে তোমাৰ? পৈঁযেৰটো জানে। মোবা-লাড়ু, যে অকলেই গোটেইটো নাখালে পেট নভৰে, ভাগ হৈ গ'লেই ভদীযা চৰুটো হ'ব? ছি ছি ছিঃ! এজন মানুহক কিমান ডাঙৰ অথন্তৰৰ পৰা উদ্ধাৰ কাৰবলৈ উধতুৱা হৈ ওলাই গ'ল ৰামকালী,—আৰু তাৰ কাইয্যৰ এওঁলোকে বেদ-ব্যাখ্যান উলিযাইছে!"

বযসে ডাঙৰহ'তৰ এই বাক্‌যুদ্ধৰ মাজত সত্যই তধা লাগি চাই আছিল, মোক্ষদাৰ মুখ জাপ নৌ যাওঁতেই হঠাৎ আইতাকৰ কাষৰ পৰা আঁতৰি আহি কৈ দিলে, "সৰু আইতাই ঠিকেই কৈছে পেহীআইতা। দেউতাৰ নিসন্দেহে একেবাৰে অনিযায হৈছে।"

দেউতাকৰ অন্যায!
সন্দেহৰো থল নাই, নিসন্দেহে!
চোতালত বজ্রপাত হ'ল নেকি!
কলিকাল শেষ হৈ প্ৰলযৰ আগজাননী?

## সাত

আঁচল জুবুৰিয়াই লৰাই-চৰাই তলৰ পানী ওপৰ আৰু ওপৰৰ পানী তল কৰি কৰি সিহঁতে গৰম পানী শীতল কৰি আছিল। বেলি লহিয়ালে, তথাপি পুখুৰীৰ পানী বকবকাই উতলি আছে যেন। এই পানীত নামি জোবোৰা মাৰিলে দেহ শীতল হোবাৰ সলনি জ্বলন-পোৰণ হয়, তথাপি পানীৰ আকৰ্ষণ প্ৰবল আকৰ্ষণ, সেযেহে বেলিয়ে ভাটী দিয়াৰ লগে লগে চুবুৰিৰ ছোৱালীহঁত জপং জপংকৈ পানীত পৰে।

চাটাৰ্জ্জি-পুখুৰীৰ পানী 'তোল্ বোকা ঘোল'কৈ ঘোদালি আছিল পুণ্য টেঁপি পুঁটি খেঁদি প্ৰমুখ ছোৱালীহঁতে। সিহঁতে ভাবিছে সত্য কিয় এতিয়াও ওলোৱাহি নাই, আৰু অনুপস্থিত সত্যাৰ সন্তুষ্টিৰ অৰ্থেহে বোধ হয় পানী শীতলীকৰণৰ অভিযান ইমান খৰতকীয়াকৈ কৰি আছে। সত্য হ'ল সিহঁতৰ প্ৰাণৰ পুতলী।

সত্যাবতী এই ছোৱালীমখাৰ কেবল দলনেত্ৰীয়েই জানো ?

ঈশ্বৰেহে ক'ব পাৰিব কোন গুণেৰে সত্য সকলোটিৰ হৃদয়নেত্ৰীও। 'সত্য-বিহীন' খেল-ধেমালি সিহঁতৰ মানত 'শিবহীন দক্ষযজ্ঞ'। পুখুৰীত জঁপিয়াজঁপিৰ ক্ষেত্ৰত সত্যাযেই অগ্ৰণী। সেযেহে সিহঁতে সেই উতলা পানী তল-ওপৰ কৰি থাকোঁতে পৰস্পৰক সুধিছিল: 'সইজুৰ কি হ'ল ঐ ?' 'ঘৰতো নাই দেখোন।' 'ঠিক সময়ত ওলাবহি বুলি কৈছিল মোক।' বাৰীতে ক'বাত ঘূৰি ফুৰিছে নেকি এতিয়াও ?' 'ধেৎ, অকলে অকলে জানো বাৰীত ঘূৰি ফুৰিব।' 'আবিযে ছোৱালী, ভয় ডৰ নাইনে ?' 'ভয় ? ডৰ ? সত্যাৰ আক' ভয় কিহৰ ? চাবি—তাই শহুৰৰ ঘৰলৈ গৈ পেহী-শাহুৱেককো ভয় নকৰিব।' 'অসম্ভৱ নহয়, তাই যিহে ছোৱালী।'

সত্য যে তাইৰ সকলো সখী-সংগিনীহঁতৰ প্ৰাণৰ দেবী, তাৰ ঘাই কথা বোধ হয় সত্যাৰ এই নিৰ্ভীকতা। যি গুণ, যি সাহস নিজৰ মাজত নাই, সেই গুণ সেই সাহস আনৰ মাজত দেখা পালে মুগ্ধ হোৱাটো মানুহৰ স্বভাৱধৰ্ম। নিৰ্ভীকতাৰ বাহিৰেও সত্যাৰ আৰু কত গুণ আছে! খেলা-ধূলাৰ বিষয়ত সত্যাৰ উদ্ভাবনী শক্তি অতুলনীয়, গাৰ বল আৰু কৌশল দুয়োটাই আনৰ তুলনাত এশগুণ বেছি। বিৰাট এডোখৰ কটা গা-গছ ৰছীৰে বান্ধি অকলে টানি অনাটো সত্যাৱতীৰ পক্ষে মুঠেই অসম্ভৱ নহয়,

আকৌ সেই গা-গছডোখৰক বগৰাই বগৰাই পুখুৰীৰ পানীত পেলাই ভুব কৰাটোও সত্যৰ কৌশলেইহে ঢুকি পায়।

তাৰোপৰি ফকৰা ৰচা। ফকৰা ৰচাৰ পাছৰ পৰা চুবুৰিৰ গোটেইজাক ল'ৰা-ছোৱালীয়েই সত্যৰ পিছে পিছে ফুৰা হৈছে।

সেইজনী সত্যৰ কাৰণে সিহঁতে পানী শীতল কৰিব—এয়া নো কিবা ডাঙৰ কথা হ'লনে ? কিন্তু সত্যই নো ইমান পলম কৰিছে কিয় ? ইপিনে ইহঁতৰ সময়ো উকলি আহিছে। আইতাক-পেহীয়েকহঁতে এবাৰ চৈতন্য পাই বিচাৰি ফুৰিলেই 'আধ্যা' পৰিল।

পিছে ঠিক এই সময়ছোৱাই হেনো অভিভাৱিকা সকলে কিঞ্চিৎ দিবানিদ্ৰা যোৱাৰ সময়, সেইদেখিহে ইহঁতৰ এই অবাধ স্বাধীনতা। ওঁ, এই ভাটীবেলাতেহে গৃহিণীহঁতে অলপ ঘোঁৰা-বাগৰ দিব পাৰে। গোটেই বছৰ ধৰি নোৱাৰে, (মাইকী মানুহে দিনত ঘুমটি মৰাৰ দৰে কুলক্ষণীয়া বিষয় বিশ্ব-সংসাৰত আৰু থাকিব পাৰেনে ?), নিতান্ত এই আমৰ দিনকেইটা।

আমৰ যে 'ৰাগী' আছে। গৃহিণীহঁতে কয় 'আমৰ মদ'।

আম খোৱা বা নোখোৱা, এই আমৰ বতৰত শৰীৰ গেৰো-গেঁথো লাগিবই। অৱশ্যে নোখোৱাৰ প্ৰশ্নই নুঠে। আম-কঁঠাল নো নাখায় কোনে ? হৰু ভট্টৰ মাকৰ দৰে আম-হেন বস্তুক জগন্নাথৰ নামত উছৰ্গা কৰিব পাৰে কোনে ? হৰু ভটচাযৰ মাকে তেওজবেলি শ্ৰীক্ষেত্ৰলৈ গৈ এই কাণ্ড কৰি আহিল। 'ক্ষেত্ৰ কৰা'ৰ পাছত জগন্নাথক ফল অৰ্পণ কৰিব লাগে বাবে আম ফলটোকে দি থৈ আহিছে। মনৰ খেদত সেইবাৰ হৰু ভট্টই আমৰ বাৰী বেচি দিবলৈ ওলাইছিল, কৈছিল, 'মাৰ ভোগতে নালাগিল যদি আমৰ বাৰীত নো মোৰ দৰকাৰ কিহলৈ ?" পিছে ভট্টৰ মাকে পুতেকক হাতত ধৰি বুজাই-বৰাই শাঁত কৰিছিল, কৈছিল, 'বোপা, চিৰটিকাল ধৰি খাই থাকিলোঁ, তথাপি খোৱাৰ লালচ নুগুচে, সেই দেখি কওঁ, যিটো দইব্যত ইমান আসক্তি, সেই দইব্যহে জগৰনাথক উচ্ছুগ্‌গা কৰিম। সেই বুলি তই বাগানথনকে উছন কৰিবি নে ? ল'ছালীহঁতে নাখাব নোকি ?'

ল'ৰা-ছোৱালী বুঢ়া-ডেকা সকলো আমৰ ভক্ত। আমৰ বতৰত দিনো একুৰি ডেৰকুৰি আম খোৱা কোনো কথাই নহয়।

অৱশ্যে আম সেইবুলি সকলোৱে নাখায়। অৰ্থাৎ খাবলৈ নাপায়।

পৰিয়াল এটাত সদস্যসকলৰ শ্ৰেণীৰ হিচাপ মতেই আমৰো শ্ৰেণী ভাগ কৰা হয়। ঘৰখনৰ মুখিয়ালসকলৰ নৈবেদ্যৰ বাবে লাগে 'ঘোৰ কলম' গোলাপখাছ, ক্ষীৰসাপতি, নৱাবপচন্দ্, বাদশ্বাভোগ, ঢাউছ ফজলি ইত্যাদি, গৃহিণীসকলৰ ভোগৰ বাবে আছুতীয়াকৈ থৈ দিয়া হয় পেয়াৰাফুলি, বেলসুৰাসী, কাশীৰ চেনি, সেন্দুৰ মেঘ।

আৰু জীযাৰী-বোৱাৰী ল'ৰা-ছোৱালীহঁতৰ ভাগ্যত মিলে 'ৰাশি'ৰ আম। এপাচি নহ'লে যাৰ নহ য, দ'মে দ'মে নাথালে যাৰ হাবিযাস নুগুচে সিহঁতক 'ৰাশি'ৰ আমৰ বাহিৰে আৰু নো কি আম দিযা হ'ব? ঘৰত থকা পাচিয়ে পাচিয়ে আম খাযো সিহঁতৰ জানো হেঁপাহ নপলায? জলপান খাওঁতে ইচ্ছামতে পায আৰু খায, কিযনো গৃহিণীসকলে প্ৰকৃতিৰ দাক্ষিণ্যৰ এই সময ছোৱাত মুড়ি ভজাৰ পৰ্বৰপৰা কিঞ্চিৎ ৰেহাই লয়। কিন্তু তথাপি, ঘৰত 'মধুকুলকুলি' আমৰ পাহাৰ শেষ কৰি সিহঁতে তেতিয়াই আকৌ 'বোৱাৰী পলোৱা' বা 'বান্দৰ ভেবাচেকা' আমৰ বাৰীলৈ লৰ ধৰে। তেঁতেলীতকৈও সাত-চাৰ টেঙা সেই আমবোৰ খোৱাৰ সহজ সহায হ'ল মুঠিয়ে মুঠিযে নিমখ। অৱশ্যে অতি তুচ্ছ হ'লও নিমখ সংগ্ৰহ কৰাটো বালকবাহিনীৰ পক্ষে বৰ উজু নহয়, কিযনো এই বস্তুটিৰ ভঁৰাল হ'ল ৰান্ধনি ঘৰতহে। আৰু ৰান্ধনি ঘৰ হ'ল গৃহিণীহঁতৰ খাচমহল। আৰু এই গৃহিণীহঁত হ'ল একেবাৰে সহানুভূতিহীনতাৰ প্ৰতীক। ল'ৰা-ছোৱালীহঁতৰ যিকোনো কথাতে তেওঁলোক সদায খড়্গহস্ত। নিমখ এজেবা খুজিলে প্ৰথমে যে খেদা মাৰিব সেই কথা খাটাং। পিছে ল'ৰা-ছোৱালীহঁতৰ এটা কথাত ভাগ্য ভাল যে সিহঁত প্ৰায সমযতে তেওঁলোকৰ মানত অস্পৃশ্য, গতিকে মৰিয়াবলৈ খেদি আহিলেও মাৰিব নোৱাৰে। তাৰ পাছত বিভিন্নভাৱে কাবৌ-কাকুতি, খাটনি-লোটনি ধৰাৰ পাছত নিমখ অলপমান দিযে, যদিও দিব সোণৰ ওজনৰ জোখাৰে। দিব—আৰু লগতে ক'ব, "আকৌ সেই টেঙা আমসোপা গিলিবিগৈ, নহয? ঘৰত ইমানকৈ খায়ো তহঁতৰ হেঁপাহ নপলায। কি মৰ-খক্ হৈছে অ' তহঁতৰ? কি যে নাও-পেটা হৈছ! মৰিবি মৰিবি—তেজ-হাগনি হৈ মৰিবি। আটাইমখা একেলগে 'মনসাৰ থান'লৈ যাবি বুলিয়েই পাপীহঁত একেলগ হৈছ।"

গালি নোখোৱাকৈ নিমখ? সেই কথা সিহঁতৰ কল্পনায়ো ঢুকি নোপোৱা কথা।

সত্যাই আগতে চৰণ মুদীৰ দোকানৰপৰা ভালেখিনি যোগাৰ কৰি আনিব পাৰিছিল যদিও ইদানীক অৰ্থাৎ উঠন হোৱাৰ পাছৰপৰা গেলা মালৰ দোকানলৈ গৈ নিমখ খুজিবলৈ লাজ কৰা হ'ল তাই। বৰ বেছি আঁতৰত থিয় হৈ নিচেই সৰু ল'ৰা বা ছোৱালীক উচটাই পঠায়।

কবিৰাজৰ জীয়েক হোৱা বাবে সমাজখনত সত্যাৰ অলপ প্ৰতিষ্ঠা আছে। সেই প্ৰতিষ্ঠাৰ মৰ্য্যাদা ৰাখিব নালাগিবনে? আজি দুপৰীয়াও আমৰ বাৰীলৈ সত্যা গৈছিল, তাৰ পাছত এসমযত ঘৰলৈ গুচি আহিল।

খেঁদি অলপ কল্পনা-প্ৰবণ, সেয়েহে তাই ক'লে, "সত্যাৰ শহুৰেকৰ খবৰপৰা কোনোবা আহিল নেকি?"

"ধেৎ! শহুৰৰ ঘৰৰপৰা এনেযে কোনোবা আহিব কিয? আৰু আহিলেওবা, সত্যৰ সৈতে তাৰনো কি দৰকাৰ? কোনোবা আহিলেও চণ্ডী মণ্ডপতেহে বহিব।"

হঠাতে পুঁটি চিঞৰি উঠিল, "আহিল, আহি গ'ল।"

"আহিল? বাচিলোঁ, জীৰ ঘূৰাই পালোঁ।"

"ইমান পলম হ'ল যে সইত্ত? আমি সেই অৰ্থানিৰেপৰাই পানী ঠাণ্ডা কৰি আছোঁ।"

সত্যই কোনো উত্তৰ নিদিয়াকৈ গম্ভীৰভাবে ঘাটৰ ভগা চিৰিৰে সাবধানে পানীলৈ নামি গ'ল।

"কি অ' সইত্ত, মুখত মাত নোহোৱা হৈছ যে তোৰ! অ' আই—ইমান ভেমেঁঠ জুৰিছ কেলেই ঔ?"

সত্যই এমোকোৰা পানী লৈ কুলকুলিযাই মুখ ভেঙুচাই ক'লে, "ভেমেঁঠ জুৰিলোঁ আক' কেতিযা অ'? লোকৰ ৰীতি-পৰ্কিতি দেখি বিৰ্কিচনা লাগি গৈছে।"

"কিয কিয? কাক দেখি? কাৰ কথানো কৈছ?"

সত্যই জ্বলি-পকি উঠি ক'লে, "কৈছোঁ আমাৰ জটাদাৰ ঘৈণীযেকৰ কথা। ছেঃ! মাইকীজাতিৰ কলংক।"

সত্যৰ বযস নবছৰ, এতেকে সত্যই এনে ধৰণৰ কথা ক'ব নোৱাৰিব, তাইৰ পক্ষে এইবোৰ কোৱা অসম্ভৱ বুলি ভবাৰ কাৰণ নাই। অকল সত্য কিয—নিতান্ত হাবাং আজলী ছোৱালীহঁতৰ বাহিৰে, সেই আমোলৰ আঠ-ন বছৰীযা ছোৱালীহঁত বাক্য-বচনৰ ক্ষেত্ৰত পাৰ্গতেই আছিল। নহ'বইবা কিয? চাৰি বছৰ বযসত ভৰি দিযাৰেপৰাই ছোৱালীহঁতক আনৰ ঘৰলৈ যোৱাৰ তালিম দিযা হৈছিল, আৰু ছোৱালীহঁতৰ ঘূৰা-ফুৰাৰ ক্ষেত্ৰ নিৰ্বাচন কৰা হৈছিল আদ-বুঢ়ী তিৰোতাসকলৰ মাজত। এই 'শিশুহঁত'ৰ আগত তেওঁলোকে অবাধে আৰু আবুৰ নামানি যিকোনো কথাৰ বকলা মেলিছিল।

গতিকে—সত্যই যদি কোনোবাজনীৰ ওপৰত ক্ৰুদ্ধ হৈ তাইক 'মাইকী-জাতিৰ কলংক' বুলি কয, সেই কথাত আচৰিত হ'বলগীযা একো নাই।

পুণ্যই টপৰাই সুধিলে, "কিয কিয়? কি হ'ল ক'চোন?"

"যমেহে জানে।" এই বুলি কৈ পোনতে অলপপৰলৈ যমৰ ওপৰত কোৱাৰ দাযিত্ব দি থৈ তাৰ পাছত সত্যই মুখ ফালি তীখা দিবলৈ ধৰিলে, "মই আৰু জনমতো তাইৰ মুখদৰ্শন নকৰোঁ। ছি ছিঃ! গৈছিলোঁ, বোলোঁ—আস্! গিৰিযেক-শাহুৱেকৰ ভয়তে তাই বেমাৰত দৰব পালিও খাব নোৱাৰে, তাইৰ অৱস্থা বা কি চাই আহোঁগে। সৰুপেহী তাৰকেশ্বৰলৈ

যোৱা শুনি মন-চিত ভালেই লাগি আছিল। গৈ—তা'পাছত যি দেখিলোঁ —ছি ছি ছিঃ! কি যে অসৎ বাসনা!"

ছোৱালীহঁতে শংকিত দৃষ্টিৰে চাই ৰ'ল, সত্যইবা কেনে ভয়াবহ কাহিনী উদ্ঘাটন কৰে।

কেৱল পুণ্যাইহে ভয়ে ভয়ে সুধিলে, "কি দেখিলি অ?"

"কি দেখিলোঁ? ক'লে পতিয়াবি জানো? গৈ দেখোঁ জাটাদাদা ঘৰতে বহি আছে, আৰু নবৌৱে তাক পাণ-তামোল সজাই দিছে আৰু হাঁহি-মাতি ৰং-ৰহইচ কৰিছে।"

"জটাদাদা?" খেঁদি পুঁটি টেঁপি আটাইকেইজনীয়ে একেলগে কৈ উঠিল, "অ হৰি! এই কথাতে নো তোৰ ইমান খং উঠিলনে? শাহুৱেক ঘৰত নাই বুলিহে ইমান খামীডাঠ হৈছিল তাইৰ।"

"সেই বুলি পাণ-তামোল সজাই দিব? হাঁহি-খিকিন্দালি কৰিব?" খঙে সত্যৰ চুলিৰ আগ পালেগৈ।

পুণ্যাই এইবাৰ আৰু ভয় খালে। তথাপি ক'লে, "হওক তেও—আন কোনোবা তো নহয় তো, নিজৰ গিৰিয়েকটোহে—"

"নিজৰ গিৰিয়েক?" সত্যই দুবাৰমান মুখখন কুলকুলিযাই ক'লে, "বাঢ়নীৰে কোবাওঁ এনে গিৰিয়েকৰ মুখত। যিটো গিৰিয়েকে গোৰ মাৰি যমৰ দক্ষিণ দুৱাৰলৈ পঠায় তাৰ লগত বহি আকৌ ৰং-ৰহইচ। ডিঙিত কলহ বান্ধি নমৰে কেলেই? নে চিপজৰী পোৱা নাই? মোক কি ক'লে জান? ক'লে—মোৰ পৈয়ে মোকহে মৰিয়ালে, তোমাক মৰিযাবলৈ যোৱা নাই নহয় ননন্দী? তেনেহ'লে নো তোমাৰ গাত কিহৰ পোৰণি উঠিল যে ফকৰা গাই জোকাই ফুৰিছা? তা'পাছতো মই আৰু তাইৰ মুখ চাই থাকিমনে?"

সত্যই তাইৰ শাড়ীৰ আঁচল সোলোকাই পানীৰ ওপৰত জোৰে জোৰে আছাৰিবলৈ ধৰিলে। সখীবাহিনী অলপ বিপদত পৰিল।

সিহঁতে অভিযুক্ত আচামীক বৰ বেছি দুষিব নোৱাৰে, কিয়নো স্বামীয়ে এদিন এবাৰ দবনি-পিটা দিলে বুলিয়েই যে জীৱনতো আৰু সেই স্বামীলৈ পাণ-তামোলৰ বটাটো আগবঢ়াই দিব নোৱাৰিব, এনে কঠোৰ ক্ষমাহীন মনোভাৱ ইহঁতৰ পক্ষে আযত্ত কৰা টান। আৰু ওপজাৰেপৰাই ইহঁতে শুনি আহিছে 'কটাৰী চিকুণ শিলে, তিৰোতা চিকুণ কিলে'। গতিকে—জটাৰ অন্যায়ৰ জোখ-মাখ লোৱাটোও ইহঁতৰ পক্ষে অসম্ভৱ। অথচ সত্যৰ কথাৰ প্ৰতিবাদ কৰিব নোৱাৰি, সত্যৰ কথাত হয়ভৰ নিদিলে নহয়।

কিন্তু—কিন্তু সেয়া নো কি? কি! কিহৰ শব্দ?

হঠাতেই বোধহয় সিহঁতৰ এই বিপদত মধুসূদনে ৰক্ষা কৰিলে।

পুখুৰীৰ পাৰৰ বাটৰ কাষত তালগছৰ শাৰীৰ সিফালে যেন ঘোঁৰাৰ খুৰাৰ শব্দ উঠিল।

ঘোঁৰাৰ খুৰাৰ শব্দ নহয় নে? কোন আহিল ঘোঁৰাত উঠি?

পুণ্য ততাভুকুতাকৈ পুখুৰীৰ পাৰলৈ উঠি আহিল আৰু থিতাতেই মৰি-পৰি আকৌ ঘূৰি আহি চিঞৰি ক'লে, "হেই সইত্ত, মাজুদাদা!"

মাজুদাদা। অৰ্থাৎ ৰামকালী।

সত্যাই বিশ্বাস নকৰি মুখ ভেঙুচালি কৰি ক'লে, "সপোন দেখিছ নেকি? দেউতা জীৰাটলৈ নাই যোৱা জানো?"

"আহা-হা। গৈছিল হয়, কিন্তু তাত নিগাজীকৈ থাকিব বুলি যোৱা নাছিল নহয়? উভতি নাহিব কিয়?"

ইতিমধ্যে ঘোঁৰাৰ খুৰাৰ শব্দ এবাৰ অলপ ওচৰ চাপি আহিল কিন্তু ক্ৰমাত আকৌ আঁতৰি গ'ল।

সত্যাই ডিঙি মেলি এবাৰ চাবলৈ চেষ্টা কৰিলে, তাৰ পাছত নিৰ্লিপ্ত ভাৱে ক'লে, "তোমাৰ বুদ্ধিও যে! দেউতাই ঘোঁৰাত উঠি জীৰাটলৈ গৈছিল নেকি? নে দোলাখনেই মাজবাটতে ঘোঁৰা হৈ গ'ল?"

দোলা! ঠিকেই তো! পুণ্যই দোধোৰ-মোৰত পৰি ক'লে, "মই কিন্তু অলপ আগতে মাজুদাদা আৰু মাজুদাদাৰ ঘোঁৰাটোক দেখা পাইছিলোঁ। ঘৰৰ ফালেই গৈছিল দেখোন!"

গৈছিল হয়। তেন্তে জিৰাটৰ সেই ৰোগীৰ হঠাৎ যোৱা-থোৱা অৱস্থা হ'ল নেকি? সেয়েহে হঠাৎ কিবা অব্যৰ্থ ঔষধৰ দৰকাৰ হ'ল—যাৰ বাবে দোলা এৰি ঘোঁৰাত উঠি উধাতু খাই আহিবলগীয়া হৈছে কবিৰাজ ৰামকালী?

খেঁদিয়ে ক'লে, "যিয়েই কি নহ'ক সইত্ত, তই ঘৰলৈ যাগৈ যা। কবিৰাজ বৰপিতাৰ বাহিৰে এই গাঁৱত আৰু কোনে নো ঘোঁৰাত উঠিব?"

সঁচা কথা। ঘোঁৰাত উঠিব কোনে?

ঘোঁৰানো আৰু কাৰ আছে? এই অঞ্চলৈ কাচিৎ-কেতিয়াবাহে বৰ্ধমানৰ ৰজাৰ কোনোবা কৰ্মচাৰী বা ইষ্ট ইণ্ডিয়া কোম্পানিৰ মানুহ ঘোঁৰাৰ পিঠিত উঠি আহে। নহ'লেনো ঘোঁৰা কোনে ক'ৰপৰা পাব?

সত্য-বাহিনী পুখুৰীৰপৰা উঠি আহিল।

এতিয়া, পোনপ্ৰথমে আটাইকেইজনীয়েই সত্যহঁতৰ ঘৰলৈ যাব লাগিব। কিয়নো, ঘোঁৰা-ৰহস্য ভেদ নকৰাকৈ কোনেনো থিৰেৰে থাকিব পাৰে?

পানীৰে জেপজেপীয়া তিতা কাপোৰেৰে আৰু ৰুণুক-জুনুক নেপুৰ বজাই সিহঁতে খোজ ল'লে। কিন্তু কি তাজ্জৱ কাণ্ড! এয়া দেখোন একেবাৰে পৰীৰ গল্পৰ দৰে!

সত্যহঁতৰ ঘৰ পাওঁ পাওঁ হওঁতেই সিহঁতে দেখা পালে যে ৰামকালীয়ে আকৌ ঘোঁৰাত উঠি ঘৰৰপৰা ক'ৰবালৈ ওলাই গৈছে, এইবাৰ তেওঁৰ পিছফালে তেওঁৰ পিঠিত ধৰি বহি গৈছে আন এজন মানুহ।

এই মানুহজন হ'ল সত্যৰ ককায়েক। ৰামকালী চাটাৰ্জিৰ মাহীমাকৰ ল'ৰা কুঞ্জবিহাৰীৰ বৰ পুত্ৰ ৰাসবিহাৰী।

পুণ্যৰ কথাই সঁচা। অশ্বাৰোহী ব্যক্তি ৰামকালীয়েই। কিন্তু এই কথা লৈ পুণ্যই এতিয়া আৰু ফুৰ্টান মৰা নাই, তাই ঘোঁৰাৰ খুৰাৰ আঘাতত উফৰি উঠা ধূলিৰ ধুমুহালৈ ভেবা লাগি চাই থাকি নিঃশ্বাস এৰি ক'লে, "কথা কি ক'চোন ?"

"মযো তাকেহে ভাবিছোঁ।" সত্যই অবাক হৈ ক'লে, "ঔষধ নিবলৈকে যদি আহিছিল দেউতা, বৰদাদাক নো আকৌ পিঠিত তুলি লৈ যাব লাগে কিয় ?"

"তাকেহে নাই বুজা — !"

প্ৰচণ্ড গৰম, তথাপি জেপেজেপীয়া তিতা কাপোৰৰ ওপৰত বতাহে ডেউকা কোবাই যোৱাত গাটো সিৰসিৰাই গ'ল। সত্যই এইবাৰ বিচক্ষণীয়া ভাব দেখুৱাই ক'লে, "ওঁ, ব'ল ব'ল, দুৱাৰমুখত থিয়ে থিয়ে কথা চোবাই থাকি কি লাভ ? ঘৰলৈ গ'লেই গম পাম কি হৈছে। তহঁতি তিতা কাপোৰকানি সলাই আহগৈ যা। মই চাওঁগৈচোন কথানো কি।"

কিনো কথা! এইবোৰ কথা সত্যৰ হিচাপৰ একেবাৰে বাহিৰৰ কথা। কেৱল সত্যৰে কিয়, সকলোটিৰেই হিচাপে ঢুকি নোপোৱা কথা। ঘোঁৰাত উঠি ধুমুহা অহাদি আহি গোটেই সংসাৰখনৰ ওপৰত যেন এচটা প্ৰকাণ্ড শিল দলিয়াই দি উভতি গ'ল ৰামকালী। সেই শিলচটাৰ আঘাত কোনেও সহজে চম্ভালিব নোৱৰাত পৰিছে।

সত্য ঘৰৰ ভিতৰ-চ'ৰা পালেগৈ। ভিতৰ-চ'ৰাৰ চোতালৰ সোঁমাজত থোৱা ডুলি দুটাৰ মাজৰ ঠাইকণতে থিয় হৈ আছে বৰমা, ঠিক যেন কাঠৰ পুতলা-টোহে, আৰু বাৰাণ্ডাৰ চিৰিৰ ওপৰত গালত হাত দি গছৰ মুঢ়াৰ দৰে ঠৰ হৈ বহি আছে তাইৰ আইতাক। আৰু বাৰাণ্ডাৰ ওপৰত জুম বান্ধি বহি আছে ঘৰৰ আন সকলোটি। মাত্ৰ পেহী আইতাকহে তাত নাই।

অৱশ্যে পেহী আইতাক নথকাটো অস্বাভাৱিক নহয়। কিয়নো তেওঁ এই মেলেছহঁতৰ বাৰাণ্ডাত কেতিয়াও ভৰিকে নিদিয়ে। এই বাৰাণ্ডাত ছনে-বনে বাটে-ঘাটে ঘূৰি ফুৰা ল'ৰা-ছোৱালীহঁত সদায় আহি উঠেহি, ঘৰৰ ডাঙৰীয়া সকলৰ থৰম উঠেহি।

পেহী আইতাকহে নাই, কিন্তু আন সকলোটি আহি ইয়াত গোট খাইছেহি, কিয় ? অথচ কাৰো মুখত কথা নাই। ফুচ-ফাচ গুজুৰ-

গাজাৰ, ওৰণিৰ তলত হাত-মুখৰ লৰা-চৰা। সত্যই যিমানদূৰ সম্ভৱ দূৰত্ব বজায ৰাখি আইতাকৰ কাষ চাপি বহি লৈ ঠাৱে-ঠিঁঘাৰে সুধিলে, "কি হ'ল আইতা ?"

দীনতাৰিণী নিমাত।

অবশেষত সত্যই আকৌ সুধিলে, "অ' আইতা, দেউতাই তেনেকৈ উধাতু খাই আহিযেই আকৌ নো গ'ল ক'লৈ ?"

"দীনতাৰিণী নিৰ্বাক।

"বোলোঁ কি হ'ল—নিবোকা চামোনে লম্ভিলে নেকি ? কথাৰ উত্তৰ দিয়া নাই কেলেই ? কোৱানা আইতা, দেউতাই জিৰাটৰপৰা তেনেকৈ' ফোপাই-জোপাই ঘোঁৰাত উঠি আহিছিলেইবা কিয়, আকৌ থিতাদহে উভতি গ'লবা কিয় ? আইতা অ'—কোবাচোন কোৱা—বোলোঁ তোমালোকৰ হ'ল কি ? মুখৰ মাত নো হৰিলে কোনে ?"

তথাপি দীনতাৰিণীৰ ওঁঠ নলৰিল, পিছে ওঁঠ লৰালে তেওঁৰ সৰু জাযেক শিবজাযাই। মাথোন ওঁঠেই নহয অকস্মাৎ হাত-ভৰি মুখ আটাই-বোৰ অংগ সঞ্চালন কৰি ক'বলৈ ধৰিলে, "বোলোঁ মুখৰ মাত হৰাৰ নিচিনা কাণ্ড কৰিলে নহৰিনো আৰু হ'ব কি ? তোৰ বাপেৰে যিহে নোহোৱা-নোপজা কাণ্ড কৰি থৈ গ'ল।"

"আস ! খোলাখুলিকৈ নো নোকোবা কিয় ? দেউতাই ঘোঁৰাত উঠি উধাতু খাই আহি আকৌ উভতি গ'ল ক'লৈ ?"

"তেনেহ'লে তযো দেখিলিযেই দেখোন। আৰু নো আজল-মঠালিখন কৰিছ কেলেই ? তোৰ দেউতাৰে ৰাসুক লৈ গ'ল বিয়া দিবলৈ।"

"বিয়া দিবলৈ ! ধেৎ।" সত্যই পৰিস্থিতৰ মৰ্য্যাদা পাহৰি হি হি কৈ হাঁহি হাঁহি লুটি-বাগৰ খাই ক'লে, "আ—হা, মোক যেন সৰু আইতাই আজলীজনী পাইছে। বৰদাদাৰ বিয়া দিবলৈ বাকী আছে জানো ? বৰদাদা বোলে ল'ৰাৰ বাপেকীও হ'ল—"

"হ'ল পিছে কি হ'ল ?" এইবাৰ হঠাৎ দীনতাৰিণী গুজৰি উঠিল। তেওঁ নাতিনীযেকক ভেকাহি মাৰি ক'লে, "বৰ কথাবাহীজনী ওলাইছ দেখোন, আখৈহে ফুটিছে যেন। ল'ৰাৰ বাপেকী হ'লে আৰু বিয়া কৰিব নাপায ? মহাভাৰতত অশুদ্ধ হৈ যাব, নহয ?"

সত্যই কিবা উত্তৰ দিযাৰ আগতেই শিৱজাযাই শালক শিঙীয়ে বিন্ধাৰ দৰে বৰজাযেকৰ মুখতে ধৰিলে, "মহাভাৰত অশুদ্ধ হোৱাৰ কথা কোৱা নাই বাইদেউ, পিছে নকৈ নোৱাৰোঁ—ৰামকালীয়ে যে কাকো সোধ-পোছ নকৰিলে, কাৰো চকুৰে-কাণেও নেপেলালে, ল'ৰাটোক একেবাৰে চিলাই থাপ মৰা দি লৈ

আপুনি বোধকৰোঁ পথশ্ৰমৰ ফলত অধিক ক্লান্ত হৈ পৰিছে, সেয়েহে লক্ষণ-নিৰ্ণয়ত আপোনাৰ ভ্ৰম হোৱা সম্ভৱ। ঘাম-কালি ঘাম ওলোৱা বাবে চন্দন নুশুকাল, কথা ইমানেই। হেৰা ভাৰীহঁত, ব'লা ব'লাহে, সোনকাল কৰা। শুভযাত্ৰাত কি যে বিপত্তি।"

ৰামকালী কবিৰাজে লক্ষণ-নিৰ্ণয়ত ভুল কৰিলে!

ৰামকালীৰ নিজৰেই মূৰৰ সিৰা টিংটিঙাবলৈ ধৰিলে।

ৰামকালীয়ে ইযাৰপৰা গুচি যাবলৈ তেওঁৰ দোলাখনৰ ফালে খোজ লৈও বৈ দিলে আৰু আগতকৈও গহীনগম্ভীৰ কণ্ঠেৰে ক'লে, "শুনক মুখাৰ্জি ডাঙৰীযা, ৰামকালী কবিৰাজে লক্ষণ-নিৰ্ণয়ত ভুল কৰিছে—এই কথা অন্য সময়ত কোবাহেঁতেন তাৰ সমুচিত উত্তৰ পালেহেঁতেন। কিন্তু এতিয়া আপোনাৰ সংকট-সময়, সিফালে বানাৰ্জিহঁতো বিপদগ্ৰস্ত, সেয়েহে মাৰ্জনা কৰিলোঁ। লক্ষ্মীকান্ত বানাৰ্জিৰ ঘৰলৈ এতিয়াই সম্বাদ প্ৰেৰণ কৰা প্ৰযোজন আৰু সেই কামটো মযেই কৰিব লাগিব। আবশ্যক হ'লে দোলা এৰি ঘোঁৰা ল'ম। পিছে আপোনাক শেষ সাবধান-বাণী শুনাই থওঁ, ল'ৰাটিৰ মূৰৰ সিৰা ছিগি ভিতৰত ৰক্তক্ষৰণ আৰম্ভ হৈছে, চকুৰ সিৰাৰ বৰণ আৰু কুমৰ সিৰাৰ স্ফীতিলৈ লক্ষ্য কৰিলে কথাটো আপুনিও ধৰিব পাৰিব। মোৰ ধাৰণা, অলপ পাছতেই বিকাৰ আৰম্ভ হ'ব। কোবাটো কৰ্তব্য বুলিযেইহে ক'লোঁ আপোনাক। লক্ষণ-নিৰ্ণয়ৰ ভুল বুলি কৈছিল নহয়? ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ, ৰামকালী কবিৰাজৰ বিচাৰত ভুলেই যেন হয এই ক্ষেত্ৰত। ৰামকালীযে ৰ'দৰ ঘামকে 'কালঘম' বুলি ভবাৰ ভ্ৰান্তি কৰিলে—সেযে যেন হয। আৰু নো কি কওঁ? বাৰু, নমস্কাৰ হেৰ' গদাই —দোলাখন দাং, এইবাৰ বেগাই খোজ লচোন—বছিৰব তালৈ—ঘোঁৰাটোকে ল'ব লাগিব।"

দোলাভাৰীহঁতে মোজ লোবাৰ লগে লগে হঠাৎ দৌৰি আহিল সৰ্বজন মুখাৰ্জি।

প্ৰায কান্দোনৰদৰেই চিঞৰি ক'লে, "কবিৰাজদেউ—কবিৰাজদেউ ইমান ডাঙৰ সৰ্বনাশৰ কথা ক'লেই যেতিয়া ল'ৰাটোক অলপ ঔষধ-পাতিকে দি নাযাযনো কিয়?"

গম্ভীৰ বিষণ্ণ ভাবে হাতেৰে অসম্মতিসূচক ইংগিত দি, তাৰপাছত কপাললৈ হাত তুলি হাতযোৰ কৰি ক'লে, "দিবলগীয়া হ'লে আপুনি

ক'বলগা নহ'লহেঁতেন, মই নিজেই দিলোঁহেঁতেন। কিন্তু এতিয়া আৰু স্বয়ং ধন্বন্তৰীৰ পিতৃদেৱৰো সাধ্য নাই।"

সেইখন দোলাত তেতিয়া ডাঙৰজন মুখাৰ্জি উঠিলগৈ আৰু বিৰক্তিৰে ক'লে, "দুৰ্গা দুৰ্গা, যত্ত—মানে বিঘিনি। যাত্ৰাকালত কাৰ মুখ চাই ওলোৱা হৈছিল! ক'ৰবাৰপৰা উৎপতীয়া এটাই আউল লগাই—চেঃ! হেই ৰাজু, কলমাটিয়াইছ কেলে'? গৰমত কষ্ট হৈছে নেকি?"

ৰাজুৱে তাৰ ৰক্তবৰ্ণ চকুযুৰি মেলি ক'লে ঃ

"নহয় বৰদেউতা, কেৱল বৰ জাৰহে লাগিছে।"

## আঠ

দুঃসম্বাদৰ লগে লগেই অন্তেষপুৰত কান্দোনৰ ৰোল উঠিল। এয়া নো কি হৰিষত বিষাদ! বিনামেঘে বজ্ৰাঘাত! এনেহেন দুৰ্ঘটনা আৰু নো কাহানি কাৰ ঘৰত ঘটিছিল? ইমান ভয়ানক সৰ্বনাশৰ কল্পনা দুঃসপোনতো কোনোবাই কেতিয়াবা কৰিছিলনে?

এইমাত্ৰ বেইঘৰত শিল এচটাৰ ওপৰত থিয় হৈ স্নান সমাপন কৰি 'আবিয়ৈ মহী' ভাঙি, মাহ-হালধি ঘঁহি নোওৱাৰ কাৰণে নতুন ৰঙাপাৰিৰ শাড়ীখন পিন্ধি কেশ-পৰিচৰ্য্যাত বহিছিল, চুবুৰিৰ মহিলা শিল্পীসকলে 'কইনা'ৰ কেশ-ৰচনাত কোনে কিমান নৈপুণ্য প্ৰদৰ্শন কৰিব পাৰে তাৰ আলোচনাৰে ভিতৰ-চ'ৰা মুখৰিত কৰি তুলিছিল। হঠাৎ বাহিৰ চ'ৰাৰ পৰা দাবাগ্নিৰ দৰে দাৰুণ এই দুঃসম্বাদ ভিতৰ-চ'ৰাতো বিয়পি পৰিল।

অতি অবিশ্বাস্য হ'লেও বিশ্বাস নকৰি উপায় নাই। কিয়নো এই সম্বাদ আন কোনেও কঢ়িয়াই অনা নাই, আনিলে স্বয়ং ৰামকালীয়ে, যিজনৰ সম্পৰ্কে তিলপ্ৰমাণ সন্দেহ পোষণ কৰা অসম্ভৱ। নচেৎ মিছা দুঃসংবাদ ৰটি বিয়াখন ভাঙি ৰং চোবা মিতিৰ-কুটুম্বৰো অভাৱ নাই।

কিন্তু এওঁ হ'ল ৰামকালী!

গতিকে সম্বাদ মিছা হ'বও পাৰে, এনে আশাৰ কণিকামাত্ৰও নাই। নাই, কোনো আশা নাই। তদুপৰি কবিৰাজে নিজ চকুৰে দেখি আহিছে—পাত্ৰৰ শিৰোপৰি শমন।

গতিকে নতুন শাড়ী পিন্ধা আঠ বছৰমান বয়সৰ সেই হতভম্ব ছোৱালীজনীক আগুৰি ধৰি প্ৰবল প্ৰতাপেৰে যি ক্ৰন্দনৰোল উঠিছে তাতেই ছোৱালীজনীৰ মৃতপ্ৰায় অৱস্থা।

বিয়াৰ দিনা বিয়া কৰিবলৈ ৰাওণা-হোৱা-দৰাই মৃত্যুব্যাধিৰে সৈতে যাত্ৰা-ভংগ কৰি ঘৰলৈ উভতি গ'লে আৰু বিবাহলগ্ন ভ্ৰষ্ট হৈ গ'লে, কিনো ভয়ংকৰ সৰ্বনাশ হ'ব পাৰে—সেই কথা এই বেচেৰীৰ বুদ্ধিয়ে ঢুকি নোপোৱা কথা। কিবা অনিষ্ট হ'লে হ'ব তাইৰ ককাকৰ, তাইৰ নো কি?

কিন্তু তাইৰ যে কি হ'ব—সেই কথা তাই নুবুজিলেও আয়ুষ্মতী তিৰোতাসকলে তাইক সাবটি ধৰি, টনা-আঁজোৰা কৰি কৰি হায়ঔ বিঔ কৰিবলৈ ধৰিলে ঃ

"আই অ' প ট লী—তোৰে কপালত কিনো জুই লাগিল এ—তোৰ কপালত বিধতাই ইযাকেহে লিখি থৈছিল বুলি কোনে জানিছিলে ঐ —। আই ঐ—এই লগন-ভ্ৰষ্ট কইনাক ডিঙিত সাঙুৰি লৈ আমি কি কৰিম ঐ— ! হাযঐ তাতকৈ তোকেই কিয যমে ধৰি নিনিলে ঐ।"

তেওঁলোকে এইদৰে হাযঐ বিঐ কৰিবলৈ ধৰিলে আৰু পটলী ঠৰ হৈ বহি থাকিল। তাই বহি বহি গুণা-গঁথা কৰি মাত্ৰ ইযাকে বুজি পালে যে তাযেই ৰাতিটোৰ ভিতৰতে জহনিত পৰি মৰি থকাহেঁতেন এইবোৰ কাণ্ড-কাৰখানা একো এটাও নহ'লহেঁতেন।

ইপিনে চণ্ডিমণ্ডপত লক্ষ্মীকান্ত বানাৰ্জিযে মূৰে-কপালে হাত দি শিলৰ পুতলাৰ দৰে বহি আছে, আৰু সেই পুতলাৰ মস্তিষ্কৰ কোহে কোঁহে ধ্বনিত হৈছে 'এযা কি কৰিলা প্ৰভু ! এযা কি কৰিলা প্ৰভু !"

ৰামকালী যোৱাৰ পাছৰপৰা লক্ষ্মীকান্তই আৰু এটাৰ কথাও কোৱা নাই, কোনেও তেওঁক মাতিবলৈকো সাহস কৰা নাই। সিপিনে বৰপুতেক শ্যাম-কান্তযো শুকান মুখেৰে পুখুৰীৰ কাষৰ শিৰথানত মন মাৰি বহি আছেগৈ। দেউতাকৰ কাষ চপাৰ সাহস তাৰ নাই। তাৰে জোঁৱাই হৈছে হয, কিন্তু সেই বুলি বযসনো তাৰ আৰু কিমান ? এতিযাও বোধকৰোঁ ত্ৰিছৰ তলত। দেউতাকক সি যম দেখা দি দেখে।

পটলীৰ মাক বেহুলাও ভঁৰাল ঘৰৰ এচুকত বহি আছে মনে মনে। নিজকে তাই সবাতোকৈ বেছি অপৰাধিনী বুলি ভাবিছে। তাই নিশ্চযেই মহাপাপিষ্ঠা, নহলেনো তাইৰ জীয়েকৰ বিযাতহে ইমান ডাঙৰ দুৰ্লক্ষণ-দুৰ্ঘটনা ঘটিবলৈ পায নে ? আটাইবিলাকেই ফুচফুচাই কোৱাকুই কৰিছে —তাইৰ ছোৱালীজনীযেই হেনো কুলক্ষণীযা, ৰাক্ষসী, সেযেহে সুৰাগুৰি তোলাৰ আগতেই গিৰিযেকটোৰ মুৰ চোবাই খালে। এতিযা থাকক বেহুলা ওৰে জনম এই ডাংকা উঠা সৰ্বনাশী ছোৱালীজনীক ডিঙিত ওলোমাই লৈ ! জাতি ধৰ্ম কুল সকলো গ'ল, থাকিল মাথোন আমৰণ যম-যন্ত্ৰণা।

হওঁতে, বিযাৰ ৰাতি বৰ-বিভ্ৰাট নোহোৱা নহয। ৰভাতলীৰপৰাও দৰা ওলাই গুচি যোৱা বহুতে নেদেখা নহয, দেখিছে , কিন্তু সেইবোৰৰ কাৰণ বেলেগ। হযতো স্ত্ৰীধন বা যৌতুকৰ টকা সময়মতে দিব নোৱৰাত উথনা-উথনিৰ ফলত, নহ'লে বা কোনোবা হিতৈষীযে দৰা বা কইনাপক্ষীৰ 'কুলপঞ্জী'ৰ দোষ-ত্ৰুটিৰ কথা প্ৰকাশ কৰাত, নাইবা, নাইবা কন্যাপক্ষই আচল কইনাৰ সলনি ক'লী কুৎসিৎ কইনা গতাই দিবলৈ চেষ্টা কৰাত, উথনা-উথনিৰ পৰা হতাহতি, মৰামাৰিলৈ বাগৰে আৰু তাৰ পৰিণামত দৰাপক্ষই দৰা লৈ গুচি যায। কিন্তু তাৰ হেস্তনেস্তও তেতিযাই হৈ যায।

কিযনো, লগন উকলি গ'লেই কইনা চিৰকাল ফুলতে বাঁৰী হৈ বাপেকৰ ঘৰতে কাল কটাব লাগিব, এই বেজাৰতে চুবুৰিৰ কোনোবা এজনে কৰুণা-পৰবশ হৈ ক'কালত টঙালি বান্ধি লগ্ন পাৰ হৈ যোৱাৰ আগতেই আন এজন দৰা বিচাৰি আনিবলৈ ওলায আৰু বিচাৰি আনেও। তেতিযা বৰ লোকৰ জাতি-মান ৰক্ষা পৰে।

কিন্তু এযা যে একেবাৰে বিপৰীত কথা।

এইজনী যে সাক্ষাৎ ৰাক্ষসী কন্যা!

এইহেন পতিঘাতিনী ছোৱালীৰ বাবে নিজৰ ল'ৰাক উছৰ্গা কৰিব পৰা মহানুভৱ ত্ৰিজগতত আছে কোন?

ওহোঁ, বেহুলাৰ এই জীয়েকজনীৰ বাবে ৰাতাৰাতি দৰা বিচাৰি অনাৰ আশা দুৰাশাহে মাথোন।

অবশ্যে ৰামকালী কবিৰাজে কিঞ্চিৎ আশ্বাস দি থৈ গৈছে 'চেষ্টা কৰি চাও" বুলি, কিন্তু সেই আশ্বাস যে দৰাচলতে প্ৰবোধবাক্য সেই কথা বুজিবলৈও বাকী নাই। এনে এটা ভয়ানক দুঃসম্বাদ নিজে আহি দিলে, লাজতে তলমুৰ কৰিলে, সেযেহে এটা অলো-ভলো বুজনি দি গুচি গ'ল।

বেহুলা অকাজ-ভাগী হ'ব পাৰে, পিছে এইকণ বুজাৰ জোখাৰে বুদ্ধি একণ নথকা নহয।

হে আই ভগৱতী, পটুলী যে ইমান কুলক্ষণীয়া ছোৱালী সেই কথাটো তো কাহানিও বুজিবলৈ দিযা নাছিলা। ফুল হেন ছোৱালী, ঘৰৰ প্ৰথমা সন্তান, সকলোৰে আতোল-তোল হৈ ইমান দিন হাঁহি-মাতি নাচি-বাগি পখিলাটি হৈ ফুৰিছিল, সদ্যহতে, অলপ ডাঙৰ হোৱাতহে ঘৰতে সোমাই আছিল, যেনে চালে চকুৰোৱা তেনেকৈয়ে হাঁহিমুখীয়া, এইজনী ছোৱালী যে সৰ্বনাশী ৰাক্ষসী কোনে ভাবিব পাৰিছিল?

শহুৰ দেউতাকে কয় পটলীৰ হেনো দেৱগণ।

তেন্তে?

দেৱগণ ছোৱালীয়ে ৰাক্ষসগণৰ কপাল পালে কেনেকৈ? আৰু কেৱল আজিৰ দিনটোৰ বাবেই জানো? এই ছোৱালী ঘৰত থাকিলেও দেখোন সংসাৰ ছাৰখাৰ হৈ যাব।

মানদাৰ পেহীয়েকে স্পষ্টকৈয়েই ক'লে দেখোন কথাটো:

"এইজনী ছোৱালীকনো কোনে চপাই ল'ব আই? সংসাৰখন ছাৰখাৰ কৰাৰ বাসনানো কাৰ হ'ব কোৱাচোঁ? তাই ওৰে জীৱন এনেকৈ ডংকা উঠা হৈ পৰি থাকিব আৰু ককাকৰ সংসাৰখন—হেঁৰি কি বোলে—চোবাই চোবাই খাব—এয়ে আৰু!"

বেহুলাই উচুপি উচুপি কান্দিবলৈ ধৰিলে।

তাই কান্দি কান্দি ক'লে, "হে আই ওলাই বিবি, হে আই শীতলা গোসানী, পটলীক তোমালোকে লৈ যোৱা আই, তাইৰ এই ভিঠাত যেন তিনি নিশাও আবু নুপুৱায়।"

বেহুলাই মাটিত উবুৰি খাই পৰি কান্দিবলৈ ধৰিলে।

কান্দিছে সকলোটিয়েই।

ঘৰৰ গৃহিণীৰপৰা আৰম্ভ কৰি খেৰ-কটা বাগদী মাইকীজনীলৈকে। আনৰ দুখত কন্দাৰ এনে সুযোগ জীৱনলৈ কেইবাৰ আহে?

কন্দা নাই কেবল পটলীযে।

এৱেঁই হ'ল এই বিবাহবিভ্ৰাট-নাটৰ মুখ্য নায়িকা।

তাই বহুতো পৰলৈ ঠৰ হৈ ৰহি থকাৰ পাছত এইমাত্ৰ ভাবিবলৈ ধৰিছে যে বিযাখন যদি নহয়েই, তেনেহ'লে নো তাইক এতিযাও ইহঁতে উপবাসে ৰাখিছে কিয়? কিয় কোনেও এবাৰলৈকো কোৱা নাই—'হেৰ, তহঁতে তেন্তে এতিয়া পটলীক এমুঠি মতিচুৰ-ভজা বা সান্দহ-মিঠাই.ৰ পানী এঢোক খাবলৈ দে'। পটলীৰ পেটৰপৰা বুকুলৈকে পথাৰৰ ধুলিৰ দৰে শুকান যেন লাগি গৈছে।

কিন্তু পটলীৰ মুখ-বুকু ধুলি যেন শুকান হোৱাৰ এই তুচ্ছ কথাটো ভবাৰ সময বা গৰজ নো কাৰ আছে?

বৰঞ্চ পটলীৰ ওপৰত সকলোৰে তিগ্ৰমাশ্তি খং উঠিছে, ঘৃণাত নাক কোঁচাইছে সকলোৱে।

শ্যামকান্তই পুখুৰীৰ পাৰৰপৰা আহি আহি দুই তিনিবাৰ দুৰৰপৰা দেউতাকক জুমি জুমি চাই গৈছে আৰু দেউতাকক ধঁপাত নোহোপাকৈ ৰহি থকা দেখি, হাতত হোকা-চিলিম নথকা দেখি তাৰ মনটোত ইচাট-বিচাট লাগিছে।

কিন্তু সি যে এচিলিম ধঁপাত ভৰাই হোকাটো কেনেবাকৈ দেউতাকৰ হাতত তুলি দিব তেনে সাহসো তাৰ নোহোৱা হৈছে, সি আশা পালি ৰৈ আছে কিজানি চুবুৰিৰ কোনোবা এজন বিজ্ঞ বয়সস্থ মানুহ আহি ওলাযহি! ক'ৰবাৰপৰা কোনোবা এজন আহিলেই হয়তো লক্ষ্মীকান্তৰ মুখৰ মাত ওলাব।

নিজৰ যিমানেই বিলৈ-বিপত্তি নহওক, মানী লোকৰ মান লক্ষ্মীকান্তই অৱশ্যেই ৰাখিব। কিন্তু চুবুৰিটোৰ ভদ্ৰলোকসকলৰ মাজত কোন নো অহা নাছিল?

তেওঁলোক সকলোৱেই এবাৰকৈ আহিছিল।

বেলি লহিয়ালে।

অৰ্থাৎ সৰ্বনাশৰ সময় চমু চাপি আহিল।

তেনেতে শ্যামাকান্তৰ প্ৰাৰ্থনা পূৰ্ণ হ'ল।

আহিল ৰাখহৰি ঘোষাল।

দস্তুৰমত বয়সস্থ ব্যক্তি, অপেক্ষাকৃতভাৱে কিছু দুৰ্বৈত থাকে, সেয়েহে ইমানপৰে আহিবপৰা নাছিল। তেওঁ আহি নীৰৱে খৰমযোৰ খুলি থৈ দলিচাৰ ওপৰত বহিল। খোচনিৰপৰা শামুকৰ খোলাৰ নাচগুড়িৰ টেমাটো উলিয়াই দুটিপ ল'লে, আৰু তাৰ পাছত ধীৰে-সুস্থিৰে ক'লে, "বিষয়-বাসনা তো সকলো শুনিলোঁ লক্ষ্মীকান্ত, কিন্তু তুমি এইদৰে জুপুকা মাৰি বহি থাকিলে নহ'ব নহয় ?"

লক্ষ্মীকান্ত বানাৰ্জিয়ে বয়সক সন্মান কৰিলেও ঘোষাল ব্ৰাহ্মণৰ পদধুলি তো ল'ব নোৱাৰে, সেয়েহে অলপ মূৰ দোঁওৱাৰ নিচিনা কৰি ক্লান্তভাৱে বাহিৰৰ ফালে ডিঙি মেলি চাই ক'লে, "হেৰ-কোন আছ, ঘোষাল ডাঙৰীয়ালৈ ধঁপাত এচিলিম আন।"

"থাওক থাওক, ব্যস্ত নহ'বাচোন—"

ৰাখহৰি ঘোষালে ক'লে, "সাজ লাগিবৰ হ'লেই নহয়—এতিয়া কি কৰা বুলি স্থিৰ কৰিলা কোবাচোন ?"

"মই নো আৰু কি স্থিৰ কৰিম ঘোষাল ডাঙৰীয়া ?"

লক্ষ্মীকান্তই হতাশ-ভাৱে ক'লে, "স্বয়ং যজ্ঞেশ্বৰেই যি যজ্ঞ পণ্ড কৰিলে—"

"সেই বুলি মন মাৰি বহি থাকিলে হ'ব জানো ? এতিয়া কঁকালত টঙালি বান্ধি লাগিবৰ হ'ল। কইনাক নিৰ্দিষ্ট লগনত পাত্ৰস্থা কৰিবই লাগিব।—লগন কেতিয়া ?"

"মাজ নিশাৰ পাছত।"

"উত্তম কথা। তোমাৰ হাতত সময় আছে। মই ক'বলৈ হ'লে—তুমি এবাৰ মোৰে সৈতে দয়ালৰ তালৈ ব'লা—"

দয়াল ?

দয়াল মুখাৰ্জি ?"

"ওঁ, চেষ্টা কৰি চোৱা, যদি হাতে-ভৰিয়ে ধৰি মান্তি কৰাব পাৰা। এনেয়ে তো কালবিলম্ব হ'লেই—।"

লক্ষ্মীকান্তই আচৰিত হৈ ক'লে :

"মুখাৰ্জি ডাঙৰীয়াৰ ওচৰলৈ কাৰ আশাত যাম ঠিক ধৰিব পৰা নাই দেখোন ঘোষাল ডাঙৰীয়া !"

"কাৰ আশাত আক', হেৰা লক্ষ্মীকান্ত, তুমি একেবাৰে কেঁচুৱাৰ ভাও

জুৰিছা দেখোন। মুখাৰ্জিৰ আশাতে যাবা। নহ'লেনো নিশাটোৰ ভিতৰতে ঘৰে-বৰে এনে সুবিধাইবা পাবা ক'ত ?”

লক্ষ্মীকান্তই কাতৰ কণ্ঠেৰে ক'লে :

“মুখাৰ্জি ডাঙৰীযাৰ সৈতে পটলীৰ বিবাহ ? আপুনি পট্লীক কোঁতিযাবা দেখিছে নে ঘোষালে ডাঙৰীযা ?”

“এঃ নেদেখাকৈ আছোঁ নে আৰু ?” ৰাখহৰিয়ে আলু পৰ্য্যন্ত উলিয়াই ঢেকঢেককৈ ৰসিকহাঁহি এটা মাৰিলে আৰু ক'লে, ‘তোমাৰ নাতিনীয়েৰাক দেখিলে, কি বোলে—মুনিনাঞ্চ মতিভ্রম হয, ‘ঘৰ' যদি মিলিলহেঁতেন মযেই এই বযসতো মুৰত মুকুট পিন্ধিলোহেঁতেন কিজানি। বযস হৈছে যদিও তথাপি মুখাৰ্জিও ৰসিক মানুহ। সৌ সিদিনা বাটতে পট্লীক দেখা পাই কৈছিল—”

ৰাখহৰিৰ অলপ ৰল।

লক্ষ্মীকান্তই কিঞ্চিত বিৰক্তিৰে সৈতে সুধিলে :

“কি কৈছিল তেওঁ ?”

“নাই নাই, দোষনীয তেনেকৈ একো কোৱা নাছিল, এনেযে ধেমালিতে কৈছিল, ‘বানাৰ্জিৰ নাতিনীযেকজনীক দেখিলে মোৰ তৃতীয পক্ষক এৰি আকৌ ৰভাতলীলৈ গৈ হোমৰ গুৰিত বহিবলৈ মন যায় হে ঘোষাল’—।”

এইবাৰ লক্ষ্মীকান্তই ঘোৰতৰ বিৰক্তি প্ৰকাশ কৰি ক'লে, “ঘোষাল ডাঙৰীযা, এই প্ৰসংগ বাদ দিযক।”

“হয নে ? হয নে ? অঃ! ঠিক আছে!” ৰাখহৰিযে লগে লগে উঠি থিয দিলে, “বুজি পোৱা নাছিলোঁ। কলিকাল পূৰ্ণ হ'বলৈ এতিয়াও অলপ বিলম্ব আছে বুলিযেইহে ভাবিছিলোঁ। য'ক, ভালকৈ এশিকনি পালোঁ। আন যিযেই নকৰোঁ, কাৰো উপকাৰ কৰাৰ চেষ্টাত মই আৰু নাই।”

এইবাৰ লক্ষ্মীকান্তই ত্ৰস্ত কাতৰতাৰে ক'লে, “আপুনি অযথা খং নকৰিব ঘোষাল ডাঙৰীযা, মোৰ অৱস্থা বিবেচনা কৰি চাওক। মুখাৰ্জি ডাঙৰীযা মোতকৈও প্ৰায চাৰি-পাঁচ বছৰে ডাঙৰ, তদুপৰি উদ্ফাই বেমাৰো আছে তেওঁৰ।”

“উদ্ফাইটো যমৰোগ নহয লক্ষ্মীকান্ত—” ৰাখহৰিয়ে ন-দি ক'লে, “আযুৰ্বেদ মতে এইটো হ'ল ত্ৰিওজ ব্যাধি। আৰু বযসৰ কথা যি ক'লা সেইটো কোনো কথাযেই নহয। মতা মানুহৰ আকৌ বয়স কিহে ? কথাত বোলে—পুৰুষ সিংহ। বৰঞ্চ মুখাৰ্জিৰ আন দুজনী পত্নীৰ প্ৰভাৱৰ ফলত তোমাৰ এই কুলক্ষণীযা নাতিনীয়েৰাৰ পতিহীনা-যোগ খণ্ডনো হ'ব পাৰে।”

"কিন্তু ঘোষাল ডাঙৰীয়া—"

"থ'ক থ'ক, 'কিন্তু'ৰ নো আৰু কি প্ৰয়োজন ? পিছে লক্ষ্মীকান্ত, এই কথাটি জানি থোৱা, নিজকে তুমি সমাজৰ শিৰোমণি বুলি ভাবি যিমানেই নিৰ্ভয়ে নাথাকা লাগিলে, পাছত অৰ্থাৎ তোমাৰ এই নাতিনীজনীক নিৰ্দিষ্ট লগ্নত পাত্ৰস্থ কৰিব নোৱাৰিলে সদ্‌ব্ৰাহ্মণসকলে তোমাৰ ঘৰত পানী এটোপাও ছুবনে নাই সন্দেহ। এনেহেন দুঃসময়তো অপগণ্ড ছোৱালী এজনীৰ ডেকা দৰা বুঢ়া দৰাৰ কথা লৈ ভেৰ্মেঠ জুৰি বহি আছা, বংশ-মৰ্যাদা ধৰ্ম-সংস্কাৰ, জাতি-মান সকলো পাহৰি গৈছা, বৰ তাজ্জব কথা !"

"ঘোগাল ডাঙৰীয়া, আপুনি মোক মাৰ্জনা কৰক, বৰঞ্চ পটলীক লৈ মই কাশীবাসী হ'ম—"

"কাশীবাসী হ'বা—! ও তো, নহ'বা কিয় নহ'বা কিয় ?"

ঘোষালে কাঠ-হাঁহি মাৰি ক'লে :

"গৰাকী নোহোৱা সুন্দৰী যুবতীক কাশীতকৈ উৎকৃষ্ট ঠাই আৰু নো কি লাগিছে ? এই নাতিনীজনীৰপৰা তোমাৰ কাশীবাসৰ সংস্থানো হৈ যাব লক্ষ্মীকান্ত—।"

"ঘোষাল ডাঙৰীয়া !"

লক্ষ্মীকান্ত বিজুলীবেগেৰে থিয় হৈ উঠি ক'লে :

"আপুনি মোৰ গুৰুজনতুল্য, সেযেহে এইবাৰলৈ সাৰি গ'ল। নহ'লে—"

"নহ'লে কি কৰিলাহেঁতেন লক্ষ্মীকান্ত—?"

বিদ্ৰূপসনা হাঁহি মাৰি মুখ ভেঙুচাই ৰাখহৰিয়ে ক'লে :

"নহ'লে মোৰ পিঠিত দবা-পিটা দিলাহেঁতেন নে কি ?"

পোটক তোলাৰ দিনতো ঘোষাল পোটক নোতোলা ভকত নহয়। ঘোষাল বামুণহঁতলৈ লক্ষ্মীকান্ত বানাৰ্জিৰ ভিতৰি ভিতৰি বৈ থকা তাচ্ছিল্য ভাব তো ৰাখহৰিৰ অবিদিত নহয়।

যিমানেই বিনম্ৰ-ভাব লক্ষ্মীকান্তই নেদেখুৱাওক, তেওঁৰ চকুৰ চাৱনিতে সেই উচ্চ-নীচ ভেদাভেদ ধৰা পৰে।

আজি সেই হোৰ তোলাৰ সময় হৈছে।

ৰাখহৰিয়ে নো শুদাই এৰিব কিয় ?

"ঘোষাল ডাঙৰীয়া, মোক ৰেহাই দিয়ক—" লক্ষ্মীকান্তই হাতযোৰ কৰি ক'লে, "ঈশ্বৰে যদি মোৰ জাতি-ধৰ্ম ৰক্ষা কৰিবলৈ ইচ্ছা কৰে, লগ্নৰ আগতেই উপযুক্ত পাত্ৰ পাম, নহ'লে ভাবিম— "

"লগ্নৰ আগতেই উপযুক্ত পাত্ৰ।"

ৰাথহৰিয়ে আৰু এটি বাৰৰ বাবে লক্ষ্মীকান্ত বানাৰ্জিক ব্যংগ-বিদ্ৰুপেৰে থকা-সৰকা কৰি ক'লে ঃ

"পাত্ৰটিক বোধকৰোঁ স্বয়ং তেৰাই বৈকুণ্ঠৰপৰা পঠিযাব ?"

লক্ষ্মীকান্তই কিবা এটা উত্তৰ দিব খুজিছিল—

হঠাৎ শ্যামকান্তই নিজৰ স্বভাৱবিৰুদ্ধ উত্তেজনাৰে উধাতুখাই আহি ক'লে ঃ

"দেউতা, কবিৰাজ চাটাৰ্জি ডাঙৰীয়া আহি আছে, ঘোঁৰাত উঠি, আৰু পিছফালে ঘোঁৰাত তুলি কাৰোবাক লৈ অহা যেনো লাগিল।"

"আঁ। নাৰাযণ !"

লক্ষ্মীকান্ত উঠি থিয দণ্ডা দিবলৈ গৈ বহি পৰিল।

ৰভা-শুউবা দৰাৰ আসনত বহিবলৈ আৰু সময়-নাছিল, হুৰমুৰকৈ একেকে বে কলগুৰিলৈ নি ক্ষৌৰকৰ্ম কৰাই গা ধুৱাই পোনেই সম্প্ৰদানৰ ঠাইলৈ নি বহুৱাব লাগিব। তাতে ধান-দুবৰিৰ আৰু আঙঠিৰে 'আঙঠি-পিন্ধোবা' অনুষ্ঠানৰ প্ৰথাটো পালন কৰিব লাগিব।

অবশ্যে দিনটোত কমেও পাঁচ-ছবাৰমান চৰ্ব্য-চোষ্য কৰি খাইছিল ৰাসুৱে। কিন্তু কিনো কৰা যায় ? এনেহেন আকস্মিক ঘটনাত সেইবোৰ মানি চলাৰ উপায়ো নাই। বোলোঁ, কিমানৰ বিয়া হৈ গ'ল 'উঠ ছোবালী তোৰ বিয়া' বুলি। এয়া—লক্ষ্মীকান্তৰে এজন গিয়াতি ভতিজা-জীয়েকৰ বিয়া হ'ল—টোপনিত লাল-কাল দিয়া ছোবালীজনীক মাজনিশা টানি তুলি। গাঁৱৰে আন এঘৰত দৰা আহিছিল বিয়া কৰাবলৈ, তাৰ পাছত যি হয়—ক'ৰপৰা নো ওলাল কইনাপক্ষৰ বংশ-কুলৰ নিন্দা, বছ—তাৰেপৰা বাচ্যাবাচ্যি অপমান, দৰা উঠাই লৈ গ'ল।

থাকক সেই কথা, ঘাই কথা হ'ল—আকস্মিক ঘটনাৰ ক্ষেত্ৰত চৰ্ব-চোষ্য খায়ো হোমৰ গুৰিত বহিব পাৰি, দোষ নাই। কথা হ'ল এতিয়া ৰাসুক লৈ।

ৰাসুৰ অৱস্থা কি ?

সি এতিয়া কিবা অতিপাত অন্তৰ্দ্বন্দ্বৰে পীড়িত হৈছে নে ?

তীব্ৰ যাতনা, ভয়ংকৰ অনুতাপ, প্ৰবল এক মানসিক বিদ্ৰোহৰ আলোড়নে ৰাসুক ছিন্নভিন্ন কৰিবলৈ ধৰিছিলনে কি ? নকৈ-নেমেলি হঠাতে এই দৰে টিলাই থাপ মাৰি অনা দি ঘোঁৰা চেঁকুৰাই গৈ লৈ আহি আকৌ এটা সাতপাকৰ বন্ধনত বন্দী কৰাৰ চক্ৰান্তৰ বাবে খুড়াকৰ ওপৰত খঙতে ক্ষিপ্ত হৈ উঠিছিল নেকি ৰাসুৱে ? ওহোঁ, ৰাসুৰ মুখত তাৰ চিন-ছাবো নাই।

বলিৰ পঠাৰ দৰে অৱস্থা হোৱাতো ৰাসু কিন্তু বলিৰ পঠাৰ দৰে কঁপাও নাছিল, মাথোন ভাবলেশহীনভাৱে নিজৰ নিৰ্দেশিত ভাও দি গৈছিল সি। হয়, এই আকস্মিকতাৰ আঘাতত বেচেৰা ৰাসুৰ অকল মুখখনেই নহয়, মনটোও যেন ভাবলেশহীন হৈ পৰিছে। তাত সুখ-দুখ ভাল-বেয়া দ্বিধা-দ্বন্দ্ব একোৰে সাৰ-সিকতি নাই।

সেই ভাবলেশহীন মনত খোঁকি-বাখোঁ লাগিল স্ত্ৰী-আচাৰৰ সময়ত। সেই উত্তেজনাৰ কোবতে যেন সাৰ পাই উঠিল।

তেতিয়াহে মনৰ মাজত এটা ভয়ানক কষ্টবোধ হ'বলৈ ধৰিলে ৰাসুৰ, ততিয়াহে মনটোৱে জোকাৰণি খালে।

সাতো সধৰাই মিলি যেতিয়া শ্ৰীফল, কুলা, বৰণ ডলা, আইহাড়ী, ধুঁতুবা গুটিৰে সৈতে প্ৰদীপ সজোৱা থাল ইত্যাদি মূৰৰ ওপৰত লৈ দৰা-কইনাক প্ৰদক্ষিণ কৰি আছিল, তেতিয়াহে মনটো জোকাৰি গ'ল কিহবাই।

সধবাসকলে অৱশ্যে দীঘলকৈ ওৰণি লৈছে, কিন্তু তাৰ মাজতো 'সাদৃশ্য' বোলা কথা এষাৰ আছে। যিজনী বোৱাৰীৰ মূৰত বৰণডলা, তাই যেন দেখাত সাৰদাৰ নিচিনা। যদিও দিনৰ ভাগত ৰাসুৱে হঠাতে সাৰদাৰ মুখখন দেখিলে চিনি পাবনে নেপায় সন্দেহ, তথাপি সাদৃশ্যখিনি ধৰিব পাৰে। তেনেকুৱা বেঙুনীয়া ৰঙৰ জকমকীয়া পাটৰ কাপোৰ এযোৰো সাৰদাই মাজে-সময়ে পিন্ধা ৰাসুৱে দেখা দেখা যেন মনত পৰে। চুবুৰিৰ কাৰোবাৰ বিয়াই-সবাহে, বা সিংহ বাহিনীলৈ অঞ্জলি দিওঁতে।

দেখিছিল অৱশ্যে দুৰৰপৰা, আৰু ভালকৈ চোৱাৰ সাহসো হোৱা নাছিল তাৰ। কিয়নো দুপৰ ৰাতিৰ আগতে, গোটেইখন নিজম নপৰালৈকে কাষ চপাৰেইবা উপায় ক'ত আৰু সাৰদা তেতিয়ামানে সাজন-কাচন গহনা গাঠৰিৰ বোজাৰপৰা মুক্ত। আৰু, শোবাকোঠালৈ সোমাই আহিয়েই কোঠাটোৰ এচুকত জ্বলি থকা চাকিটা নুমাই দিযে সাৰদাই। তাই কয়, "কোনে ক'পৰা দেখা পায় কি ঠিক।"

অৱশ্যে দেখা পাবলৈ জলঙা সুৰুঙা একোবেই নাই। ৰামকালী চাটাৰ্জিৰ ঘৰৰ দুৱাৰ-খিৰিকীবোৰ চুবুৰিৰ আনৰ ঘৰৰ দৰে আমকাঠেৰে তৈয়াৰ নহয় যে তাত ফাট-ফুট থাকিব। সুকাঠী কঁঠাল কাঠৰ লোৰ পাতেৰে মজপুত দুৱাৰ খিৰিকী। দুৱাৰৰ বেৰী শিকলিবোৰেই কিজানি ওজনত দুই-চাৰি সেৰীয়া। আৰু খিৰিকীৰ কথা কি ক'বা। সেয়া খিৰিকী নহয়, গবাক্ষহে। মজিয়াৰপৰা হাতেৰে ঢুকি নোপোৱা ঠাইত সৰু সৰু খিৰিকী। তাত নো কোনে জুমি চাবহি?

তথাপি সাবধানৰ মৰণ নাই।

গৰমকালি অৱশ্যে ঘৰৰ মুনিহহঁতে এনেবোৰ সৰু সৰু কোঠাত শুব নোৱাৰে, তেওঁলোকৰ বাবে চণ্ডীমণ্ডপত বা ছাদৰ ওপৰত পাটী পাৰি থোৱা হয় তিতা গামোচাৰে মচি মচি। তাত গাঁৰু থোৱা হয়, বিচনী দিয়া হয়, ঘটী-গামোচা থৈ দিয়া হয়, এই আটাইবোৰ তালৈ কঢিয়াই লৈ যায় গৰখীয়া ল'ৰাটোৱে বা লগুৱাটোৱে। গৃহস্থহঁতৰ একো অসুবিধা নহয়।

কিন্তু ধাতু উবে ঘৰৰ গৃহিণী-বোৱাৰীহঁতৰ আৰু সদ্যবিবাহিত ডেকাহঁতৰ। নববিবাহিত ডেকাহঁতৰ আগত গজহস্তী পাছত মাৰধাৰে। ঘৰৰ বাজত শুবলৈকো প্ৰাণে নসহে, ঘৰৰ ভিতৰতো অসহ্য প্ৰাণান্তকৰ

গৰম। পিছে সাৰদাৰ দৰে ঘৈণীযেক হ'লে কথা বেলেগ। সাৰদাই এই ঘাম-কালি ওৰে নিশা বিচনী তিয়াই তিযাই ৰাসুক বিচি থাকে।

বুকুৰ ভিতৰখন যেন হঠাতে মোচৰ খাই উঠিল ৰাসুৰ। ঘোৱানিশাও সাৰদাই পতিসেৱাত ব্যতিক্ৰম কৰা নাছিল। ৰাসুৱে মাযা-মোহেৰে তাইক বাৰে বাৰে মানা কৰিছিল যদিও, তাই কেঁচুৱা ল'ৰাটোৰ গৰম লাগিছে বুলি কৈ ওৰে নিশা বিচি আছিল আৰু আটাইতকৈ মাৰাত্মক কথা, যোবানিশাই সাৰদাই তাক এটা ভযানক শপত খুৱাই লৈছিল। এই কথাটো মনত পৰাত হঠাতে বুকুখন শুদা শুদা যেন লাগি গ'ল ৰাসুৰ।

বিচি থাকিবলৈ হাক দিযাত সাৰদাই নিশব্দে হাঁহি হাঁহি কৈছিল, "ইমান যে মায়া উপজিছে—এই মাযা-মোহৰ চিনাকি চিৰকাল ৰাখিব পাৰিবা জানো ?"

ৰাসুৱে কথাযাৰ ঠিক বুজিব নোৱাৰি, এটা অবুজ হাঁহিৰে মুখখন উজলাই কৈছিল, "চিৰকাল গৰম থাকিব জানো ?"

"নহয, সেই কথা নাই কোৱা। কৈছোঁ—" ৰাসুৰ বুকুৰ নিচেই কাষচাপি আহি সাৰদাই কৈছিল, "সতিনী যাতনাৰ কথাহে কৈছোঁ। তেতিয়া আৰু মাযা উপজিব নে ? তেতিযা ক'বা নে 'সতিনীলৈ সাৰদাৰ বৰ ভয়' !"

ৰাসুৱে যিমান পাৰে নিঃশব্দে হাঁহি উঠিছিল, কৈছিল, "হঠাতে কিবা দিবা-স্বপ্ন দেখিছা নেকি ? সতিনী-যাতনা নো কোনে দিলে তোমাক ?"

"নাই দিযা, দিবলৈনো কিমান পৰ ?"

"ব—হু পৰ। মোক তেনে ঘৈণী নালাগে, আৰু দৰকাৰো নাই।"

তথাপি সাৰদাই ৰাসুক জেৰা নকৰাকৈ নেৰিলে, "আৰু মই যেতিয়া বুঢ়ী হ'ম ? তেতিয়া তো লাগিব। নালাগিব জানো ?"

ৰাসুৱে আকৌ হাঁহি হাঁহি কৈছিল, "তুমি দেখোন চালে-বেৰে কোবাইছা। তুমি বুঢ়ী হ'বা, আৰু মই ডেকা হৈ থাকিম ?"

"তোমাৰো যে কথা! মতা মানুহ আক' বুঢ়া হযনে ? আৰু তুমি হ'লা কি বোলে—শহুৰৰ বৰপুতেক, দেখাতো ধুনীয়া। তোমালোক হ'লা ধনী মানুহ, কত ঠাইৰপৰা ভাল ভাল সম্বন্ধ কতই লৈ আহিব, কতই খোচামতী কৰিব তোমাক, তেতিয়া জানো মোৰ কথা—?"

হঠাৎ সাৰদাই আবেগতে কান্দি দিছিল।

অগত্যা ঘৈণীয়েকক আদৰ-সাদৰ কৰি ভালৰি বোলাই ভোল নিয়াবলগীয়া হৈছিল ৰাসুৱে, "এনেয়ে কৈছোঁ নে 'চালে-বেৰে কোবোৱা' বুলি ? সতিনীৰ সঁচো নাই, জুৰিলে কান্দোন। এইবোৰ একো নহয়, ভয় নকৰিবা।"

আৰু বহুতোপৰলৈকে দুয়োৰে মাজত হাইচ-কাইচ চলিল আৰু তাৰ পাছত পতিব্ৰতা সাৰদাই স্বামীক আশ্বাস দি কৈছিল, "সেই বুলি মই মৰাৰ পাছতো তুমি আকৌ বিয়া কৰাব নোৱাৰিবা বুলি তোমাক মই শপত খুৱাই

নথও'। মই মৰাৰ পাছত তুমি নালাগে এশজনীক বিয়া কৰাবা, কিন্তু মই জীয়াই থাকোঁতে নহ'ব।"

"নকৰোঁ নকৰোঁ নকৰোঁ, হ'লনে ?" ৰাসুৱে তিনি সইত খাইছিল।

মাত্র যোৱা নিশাৰ কথা।

আৰু আজি সেইজন ৰাসুৱেই মুকুট আৰু পাটৰ কাপোৰ পিন্ধি কলাগুৰিত থিয় হৈ আছে, যিগৰাকী কন্যাসিয়াল তিৰোতাই সুৰাগুৰি তুলি আছিল, তেওঁ কৈ গ'ল ঃ

'কড়িৰে কিনিলোঁ, জৰীৰে বান্ধিলোঁ, হাতত দিলোঁ মাকো, এবাৰ ভেঁ কৰাচোন বাপু।"

এজন মানুহক কেইবাৰ কিনিব পাৰি ?

বন্ধা বস্তুটোক আকৌ কেনেকৈ বান্ধিব পাৰি ?

হে ঈশ্বৰ! ৰাসুক এনেকৈ ছলনা কৰি তোমাৰ কি সুখ হ'ল ?

হায়, ৰাসু যদি আজি গাঁৱত নাথাকিলহেঁতেন! বুঢ়ীয়া আইতাকক চাবলৈ এনেকৈ গাঁও এৰি মাজে-মধ্যে আন গাঁৱলৈ নোযাৱা নহয়। আজিয়েই যদি গ'লহেঁতেন। বুঢ়ী আইতাকজনী আজিয়েই ঢুকুৱাহেঁতেন ৰাসু তাতেই আটক হৈ পৰিলহেঁতেন। ঠিক এতিয়াই—এই মুহূৰ্ততে কোনো ভাই-ভাগী মৰি সিহঁত অশোচীয়া হোৱাহেঁতেন। নহ'লেও সেই দৰা ল'ৰাটোৰ দৰে হঠাতে ৰাসুৰো আজি যোৱা-খোৱাকৈ কিবা এটা হোৱাহেঁতেন।

তেনেকুৱা কিবা এটা ঘটিলেও এই বিয়াখন হ'বলৈ নাপায়।

কন্যাদায়গ্ৰস্ত বিপাকত পৰা ভদ্ৰলোকৰ বিপদৰ কথাই ৰাসুৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা নাই, সিহঁতৰ যি হয় হওক, ৰাসুৰ যে কি বিপদ হ'ল। খুড়াক ৰামকালীৰ ঠাইত দেউতাক কুঞ্জবিহাৰী হোৱাহেঁতেন! দেউতাকে যদি ক'লেহেঁতেন,—"ৰাসু ভদ্ৰলোক বিপদগ্ৰস্ত, দ্বিধা-দ্বন্দ্বৰ আৰু সময় নাই, ব'ল এতিয়াই"—তেতিয়াও ৰাসুৱে কিজানি মুৰটো খজুৱাই কিবা এটা চিন্তা কৰিলেহেঁতেন।

কিন্তু এওঁ হ'ল কি বোলেনে—মাজুখুড়া, যাৰ হুকুমৰ লৰচৰ নহয়েই। এনেকৈ, ভালোমান 'হেঁতেন'ৰ অন্তত অৱশেষত হতাশাগ্ৰস্ত ৰাসুৱে এই কথাটোও ভাবিলে ঃ আন একো নহ'লেও কালি ৰাতি গেলা-গৰমৰ বাবে যদি সি ঘৰৰ বাহিৰত শুবলৈ গ'লহেঁতেন। তেতিয়াহ'লে তেনেকৈ তিনি সইত খাবলগীয়া নহ'লহেঁতেন তাৰ।

ইয়াৰ পাছত ইহ জীৱনত সাৰদাই কোনোবা দিনা কিবা কথাত ৰাসুক বিশ্বাস কৰিব নে? সাৰদাই বাৰু বিশ্বাস কৰিব নে যে এই ক্ষেত্ৰত ৰাসু বেচেৰাও সাৰদাৰ দৰেই নিৰুপায়? তাৰ যে কোনো হাত নাছিল?

গুহোঁ, সাৰদাই বিশ্বাস নকৰিব, তাই ক'ব : 'বুজিলোঁ। মতা মানুহবিলাকৰ আক' মায়া-মোহ ! মতা মানুহৰ আকৌ তিনি সইত'!

কিন্তু সাৰদাই জানো আৰু মাত বোলকে কৰিব কোনোবা কাহানি? ৰাসুৰ সৈতে কিজানি তাই জীৱনতো আৰু মাত-বোল নকৰিব, নহ'লে দুখে অভিমানে ঘৃণাত—হঠাৎ ৰাসুৰ মনৰ চকুত বিৰাট আকাৰৰ 'চাটাৰ্জি' পুখুৰীৰ ফটফটীয়া নীলা পানীৰ দৃশ্য ভাহি উঠিল।

মনৰ আক্ষেপতে সাৰদাই আজি ৰাতিয়েই কিবা এটা অঘটন কৰি নেপেলায় তো? বুকুৰ কোনোবাখিনিত খুচি মুচি কোনোবাই যেন তাত খাৰ পৰ চাট দিছে। ৰাসু আৰু থিৰেৰে থাকিব নোৱৰা হ'ল, এতিয়াই যেন বাউবাউ কৰি চিঞৰি দিব।

নহয়, ৰাসু কাউবাউ কৰি নুঠিল, পিছে তাৰ মুখৰ আও-ভাও দেখি কইন ঘৰীয়া কোনোবা এজনে ক'লে, "বাপাৰ শৰীৰ অসুস্থ যেন লাগিছে নেকি?" আকৌ দৰাৰ শৰীৰ অসুস্থ!

লক্ষ্মীকান্তই এবাৰ এই হিতৈষীৰ ভাওজোৰা দুগুৰ্খটোলৈ ভ্ৰূকুটি কৰি চালে। তাৰ পাছত গহীন মাতেৰে আদেশ দিলে, "হেৰ—শুনিছ নে, বিচনী এখন লৈ আহচোন ইফালে, না ত জোৰাইৰ মূৰৰ ফালে অলপ বা দেচোন।"

অলপ পৰ বা দিয়াৰ পাছত ৰাসুৰ মুখখনলৈ অলপ পৰিবৰ্তন আহিল ঠিকেই। আৰু পৰিবৰ্তন নহ'লেইবা, বিবাহ তেমানতে সমাধা হৈ গ'লেই, মুখ-চ দনিও হৈ গ'ল। দৰা-কইনাক 'লক্ষ্মীৰ ঘৰ'লৈ লৈ যোৱা হৈছিল প্ৰণাম কৰাবলৈ, এতিয়া কেইজনীমানে দৰা-কইনাক ধৰি ধৰি, ভৰিত ঘটীয়ে ঘটীয়ে পানী ঢালি 'বাসৰ-ঘৰ'লৈ লৈ গৈছে।

তাত আকৌ যোৱাবাৰৰ দৰে উৎপাত হ'ব। সাৰদাইতৰ ঘৰৰ সেই মুখ-কাটন তিৰোতাজাকৰ মুখৰ বচন আৰু বাচালতাৰ কথা ভাবিলেও ৰাসুৰ হৃৎকম্প উপস্থিত হয়। আকৌ সেই ভয়ংকৰ অৱস্থাৰ পুনৰাবৃত্তি! ভাবিলে ৰাসুৱে। সম্পূৰ্ণ অসহায়, সম্পূৰ্ণ নিৰস্ত্ৰ ৰাসু।

হঠাৎ ৰাসুৱে দাৰ্শনিকৰ দৰে নিজৰ ব্যক্তিগত দুখ-দহন পাহৰি এক বিৰাট দৰ্শনৰ সত্য আবিষ্কাৰ কৰিলে। মানুহ যে কি অদ্ভুত নিৰ্বোধ প্ৰাণী! এই কুশ্ৰী কদৰ্য্যতাক ইচ্ছা কৰিয়েই জীৱনত বাৰে বাৰে উপযাচি আহ্বান কৰে!

বাৰে বাৰে নিজক ফুটা-কড়িৰ মূল্যতে বেচে!

পাছদিনা ৰাতিপুৱাৰে পৰাই ইয়াত 'বোৱাৰী আলিপন' অঁকা হৈছিল। খোজা-বঢ়া কৰি পতা বিয়াত হোৱাদি নিখুঁত পৰিপাটি বা জাক-জমকীয়া নহ'লেইবা, ৰীতি-নিয়ম তো পালন কৰিব লাগিব।

আৰু ইমান ডাঙৰ চোতালখনত অলপ অলপকৈ আলিম্পন আঁকিবলৈ হ'লেও এসেৰ পাঁচপোৱা চাউল নিতিযালে হ'ব জানো ?

ৰামকালীৰ খুড়ীযেক নন্দৰাণীযে পাঁচপোৱা চাউলকে তিযাইছিল। ৰামকালীৰ নিজা খুড়ীযেক নহয, জেঠাযেকৰ জীযেক সম্বন্ধতহে খুড়ী। সংসাৰখনৰ যতবোৰ নিযম-কাৰণ-নীতি-ৰীতি-প্ৰথা-লেঠাৰ কামৰ ভাৰ নন্দৰাণী আৰু কুঞ্জৰ পৰিবাৰৰ ওপৰত। কিযনো এওঁলোকেই হ'ল 'অখণ্ড পোবাঁতী'। কুঞ্জৰ পৰিবাৰৰ সাতোটি ল'ৰা-ছোৱালীযেই যাঠিৰ ডেওনা গৰকিও তজবজ কৰি ৰাংচালীজনী হৈ বৰ্তি আছে।

নন্দৰাণীৰ অৱশ্যে দুটিনে তিনিটিহে।

যি কি নহওক, বিযাবাৰুৰ কথাত ৰীতি-প্ৰথা আদিৰ কাম-বনৰ ভাৰ যেতিযা নন্দৰাণীৰেই—এইক্ষেত্ৰতেইবা তাৰ ব্যতিক্ৰম হ'ব কিয ? এতেকে, নন্দৰাণী ৰাসুৰ এই বিযাখনত যিমানেই অমত নহওক লাগিলে, চোতালত 'বোৱাৰী আলিম্পন' আঁকিবলৈ তেওঁ পুৰা পাঁচপোবা আৰৈ চাউলেই তিযাইছিল। ৰঙচুৱা বৰণৰ প্ৰকাণ্ড পাথৰ এচটা লৈ তাকে কেন্দ্ৰ কৰি আৰু তাৰে চৌপাশে খৰতকীযা হাতেৰে ফুল লতা শংখ পদ্ম আঁকি গৈছিল নন্দৰাণীযে। অঁকা কামখিনি শেষ কৰিবলৈ আৰু কিছু সময লাগিব, শেষ নাই হোবা, হঠাৎ গৰখীযা ল'ৰাটো তৰা-নৰা ছিঙি ল'ৰি আহি পদুলি-মুখত থিয হৈ আকৰ্ণবিস্তৃত হাঁহিৰে খবৰটো জনালে, "দৰা-কইনা আহি পালেহিযেই। মই সৌ পুখুৰীৰ পাৰৰপৰা দেখা পাযেই একেলৰে খবৰটো দি থৈ আহোঁগৈ বুলি আহিলোঁ।"

"আহিল বুজিলোঁ, পিছে—" নন্দৰাণীযে যেন প্ৰমাদ গণিলে। ইফালে-সিফালে চাই অলপ ডাঙৰ মাতেৰে ক'লে, "বাইদেউ, অ' বাইদেউ, দৰা-কইনা আহিল বোলে—"

দৰা-কইনা! আহিলেই নে ? দীনতাৰিণীযে পচলা কুটি আছিল। খবৰটো শুনি খৰধৰকৈ ওলাই আহিল, "এতিযাই আহি পালেনে ? ৰামকালীযে এইবোৰ ক'টো হুঁটাইটাই কৰিব লাগে নে ?"

"বাৰবেলাৰ আগতেই বোধকৰোঁ ৰামকালীযে লৈ আহিলে।"

যদিও বৰজনাকৰ ল'ৰা, তথাপি ধনে-মানে আৰু সৰ্বোপৰি বযসতো ডাঙৰ। এতেকে, নন্দৰাণীযে ৰামকালী সম্পৰ্কে সম্মানবাচক বাক্যবিন্যাসেই কৰে।

এতিযাও কৰিলে।

দীনতাৰিণীযে 'বাৰবেলা' কথাষাৰত মনটোক স্থিৰ কৰি লৈ ক'লে, "হ'পাৰে। পিছে তোমালোকৰ 'মংগলাচৰণ'ৰ সকলো সাজু কৰিছা নে ?"

নন্দৰাণীয়ে আৰু খৰধৰকৈ হাতৰ কামখিনি কৰি থাকিল আৰু ক'লে,

"কৰবলৈ গ'লে সকলো সাজু হৈয়েই আছে, পিছে গাখীৰখিনিহে উতলাব লাগিছিল। সেই কামফেৰা নো এতিয়া কোনে কৰিব ?"

গাখীৰ। হয়তো! উতলাবই লাগিব যে!

ন-বোৱাৰীয়ে দুৱাৰডলি গৰকিয়েই উতলি ওফন্দি উঠা গাখীৰ দেখা পালে, সংসাৰখন হেনো ধনে-ধানে উভৈনদী হৈ পৰে।

দীনতাৰিণীয়ে উদ্বিগ্ন কণ্ঠেৰে প্ৰশ্ন কৰিলে, "বৰ বোৱাৰী ক'লৈ গ'ল ?"

"বৰ বোৱাৰী? তেওঁ ৰান্ধনিশালতহে আছে। থৰথৰকৈ ঢেৰ কিবাকিবি ৰান্ধি থব নালাগিব জানো? বোৱাৰীযে আহি চাৰাহি নহয় ?"

বৰ বোৱাৰী মানে বাসুৰ মাক। তেওঁক নন্দৰাণীযে বৰ-বোৱাৰী বুলিয়েই মাতে। কিযনো, নন্দৰাণী বয়সত বাসুৰ মাকৰ সমনীয়া হ'লেও মান্যতাত ডাঙৰ, সম্পৰ্কত খুৰী শাহু, গতিকেই 'বোৱাৰী'।

যি কি নহওক, কুঞ্জৰ পৰিবাৰ ৰান্ধনিশালত। গতিকে, গাখীৰ উতলাবলৈ আন কাৰোবাক প্ৰযোজন। ইপিনে দৰা-কইনা আহি প্ৰায়ৰ হ'লেই।

দীনতাৰিণীযে মনৰ দাপোণখনত এবাৰ চাই ল'লে, আৰু নো আছে কোন? গাখীৰ উতলোৱাজনী আকৌ অখণ্ড পোৱাঁতী হ'ব লাগিব, স্বামীৰ প্ৰথম গৰাকী পৰিবাৰ হ'ব লাগিব।

দ্বিতীয় তৃতীয় গৰাকীৰে তো পুণ্যকৰ্ম নহ'ব। আৰু নো কোন আছে ?

এস ভাবিবলৈ নো কিটো আছে? সাৰদা আছেই নহয় ?

তেনেহ'লে তাইকে মতা যাওক। অকলে অকলে ঘৰৰ এচুকত আমন-জিমনকৈ জুপুকা মাৰি বহি আছে, কামত-বনত ধৰিলে তেও মনটো অলপ ভাল লাগিব, এইবোৰ কথা লৈ মূৰ ঘমাবলৈ আজৰিকে নাপাব। তাইকে মতা যাওক। আৰু নতুন কাৰোবাক বিচাৰি উলিউৱাৰ সময়েইবা ক'ত ?

সত্য চোতালৰ মাজেদি কাঁড় যোৱাদি গৈ আছিল, দীনতাৰিণীযে তাইক মাত দিলে, "বোলোঁ অ'ই সয়ত্ত কে'চাইখাতী গোসাঁনী, যাচোন যা— বৰ নাতিবোৱাৰীক মাতি আনচোন গৈ, পট কৰে যাবি আৰু আহিবি, দৰা-কইনা আহি পাযেইহিচোন, গাখীৰ উতলাব লাগিব।"

"নবৌক? বৰদাদাৰ ঘৈণীয়েকক মাতি আনিম?" সত্যই গেজেৰা মাৰি ক'লে, "বোৱাৰী আৰু বোৱাৰী হৈ আছে নে? বোৱাৰীযে ৰাতি-পুৱাৰেপৰা মাজিযাত চেঙালুটি পাৰি কান্দিকাটি মৰিছে।"

"কান্দি-কাটি মৰিছে? চেঙালুটি পাৰি?" দীনতাৰিণীয়ে কেটেৰ-জেঙেৰকৈ ক'লে, "কিয় কিয়? ইমান কান্দোন-কাটোনৰ কি হ'ল? দেহি ঐ। শুভদিনত এইবোৰ কেনে কুলক্ষণীয়া কাণ্ড! যা তই, এতিয়াই মাতি আনগৈ যা।"

সত্যই ইফালে-সিফালে চাই ক'লে, "কোন যাব মাতিবলৈ? ক'লাই

দেখোন তুমি—কান্দিবলৈ কিটো হৈছে? বোলোঁ—তোমাৰ নিজৰ বেলিকা হোৱাহেঁতেন? নিজৰ বেলি আতিপাতি পৰৰ বেলি চকুৰে মাটি, নহয়? গিৰিয়েকে সতিনী এজনী অনা শুনি নাকান্দি ৰৈ-ৰমলি কৰি ফুৰিব নে কি? হেঃ। ক'ত—? তোমালোকৰ ক'ত কি আছে কোৱা, ময়েই গাখীৰ উতলাই দিম লাগিলে।"

"তই? তই গাখীৰ উতলাবি।"

"নহয় নো কেলেই? দিলোঁবেইবা।" সত্যাই উৎসাহেৰে সৈতে ক'লে, "পেহীআইতাই সেইবাৰ খুশিতৰ বাযেকৰ বিযাত যে কৈছিল—সত্যাৰ বছৰ ঘূৰিল, এতিয়া সধবাহঁতে কৰা সকলো কাম কৰিব পাৰে।"

বছৰ ঘূৰিল। অৰ্থাৎ বিযাৰ এবছৰ উকলিল। সেই কথাষাৰ সত্যাই আৰু খোলোচাকৈ নক'লে। দীনতাৰিণীয়ে সন্দেহৰ সুৰতে ক'লে, "বছৰ ঘূৰিল কি হ'ল? ঘৰ নকৰেমানে—"

"তোমালোকৰ আচাৰ-বিচাৰ লৈ থাকা তোমালোকে। মই এযা হাত লগালোঁবেই।" এই বুলি কৈয়েই সত্যাই বাৰাণ্ডাৰ একাষত দুখন ইটাৰে সজা চৌকাৰ ওপৰত তুলি দিয়া মাটিৰ চৰুটোৰ তলত ফুৱাবলৈ ধৰিলে।

গোবৰ শুকুৱাই কৰা গোবৰ-খুটি বা 'ঘুঁটে'ৰ জুই টিমিক-টামাককৈ জ্বলি আছে, এমুঠামান নাৰিকলৰ শুকান পাত চৌকাৰ ভিতৰলৈ ঠেলি ফুৱাই দিলেই দপকৰে জুই জ্বলি উঠিব। টপ তৈয়াৰ ছোৱালী নন্দৰাণীয়ে এদ'মমান নাৰিকলৰ পাতো আনি থৈছে। সত্য সকলো কামতে খৰপোচ।

তাইৰ ফুউৱাৰ কোবত দৰা-কইনা আহি পোৱাৰ আগতেই গাখীৰ উতলিবলৈ ধৰিলে। ধৰিলে মানে—উতলি ওফন্দি উপচি পৰিল।

দীনতাৰিণী হা হা কা কা কৰি উঠিল, "হেৰৌ, অলপ ধইয্য সজ্য থাকিব লাগে, ধীৰে-শাঁতে কৰচোন—ন-বোবাৰী সোমাবেই যেন দেখা পায়।"

তেওঁৰ কথা শেষ হ'বলৈ নৌ পাওঁতেই বাহিৰৰ চোতালত শংখ বাজি উঠিল। অৰ্থাৎ ন-বোৱাৰীৰ শুভাগমন হ'ল।

শংখ হাতত লৈ মোক্ষদা বাহিৰতে থিয় হৈ আছিল। আজি পূৰ্ণিমা, বিধৱাসকলৰ আজি আখললৈ জুই যোৱা নাই, অলপ আম-কঁঠাল ফল-মিঠাই খালেই লেঠা ছিঙিল। গতিকে আজিৰ দিনটো মোক্ষদাহঁতৰ আজৰিৰ দিন।

আজৰিৰেই দিন যেতিয়া, অলপ লৰা-ধপৰা নো নকৰিব কেলেই মোক্ষদাই? জলপান খোৱাৰ আগতে গা ধুব তো লাগিবই।

সেয়েহে মোক্ষদা আগবাঢ়ি আহি আগফালৰ চোতালত থিয় হৈ আছে। থিয় হৈ আছে শংখ হাতত লৈ।

বিধবাসকল আন সকলোবিধৰ শুভকৰ্মত অনধিকাৰী হ'লেও এই এটি কৰ্মত তেওঁলোকৰ অধিকাৰ আছে। সমাজ নাইবা সমাজৰ বৰমুৰীয়াসকলে

এইকণ আৰু কাঢ়ি নলʼলে, দয়া-দাক্ষিণ্য প্ৰদৰ্শন কৰিলে। শংখ আৰু উৰুলি। গতিকে ৰাসুৰে তাৰ জীৱনত দ্বিতীয় অভিযান সুকলমে সমাপন কৰি উভতি আহিলত মোক্ষদাই সেই অধিকাৰকণৰ সদ্ব্যৱহাৰ কৰিবলৈ ধৰিলে।

দীনতাৰিণীয়ে উদগ্ৰীৱ হৈ আগবাঢ়ি গৈ থাকোঁতে চঁক খাই উঠি কʼলে, "তেনেকৈ হাতত ফুৰাইছু কেলেই সইত্ত ? হাত পুৰিল নে কি ?"

সতাই থিতাতে কথাটো গোপন কৰিলে, "এ—ঃ! পুৰিব কেলেই ?"

"তেনেহʼলেনো হাতত ফুৰাইছু কেলেই ?"

"এ—নেযে।"

"যিযেই নহওক এতিয়া চৌকাত ফুৰাই থাকগৈ যা, ন-বোৱাৰী সোমাই আহোঁতে আৰু এবাৰ গাখীৰখিনি ওফন্দি উঠে যেন চাবি, অবশ্যে নুঠা নহয়, উঠিছিল, বোৱাৰীজনী সুলক্ষণীয়া। আগৰ বাৰ বৰঞ্চ—"

কথাষাৰ নোশেষ হওঁতেই ৰামকালীৰ গম্ভীৰ কণ্ঠৰ গলগলীয়া মাত শুনা গʼল, "তোমালোকৰ সেইবোৰ বৰণ-টৰণ সোনকালকৈ শেষ কৰা সৰুপেহী, বাৰবেলালৈ আৰু বৰ বেছি দেৰি নাই।"

মুহুৰ্মুহু শংখ-নিনাদত ৰামকালীৰ কণ্ঠও ম্লান হৈ পৰিল।

দৰা-কইনা ঘৰৰ চোতাললৈ সোমাই আহিল। পিছে পিছে দল বান্ধি আহি থাকিল গুৰ্কা-গাৰ্ণিৰে চন্দ্ৰৰ যতমানে তিৰোতাসকল।

বিয়াখন যেনেকৈ আৰু যি অৱস্থাতে নহওক কিয় ভোজ আৰু ভোজক্ৰ এখন পাতিবই লাগিব। আমোদ-আহ্লাদৰ প্ৰয়োজনত নহয়, 'সমাজখন'ক জনাবৰ প্ৰয়োজনতহে। কথা নাই বতৰা নাই এদিন হঠাৎকৰে লক্ষ্মীকান্ত বানাৰ্জিৰ নাতিনীযেকজনী চাটাৰ্জি-পৰিয়ালৰ ঘৰ সোমালহি চৰাই-চিৰিকতিয়েও গম নাপালে, এয়া জানো উচিত কাম হʼব ? তাইৰ প্ৰৱেশ যে বৈধ, এই খবৰৰ পকা দলিল এখন থাকিব লাগিব।

দলিল নো আৰু কি ? লিখা-পঢ়া একো নহয়, চহী-চাবুদো নহয়, মানুহৰ স্মৰণ-সাক্ষ্যযেই দলিল। পিছে সেই সোঁৱৰণ-সাক্ষ্য আদায় কৰিবলৈ হʼলে, গ্ৰাম্য-সমাজখনক এদিন গলবস্ত্ৰ হৈ মাতি আনি ভালকৈ ভোজ খুউৱাৰ বাহিৰে আন উপায় নো কি আছে ?

আৰু বানাৰ্জিহঁতৰ জীয়াৰী যে চাটাৰ্জি-পৰিয়ালভুক্ত হʼল তাৰ স্বীকৃতি জানো নালাগিব ? 'বৌভাত'ৰ দিনা দিয়া ভোজত ন-বোৱাৰীয়ে নিজ হাতেৰে ভাত পৰিবেশন কৰি গিয়াতি-কুটুমহঁতৰ পৰা সেই স্বীকৃতি আদায় কৰি লয়।

গতিকে বিয়াত ভোজৰ আয়োজন নকৰিলেই নহয়। আগৰপৰা কথা

নাই বতৰা নাই, হুটাই-টাইকৈ বিয়া, সেযেহে ভোজৰ বেলিকাও চাবৰ কল নাই, খদম-দম লাগি গৈছে। লাওনি-পাওনি কৰা মানুহৰ নাটনি নাই ৰামকালীৰ, চৌদিশে মানুহ পঠিয়াই দিছে। মনোহৰাৰ বাবে বান্নৰ দিবলৈ গৈছে জনাইলে, বৰ্ধমানলৈ গৈছে মিহিদানাৰ বাবে। তদুপৰি গুৱালক দৈ-গাখীৰৰ দায়িত্ব দিয়া হৈছে, আৰু ভীমা কৈৱৰ্তক মতাই পঠাইছে মাছৰ বাবে। কোনটো পুখুৰীত জাল মাৰিব, কেইমোণ মাছ ধৰা হ'ব, ৰামকালীয়ে এইবোৰ নিৰ্দেশ দি আছিল। হঠাতে তাত মোক্ষদা ওলালহি।

এই অঞ্চলত ৰামকালীক ভয় নকৰা মানুহ নাই, মোক্ষদা বাদে। কেৱল মোক্ষদাইহে ৰামকালীৰ মুখে মুখে হক কথা শুনাই দিব পাৰে। নহ'লে—আনকি দীনতাৰিণীয়েও পুত্ৰলৈ ভয় নকৰা নহয়।

অৱশ্যে—ৰামকালীক ন্যায্য কথা শুনোৱাৰ সুযোগ কেতিয়া পোৱা যায়—এইটোহে ভাবিবলগীয়া কথা। যিজন মানুহ কৰ্তব্যপালনৰ ক্ষেত্ৰত ত্ৰুটিহীন তেওঁক নো দুষাৰ কথা কোৱা হ'ব কিহৰ কাৰণে?

কিন্তু কোৱা হয়। মোক্ষদাই কয়। কিয়নো মোক্ষদাৰ বিচাৰ নিজা দৃষ্টিভংগীৰে। ৰামকালীৰ মতে যিটো নিশ্চিত কৰ্তব্য, প্ৰায়ভাগ ক্ষেত্ৰতে মোক্ষদাৰ মতে সেইটো বঢ়া-কথা।

পিছে বেছি ভাগ ক্ষেত্ৰতে 'হক কথা'ৰ কাৰণ হয় সত্যৱতী। নহ'বনো কিয়? ৰামকালীয়ে যদি ভ-ভাৱস্তত নথকা ছোৱালী এজনী গঢ়ি তোলে, তেনেহ'লে 'হক কথা' কোৱাত মোক্ষদাৰ দোষ কিহৰ? সেযেহে অকাল-অসৃষ্টি অজোকালৰ বজো গুটি সেই ছোৱালীজনীক যেতিয়াই-তেতিয়াই দেউতাকৰ আগত হাজিৰ কৰি মোক্ষদাই ন ভুতো ন ভৱিষ্যতি কৰিবলগীয়া হয়। সেযেহে আজিও ৰামকালীৰ মেললৈ মোক্ষদা অকলশৰে নাই অহা, সত্যৱতীকো লগত লৈ আহিছে। সত্যৱতীও বিনা প্ৰতিবাদেৰেই আহিল। অৱশ্যে প্ৰতিবাদ কৰি লাভ নাই বুলিয়েই চাগৈ এই অ-প্ৰতিবাদ। নাইবা এয়া হয়তো তাইৰ নিৰ্ভীকতা।

ভীমা কৈৱৰ্তৰ উপস্থিতিৰ সময়ছোৱাত মোক্ষদাই অৱশ্যে নিমাতে বৈ আছিল, কথা-বাৰ্তা শেষ হোৱাৰ পাছত ভীমাই ৰামকালীক 'দণ্ডবৎ হৈ পন্নাম' কৰি গুচি যোৱাৰ পাছতেই মোক্ষদা জাঙুৰ খাই উঠিল।

"এয়া চোৱা ৰামকালী, তোমাৰ গুণৰ অৱতাৰ কইনাৰ হাতৰ কাবিৰাজী কৰা এইবাৰ। আৰু চিৰটিকালেই কৰিব লাগিব, এইজনী ছোৱালীক তো শহুৰেকৰ ঘৰৰপৰা লৈ নাযায়হি!" মোক্ষদাই অলপ উশাহ ল'লে।

মোক্ষদাই উশাহ লোৱাৰ ছেগতে ৰামকালীয়ে মিচিক কৰে হাঁহি ক'লে, "কি? কিনো হ'ল আকৌ?"

"হৈয়েই আছে সদা-সৰ্বক্ষণ—" মোক্ষদাই দুযোখন হাত জোকাৰি কৈ

উঠিল, "উঠোঁতে বহোঁতেই হৈছে। কটা-ছিঙা ফটা-ছিৰা—কত নো কি নহৈছে। এযা আজিযেই চোবাচোন তাইৰ হাতৰ অৱস্থা। পুৰি-ধুৰি ইমান ডাঙৰ পানীজোলা। আকৌ কয়—'দেউতাক ক'ব নালাগে, এনেযে ভাল হৈ যাব'। চোৱাঁ, নিজ চকুৰে চোৱাঁ।"

ইতিমধ্যে ৰামকালীয়ে জীযেকৰ হাতখন দাঙি ধৰি তধা লাগিল, "কি হ'ল? কেনেকৈ হ'ল?"

"সোধা কেনেকৈ' হ'ল, সোধা—ইযাকেই সুধি চোবা। ছোৱালীৰ গুণৰ কথা ইমানকৈ বখানো, তুমি দেখোন শুনিও নুশুনা। পিছে তোমাক মই কৈ থ'লোঁ ৰামকালী, এই পাতক পত্র ভাতক ভত্র বোলা জনীৰ পৰাই তোমাৰ কপালত যম-যাতনা আছে।"

কথাষাৰ নতুন নহয়, বহু ব্যবহৃত। গতিকে এই কথা শুনি ৰামকালী বিশেষ বিচলিত হোবা দেখা নগ'ল। পিছে গুৰুজনক মান্য কৰাৰ শিক্ষা ৰামকালীৰ আছে, সেযেহে বিচলিত ভাব প্রকাশ কৰে তেওঁ, "এস। এইক লৈ—। কি কৰিনি ক'চোন? ইমান ডাঙৰ পানীজোলাটো হ'ল কেনেকৈ?"

"গাখীৰ উতলাই আছিল। কালি ৰাসুবে যেতিয়া ন-বোৱাৰীক লৈ ঘৰ সোমালহি, এওঁ গ'ল নাৰিকলৰ পাত জ্বলাই গাখীৰ উতলাবলৈ। আৰু নকৈও নোৱাৰোঁ—ফটামুখ, ক'লেও লাগে জগৰ,—ইমান ডাঙৰ গাদহীজনীযে এইকণ কাম কৰিবলৈ গৈ হাতখননো তোৰ পুৰিল কেনেকৈ?"

ৰামকালীয়ে জীযেকৰ হাতলৈ চাই অৱস্থাৰ বুজ-বাজ লৈ অলপ গম্ভীৰ-ভাবে জীযেককে ক'লে, "তুমি নো আথাৰ কাম কৰিবলৈ গৈছিলা কিয? ঘৰখনত আন কোনো নাছিলনে?"

সত্যাই তলমুৰ হৈ ক'লে, "বৰ বৌছি পোৱা নাই দেউতা—।"

"পোৱা-নোপোৱাৰ কথা হোবা নাই, পুৰিলেও ভাল কৰাৰ দৰব বহু আছে। সুধিছোঁ—তুমি আথাৰ ওচৰলৈ গৈছিলা কিয?"

সত্যাই মূৰ দাঙিলে। দাঙি হঠাৎ তাই নিজস্ব ভংগীৰে টিংখোপ মাৰি ক'লে, "মই আৰু এনেই আথাৰ ওচৰলৈ গৈছিলোঁনে দেউতা, নবৌৰ মুখলৈ চাইহে গৈছিলোঁ। এস, বেচেৰী, এনেযে তাইৰ সতিনী-হুলৰ বিষ, তাতে আক' গাখীৰ উতলোৱাৰ হুকুম। তাইৰ কলিজা মানুহৰ কলিজা নহয় জানো?"

সত্যাই এনেকৈ খৰাংখাচ জবাব দিযাত কেৱল ৰামকালীযেই নহয়, মোক্ষদাযো তাল-বাল খালে। কেনে সর্বনাশী ছোৱালী ঔ এইজনী! এনেহেন মান্যগণ্য বাপেকৰ মুখে মুখে চেংচেঙীযা কথা! মোক্ষদা নির্বাক। ৰামকালীযেই মাত লগালে। ভ্ৰূযুগ কোঁচ খুৱাই কঠোৰভাৱে সুধিলে, "সতিনী হুলৰ বিষনো কি বস্তু?"

"কি বস্তু—সেই কথা তুমি তোমাৰ জীযেবাৰপৰাই এইবাৰ শিকা ৰামকালী—" সত্যৱতীযে কিবা উত্তৰ দিযাৰ আগতেই তীক্ষ্ন বিদ্রূপৰ ভংগীৰে ক'লে, "আমি এই বযসতো ষিবোৰ কথা শিকা নাই শুনা নাই, তোমাৰ এই ওঁঠ চেপিলে গাখীৰ ওলোবা আলাসৰ লাড়ুজনীযে তাকে শিকিলে। কথাবাহী ক'ৰবাৰ।"

এইবোৰ টাংটিঙালী কথা সতাই সহ্য কৰিব নোবাৰে। কিয ? য'তে যেতিযা যেনে সুবিধা ওলাব তেনেকুবাকৈ ক'ব কিয ? এই এতিযাই ক'লা 'গাদহীজনী' আকৌ কৈছা 'আলাসৰ লাড়ুজনী'। বকিবলৈ মন গ'লেই জানো হ'ল।

ৰামকালীযে পেহীযেকৰ ফালে এপলক চাই লৈ গহীনগম্ভীৰ মাতেৰে জীযেকক পুনৰ সুধিলে, "ক'তা, মোৰ কথাষাৰৰ উত্তৰ নিদিলা যে ? সতিনী-হুলনো কি বস্তু, আৰু তাৰ বিষেইবা কেনে নক'লা দেখোন ?"

কি বস্তু সতাইনো জানো কিটো ? পিছে বস্তুটো যে কটা ঘাত চেঙা তেল দিযাৰ নিচিনা, সেই কথাটো বোধহয ওপজাৰ আগৰেপৰাই জানে। সেযেহে তাই মুখখন যিমানদূৰে সম্ভব গোমা কৰি ক'লে, "সতিনী মানেই তো হুল দেউতা। আৰু হুল থাকিলে তাৰ বিষো থাকিবই। নবৌৰ প্ৰাণততো তুমি এতিয়া সেই বিষ ঢালি দিলা—'

"মনে মনে থাকা।" হঠাতে ডাবি মাৰিলে ৰামকালীযে। বিচলিত হ'ল তেওঁ, বাস্তবিকতে তেওঁ বিচলিত হৈ পৰিল। জীযেকৰ ভৱিষ্যতৰ কথা ভাবি বিচলিত হোৱা নাই, বিচলিত হ'ল হঠাৎ জীযেকৰ অন্তৰখনৰ কলুষ-কালিমাৰ পৰিচয় পাইহে।

এয়া নো কি কথা। এনেকুৱা ধাৰণা তো তেওঁৰ নাছিল, নাছিল হিচাপৰ মাজত। এযা নো কেতিযা কেনেকৈ হ'ল ? সত্যৱতীৰ কিমান যে নিন্দা তেওঁৰ কাণত পৰে, সেইবোৰলৈ তেওঁ কাহানিও বৰকৈ মন নকৰে। নকৰে কেৱল জীযেকৰ মতি-গতিৰ মাজত এটা তেজস্বী ভাব-ভংগী দেখি। সত্যৰ হৃদযত কুচুৰ্টি-কপটৰ বিন্দুমাত্ৰও নাই, হিচাপৰ বহীত এই কথাই লিখা আছিল, এনেকুৱা নীচ কুচুৰ্টীযা কথা-বতৰা তাই কেতিযাৰ পৰা শিকিলে ?

কিন্তু আৰু আগবাঢ়িবলৈ দিযা উচিত নহয।

শাসন কৰিব লাগিব।

সেযেহে তেওঁ গৰ্জি উঠি ক'লে ঃ

"কিয ? সতিনী নো কিহৰ বাবে ইমান ভযংকৰী হ'ল ? তাই তোমাৰ নবৌযেৰাক বান্ধি কিলাইছেহি নেকি ?"

দেউতাকৰ তৰ্জন-গৰ্জনত সত্যবতীৰ চকু চলচলীয়া হ'ল কিন্তু তাই সহজে সেও নামানে। কন্দাৰ দীনতা ওলাই পৰাৰ ভয়তে তাই তলমূৰ হৈ ৰুদ্ধ কণ্ঠেৰে ক'লে, "হাতেৰে নমাৰিয়ালেও ভাতেৰে মাৰিছেই নহয় ? নবো আছিল অকলে একেশ্বৰী, ন-বোৱাৰী হঠাৎ উৰি আহি জুৰি বহিল—"

"আস ! ছি ছি ছি !" ৰামকালী শিয়ঁৰি উঠি ঠৰ লাগিল। তেওঁৰ মুখলৈ চাই এনে ভাব হ'ল, সত্যৱতীয়ে হঠাতে যেন তেওঁ যত্নেৰে আঁকি থৈ দিয়া চিত্ৰ এখনক মোহাৰি-মুচৰি ছিঙি-ভাঙি দলিয়াই পেলাইছে।

এই ছেগতে মোক্ষদাই আকৌ এখেও মাৰিলে, "সেয়া শুনা—শুনাচোন তাইৰ কথাৰ ছেও। পাৰোঁতে কওঁ নে কথাবাহী বুলি ? বুঢ়ী ধাদহীঁতৰ দৰে কথা, আৰু সৰু ল'ছালীৰ দৰে তম্ৰাশ্চিত কৰা। আৰু কথাবো ইমান চেলবেলনি, শুনি জলাকলা লাগছে আৰু।"

ৰামকালীয়ে পেহীয়েকে খেদ প্ৰকাশ কৰালৈ মন নকৰি তিক্ত কণ্ঠেৰে ক'লে, "অতবোৰ অবাইচ মাত্ত-কথা শিকিলা ক'ৰপৰা ? ছিঃ ! লাজত নাক কটা যাব এতিয়া মোৰ। উৰি আহি জুৰি বহাৰ অৰ্থ কি ? এঘৰখন ঘৰতে দুজনী বাই-ভনী নাথাকেনে ? সতিনীক 'হুল' বুলি নাভাবি ভনী বুলি ভাবিব নোৱাৰিনে ?

দেউতাকে ইমানখিনি ককৰ্থনা কৰাৰ পাছত সত্যবতীৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল। একেলগে অসংখ্য টোপাল জৰ জৰ কৰে দুচকুৰপৰা গালত, গালৰ পৰা মাটিত পৰিল।

পৰিযেই থাকিল, সত্যই নমচিলে।

ৰামকালী চাটাৰ্জি আকৌ এবাৰ বিচলিত হ'ল। সত্যবতীৰ চকুত পানী ! এয়া যেন এক নাভূত-নাশ্ৰুত কথা। তেওঁৰ ধাৰণা হ'ল, ভৰ্ৎসনাৰ মাত্ৰা অলপ বেছি হৈছে।

ঔষধত মাত্ৰাধিক্য, ৰামকালীৰ বোধেৰে গৰ্হিত অপৰাধ। মনত পৰিল তেওঁৰ, ছোৱালীজনীৰ হাতৰ পানীজোলাটোও কম যন্ত্ৰণাকৰ নহয়। এতিয়াই প্ৰতিকাৰ কৰা উচিত। সেয়েহে অলপ কোমল মাতেৰে ক'লে, "এনে নীচ কথা আৰু কেতিয়াও নোকোৱা যেন। মনলৈও নানিবা। সংসাৰখনত যেনেকৈ ভাই-ভনী ননদ-দেওৰ জা-বৰজনা সকলো থাকে, তেনেকৈ সতিনীও থাকে, বুজিছা ? চাওঁ, হাতখন চাওঁচোন— !"

হাতখন আগবঢ়াই দি সত্যবতীয়ে ওঁঠযুৰি দাঁতেৰে কামুৰি ধৰি নিজৰ উগুল-থুগুল হৃদয়ভাৰ চম্ভালিবলৈ চেষ্টা দিলে।

মোক্ষদাই বুজিলে, ডাৰৰ আৰু নাই। ৰামকালীয়ে জীয়েকক শাসন কৰিব ? —সেই থল ডে'লে'! ছি ছি, ছে ছেঃ! তেওঁৰ আৰু তাত বৈ

থাকিবৰ মন নগ'ল, ক'লে, "য'ক, শাস্তি-শলা বহুত দিলা তাইক ৰামকালী, এতিয়া বহি বহি সুবাগ চৰাই সোধন-পোছন কৰা, মই আহোঁহে। চকু থাকিও খালত পৰা মানুহ তোমাকহে যি দেখিলোঁ।"

মোক্ষদাই ৰংগমঞ্চৰপৰা বিদায় ল'লে।

ৰামকালীয়ে আশু প্ৰতিকাৰ হিচাপে জীয়েকৰ হাতৰ পানীজোলাৰ ওপৰত প্ৰলেপ এটা লগাই থাকোঁতে হঠাতে আকৌ ক'লে, "আজিৰ কথা মনত থাকিব নে? আৰু কোনোদিনে এনেকুৱা কথা নোকোৱা যেন। মানুহ বনৰ জন্তু নহয় যে খালী খিয়াল-খেয়াল কামোৰা-কামুৰি কৰি থাকিব? সকলোৰে সৈতে মিলাপ্ৰীতিৰে পৃথিবীখনত থাকিব লাগে।"

দেউতাকৰ মাতত আপোচৰ সুৰ। গাতকে সত্যবতীয়ে আকৌ অলপ সাহস ঘূৰাই পালে। তদুপৰি দেউতাকৰ ধিকাৰ-কাৰত তাইৰ কণ্ঠাগত প্ৰাণ!

কিন্তু তাইৰ জগৰ যে কোনখিনিত, কিহত কেণা লাগিল, বুজি নাপায় তাই। সকলোৰে সৈতে মিলাপ্ৰীতিৰেই যদি পৃথিবীখনত থাকিব লাগে—তেনেহ'লে 'সেঁজুতি' বৰত নো আক' কিয় কৰিব লাগে?

মনৰ ভাব মুখেদি ওলাল সত্যৰ, 'সেয়ে হ'লে সেঁজুতি বৰত কিয় কৰিব লাগে দেউতা? পেহী আইতাই এই বছৰৰপৰা মোক, ফেন্তুক আৰু পুণ্যকো এই বৰত কৰিবলৈ বৈছে দেখোন।"

ৰামকালী এইবাৰ বিৰক্ত নহৈ বিস্মিতহে হ'ল। 'সেঁজুতি বৰত' সম্পৰ্কে তেওঁ অবশ্যে বিশেষ একো নাজানে, কিন্তু যি নহওক, কোনো ব্ৰত যে মানৱিকতা-বিৰোধী হ'ব পাৰে, সেই কথা ভবা টান। সেয়েহে প্ৰলেপ লগোৱা হাতখন ধুব চকুতে থকা মাটি কলহৰ পানীৰে ধুই থাকোঁতে ক'লে, "ব্ৰতৰ সৈতে কিহৰ সম্পৰ্কটো আছে?'

"কি নাই—তাকে কোৱা দেউতা?" চকুৰ পানী শুকাবলৈ নৌপাওঁতেই সত্যৰ মাত শুকাই খৰখৰীয়া হ'ল, "সেঁজুতি বৰতৰ মন্তৰবোৰ জানো সতিনী-হুল উদ্ধাৰৰ বাবে নহয়?"

ৰামকালী নিমাতে থাকিল। হয়, তেওঁ যেন আশাৰ পোহৰ এচেৰেকা দেখা পাইছে ক'ৰবাত। ওঁ, জীয়েকৰ মুখত এনেহেন কিবা এটা গোলমলীয়া কথাই বাহ লৈছে।

নহ'লে নো সত্যৰ মুখত এইবোৰ অবাইচ কথা!

তেওঁৰ হাতত এতিয়া কৰিবলগীয়া বহুত কাম। তথাপি, ৰামকালীয়ে বিবেচনা কৰি চালে, সদুপদেশ দি কন্যাৰ মন-ফুলনিৰপৰা 'সতিনী-হুল'ৰ মুলোচ্ছেদ কৰা কৰ্তব্য। সেয়েহে তেওঁ ভৰু কোঁচাই সুধিলে, "হয়নেকি? মন্তৰটো নো কি?"

"মন্তৰ এটা নে কিবা ?" সত্যবতীয়ে উৎসাহৰে সৈ'ত ক'লে, "ভাগে ভাগে কত যে মন্তৰ। আটাইবোৰ মোৰেই মনত আছে নে কিবা ? ভাবি ভা.ব কৈছোঁ ৰ'বা। পথমতে হ'ল আলিপন অঁকা। ফুল-লতা-পাত্তৰ নক্সা আঁকি লৈ তাৰ চুকে-কোণে হেতা-সঁৰাহ চৰু-হাডী ঘটী-বাটি দা-বঠী ঢেঁকী আদি ঘৰ-সংসাৰৰ পত্যেকটো বস্তু আঁকি ল'ব লাগিব। তা'পাছত বস্তুবোৰ এটা এটাকৈ হাতেৰে ছুই ছুই—মন্তৰ গাব লাগে। ধৰা, হেতাত হাত লগালোঁ, ক'লোঁ—

'হেতা হেতা হেতা,
খা সতিনীৰ মাথা।'

ব নবাটিত হাত লগাই—

'বাটি বা.ট বাটি,
স তনীৰ মাকক ধ'ৰ লৈ য'ক
গোসাঁনী কেঁচাইখাতী।'

ত পাছত—

'স ৰাহ সঁৰাহ স'ৰাহ
সতিনীৰ নাকটো খঁৰা।'
'বঠী বঠী বঠী
থ সতিনীৰ শৰাধৰ পাচলি কাটি।'
'হাডী হাডী হাড়ী
মই থাকে। যেন সধবা-সতী
সতিনী হওক বাঁৰী।'

"চুপ চুপ।" ৰামকালীয়ে গম্ভীৰভাবে ক'লে, 'কি! এইবোৰ হ'ল তোমালোকৰ ব্ৰতৰ মন্ত্ৰ ?"

এইবোৰ যে দৰাচলতে ব্ৰতৰ মন্ত্ৰ হোৱাৰ যোগ্য নহয়, সেই সত্য কথাটোৰে সত্যৰ বোধশক্তিৰ জগতত অকস্মাৎ এই মুহূৰ্তত এচেৰেঙা পোহৰ পেলাই গ'ল!

তাইৰ উছাহ জঁয পৰি আহিল আৰু তাই অস্ফুট মাতেৰে ক'লে, "আৰু ক—ত যে আছে—"

"আৰু আছে ? হয়নে ? বাৰু কোৱাচোন আৰু কি কি আছে, শুনোৱেইচোন! চাওঁ তোমালোকৰ মগজু কেনেকৈ চোবাই খোৱা হৈছে। আৰু জানা নেকি ?"

"ওঁ, জানো।" সত্যই মুৰ দুপিয়াই ক'লে, আৰু হ'ল—

'ঢেঁকী ঢেঁকী ঢেঁকী
সতিনী মৰে তলত মই দেখোঁ ওপৰত থাকি।'

তা'পাছত হ'ল—

'আঁহত কাটি ঘৰ সজাঁও,
সতিনীক কাটি আলতা লগাও'।'
'মইনা মইনা মইনা
সতিনী হওক যমৰ কইনা।'

তা' পাছত এমুঠি দুবৰি হাতত লৈ ক'ব লাগে—

ঘাঁহ মুঠি ঘাঁহমুঠি
সতিনী হওক কাণী কুণ্ঠী।'

গহনা আঁকি তা'পাছত গহনা ছুইও মন্তৰ আছে—

'বাহুৰ বাজু চিপাটমণি
সতিনীৰ মুখত মাৰ বাঢ়নী।'

পাণ আঁকি লৈ ক'ব লাগে—

'গান্ধ পাণ ইলাচি গুৰা,
মই সুবাগী, সতিনী চুবা।'

"বাৰু, হৈছে হৈছে, আৰু নালাগে। আৰু ক'ব নালাগে।" ৰামকালীয়ে হাত দাঙি তাইক ৰখালে, "এইবোৰ গালি-শপনিকে তোমালোকে পূজাৰ—ব্ৰতৰ মন্ত্ৰ বুলি কোৱা?"

"আমি ।ও' মানে?" সত্যবতীয়ে তাইৰ পণ্ডিত দেউতাকৰ ইমান অজ্ঞতাৰ প্ৰমাণ পাই আচৰিত হ'ল আৰু ক'লে, "জগতৰ সকলো মানুহেই কয়। সতিনী যদি বাই-ভনীৰ দৰে হ'ব লাগে, তেনেহ'লেনো ইমানবোৰ মন্তৰৰ ছিৰ্জন হ'ব লাগিছিল কিয়? ভনীয়েকৰ কপালত জুই লগাবলৈনো আক' কোনোবাই বৰত কৰেনে? আচল কথা হ'ল—মতামানুহবিলাকে সতিনী-হুলৰ বিষৰ পোৰণি সহিবলগা নহয় বুলিহে—।" সত্যাই এটা সেপ ঢুকিলে, কিযনো মতা-মানুহবিলাকৰ সম্পৰ্কে পববৰ্তী বিষাৰ কথা তাই ক'বলৈ যো-জা কৰিছিল, সেইষাৰ দেউতাকৰ আগত কোৱাটো সমীচীন হ'ব নে নহ'ব ভাবি তাই দোধোৰ-মোধোৰত পৰিছিল।

ৰামকালীয়ে গম্ভীৰ মাতেৰে ক'লে, "হওক, তথাপি এই ব্ৰত তোমালোকে আৰু পালন নকৰিবা।"

নকৰিবা! ব্ৰত নকৰিবা! সত্যাৰ মুৰত বজ্ৰপাত হ'ল। এয়া নো কেনেকুৱা আদেশ? এতিয়া উপায়? এফালে পিতৃআজ্ঞা, আনফালে 'ব্ৰতপতিত'। ব্ৰতপতিত হ'লে নৰক-যাতনা অনিবাৰ্য্য। পিতৃআজ্ঞা পালন নকৰিলে অজীণ-পাতকী হয নে নহয়, সেই পাতক ঠিক কিমান গৰ্হিত নাজানিলেও সেই পাতকৰ পাতকিনী যে নৰকৰ কাষ পাবগৈ লাগিব সেই কথাত সত্যা নিসন্দেহ।

বহুতো পৰলৈকে দুয়ো নিমাতে থাকিল। তাৰ পাছত সত্যয়েই লাহে লাহে ক'লে, "ধৰা—বৰত পালন নকৰিলে, কৰিবলৈ এৰি দিলে যে নৰকগামিনী হ'ব লাগিব দেউতা।"

"নাই, নহয়। কিন্তু এইবোৰ ব্ৰত পালন কৰিলেহে নৰকগামী হ'ব লাগিব।"

"পেহী আইতাক তেন্তে তাকে কওঁগৈ?"

"কি ক'বা?"

"মানে—সেঁজুতি বৰত পালন কৰিবলৈ তুমি হাক দিছা বুলি ক'ম।"

"বাৰু নালাগে ক'ব, এতিয়াই তেওঁক নক'বা একো। ক'বলগীয়াখিনি মইহে ক'ম বাৰু। তুমি এতিয়া ঘৰলৈ যোবাগৈ। হাতখনৰ ফালে চকু দিবা, ক'তো আকৌ ঘঁহনি-তহনি নোখোৱা যেন।"

সত্যৱতীৰ এতিয়া ন যযৌ ন তস্থৌ অৱস্থা। দেউতাকে গুচি যাবলৈ হুকুম দিলে, অথচ তাইৰ মনত প্ৰশ্নৰ ধুমুহা। দেউতাকৰ অবিহনে সেই ধুমুহা কোনেনো শাঁত কৰিব?

"দেউতা।"

"কি? কিবা ক'বা?"

"বৰত কৰাটো যদি অন্যায, সতিনী যদি ভালেই, তেনেহ'লেনো নবৌৰ ইমান যাতনা হৈছে কিয়?"

"বৰ বোৱাৰী? ৰাসুৰ পৰিবাৰ? তেওঁ যাতনা ভুগিছে? তেওঁ তোমাক যাতনা ভুগিছে বুলি কৈছে জানো?"

ৰামকালীৰ কথাৰ সুৰত খঙৰ ভমকনি। কিন্তু সত্যবতী নদমিল।

ধিক্কাৰত সত্য দমে কিন্তু ধমকত নহয়। সেয়েহে সতেজ বাক-ভংগীৰে মোক্ষদাৰ ভাষাত 'কথাবাহী'ৰ দৰেই চেলবেলাই কৈ যায়, "ক'ব কিয় দেউতা? সকলো কথা আৰু মুখেৰে ফুটাই ক'ব লাগেনে? হা বোলোঁতেই হুমুনিয়াহৰ বাতৰি ওলাই পৰেই নহয়? চেৰেউ-ফেৰেউকৈ কান্দি কান্দি চকু-মুখ গাঁতত সোমাইছে, এনে যে সোণৰ বৰণ, কেহৰাজবটা যেন হৈছে। যোৱা পৰহি দিনাৰপৰা মুখত এটুপি পানীও দিয়া নাই। লাজত পৰি কৈছে হয় যে 'পেটটো বিষাইছে বাবে ভোক নাই, সেয়েহে কান্দিছোঁ' কিন্তু বুজিবলৈ আৰু বাকী আছেনে কাৰোবাৰ! ঘাঁহৰ ভাত কোনেও নাখায় নহয়? কটা ঘাত কলা-খাৰ, তাতে আক' ন-বোৱাৰীৰ হাতৰ ডোল খোলা! কোনোবাই কৈছে বৰ বোৱাৰীক আন এটা কোঠাত থৈ তেওঁৰ কোঠাতে মংগলাচৰণ কৰা হ'ব, কোনোৱে বা কৈছে—'এহু নালাগে নালাগে'। নবৌৱে বোলে সাৰি পেহীক কৈছে, 'ইমান ধান্দাৰ কোনো দৰকাৰ নাই, চাটাখিা-পুখুৰীত ঢেৰ পানী আছে, তাতেই মোৰ ঠাই হ'ব'।"

সৰ্বনাশ।

ৰামকালীয়ে প্ৰমাদ গণিলে। মাইকী মানুহৰ অসাধ্য কাম নাই। মানুহজনীয়ে সঁচাযে তেনেকুৱা দুৰ্মতি কৰিব নে নকৰে কোনে ক'ব পাৰে? ই'ও এক মহা যাতনা। তহঁতে এগৰাকী ভদ্ৰলোকৰ জাতি-মান উম্ধাৰৰ বাবে ভাবি আনন্দহে কৰিব লাগে, তাৰ সলনি এইবোৰ মেৰ-পাক।- কিয়, ত্ৰিভুবনত আন কাৰোবাৰ সতিনী নাই হোবা নেকি? হ'বলৈনো আৰু বাকী থাকিল কি? যতবোৰ অধম্য ব্ৰত-পাৰ্বণৰ শিক্ষা দি শিশুকালৰেপৰাই ছোৱালীহঁতৰ ইহকাল-পৰকাল খাইছে আৰু!

মাইকী মানুহৰ জাতটোৱেই যত কুটৰ ঘাই।

'ঘৰৰ লখিমী' বুলি আদৰ-সাদৰ কৰিলে কি হ'ব, একো একোজনী মহা অলক্ষ্মী। নহ'লে এই ৰাসুৰ ঘৈণীযেকজনী, কিযেইবা বয়স, তাইৰ ইমান বয় বৰ কথা। পুখুৰীত পৰি মৰিব বুলি হুমিযাইছে! ছি ছি!

"এনে কথা কৈছেনে বৰ বোবাৰীয়ে?" ৰামকালীয়ে মুখখন আমোলাই সুধিলে।

"সাবি পেহীয়ে তো তেনে বুলিযেই কৈছিল।"

দেউতাকৰ মুখলৈ চাই সত্যাই অলপ ভয খোবা যেন লাগিল। কিন্তু ভয কৰিলে তো নহ'ব। দেউতাকক সচিত কৰোৱাটো তাইৰো কৰ্তব্য।

দেউতাকৰ ইমান জ্ঞান-বুদ্ধি, অথচ গিৰিযেকটোবে আন এজনীক বিয়া কৰাই আনিলে মাইকী মানুহৰ কপালত যে জুই লাগে সেই কথাটো বুজাৰহে জ্ঞান নহ'ল। আৰু নহ'লে নো কৈকেয়ীযে তিনি যুগত ঘৃণনীয হৈও ৰামক বনবাসলৈ পঠাইছিল এনেযেনে? সত্যাই এইবোৰ কথা কথক ঠাকুৰৰ কথামৃততে শুনিছিল।

তেওঁ আছিল ৰাজৰাণী, তেওঁৰ মনতো ইমান বিহ!

আৰু বৰ বোৱাৰী বেচেৰী তেনেই নিৰীহ আপোনভোলা জীৱ, মনৰ আক্ষেপতে মৰিবলৈ ওলাইছে।

সত্যাৰ প্ৰাণত যে ইমানকৈ কষ্ট হৈছে তাৰ আৰু এটা কাৰণ হ'ল—বৰ বোৱাৰীক দুষাৰ সান্ত্বনাৰ কথা ক'বলৈকো তাইৰ সাহস নাই। সাহস নোহোৱাৰ কাৰণ হ'ল—এই মৰ্মান্তিক হৃদযবিদাৰক নাটকৰ নাযক স্বযং সত্যৱতীৰ দেউতাক। ঠাৰে-চিঁঞৰে ঘৰে-পৰে আটাযেই ৰামকালীকে দুষিছে!

নুদুষিবনো কিয়?

দুষিবই। ল'ৰাৰ মাকৰ ভেমেই বেলেগ। বৰ বোৱাৰী ল'ৰাৰ মাক নোহোৱাহেঁতেনো কথা বেলেগ হ'লহেঁতেন। কান্দি কান্দি তাইৰ বুকুৰ পিয়াহ শুকালে ল'ৰাটো নো জীয়াই থাকিব কিহেৰে?

ইপিনে ৰামকালীযে বৰ বোবাৰীক কেনেকৈ বশ কৰিব পাৰি সেই কথা চিন্তা কৰিছে। গোটেই গাঁওখনৰ ৰাইজক নিমন্ত্ৰণ কৰিলে তেওঁ, ৰাতি পুৱালেই ভোজভাতৰ আযোজন, তাই সঁচাযে যদি কিবা এটা অঘটন কৰে? এইদৰে বহুতো কথা ভাবি ভাবি গল-হেকাৰি মাৰি ক'লে, "এইবোৰ হ'ল ল'ৰামতীয়া কথা। তুমি মোৰ হৈ বোৱাৰীক কোৱাগৈ এইবোৰ লাক লগুীয়া কথা যেন চোবাই নাথাকে। কোৱাগৈ, 'দেউতাই ক'লে, মন কৰিলে ছুন কৰিব পাৰি, মন ওফৰালে ইটোও নহ'ব সিটোও নহ'ব। কোৱাগৈ, তেওঁ কাম-মন কৰি থাকক, ভালকৈ খোৱা-লোৱা কৰক, মনৰ মলি গুচিব'।"

দেউতাকৰ অজ্ঞতাৰ কথা ভাবি সত্যাৰ দুখ লাগিল। পিছে তাই একো নোকোৱাকৈও নাথাকিল। অলপ তাচ্ছিল্যৰে হাঁহি ক'লে, "গুচাহেঁতেন মাটিৰ পিথবীখন সৰগ হ'লহেঁতেন দেউতা। বোৱাৰীৰ মুখখন আলেঙে আলেঙে চাযেই তাৰ শৰীৰৰ ক'ত কি হৈছে-নহৈছে তুমি কৈ দিব পাৰা, আৰু মানুহৰ মুখলৈ চাই তেওঁৰ প্ৰাণত কি হৈছে-নহৈছে তাৰ গমকে ধৰিব নোৱাৰা? তেনেহ'লে নিজ চকুৰে এবাৰ চাই আহিবা ব'লা।"

অকস্মাৎ কিয যেন ৰামকালীৰ গাৰ নোম ডাল ডাল হৈ উঠিল। তেওঁ মনে মনে থাকিল। বহু সময়ৰ পাছত তেওঁ হাতৰ ইংগিতেৰে জীযেকক গুচি যাবলৈ ক'লে।

তাৰ পাছতো নো আৰু নোযোৱাকৈ থাকিব পাৰেনে সত্যৱতী? সত্য তলমুৰ হৈ লাহে-ধীৰে তাৰপৰা গুচি গ'ল।

কিন্তু এইবাৰ আকৌ মাতলে।

আৰু মাতিলে ৰামকালীয়েঃ

"বাৰু, শুনাচোন—।"

সত্যৱতীযে মূৰ ঘূৰাই চালে।

"শুনা, বোবাৰীক তুমি একো ক'ব নালাগে, তুমি মাথোন, মানে—হেৰি তুমি খালী এটা কাম কৰিবা—।"

ৰামকালীয়ে ইতস্ততঃ কৰিছে।

সত্যৱতী অবাক।

ওহোঁ, আন যিযেই নহওক দেউতাকক কাহানিও ইমান বিচলিত হোৱা দেখা নাছিল সত্যবতীয়ে।

কিন্তু ৰামকালীয়েইবা এনেহেন পৰিস্থিতিত কৌতিয়াবা পৰিছিল জানো?

সত্যৱতীয়ে সঁচায়ে তেওঁৰ চৈতন্য ঘূৰাই আনিলেনেকি?

সেযেহে ৰামকালী ইমান বিচলিত কিব্ৰত?

"দেউতা, কি কৰিবলৈ কৈছিলা—?"

"অ' হয়, ক'ব খুজিছিলোঁ—তুমি তোমাৰ নবৌবেৰাৰ লগে লগে থাকিবা, চাবা যাতে তেওঁ সেই পুখুৰীৰ ফাললৈ নাযায।"

মুহূৰ্তমানৰ বাবে সত্যব্রতী স্তব্ধ হৈ পৰে। হয়তো দেউতাকৰ আদেশৰ তাৎপৰ্য্য অনুধাবন কৰিবলৈ চেষ্টা কৰে। তাৰ পাছত সম্ভবতঃ অনুধাৱন কৰিব পাৰি নম্র মাতেৰে ক'লে, "বুজিছোঁ, নবৌক চকুৰ আগত ৰাখি পহৰা দিবলৈ কৈছা।"

পহৰা!

ৰামকালী অতিপাত লজ্জিত হৈ পৰিল। তেওঁৰ আদেশৰ এয়েই ব্যাখ্যা! ৰামকালীয়ে নিস্পৃহভাবে ক'লে "পহৰা মানেনো আৰু কি? লগে লগে থাকিবা, ৰং-ৰহইচ কৰিবা, যাতে তেওঁৰ মনটো সদায় ভাল লাগি থাকে —এয়ে আৰু।"

সত্যবতীয়ে দীঘলকৈ উশাহ লৈ ক'লে, "হ'ল আৰু, কথা একেটাই। কথাত বোলে—'যাৰ নাম ভজা চাউল তাৰে নাম মুড়ি যাৰ মুৰত পকা চুলি তাকেই কয় বুঢ়ী।' কিন্তু দেউতা, পহৰা যেনিবা দিলাঁবেই, কেইদিন কেইৰাতি দিম কোবাচোন? কোনোবাজনীয়ে যদি আপোনঘাতী হ'ম বুলিয়েই শপত খাইছে, তেওঁক জানো ৰইখা কৰিবলৈ কাৰোবাৰ শকতি আছে? কেবল চাটাযি্য-পুখুৰীৰ পানীয়েই নহয়তো, ধুতুৰা গুটি আছে, লাতুৰমণি গুটি আছে, কৰবী ফুলৰ গুটি আছে—।'

"মনে মনে থাকা।"

ৰামকালীয়ে তপত উশাহৰ দাহ এৰি ক'লে, "মনে মনে থাকা। তোমাৰ সৰু আইতাৰাই দেখিছোঁ ঠিকেই কয়। ইমান কথা চোবাবলৈ তুমি শিকিলা ক'ৰপৰা? তুমি যোৱা বাৰু, একো কৰিব নালাগে। যোৱা।"

'যোৱাগৈ' বুলি মানুহক খেদিব পাৰি, চিন্তাক খেদিব নোৱাৰি। দূৰ কৰিব নোৱাৰি মানসিক স্পন্দনক। 'যোৱাগৈ' বুলি ৰামকালীয়ে সত্যব্ৰতীৰ তাৰপৰা আঁতৰালে কিন্তু অকস্মাৎ উদ্বেলিত হৈ উঠা এই চিন্তা মনৰপৰা দূৰ কৰিব নোৱাৰিলে, দূৰ কৰিব নোৱাৰিলে এই স্পন্দনকো।

তেনেহ'লে মই ঠিক কৰা নাই নেকি? ভুলেই কৰিলোঁ নেকি?

চিন্তাৰ এই স্পন্দনই ৰামকালীকে খেদি ফুৰিছে ঘৰৰপৰা চণ্ডীমণ্ডপলৈ চণ্ডীমণ্ডপৰপৰা আগ-ঘৰৰ চোতাললৈ, তাৰপৰা বাৰীলৈকে। কিন্তু ক'ব নোৱাৰি তেওঁ চাটাৰ্জি-পুথুৰীৰ পাৰে পাৰে অহা-যোৱা কৰি থাকিল।

সন্মুখৰ ফালে ঈষৎ দোঁ খাই পৰা দীৰ্ঘায়িত দেহ, হাত দুখন পিছফালে যোৰ কৰা, মগৰৰ খোজ-কাটল। ৰামকালীৰ এই ভংগী সদায় দেখা নাযায়। দৈবাৎ কোনো জটিল ৰোগগ্ৰস্ত ৰোগীৰ যোবা-থোবা অৱস্থাত চিন্তিত ৰামকালীক কাচিৎ-কেতিয়াবা এইদৰে টহল দিয়া দেখা যায়। ৰামকালীয়ে আয়ুৰ্বেদ শাস্ত্ৰৰ পুথিৰ পাত লুটিয়াই ঔষধ নিৰ্বাচন নকৰে, এইদৰে মগৰৰ খোজেৰে টহলিয়েই কৰে। পুথিৰ পৃষ্ঠাবোৰ মুখস্থ বুলিয়েই চাগৈ সেইবোৰ নচালেও হয়। কেৱল ভাবিলেই হৈ যায়।

কিন্তু সেয়া কেতিয়াবাহে। ঔষধ নিৰ্বাচন কৰিবলৈ ৰামকালী কবিৰাজে বৰ বেছি সময় নলয়, ৰোগীৰ মুখৰ চেহাৰা চায়েই মুহূৰ্ততে ৰোগ আৰু তাৰ নিৰাকৰণৰ ব্যৱস্থা দুয়োটায়েই তেওঁৰ অনুভূতিৰ খোলা খিৰিকীত ভুমুকিয়াহি। সেয়েহে, তেওঁৰ চিন্তিত মূৰ্তি কাচিৎহে দেখিবলৈ পোৱা যায়। পোন দীৰ্ঘদেহ—শালগছৰ দৰে সৰল সতেজ, হাত দুখন বুকুৰ ওপৰত পথালিকৈ ৰখা, বহল কপাল, জোঙা নাক আৰু দৃঢ়নিবদ্ধ ওষ্ঠাধৰৰ ঈষৎ বেঁকা ৰেখাত আত্মপ্ৰত্যয়ৰ সুস্পষ্ট ছাপ। এই চেহাৰা ৰামকালীৰ পৰিচিত চেহাৰা। কিন্তু আজি তাৰ ব্যতিক্ৰম ঘটিল, আজি ৰামকালীৰ মুখৰ ৰেখাত আত্মজিজ্ঞাসাৰ তীক্ষ্ণতা।

তেনেহ'লে ভুলেই কৰিলোঁ নেকি? তেনেহ'লে আৰু বিবেচনা কৰি চোৱা উচিত আছিল নেকি? কিন্তু সময়? সময়েই যে নাছিল।

ৰামকালীয়ে বাৰে বাৰে ভাবিবলৈ চেষ্টা কৰিছে, তেওঁ বুদ্ধিভ্ৰংশ হ'ল নেকি? সেয়েহে এজনী অবোধ ছোৱালীৰ অৰ্থহীন লাক-পাক কথাৰ

ওপৰত ইমান মূল্য আৰোপ কৰি ইমান বিচলিত হৈ পৰিছে? ইমান বিচলিত হ'বলগীয়ানো কি হৈছে? সঁচা কথা, ত্রিভুবনত কিবা সতিনী আৰু আন কোনো এজনীৰেই নহয় নে? অসংখ্য হৈ আছে। বৰঞ্চ সতিনী নোহোৱা স্বামীসুখ কেইজনীয়ে পায়, সেই কথাহে আঙুলিৰ মূৰত গণি চাবলগীয়া। কিন্তু এই চিন্তাই খোপনি পোৱা নাই। চেষ্টাকৃত যুক্তিবোৰ হৃদয় তৰংগৰ উথল-পাথলত উটি গৈছে। অকণমানি ছোৱালী এজনীৰ কথাবোৰ কোনোপধ্যেই ফুৎকাৰে উৰাই দিব পৰা নাই তেওঁ।

বহুবিধ গুণৰ সমাবেশেৰে উজ্জ্বল বৰ্ণাঢ্য চৰিত্ৰ ৰামকালীৰ, পুৰুষৰ আদৰ্শস্থল, তথাপি চৰিত্ৰৰ গাঁথনিত অলপ খুঁত আছে বোধ হয়। মানুহক মানুহৰ মৰ্য্যাদা দিয়াৰ শিক্ষা তেওঁ আছে, শিক্ষা আছে বয়োজ্যেষ্ঠক সম্মান-সমাদৰ সংকোচ সম্ভ্ৰম কৰাৰ, কিন্তু সমগ্ৰ 'মাইকীমানুহ' জাতিটোৰ প্ৰতি সিমান সম্ভ্ৰমবোধ নাই নাই সম্যক মূল্যবোধ।

যিটো জাতিৰ ভূমিকা হ'ল মাথো চাউল সিজোৱাৰ, ল'ৰা কোৱোৱাৰ, চুবুৰিত মেল মাৰি ফুৰাৰ, ফচহু কথাৰ চাং পতাৰ, বন্দল কৰি অকথ্য-অশ্ৰাব্য গালি-শপনি পৰাৰ, চাপ্তোল মাৰি কেলি-কেন্দোল কৰাৰ, কান্দোনত গছৰ পাত সৰুউৱাৰ আৰু শোকত শিকিত দিয়া মাছ যেন হোৱাৰ, হিংসা ঢাকুৰি বন্দাৰ, সেই জাতটোৰ প্ৰতি প্ৰচ্ছন্ন অবজ্ঞাৰ বাহিৰে আন একো ভাবেই নাহেই ৰামকালীৰ মনলৈ। অবশ্যে আচাৰ-আচৰণত ধৰা নপৰে, নিজৰ ওচৰতো কিজানি ধৰা নপৰে—তথাপি এই অবজ্ঞা অলীক নহয়। কিন্তু সদ্যহতে কণমান ছোৱালী এজনীয়ে তেওঁক যেন ভবাই তুলিছে, চ'ক খুৱাইছে, বিচলিত কৰি তুলিছে, 'মাইকী-মানুহ' সম্পৰ্কে আৰু অলপ বিবেচনাশীল হোৱা উচিত হয়নে নহয় এই জিজ্ঞাসাৰ সৃষ্টি কৰিছে।

আকাশত বেলি মাৰ যোৱা নাই কিন্তু তাল-নাৰিকলৰ শাৰীৰে আৰুৱা পুখুৰীৰ পাৰে পাৰে সন্ধ্যাৰ ছায়া। এই প্ৰায়ান্ধকাৰ পথছোৱাত টহল দি থাকোঁতে হঠাৎ ৰামকালীৰ চকুৰ দৃষ্টি ঈগল চৰাইৰ দৰে তীক্ষ্ণ হৈ উঠিল।

কোন?

ঘাটৰ চিৰিৰ একেবাৰে শেষ ঢাপত কোন তেনেকৈ বহি আছে? এই ভৰ-গধূলিতে তিৰোতাসকল কাচিৎ-কেতিয়াবাহে ঘাটলৈ ওলায়, অৱশ্যে মোক্ষদাৰ কথা সুকীয়া। কিন্তু সঠিককৈ মনিব নোৱাৰিলেও মোক্ষদা যে নহয়, সেই কথা বুজাত অসুবিধা নহ'ল ৰামকালীৰ।

কোন তেন্তে?

অভূতপূৰ্ব ভীতিৰ অনুভূতিয়ে ৰামকালীক জোকাৰি থৈ গ'ল।

ক্ৰমাত অন্ধকাৰ গাঢ় হৈ আহিছে, দৃষ্টিক তীক্ষ্ণতৰ কৰিও কোনো লাভ হোৱা নাই, অথচ ইয়াতকৈ বেছি কাষ চাপি গৈ ভালকৈ নিৰীক্ষণ কৰাৰ দৰে

অসংগত কাম কৰাও ৰামকালীৰ পক্ষে সম্ভৱ নহয়। কিন্তু নকৰিবেইবা উপায় কি? সন্দেহে যে বাহ লৈছে মনত। এঁও নিৰ্ঘাত ৰাসুৰ পৰিবাৰ।

মানুহজনীয়ে এটা বৰ ডাঙৰ কলহ লৈ অহা যেন লাগিছ। সাঁতুৰিব জনাহঁতৰ পক্ষে পানীত ডুবাব মাৰবলৈ কলহ হেনো বৰ সহায়ক। আৰু এজনী নিচেই কম বয়সীয়া ছোৱালীয়ে যদি কলহটো ডিঙিত বান্ধি লৈ—

চিন্তাৰ প্ৰবাহে দুশ্চিন্তাৰ শিল এচটাক ঘেৰি পাক-ঘূৰণি খাই থাকিল। পানীৰ প্ৰয়োজনত অসময়তো যে কলহ লৈ কোনোবা পুখুৰীলৈ আহিব পাৰে—এই কথাষাৰ মনত নপৰিল। পিছে এটা কথা ঠিক, মানুহজনীৰ ভাব-ভংগীত কলহত পানী ভৰাই নিয়াৰ প্ৰয়োজনো দেখা নগ'ল। কলহৰ কাণত ধৰি মনে মনে বহি থকা জানো পানী নিবলৈ অহা বুলিব পাৰি? এইজনী নিশ্চয়েই ৰাসুৰ পৰিবাৰ। মৰিবলৈ সাজু হৈয়েই ভৰ-সন্ধিয়া অকলশৰে পুখুৰীলৈ আহিছে, তথাপি মুহূৰ্ততে সকলো শেষ কৰিবলৈ সক্ষম হোৱা নাই, পৃথিৱীৰ ৰূপ ৰস শব্দ স্পৰ্শলৈ শেষবাৰৰ বাবে চাই লৈছে।

হঠাৎ ৰামকালীৰ চকু দুটা পুৰিবলৈ ধৰিলে। চকুৰ এই পোৰণিৰ সৈতে ৰামকালীৰ কাহানিও চিন-চিনাকি হোৱা নাছিল। এই অনুভূতি সম্পূৰ্ণ নতুন, সম্পূৰ্ণ আকস্মিক।

কিন্তু থিয়ৈ থিয়ৈ চাই থাকিলেই তো নহ'ব, এতিয়াই কিবা এটা বিহিত-ব্যৱস্থা হাতত ল'ব লাগিব। মানুহজনীক নিবৃত্ত কৰিব লাগিব। অথচ উপায়েইবা আছে কি? ৰামকালীয়ে তো আৰু তিৰোতা সকলে গা ধোৱা ঘাটলৈ গৈ হাতত ধৰি পানীৰ পৰা উঠাই আনিব নোৱাৰে। এই সৰ্বনশীয়া সংকল্পৰপৰা সদুপদেশেৰে নিবৃত্তও কৰিব নোৱাৰে। কি নামেৰে মাতিব তেওঁ? কেনেকৈ? ৰামকালী যে শহুৰেক। অথচ ইয়াৰপৰা গুচি গৈ আন কোনো এজনী মাইকী মানুহক মাতি আনিবলৈ যাবলৈকো সাহসে নুকুলায় তেওঁৰ। যদি সেই ছেগতে—

আৰে আৰে! স্থৱিৰচিত্ৰখন লৰচৰ কৰি উঠিল যে!

মানুহজনীয়ে কলহটো পানীত ডুবাই আওড়াবলৈ ধৰিছে যে! শেন দৃষ্টিটো ছুৰীৰ আগৰ দৰে তীক্ষ্ণ হৈ উঠিল, ৰামকালীয়ে নিজে ক'ৰ নোৱৰাকৈয়েই তিৰোতাসকলে গা-ধোৱা ঘাটটোৰ ফালে আগুৱাই গ'ল, এনেহেন সংকট-মুহূৰ্তত ন্যায়-অন্যায়-উচিত-অনুচিত-নিয়ম-অনিয়ম মানিব নোৱাৰি। ইতস্ততঃ কৰিলে সেই ভয়ানক কাণ্ডটো সংঘটিত হ'ব চাগৈ!

ৰামকালী বিজুলীবেগেৰে ঘাটৰ কাষলৈ গ'ল, প্ৰায় আৰ্তনাদ কৰি চিঞৰি উঠিল, "কোন—? কোন তাত? এই ভৰ-সন্ধিয়া পুখুৰীত কোন?"

আতংকিত দৃষ্টিৰে ৰামকালীয়ে চাই থাকিল তেওঁৰ চিঞৰৰ ফলাফল জানিবলৈ। ইমান সময় ধৰি যে বগা কাপোৰৰ একাংশ দেখা গৈছিল, এই

আকস্মিক চিঞৰৰ ফলত সি নিচিন্ন হৈ গ'লনে ? মনত যিকণ দ্বিধা আছিল তাৰো অৱসান হ'ল। সোৱা, পানীৰ মাজত ভৰিবে পানী ছুই বহি আছে, জীৱন আৰু মৃত্যুৰ মাজত ব্যৱধান মাথোঁ এটি ক্ষণৰ, এটি ডুব মৰাৰ!

বগা কাপোৰখন এতিয়াও দেখা গৈছে, অলপ লৰফৰ কৰিছে যেন। ৰামকালী শ্বাসৰুদ্ধ হৈ বৈ থাকিল। অথচ এই বিমূঢ়ৰ ভূমিকাত ভাও দিয়াৰ বাহিৰে সেই মুহূৰ্তত ৰামকালীয়ে আৰু নো কি কৰিব পাৰে ?

ৰামকালী যিমানেই ভীত নহওক লাগিলে, ঘাটৰ চিৰিত বহি থকাজনীক মৰিবলৈ ওলোৱা বুলি ভাবি হাতত ধৰি টানি-আঁজুৰি আনিবলৈ কাণ্ডজ্ঞান-হীন হোৱা নাই এতিয়াও।

তেনেহ'লে নো কৰে কি ? বগা ৰং এতিয়াও দেখা গৈছে, এতিয়াও কিবা এটা কৰিব পাৰি। অকস্মাৎ ৰামকালীয়ে যেন সম্বিৎ ঘূৰাই পালে।

কি আচৰিত কথা! তেওঁ মিছাতে আতংকিত হৈছে কিয় ? এতিয়াই চিঞৰ মাৰিলে গাঁৱৰ দহো ৰাইজ দৌৰি আহিব। তেতিয়া আৰু চিন্তা কিহৰ ? নিজৰ ওপৰত আস্থা নোহোৱা হৈছিল কিয় ?

গতিকে তেওঁ চীৎকাৰ কৰিলে।

তেনেকুৱা চীৎকাৰেই কৰিলে,—যি চীৎকাৰ শুনি 'মৰিবলৈ ওলোৱা' জনীৰো ভয়তে ভগৱন্ত কঁপিব। ৰামকালীয়ে গহীনগম্ভীৰ কণ্ঠেৰে তেওঁৰ অভ্যস্ত আদেশৰ ভংগীৰে চিঞৰি ক'লে, "যিয়েই নোহোৱা—পানীৰ পৰা উঠি আহাঁ। মই কৈছোঁ উঠি আহা। এই ভৰ-সন্ধিয়াখন পানী ঘুৰলিত থকাৰ দৰকাৰ নাই।" তেওঁ 'মই'টোৰ ওপৰত বিশেষ জোৰ দিলে।

নাই, ৰামকালীৰ হিচাপত ভুল হোৱা নাছিল।

কাম হ'ল। কলহটোত খৰধৰকৈ পানী ভৰাই মানুহজনীয়ে বুকুলৈকে ওৰণি টানি লৈ ঘাট এৰি বাটলৈ উঠি আহিল।

ৰামকালীয়ে আৰু এবাৰৰ বাবে চিন্তা কৰি চালে, কাষেদি গুচি যাব নেকি ? নে এই নিৰ্বোধ মানুহজনীক অলপ সদুপদেশ দিব ?

সাধাৰণতে শহুৰ-বোৱাৰী সম্পৰ্ক থাকিলে মাত-বোল কৰাৰ কথা ভাবিবই নোৱাৰি। কিন্তু চিকিৎসক হোৱা হেতুকে ৰামকালীৰ ক্ষেত্ৰত অলপ ব্যতিক্ৰম আছে। পৰিয়ালৰ বোৱাৰী-জীয়াৰীহঁতৰ টানে-মস্কিলে বেমাৰে-আজাৰে মোক্ষদা বা দীনতাৰিণীয়ে ৰামকালীক খবৰ দি মতাই নিয়ে, আৰু তেওঁলোকৰ যোগেদি হ'লেও কেতিয়াবা কেতিয়াবা ৰামকালীয়ে ৰোগিণীৰ সৈতে কথা পাতিবলগা হয়। যেনে—ঠাণ্ডা লাগিবলৈ নিদিয়া বা কুপথ্য খাবলৈ নিদিয়াৰ নিৰ্দেশ। তেনেকৈ ঘৰ টান বেমাৰ-আজাৰ নহ'লে অৱশ্যে ৰোগিণীক চোৱাৰ প্ৰশ্নই নুঠে, লক্ষণ শুনিয়েই ঔষধ দিয়ে। কিন্তু অসুখ-বিসুখ টান হ'লে ক'বলগীয়া হয়েই। অৱশ্যে যথাসাধ্য দূৰত্ব আৰু

সম্ভ্রম বজায় ৰাখিযেই কয়। পো-বোৱাৰী নাইবা ভাই-বোৱাৰীৰ সম্পৰ্কীয়া সকলক 'আপুনি' বাদে তুমি-তামা কৰি কেতিয়াও নামাতে ৰামকালীয়ে।

বিধি সম্পূৰ্ণ লংঘন নকৰিলে ৰামকালীযে, তথাপি অলপ কৰিলে। কাযেদি গুচি নগৈ এটা গলহেকাৰি মাৰি ক'লে, "এনে সময়ত অকলশৰে ঘাটলৈ অহাৰ কাৰণ কি? আৰু কাহানিও এনেকৈ নাহিব। মই নিষেধ কৰিছোঁ।" আৰু এবাৰ 'মই' টোৰ ওপৰত জোৰ দিলে ৰামকালীযে।

সম্মুখত থকাজনীয়ে অৱশ্যে কাঠৰ পুতলাটোৰ দৰে থিয় হৈ থাকিল। ৰামকালীৰ আগেদি আঁতৰি যাব, কাৰ এনে ক্ষমতা আছে?

ৰামকালীযে এই বুলি কথাৰ সামৰণি মাৰিলে, "ঘৰত এটা শুভকাৰ্য্য হৈছে, মন পৰিচ্ছন্ন ৰাখিব লাগে। এনেকুৱা কাম নোহোবা তো নহয।"

ৰামকালী দ্ৰুত পদক্ষেপেৰে গুচি গ'ল।

ৰামকালী যোবাৰ পাছতো কাঠৰ পুতলাটি আৰু অলপ পৰলৈ কাঠৰ অলৰ-অচৰ মূৰ্তিৰ দৰে থিয হৈ থাকিল। কি ঘটি গ'ল—তেওঁ যেন টলকিবই নোৱাৰিলে। কি হ'ল? এযা নো সম্ভৱ হ'ল কেনেকৈ?

'এনেকুৱা কাম নোহোবা তো নহয' কথাষাৰৰ অৰ্থ?

তেওঁ তেন্তে সকলো কথা কেনেবাকৈ জানিলেই নেকি? আৰু জানিও ক্ষমা কৰিলে? তেন্তে—সঁচাযে তেওঁ দেৱতা নেকি? কিন্তু ৰামকালীক দেবতা জ্ঞান কৰিও শংকৰীৰ বুকুৰ কঁপনি যেন মাৰ নগ'ল।

ও', শংকৰী।

ৰাসুৰ পৰিবাৰ সাৰদা নহয়, কাশীশ্বৰীৰ বিধবা নাতি-বোৱাৰী শংকৰী। চিৰদিন পিতৃগৃহত থকা কাশীশ্বৰীৰ এজনী কন্যাসন্তান, তাযো অকালতে ঢুকাইছিল। মাতৃহীনা নাতিযেকক বুকুত সাবটি লৈ এবছৰীযাৰ-পৰা ওঠৰ বছৰীযা কৰি ৰূপৱতী ছোৱালী এজনীৰ সৈতে ঘৰ পাতি দিছিল কাশীশ্বৰীযে। কিন্তু বোৱাৰীজনী এনে ৰাক্ষসী যে বছৰটোও পাৰ নহ'ল, দ্বিতীয বাৰলৈ পতিগৃহলৈও অহা নহ'ল। যি কি নহওক, তাৰ পাছৰপৰা পিতৃগৃহতে আছিল, কিন্তু শংকৰীৰ অদৃষ্টৰ লিখন ইমানেই বেযা যে তাই মাক-বাপেকৰ মুখো খালে। আছিল খুড়াক, তেওঁ সো সিদিনা ভতিজী জনীক আনি থৈ গ'লহি চাটাৰ্জিহঁতৰ এই সদাব্ৰতৰ সংসাৰখনত। নহ'লেনো আৰু কৰেইবা কি? কেৱল ভাত-কাপোৰৰ যোগাৰেই নহয় তো, তাইক চোৱা-চিঁতা কৰা, তাইক চকুৰ আগত ৰখা—এইবোৰ কোনে কৰে? শহুৰ কুলত থাকিলে তেও সহজেই সেও মানি থাকিব। আৰু কপালত যিজনীৰ জুই লাগিছে, সেইজনীৰ পক্ষে শহুৰেকৰ ঘৰৰ চোতাল সাৰি-মচি এসাজ ভাত খাই পাৰ থাকিলেও মান-মান্যৰ কথা। পিতাক-খুড়াকৰ ভাত হ'ল অপমানৰ ভাত।

এইবোৰ কথা বুজাই-বৰাই খুড়াকে সেই যে এৰি থৈ গ'ল, বছু ! বছৰ বাগৰিল কিন্তু খুড়াক আৰু ঘূৰি নাহিল। অথচ শংকৰীৰ ইযাত উঠোঁতে-বহোঁতে গঞ্জনা খাবলগীয়া হৈছে তাইৰ 'চাল-চলন'ৰ অভব্যতাৰ বাবে। উনৈশ বছৰীয়া জুইৰ খাপৰিযে ইমান বযসলৈকে পিতৃগৃহতে কটালে, তাইক বিশ্বাসনো কৰা কেনেকৈ? বিধবাৰ আচাৰ-আচৰণো ভালকৈ নিশিকিলে। নহ'লে নো বামুণৰ বিধবাজনী হৈ এই কথাটোও নাজানেনে যে ৰাতি চাউল ভজাৰ সৈতে তিঁযহ খাবলৈ হ'লে বেলেগ পাত্রত তিযঁহখিনি ল'ব লাগে, একেটা পাত্রত চাউলভজা আৰু তিঁযহ ল'লে সি হয়গৈ ফলাহাৰ। আনকি কামুৰিও খাব নাপায, তিঁযহৰ টুকুৰা লাহেকৈ মুখত পেলাই তেহে চাউল ভজাৰ সৈতে খাব পাৰি। আৰু আমাৰ সুন্দৰীযে, এদিন দেখা গ'ল চাউল ভজাখিনিৰ কাষতে তিঁযহ লৈ খাবলৈ লৈছে। ভাগ্যে মোক্ষদাৰ চকুত পৰিল নহ'লে নো জাত-মান ক'ত ৰক্ষা পৰে!

কিন্তু মাত্র ইমানেই নহয, পদে পদে অনাচাৰ ধৰা পৰে শংকৰীৰ, আৰু ওপৰমহলত সন্দেহ ঘনীভূত হয—মানুহজনীৰ স্বভাব-চৰিত্র ভাল হয়নে নহয।

পিছে ৰামকালীযে ইমান তথ্য জানিব কেনেকৈ? কোন কাহানি কোঁতিযা কোন অনাথা-অসহাযা চাটাৰ্জ্জি-পৰিযালত সোমালহি সেই কথালৈ মন কৰিবলৈ তেওঁৰ আহৰি ক'ত? গতিকে ৰাসুৰ পাবৰ্বণক লৈযেই তেওঁৰ যত চিন্তাৰ সোঁত বৈছিল। আৰু, পুখুৰীৰ ওখ পাৰৰপৰা সেই জগা কাপোৰখনৰ পাৰিটো ৰঙীণ হয়নে নহয সেই কথাটো উদ্ধাৰ কৰিব পৰা নাছিল।

কিন্তু নহয, সাৰদা পানীত পৰি মৰিবলৈ অহা নাছিল। পিতৃ-আজ্ঞা পোৱাৰ পাছ মুহূৰ্ত্তৰেপৰাই সত্যবতীযে সাৰদাক কঠোৰভাবে পহৰা দি আছিল। আৰু পহৰা নিদিলেও মৰণ ইমান সহজ নহয। 'মৰিম' বুলি ক'লে বুলিযেই যে সঁচাকৈ সদ্যে অহা সাতনীৰ হাতত স্বামী-পুত্রক সঁপি দি পুখুৰীৰ তলী পাবগৈ লাগিব তাৰ কোনো মানে নাই। আনক জ্বলাই-পুৰি মৰাৰ শপতেৰে প্ৰাণত পোৰণি লৈযেই জীয়াই থাকিব লাগিব তাই!

মৰিবলৈ ওলাইছিল শংকৰী, তথাপি মৰিব নোৱাৰিলে।

বহি বহি ভাবি আছিল তাই, মৰণৰ দশা যেতিয়া ঘাটছেই তাইৰ তেতিয়া মৰণ বিনে আন পথ নাই। কিন্তু কোনটো মৃত্যু শ্রেযঃ? এনেহেন ৰূপ ৰস গন্ধ শব্দ স্পৰ্শ সুধামৰ সুন্দৰী ধৰণীৰপৰা চিৰদিনৰ বাবে নিঃচিহ্ন হৈ যোৱাটো, নে সমাজ সংস্কাৰ সম্ভ্রম সভ্যতা মান মৰ্য্যাদাৰ ৰাজ্যৰপৰা বিলুপ্ত হৈ যোৱাটো? পিছৰ মৃত্যুটোৱে যেন সদায কিবা এক দুৰ্নিবাৰ আকৰ্ষণেৰে শংকৰীক টানি লৈ যাবলৈ বিচাৰে। কিন্তু শংকৰীয়ে জানে,

তাত অনন্ত নৰক। সেযেহে প্ৰভাতৰ সূৰ্য্য আৰু সন্ধিযাৰ মাধুৰীৰ মাজেদি যিখন ধৰণীৰ সকৰুণ মিনতিৰ দৃষ্টিযে চাই আছে, তাৰে পৰাই মেলানি মাগিবলৈ ওলাইছিল শংকৰীযে। কিন্তু পাৰিলে জানো?

কেৱল মামা শহুৰৰ দুৰ্লংঘ্য আদেশৰ বাবেই নে? ঘাটৰ ঢাপবোৰেও জানো তাইক দুৰ্লংঘ্য বন্ধনেৰে বান্ধি থোৱা নাছিল? তেনেহ'লে শংকৰীৰ মৃত্যু বাৰু বিধাতাৰ অভিপ্ৰেত নহয নেকি? সেযেহে ৰামকালীযে দেবতাৱ মূৰ্তি ধৰি মৃত্যুৰ বাট ভেটি থিয দিছিলহি?

অকস্মাৎ শংকৰীৰ মনত এটা কথা খেলাই গ'ল, সঁচাসঁচিকৈযে মামা শহুৰেই আছিলনে তেওঁ? নে কোনোবা দেৱতাৰ ছলনা? ঠাকুৰ-দেৱতা সকলে মানুহৰ ভেশ ধৰি আঁহি মানুহক ভয-শংন্ধ বুজাই দিযে, অভয দিযে, এনেকুৱা কিমান কথা শুনিবলৈ পোৱা যায।

ঘৰলৈ গৈ শংকৰীযে যদি কিবা প্ৰকাৰে জানিব পাৰে ৰামকালী এতিযা ক'ত আছে তেতিযাহ'লে সন্দেহ আঁতৰিব। ভাবি ভাবি শংকৰীৰ মনত এই ধাৰণা জীপ লৈ উঠিল, খবৰ ল'লে নিশ্চয ওলাই পৰিব যে মামাশহুৰ এতিযা এইখন গাৱতে নাই, বহু দূৰলৈ বেমাৰী চাবলৈ গৈছে। ই নিশ্চয়েই কোনোবা দেবতাৰ ছলনা। নহ'লে মামা শহুৰে নো এই সান্ধযাখন তিৰোতা-সকলৰ ঘাটলৈ আহিব কিয?—আৰু সেই যে চিঞৰটো?

সেইটো—সেই চীৎকাৰ বাৰু মামাশহুৰেই কৰিছিল নে? তেওঁৰেই কণ্ঠস্বৰ আছিলনে? মামাশহুৰে গাজে-মধ্যে ভিতৰ-চ'ৰালৈ নহা নহয়, কথ-বতৰাও পাতে মাৰ সৈতে, খুড়ীতিৰ সৈতে, পেহীহঁতৰ সৈতে—ক'তা, মাত-কথা তো ইমান তীক্ষ্ন নহয। মৃদু গহীন-গম্ভীৰ ভৰপূৰ কণ্ঠস্বৰ, আৰু কথাবোৰো গুৰুগম্ভীৰ। এইজন মামাশহুৰক দেখিলেও পুণ্য হয়।

এওঁ ডাঙৰজন মামাশহুৰৰ দৰে নহয। ডাঙৰজন মামাশহুৰক দেখিলে ভক্তি-আসক্তি দূৰতে বিদূৰে হয়। কিন্তু কথা হ'ল—দেৱতাৰ ছদ্মবেশ সম্বন্ধে সম্পূৰ্ণ নিঃসন্দেহ হোবাৰ উপায়েইবা কি? ক'ত মহিলা মহল আৰু ক'ত পুৰুষ মহল। চাটাৰ্জিহঁতৰ এশ-এবুৰি মানুহ-মুনিহ থকা পৰিযালটিত পত্নীহঁতেই স্বামীসকলৰ খা-খবৰ নাপায, আৰু আনেনো কেনেকৈ পাব? অৱশ্যে পুৰুষসকলৰ খা-খবৰ তিৰোতাসকলক লাগিছেইবা কিয? উভযেৰে জীৱনযাত্ৰাৰ ধাৰা সম্পূৰ্ণ বিপৰীতমুখী। পুৰুষৰ কৰ্মধাৰাৰ আকৃতি-প্ৰকৃতি যেনেকৈ তিৰোতাহঁতে নাজানে, সেই ফাললৈ জুমি চোৱাৰ সাহসো যেনেকৈ তিৰোতাহঁতৰ নাই, তেনেকৈ তিৰোতাসকলে কি কৰে-নকৰে তালৈ অৱহেলাৰ দৃষ্টিৰেও চোৱাৰ আহৰি নাই পুৰুষ-সকলৰ। একেটা ভেটিতে বাস কৰিলেও উভযেই বেলেগ বেলেগ আকাশৰ তৰা।

তথাপি শংকৰীয়ে ভাবিবলৈ ধৰিলে, কিবা এটা উপাযেৰে এবাৰ খবৰ

ল'ব নোৱাৰিনে ? মামাশহুৰ ঘৰত আছে নে নাই, আছে যদিও কি অৱস্থাত আছে, এইমাত্ৰ উভতি আহিল নে বহু আগতে আহি বহি আছে ?

মামাশহুৰৰ সৈতে মাত-বোল কৰিব পৰাহেঁতেন। তেতিয়াহ'লে ভগবানক দেখা পোৱাৰ আশা ফলৱতী হ'লহেঁতেন শংকৰীৰ। তেওঁক ভগবানৰ সৈতে তুলনা নকৰি নো পাৰেনে শংকৰীয়ে ? ইমান ক্ষমা নো আৰু কোন মানুহৰ মাজত আছে ? কাৰ প্ৰাণত নো আছে ইমান কৰুণা ? শংকৰীৰ মৰ্মকথা জানিবপৰা হ'লে ত্ৰিভুবনৰ আন কোনোবাই তেনেকুৱা দয়া, তেনেকুৱা সহানুভূতিৰে মন পতিয়াব পাৰিলেহেঁতেন নে ? নাই, নোৱাৰিলেহেঁতেন। আনে চুলি খুৰাই চুণ সানি গাঁৱৰপৰা উলিয়াই দিলেহেঁতেন শংকৰীক। আৰু পিছফালে ঘৃণাত নাক কোচাই হাত চাপৰি বজাই ক'লেহেঁতেন ঃ 'ছি ছি ৷ছ াডিণ্ডত ছপ লগাই দব। তই আকৌ হিন্দুৰ ছোৱালী। তই হেনো বামুণৰ ঘৰৰ বিধৱা'।

হওক বাৰু। কিন্তু হঠাতে শংকৰীৰ গাৰ নোম ডাল ডাল হৈ উঠিল। মামাশহুৰে জানিবলৈ পালে কেনেকৈ ? কোনে ক'ব ? জানে কোনে ? তথাপি যদি বিবা প্ৰকাৰে সন্ধান পায়, যদিহে সেই পৰম শত্ৰুবুবেই কিবা ছলতে বা ভয়-ডৰতে সদাৰি কৰে, শংকৰীয়েযে আজ এই সাজ লাগাঁতেই এই পুখুৰীৰ ঘাটতে ডুবি মৰিবলৈ আহিব, এই কথা কেনেকৈ জানিলেনো ?

মাত্ৰ আজিযেইহে কেইদন্ডমানৰ আগতে তাই এই সংকল্প লৈছিল, বহু ভাবি-গুণি, বহু হুমুনিয়াহ কাঢ়ি, ধাৰাসাৰ চকুপানীৰে মাটি তিয়াই। বিয়াঘৰ, শাহু ভনী-শাহুৰ দল বিভিন্ন কামত ব্যস্ত, গোটেইখন খদমদম লাগি পৰিছে, কোনে ক'ত কিকৰিছে-নকৰিছে কোনেও লক্ষ্য নকৰে, আজিয়েই উপযুক্ত সময়। আৰু কাইলৈ ঘৰত বিৰাট ভোজ, আত্মীয় কুটুম্বহঁতৰে ঘৰখন ঠাহ খাই পৰিব। কোনে ক'ব কোন কথাৰ লাচতে কোনেনো শংকৰীৰ স্বভাৱ-চৰিত্ৰৰ বেদ-বাখান উলিয়াব, শংকৰীৰ চাল-চলনৰ নিন্দা কৰিব, আৰু সকলোৱে মুখে মুখে, বু বু বা বা ৰ ৰোল উঠিব।

নাই নাই, মৰিবই যদি লাগে, আজিযেই সোণালী সুযোগ। এইবোৰ সাত পাঁচ চিন্তাৰ বোজা মূৰত লৈ শংকৰী ঘাটলৈ আহিছিল, জীৱনৰ সকলো বোজাৰ ভাৰ পাতলাবলৈ। কিন্তু—আকৌ শংকৰীৰ গাটো জিকাৰ খাই উঠিল—কিন্তু বিধাতাই নিষেধ কৰিলে।

মৃত্যুৰ দুৱাৰডলিৰপৰা শংকৰীক ওভোতাই আনিলে জীৱনৰ ৰাজ্যলৈ।

তেনেহ'লেনো আৰু দ্বিধা কিয় ?

শংকৰী বিধৱা হ'লেও তাই অনা পানী নিৰামিষীয়া পাকঘৰত ব্যৱহাৰ কৰা নহয়। তাই অনাচাৰী, তাইৰ অদীক্ষিত শৰীৰ। সেয়েহে পানীৰ কলহটোকেই তাই মাজৰ বাৰান্দাতে থ'লে, ল'ৰা-ছোৱালীহঁতে খাব পাৰিব।

কলহটো থোবাৰ শব্দতে ক'ৰবাৰপৰা যেন ওলালহি সত্যব্রতী। আহিয়েই ইফালে-সিফালে চাই শংকৰীনকৈ ক'লে, "সৰ্বনাশ কৰিলা কাটোবাৰ বোৱাৰী, তোমাৰ নামত ডাংকা ছাটি গৈছে।" এই পৰিয়ালত বোৱাৰীৰ সংখ্যা অনেক, গতিকে তাৰে কেইজনীমানক তেওঁলোকৰ মাকৰ ঘৰৰ গাঁৱৰ বা অঞ্চলৰ নাম লৈ মাত হয় 'অমুকৰ বোৱাৰী' 'তমুকৰ বোৱাৰী' বুলি। তদুপৰি শংকৰী নবাগতা, তাইৰ নামকৰণ পৰ্যায়ক্রমে মাজু সৰু আদৰে কৰা হোৱা নাই।

বুকুত গমহকৰে শব্দ এটা উঠিল শংকৰীৰ। কিহৰ? কিহৰ সৰ্বনাশ? তেন্তে—সকলো কথা ওলাই পৰিলনেকি?

কোঠাটোৰ এচুকত থকা মাটিৰ চাকিৰ পোহৰত মুখৰ বৰণ-গঢ়ন একো দেখা নগ'ল, কেৱল কণ্ঠস্বৰহে শুনা গ'ল, কঁপা কঁপা, অস্ফুট কণ্ঠস্বৰ।

"কিহৰ সৰ্বনাশ ৰঙাননন্দী?"

"আজি সান্ধ্য লক্ষ্মীৰ ঘৰত চাকি দিয়াৰ পাল নাছিল জানো তোমাৰ?" সত্যৰ কণ্ঠস্বৰত বিস্ময় আৰু সহানুভূতি।

লক্ষ্মীৰ ঘৰত চাকি জ্বলোৱাৰ পাল! এস, মাথোন ইমানেই? শংকৰীৰ বুকুৰ ওপৰৰপৰা শিলচটা বাগৰি পৰিল, পাতল পাতল লাগিল বুকুখন। হওক এয়া মাৰাত্মক অপৰাধ, আৰু তাৰ বাবে যিমানেই কঠিন শাস্তি নিৰিহক শংকৰীয়ে মূৰ পাতি ল'ব। অৱশ্যে এই মৰমৰ কৰ্তব্যনাত তাইৰ চকুযুৰি সেমেকি আহিছিল।

সত্যই আগতকৈও সৰু সৰু মাতেৰে ক'লে, "আৰু এই কথাটোও নকৈ নোৱাৰোঁ কাটোবাৰ বোৱাৰী, এই ভৰ-সন্ধিয়াখন পুখুৰীৰ ঘাটত বহি থকাৰ দৰকাৰটোৰেইবা আছিল কি! সাপ-টাপ আছে, বাটে-পথে লম্পট মানুহ আছে—"

শংকৰীয়ে বুকু ডাঠি ক'লে "বুঢ়ী আইতাৰ বৰ খং উঠিছিল, নহয়?"

"খং? অকল খং উঠাহে'তেন কোনো কথা নাছিল। তাত তোমাৰ প্রশংসাত পঞ্চমুখহে হৈছিল!" সত্যব্রতীয়ে হাত-ভৰি জোকাৰি ক'লে, "আৰু মযো কওঁ কাটোৱাৰ বোৱাৰী, তোমাৰেইবা ইমান সাহস হ'ল কিয়? এই ঘোৰ সন্ধিয়াখনত অকলে অকলে পুখুৰীলৈ গৈ অনন্তকাল বহি আছিলা কিয? আকৌ আজিযেই আছিল তোমাৰ চাকি দিয়াৰ পাল। আইতাহঁতে তোমাক পাৰিলে একেবাৰে যমৰ মুখলৈহে গতিয়াই দিলেহেঁতেন—ইমান খং উঠিছিল তেওঁলোকৰ।"

"তাকে কৰানা ৰঙাননন্দী, তাকে কৰা মোক—" শংকৰীয়ে ব্যগ্র কণ্ঠেৰে ক'লে, "তেতিয়াহ'লে তোমালোক ৰক্ষা পৰা, মোৰো মনস্কামনা পূৰণ হয়।"

সত্যই কেৰাহিকৈ চাই গালত হাত থৈ ক'লে, "আয়ৈ দোহ! তোমাৰ

আক' মনস্কামনা নো কিহৰ ? তুমিও দেখোন বৰ বোৱাৰীৰ দৰে চং ধৰিছা ! বৰ বোৱাৰীযেও মোক ইমানপৰ কৈ আছিল, 'মোক অলপ বিষ আনি দিয়া ননন্দী, খাই মৰোঁ মই। তোমাৰ ককাযেৰাৰ হাতৰ ডোল খোলাৰ আগতেই মোৰ যেন মিত্যু হয়, সেইবোৰ দিশ্য যেন মই চাবলৈ নাপাওঁ'।"

সঁচা কথা ক'বলৈ হ'লে, সাৰদাৰ সৈতে শংকৰীৰ এতিয়ালৈকে সিমান হলিগলি হোৱা নাই। প্ৰথমতে বয়সৰ ব্যৱধান, তদুপৰি, সাৰদা আছিল স্বামী-সুৰাগী নৰ-পুত্ৰৱতী, আৰু শংকৰী হ'ল এলাগী এলাই-জাবৰী তিৰী। আৰু এটা কথা—দুযোজনীৰ এলেকা বেলেগ বেলেগ। শংকৰী বিধবা-মহলত থাকিবলগীয়া হয়, তেওঁলোকৰ লাচনি-পাচনি কৰি—আৰু সাৰদা হ'ল সধবা মহলৰ। খাবন-লবন, শোবন-বহন সকলোতে আকাশ-পাতাল পাৰ্থক্য। কিন্তু সদ্যহতে সাৰদা বহু তললৈ পৰিল, এতিয়া শংকৰীযেও তাইক পুতৌ কৰিব পাৰে। শংকৰীযে পুতৌ নকৰাও নহয়। তাই মৰমতে কয়, "হওঁতে সেই বুলি ক'ব পাৰে ধুতকপালীযে।"

"বোলোঁ—তেওঁ ক'ব পাৰিলেই যেনিবা, তোমাৰ কি হ'ল, তোমাৰ আক' হঠাতে কিহৰ পোৰণি উঠিল ?"

"মোৰ পোৰাকপালত সদাযেই পোৰণি জ্বলনি ৰঙা ননন্দী।" শংকৰীযে হুমুনিয়াহ এৰি ক'লে।

সত্যাই হাত-ঠাৰ দি ক'লে, "আ—হা, বোলোঁ তোমাৰ কপাল আজিহে পুৰিলনে ? আইতাহঁতে সেই কথাযেই কোৱাকুই কৰি আছিল। গিৰিযেৰক সেই কোন কাহানিতে বিসৰ্জন দিলা, তেনেহ'লেনো তোমাৰ সদায় মন উচাটন কৰে কিহলৈ ? দিনে-নিশাই কিহৰ চিন্তা কৰি থাকা ?"

"মিত্যুৰ—" শংকৰীযে বেৰত ভেজা দি বহিল, "মৰণৰ বাহিৰে মোৰ কোনো চিন্তা নাই।"

"ভাল কথা !" সত্যাই হাত-ঠাৰি দি কথাৰ সামৰণি মাৰি নেপুৰ বজাই খোজ ল'লে, "আটাইবোৰ মাইকী মানুহৰ মুখত দেখোন একেই ৰাগ, 'মৰিম' 'মৰিছোঁ' 'মৰণ হ'লেই বাচোঁ' 'মিত্যু হ'লেই শান্তি'—ভাল লেঠা হ'ল দেখিছোঁ !"

শংকৰীযে এই কথাৰ আৰু উত্তৰ নিদিলে, বহি বহি ফোপাই থাকিল তাই। আহক ধুমুহা, পৰক বজ্ৰ, ইয়াত বহি বহিযেই তাই মুৰ পাতি ল'ব, ইয়াৰপৰা খোজ কাঢ়ি গৈ ধুমুহাৰ মাজত পৰাৰ শক্তি তাইৰ নোহোৱা হৈছে।

পিছে অলপ সময় বহি থকাৰ পাছতেই ধুমুহা আহিল।

মাথোঁ ধুমুহাই নহয়, লগতে, বৰষুণ-বজ্ৰাঘাতো আহিল।

শংকৰী উৰ্ভতি অহাৰ বাতৰি পাযেই বিচাৰি আহিছে কাশীশ্বৰী আৰু মোক্ষদা। পিছে পিছে দৰ্শকৰ ভাও লৈ ভুৱনেশ্বৰী, ৰামকালীৰ পত্নী।

## এঘাৰ

লক্ষ্মীৰ থানত যথাসময়ত চাকি নজ্বলোবাটোহে অপৰাধ। কিন্তু শাস্তিৰ আশংকাত গোটেই দেহ ভুৰ্‌ভুৰিয়া হৈ উঠাৰ লগে লগে শংকৰীৰ মনৰ পটত যি চিত্ৰ ফুটি উঠিল, সেই চিত্ৰ লক্ষ্মীৰ ঘট নাইবা গৃহ-দেৱতাৰ পট-সমূহৰ চিত্ৰ নাছিল, নিজৰ যি অপৰাধৰ শাস্তিৰ আশংকাই শংকৰীৰ সমগ্ৰ দেহ-মন অবশ কৰি তুলিছিল, সেই অপৰাধৰ সৈতে এই পৰিয়ালৰ, আনকি এই গাওখনৰো কোনো সা-সম্পৰ্ক নাই।

সেই অপৰাধৰ স্থান আছিল শংকৰীৰ পিতৃগৃহৰ আমৰ বাৰী, আৰু কাল আছিল গা বাইজাই কৰা ভৰদুপৰীয়া।

ন-ফাগুনৰ মাজে মাজে ৰিৰ্ৰিৰিয়া অ ৰু মাজে মাজে কোবাল বতাহ বলিছে, আৰু নতুন আমক'যা হোৱা আমগছবোৰে সেই বতাহৰ সৈতে যেন মতলীয়া হৈ হালিছে-জালিছে। কেছুমান গছ অবশ্যে পিছ পৰি আছে, সিঁহতৰ মল সৰি আমক'যা হোৱা নাই। পাতৰ মাজে মাজে মঞ্জৰীৰ সমাৰোহ। নিজান দুপৰীয়া, সেই বাৰীত শংকৰী আৰু নগেন।

নগেনৰ হাতৰ মুঠিত শংকৰীৰ হাত!

আলসুৱাকৈ ধৰা হাত নহয়, নগেনে শংকৰীৰ হাতখন বজ্ৰমুষ্টিৰে ধৰি আছে, শংকৰী যদি পলাই যায়! নগেনৰ বক্তব্য শেষ নোহোৱালৈকে শংকৰীৰ মুক্তি নাই। বহুদিন ধৰি, বহুতো সৰুসুৰা কথা, বহুতো আকাৰ-ইংগিতৰ দূতৰ যোগেদি নগেনে শংকৰীক নিজৰ বক্তব্য ব্যক্ত কৰিছে, অনেক কৰুণ চাৱনি, গোপন হাঁহিৰ বেহানিৰে। আজি বোধ হয় কিবা এটা হেস্ত-নেস্ত কৰিবলৈ বিচাৰিছে সি।

কিন্তু নগেনে জোৰ কৰি শংকৰীক এই আম-বাৰীলৈ টানি আনিছিলনে? মুখখন কাপোৰেৰে বান্ধি, দাংকোলাকৈ?—নহয় তো! সহায়-সম্বলহীন এই ল'ৰাটোৱে ইমান সাহস ক'ৰপৰা গোটাব? মাহীয়েকৰ ঘৰতহে সি ডাঙৰ-দীঘল হৈছে! শংকৰীৰ খুড়ীয়েক হ'ল নগেনৰ মাহীয়েক। ভনীয়েকৰ মাউৰা ল'ৰাটোক নিজৰ ওচৰত ৰাখি নিজৰ ল'ৰাহঁতৰ স'তে তাকো ডাঙৰ-দীঘল কৰি তুলিছিল তেওঁ, যিখন সংসাৰত শংকৰীয়েও গাত গামোচা ল'লে।

মাজত মাথোন এখন বিয়া।

কিন্তু সেই বিযানো আৰু কেইদিনীযা আছিল? আঠমঙলাতেই তাৰ সমাপ্তি। দুযো একেখন ঘৰতে বাস কৰিছিল। ভাই-ভনীৰ দৰে! অথচ আচৰিত কথা, মনোভাব ভাই-ভনীৰ দৰে গঢ় নুঠিল কিয? কিন্তু সৰুৰেপৰাই শংকৰীব খুড়াকৰ ল'ৰাহঁতে শংকৰীৰ চুলিত থামুচি ধৰিছিল, পাণৰপৰা চুণ পৰিলেই দাঁত-মুৰ কৰচি বকিছিল, আৰু নগেনেইবা কিয সদায তাইৰ সেই দুখ-যাতনাত মৰমৰ প্ৰলেপ লগাইছিল, অত্যাচাৰীহঁতক গালি-শপনি পাৰিছিল? পৃথিবীত কিহৰপৰা কি হযগৈ সেই কথা শংকৰীৰ বুদ্ধিযে ঢুকি নাপায। তাইৰ বুদ্ধিৰ জগতখন তেনেই সীমাবদ্ধ। নহ'লে ওঠৰ বছৰীযা বিধবা ছোৱালীযে ভৰ দুপৰীযাখন আম-বাৰীলৈ আহি এজন মতা মানুহৰ সৈতে মেল মৰাটো যে কিমান গৰ্হিত সেই কথা তাই বুজি পাব লাগিছিল।

কিন্তু স'চাযে-শংকৰীৰ এইকণ জ্ঞান-বুদ্ধি নাছিলনে?

চৌবিছ-ঘণ্টাই খুড়ীযেকৰ দাঁতৰ কৰচনিতো সেইকণ জ্ঞান সৃষ্টি হোৱা নাছিল নে?

শংকৰীযে বাৰীলৈ নিশ্চিন্তে নিৰ্ভযে আহিছিলনে?

ওহোঁ, আঁজলী হ'ল বুলি ইমান আঁজলীজনী নহয শংকৰী। বুকুত ভীতিৰ ভাব লৈযেই আহিছিল শংকৰীযে। ৰাতিপুবা যেতিযা নগেনে তাইক এই অনুৰোধ কৰিছিল, তেতিযাৰেপৰাই তাইৰ বুকুৰ ভিতৰত ঢেঁকীযে ধান বনাদি বানিছিল। সকলো কামত তাইৰ আউল লাগিছিল। তথাপি আহিল।

আৰু ভাগ্যও যে! আজি ৰন্ধা-বঢ়াৰ দাযিত্বৰপৰাও তাই মুক্ত। কাইলৈ আকৌ শহুৰি খাটিবলৈ যাবগৈ, ক'বলৈ গ'লে জনমটোৰ বাবেই গুচি যাবগৈ, এই মৰমৰ আপাহতে গিৰিহঁতনীযে শংকৰীক আজি ৰন্ধা-বঢ়াবপৰাও ৰেহাই দিলে। আৰু তাৰ পাছত শংকৰীযে যেতিযা নিতান্ত বিনম্ৰভাবে, একান্ত কৰুণ মাতেৰে আবেদন জনালে, 'খুড়ীটি, আজি এবাৰ বকুলফুলৰ ঘৰলৈ যাওঁনে?' তেতিযা খুড়ীযেকে মানা কৰিব নোবাৰিলে। 'বকুল ফুল' মানে সৰুৰেপৰা নলেগলে লগা সখিযেক।

বাৰীলৈ আহি প্ৰথমেই শংকৰীৰ এই ছল-ছন্দৰ কথা শুনি হাঁহি উঠিছিল নগেনে। কৈছিল, "পিছে হ'ল কি হ'ল, গুৰুজনৰ সৈতে মিছা মাতিছ বুলি ইমান মনমৰা হ'বলৈ কিটো হ'ল? আৰু মোকেই তোৰ 'বকুলফুল' বুলি ভাবি নলৰ কেলেই?"

কিন্তু এতিয়া আৰু নগেনৰ মুখত হাঁহিৰ লেশমানো নাই, এতিয়াৰ নগেনৰ হাব-ভাব বেলেগ। এতিযা সি ৰুক্ষ হিংস্ৰ উদ্‌ভ্ৰান্ত যেন হৈ পৰিছে। এতিয়া সি শংকৰীৰ হাত বজ্ৰমুষ্টিৰে ধৰি অন্য এক জগতলৈ টানি লৈ যাবলৈ

বিচাৰিছে। সি শংকৰীক ক'লে, "ইয়াৰপৰা পলাই বহু দূৰৰ আন কোনোবা গাঁৱলৈ গুচি যাওঁ ব'ল। তাত আমাকনো কোনে চিনি পাব ? আমি ক'ম যে আমি স্বামী-স্ত্ৰী, জুই লাগি আমাৰ ঘৰ-দুৱাৰ, গোহালি-ভঁৰাল সকলো পুৰি ছাই হৈ গ'ল, সেয়েহে মনৰ খেদতে গাঁও-ভূঁই এৰি গুচি আহিলোঁ, বছ।"

"ইমান পাপকথা ক'লে জিভা ছিঁগি নপৰিবনে নগেনদাদা ? আমাৰ দেখোন নৰকতো ঠাই নহ'ব।" শংকৰীয়ে ক'লে, কিন্তু তাইৰ কথাবোৰত দৃঢ়তা নাছিল। পাপৰ আশংকাত শংকৰীৰ জিভাখন আগৰেপৰাই শিথিল হৈ পৰিছিল নেকি ?

"পাপ ? কিহৰ পাপ ? তোৰ সেই বিয়াখন নো কেনে বিয়া ? তই স্বামীৰ সৈতে ঘৰ কৰিছিলিনে ? জন্ম-জন্মান্তৰৰপৰা তাই আৰু মই স্বামী-স্ত্ৰী, বুইছনে নাই ? সেই দেখিহে সেই ক'ৰবাৰ পৰা ভুচুংকৰে ওলোৱা উদঙীয়া গিৰিয়েৰটো তোৰ কপালত নাথাকিল। নহ'লে ইমান দিনে তয়েইবা ক'ত, ময়েইবা ক'ত থাকিলোঁহেঁতেন ' তই মন বান্ধ শংকৰী, তোৰে শপত—তই মন বান্ধ। মন হ'লেহে ছন কৰিব পাৰি।"

"এইবোৰ কথা কাণেৰে শুনিলেও যে ৰৌ ৰৌ নৰকত ঠাই হ'ব নগেন দাদা— ?"

"যদি সেয়ে হয়—" নগেনে উগ্ৰমূৰ্তি ধৰিলে, "যদি নৰকলৈও যাব লাগে, তই অকলৈ যাব নালাগে নহয় ? ময়ো তোৰ লগতে যাম। তোৰ কাৰণে মই সেই কষ্টও মানি লৈছোঁ। পৃথিৱীৰ আন সকলোৱেই যাওকেই-চোন বাৰু সৰগলৈ, তয়ে ময়ে নৰকলৈকে যাম দে, নৰকতে থাকিম। তেও এই জনমটো তো ভালে-কালে যাব।"

"এইটো কিবা নেয্য কথা হ'লনে ? নহয় নহয় নগেনদাদা, তোমাৰ ভৰিত ধৰিছোঁ মোক এৰি দিয়া, এই অৱস্থাত যদি কাৰোবাৰ চকুত পৰোঁ তেনেহ'লে মোক আৰু ঘৰতো ঠাই নিদিব।"

"ভালেই হ'ব—" নগেনে শংকৰীৰ হাতখন এৰি দিয়াৰ পৰিবৰ্তে আৰু জোৰেৰে চেপি ধৰিছিল, বোধ হয় অলপ কাষ চপায়ো নিছিল, কৈছিল, "ঘৰৰপৰা উলিয়াই দিলে আমাৰ সমস্যাৰ সমাধানহে হ'ব। কলংক ৰটিলে তোক শহুৰ-ঘৰৰপৰাও নিবলৈ নাহিব, তেতিয়া দুয়ো গুচি যাম য'লৈকে মন যায়। শাপেই বৰ হ'ব আমাৰ।"

"নহয় নহয় নগেনদাদা, হাতখন এৰি দিয়া। তোমাৰ মনটো ইমান 'কু' বুলি জনাহেঁতেন মই কেতিয়াও ইয়ালৈ নাহিলোহেঁতেন। তুমি এটা কথা আছে বুলি ক'লা, সেয়েহে—"

নগেনে কাহানিও নকৰা কামটোকে কৰিলে তেতিয়া। অগ্নিমূৰ্তি হৈ

দাঁত-মুৰ কৰচি ক'লে, "আজল-মঠালিখন নকৰিবি। জনাহেঁতেন নাহিলো-হেঁতেন। তোৰ লগত মোৰ কি ভাগৱত-কথা থাকিব পাৰে শুনোচোন? মই কৈছোঁ তাই মোৰ লগত পলাই ব'ল।"

সজ্ঞানে নহয়, অসতৰ্কভাৱে মুখৰপৰা ওলাল, "ক'লৈ?"

নগেনে অতি উলাহেৰে ক'লে, "য'লৈকে নহওক লাগিলে। ব—হু দুৰ-দুৰোণৰ কোনোবা গাঁৱলৈ। তাত কেবল তই আৰু মই, দুয়ো সুখেৰে সংসাৰ পাতিম। সৰুকৈ এটি পঁজা, সৰুকৈ শাক-পাচলিৰ এখন বাৰী, এটা সৰু পুখুৰী, আৰু নো আমাক কি লাগিছে ক'চোন? সেইখিনিৰ বন্দবস্ত মই কৰিব পাৰিম দে। পেট ফালিলেও 'ক' এটা নোলোৱাবিধৰ নহওঁ নহয়, আন একো কাৰব নোৱাৰিলেও পঢ়াশালি এখন পাতিম। তাত কাৰো কোনো খতি নহ'ব, বুইছ শংকৰী?"

বুকুৰ মাজত সেই যে গমহ গমহকৈ ঢেঁকীয় ধান বানি আছিল, সেইটো বন্ধ হৈ, কিবা এক কঁপা কঁপা মদিৰ সুখে শংকৰীৰ মনটো জোকাৰি যোবা নাছিলনে? চকুযুৰি চলচলীয়া হৈ উঠা নাছিলনে? ন-ফাগুনৰ সেই মাজে-মাজে বোৱা ৰিব ৰিব আৰু কোবাল বতাহত দেহ-মন কিবা যেন অবশ-বিবশ হৈ পৰা নাছিলনে? তাই ভবা নাছিলনে তেতিয়া, সঁচা কথা —তাত নো কাৰ কি খতি হ'ব? শহুৰেকৰ ঘৰ তাই চকুৰেও দেখা নাছিল, এদিনৰ বাবেও গৈ ঘৰ কৰা না ছল তাই। সিহঁতক চিনিও নাপায়, ক'ব নোৱাৰে, শংকৰীক নাপালে কাৰ কি সুখ দুঃখ, কাৰ কি লাভ-লোকচান হ'ব। খুড়াকহঁতে যদি খবৰ পঠাই দিযে, তেওঁলোকৰ ঘৰত শংকৰী নামৰ যে ছোৱালী এজনী আছিল—যিজনী আছিল কবিৰাজ-পৰিয়ালৰ ভাগিন-বোৱাৰী —হঠাৎ জহনীত পৰি ঢুকাল তাই, কবিৰাজ-পৰিয়ালৰ কোনেনো কিমান কান্দিব?

আৰু খুড়াক-খুড়ীযেকে? তাই মৰিল বুলি ৰটিলেও সমাজে তেওঁলোকক নেৰিব জানো?

নহয়, এই চিন্তাই বেছি সময়লৈ তাইৰ মনত থোৰ-বাথোৰ লগোৱা নাছিল। বতাহজাক হঠাতে মাৰ গৈ ভয়ংকৰ গোমা হৈ পৰিল, শংকৰীয়ে চেতনা ঘুৰাই পালে। তাই ফোঁচকৈ উঠিল, "হিন্দুৰ ঘৰৰ বিধবাক ওলাই যাবলৈ কুমন্তৰণা দিবলৈ তোমাৰ লাজ নালাগিলনে? তুমি মোৰ ককাইদেউৰ দৰে নোহোৱা জানো?"

"নহয়! কেতিয়াও নহয়!" নগেন গৰ্জি উঠিল, "কেতিয়াও ককাযেৰাৰ দৰে নহওঁ। সেই কথা তযো ভালকৈ জান, মযো ভালেকৈ জানো। মই তোক সদায় মনে মনে পৰিবাৰ বুলি গিয়ান কৰি আহিছোঁ। জ্ঞানি-বুজি কথাৰ ছলহা মাৰিছ কিয়? কথা দে, মাৰ্জনিশা তাই পিছ দুৱাৰেদি ওলাই আহি

ইমাত থিয হৈ থাকিবি, মই আগৰেপৰাই এইখিনিতে বৈ থাকিম'হি। তাৰ পাছত খৰ খোজেৰে এবাৰ এই গাঁৱৰ বাজ হ'ব পাৰিলে আৰু পায় কোনে? মহাদেউ বা মাহীয়ে তো আমাক বিচাৰি হুলস্থুল লগাব নোৱাৰিব। চাৰি চৰিষাৰ কাছ হৈও বামত পৰি থাকিব লাগিব।

"অ' নগেনদাদা, মোৰ বুকুৰ ভিতৰখন কেনেবা কেনেবা যেন লাগি গৈছে, মোক এৰি দিয়া। মই নোৱাৰিম।"

"নোৱাৰিবি মানে—? পাৰিবই লাগিব তই।" নগেনে ব্যাকুল কণ্ঠেৰে ক'লে, "তই মত নিদিয় মানে নেৰিছোঁ মই। দহোৰাইজে দেখক, তাকেহে বিচাৰিছোঁ মই।"

"নগেনদাদা মই চিঞৰি মানুহ মাতিম কিন্তু।" শংকৰীয়ে দুৰ্বল মাতেৰে ক'লে, "মই ক'ম বাৰীত অকলশৰে পাই তুমি মোক—"

নগেনে একোলৈকে কাণসাৰ নকৰি ক'লে, "চিঞৰ—চিঞৰি মানুহ চপা—।"

"নগেনদাদা, এই নগেনদাদা, মোক বৰঞ্চ মাৰি পেলোৱা তুমি।"

"তোকনো আৰু মই কি মাৰিম? আটায়ে মিলি মাৰি পেলালেই দেখোন তোক। নিজৰ ঘৰত থাকোঁতেই লাথি-জাবুৰ কোব নোখোৱাকৈ এমুঠি ভাত খাবলৈ পোৱা নাছিলি, মৰাৰ আধৰুৱা হৈছিল, তাৰ ওপৰত আক' শহুৰৰ ঘৰ। ওৰে জনমটোৱেই তোৰ উঠ্-কিল বহ-কিলৰ মাজেদি গ'ল। তোক বৰঞ্চ মযেইহে বচাব খুজিছো। তোক আদৰ-সাদৰ কৰি চকুৰ মণি হেন কৰি ৰাখিব খুজিছোঁ।"

"নালাগে মোক তোমাৰ আদৰ-সাদৰ।" এইবাৰ শংকৰীৰ মাত অলপ দৃঢ় হ'ল, "মোৰ উঠ-কিল বহ-কিলেই ভাল।"

"হয়নে? বোলোঁ মাৰ-কিল, বাচনিৰ কোবেই ভাল নে?" হঠাৎ নগেনে এটা ভয়ংকৰ কাম কৰি পেলালে। পিছে, আদৰ-সাদৰেৰে প্ৰেমালিংগন নহয়, নগেনে হঠাৎ জাঙুৰ খাই উঠি শংকৰীক গবা মাৰি ধৰিলে, ধাৰ চিঞৰি ক'লে, "বাৰু, মাৰ-কিলকে যাতে আৰু ভালকৈ খাব পাৰে তাৰে দিহা কৰি দিওঁ ৰঃ! এযা দিওঁ দাগ বহুৱাই, তাৰ পাছত তোৰ শহুৰৰ গাঁৱত বটিমগৈ, তাই মোৰে সৈতে বেযা—"

নগেনৰ বাহুবন্ধনৰ পৰা তাই যে কেনেকৈ নিজক উলিয়াই লৈছিল, কেনেকৈ যে পুখুৰী ঘাটত জোৰোৱা মাৰি ঘৰলৈ গৈ কৈছিল বকুলফুলৰ ঘৰলৈ যোৱা নহ'ল বুলি, যাওঁতে বাটত চুবাচৰু এটা গচকি গা ধুইহে ঘৰলৈ উভতি আহিল বুলি কৈছিল, আৰু কেনেকৈ যে 'অসময়ত গা ধুই মূৰটো বিষাইছে' বুলি কৈ দিনৰ বাকী সময়ছোৱা শুই কটাইছিল, সেইবোৰ কথা এতিয়া আৰু ভালকৈ মনত নপৰে শংকৰীৰ।

তাইৰ কেৱল এইখিনিকে মনত পৰে তাই যেতিয়া হুৱাওৱাৰে কান্দিছিল তেতিয়া আনকি খুড়াকেও আথে-বেথে সান্ত্বনা দিছিল, "কিয়নো কান্দিছ আই, ছোৱালীয়ে শহুৰৰ ঘৰ যাবই লাগে নহয়? আৰু সেয়ে হ'ল ছোৱালীৰ চিৰকলীয়া ঠাই। আৰু, কবিৰাজ মহাশয় অতি সজ্জনলোক, সংসাৰত খোৱা-পিন্ধাৰ কোনো অভাব-অনাটন নাই, ভালে থাকিবি, সুখতে থাকিবি।"

তথাপি, আৰু আকুল হৈ কান্দিছিল শংকৰীয়ে। অগত্যা খুড়ীয়েকেও ক'বলগীয়া হৈছিল, "আক' আহিবি, উছবে-পৰবে আহি থাকিবি, আমি তোক কিবা পৰ কৰিলোঁনে?"

বছৰ বাগৰি গ'ল, খুড়ীয়েকে প্ৰতিশ্ৰুতি নাৰাখিলে। লৈ যোৱা বাদেই, এটিবাৰলৈ খবৰ-বাতৰিও নল'লে। শংকৰীয়ে সেই গাঁৱৰ কোনো খবৰ-বাতৰিয়েই আৰু নাপালে। কেৱল সদায় ভয়তে কোঁচমোচ খাইছিল, কোনোবাই কিজানি কয়ঃ 'নগেন নামৰ ডেকাল'ৰা এটাই গাঁৱলৈ আহি শংকৰীৰ নামত কিবাকিবি ৰটি ফুৰিছে।' বাটে-পথে ওলাই শংকৰীয়ে গছৰ পাত সৰাৰ শব্দ শুনিও চক খাই উঠে, বাঁহগছৰ সৰসৰণি শুনিলেও থমকি ৰৈ দিয়ে।—কিন্তু—

সেই ভয় মাথোঁ ভয়েইনে? কেৱল ভয়? তাৰ লগতে কিবা এটা আশা—এটা ভয়ানক আশাও জড়িত হৈ থকা নাইনে? সদায় তাইৰ মনত এই আশাই খলক নলগায়নে যে, হঠাৎ বাঁহনিৰ কাষত বা পুখুৰীৰ পাৰত সেই সৰ্বনাশীয়া মানুহজনক দেখা পালে তাই আৰু ঘৰলৈ ঘূৰি নগৈ পাৰে।

কালি শুনিলে তাই, বিয়া উপলক্ষে খুড়াকৰ ঘৰৰপৰা হেনো 'নিমন্ত্ৰণীলৈ' আহিব। সেয়েহে কালিৰ পৰা তাই ভয়তে পেপুৰা লাগি আছে। খুড়াক বা খুড়াকৰ ল'ৰাহঁতে আহি কি কয় কোনে জানে।

বাৰু, নগেনে সকলো কথা সদৰি কৰি ফুৰিছে নেকি? নগেন তাত এতিয়াও আছেনে? নগেন জীয়াই আছেনে? কিজানি সকলো গম পাই তাক মাৰিয়েই পেলালে। সেইদিনা আম-বাৰীলৈনো শংকৰী গৈছিল কিয়? আৰু যিজনে তাক আওবাটলৈ যাবলৈ টনা-আঁজোৰা কৰিছিল, কিয় সেইজনে লক্ষ জৰী-ফহটিৰে আজিও শংকৰীক আঁজুৰি আছে? মৰিবলৈ গৈও শংকৰীয়ে মৰিব নোৱাৰে কিয়? পৃথিৱীত শংকৰী নামৰ মানুহ এজনী যদি নাথাকে, পৃথিৱীৰ নো কি ক্ষতি হ'ব? তাই কলংকিত মন লৈ জনাৰ্দনক সেৱা কৰিছে, তুলসীতলত চাকি জ্বলাইছে, এই মহাপাপৰ ফল—

চিন্তাত বাধা পৰিল। কাশীশ্বৰী থিয় দিলেহি, তীব্ৰ কণ্ঠেৰে মাত দিলে ঃ

"নাতি-বোৱাৰী!"

## বাৰ

ভয়! ভয়!

সত্যৰ মনত ইমান ভয় সোমোৱা এয়ে বোধকৰোঁ প্ৰথম। কাটোৰাৰ বোৱাৰীয়ে যে লাঞ্ছনা-গঞ্জনা সহিব লাগিব সেই আশংকা কৰিছিল সত্যই। কিন্তু এয়া নো কি? কৰ্কৰ্থনা-বিকৰ্থনাৰ এয়ানো কেনে ভাষা? সত্যই জীৱনত বহু ধৰণৰ কথা শুনিলে, শিকিলেও বহুত। কিন্তু এইবোৰ শব্দ তো কাহানিও শুনা নাছিল।

'অসতী' মানে কি? 'উপপতি' কাক বোলে? কুল-নাশিনী কাক কয়? আৰু 'ডলাৰ বগৰী' বুলি কও'তেই বা কি বুজা গ'ল?

পিছে যিবোৰ বগৰীৰে আচাৰ তৈয়াৰ কৰা হয়, আৰু তেলে-নিমখে সনা-পোটকা কৰি অপূৰ্ব সোৱাদ পোৱা যায়, এই 'ডলাৰ বগৰী' যে তেনে কিবা বস্তু নহয়, এই কথা বুজাত সত্যৰ অসুবিধা নহ'ল। কিন্তু তাৰ পাছতহে তাই আৰু উবাদিহ নোপোৱা হ'ল। তাই অতিৰৰপৰা ভেবা লাগি কাশীশ্বৰীহঁতৰ দলটোৰ ফালে আৰু শংকৰীৰ ফালে চাই থাকিল।

ওহোঁ, এতিয়া সকলো মনে মনে আছে, সকলো নিথৰ, আনকি মোক্ষদাও যেন স্তব্ধ হৈ পৰিছে, অকল কাশীশ্বৰীয়েই যেন ভাওনাৰ বচন আওৰাইছে, তীক্ষ্ণ কিন্তু চেপা মাতেৰে।

শংকৰীক ধৰি চোবাই খালেও বোধকৰোঁ খং মাৰ নাযাব, এনেহে মুখভংগী তেওঁৰ।

মোক্ষদাৰ ধা-ধৰণ আৰু কাশীশ্বৰীৰ ধা ধৰণ বেলেগ বেলেগ। মোক্ষদাৰ অটুট দেহা, অসীম ক্ষমতা, অনৰ্গল বাক্‌পটুতা। কিন্তু কাশীশ্বৰীৰ তেনে নহয়। কাশীশ্বৰী শোক-তাপ পোৱা আলৰী-আথৰী, আৰু তেওঁ চিৰদিনেই নিমাতী-কন্যা। কেৱল অথন্তৰীয়া অৱস্থাত পৰিলেহে তেওঁৰ মুখৰপৰা মাত ওলায়। চেপা তীক্ষ্ণ মাত।

কিন্তু আজিৰ দৰে কাশীশ্বৰীৰ মুখৰপৰা এইবোৰ বচন আগতে কেতিয়াবা ওলাইছিলনে? ইমান ঘৃণা-জৰ্জৰিত মুখ কেতিয়াবা দেখা গৈছিলনে তেওঁৰ?

কাটোৰালৈ গৈছিল কোন? কোনেনো কি শুনি আহিছে তাৰপৰা? বাৰে বাৰে শংকৰীৰ দেউতাকৰ ঘৰৰ কথা ওলাইছে কিয়? তেওঁলোকৰ

কোনো এজনো হেনো ভোজৰ দিনা নাহে, শংকৰীৰ সৈতে সা-সম্পর্ক ৰাখিবলৈ নিবিচাৰে। তেওঁলোক হেনো আচলতে শংকৰীৰ মাক-বাপেক নহয়, খুড়াক-খুড়ীয়েকহে, সেয়েহে এনে এজনী ছোৱালীক টুকুৰা-টুকুৰকৈ বাটি কাটোৱাৰ গংগাত উটুৱাই নিদিলে! —আৰু যে কিমান কথা, কত মুখভংগী!

শংকৰীক চিপজৰী লৈ মৰিবলৈ পৰামৰ্শ দিয়া হৈছে। পুখুৰী-ঘাটত ডুবি মৰিবলৈ নিৰ্দেশ দিয়া হৈছে। কাশীশ্বৰীৰ একমাত্ৰ নাতিয়েকটো যে বিয়াৰ বছৰটো নোৱাগৰোঁতেই মৰিল—এই পাপিষ্ঠা শংকৰীৰ পাপস্পৰ্শৰ ফলত আজিৰ বিচাৰৰ ৰায় মতে সেই কথা প্ৰমাণিত হৈছে।

বহুতো কথা শুনি শুনি, শেহলৈ সত্যাই ইয়াকে বুজিবলৈ সক্ষম হ'ল, নাপিত-বোৱাৰী আৰু ৰাখু কাটোৱালৈ গৈছিল বিয়াৰ ভোজৰ নিমন্ত্ৰণ কৰিবলৈ। আৰু শংকৰীৰ খুড়ীয়েকে নাপিত-বোৱাৰীৰ ওচৰত শংকৰীৰ নামত যিহকে পাই তিহকে—নাল লগোৱা কথাবোৰ কৈছিল। শংকৰীয়ে যে তাত এটা অতি গৰ্হিত কাম কৰি আহিছিল সেই কথাত আৰু তিলমানো সন্দেহ নাই। লক্ষ্মীৰ থানত চাকি জ্বলোৱাত পলম হোৱা বা সাজ-সন্ধিয়ালৈকে পুখুৰী-ঘাটত বহি থকাতকৈ এয়া যে বহু বেছি গৰ্হিত সেই কথা ফটফটীয়াকৈ ওলাই পৰিছে।

কিন্তু শংকৰীৰ অপৰাধৰ সৈতে তাইৰ খুড়ীয়েকৰ ভনীয়েকৰ ল'ৰাৰ যোগাযোগ কি? সিনো শংকৰীৰ বাবে ঘৰ-দুৱাৰ এৰি নিৰুদ্দেশ হ'ল কিয়? এইখিনিতে সত্যাৰ আউল লাগিছে। সকলো যেন সাঁথৰ!

এই অন্য জগতৰ অৰ্থবহ, জীৱনত নজনা শব্দবোৰে সত্যাৰ বুকুখন যেন হিম-শীতল কৰি পেলাইছে। তাই বৰ ভয় খাইছে। যি অনুভূতিৰ সৈতে সত্যাৰ জীৱনত চিনাকি হোৱা নাই, আজি সেই অনুভূতিয়ে তাইৰ সমস্ত সাহসক যেন বেঁকা কৰি পেলালে।

গৃহিণীহঁতে কাৰোবাক শাসন কৰিছে অথচ সত্যাই মাজত ধৰি মুখ খজুৱা নাই, এনেহেন ঘটনা সত্যাৰ জ্ঞানমতে এয়ে প্ৰথম! সত্যাই সদায় অপৰাধীৰ ফলীয়া হৈ মুখ বজায়, এয়ে তাইৰ স্বভাৱ, অপৰাধী যি শ্ৰেণীৰেই নহওক লাগিলে।

এবাৰ বাচন-বৰ্তন ধোৱা বাগ্দী-বোৱাৰীয়ে সাঁজ লাগি ভগাৰ পাছত বাচন-বৰ্তন ধুবলৈ এদ'মমান কাঁহী-বাটিৰ পৰা এটা বাটি হেৰুৱালে। বাটিটো বোধকৰোঁ পুখুৰীৰ পানীত পৰি ডুব গৈছিল। কিন্তু শিৰজাযা আৰু দীনতাৰিণীয়ে বাগ্দী-বোৱাৰীক 'চুৰুণী' অপবাদ দি ন ভূতো ন ভৱিষ্যতি কৰিছিল। আৰু মোক্ষদাই হুকুম দিছিল, "তই যদি চুৰ কৰা নাই তেন্তে ওৰে ৰাতি পুখুৰীত খোপনাই বাটিটো উলিয়াগৈ যা।"

বাগ্দী-বোবাৰীযে যিমানেই চেৰেউ ফেৰেউকৈ কান্দে, গৃহিণীকলে সিমানেই তাইক হেঁচা মাৰি ধৰে। তাই যে চুৰ কৰিবলৈহে সাঁজ লগাৰ পাছত বাচন-বৰ্তন ধুবলৈ আহে এই মন্তব্যও কৰে তেওঁলোকে। সেইবাৰ সত্যাইহে বাগ্দী-বোবাৰীক ৰক্ষা কৰিছিল। সত্যাই কৈছিল, "ব'ল বাগ্দী-বোবাৰী, তোৰে সৈতে মুখো বিচাৰি চাওঁগৈ ব'ল। মইতো ভালকৈয়ে সাঁতুৰিব জানো, সাতুৰি ইপাৰ-সিপাৰ কৰি কৰি খোঁপিযাই খোঁপিযাই বিচাৰিম বাটিটো।"

"তই বিচাৰিবি মানে— "

গৃহিণীহঁতে ধমক দিছিল তাইক। আৰু আটাইকেইজনীক চকু খুৰাই সত্যাই নম্ৰভাৱে কৈছিল, 'বিচাৰিম তো, নিবিচাৰিম কিয়। তোমালোকৰ পাপৰ পৰাচিত মযেই কৰিব লাগিব, যিহেতু ভগবানে মোক তোমালোকৰ ঘৰৰ জী কৰি পঠিয়ালে। ঘৰত যাৰ পাচ পেড়া বাচন, সিহঁতে যদি এটা সামাইন বাটিৰ বাবে এজনী মানুহৰ প্ৰাণবধ কৰিবলৈ বিচাৰে, তেনেহ'লে এজনীয তো তাৰ প্ৰায়শ্চিত্ত কৰিব লাগিব।"

আটাইকেইজনী থৰ লাগি বৈছিল, আৰু এটা সামান্য বাটিৰ বাবে তেওঁলোকৰ নিজৰ তুচ্ছতা সেযেহে পোনবাৰৰ বাবে তেওঁলোকৰ চকুত ধৰা পৰিছিল।

"তেনেহ'লে আৰু নো লাগিছে, পাঁচ পেড়া বাচন আছেই যেতিয়া হৰি-কীৰ্ত্তন কৰি মাহ-প্ৰসাদ দিলেগৈ যা। তোৰ বাপেৰৰতো ঢেৰ পইচা আছে।" এই বুলি কৈ তেওঁলোক ৰণত পৰি কলীয়া যেন হৈ তাৰপৰা ফালৰি কাটিছিল।

সি দিনা বাগ্দী-বোবাৰীয়ে গলবস্ত্ৰ হৈ সত্যাক প্ৰণাম কৰিছিল।

বহুতকে এনেকৈ বহুবাৰ বহু বিপদৰপৰা ৰক্ষা কৰিছিল সত্যাই। কিন্তু আজি সত্যাৰ মুখত মাত-বোল নাই। এক অন্ধকাৰ অৰণ্যৰ গা-সিৰসিৰাই যোৱা ৰহস্যই সত্যাক আজি বোবা কৰি পেলাইছে।

কেতিয়া যে তিৰস্কাৰ-পৰ্ব শেষ হ'ল, কেতিয়া যে গৃহিণীকলে নিজা নিজা কামলৈ প্ৰস্থান কৰিলে, কাটোৱাৰ বোবাৰীয়েইবা তাৰ পাছত গ'ল কেনি, এইবোৰৰ কোনো খবৰ-বাৰ্তাই সত্যাই আৰু ল'ব পৰা নাই, এটা সময়ত তাই লাহে লাহে সাৰদাৰ কোঠালৈ গৈ পিন্ধনত থকা জোনালী ৰঙৰ আঠহতীয়া শাড়ীৰ আঁচলটোকে মজিয়াত পাৰি শুই পৰিছিল, য'ত সাৰদা শুই আছিল সেই একেদৰেই, একেটা পদ্ধতিৰে, কেঁচুৱা ল'ৰাটিক কোলাৰ কাষতে লৈ।

সাৰদাই কৈছিল, "শুনলা যে সত্য ননন্দী— ?"

"শুনিলোঁ— ।" সত্যাই উত্তৰ নিদিযাকৈ ক'লে।

সাৰদাই আৰু এবাৰ হুমুনিয়াহ কাঢ়ি কৈছিল, "ননন্দী, কাটোৱাৰ বোৱাৰীয়ে ইমান গালি-শপনি খাবলগীয়া হ'ল কিয় জানানে ?"

সত্যাই কৈছিল, "নেজানো।"

এনে চমু উত্তৰ সত্যাৰ ক্ষেত্ৰত প্ৰায় অভূতপূৰ্ব। কিন্তু সাৰদাৰো হেনো মনত সুখৰ লেশমানো নাই—সেয়েহে তায়ো আৰু একো নক'লে। এসময়ত ল'ৰাটিৰে সৈতে তাই টোপনি গ'ল।

কিন্তু সত্যাৰ চকুৰ পটালৈ টোপনি অহা নাই। ভীতিৰ সেই অনুভূতি তাইৰ মনৰপৰা নাতঁৰা হ'ল। মাজে মাজে বুকুখন কিবা চেঁচা পৰি যোৱা যেন লাগে, আৰু উৰুঙা উৰুঙা যেন লাগে। নজনা সেই শব্দবোৰ বাৰু ৰসাতলে যাওক, কিন্তু আন এটা নতুন ভীতিয়ে যে মনত বাহ ল'লে।

কাটোৱাৰ বোৱাৰীয়ে যদি সঁচাকৈয়ে

চিপজৰী লোৱাৰ পদ্ধতিটোনো কি, আৰু তাৰ পৰিণামেইবা কি, সত্যাই সঠিককৈ নাজানে। কিন্তু আনটোৰ আশংকাতেহে বাৰে বাৰে তাইৰ গাৰ নোম ডাল ডাল হৈ উঠিছিল। যদি সেয়ে হয় ?

যদি কাইলৈ বিয়াৰ ভোজৰ বাবে পুখুৰীত জাল মাৰিবলৈ গৈ জালোবা-হঁতে মাছৰ সৈতে আন কিবা এটা পায়! বৰ ডাঙৰ ৰৌ মাছত জালত পৰিল বুলি ভাবি আনন্দত উগ্ৰাৰল হৈ হাই-হুইকৈ জাল টানি পাৰত তুলি যদি দেখে যে মাছ নহয়—

সত্যাৰ বুকুখনে ধান বনাদি বানিবলৈ ধৰিলে।

তাই কেইজনীক পৰ দিব ?

সাৰদাৰ বাবে ভয়তে আৰু দেউতাকৰ হুকুমত তাই তটস্থ হৈয়েই আছে, তাৰ উপৰি আক' এতিয়া কাটোৱাৰ বোৱাৰী! কাক এৰি কাক চাব তাই ?

গালি-শপনি পৰাৰ সময়ত কাটোৱাৰ বোৱাৰীৰ মুখখন দেখাত কেনেকুৱা হৈছিল ? সত্যাই দেখা পোৱা নাছিলনে ? দিখিছিল বোধহয় তাই। কিন্তু বেৰৰ এচুকত ঢিমিক-ঢামাককৈ জ্বলি থকা চাকি এটাৰপৰা বাৰাণ্ডাতনো কিমান পোহৰ পৰিব ? এতিয়া আকৌ জোনৰ কৃষ্ণপক্ষ। শুক্লপক্ষ হোৱা হ'লে চোতালে-বাৰীয়ে খোজ কাঢ়িয়েই সুখ, মানুহৰ মুখো মনিব পাৰি। আউঁসীতে সাঁজ লাগিলেই হৈ গ'ল। তেতিয়া মানুহ এজনীৰ সৈতে মাত-বোল কৰিব লাগিব চকু-মুখ নেদেখাকৈয়েই।

ওহোঁ, সত্যাই শংকৰীৰ মুখ দেখা পোৱা নাছিল। আৰু সেয়েহে তাই বুজা নাই যে সেই অদ্ভুত শব্দবোৰৰ অৰ্থ শংকৰীয়ে ধৰিব পাৰিছিলনে নাই।

বাৰু, সাৰদাক এবাৰ মনে মনে সুধি চালে কেনে হয় ? যিয়েই নহওক সাৰদা সত্যাতকৈ দুগুণ বয়সৰ, ল'ৰাৰ মাক, কিমান দিনৰ আগতে বিয়া হ'ল সাৰদাৰ, কথাবোৰৰ অৰ্থ তাই জানিবও পাৰে কিজানি।

কিন্তু বাৰে বাৰে সোধোঁ সোধোঁকৈও সুধিব নোৱাৰিলে তাই। তাইৰ মুখৰ দুৱাৰত কোনোবাই যেন তলা লগাই থৈছে। কথাবোৰৰ অৰ্থ নুবুজিলেও কথাবোৰ যে বেয়া, সত্যাই নুবুজা নহয়।

কাটোবাৰ বোৱাৰীৰ সৈতে সত্যৰ যে বৰ বেছি যোগাযোগ আছিল তেনে নহয়। প্ৰথম কথা, কাটোৱাৰ বোৱাৰীজনী ইয়ালৈ নতুনকৈ অহা মাত্ৰ এবছৰমান হ'ল, আৰু তাই নিৰামহীয়া। একেলগে খোৱা-লোৱাও নচলে। পিছে নিতান্ত দেখা-সাক্ষাতৰ সূত্ৰত মাত-বোল। তাকো শংকৰী বৰ বেছি মিলামিচা নকৰা তিৰোতা, তাই সদায় আওমনা, এতেকে—

সত্যাই আজিও যোতয়া সাঁজ লাগি ভগাৰ অপৰাধৰ বাবে শংকৰীক কৰৈল চুচুক-চামাৰকৈ আহিছিল, তেতিয়া এটা জীৱৰ প্ৰতি যিকণ মৰম থকা উচিত তাতকৈ অধিক মৰম নাছিল তাইলৈ। কিন্তু এতিয়া সত্যৰ মনত তাইলৈ অপাৰ মৰম। বেচেৰীয়ে কিমান দিন ধৰি যে কান্দিছে! তাইৰ কান্দোনত সান্ত্বনা দিব পৰা এই জগতত কোনো নাই।

বিধবা হোৱাৰ যে কেনে কষ্ট!

সত্যাৰো দেখোন বিয়া হ'ল। এজন দৰাৰ সৈতেই বোলে হ'ল। সেই দৰাজন হঠাৎ যদি মৰি থাকে, সত্যাও তো বিধবা হ'ব। আৰু যদি সেয়ে হয়, সত্যাকো সকলোবে এনেকৈ ককৰ্থনা-বিকৰ্থনা কৰিব নেকি?

কিন্তু সেই কথাও তো সাঁচে-কাটে সঁচা নহয়। পেহী-আইতাহঁতো দেখোন বিধবা। বিধবা আৰু কেইবাজনীও আছে সকলোবে দেখোন তেওঁলোকৰ ভয়তহে তটস্থ হৈ থাকে। তেওঁলোকক দেখিলে ভাব হয় তেওঁলোকেই যেন দন্ডমুন্ডৰ মালিক।—তেনেহ'লে?

তেওঁলোক বয়সিয়াল বুলিয়েই নেকি? কিন্তু কথা সিমানেই জানো? এওঁলোক বয়সিয়াল হোৱা হ'লে তেনেকুৱা হ'ব পাৰিব জানো?

ওহোঁ, এইবোৰ কথাৰ ভু নাপায় সত্যাই।

কেৱল বয়সেৰেই সকলো কথাৰ যে বিচাৰ হয় তেনে নহয়। এয়া, তাইৰ দেউতাকক যে দেশখনৰ মানুহে ভয় কৰে, বৰদেউতাকক জানো কৰে? বৰঞ্চ বৰদেউতাকো দেউতাকৰ ভয়তে ঠৰ। কেৱল বৰদেউতাকেইনে? সৰু ককাক? ন-ককাক? নহয়নো কোন? তেওঁলোক দেখোন মাইকী মানুহ নহয়। তেন্তে?

আচলতে বয়সে একো নকৰে। বয়স একো নহয়। সৰু-ডাঙৰেৰেও একো নহয়। তেনেহ'লেনো ভয়ৰ বাহটো ক'ত?

সত্যাই ভাবি ভাবি থাউনি নোপোৱা হয়। তথাপি ভাবে। কোনে যে তাইক ভয়ৰ বাহ বিচৰাৰ চাকৰি দিলে!

ৰাতি বহুত হ'ল। ভুৱনেশ্বৰী আহিল মাতিবলৈ।

"এই সত্য, নোখোৱাকৈ শুলি যে ? উঠ।"

সত্যাই সিবাগৰ মাৰি টোপনিৰ ভাও জুৰি ক'লে যে তাইৰ ভোকেই লগা নাই। ভুৱনেশ্বৰীয়ে ভোৰভোৰাই কয়, "ভোক নাই ? কেলেই ভোক নাই ? ব'ল ব'ল—উঠ, ৰাতি লঘোনে থাকিব নাপায় নহয় ? কথাত বোলে ৰাতিৰ লঘোনত হাতীও কাবু। অ' বৰ বোৱাৰী, তুমিও উঠাচোন চাওঁ ? গোটেই দিনটো লঘোনে কটালা, আৰু তেনেকৈ' পৰি নাথাকিবা। স্বামী-পুত্ৰৰ অকইলাণ হয় তেনেকৈ' থাকিলে।"

ভুবনেশ্বৰীৰ মাত শুনিয়েই সাৰদা খপজপকৈ উঠি বহিছিল। পৃথিৱীৰ-পৰা বিদায় লোৱাৰ তীব্ৰ ইচ্ছাত ধৰাশয্যা লৈ পৰি আছিল বুলি খুৰীশাহুৰ মান নধৰিব, সেই কথা হ'বই নোৱাৰে। সেয়েহে খপজপাই উঠি বহিছিল। স্বামী-পুত্ৰৰ অকল্যাণৰ কথা শুনি এইবাৰ মনতো ধৰফৰাণি লাগিল।

ভুবনেশ্বৰীয়ে আকৌ ক'লে, "মই তোমাৰ ল'ৰাটোক চাই থাকিম, তুমি উঠা। সত্যাক লৈ খাই আহাঁগৈ যোৱা। তোমাৰ শাহুআয়ে পাকঘৰতে বহি আছে তোমালোকলৈ বাট চাই। পুখুৰীত জাল মাৰি মস্ত ডাঙৰ মাছ এটা ধৰা হ'ল, অতিথি-অইভাগত আহিব বুলি। ডাঙৰ ডাঙৰ ডোখৰ ডোখৰ মাছ আৰু আম-কাঁহুদিৰে যি টেঙা এপদ ৰান্ধিলে—খাৰ চোৱাগৈচোন যোবা।"

ভুবনেশ্বৰীৰ কথাৰ নিছিগা ধাৰলৈ সত্যাই কাণ-সঁহাৰি দিয়া নাছিল, যদিও 'পুখুৰীত জাল মাৰি বৰ ডাঙৰ মাছ-ধৰা হ'ল' শুনিয়েই তাইৰ মনশ্চক্ষুত জালবন্ধ আন এটি জীৱ ভাহি উঠিল, যিজনীক টানি উঠাই আনি ধাচকৰে পুখুৰীৰ পাৰত পেলোৱা হৈছে, আৰু যিখন মুখে চন্দ্ৰ সূৰ্য দেখিবলৈ নাপায়, সেই মুখখন সহস্ৰ মানুহে দেখা পাইছে।

কিন্তু সেইখন মুখৰ ওপৰত যিযুৰি চকু আছে, সেই চকুযুৰিয়ে আৰু কিবা দেখিছেনে ? জীৱনতো আৰু কিবা দেখিবলৈ পাবনে ? তাই খপজপাই উঠি বহিল আৰু ক'লে, "বৌটি, কাটোৱাৰ বোৱাৰী ক'ত ?"

"ক'ত থাকিব আৰু—" ভুৱনেশ্বৰীয়ে জেঙেৰা মাৰি ক'লে, "কেঁথাৰে ঘুম মাৰি শুই আছে গৈ। তোৰ নো কি দৰকাৰ পৰিল তাইক ? ভাত খাবলৈ যাচোন, খাই আহগৈ যা।"

"নেখাওঁ, ভোক লগা নাই।" সত্যাই আকৌ বাগৰ দিলে।

কিন্তু সিপিনে ডোখৰে ডোখৰে ৰৌ মাছ আৰু আম-কাঁহুদিৰে বন্ধা টেঙাই আতকুত লগাই দিছে। এনেয়ে যোল্ল বছৰীয়া দুৰন্ত স্বাস্থ্য, তাতে দিনে-নিশাই ল'ৰাটোৱে বুকুৰ পিয়াহ শুহি খাইছে। আৰু সতিনী-হুলৰ যম-যন্ত্ৰণাও যেন জামৰি আহিছে। তথাপি! একান্ত বাসনা সত্ত্বেও মনটোক কিহবাই যেন বাধা দিয়ে।

গোটেই দিনটো নোখোৱাকৈ কটায়ো, এই অভুক্ত অৱস্থাতো স্বামীৰ

সৈতে এটি বাৰ দেখাদেখি নহ'ল। ৰাতিলৈ দেখাদেখি হ'বনে নহ'ব কোনে ক'ব? আজি হ'ল ন-বোৱাৰীৰ 'কালনিশা', গতিকে আজি ৰাতি পৰ্বণ জনীয়ে প্ৰাধান্য পালেও পাব পাৰে! কিন্তু মাছৰ জোলেৰে একাহী ভাত গিলি আহি তাইনো অভিমান প্ৰকাশ কৰিব কোনখন মুখেৰে? সেয়েহে সাৰদাই চিঁচিঁয়াই ক'লে, "এষা এতিয়াহে পেটৰ বিষটো অলপ কমিল—।"

"হওক। খালেই কমিব।" ভুৱনেশ্বৰীয়ে কোমল মাতেৰে ক'লে, "তুমি মাতি লৈ গ'লেহে যদি সইস্তই এমুঠিমান খায়।"

নিজৰ শাহুআইৰ সৈতে মাতবোল নচলে। বুকুলৈকে ওৰণি ল'ব লাগে। যি দুই এষাৰ কথা-বতৰা তাকো এই শাহুআঁইৰ সৈতে। সেয়েহে খুড়ী-শাহুৱেকৰ কণ্ঠৰ এই কোমল মাতষা ৰই সাৰদাৰ চকু চলচলীয়া কৰি তুলিলে। অগত্যা ৰাসুৰ আগত ভোকাতুৰ মুখখন দেখুৱাৰ ইচ্ছা বিসৰ্জন দিবলগীয়া হ'ল তাই, সাৰদাই সত্যক ঠেলা মাৰি ক'লে, "ব'লা ননন্দী, ঘি চাৰিটামান পাৰা খাবা ব'লা।"

সত্য উঠি বহিল। হামিয়াই বিৰক্তিৰে ক'লে, "উ—উঃ। অলপ নিৰলে পৰি থকাৰো সাধ্য নাই দেখিছোঁ। হোঁ, ব'লা।"

সাৰদা ওলাই যোৱাৰ লগে লগেই ভুৱনেশ্বৰীয়ে অসমসাহসিক কাম এটা কৰিলে। টোপানিত লাল-কাল দিয়া ল'ৰাটোক কঁথাৰে মেৰিয়াই কোলাত সাবটি লৈ কোঠাৰপৰা ওলাই গৈ ৰাখুৰ মাকক ফুচফুচাই ক'লেগৈ, "ৰাখুৰ মাক, বৰ পুতেৰক এবাৰ মাতি আনচোন। জৰুৰী কথা আছে বুলি ক'বি।"

বৰপুতেক মানে ৰাসু। ৰাখুৰ মাকে ইফালে-সিফালে চাই লৈ ফুচফুচাই ক'লে "চণ্ডীমণ্ডপত শুই থকা দেখিছিলোঁ।"

"হওক বাৰু, তই মোৰ কথা কৈ মাতি আনগৈ যা।"

কোঠাৰ দুৱাৰৰ ওচৰলৈ অহাৰ লগে লগেই মাকে মতা শুনি সত্যৱতী বৈ গ'ল আৰু সাৰদাৰ বুকুখন কিবা এটা আশাৰ আশংকাৰে চঁক খাই উঠিয়েই জাৰকালিৰ শেলুৱৈৰে ভৰা ডোবাৰ পানীৰ দৰে জঠৰ হৈ পৰিল।

ভুৱনেশ্বৰীয়ে তেওঁৰ অভ্যস্ত মাতেৰে জীয়েকৰ নাম কাঢ়ি নামাতিলে, ব্যস্ত অথচ চেপা মাতেৰে ক'লে, "এই চাও", এইফালে আহচোন তই।"

তই মানে সত্য। আৰু বিশেষকৈ সত্যকে হঠাৎ চেপা মাতেৰে মাতি আঁতৰাই নিয়াৰ অৰ্থ কি? অৰ্থ আছে, এনেকুৱা মাতৰ এটাহে অৰ্থ হয়। আৰু সেই অৰ্থ সত্যই ধৰিব নোৱাৰিলেও সাৰদাই ধৰিব পাৰিছে। সেয়েহে তাইৰ বুকুখন চেঁচা পৰি নিথৰ হৈ পৰিল। সেয়েহে আশাৰ আশংকাৰে তাইৰ বুকুখন চিৰিংকৈ গ'ল।

সাৰদাই জানে, সাৰদাৰ মনত আছে। সৰুতে সাৰদাই যেতিয়া

নিঃশংকচিত্তেৰে তাইৰ সদ্যবিবাহিতা খুড়ীয়েকৰ লগত শুবলৈ ঠেহ পাতিছিল, তেতিয়া ঠিক এনেকৈয়ে চেপা মাতেৰে তাইৰ মাকে তাইক মাতিছিল, "এইফালে আহ বুলিছোঁ নহয়।" তাই তথাপি জেউৰ কৰিছিল। এতিয়া মনত পৰিলে কি যে হাঁহি উঠে।

সত্যৱতী থমকি থিয় হ'ল। তাৰ পাছত তাই কওঁ-নকওঁকৈয়ে ক'লে, "বৰ বোৱাৰী অকলেই শুব নেকি? তোমালোকৰো আকল যে— !"

ভুৱনেশ্বৰীয়ে হাঁহি ৰখাই ককৰ্থনাৰ সুৰেৰে ক'লে, "ৰ'চোন ৰ, তই আনৰ আকল চাই ফুৰিব নালাগে। তাই অকলশৰীয়া নো হ'ল কেনেকৈ? ইমান ডাঙৰ পুতেকটো আছে বৰ বোৱাৰীৰ, সিনো কমটোনে?"

"ক'ব নোৱাৰোঁ—তোমালোকৰ কেতিয়া কি হয়গৈ, তোমালোকৰ মতিগতি বুজা টান। সেই পেন্দুবণা ল'ৰাটো ওঁঠ চেপিলে গাখীৰ ওলাব, সি পৰ দিব তাৰ মাকক।"

"তই নাহ নেকি?"

"গৈছোঁ—গৈছোঁ ৰ। কি যে খৰখেদাখন লগাইছে, সকলোৱে যেন ভৰি দাঙিহে আছে! ব'লা যাওঁ। এজনী মৰামুজা মানুহ এই এন্ধাৰপুৰীত অকলে অকলে পৰি থাকিব। এয়ে যদি তোমালোকৰ বিচাৰ হয়—হওক। তোমালোকে কোনখন মুখেৰে যে ধৰ্মকথা কোৱা ক'ব নোৱাৰোঁ।"

আঠহতীয়া শাড়ীখনৰ তিনিহাতমান কামত লগাই, বাদবাকী পাঁচহাত মানেৰে নুৰা এটা কৰি কাষলতিৰ তলত লৈ সত্যবতী অনিচ্ছুক মন্থৰ গতিৰে মাকৰ পিছে পিছে গৈ থাকিল। আজি সঁচায়ে সাৰদাৰ লগত শুবলৈ মন গৈছিল তাইৰ। ঘাইকৈ সাৰদাৰ প্ৰতি সহানুভূতি, দ্বিতীয়তে তাই আশা পালি আছিল, সাৰদাৰ সৈতে শুই গল্প কৰাৰ ছলেৰে সেই 'ভয়ংকৰ' শব্দবোৰৰ অৰ্থ কিজানি উদ্ধাৰ কৰিব পাৰেই!

শব্দবোৰ যে ভাল নহয়, ডাঙৰহঁতক সুধিলে যে সঁচা উত্তৰ পোৱা নাযাব, পালমৰা ভুলে-শুদ্ধই কিবা এটা উত্তৰ দিলেও লগত ডাবি ধমকিওৰে নিদিব তাৰো মানে নাই—সত্যবতী এইবিষয়ে নিশ্চিন্ত। অথচ ভয়ংকৰ অদমনীয় কৌতুহল এটাই মুৰ দাঙি উঠিছে, শব্দবোৰৰ অৰ্থ জানিব পাৰিলেই বহুতো নিমিলা অংক যেন মিলিব, ৰহস্যৰ উহ বিচাৰি পাব। অন্ততঃপক্ষে শংকৰীয়ে সদায় কিয় 'মৰিম' 'মৰিম' বুলি কয়, আৰু ঘৰখনৰ কোনো এজনীয়েও কিয় তাইৰ স'তে সদ্ব্যৱহাৰ নকৰে, এইবোৰ কথাৰ বুজ-বাজ ল'ব পাৰিব কিজানি। কিন্তু মাকে সকলো আশাৰ মুৰত চেঁচাপানী ঢালিলে।

অৱশ্যে এয়া নতুন একো নহয়। সত্যৱতীয়ে জন্মৰেপৰাই দেখি আহিছে যে সবুহঁতৰ সৰ্ববিধ আশাৰ মুৰত ভালকৈ চেঁচাপানী ঢলাটোৱেই ডাঙৰহঁতৰ কাম।

ঘৰখনৰ আটাইকেইজনী 'উঠন' ছোৱালীৰ শোৱাৰ বন্দবস্ত দীনতাৰিণীৰ কোঠাত। কোঠাটো প্ৰকাণ্ড বুলিও হয়, আৰু উঠন ছোৱালীহঁত অ'ত ত'ত বেলেগে বেলেগে থকাটোও বিধি নহয়। এই 'উঠন' ছোৱালীহঁতৰ মাজত ন বছৰীয়া সত্যৱতীয়েই সবাতোকৈ ডাঙৰ, আৰু তাইৰ বিয়াও হৈ গ'ল, সেই দেখি তায়েই দলনেত্ৰী। পুণ্য ৰাজু নেড়ী টেঁপী পুঁটি ৰাখালী, আটাইবিলাকেই তাইক দলনেত্ৰীৰ সম্মান দিয়ে।

আজি সিহঁতে সত্যাৰে বাট চাই বৈ বৈ টোপনি গ'ল, সত্যাই আহি দেখিলে সকলো নিদ্ৰাদেৱীৰ কোলাত! যিয়ে যেনেকৈ মন গৈছে ভৰি-হাত মেলি টোপনিয়াইছে, শুবলৈ ঠায়েই নাই। কি আৰু কৰা যাব, ইহঁতক ঠেলি-হেঁচুকি ইহঁতৰ মাজতে ঠাই উলিয়াই ল'ব লাগিব।

সত্যাই বিৰক্তিৰে ক'লে, "এৰাতি আন ক'ৰবাত শুলে যে কি মহা-ভাৰতখন অশুদ্ধ হ'লহেঁতেন আই মঙ্গলচণ্ডীয়েহে জানে। -হোঁ চাওঁ সিফালে যাচোন অলপ, অ'ই পুঁটি, ভৰিখন অলপ কোচাই ল'চোন।"

কোৱা বাহুল্য, পুঁটিৰ গভীৰ সুপ্তিয়ে এই স্বৰ নুশুনিলে, আৰু উপায়হীন হৈ অবশেষত সত্যবতীয়ে বাক্যবল এৰি বাহুবলৰ শৰণ ল'লে। পুঁটিৰ ভৰি আৰু ৰাখালীৰ হাত গুচাই তাই নিজৰ জোখাৰে অলপ ঠাই উলিয়াই বিছনাত বাগৰ দিলে। দীনতাৰিণী এতিয়ালৈকে অহা নাই, তেওঁ পলমকৈ আহে। বিধবাসকলৰ ৰাতিৰ জলপান চাউলভজা তিলৰ লাড়ু আদি বুঢ়া দাঁতেৰে জব্দ কৰাত সময়ৰ আৱশ্যক।

আইতাকৰ বিছনাখন ঠিকেঠাকে আছে নে নাই সত্যৱতীয়ে চাই ল'লে। আছে অলপ ঠাই। অৱশ্যে বিছনা মানেনো আৰু কি, কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈকে এখন শতৰঞ্চিৰ ওপৰত খনদিয়েক গধুৰ ডাঠ ক'থা পাৰি থোৱা হৈছে আৰু কোঠাটোৰ বেৰৰ ফালে লানি লগাই গাৰু পাৰি থোৱা আছে।

একেলগে একেশাৰীতে মূৰ থৈ শুব পাৰে, তাৰ বাবেই এনেহেন অভিনৱ মূৰ-শিতানৰ আয়োজন। একো একোটা গাৰু দীঘলে চাৰি হাতমান, আৰু ওজনত আধা মোণমান। যিসকলে শোৱে তেওঁলোকে সেই গাৰুবোৰ ইঞ্চিমানো লৰাব নোৱাৰে। নিজৰ গাৰুটোক নিজৰ গলধনৰ তলত মনোমত ভংগীৰে লুটিয়া-লুটি কৰাৰ সুখ ইহঁতে নাজানে।

গাৰুবোৰ অকল জোখে-মাপেই ডাঙৰ নহয়, তুলাখিনিও আওপুৰণি। বস্তু যিমানেই সস্তীয়া নহওক, আৰু বস্তু-বাহানিৰ যিমানেই ওৱাদানি নহওক—অপচয়ৰ কথা কোনেও কল্পনাও কৰিব নোৱাৰে। সেয়েহে ঘৰৰ বৰমূৰীয়াসকলৰ মস্ত মস্ত গাৰুবোৰ ফাটিলে তেওঁলোকৰ বাবে নতুন গিলিপ লগোৱা নতুন তুলাৰ গাৰু বনোৱা হয়, আৰু এই পুৰণা তুলা আৰু ফটা গিলিপবোৰ ঘৰৰ নাবালকহঁতৰ কামত লগোৱা হয়।

সকলোতে একেই অৱস্থা। সৰু সৰু ল'ৰা-ছোৱালীৰ কামত লগোৱাৰ বাহিৰে সংসাৰখনৰ যতমানে পেলনীযা বস্তুৰ নো গত লাগিব কেনেকৈ? এযেহে প্ৰকৃষ্ট পন্থা। সেইবুলি কবিৰাজ-পৰিয়ালৰ অৱস্থা উত্তম। বছৰেকীযা দৰমহা দি ধোৱা-মেলা কৰা ধোবাৰ ব্যৱস্থা কৰা হৈছে, নিয়মিত কাপোৰকানি ধুই-মেলি ধকধকীযা কৰি দিযেহি। তাৰ মানে ধুই শুকুৱাই জাপি-মেলি থৈ যাযনে কিবা? কাপোৰ-ধোৱা পুখুৰীত কাপোৰ ধুই তিতা জেবজেবীযা কাপোৰ-কানিৰ বিৰাট দ'ম এটা বাৰীৰ পুখুৰীৰ ঘাটৰ চিৰিত দ'মাই থৈ দিযে—বচ। তাৰ পাছত মোক্ষদা আছেই নহয? ভাল পুখুৰীৰ পানীৰে আওডালি সেই তিতা কাপোৰ-কানিৰ পাহাৰটো ৰ'দত মেলি দিযাৰ দাযিত্ব তেওঁৰ। তাৰ পাছত বোৱাৰী-জীয ৰীহঁতৰ পাল। শিলজাযাৰ পো-বোৱাৰীহঁত, কুঞ্জৰ ঘৈণীযেক, ভুৱনেশ্বৰী—পৰবৰ্তী ডিউটি হ'ল ইহঁতৰ ওপৰত।

নিতৌ কঁথা বিছনাৰ ওৱাৰ খোলা আৰু লগোবাটোও কম জঞ্জালৰ কাম নহয। কিন্তু মাহেকত কমেও দুবাৰকৈ সকলোবোৰ কাপোৰ-কানি লেপ তুলা গাৰুৰ গিলিপ টিলিপ ধোৱা-মেলা কৰিবলৈ ধোবাহঁতক আৰু ঘৰৰ সংসাৰ-পৰিচালিকাহঁতক টানি আদেশ দি থৈছে ৰামকালীযে।

আজিযেই বোধহয ধোৱা-মেলা কৰা হ'ল। কল্লা-খাৰ আৰু চুজি-মাটিৰ গোন্ধে ম ম কৰিছে। সত্যৱতীযে কাপোৰেৰে নাক ঢাকি শুইছে, এই গোন্ধ তাই অতি বেযা পায। তাই শুই শুই ভাবিলে, ইমান বেযা গোন্ধোৱা বস্তুটো বাদ দি বাৰু কাপোৰ-কানি ধুব নোৱাৰিনে? এই কথাটো ভাবি থাকোঁতেই আই আন ভাবনাৰ চাকনৈয়াত সোমাল।

বৰ বোৱাৰী অকলেই শুলে, মাজনিশা উঠি যদি পুখুৰীত জাঁপ দিবলৈ যায? তাই তো মৰিবই, সত্যবতীযেনো দেউতাকক কি ক'ব? তাৰ পাছত ধৰা—ৰাতি পুৱালেই আত্মীয়-কুটুম্বৰে ঘৰ ভৰি পৰিব, তাৰ মাজত বৰ বোৱাৰী আত্মঘাতী হোৱাৰ হেকান-কেঁকান। ভাল বিপদখন হ'ল দেখিছোঁ!

ওহোঁ, কোনোপধ্যেই নিঃচিন্ত হৈ থাকিব নোৱাৰি। মাজনিশা ঘৰখন যেতিয়া নিতাল-নিজম পৰিব তেতিয়া বৰ বোৱাৰীক চাই আহিবগৈ লাগিব। বৰঞ্চ তাইৰ কোঠাটো বাহিৰৰপৰা শিকলি তুলি বন্ধ কৰি দিয়াটোহে ভাল হ'ব, নহ'লেনো কেইবাৰ উঠি উঠি চাবলৈ যোৱা সম্ভৱ হ'ব? যদি কোনোবা ছেগত উঠি গৈ তাই সৰ্বনাশ কৰে গৈ? তেতিয়া?

দুৱাৰৰ শিকলিডাল সতাই হাতেৰে চুক নাপায়, কিহৰ ওপৰত উঠিলে যে শিকলিডাল চুকি পাব, সত্যৱতীয়ে ভাবিবলৈ ধৰিলে।

বুকুত টিপটিপনি লৈযেই সাৰদা কোঠাত সোমাল। সাৰদাই ভ্ৰান্ত খোৱাৰ পৰত কেঁচুৰা ল'ৰাটোৱে জলাকলা কৰিছিল নেকি ভুৱনেশ্বৰীক সুধিবলৈকো নহ'ল। ভুৱনেশ্বৰী নিজেই ক'লে, "নিসাৰে শোৱাগৈচোন বৰ' বোৱাৰী, ল'ৰাটো এবা শুইছেহে, নজগাবা আক'। শিতানত কাজললতা থৈ শুৱাই থৈ আহিছোঁ।"

ৰাসুক মাতি আনি কোঠাত সুমুৱাই থৈ নোযোৱালৈকে ভুৱনেশ্বৰীৰ স্বস্তি হোৱা নাছিল। যদি আন্ধাৰে-মুন্ধাৰে ঠাৱৰ কৰিব নোৱাৰি 'কোন কোন' বুলি চিঞৰি দিয়ে সাৰদাই।

ইপিনে আকৌ 'কোঠাৰ চাকিটো নুনুমাবা' বুলিও ৰাসুক ক'ব নোৱাৰে। কিযনো, ল'ৰাক কোঠাত সুমুৱাই থৈ যোৱাৰ পাছত তাৰ স'তে কথা পাতিবলৈ ল'ৰাৰ মাকেও লাজ পায। আৰু এওঁ হ'ল ভাই-শহুৰৰ পুতেক। আৰু সাৰদাকেইবা খাৰাংখোচ কয় কেনেকৈ, 'হেৰা, তোমাৰ কাৰণে ঘৰত মাণিকী-মাকৰ কঁৰীয়া আনি থৈছোঁ।' ক'ব নোৱাৰি বুলিয়েইহে আইজালে-বাইজালে কেঁচুৰা ল'ৰাৰ কথা ক'বলগীয়া হ'ল।

তাৰ উপৰি আৰু জানো কিবা কাৰণ নাছিল? অলপ ৰং-ধেমালি কৰাৰ চখ? হ'লেইবা সম্পৰ্কত শাহুৱেক, তথাপিতো মাইকীমানুহ! আৰু বামকালীৰ ঘৰণী হ'লে কি হ'ব, ভিতৰি ভিতৰি ভুৱনেশ্বৰীৰ অলপ ৰস-পম থকা যেন লাগে।

'মাণিক'ৰ উপমাটো ভুবনেশ্বৰীৰ মনলৈহে আহিছে। সদায় সুলভ মানুহ-জনেই যে আজি সাৰদাৰ ওচৰত সোণসেৰীয়া হৈ উঠিছে, এই কথা বুজাৰ ক্ষমতা ভুৱনেশ্বৰীৰ আছে। দেখা যাওক, বৰ বোৱাৰীয়ে তাইৰ গিৰিয়েকক কিমানলৈ মুঠিত ৰাখিব পাৰে। অৱশ্যে ভৰসা নাই একো, মতা মানুহৰ মন, ন বোৱাৰীজনী পাত-গাভৰুজনী হৈ উঠালে সাৰদাও তিনিটা ল'ৰাৰ মাক নহৈ থাকিবনে? এতিয়া ৰাসুৱে বাৰু নতুন ফুলৰ মৌ নাখাই—

ভাবিবলৈ লৈ ভুৱনেশ্বৰী চমকি উঠিল। নিজৰ মনতে নিজেই নিজৰ নাক-কাণ মলিলে। ৰাসু হেনো আক' তেওঁৰ পুত্ৰস্থানীয়। তাৰ সম্বন্ধে এইবোৰ কথা তেওঁ ভাবিছেইবা কেনেকৈ। তেনেহ'লে সেই সম্পৰ্কৰ মান-মৰ্য্যাদা বুলিবলৈনো কি থাকিল আৰু!

সিহঁতৰ সম্বন্ধে সকলো চিন্তা-ভাবনা কাতি কৰি থৈ ভুৱনেশ্বৰী ৰান্ধনিশাললৈ গ'ল। এতিয়া তেওঁলোকৰ—আয়তীহঁতৰ খোৱাৰ পাল। পিছে আজি খোৱা-বোৱাৰ পাছত শোৱাৰ কথা নাই, ৰাতিটো সাৰে থাকি ভোজৰ কটা-কুটা কৰিব লাগিব, মচলাপাতি বটিব লাগিব। আচাৰন্ত ঘৰৰ গৃহিণী হ'ল বুলিয়েই কিবা আৰাম কৰিবলৈ হুকুম পাবনে? বোৱাৰী স্বি বোৱাৰীয়েই। বৰুণ ৰাসুৰ মাকে দুদণ্ড ভাৰ মেলি বহি থাকিলে, বা কামত

গাফিলি কৰিলে কোনেও কোনো উচ্চবাচ্য নকৰে কিন্তু বোৱাৰীহঁতৰ তেনে আচৰণ অমার্জনীয়। পিছে খাটনি-লোটনিতো দুখ নাছিল, যদি বোৱাৰী-হঁতৰ দলটোত কেৱল জা-ননন্দহঁত থাকিলহেঁতেন। হাতৰ সৈতে মুখৰ মহলাও মাৰিব পৰা গ'লহেঁতেন, কাম কৰাৰ সৈতে গল্পৰ উজানো উঠিল-হেঁতেন। কিন্তু সেই অনাও ভেলে। এজনী গৃহিণী পৰীয়া হৈ থাকিবই।

বোৱাৰীহঁতে 'ঘৰ-ভঙা' মন্ত্রণা কৰিছেনে কি তাক তো চাব লাগিব তেওঁলোকে? এই গুৰুকর্তব্য পালিবলৈ বেচেৰি শিবজাযাই ওৰে নিশা উজাগৰে থাকি পো-বোৱাৰীৰ কোঠাৰ পিছফালে জলঙাৰ কাষত কাণ সৰালি দি বহি থাকিবলগীয়া হয়।

সাৰদাৰ কোঠাৰ বেৰত অবশ্যে জলঙা নাই। ডাঙৰ খিৰিকী আছে। ঘৰটোৰ আটাইতকৈ ভাল কোঠাটোৱেই সাৰদাৰ। বর্ধমানৰপৰা মিস্ত্রী অনাই ৰামকালীয়ে যেতিয়া অজস্র টকা-পইচা খৰচ কৰি দক্ষিণফালৰ চোতালত এই কোঠাটো সজাইছিল, সকলোটিয়েই তেতিয়া কোঠাটো ৰামকালীয়ে তেওঁৰ নিজৰ বাবে সজোৱা বুলিয়েই ভাবিছিল।

মিস্ত্রীৰ কাম শেষ হ'লত সেই দেখি দীনতাৰিণীয়ে কৈছিল, "তেনেহ'লে ৰামকালী, নতুন ঘৰ ল'বলৈ এটা শুভ দিন-বাৰ চা।"

ৰামকালীয়ে হাঁহি মাৰি কৈছিল, "তোমাৰ যে দেখিছোঁ মা—গছত কঁঠাল ওঁঠত তেল। এইটো ঘৰত প্রবেশ কৰাজন আহকেইচোন আগতে।"

দীনতাৰিণীয়ে অবাক হৈ সুধিছিল, "কোন আহিব? কাৰ কথা কৈছ?"

"ঘৰৰ লখিমীৰ কথাকে কৈছোঁ মা—" ৰামকালীয়ে মাকৰ মনৰ ধাৰণা অনুমান কৰিব পাৰিছিল চাগৈ, সেয়েহে মাকৰ ধাৰণা-বিৰিখৰ মূলতে কুঠাৰাঘাত কৰি পৰম শান্তভাবে কৈছিল, "কিয়, ৰাসুৰ বিয়াৰ কথা-বতৰা চলা বুলি তুমি নাজানা নেকি?"

ৰাসু! ৰাসুৰ ঘৈণীয়েক! ৰাসুৰ ঘৈণীয়েক হ'ব এই ঘৰটোৰ অধিকাৰিণী! দীনতাৰিণীৰ সতিয়ে পোৱ ল'ৰাৰ ঘৈণীয়েক! দীনতাৰিণীয়ে আৰু আত্মসংবৰণ কৰিব পৰা নাছিল, তেওঁ বিৰক্তি প্রকাশ কৰি কৈছিল, "অগিয়ানৰ দৰে কথা নক'বা ৰামকালী, এনে আটোমটোকাৰীকৈ সজা ঘৰটো তুমি ৰাসুক দিবা!"

ৰামকালীয়ে আৰু হাঁহা নাছিল, তেওঁ গহীন কণ্ঠেৰে কৈছিল, "দিয়া-থোৱাৰ কথা একো নাই মা, যাৰ যি ন্যায্য প্রাপ্য তেওঁ পাব আৰু।"

দীনতাৰিণীয়ে তথাপি পুত্রৰ ক্রোধাশংকা তুচ্ছ কৰিও মনৰ খং মুখেৰে প্রকাশ নকৰি কৈছিল, "তুমি মূৰৰ ঘাম মাটিত পেলাই আয়-উপায় কৰিছা, হীৰা হেন বাথৰ আনি এই নৱাবীপচন ঘৰ সাজিছা, সেই সম্পত্তি কুঞ্জৰ বেটা-বোৱাৰীৰ প্রাপ্য হ'ল কিহৰ সম্পৰ্কত ৰামকালী?"

নাই, ৰামকালীয়ে প্ৰত্যক্ষভাৱে মাকক কদৰ্থনা কৰা নাছিল, বৰঞ্চ আগতকৈ শান্তকণ্ঠেৰে কৈছিল, "যি সম্পৰ্কৰ বাবে মানুহে বনৰ জন্তু-জানোবাৰৰ দৰে নাঙঠ হৈ নুফুৰি ক'কালত কানি মেৰিয়াইছে, মা! বাদ দিয়া, বাদ দিয়া সিবোৰ কথা, 'জ্যেষ্ঠৰ শ্ৰেষ্ঠভাগ' কথাষাৰ তুমি তো মুঞ্চনা নহয় মা, ৰাসু এই পৰিয়ালৰ জ্যেষ্ঠপুত্ৰ।"

দুখে অপমানে দীনতাৰিণীৰ চকুযুৰি চলচলীয়া হৈ পৰিছিল, সেয়েহে শেহলৈ তৰ্ক জুৰিছিল, "মাজু বোৱাৰীলৈকো তো চাব লাগিব। যিমানে যি নহওক তাই এতিয়াও সৰুজনী হৈয়েই আছে, এই ঘৰটো আৰম্ভ হোৱাৰপৰা তায়ো হয়তো মনতে এটা আশা পালি আছিল।"

এইবাৰ ৰামকালীয়ে আকৌ মিচিকীয়াই হাঁহিছিল, "তোমাৰ মাজু বোৱাৰীৰ যদি এনে অনপু-অধপু আশা হৈছেই, সেই আশাৰ মূৰত চেঁচা পানী পৰাই উচিত মা।"

"চেঁচা পানী পৰা উচিত?"

দীনতাৰিণীয়ে আঁচলেৰে চকু মচিছিল। মাজু বোৱাৰীৰ আশাভংগৰ কল্পনাত যিমানেই যি নহওক, নিজৰ আশাভংগৰ কাৰণেই চকুলো ওলাল। কুঞ্জই যে জনমৰেপৰা গা ঘেলাই ফুৰিব আৰু সংসাৰখনৰ ভালবো ভালখিনি ভোগ কৰিব, এইবোৰ চিৰকাল সহ্য কৰি থাকিব পাৰিবনে? দীনতাৰিণীয়ে আশা কৰিছিল, অন্ততঃপক্ষে নতুনকৈ সজা এই ঘৰটোৰ ক্ষেত্ৰত কুঞ্জ আৰু কুঞ্জৰ ঘৈণীয়েকৰ মুখ টেমি যেন হ'ব। কিন্তু সেই আশাতো চেঁচাপানী পৰিল। সেয়েহে কান্দি কান্দি ক'লে, "চেঁচাপানী পৰা উচিত?"

নিশ্চয় উচিত। তেতিয়াহে যদি আগলৈ এনেকুৱা আশা নকৰে।"

তাৰ পাছত দীনতাৰিণীয়ে নীৰৱে লক্ষ্য কৰিছিল—চন্দননগৰৰপৰা আহি সেই ঘৰটোত মিস্ত্ৰী সোমালহি। ও', যুৰীয়া পালেং সাজিবলৈ হ'লে ঘৰৰ ভিতৰতে সাজিব লাগে, বাহিৰত সাজি ভিতৰলৈ আনি যোৰা লগোৱাৰ প্ৰথা তেতিয়াও প্ৰচলিত হোৱা নাছিল। বহুবিধ কাৰুকাৰ্য্য কৰা পালেং।

এই যুৰীয়া পালেংখন বনাওঁতে কাঠ-মিস্ত্ৰীহঁতক ডেৰমাহ ধৰি ভাত-পানীৰ যোগান ধৰা হৈছিল। খাই-বৈ, পাৰিশ্ৰমিক লৈ, এযোৰকৈ ন-চুৰিয়াৰ বখ্‌ছিছ আদায় কৰি মিস্ত্ৰীহঁত গুচি গৈছিল, আৰু তাৰ পাছতে ৰাসুৰ বিবা পতা হৈছিল। ফুলশয্যা হৈছিল নতুন পালেঙত।

সেই পালেং এৰি আজি গোটেই দিনটোৱেই মজিয়াত দীঘল দি পৰি আছিল সাৰদাজনীয়ে। এতিয়াও খুড়ী শাহুৱেকৰ নিৰ্দেশ মতে নিসাৰে কোঠাত সোমাই ছিটিকাডাল লগাই দিয়েই ল'ৰাটোৰ বিচাৰ-খোচাৰ নকৰা-কৈয়েই মজিয়াত বাগৰ দিলে। কোঠাত সোমাই একো নেদেখিয়েই সাৰদাই

বুজিছিল যে তাইৰ আশাৰ আশংকা অলীক নহয়। আঘ্রাণে, অনুমানে, হৃৎস্পন্দনে সাৰদাক বুজাই দিছিল—কোঠাত তোমাৰ সাতৰজাৰ ধন মাণিক।

এয়া যেন আকৌ নতুন বিয়াৰ ন-দৰা। দ্বিৰাগমনলৈ আহি প্ৰথম নিশা যেতিয়া আন পাঁচজনী সমনীয়াই সাৰদাক কোঠাত সুমুৱাই দি কোঠাৰ বাহিৰৰপৰা দুৱাৰত শিকলি লগাই গুচি গৈছিল, তেতিয়াহে বুকুখনে এনেকৈ ধান বনাদি বানিছিল। তেতিয়া তে তাইৰ বয়স আছিল মুঠেই বাৰ বছৰ। আৰু এতিয়া ষোল্ল। ষোড়শীৰ হৃদয় আলোড়নত আৰু উত্তাল হৈ নুঠিবনে?

ঘৰত যিজন অপৰাধী আচামীয়ে অৱস্থান কৰিছিল, তাৰ অৱস্থাও অৱশ্যে সাৰদাতকৈ উন্নত নাছিল। তাৰ বুকুতো হাতুৰীয়ে কোবাইছিল। জীৱনত যে কেতিয়াবা যে সাৰদাৰ মুখামুখি হৈ থিয় দিব পাৰিব, এই আশা ৰাসুৰ আৰু নাছিল চাগে। গোটেই দিনটো ধৰি ভাবিছিল জীৱনৰ সকলো আনন্দ-আহ্লাদৰ সমাধি হৈ গ'ল।

মাজুখুড়ীয়ে ভিতৰলৈ কিয় মাতি পঠিয়াইছিল, সেই কথাও ৰাসুৱে বুজিব পৰা নাছিল। ভাবিছিল যে আকৌ হয়তো কিবা নিয়ম-লক্ষণৰ পাকচক্ৰতহে পৰিব লাগিব। কিন্তু আহি যি কথা শুনিলে সেয়া অভিনৱ।

সাৰদা হেনো ৰান্ধনিশালত কামত ব্যস্ত হৈ আছে, আৰু ভুৱনেশ্বৰীৰো কাম-কাজৰ বিৰাম নাই, গতিকে 'ঘুমটি মাৰি থকা' কেঁচুবাটোৰ ওপৰত অলপ চকু ৰাখিব লাগিব ৰাসুৱে। কোনো অসুবিধা নাই, ঘৰত বহি থাকিব লাগিব, বচ! হেবাং ৰাসুৱে তেতিয়াও একো সন্দেহ কৰা নাছিল। মাত্ৰ প্ৰস্তাবটো শুনিহে অলপ তভক মাৰিছিল। ইমানবোৰ মানুহ থাকোঁতেও কেঁচুবাটোক চাই থাকিবলৈ ৰাসুক চণ্ডীমণ্ডপৰপৰা মতাই অনা হ'ল। আচৰিত কাণ্ড নহয়নো কি? যিজনী ৰাধুৰ মাকে মাতি আনিবলৈ গৈছিল তায়েই চকু দিব পাৰিলেহেঁতেন দেখোন। তাই সদায় এই কাম কৰেও দেখোন। তথাপি ৰাসুৱে একো ক'ব পৰা নাছিল। প্ৰতিবাদো কৰা নাছিল, প্ৰশ্নও কৰা নাছিল। ন-বোৱাৰীয়েকৰ কথাত যিমান লাজ, নৱজাত পুত্ৰৰ কথাতো তিমানেই লাজ।

সেয়েহে সুৰসুৰ কৰে কোঠাত সোমাইছিল গৈ ৰাসু। আৰু সোমোৱাৰ লগে লগেই বুকুৰ ভিতৰত সন্দেহৰ হাতুৰীয়ে কোবাইছিল। এনেভাৱে মতাই অনাটো মাজুখুড়ীৰ কিবা ছল নহয় তো! ৰাসুৱে মাজু খুড়ীক খুব ভালপায়, এইবাৰ তেওঁক পূজা কৰিবৰ মন গ'ল তাৰ। ফু মাৰি চাকিটো নুমুৱাই সি শিলৰ মূৰ্তিৰ দৰে বহি ভাবিবলৈ ধৰিলে।

সাত-পাঁচ ভাবি থাকোঁতেই কোঠাৰ দুৱাৰত ডাং দিয়াৰ শব্দ শুনা গ'ল। আৰু পাছ মুহূৰ্তৰপৰাই এনে লাগিল যেন বায়ুবিহীন কোঠাটোৰ গোমোঠা ভাবটো এটা চেপা কান্দোনৰ খুন্দাত কঁপি কঁপি উঠিছে।

ৰাসুৰ দুচকুৰপৰা টপ টপকৈ দুটোপাল পানী পৰিল। মতা মানুহ! হওক তেও, মানুহেই তো!

সাৰদা ধৰফৰকৈ উঠি বহিল। এক বলিষ্ঠ বাহুবন্ধনৰ পৰা নিজক মুক্ত কৰিবলৈ চেষ্টা কৰি বুদ্ধকণ্ঠেৰে ক'লে, "আৰু নো কিহলৈ আৰু নো কিহলৈ?"

আৰু একো ক'ব নোৱাৰিলে। চকু দুটাই বিশ্বাসঘাতকতা কৰিলে। গোটেই দিনটো ধৰি শপত খাইছিল, সেই নিমৰমিয়ালটোৰ লৈতে কেতিয়াবা দেখাদেখি হ'লেও, তাই চকুপানী নোটাকে, বেজাৰতো মুখ মলিন নকৰে। পৰবো পৰৰ দৰে উদাসীন থাকিব। কিন্তু পৰিস্থিতিয়ে সকলো ওলট-পালট কৰি দিলে। আৰু মাত্ৰ দুই-চাৰি টোপালেই নে? একেবাৰে শাওণৰ ধাৰা! ইয়াক নো কেনেকৈ ভেটা দিযে সাৰদাই? কেনেকৈ কিহেৰে বুধিব?

"সাৰদা!"

এই মাতষাৰতে কিমান আকুতি, কিমান আবেদন! কিন্তু এই কৰুণ মিনতিভৰা মাতষাৰলৈনো সঁহাৰি জনাব কোনে?

"সাৰদা, মোৰ কি দোষ? মোৰ ওপৰত বিৰূপ হৈছা কিয়? মোৰ হিয়াখনো যে চুচুৰি হৈছে বুজা নাইনে তুমি?"

শাওণৰ ধাৰালৈ ধল আহিল। "থ'ক, থ'ক, আৰু মন যোগোৱা মিছা কথাৰ কি প্ৰযোজন? মতা মানুহৰ আক' হিয়া, তাৰ আক' মৰম!"

"সাৰদা, বিশ্বাস কৰা, তোমাৰ দৰে মযো ডেই-পুৰি মৰিছোঁ। তুমি যে মোক বিশ্বাসঘাতক বুলি ভাবিছা, এই কষ্টৰ যে মোৰ পাৰ-কুল নাই।"

"থকাৰ দৰকাৰইবা কি?" সাৰদাই কান্দোন বন্ধ কৰি কঠোৰ হ'বলৈ চেষ্টা কৰিলে, "কাইলৈ তোমাৰ নতুন ফুলশয্যা, নতুন সুখ, আজিনো আক' ইমান দুখ-কষ্টৰ বচন মাতিবলৈ কি হ'ল?"

"সাৰদা, কি কৰিলে তুমি মোক বিশ্বাস কৰিবা কোৱা।"

ৰাসুৱে তেতিয়াও সাৰদাক জোৰেৰে সাৱটি ধৰি আছিল, সাৰদাইনো কেনেকৈ কঠোৰ হৈ থাকিব? তথাপি শেষ চেষ্টা কৰি চালে, "মোৰ বিশ্বাস-অবিশ্বাসেৰে তোমাৰ কিযেইবা লাভালাভ হ'ব? ল'ৰাৰ মাক বুঢ়ীক এৰি এতিয়া আলফুলীয়া ফুলৰ—"

"সাৰদা, তুমি যদি এনে ব্যৱহাৰ কৰা, মোৰ আঁত্মঘাতী হোৱাৰ বাহিৰে আৰু নো উপায় কি?" ৰাসুও কঠোৰ হ'ব পাৰে। সেয়েহে সাৰদাক এৰি দি ক'লে, "ঠিক আছে, ময়ো মাজুখুড়াৰ দৰৱৰ কোঠালৈ যাও' তেন্তে। তাত নতুনকৈ অনা ফেঁটীসাপৰ বিষ আছে। ক'ত থৈছে তাকো জানো। ইয়াৰ পাছত বিধবা হ'লে মোৰ দোষ নধৰিবা যেন।"

বিধবা!

সাৰদাৰ বুকুখন চিৰিংকৈ গ'ল। লাগিলে এশজনী সতিনী লৈ ঘৰ কৰিব সাৰদাই। বিধবা হোবাৰ দৰে অভিশাপ আৰু কিবা আছে নে? কিন্তু ঠিক এই মুহূৰ্তত তাই কযেইবা কি?

"তেন্তে আহিলোঁ মই। এযা এই জনমটোৰ বাবে শেষ দেখাদেখি।" ৰাসু কোঠাৰ দুৱাৰখনৰ ফালে আগুৱাই গ'ল, তাৰ মনতে আশা—সাৰদাই এইবাৰ মুৰ দোঁবাব, আগভেটি ধৰিব, কিন্তু সাৰদা যেন অলৰ-অচৰ।

"ভাবিছিলোঁ তাইক মই চিৰদিনৰ বাবে নিলগেই ৰাখিম, তুমি মোৰ ঘৰ প্ৰাণেশ্বৰী সেই প্ৰাণেশ্বৰীযেই হৈ থাকিবা—" ভোৰভোৰাই খেদ প্ৰকাশ কৰি ৰাসুৱে দুৱাৰৰ ডাঙত হাত দিলে, "কিন্তু তুমি পতিঘাতিনী হৈ নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিলা।"

ৰাসুৱে দুৱাৰডাং খুলি একাষত আওজাই থ'লে।

এইবাৰ সাবদাই উত্তৰ দিলে। কিন্তু এযা নো কেনে কথা। এযে নে প্ৰেম পাগলিনী অবলা বালাৰ ভাষা? সাৰদাই ৰুদ্ধকণ্ঠেৰে ক'লে, "ঘৰৰ ঘৰিণীৰ সৈতে ভাওনাৰ দৰে বিলাপ জুৰিছা কিয়? দুৱাৰডাং খুলি, আগ-পিছ নুগুণি ওলাই গ'লেই বৰ পুৰুষালি কৰা হ'ব নে? তোমাৰ ফেটী-গোমৰ বিহ আছে, মোৰ কিবা কলহ নাইনে?"

"তোমাৰ কলিজা শিলৰ কলিজা সাৰদা। যেতিয়া মাজুখুড়াই মোৰ ডিঙিত গামোচা বান্ধি টানি-আঁজুৰি লৈ গৈছিল তেতিয়া তেওঁৰ আগত গৈ ক'ব নোবাৰিলা কিয় যে 'মোৰো কলহ আছে'। ঠিক আছে, এইবাৰ সকলোৱে চাই লওক, নিজুৰ্ ৰাসুৱে কি কৰিব পাৰে।"

এই ভযানক বীৰৰসৰ ভাও দি ৰাসুৱে দুৱাৰৰ কপাটত ধৰি জোৰেৰে টান মাৰিলে। কিন্তু টান মাৰিযেই বাহিৰৰ পৰিস্থিতিৰ উমান লোৱাত পলম নহ'ল, দুৱাৰৰ বাহিৰত শিকলি লগোবা হৈছে!

এই কাম কোনে কৰিলে? মাজুখুড়ীযেকে?

কিন্তু তেওঁনো এনেবোৰ চুলুংবুধীযা চেঙেলীয়া কাম কৰিবনে? অথচ—আৰু নো কোন হ'ব? ৰাসু যে ভিতৰলৈ আহিল, আন কোনেও দেখাই নাই দেখোন। মাজুখুড়ীযেই দেখোন আজিৰ নাটকৰ নাট্যকাৰ।

"বাহিৰৰপৰা বন্ধ।"

আৰ্ত কণ্ঠস্বৰ কোঠাটোৰ ভিতৰত বিয়পি পৰিল।

"বন্ধ!"

সাৰদাৰ নীৰৱতাও ভংগ হ'ল—বিস্মযত, ভয়ৰ কোবত।

"ওঁ, বন্ধ—" ৰাসুৰ কণ্ঠত ব্যাকুলতা, "এতিয়া উপায? যদি ৰাতি-পুৱালৈকে বন্ধ থাকে? কি হ'ব সাৰদা?"

অকস্মাৎ অদ্ভুত কাণ্ড এটা ঘটিল।

একেবাৰে অভাবিত, অপ্ৰত্যাশিত। সাঁধদাযো কিজানি মুহূৰ্ত্তেনৰ আগতেও এই কাণ্ড কল্পনাও কৰিব নোৱাৰিলেহেঁতেন। তাইৰ কান্দোনত ৰুদ্ধ হৈ অহা কণ্ঠ যে কৌতুকৰ লীলাৰে হঠাৎ সতেজ হৈ উঠিব ভাবিবই নোৱাৰিলেহেঁতেন। সেই হাঁহিৰ শব্দ চেপা হ'লেও ৰহস্যেৰে উদ্ভাসিত।

পিছে সাৰদাৰ প্ৰকৃতিয়ই এনে, অপাৰ দুখৰ মাজতো হাঁহি উঠা কথা শুনাৰ তেই খিলখিলাই হাঁহে। কিন্তু আজিৰ কথা যে সুকীয়া। আজি সাৰদাৰ জীৱন মৰণ সমস্যা। কান্দোনৰ আবেগত তাইৰ কণ্ঠ ৰুদ্ধ হৈ আছিল। তথাপি বাসুৰ এই বিপন্ন বিপৰ্য্যস্ত কণ্ঠস্বৰে তাইক কি যে কৌতুকৰ যোগান দিলে। তাই খিলাখিলাই হাঁহি উঠিল। হাঁহি হাঁহিয়েই ক'লে, "কিটো আৰু হ'ব। চান্দা ভাহা বপুৰাই এতিয়া পৰ-নাৰীৰ সৈতে নিশাটো কটাব লাগিব।"

বাসু হতভম্ব। তেনেহ'লে সাৰদাই ইমান পৰ ছলনা কৰিছিল নেকি? সতিনী হোবাৰ কথাত তাই বৰ দুখ পোৱা নাই নেকি? এই হাঁহি এই ধেমেলীয়া কথা দেখোন দস্তুৰমত আশযৰ কথা! অতএব দুৱাৰ খোলা-নেখোলাৰ কথা লৈ পাছত মূৰ ঘমালেও হ'ব। সদ্যহতে এইফালৰ গড় ৰক্ষা কৰা যাওক।

খুলি থোৱা ডাং আকৌ দুৱাৰত লগোৱা হ'ল।

অনাদৃত পালেঙৰ বিছনাই আকৌ স্পৰ্শৰ উম পোৱা হ'ল।

ওহো, সাৰদাই ইমান সহজতে ধৰা নিদিয়ে। তাই স্বামীক তিনি সইত খুৱাই ল'ব।

"থ'ক থ'ক, মোক ছুব নালাগে, আগতে আই সিংহবাহিনীৰ নামত তিনি সইত খাব লাগিব, মই জীয়াই থাকোঁতে যাতে সৰুজনীক নোছোৱা।"

বাসুৰ বুকুখন কঁপি উঠিল। এই শপত যে অতি মাৰাত্মক। সি ক'লে, "মানে—আই সিংহবাহিনীৰ নামত শপত খোৱাটো ভাল হ'ব জানো?"

"মনত পাপ থাকিলে ভাল নহয়। একমন একপ্ৰাণ হ'লেনো ভয়ৰ কি কথা আছে?"

"তথাপি—আই গোসানী বোলা কথা।"

"ভাল কথা, মই তো তোমাক খোচামাত কৰা নাই এই কথাত। মোক আৰু নুছুলেই হ'ল।"

হে আই সিংহবাহিনী! তোমাৰ গাঁৱৰ আন কোনোবাই এনেহেন ঘোৰ বিপদত পৰিছিলনে? এফালে অপৰাধৰ বোজাৰে দোঁ খাই পৰা আৰু নতুন আশাৰে উদ্বেল ব্যাকুল হৃদয়, আৰু আনফালে এজনী অনমনীয়া পাষাণী!

তেনেহ'লে সেই হাঁহি কাঠ-হাঁহি আছিল নেকি? নিশ্চয় সেয়ে, নহ'লেনো বেছ পৰিপাটীকৈ ল'বাৰ কাষতে শুবলৈ লৈছে কিয় সাৰদাই?

"সাৰদা।"

"আ—ঃ! মোক কিয় জুলাকলা কৰি মাৰিছা কোৱাচোন।" সাৰদাৰ বুকুত পৰম ভৰসা, দুৱাৰত বাহিৰৰ পৰা শিকলি তুলি দিয়া হৈছে, খং উঠিলেও ওলাই যোবাৰ উপায় নাই। কোনগৰাকী গোসানীয়ে যে ৰাসুক সাৰদাৰ ওচৰত বন্দী কৰি থৈ গ'ল এনেকৈ। আই সিংহবাহিনীয়েই নেকি?

"তেনেহ'লে তুমি দয়া নকৰিবা?"

"পতি, গুৰুজন, তুমি আক' দয়াৰ কথা উলিয়াইছা কিয়? ঘৰিণীয়েই হ'ল নিকিনা বান্দী।"

"বাৰু, শপত খা'লা। হ'লনে?"

"ক'তা? ক'ত শপত খালা?"

"মনে মনে খালোঁ।"

"মনে মনে? ওহোঁ, মনৰ কথা বনলৈ যায়। মুখেৰে কোৱা।"

"ভাল বাৰু, কৈছোঁ, তোমাৰ বাহিৰে আন কাকো নোছোওঁ, আই সিংহবাহিনী সাখী।"

"মোৰ বাহিৰে নহয়, মই জীয়াই থাকোঁতে—" সাৰদাই এইকণ অনুগ্ৰহ কৰিলে।

"হ'ল আৰু, কথা একেই। কোন আগতে যাব কোন পাছত যাব ক'ব পাৰিবনে কিবা?"

"মোৰ কোষ্ঠীত লিখা আছে আয়তী হৈয়েই মৰিম।" সাৰদাই আত্ম-প্ৰসাদৰ হাঁহি মাৰিলে, 'কিন্তু মনত ৰাখিবা আই সিংহবাহিনী সাখী থাকিল।"

"থাকিব—থাকিব মনত।"

কিন্তু আছিলনে মনত?

ৰাসুৱে আই সিংহবাহিনীৰ মৰ্য্যাদা ৰক্ষা কৰিব পাৰিছিলনে? মতা মানুহে পাৰেনে? ৰাসুৰ দৰে মেৰুদণ্ডহীন মতা মানুহে?

তথাপি, এনেকুৱা মিছা শপতৰ পলসুৱা বালিৰ ওপৰতেই তো নাৰীয়ে ঘৰ সাজিবলগীয়া হয়।

ভোজৰ বাবে ছানাৰ বড ভজা হৈছে। ভোজৰ ৰান্ধনিশালত মস্ত মস্ত কাঠেৰে চোকা জ্বলাই মিঠাইৰ কাৰিকৰহঁতে ধলপুৱাৰেপৰা বিধে বিধে মিঠাই বনাবলৈ ধৰিছে। প্ৰথমেই বুন্দিয়া ভাজি দ'মাই থৈছে বিৰাট কাঠৰ থালত। এতিয়া ছানাৰ বড ভজা আৰম্ভ হৈছে। প্ৰচুৰ পৰিমাণে নবনালেও নহ'ব, কিয়নো নিমন্ত্ৰিতসকলক টেটুলৈকে পেট পুৰি খুউবাৰ পাছতো ঘৰলৈ লৈ যাবলৈ একোমলাকৈ ছানাৰ মিঠাই দিব লাগিব। আৰু মিঠাই মিষ্ঠলত মাত্ৰ নুঠেই দুবিধৰ।

হুৰমুৰকৈ পতা ভোজ, তাতকৈ বেছি আন একো কৰা সম্ভব নহ'ল। নাইবা সেইষাৰো বৰ ঠিক কথা নহ'ল, মোটামুটি কথা।

আবশ্যক বুলি ভবাহেঁতেন ৰামকালী চাটাৰ্জিয়ে এদিনৰ ভিতৰতে নাটোৰা বা গুপ্তিপাৰাৰপৰা পাকৈত মিঠাইৰ কাৰিকৰ অনাই পাঁচ-সাত বিধৰ মিঠাই এদিনতে তৈয়াৰ কৰোৱা নিতান্ত অসম্ভব নহ'লহেঁতেন তেওঁৰ পক্ষে। কিন্তু তেওঁ আবশ্যক বোধ নকৰিলে।

ৰাসুৰ প্ৰথম বাৰ বিয়াত বিস্তৰ জাকজমক হৈছিল, গাঁৱত এতিয়াও সেই গল্পৰ শেষ হোৱা নাই। মিঠাই বনোৱা কাৰিকৰ আহিছিল নাটোৰৰপৰা, কৃষ্ণনগৰৰপৰা, মুড়োগাছাৰ পৰা। কাঁচাগোল্লা ক্ষীৰমোহন মতিচুৰ সৰভজা ছানাৰ জেলেপি খাজা অমৃতি নিখুঁতি আদিৰে বাৰ-তেৰ বিধৰ মিঠাই বনোৱা হৈছিল। আৰু কথানো কিমান ক'বা! একো একোজনৰ খোৱা পাতত ডাঙৰ ডাঙৰ একো একোটা মলাত ভৰ্তি কৈ মাছৰ তৰকাৰি দি আকৌ তিনি-চাৰিবাৰকৈ সোধন-পোছন। তদুপৰি খোৱাৰ পাদই আছিল বাৰন বিধৰ, বাৰন ব্যঞ্জন নহ'লেনো আৰু কিহৰ জাকজমক?

কুমাৰহঁতক ফৰমাচ দি জোখে-জোখাৰে মলা বনোৱা হৈছিল, অজস্ৰ মলা, সেই মলাতেই উপচি পৰাকৈ মিঠাইৰ 'চাম্দা'। ভোজৰ জেৰ চলিছিল এপমাহ।

সেই কথা এই বিয়াত নুঠে। সেই বিয়াৰ লগত এই বিয়াৰ তুলনা কৰাৰ কোনো অৰ্থ নহয়। আন কাৰোবাৰ ঘৰৰ কথা হ'লে কিজানি ভোজেই নাপাতিলেহেঁতেন, নিতান্ত ৰামকালী চাটাৰ্জিৰ ঘৰৰ কথা বুলিহে ইমান ধুম ধুপাম। পৰিমাণ প্ৰচুৰেই, পিছে মিঠাইহে মাত্ৰ দুবিধৰ, যোল-কুৰি বিধৰ ওচৰাউচৰি ৰন্ধাৰ আয়োজন। ৰান্ধনি বামুণহঁত গা ধুবলৈ গৈছে।

এইখন গাঁৱত ৰামকালীয়েই ৰান্ধনি বামুণঠাকুৰ আনি ভোজ ৰন্ধাৰ প্ৰথা প্ৰৱৰ্তন কৰিছিল। তেওঁ মুৰ্শিদাবাদ অঞ্চলত এই ব্যৱস্থা দেখিছিল। নহ'লে এই গাঁবত চিৰকালেই বিয়াই-সবাহে গাঁৱৰ ব্ৰাহ্মণ-কন্যাহঁতে ৰন্ধনৰ ভাৰ লয়। সেয়া আছিল দস্তুৰমত মান-সম্মানৰ বিষয়। পাকৈত ৰান্ধনি হিচাপে যি সকল জনাজাত তেওঁলোকক বহু খোচামতি কৰি আনব লাগে। ৰান্ধিবলৈ লোবাৰ আগতে 'ভোজান', নতুন কাপোৰ এযোৰ, আয়তী ব্ৰাহ্মণী হ'লে আলতা সেন্দুৰ এইবোৰ দিলেহে ৰান্ধনিশাল সোমাইছিলগৈ।

তথাপি, এই ৰন্ধন-পৰ্বৰেপৰাই বহুতো গদাপৰ্ব, মুষলপৰ্বৰ পাল পৰে। গাঁবত যে এদল দাই ধৰা মানুহ আছে, সিহঁতে 'ভোজ' পাতিলেই দক্ষযজ্ঞ লগোৱাৰ চেলু বিচাৰি ফুৰে। মনান্তৰ, কথান্তৰ, মান-অভিমান —এইবোৰ ভোজৰ অংগ বুলিয়েই ক'ব পাৰি। ৰামকালী এইবোৰ আহ ফলা কথাৰ মাজত নাই। পইচা খৰচ কৰি মানুহ অনাব, কাম কৰাব, বচ হৈ গ'ল। ৰান্ধনি বামুণৰ হাতেৰে খাবলৈ যাৰ আপত্তি, যোৱাগৈ পোনেই বাৰীহঁতৰ ৰান্ধনিশাললৈ। তাত মাছ এচিকটাও ভাগত নপৰিব।

পিছে দুই-চাৰি নিতান্ত নিষ্ঠাপৰায়ণ বুঢ়া-মেথাৰ বাদে 'নহয়-হয়কৈ' সকলোৱেই ৰামকালীৰ ঘৰৰ বিয়াৰ ভোজ খাবলৈ বহে। পাকৈত কাৰিকৰৰ ৰন্ধাৰ হাত, ৰামকালীৰ উদাৰ হাত, আৰু ৰামকালীৰ প্ৰতি সম্মানবোধ— এই ত্ৰিশক্তিৰ আকৰ্ষণত প্ৰায় আটায়েই কুমলি আহে। পইচা যে এই অঞ্চলত আন কাৰো নাই তেনে নহয, কিন্তু ইমান উদাৰ হাত? ইমান বহল মন?

খাঁটি গৰু ঘিঁউৰে সদ্যে তৈয়াৰী ছানাৰ মিঠাই ভজাৰ সুগন্ধেৰে কেৱল ওচৰ-পাজৰৰে নহয়, গোটেই গাঁওখনৰে বতাহ 'ম ম' কৰিছে যেন। ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীহঁতক ঘৰত বন্দী কৰি ৰাখিব নোৱৰা হৈছে অভিভাৱকসকলে।

ভৰিত ৰূপৰ নাল লগোৱা খৰম, গাত মিৰ্জাই-চোলা, পিন্ধনত নেত্ৰ-কোণাৰ ধুতি—সকলো ফালে চোকা দৃষ্টি দি তদাৰকি কৰি ফুৰিছে ৰামকালীযে। কেৱল মিঠাইৰ ওচৰত শিপা গজাদি বহি থাকিবলৈ দিছে বৰদাদা কুঞ্জক। তাতকৈ দায়িত্বপূৰ্ণ কাম কুঞ্জৰ ওপৰত দিব নোৱাৰি।

গুৱালহঁতে দৈৰ ভাৰ নমাই থ'লে। সিহঁতে কেইমোণ দৈৰ যোগান ধৰিলে, থিয়ৈ থিয়ৈ ৰামকালীয়ে তাৰ হিচাপ লৈ আছিল, হঠাৎ নেড়ু আহি কাষতে থিয় হ'লহি। ৰামকালীযে ভ্ৰূক্ষেপ নকৰিলেহেঁতেন। কিন্তু নেড়ু গাৰ একেবাৰে কাষ চাপি থিয় হৈছেহি, তাৰ যেন কিবা বক্তব্য আছে। গুৱালহঁতৰ ওপৰত চকু ৰাখিযেই ৰামকালীযে নেড়ুৰ মুৰত এবাৰ হাত ফুৰাই ক'লে, "কি অ' নেড়ু?"

নেড়ুৱে সভয়ে ইফালে-সিফালে চাই লৈ লাহেকৈ ক'লে, "এবাৰ ভিতৰলৈ যাবলৈ কৈছে।"

"ভিতৰলৈ? কাক?"

"তোমাক।"

"মোক যাবলৈ কৈছে?" ৰামকালীয়ে ভুৰু কোঁচাই ক'লে, "এতিয়া মোক যাবলৈ কৈছে? কোন বলীয়া হ'ল অ'?" তেওঁ আকৌ অগ্ৰাহ্য কৰাৰ ভংগীৰে অনতিদূৰত থিয় হৈ থকা গুৰুলহঁতলৈ মন দিলে, "কিনো কৰ অ' তুষ্টু, এই পাঁচমোণ বাদে আৰু দৈ দিব নোৱাৰিবি। তেনেহ'লে এতিয়া মই কি কৰোঁ? তই ভৰসা দিলি—"

তুষ্টুৱে মূৰ খজুৱাই ক'লে, "দৌতা—ভাৰসা দিছিলোঁ হয়, পিছে আই ভগৱতীহঁতেযে মোক নিভাৰসা কৰিলে। কাল ৰাতি চকু জপাবলৈকে নহ'ল, চৌদিশে যিমান গুৱাল আছে ঘৰে ঘৰে কৈ ফুৰিছোঁ, এয়া সকলোটিয়ে লাগিভা গ যিথিনি দিলে—"

"বুজিলোঁ, পিছে মোৰ কি হ'ব ক'চোন? থিয়ৈ থিয়ৈ মোৰ অপমান হোৱাটোকে বিচাৰ?"

"অসমান!" তুষ্টুৱে বীৰবিক্ৰমেৰে ক'লে, "বোলোঁ এটা ডাঙৰ বিছটা মূৰ কাৰ আছে কবিৰাজ দৌতা, যে আপোনাক অসমানিয় কৰিব?"

"মূৰ এই গাঁৱৰ একোজনৰ এশটাকৈ, বুজিছ তুষ্টু?" ৰামকালীয়ে হাঁহিলে।

আৰু ঠিক তেতিয়াই নেড়ুৱে আকৌ এবাৰ লাহেকৈ মাতিলে, "মাজুখুড়া!"

"হাৰে! ই জ্বলাকলা কৰি মাৰিলে দেখিছোঁ। তোক পঠালে কোনে ক'চোন?"

"পেহী-আইতাই।"

ৰামকালীয়ে বিৰক্ত কণ্ঠেৰে ক'লে, "সেই কথা আৰু ক'ব লাগিছে নে? নহ'লেনো আন কাৰ ইমান—" বোধ হয় 'কাৰ ইমান আকল হ'ব আৰু' বুলি ক'লেহেঁতেন, পিছে সংযত হ'ল। সৰুহঁতৰ আগত গুৰুজন সম্পৰ্কে তাচ্ছিল্যসূচক মন্তব্য কৰাৰ দৰে অসতৰ্ক হোৱা বাবে তেওঁ নিজৰ ওপৰত দস্তুৰমত বিৰক্ত হ'ল। অথচ মোক্ষদাৰ দৰে কাণ্ডজ্ঞানহীন গুৰুজন সম্পৰ্কে সকলো শিষ্টাচাৰ মানি চলাও টান।

অসতৰ্কতা চম্ভালি লৈ ক'লে, "কোৱাগৈ মোৰ এতিয়া ঢেৰ কাম, মই যেতিয়া ভিতৰলৈ যাম তেতিয়া তেওঁৰ ক'বলগীয়াখিনি কয় যেন।"

"তুমি যে এইকথা ক'বা পেহীআইতাই আগতেই জানে, সেইদেখি মোক

কৈ পঠাইছে—" নেড়ুৱে সেপ ঢুকি ক'লে, "এইবুলি ক'গৈ যা পেহীআইতাৰক জহনিয়ে ধৰিছে, বাচে নে মৰে ঠিক নাই, এতিয়াই দৰকাৰ।"

চেলাউঁৰিযোৰ আৰু কোঁচ খাই পৰিল ৰামকালীৰ। পেহীয়েকৰ জহনি বেমাৰ হোৱাৰ দুৰ্ভাবনাৰে নহয়, মাইকী মানুহৰ বিবেচনাহীন ধৃষ্টতা দেখিহে। কাশীশ্বৰীৰ যে কোনো অসুখ হোৱা নাই সেই কথা ধ্ৰুৱ, তথাপি নিৰৰ্থক হাৰাশাস্তি। হয়তো কোনোবা-কুনুবি অভ্যাগত-কুটুম্বিনীহঁতক লৈ কিবা ধৰণৰ সমস্যাৰ উদ্ভৱ হৈছে, আৰু চালিচৰ বাবে ৰামকালীক মতাই পঠাইছে। কিন্তু এতিয়া জানো মতাৰ সময়।

সাতখন গাঁৱৰ মানুহ নিমন্ত্ৰিত হৈছে, এদিনৰ যা-যোগাৰৰ ভোজ ৰামকালীয়ে তেওঁৰ মুৰত পৰ্বত হেন বোজা লৈ ফুৰিছে, আৰু তেতিয়াহে এইবোৰ তিৰিসুলভ চং-ঢং।

আৰু তাতোকৈ বিৰক্তিকৰ, সৰু ল'ৰা এটাক মিছা কথা শিকাই-বুজাই পঠোৱাটো। কিন্তু মোক্ষদাজনী যিহে কেঁচাইখাতী, নেড়ুক ঘূৰাই পঠালে নিৰ্ঘাত নিজেই ৰণচণ্ডী মূৰ্তিৰে বাহিৰ-চোতালতে ওলাবহি আৰু যেন আছে কোন নাই নভৱা-নিচিন্তাকৈয়েই গালি পাৰিবলৈ ধৰিব। ক'ব, 'পইচাৰ ডেমাকত গুৰু-গোসাঁই নমনা হ'লি ৰামকালী, গুৰুজন বুলিও অলপ ভয়-ভীত কৰিবাব বুইছ—।" ওঁ, এনে ধৰণৰ কথা মোক্ষদাই স্বচ্ছন্দে কৈ দিব পাৰিব, দ্বিধা নকৰিব।

সংসাৰখনৰ এই এজনী মানুহক বলে নোবাৰিলে ৰামকালীযে। পাৰিলেহেঁতেন, অনায়াসে পাৰিলেহেঁতেন, যদি গুৰুজন বুলি ৰামকালীৰ শ্ৰদ্ধাবোধ নাথাকিলহেঁতেন। গুৰুজন হৈয়েই মোক্ষদাই ৰামকালীক জব্দ কৰিব পাৰিছে।

কিন্তু কেৱল গুৰুজন বুলিযেইহে জব্দ হ'লনে ?

ৰামকালী বাৰু আন এজনীৰ ওচৰতো মাজে মাজে জব্দ হৈ থকা নাই জানো ? সেই মানুহজনী নিচেই সামান্য। হয়, ৰামকালীযে ভিতৰি ভিতৰি স্বীকাৰ নকৰি নোৱাৰে, কেতিয়াবা কেতিয়াবা তেওঁ সত্যৱতীৰ ওচৰতো জব্দ হ'বলগীয়া হয়, হাৰ মানিবলগা হয়। কিন্তু সেই বুলি আমনি পায়নে তেওঁ ?

"অ' মাজুখুড়া।" ল'ৰাটোও কম নহয়। সেয়েহে ৰামকালীৰ ঘোপা চকু দেখিও সি ভয়তে আঁতৰি নগ'ল, সুধিলে, "পেহী-আইতাই তোমাক মনে মনে মাতি লৈ যাবলৈ ক'লে, বৰ বিপদ !"

উস্! ই দেখিছোঁ বৰ মস্কিল কৰিলে।

"বিপদ হওঁতে মোৰেইহে' হ'ল দেখিছোঁ !" এই বুলি কৈ ৰামকালীযে ক'লে, "তুমি, দৈ আটাইখিনি ভিতৰত নি থৈ আহাঁগৈ, আৰু আন কাৰোবাৰ ঘৰত পাঁচ দহ-সেৰমান পোৱানেকি চেষ্টা কৰি চোৱা—।"

"পোবাহেঁতেন দোতা মই নিজেই—" তন্দুবে মুৰ খজুৱাই খজুৱাই অলপ ধৃষ্টতা কৰি ক'লে, "পিছে কি বোলে—তোমাৰ এই পাঁচমোণেই কিবা বৰ কমনে দোতা ? আৰু বৰ বোপাৰ প্ৰথম বিয়া তো নহয় যে—"

ৰামকালীয়ে ভ্ৰূভংগী কৰিযেই মিচিককৰে হাঁহিলে, "কথাষাৰ হও'তে তই গুৱালৰ পুতেকৰ দৰেই কৈছ হয়, প্ৰথম বিয়া নহয় বুলি মিতিৰ-কুটুমক হেঁপাহ পলুবাই নুখুৱাম—কেনে কথা ? বাৰু, তই দৈখিনি ভালকৈ থৈ দেগৈ যা, মই এতিয়াই আকৌ আহিছোঁ।"

নেড়ুক লৈ ৰামকালী ভিতৰ-ঘৰলৈ গ'ল, মাজত প্ৰকাণ্ড চোতালখন পাৰ হৈ। এই চোতালখনতে ধানৰ ভঁৰাল, মৰণা মৰা ঠাই, বছৰটোৰ খৰিকাঠৰ চাং, চালিৰ তলত মাটিৰ প্ৰকাণ্ড প্ৰকাণ্ড কলহত কঠীয়া-ধান।

নেড়ু দিগ্বিজয়ীৰ দৰে আহি কাশীশ্বৰীৰ কোঠাৰ দুৱাৰমুখত থিয় হ'লহি, কিয়নো ৰামকালীক মাতি অনাৰ দ'গিত্ব আন কোনেও ল'বলৈ মান্তি হোৱা নাছিল। আৰ্নাক সত্যাযো দাং খাই উঠি ক'লে, "এযা অলপ আগতে পেহীআইতাক পুখুৰীবপৰা গা ধুই অহা দেখিলোঁ, এতিয়াই নো আক' কি বেমাৰে ধৰিলে যে দেউতাক কামৰ জুমুৰিৰ মাজৰপৰা মাতি আনিবলৈ যাব লাগিব ? মানুহজনৰ এতিয়া দেখোন ক'লৈ যাও' গোপাল ক'লৈ যাও' কৰপাল লাগ আছে। ঘৰত দেখোন যনীৰ বঁড়ি আছেই, নোখোৱা কিয় ?"

"তই ওলা ইয়াৰপৰা শগাহী হাৰামজাদী—" এই বুলি কৈ মোক্ষদাই নেড়ুক ধৰিছিল।

কিন্তু নেড়ুহঁতে গৃহিণীহঁতৰ কোঠাত সোমাব নোবাৰে, হুকুম নাই, সেযেহে "অ আইতা—" বুলি মাত লগাই থিয় দি থাকিল। চাপৰ দুৱাৰ, ৰামকালীয়ে খৰমযোৰ খুলি থৈ মুৰ দোঁবাই কোঠাৰ ভিতৰত সোমাল। আৰু আগৰ সকলো কথা পাহৰি 'তই গ'লিনে ইয়াৰপৰা কুলক্ষণীয়া' বুলি কৈ নেড়ুক তাৰপৰা উলিযাই পঠালে।

ৰামকালীয়ে কাশীশ্বৰীক উকা-শাড়ীৰ আঁচল মুখৰ ওপৰত দি মজিয়াত শুই থকা দেখা পালে। এযানো কি দেখিছে তেওঁ! নিশ্চয় কিবা মান-অভিমানৰ কথা! আৰ্মনি লাগিল, তথাপি শান্তভাৱে ক'লে, "কথা নো কি ?"

"কথা অতি উত্তম—" চেপা মাতেৰে মোক্ষদাই এইকণ জ্ঞান দান কৰি আগতকৈয়ো চেপা মাতেৰে ক'লে, "দুৱাৰখন জপাই দিয়া, তেহে শুনিবলৈ পাবা।"

ৰামকালীয়ে এবাৰ বাহিৰলৈ চাই পঠিয়ালে। শুচিবায়ুগ্ৰস্ত মোক্ষদাহঁতৰ এইপিনেহে হাই-উৰুমি নাই, আন সকলো ফালে মানুহৰ খদমদম, ইয়াৰে মাজত ঘৰৰ দুৱাৰ জপাই গুপ্তমন্ত্ৰণা। ৰামকালী বলিয়া হোৱা নাই নহয়!

গম্ভীৰ মাতেৰে ক'লে, "দুৱাৰ মেল খাই থাকক, কি ক'বলগীয়া আছে কোৱাঁ।"

কিন্তু ক'বলগীয়া আৰু কিবা আছেনে? এতিয়া কোনখন মুখেৰেনো ক'ব? অথচ ইমান ভয়ানক কথা এটা ৰামকালীক নকৈনো কি কৰে এই অগিয়ান মানুহ দুজনীয়ে? তেওঁলোকৰ হিতাহিত জ্ঞান আৰু কিবা অৱশিষ্ট আছেনে? মোক্ষদাৰ আৰু কাশীশ্বৰীৰ! শংকৰী যে কাশীশ্বৰীৰ নাতি-বোৱাৰী!

ভয়ংকৰ খবৰটোৱে এতিযাও পাঁচকাণ বাগৰা নাই, এতিযাও সংসাৰৰ সকলোৱেই নিজা নিজা কামত ককবকনি খাই আছে, কিন্তু সেযানো আৰু কিমানপৰ? অহুকাণে-পহুকাণে সদাঁৰি হৈ পৰিবই। তাৰ পাছত? একাণৰ পৰা পাঁচকাণ, তাৰ পাছত মুহূর্ততে সহস্র কাণ। খোৰি ঘৰৰ চুবুৰিত জুই লগাও যি, এজনী বাঁৰী মানুহৰ কলংক-কেলেংকাৰি ওলোৱাও সি। এখন ঘৰৰপৰা সিখন ঘৰ, ইখন মুখৰপৰা সিখন মুখ। এই নাটেশৰী কচমীজনীয়ে ডিঙিত কলহ বান্ধি ডুবি মৰিবলৈ আৰু দিন-খেণ বিচাৰি নাপালে!

যদি পানীত ডুবি মৰিছে, ভালৰেই কথা।

কিন্তু যদিহে আন কিবা কৰিলে!

কাশীশ্বৰীৰ ধাৰণা সেযে। সেযেহে তেওঁ মুখখন আঁচলেৰে ঢাকি পৰি আছে। আৰু এতিযা তেওঁ মৰ্মে মৰ্মে অনুভৱ কৰিছে, কিয সেই সৰ্বনাশীক খুড়াক-খুড়ীযেকেও ঘৰত ঠাই দিযা নাছিল, উপযাচক হৈ কাশীশ্বৰীৰ ডিঙিত আঁৰি থৈ গৈছিল। হায হায, নাপিত-বোৱাৰীযে যেতিযা কথাৰ লাচতে কৈছিল, তেতিযাই দেখোন তেওঁ গম পাইছিল, তেনেহ'লেনো এই অভাগিনীৰ জীযেকক তেওঁ দুৱাৰত তলা লগাই বন্ধ কৰি নথলে কিয! মিতিৰ-কুটুম-হঁতৰ কোনোবাই সুধিলে—শংকৰীৰ মূৰৰ গণ্ডগোল যেন পাওঁ, সেই দেখি থৈ আহিবলৈ সাহস নকৰিলে—এই বুলি কৈ দিলেই লেঠা ছিগিলহেঁতেন।

মোক্ষদাই কিন্তু পানীত ডুবি মৰাৰ কথাতে জোৰ দিলে, "ৰাতি কেতিযা যে উঠি গৈ এই কাম কৰিলে গমকে নাপালোঁ ৰামকালী, ৰাতিপুৱাও ভাবিলোঁ তাই গা ধুবলৈ নাইবা ক'ৰবালৈ গৈছে বোধ হয। বেলা হ'লত মূৰত বজ্ৰ পৰিল। মোৰ থিৰ বিশ্বাস এই কপালখাতী বৰপুখুৰীতে ডুবি মৰিল। এতিযাই জাল পেলালে—"

"নহ'ব!" ৰামকালীয়ে গহীন কণ্ঠেৰে ক'লে, "জাল নেপেলাওঁ।"

"জাল নেপেলাবা!" মোক্ষদাই যন্ত্ৰৱৎ উচ্চাৰণ কৰিলে।

"ওহোঁ, মই ইমানবোৰ নিমন্ত্ৰিত লোকৰ খোৱা-লোৱা পণ্ড কৰিব নোৱাৰোঁ।"

মোক্ষদাই তেওঁৰ স্বভাৱ-বিৰুদ্ধ কোমল মাতেৰে ক'লে, "কিন্তু এটা জীয়ৰ জীৱনতকৈও ভোজটোহে তোমাৰ বিচাৰত ডাঙৰ হ'লনে ?"

"কেৱল মোৰ বিচাৰতে নহয়, যিকোনো বুদ্ধিমান লোকৰ বিচাৰত।" ৰামকালীযে ঘৰটোৰ ভিতৰতে টহল দি থাকিল, "তোমালোকে কোৱামতে ৰাতিপুৱাৰেপৰাই দেখা পোৱা নাই। ধৰিব ল'ব লাগিব, কামটো যদি হৈছে ৰাতিৰ পৰতেহে কৰা হৈছে। এতিয়া জাল পেলালে জীবটো জীয়ন্তে উঠি আহিব বুলি ভাবানে ?"

মোক্ষদা মনে মনে থাকিল উপযুক্ত উত্তৰ বিচাৰি নাপাই। আৰু কাশীশ্বৰীযে হুকহুকাই কান্দিবলৈ ধৰিলে।

"মনে মনে থাকা। নিমন্ত্ৰিতসকলে খোৱা-লোৱাৰ আগতে একো নোলায যেন। যদি ডুবিলেই তাই, তাহি নুঠালৈকে পানীৰ তলতে থাকিবলৈ দিয়া। ডুবিছেই যদি তাহি উঠিবই লাগিব, নদী নহয় যে উটি যাবগৈ। কিন্তু—" পায়চাৰী বন্ধ কৰি ৰামকালী কাশীশ্বৰীৰ কাষ চাপি আহিল আৰু সামান্য দোঁ খাই চেপা গম্ভীৰ মাতেৰে ক'লে, "আৰু যদি ডুবি মৰা নাই, মিছামিছিকৈ জাল পেলোৱাৰ পাছত সমাজত অৱস্থা কি হ'ব ভাবি চাইছানে ? ঘৰৰ বোৱাৰী-জীয়াৰীক শাসনত ৰখাৰ ক্ষমতা নাযেই যেতিয়া, তোমালোকৰ নিজা নিজা জিভাকে শাসনত ৰাখা।"

হঠাৎ কাশীশ্বৰীযে হুৰাওৰাৰে কান্দি উঠিল, 'অ' ৰামকালী, তুমি মোক অকণমান বিহ আনি দিয়া বোপা, এইখন মুখ মই আৰু লোকৰ আগত উলিযাব নোৱাৰিম।"

"মনে মনে থাকাচোন।" ৰামকালীযে মুদুকৈ ডাবি মাৰিলে, "বিপদ কালত মতি স্থিৰে ৰাখিব লাগে। মোক ভাবিবলৈ সময় দিয়া। কিন্তু মই এই কথাতহে আচৰিত মানিছোঁ—তেওঁ বোলে তোমালোকৰ লগত শুইছিল, অথচ দুজনী মানুহৰ এজনীয়েও গমকে নাপালা ?"

"আমাক মৰ-টোপনিয়ে মাৰি থৈছিল বোপাই—" কাশীশ্বৰী আকো উচুপিবলৈ ধৰিলে।

"পেহী, হাতযোৰ কৰি কৈছোঁ, হৈ-চৈখন নকৰিবা। লাগিলে সকলোটিক এইধৰণে কৈ দিয়া যে তেওঁৰ খুড়াকৰ টান নৰিয়াৰ বাতৰি পাই তেওঁক চাবলৈ হঠাৎ গুচি গ'ল।"

"মানুহে ঘাঁহৰ গুটি নাখায় নহয় ৰামকালী—' মোক্ষদা নিজৰ ভাব-ভংগীলৈ ঘুৰি আহিল, "তাই মৰতীয়ে কালি মাজনিশালৈকে সকলোটিৰে সৈতে বহি পাচলি কুটিছিল দেখোন—"

"আচৰিত কাণ্ড!" ৰামকালীয়ে আকো পায়চাৰী কৰি কৰি ক'বলৈ ধৰিলে, "কিয় এনে হ'ল, তোমালোকে কিবা অনুমান কৰিব পাৰিছানে ?"

কাশীশ্বৰীয়ে তেওঁৰ মুখৰ সোপাটো আৰু টানকৈ মাৰি দি ক'লে, "মই পাৰিছোঁ ৰামকালী। তাইৰ মতি-গতি মুঠেই ভাল নাছিল। গাভৰু বয়সলৈকে আছিল খুড়াকৰ ঘৰত, মাক-বাপেক নাছিল যে তাইক ভাল শিক্ষা-দীক্ষা দিব, কন্ধ-পৰাজনীয়ে বহি বহি উছন হোবাৰ বুদ্ধিহে বুদ্ধি কৰিছিল। মই থিৰে-নিচচয়ে কৈছোঁ ৰামকালী, তাই পানীত ডুবি মৰা নাই, আমাৰ মুখতহে ছাই সানিলে।"

কোঠাটো চাপৰ ঘোপ মৰা। থিৰিকী প্ৰায় নথকাৰ নিচিনাই, তথাপি ৰামকালীৰ টিকটিকীয়া ৰঙা মুখখন আৰু কিমান টিকটিকীয়া হৈ উঠিছে, মোক্ষদাই তাৰ উমান পালে। এই মুখখনৰ পৰা জুই ওলাইছে যেন। উদণ্ড মোক্ষদাযো ভয খাই গ'ল। কিবা এষাৰ ক'বলৈ লৈও বৈ দিলে।

আৰু ঠিক এনেতে দুৱাৰমুখত বৰ কাহ বাজি উঠিল।

একেবাৰে কণতাল মৰা কাহ। "বোলো অ' আইতাহঁত, কাটোৱাৰ বোৱাৰীনো ক'লৈ গ'ল? পাণ-তামোল সাজি দিবলৈ তেওঁক যে টেঁটু ফালি মাতিছে—অৰু তোমালোক বাই-ভনীয়ে এই ভৰ দুপৰলৈকে যে মেল মাৰি আছা—সিপিনে যে সকলো চালামৰ দুৱাৰে গ'ল জানিছা নে নাই? গা ধুই আহি আক' যে শোবাকোঠা পাইছাহি? বোলোঁ—আৰু এবাৰ গা ধোবাৰ বাসনা আছে নেকি? থাকে থাকক বাসনা তোমালোকৰ, বোৱাৰীক তুৰন্তে পঠিয়াই দিয়া।"

কোঠাৰ ভিতৰলৈ অহাৰ অনুমতি নাই সেযেহে বাহিৰত থিয হৈয়েই সত্যই বাক্যস্ৰোত বোৱাই দিয়ে। তাত তৌতিযা তাইৰ দেউতাকৰ উপস্থিতি সম্ভৱ হ'ব পাৰে বুলি কল্পনাও কৰিব নোৱাৰে তাই। ওখ ভেটিৰ ঘৰ, দুৱাৰমুখত থিয হৈ সৰু ল'ৰা-ছোৱালীয়ে ভিতৰফাল স্পষ্টকৈ দেখা নাপায়।

মোক্ষদাই বিনা বাক্যব্যয়ে দুৱাৰডলিত থিয হ'লহি, গতিকে তেওঁ ঘৰতে আছে। সত্যই আমনিলগা মাতেৰে ক'লে, "বোলোঁ কি হ'ল, মুখত মাত-কথা নাই যে? কাটোৱাৰ বোৱাৰী ক'লৈ গ'ল নোকোৱা কেলেই? পুখুৰী-ঘাটৰপৰা আৰম্ভ কৰি সাত পৰগণা মাৰি আহিলোঁ—"

হঠাৎ মোক্ষদা আঁতৰি গ'ল—

আৰু মোক্ষদাৰ ঠাইত আবিৰ্ভূত হ'ল ৰামকালীৰ মূৰ্তি।

দেউতা!

সত্য বজ্ৰাহত।

দেউতা! ইয়াত! আৰু সত্যৰ মুখ মেল খালে! ছি ছি! কিন্তু দেউতা ইয়াত কিয়? তেনেহ'লে কাটোৱাৰ বোৱাৰীৰ নিৰ্ঘাত কিবা এটা বেমাৰ-চেমাৰ হৈছে, সেইআইতাহঁত কাটোৱাৰ বোৱাৰীক লৈ অথন্তৰত পৰিছে। ছি ছি, ইপিনে এই কাণ্ড আৰু সত্যই পাণ-তামোল সজাবলৈ

তাগিদা দিব'ল আহিছিল। দেউতাই কি ক'ব তাইক? সতাই যে ঘৰখনৰ কোনো খা-খবৰ নাৰাখে সেই কথাই প্ৰমাণ হ'ব।

বেচেৰীযে মুখত সোপা দি মনে মনে থিয় হৈ ৰ'ল। আজি আৰু তাই মানসিক চাঞ্চল্য নিবাৰণ কৰিবলৈ সদায় কৰা দৰে শাড়ীৰ আঁচল চোবাব নোবাৰিব, পিন্ধনত উৎসব উপলক্ষ্যে তাইৰ বিয়াত পোৱা এখন গধুৰ বালুচৰী পাটৰ কাপোৰ।

ৰামকালীযে মোক্ষদা আৰু কাশীশ্বৰীক সৰু সৰুকৈ ক'লে, "স্বাভাৱিক-ভাবে যাৰ যি কাম কৰি থাকা, মিছাতে ঘৰত সোমাই থকাৰ দৰকাৰ নাই।" তাৰ পাছত তেওঁ কোঠা এৰি ওলাই আহিল। ওলাই অহাৰ পাছত লঘু পৰিহাস সুৰেৰে জীয়েকক ক'লে, "ঈঃ! বৰ ধুনপেচ মাৰি ওলাইছ দেখোন।"

কথাষাৰ মিছা নহয়। মাথোঁ বালুচৰী পাটৰ শাড়ীৰেই নহয়, তেওঁৰ জীয়েকক ভুবনেশ্বৰীযে আজি আ-অলংকাৰেৰে চকুত লগাকৈ সজালে। সত্যৰ বয়ত গহনা-পাতি থৰে-বথৰেই পাইছিল, পিছে পিন্ধোতো কেতিয়া? দেউতাকৰ কথত লাজ পাই হাঁহি মৰি দোৱালে তাই। এইবাৰ ৰামকালী আগৰ প্ৰসংগলৈ ঘূৰি আহিল, "ভাগিন-বোৱাৰীক কোনে মাতিছে?"

ভাগিন-বোৱাৰী বোলাতে আপাততঃ শংকৰীকেই বুজোৱা হ'ল। সতাই দেউতাকৰ কথাত নহয়, কণ্ঠস্বৰ শুনি থতমত খালে, অসহায় অসহায় দৃষ্টিৰে চাই ক'লে, 'সেই তেওঁলোকে, সকলে এপাচি পাণ-তামোল লৈ থুৰিয়া-তামোল সাজিব'লৈ নেছে।"

'তেওঁলোকক কোৱাগৈ যে তেওঁ আজি আৰু থুৰিয়া-তামোল সাজিব নোৱাৰিব।" হঠাতে ৰামকালীৰ অসহায় যেন লাগিল। সেয়েহে তেওঁ তৎক্ষণাৎ ক'লে, "বাৰু থাকক, তুমি এতিয়া আৰু সেইফাললৈ নাযাবা, থুৰিয়া-তামোল যিসকলে সাজি আছে সাজি থাকক।'

কথা পাতি পাতি এখোজ দুখোজকৈ ৰামকালী ঘাই ঘৰৰ পিছ ফালত ঢেঁকীঘৰৰ ফালে ইতিমধ্যে আগুৱাই গৈছে। সতাই সেই কথালৈ মনেই নকৰিলে, তাই ম্লান মুখেৰে সুধিলে, "দেউতা, কাটোৱাৰ বোৱাৰীৰ বেমাৰ বৰ টানেই নেকি?'

'বেমাৰ? কোনে ক'লে?" ৰামকালী উচপ খাই উঠিল। কিন্তু পাছ মুহূৰ্ততে নিজকে সংযত কৰি ল'লে আৰু গম্ভীৰভাৱে ক'লে, "শুনা, তেওঁক মিছামিছিকৈ বিচাৰি নুফুৰিবা। বেমাৰ-চেমাৰ একো হোৱা নাই তেওঁৰ, তেওঁ হঠাৎ নোহোৱা হ'ল।"

আচৰিত কাণ্ড, এই কথাটো ৰামকালীয়ে কিয় কৈ দিলে?

অলপ আগতে জানো তেওঁ এই সংবাদ আন কাৰো ওচৰত প্ৰকাশ নকৰিবলৈ সিদ্ধান্ত লৈছিল? আন কাৰো ওচৰতে নকৰিলেহেঁতেন চাগে, আনকি ভুৱনেশ্বৰীয়ে সোধাহেঁতেনো 'তেওঁক নামাতিবা' বুলিয়েই কৈ থলেহেঁতেন কিজানি। কিন্তু সত্যৰ এই উজ্জ্বল বিশ্বস্ত ডাঙৰ চকুযুৰিৰ আগত সত্যক গোপন কৰা টান হৈ পৰিল। আৰু ৰামকালীৰ চিন্তাক্লিষ্ট মুখলৈ চাই এতিয়াও তেওঁ এই ন'বছৰীয়া ছোৱালীজনীৰ ওচৰত চিন্তাৰ ভাগ ল'বলৈ আশ্ৰয় বিচৰা যেন লাগিল।

কিন্তু সত্যৰ তিমানতে 'হৈ গ'ল'। নোহোৱা হ'ল? গোট মানুহ এজনী নোহোৱা হৈ গ'ল! তাকো আকৌ মাইকী মানুহ! মতা মানুহ নহয় যে খোজকাঢ়ি ক'ৰবালৈ গুচি গ'ল। মাইকী মানুহক বিচাৰি নোপোৱাৰ অৰ্থ হ'ল নিৰ্ঘাত বৰপুখুৰীৰ ফটফটীয়া পানী। অবশ্যে এই জ্ঞান সাৰদাক উপলক্ষ্য কৰি সদ্যহতেহে হৈছে সত্যৰ। সেয়েহে তাই উচপ খাই উঠি ক'লে, "নোহোৱা হ'ল? হা মোৰ কপাল—এই ভয়তে বৰ বোৱাৰীক শিকলি তুলি বন্ধ কৰি থলোঁ, আৰু কাটোৱাৰ বোৱাৰীযে এই কাম কৰিলে! হে ভগৱান! মই দুয়োজনীকে শিকলি নলগালোঁ কিয়?"

"বৰ বোৱাৰীক শিকলি দি বন্ধ কৰি থৈছিলা?" আচৰিত হৈ ৰামকালীয়ে প্ৰশ্ন কৰিলে।

"নিদিয়া হ'লে—" সত্যই উদ্দীপ্ত কণ্ঠেৰে ক'লে, "নিচিন্তে টোপনি মাৰিব পাৰিনে? চালপীৰাৰ ওপৰত চালপীৰা দি কিমান কাণ্ড কৰিহে শিকলিডাল চুকি পাইছিলোঁ। ৰাতিপুৱা মাক কৈ-মেলি খোলাইছিলোঁ। হে হৰি—কাটোৱাৰ বোৱাৰীকো যদি—" কৈয়েই সত্যই কণ্ঠস্বৰ সলনি কৰিলে, কৰুণ ৰসৰ সলনি বীৰ ৰসৰ অৱতাৰণা কৰি ক'লে, "য'ক, বেচেৰীযে মৰি শান্তি পালে। মানুহজনী এদিন মাত্ৰ পুখুৰীঘাটৰপৰা উভতি আহোঁতে দেৰি হ'ল, লক্ষ্মীৰ থানত চাকি জ্বলাব নোৱাৰিলে—তাতেনো কত গঞ্জনা, কত কেটেৰা-জেঙেৰা! এজনী মানুহ, তাইকনো দহজনীয়ে আগুৰি ধৰি কেঁকোৰা-চেপন দিব পাযনে? বৰ পেহীআইতাজনীও জানো কম! গালি-শপনি পাৰিও হেঁপাহ নপলাল। ই-স্মান বাক্যযন্ত্ৰণা ভুঞ্জিলে পাষাণ প্ৰতিমা হ'লেও পানীলৈ জঁাপ মাৰি দিব।"

ৰামকালীয়ে ক্ৰমাত ৰহস্যৰ কিবা শৃংসূত্ৰ পালে যেন। সুধিলে "গালি-শপনি কেতিয়া পৰা হৈছিল?"

"এইয়া—যোৱা কালিৰ কথাহে। অৱশ্যে কাটোৱাৰ বোৱাৰীৰো দোষ নথকা নহয়, আছিল, ঘাটলৈ গৈছা—পানী একলহ লৈ গুচি আহাঁ, গধূলিলৈ ঘাটত বহি থকাৰ কি দৰকাৰ? পিছে হয়, এওঁলোকৰো যে লঘু পাপত গুৰুদণ্ড! ফলতে বাঁৰী হ'ল, তাইৰ মনপ্ৰাণত সুখ বুলিবলৈ কিবা জানো

আছে ? ঘাটত দুদণ্ড আছিলেই যেনিবা বহি, তাৰ বাবে ইস্মা-ন কেটেৰ-জেণ্ডেৰ ! এই জহৰ দিনত বগৰী নো আক' ক'ত পায় ? আটাইবোৰ বগৰী গছেই দেখোন এতিয়া লঠঙা, তেও কয়—বোলে ঘাটলৈ যোবাৰ অছিলাত বগৰী খাবলৈ গৈছিলি বগৰীখাতী, আৰু কত কি—" ইমানলৈকে কৈয়েই সত্যই নিৰাশাৰ নিঃশ্বাস এৰিলে, "মই সেইবোৰৰ অৰ্থ যেই নাজানো দেউতা।"

ৰহস্য ক্ৰমাত ওলাবলৈ ধৰিলে।

কালি গধূলিত ৰামকালীয়ে ঘাটত যিজনী নাৰীমূৰ্তি দেখিছিল, সেই মূৰ্তি তেন্তে সাৰদাৰ নাছিল, কাশীশ্বৰীৰ নাতি-বোৱাৰীৰহে। তেঁতিয়া তাই আত্মঘাতী হোবাৰ চেষ্টা কৰিছিল তেন্তে।

এবাৰৰ চেষ্টাত নোবাৰিলে, সেয়ে আকৌ দ্বিতীয়বাৰ। কিন্তু এঠাইত খোকোজা লাগিল, গালি-শপনি তাৰ পাছতহে কৰা হৈছিল। আৰু সত্যবতীয়ে কোবা 'বগৰীখাতী' শব্দটো। সেইটো বোধ হয় 'বাগৰখাতী' বুলি পৰা গালি। সত্যই ঠিকমতে অনুধাবন কৰিব পৰা নাছিল। যি কথাষাৰ শুনি ইমান চিন্তাৰ মাজতো তেওঁৰ হাঁহি উঠিছিল।

কাশীশ্বৰীয়েও সেই একেটা সন্দেহ ব্যক্ত কৰিছিল।

ৰামকালী চাটাৰ্জিৰ পৰিয়ালতো এনেকুবা এটা ঘটনা ঘটা সম্ভৱ !

ৰামকালীয়ে ভয়ানক যাতনা অনুভৱ কৰিবলৈ ধৰিলে। নহয়, শংকৰীৰ অপঘাত মৃত্যুৰ কথা ভাবি নহয়, চাটাৰ্জি পৰিয়ালৰ সম্ভ্ৰম নষ্ট হোবা বাবেও নহয়, যন্ত্ৰণা অনুভব কৰিলে নিজৰ ত্ৰুটিৰ কথা ভাবি। তেওঁৰ আৰু সাবধান হোবা উচিত আছিল, যথেষ্ট পৰিমাণে সাবধান। এজনী নিচেই নগণ্য মাইকী মানুহে ৰামকালীৰ ক্ষমতাৰ তুচ্ছতাক ব্যংগ কৰি গুচি গ'ল ! তাইৰ এই ধৃষ্টতা ক্ষমাৰ অযোগ্য।

হঠাৎ অনুভৱ কৰিলে, সত্য পিছ পৰি গৈছে। পিছফালে মূৰ ঘূৰাই থমক খাই বৈ দিলে। হঠাৎ সত্যৱতী এঠাইত থিয় হৈ নিশব্দে কান্দিবলৈ ধৰিছে।

ৰামকালী পিছুৰাই আহিল। গহীন মাতেৰে ক'লে, "কান্দিব নালাগে।"

"দেউতা !" এতিয়া আৰু নিশব্দে নহয়, সত্যই সশব্দে হুৰাওবাৰে কান্দিবলৈ ধৰিলে, "সকলো দোষ মোৰেই। কাটোৱাৰ বোৱাৰীয়ে দিনে-নিশাই কৈছিল 'মৰিলে শান্তি পাও', মই তেঁতিয়াই তোমাক কোৱাহেঁতেন কিবা এটা প্ৰতিকাৰ হ'লহেঁতেন। তেঁতিয়া ভাবিছিলোঁ এইবোৰ বেবেৰিবাং কথা, দেশজোৰা মাইকী মানুহেই তো দিনে-নিশাই 'মৰণ মৰণ' কৰেই—তেনেকুৱা। কাটোৱাৰ বোৱাৰী সঁচাসঁচিকৈয়ে মৰিলে ! মাক নাই দেউতাক নাই ভায়েক নাই, গিৰিয়েক-পুতেক কোনো নাই মানুহজনীৰ, কেৱল গালি-শপনি খাই খাই অপঘাতে মৰিল। তুমি আগতে গম পোৱাহেঁতেন—"

সত্যাই হুকহুকাই কান্দিবলৈ ধৰিলে।

ৰামকালী হঠাৎ তড়িতাহত হৈ স্তব্ধ হৈ গ'ল নেকি? নহ'লেনো তেওঁৰ মুখৰ আকৃতি হঠাতে ইমান আচৰিতভাবে সলনি হৈ গ'ল কেনেকৈ? যি ভ্ৰূকুটিৰে তেওঁ এজনী নিচেই নগণ্য মাইকী মানুহৰ ধৃষ্টতালৈ চাই পঠিয়াইছিল, সেই ভ্ৰূকুটি নোহোৱা হ'ল কিয়?

তেওঁৰ ইমান সময় জোৰা চিন্তাধাৰা হঠাতে একেটা খুন্দাতে খানবান হৈ গ'লনে?

"নাকান্দিবা, নাকান্দিবা—' বুলি কৈ তেওঁ লাহে-ধীৰে চণ্ডীমণ্ডপৰ ফাললৈ গুচি গ'ল। গৈ থিয় হ'ল মিঠাই-বনোৱা চালিৰ তলত, য'ত কুঞ্জই চালপীৰাত বহি বেৰৰ ফালে মুকৈ এমলামান ছানাৰ বড় লৈ তপতে তপত চাকি চাইছে।

ৰামকালীয়ে ক'লে, "ককাইদেউ, মই এতিয়াই এবাৰ ওলাই যাম, তুমি নিমন্ত্ৰিত আলহীসকলৰ যাতে কোনো অমৰ্যাদা নহয় চাবা।"

"ম্—মই!" কুঞ্জৰ ডিঙিত মিঠায়ে সোপা মাৰি ধৰিলে।

"ওঁ, তুমি। নহয়নো কেলেই? তুমি ডাঙৰ।"

ওঁ, ৰামকালী ওলাবই লাগিব। মাছমৰীয়াহঁতৰ ঘৰে ঘৰে কবগৈ লাগিব, পুখুৰীত আৰু এবাৰ জাল পেলাব লাগিব। ঘৰত ভোজ পাতিছে, সন্দেহ কৰিবলগীয়া একো নাই।

ভাবিব, মাছৰ নাটনি হৈছে।

পিছে ৰামকালীয়ে অনুভব কৰিছে, এয়া নিৰৰ্থক প্ৰচেষ্টা। পশ্বীৰৰীৰ নাতি-বোৱাৰীয়েক অকল নিজে ডুবি মৰা নাই।

সংসাৰখনকো ডুবালে।

এই সংসাৰত তেনেহ'লে ৰামকালীয়ে এইবাৰ কাৰোবাৰ নিৰ্দেশৰ ওপৰত নিৰ্ভৰ কৰিব নেকি? তেওঁ নিজৰ ওপৰত আস্থা হেৰুবাই পেলাইছে নেকি? নহ'লে যিজনী নগণ্য প্ৰাণীক 'প্ৰাণীমাত্ৰ' ভাবি তাইৰ ওপৰত বিৰক্ত হৈছিল—তাইৰ ধৃষ্টতাৰ পৰিমাণ দেখি তাইলৈ অন্য দৃষ্টিৰে চাইছে কিয়? তাইৰো কিবাকিবি ন্যায্য প্ৰাপ্য আছিল বুলি ভাবিছে কিয় তেওঁ?

সেয়েহে ৰামকালীয়ে উপদেষ্টাৰ প্ৰয়োজন অনুভব কৰিছে।

"হেৰ বোপাইহঁত, অলপ খৰকৈ খোজ ল', তাগিদ আছে।"

পালকিৰ ভিতৰৰপৰা মুখ উলিয়াই ৰামকালীয়ে আৰু এবাৰ তাগাদা দিলে। মধ্যাহ্নৰ ভিতৰত গৈ পাব নোৱাৰিলে বিদ্যাৰত্ন ডাঙৰীয়াৰ সৈতে সাক্ষাৎ নহ'ব। প্ৰাতঃসন্ধ্যা সমাপন কৰি বিদ্যাৰত্ন ডাঙৰীয়া গংগাস্নানলৈ ওলাই যায়, যিডোখৰ ঠাই বিদ্যাৰত্নৰ আবাসস্থানৰপৰা অন্ততঃপক্ষে তিনি ক্ৰোশ দূৰত। যাতায়াতত এই ছয় ক্ৰোশ বাটকুৰি বাই নিত্যস্নানপৰ্ব সমাধা কৰি তেওঁ গ্ৰহ-বিগ্ৰহৰ ভোগ দিবলৈ পুনৰ বিগ্ৰহ-গৃহলৈ সোমায়গৈ। তাৰ পাছত প্ৰসাদগ্ৰহণ, তাৰ পাছত আকৌ কিছু সময়ৰ বিশ্ৰাম। এই মধ্যবৰ্তী সময়ছোৱাত তেওঁ কাৰো সৈতে সাক্ষাৎ নকৰে। গতিকে তেওঁক লগ পাবলৈ হ'লে সেই গংগাস্নান সমাপন কৰাৰ পাছ মুহূৰ্তত নাইবা অপৰাহ্নত।

কিন্তু ৰামকালীয়ে অপৰাহ্নলৈকে বৈ থাকিব নোৱাৰে—প্ৰয়োজন অতি জৰুৰী। জীৱনত যেতিয়াই কোনো আউললগা সমস্যাৰ সমাধানৰ জৰুৰী প্ৰয়োজন উপস্থিত হয়, ৰামকালী তেতিয়াই বিদ্যাৰত্নৰ হাউলিলৈ আহে। অৱশ্যে তেনেকুৱা প্ৰয়োজন জীৱনতো কাচিৎহে দেখা দিয়ে।

সেই তেতিয়া এবাৰ প্ৰয়োজন উপস্থিত হৈছিল নিবাৰণ চৌধুৰীৰ মাকৰ গংগাযাত্ৰাৰ কথাত। তেৰনব্বৈ বছৰীয়া বুঢ়ীয়ে সজ্ঞানে গংগাযাত্ৰা কৰি ল, আৰু যাত্ৰাৰ নিৰ্দেশ দিছিল ৰামকালীয়েই। কিন্তু বুঢ়ীয়ে যেন ৰামকালীৰ বিদ্যাবুদ্ধিক উপলুঙা কৰি পাঁচ দিন ধৰি গংগাতীৰৰ বায়ু সেৱন কৰি পুনৰ তজবজীয়া হৈ উঠিল।

তাৰ পাছত বুঢ়ীয়ে আবদাৰ কৰিবলৈ ধৰিলে, 'মোক তহঁতে ঘৰলৈ লৈ ব'ল'। দেহাত শক্তি আছে, বয়সৰ ভাৰত মন অবুজ হৈছে। নিবাৰণ চৌধুৰী ৰামকালীৰ কাষ চাপিল, "কওক কি বিহিত ?"

তেতিয়া ৰামকালী চিন্তাত পৰিছিল।

গংগাযাত্ৰী মৃতকক পুনৰ ঘৰলৈ ওভোতাই লৈ গ'লে সংসাৰৰ মহা অমংগল, ঘৰত তো সদায়হতে সুমুৱাবই নোৱাৰি। বৰ বেছি ঢেঁকীশাল বা গোহালিত নি থ'ব পাৰি। কিন্তু নিবাৰণ চৌধুৰীৰ মনোভাৱলৈ চাই বুজা গৈছিল যে তেওঁ সেইখিনি কৰিবলৈকো ইচ্ছুক নহয়। তেওঁ ল'ৰা-ছোৱালী লৈ ঘৰ কৰে, সংসাৰখনৰ ইমান ডাঙৰ অমংগল মাতি আনিবলৈ সাহস

গোটাব পৰা নাই। সেযেহে, তেওঁ বাৰে বাৰে কবিৰাজ মহাশয়ৰপৰা বিধি-বিধান ল'ব খুজিছিল।

তেনেতে ৰামকালী বিদ্যাৰত্নৰ কাষ চাপিছিল। আহি প্ৰশ্ন কৰিছিল, "বিদ্যাৰত্ন ডাঙৰীযা, কওক—শাস্ত্ৰ ডাঙৰ নে মাতৃমৰ্য্যাদা ডাঙৰ ?"

আজি আন এটা প্ৰশ্নৰ সমাধান বিচাৰি কাষ চাপিবগৈ। অৱশ্যে সদ্যহতে বিজুলীগতিৰে গৈ পোৱাৰহে প্ৰশ্ন। মাজত এখন গাঁও পাৰ হৈ তেহে দেবীপুৰ। বিদ্যাৰত্নৰ গাঁও।

দোলাৰপৰা আৰু এবাৰলৈ মূৰ উলিযাই দুলীযাহঁতক তাগিদ দিবলৈ গৈ বৈ দিলে ৰামকালী, থাকক, ইমান বিচলিত হোৱাৰ আবশ্যক নাই, সিহঁতে ঠিকেই গৈ পাবগৈ।

ৰামকালীযে বিচলিত হোবাটো ঘৃণা কৰে। তথাপি, অস্বীকাৰ কৰি লাভ নাই, ভিতৰি ভিতৰি আজি তেওঁ অলপ বিচলিত। ৰামকালী কোনোবা-খিনিত পৰাজিত হৈছে যেন, সেই পৰাজযৰ সূক্ষ্ম অপমানৰ জ্বালা-যন্ত্ৰণাই তেওঁক দহিছে।

কিন্তু ৰামকালীৰ মাজত এই পৰাজযৰ গ্লানি কিয ? সংসাৰৰ এজনী বুদ্ধিহীনা ছোবালীযে যদি কিবা অঘটন ঘটায, তাত নো ৰামকালী পৰাজিত হ'ব কিয ?

ঘোঁৰাত উঠি অহাহেঁতেন ইমানপৰে পালেগৈহেঁতেন, কিন্তু কোনোবা বযোজ্যেষ্ঠ অথবা গুৰুস্থানীয়ৰ আগতে পৰাপক্ষত ৰামকালী ঘোঁৰাত নুঠে। সেযেহে দোলাত ওলাইছে। ওলাই আহিছে মনে মনে। মাছমৰীযাহঁতৰ জাল পেলোবাৰ সামান্য তদাৰক কৰিযেই। অলপ বেছি মাছ ধৰা পৰে যদি, পৰক। খাদ্যবস্তু কেঁতিযাও বেছি নহয। মাছমৰীযাহঁতে এতিযা যেনেদৰে কাম কৰি আছে কৰি থাকক, ৰামকালীৰ অনুপস্থিতিৰ গম নোপোৱাই ভাল। গম পালেই কামত গাফিলতি কৰিব। কাৰোবাৰ ওপৰত ভৰসা কৰিব পাৰি জানো ?

খুড়াদেউ আছে—সৰু খুড়া। কিন্তু তেওঁক কিবা কাম-বনৰ দাযিত্ব দিলেও বিপদ। কিযনো তেওঁৰ মতে ডকা-হকা ডাবি-হুকি চিঞৰ-বাখৰ আৰু সকলোকে নিৰ্বিচাৰে হুমিউৰাটোৱেই পুৰুষৰ প্ৰধান গুণ। আৰু বয়সস্থ হ'লেও তেওঁৰ পৌৰুষৰ পৰিমাণ যে তিলমানো কমা নাই, সেই কথাৰ প্ৰমাণ দাখিল কৰিবলৈকো তেওঁ সদা-তৎপৰ। সেয়েহে তেওঁক কৰ্তৃত্বৰ ভাৰ দিযাৰ অৰ্থই হ'ল বিপদ মাতি অনা।

আৰু কুঞ্জ ? কুঞ্জৰ কথা কোৱাৰো অযোগ্য। মিঠাই-ঘৰৰ এচুকত হাতেমুখে ৰস সনা এমোকোৰা ছানাৰ বডেৰে কুঞ্জৰ তেতিযাৰ চেহাৰা চকুৰ

আগত ভাহি উঠিল। তেতিয়া ৰামকালীৰ মন বিৰক্তিৰে ভৰি পৰিছিল, এতিয়া হঠাৎ মৰমসনা অনুকম্পাৰে মনটো সেমেকি উঠিল।

যিজন মানুহে নিজ পুত্ৰৰ বিয়াৰ ভোজৰ মিঠাই লুকাই-চুৰকৈ খায়, তেওঁৰ ওপৰত অনুকম্পাৰ বাহিৰে আৰু নো কি ভাব বিকশিত হ'ব? ইহঁতৰ ওপৰত বাৰু খং কৰিব পাৰিবনে?

আচৰিত কথা, ৰাসুটোও একেবাৰে তাৰ বাপেকৰ দৰেই অপদাৰ্থ। ভৱিষ্যতলৈ চালে আশাৰ পোহৰ চকুত নপৰে। কিন্তু তাৰ বাবে ৰামকালীৰ মনত হতাশাও নাই—তেওঁ আপোন শক্তিত বিশ্বাসী, আপোন কেন্দ্ৰত অটুট অবিচল।

সিহঁতৰ কথা ৰামকালীয়ে তেওঁৰ চিন্তাৰ জগতত ঠাই নিদিয়ে, কিন্তু সত্যইহে তেওঁক মাজে মাজে চিন্তাৰ চাকনৈযাত পেলায। কেবল সেই এখন ভয়ংকৰ সৰল মুখৰপৰা উচ্চাৰিত ভয়ংকৰ জটিল প্ৰশ্নবোৰেই যে ৰামকালীক চিন্তিত কৰি তোলে তেনে নহয, চিন্তিত কৰি তোলে সত্যৱতীৰ ভৱিষ্যৎ সম্পৰ্কেও। সংসাৰখনে সত্যবতীক বুজি পাবনে?

ৰামকালী দোলাৰপৰা নামিল।

নামিলে বিদ্যাৰত্নৰ মাটীৰ কুটীৰৰপৰা অলপ আতৰত। সেয়েই সভ্যতা, সেয়েই গুৰুজনৰ সম্ভ্ৰম ৰক্ষা। গুৰুজনৰ চকুৰ আগতে গাড়ি দোলা আদিৰপৰা নমাটো অবিনয়।

মাটিৰ ঘৰ দালান বাৰান্ডা, বাৰাণ্ডাৰ তলৰ চোতালত অঁকা চিত্ৰৰ দৰে জেওৰাৰে আগুৰা সৰু ফুলনি। বিদ্যাৰত্নই নিজ হাতে কৰা ফুলনি, নিজ হাতে দিযা জেওৰাৰ বেৰা। টগৰ দোপাটী নাৰ্জি মল্লিকা ৰক্তজবা কৰবী গধুলি-গোপাল,—বিধে বিধে গছ, গোটেই বছৰটোবেই ফুলেৰে জাতিষ্কাৰ। তাৰোপৰি, বেৰাৰ কাষতে তুলসীৰ জোপা। গংগাস্নানৰ পাছত পূজাৰ আগতে এবাৰকৈ গছ-গছনিবিলাকৰ তদাৰকি কৰাটো বিদ্যাৰত্নৰ অভ্যাস। ভৰিত খৰম, পিন্ধনত নিজ হাতে কটা সূতাৰ চুৰিয়া আৰু চেলেং—পিতলৰ ঝাৰাত পানী লৈ গছ-গছনিবিলাকৰ গুৰিত পানী দি আছিল বিদ্যাৰত্নই। ৰ'দত ৰামকালীৰ ছায়া পৰাৰ লগে লগে তেওঁ মুৰ দাঙি চালে।

বিদ্যাৰত্নই হুৰমুৰকৈ সম্ভাষণ নকৰিলে, হঠাৎ আবিৰ্ভূত হোৱাৰ কাৰণে বিস্ময় প্ৰকাশো নকৰিলে, ৰামকালীৰ প্ৰণাম শেষ হ'লত তেওঁৰ মুৰত হাত দি মাথোঁ ক'লে:

"আহা, দীৰ্ঘায়ু হোৱা।"

শান্ত সৌম্য মুখ, মিঠা বৰণীয়া চুটি-চাপৰ চেহাৰা, মুৰৰ চুলিকোচা

ধকধককৰে বগা, কিন্তু আটিল মুখত বলিৰেখাৰ আভাস মাথোঁনো নাই। সহজে বিশ্বাস কৰা টান—বিদ্যাৰত্ন ডাঙৰীয়াৰ বয়সে আশীৰ ডেওনা চুইছেগৈ। জকমকীয়া সুসজ্জিত দাঁত দুপাৰিৰ শুভ্ৰ হাঁহিখিনিয়েও বিশ্বাস কৰাত বাধা জন্মায়।

বাৰাণ্ডাৰ ওপৰত দুই-তিনিখন চালপীৰা, কাষতে ভেটিৰ ওপৰত ঘটিত পানী। ভৰি ধুই বাৰান্ডালৈ উঠি আহি চালপীৰা এখনত বহিল ৰামকালী, বিনম্ৰ হাঁহিৰে ক'লে:

"আপোনাৰ আহ্নিকৰ বেলা হ'লেই যেন পাওঁ।"

"হয়, হ'ল।" বিদ্যাৰত্নই প্ৰশ্ৰয়ৰ হাঁহি মাৰি ক'লে, "কিবা ক'বা নেকি—যদিহে ক'বলগীয়া আছে।"

ক'বলগীয়া নিশ্চয়েই আছে নহ'লে এই সময়ত ব্যস্ত হৈ আহিব কিয়?

ৰামকালীয়ে আৰু পাতান নেমেলি, মুৰ দাঙি পোনেই পৰিষ্কাৰ কণ্ঠেৰে ক'লে, "পণ্ডিত মহাশয় আজি আকৌ এটি প্ৰশ্নৰ উত্তৰ বিচাৰি আপোনাৰ হাউলিত ভৰি দিছোহি। কওক মানুহ ডাঙৰ নে বংশমৰ্য্যাদাৰ অহংকাৰ ডাঙৰ?"

ঠিক এই একেটা সময়তে এজনী সৰু ছোৱালীয়ে সেই একে ধৰণৰ এটা প্ৰশ্ন কৰিছিল আন কাৰোবাক নহয়, নিজৰ মনকে: 'বাৰু এই কথাও কওঁ—মানুহেই ডাঙৰ নে তোমালোকৰ খং-ৰাগেই ডাঙৰ হ'ল?'

কি আচৰিত, মনে আচাৰত কথা। দেখদেখকৈ এজনী মানুহ নোহোৱা হ'ল তেও গৃহিণীহঁতে সত্যক ৰঙা চকু দেখুৱাইছে, "খবৰ্দাৰ! একেবাৰে মুখ নেমেলিবি কোনেও, যদি কাৰোবাৰ কাণত পৰে তহঁতৰ আটাইকে থেতালি পেলাম।"

বেছ, ভাল কথা, তোমালোকৰ জিদেই বজায় থাকক, তোমালোকে খণ্ডতে পেট কাটি শুকীয়াত ছাঁহি নিওক। বাৰু।

সিফালে বিদ্যাৰত্নই ৰামকালীক কৈছিল, "কাল-সমুদ্ৰৰ মাজত এজন মানুহৰ জীৱন-মৰণ সুখ দুখৰ কোনো অৰ্থ নাই ৰামকালী, সাগৰত বুদবুদ সদৃশ। কুলত্যাগিনী বোৱাৰীৰ বিচাৰ লোৱাৰ আৱশ্যক নাই।"

"কিন্তু সমাজৰ আগত কিবা এটা কৈফিয়ৎ দিব লাগিব তো।"

"বিটো সত্য তাক সাহসৰে সৈতে ক'বা। সত্যক স্পষ্টকৈ ক'ব পাৰিব লাগিব। সেয়েই ধৰ্ম। সেই বিপথগামিনীক তুমি তো আৰু গৃহত ঠাই নিদিবা! ভাবি লোৱা, তাইৰ মৃত্যু ঘটিছে।"

"কিন্তু পণ্ডিত মহাশয়, মই এইটো কথা ভাবিবই পৰা নাই যে—মোৰ ঘৰৰ কথা লৈ অন্যে আলোচনা কৰিব।"

"ৰামকালী, তোমাৰ শৰীৰত এটা দুষ্টব্যাধি হোবা অসম্ভৱ নহয়, যদি হয়েই, কি কৰিবা? বিধাতাৰ বিধান মানি ল'বই লাগিব। তদুপৰি, এনেহেন কিবা এটা ঘটনাৰ প্ৰয়োজনো আছিল কিজানি। হয়তো তোমাৰ ভিতৰত কোনোবাখিনিত অলপ অহমিকাৰ সৃষ্টি হৈছিল—"

"অহমিকা! পণ্ডিত মহাশয়, 'অহম' মানে—'মই'ৰ প্ৰতি মৰ্য্যাদা থকাটো জানো ভুল? অন্যায়?"

"এইটোৱেই বৰ আউলীয়া অৱস্থা ৰামকালী, আত্মমৰ্য্যাদাবোধ আৰু অহমিকাবোধ—এই দুটা দেখাত যঁজা ভাই-ককাইৰ দৰে, প্ৰায় একেই সূক্ষ্ম আত্মবিচাৰৰ দ্বাৰা ইহঁতৰ পাৰ্থক্য বুজিব পাৰি। তদুপৰি তুমি হ'লা ব্ৰাহ্মণ! ৰজোগুণ তোমাৰ কাৰণে নহয়। কিন্তু আজি তোমাৰ চিত্ত চঞ্চল, তুমি এতিয়া সন্তপ্ত ব্যস্তও, এতেকে এইবোৰ আলোচনা আজি বাদ দিয়া।"

ৰামকালীয়ে কেই মুহূৰ্তমান তলমূৰ হৈ মাটিলৈ চাই চাই কিবা যেন ভাবিলে। তাৰ পাছত হঠাৎ মূৰ দাঙি বাধ্যন্ঠ কণ্ঠেৰে ক'লে, "উত্তম, আপোনাৰ নিৰ্দেশ মূৰ পাতি ল'লোঁ!"

বিদ্যাৰত্নৰ পদধূলি লৈ ওলাই আহি ৰামকালী দোলাত উঠিল। ওভতোঁতে দুলীয়াহঁতক তাগিদ দিয়াৰ কথা আৰু মনলৈ নাহিল। বিদ্যাৰত্নৰ এটা কথাই তেওঁক বিশেষকৈ জোকাৰি গৈছে। বিদ্যাৰত্নই ক'লে, "তুমি ব্ৰাহ্মণ, ৰজোগুণ তোমাৰ বাবে নহয়।"

কিন্তু সেই কথা সঁচা জানো?

ব্ৰাহ্মণৰ গাত তেজ নাথাকিব?

থাকিব কেৱল ৰজোগুণ-বিহীন স্তিমিত শান্তি?

উভতি আহি দেখা পালে লোকে লোকাৰণ্য তেওঁৰ গৃহ। নিমন্ত্ৰিত সকলৰ প্ৰায় আটায়েই আহিছে। ভোজৰ উপকৰণো প্ৰস্তুত। কেৱল ৰামকালীৰ অনুপস্থিত হেতুকে পাত পাৰি খাবলৈ দিয়াৰ ব্যৱস্থাহে ঠিকমতে হৈ উঠা নাই, সকলোৱে মিলি অনাবশ্যক হৈ চৈ কৰি আছে।

এনে এক ভৰপক সময়তে দূৰৈৰপৰা পৰিচিত দোলাৰ, দুলীয়াসকলৰ হুমহুমনিৰ শব্দ ভাহি আহিল। সকলো অধীৰ হৈ উঠিল—'আহি গ'ল আহি গ'ল' বুলি চিঞৰ ধৰিলে। সকলোৱেই ভাবিছিল যে কোনোবা ৰোগীৰ জীৱন-মৰণৰ সংবাদ পাই ৰামকালী কবিৰাজে বাধ্যত পৰি এনে সময়ত ওলাই যাবলগীয়া হৈছে। কুঞ্জয়ো সেই কথা কৈ থৈছিল।

ভিতৰ-মহলত তিৰোতাসকলৰ মাজত শংকৰী সম্পৰ্কে বুদ্বুদ বা বা আৰম্ভ হৈ গৈছিল। কিন্তু বাহিৰ মহল সম্পূৰ্ণ নিশ্চিন্ত।

ৰামকালী দোলাৰপৰা নামি অহাৰ লগে লগেই বয়োজ্যেষ্ঠ অতিথি-অভ্যাগতসকল হুৰমুৰকৈ আগুৱাই আহিল, "বেমাৰ কাৰ ৰামকালী— ! কোনখন গাঁৱত ? কোনোবা এজনে বোলে দেবীপুৰৰ ফালে দোলা গৈ থকা দেখা পাইছিল, তাতেই কাৰোবাৰ—"

"নহয়, কাৰোবাৰ বেমাৰৰ সম্বাদ পাই মই যোৱা নাছিলোঁ—" ৰামকালীয়ে এবাৰ মানুহেৰে ঠাহ খাই পৰা আঠচুকীয়া ঘৰটোৰ সকলোতে চকু ফুৰাই চাই ল'লে, তাৰ পাছত অলপমান ৰৈ ক'লে, "মই অন্য প্ৰয়োজনত ওলাই গৈছিলোঁ, সেই প্ৰযোজনৰ কথা আপোনাসবক ক'ম। যদিও আপোনাসৱ এতিয়াও অভুক্ত আৰু ক্ষুধাৰ্ত, মোৰ এই কথা শুনাৰ পাছত আপোনাসবৰ মনোভাব কেনেকুৱা হ'ব তাকো যদিও ভাবি পৰা নাই, তথাপি আহাৰাদিৰ আগতেই কথাষাৰ ব্যক্ত কৰা উচিত বুলি ভাবিছোঁ মই। আপোনাসবে মোক ক'বলৈ অনুমতি দিয়ক।"

নিতাল মৰা নিমন্ত্ৰিতসকলৰ মাজত ৰামকালীৰ গহীন-গম্ভীৰ মাত গমগমাই উঠিল। এক অজান আশংকাৰে বহুতৰে বুকু ধপধপাবলৈ ধৰিলে।

কুঞ্জ হঠাৎ পিছ হুঁহকিবলৈ গৈ ধুলিৰ ওপৰতে বহি পৰিল। ৰাসু আছিল মানুহৰ জুমটোৰ পিছফালে, সি অবাক দৃষ্টিৰে খুড়াকৰ ৰঙা হৈ পৰা গৌৰবৰ্ণ মুখখনলৈ চাই থাকিল। নিমন্ত্ৰিতসকলো হতবাক, কি হ'ল কোনেও নাজানে, ধাৰণাও কৰিব নোৱাৰে। আহাৰ্য্য বস্তুত কোনো অনাচাৰ স্পৰ্শদোষ ঘটিছে নে ? কিন্তু তাকো ন-দি ক'ব নোৱাৰি। ৰামকালীৰ হঠাৎ ওলাই যোৱাৰ প্ৰশ্নটোকো উলাই কৰিব নোৱাৰি।

তেনেহ'লে—হঠাৎ ৰামকালীৰ কোনোবা গিয়াতিৰ মৃত্যু হ'লনেকি ? এই বিৰাট ভোজৰ অন্ন অশৌচান্ন হ'ল ? সেই সংবাদ পায়েই ৰামকালী । কিন্তু ৰামকালী ইমানেই অবাচীননে যে এই ভয়ংকৰ মুহূৰ্তত সেই তথ্য প্ৰকাশ কৰিব তেওঁ ? মৃত্যু সংবাদ কাণেৰে নুশুনিলে অশৌচ নহয়, তেওঁ নিজে আঁতৰ হৈ থাকোহেঁতেন এই অন্ন অশৌচান্ন নহ'লহেঁতেন। কথাত বোলে—এনেবোৰ ক্ষেত্ৰত ঘৰৰ বাহী শ ক'থাৰে ঢাকিঢুকি থৈও মানুহে দিন-উদ্ধাৰ কৰে। তেন্তে ? ৰামকালীয়ে যে তেওঁৰ বক্তব্য জ্ঞাপনাৰ্থে সমজুৱাৰপৰা অনুমতি খুজিছিল, সেই কথালৈ কোনেও আৰু মনেই নকৰিলে। ৰামকালীয়ে আকৌ সোঁৱৰাই দিলে।

"তেনেহ'লে—আপোনাসবে মোক অনুমতি দিলে।"

"হয় হয়, নিশ্চয় নিশ্চয়। তোমাৰ যি ক'বলগা আছে কোৱাঁ।"

"তেনেহ'লে শুনক—কালি ৰাতি মোৰ পৰিয়ালভুক্ত এজনী বিধবা বোৱাৰীয়ে গৃহত্যাগ কৰিলে।"

কি ! কি ! কি !

হঠাৎ ভয়ংকৰ ধুমুহা উঠিল। বৰদৈচিলাৰ উথল-পাথল ধুমুহা নহয়, যেনিবা এক আদিম অৰণ্যৰ ৰুদ্ধশ্বাস গুজৰি-গুমৰি উঠিল। সেই শ্বাস মাথোঁ সমবেত কণ্ঠৰ সেই আহত বিস্ময়ৰ প্ৰচণ্ড ধ্বনি।

ৰামকালীয়ে অভুক্ত ক্ষুধাৰ্ত নিমন্ত্ৰিত অতিথিসকলৰ বাবে ইমান সময় ধৰি এই বজ্ৰকল্প অস্ত্ৰপাটহে ধৰাইছিল নেকি ?

প্ৰচণ্ড ধুমুহাৰ ধ্বনিৰে ৰামকালীৰ কথাৰ শেষে অংশ তল পৰিছিল, আকৌ এবাৰ সেই স্বৰ গুমগুমাই উঠিল।

"এতিয়া—এই অপৰাধত আপোনাসৱে মোক ত্যাগ কৰে নে কি, সেই কথা আপোনাসৱেই স্থিৰ কৰক।"

ৰামকালীয়ে যেন বক্তৃতামঞ্চত থিয় হৈ বক্তৃতাহে দিবলৈ ধৰিছে, এনেহেন ধীৰ-স্থিৰ সমন্বিত সেই মূৰ্তি।

এওঁক ত্যাগ!

সম্ভব জানো ?

কিন্তু অসম্ভবেইবা কিয় ?

সমাজ বোলা কথা!

নিবাৰণ চৌধুৰীৰ মোমায়েক গাঁঠলি বিপিন লাহিড়ীয়ে এখন চালপীৰা টানি আনি তাৰ ওপৰত থিয় হৈ দাঁত কৰ্চি ক'লে, "তিয়াগ কৰা-নকৰাৰ কথা নহয়, ভৱিষ্যতত যি বিচাৰ হয় হ'ব। কিন্তু বৰ্তমানে আজি আমি আৰু ইয়াত খোৱা-পাতত তো বহিব নোৱাৰো, ৰামকালী।"

ৰামকালীয়ে হাতযোৰ কৰি গম্ভীৰ কণ্ঠেৰে ক'লে, "মই অনুৰোধ কৰি কাকো কষ্ট দিবলৈ নিবিচাৰোঁ, পিছে মই ইয়াকে কৈ থওঁ, মই সেই মতিভ্ৰষ্টা ছোৱালীজনীক মৃত বুলিযেই গণ্য কৰিম। মানুহৰ সমাজৰ পৰা তাইৰ মৃত্যু হ'ল। আহাৰাদিৰ পূৰ্বতে এই কথা নিবেদন কৰিবলগা হোৱাত মই অতিশয় দুখ পাইছো, কিন্তু মোৰ বিবেকৰ ওচৰত এয়েই কৰ্তব্য বুলি ভাবিলোঁ।"

বিপিন লাহিড়ীয়ে মনতে মুখ ভেঙুচাই ক'লে ঃ এঁ—এঃ! কওঁইবা বুলি ভাবিলোঁ! আমাৰ যুধিষ্ঠিৰ আহিল এওঁ! ভোজৰ খোৱা পণ্ড কৰি ভালৰি বোলাবলৈ আহিছ! ভালে পায় ভালক জাবৰে পায় খালক, তযো খালতে পৰিবি চাবি।

বিপিন লাহিড়ীৰ দুচকু চলচলীয়া হৈ আহিছিল। তথাপি তেওঁ ধৈৰ্য্যৰে ক'লে ঃ

"মোৰ ধাৰণা ৰামকালী, সম্বাদটো এতিয়া গোপন কৰি ৰখাটোহে উচিত আছিল তোমাৰ।"

"কথাটো মযো নভবাকৈ থকা নাছিলোঁ।" ৰামকালীযে আকৌ এবাৰ সকলোটিৰ ফালে চকু ফুৰাই লৈ ক'লে, "কিন্তু পাছত মই মন বান্ধিলোঁ। ভাবি ভাবি স্থিৰ কৰিলোঁ, সকলো কথা শুনি, ইমান ডাঙৰ কলংক সত্ত্বেও যদি আপোনাসবে মোক ত্যাগ নকৰে, তেনেহ'লে তাক পৰম ভাগ্য বুলি মানিম। আৰু যদি ত্যাগ কৰেই, সেই শাস্তি মূৰ পাতি ল'ম।"

এইবোলি আৰু ধুমুহা নুঠিল, উঠিল গুনগুনানিহে।

সেই ধ্বনি ক্ৰমাত স্পষ্ট হৈ উঠিল।

"সঁচা ক'বলৈ হ'লে—এই কথাত তোমাৰনো আৰু কিহৰ খিলিংকাৰ?"

"নাথাকিব কিয়, আছে। মোৰ অন্তঃপুৰ যথাযোগ্যমতে ৰক্ষা কৰাৰ অক্ষমতাযেই মোৰ খিলিংকাৰ, মোৰেই অপৰাধ। মাৰ্জনা ভিক্ষা মই নকৰোঁ, এই অপৰাধৰ মাৰ্জনা নাই, কেৱল মোৰ প্ৰতি থকা আপোনাসবৰ মৰম-চেনেহৰ বাবে হাতযোৰ কৰি প্ৰাৰ্থনা কৰিছোঁ, আপোনাসবে পাছত মোক যি শাস্তি দিযে মূৰ পাতি ল'ম, আজি আপোনাসবে দযা কৰি আহাৰ গ্ৰহণ কৰক।"

আকৌ এবাৰ ধুমুহাই গৰজি উঠিল।

অসন্তোষৰ?

নে উলাহৰ?

বোধ হয উলাহৰেই।

চালপীৰাৰ ওপৰত থিয হৈ থকা গাঁঠলু বিপিন লাহিড়ীৰ মাত শুনা গ'ল ঃ

"বাৰু, আজিলৈ তোমাৰ অনুৰোধ ৰক্ষা কৰটোৱেই আমি থিৰাং কৰিলোঁ।"

ৰামকালী লাহে লাহে তাৰপৰা আঁতৰি গ'ল।

মূৰ দাঙিযেই আঁতৰি গ'ল।

ৰাতিপুৱা নেড়ুৱে সদায নাম-ফলি জোঁটাব লগা হয। পুৱ-চোতালৰ ৰ'দ মধুৰিআম জোপাৰ ঠিক তললৈ নপৰালৈকে নেড়ুৱে সেই দুৰূহ কৰ্মটি কৰি থাকিবই লাগিব, তাক এই নিৰ্দেশ দি থোৱা হৈছে। ঋতুভেদে সীমাৰ অলপ সাল-সলনি হয, এতিযাৰ সীমা এই মধুৰিআমৰ তল।

অবশ্যে তাক আন এটা নিৰ্দেশো দি থোৱা হৈছে।

সেই নিৰ্দেশ হ'ল—তালপাতবিলাক আৰু দোবাত-কলম লৈ বহোঁতে আৰু আখৰ লিখাৰ 'অভ্যাস' কৰাৰ অন্তত সেইবোৰ সামৰি-সুতৰি থানথিত লগাই থওঁতে আই সৰস্বতীক ভক্তিযুক্ত মনেৰে প্ৰণাম কৰিব লাগিব। প্ৰণাম-মন্ত্ৰৰ সৈতে প্ৰাৰ্থনা-মন্ত্ৰও যুক্ত কৰা হৈছে।

দেবীৰ প্ৰসন্নতা লাভৰ উপায় স্বৰূপে বিদ্যাৰ অনুশীলনতকৈ স্তব-স্তুতি প্ৰণাম-প্ৰাৰ্থনাতহে নেড়ুৰ আস্থা অধিক। এতেকে, 'শব্দবোধ'ৰ পাতবোৰ যথাসম্ভব খৰতকীয়াকৈ জপাই থৈ নিশৱদ স্তুতিতে অধিক সময় কটাইছিল। চকু মুদিও বেঁকা চাৰনিৰ কৌশলেৰে মধুৰিআম জোপালৈ দৃষ্টি নিবন্ধ ৰাখি পৰম ভক্তিভৰে তালপাতখিনি কপালত লগাই মন্ত্ৰোচ্চাৰণ কৰিছিল:

ঋং ঋং দেৱী শুভ্ৰবৰ্ণে,
ৰত্নশোভিত কুণ্ডলকৰ্ণে।
কণ্ঠে লম্বিত গজমতি হাৰে,
দেৱী সৰস্বতী বৰ দিয়া মোৰে।
লাগ্ লাগ্ বাণী কণ্ঠে লাগ্—
যাৱজ্জীৱন তাৱৎ থাক,
দুষ্টা সৰস্বতী দুৰ হৈ যা'ক।
মই থাকোঁ গুৰুৰ বশ,
ত্ৰিভুৱন পূৰ্ণ মোৰ যশ।

দেৱী-স্তৱৰ সময়ত নেড়ুৱে কিন্তু ভাবি আছিল দেৱৰ কথা। সূৰ্যদেৱ। আচৰিত কথা! এই নিষ্ঠুৰ সূৰ্যদেৱতাক ইমান আন্তৰিকতাৰে মোমাই বুলি মাতিলেও ভাগিনলৈ তেওঁৰ এধানমান মৰমো নেদেখে নেড়ুৱে। মধুৰিআম জোপাৰ তললৈ আহিবলৈ তেওঁৰ যেন কোনো গৰজেই পৰা নাই। অথচ তেওঁ অলপ কৃপাদৃষ্টিপাত কৰিলেই, কৰা মাত্ৰেই, আজিৰ

দিনটোৰ বাবে জীয়াতু ভুগাৰপৰা নেড়ুৰে মুক্তি পায়। বাৰে বাৰে উৰাই-ঘুৰাই একেটা স্তৰ-স্তুতিকনো কিমান সময় ধৰি আওৰাই থাকিব পাৰি ?

তথাপি নেড়ুৰে কপালৰপৰা কলম-তালপাতখিনি নলৰায়, লগাই ধৰিয়েই থাকে, যেন এইমাত্ৰ লগাইছেহে এনেকুৱা ভংগীৰে।

"খু—ব বিদ্যা আৰ্জিছ দেখিছোঁ। আ হা হা—ল'ৰাটোৰ কেনে যে ভমলা-ভকতি!" সত্যবতীৰ লাওপাত-কচুপাত মুখখন বাজি উঠিল।

নেড়ুৰ বুকুৰ ভিতৰখন কঁপি উঠে।

উস্! এই যিহে ছোৱালী! আৰু কিযে জেৰা কৰিব পাৰে! তথাপি নেড়ুৰে সত্যৰ কথাত অলপো বিচলিত হোবাৰ লক্ষণ প্ৰকাশ নকৰি একেদৰেই চকু মুদি মন্ত্ৰ আওৰাযেই থাকিল।

সত্যৱতীযে খিলখিলাই হাঁহি নেড়ুক ঠেলা এটা মাৰি ক'লে, "এতিযাযে আক' চকু জপাইছ ? ইমানপৰ কি কৰি আছিলি ? হেঁ হেঁ—বাচ্চা! খালী চকু টিপ্‌টিপনি আৰু মধুৰিআমৰ তললৈ চাৱনি, নহয ?"

"আ—ঃ সত্য!" নেড়ুৰে এইবাৰ তালপাত কলম আদি কপালৰপৰা নমাই সযতনে চালপীৰাখনৰ ওপৰত থৈ আমানিলগা মাতেৰে ক'লে, "সেৱা কৰাৰ সময়ত গণ্ডগোল কৰিছ কেলেই ?"

"সেৱা-পূজা তই পুৱাৰেপৰাই দেখোন কৰি আছ! এপৰ বেলা হ'ল, সেই তেতিয়াৰেপৰাই সেবা-পূজা চলি আছে, মই যেন দেখা নাই।"

"ঈ ইঃ! দেখিছ তই!" নেড়ুৰে চোতাললৈ চাই পঠিযালে। ইমান পৰেহে মোমাই সূৰ্যদেৱ সদয হোৱা যেন লাগিল, মোমায়ে মধুৰিআম জোপাৰ ঠিক তললৈ কৃপাকটাক্ষ কৰা যেন পালে। গতিকে তাৰ বুকুত বল পোৱা যেন পালে। সি বুকুডাঠি ক'লে, "হেঁঃ, সেই তেতিযাৰেপৰা কিমান নাম-ফলি জোঁটালোঁ।"

"ক'তা, চাওঁচোন চাওঁ।" এই বুলি কৈয়েই সত্যই তাইৰ হাতখন মুৰত এবাৰ মচি লৈ টপ্‌কৰে আই সৰস্বতীলৈ এটা প্ৰণাম নিবেদন কৰি নেড়ুৰে এইমাত্ৰ থৈ দিযা তালপাত মুঠাত ধৰি টান মাৰি দিলে।

"অ'ই অ'ই—কি কৰিছ তই—কি কৰিছ তই!" শিযঁৰি উঠা নেড়ুৰে ভীষণ শংকিত কণ্ঠেৰে ক'লে, "সত্য! তই যে তালপাতত হাত দিলি ?"

"দিলোঁ কি হ'ল!" নিৰ্ভীক কণ্ঠ সত্যৰ, "মই আই সৰেচতীক সেৱা কৰিহে ছুইছোঁ।"

"সেৱা কৰিলেই হৈ গ'ল, বচ? তই মাইকীমানুহ নহয় জানো? মাইকী মানুহে তালপাতত হাত দিলে কি হয নাজাননে ?"

সত্যই ইতিমধ্যে নেড়ুৰ গোটেই পুৱাবেলাৰ 'শ্ৰমফল' নিৰীক্ষণ কৰিবলৈ ধৰিলে। কোৱা বাহুল্য, মাত্ৰ এখিলা তালপাততহে চিঁয়াহীৰ দাগ আছিল,

বাদবাকী আটাইবোৰেই নিষ্কলুষ নিষ্কলংক। এতেকে আৰু এবাৰ হি হিকৈ হ'হাৰ পাল পৰিল সত্যৰ।

"তই যে নামফলি জোঁটাইছ বুলি যে বৰ ফুটনি মাৰিছিলি, ক'তনো সেইবোৰ অ'? মহীচন্দ্ৰৰ চিঁযাহীৰ সলনি পানীহে ভৰাইছিলি নেকি? সেয়েহে দেখা পোৱা নাই, নহয়?"

সত্যৰ বিদ্ৰূপৰ ভংগী অতি তীক্ষ্ণ, কিয়নো মন্তব্যবোৰ দিয়াৰ লগে লগে চকুৰ সুতীব্ৰ চাৱনি পাৰ্তবিলাকৰ ওপৰত পৰিছেহি আৰু মুখতো তাইৰ কৌতুকৰ জিলিঙনি জলমলাই উঠিছে।

ইমানখিনি সহ্য কৰা টানেই।

নেড়ুৱে একে আজোৰতে নিজা সম্পত্তি কাঢ়ি নি ক্ৰুদ্ধ কণ্ঠেৰে ক'লে, "ভাল—হ'ব যা। মোৰ বিদ্যা নহ'ল তোৰ কি হ'ল? নিজৰ কি হয় চা এতিয়া। আ—ট্টাইকে কৈ দিম তই তালপাতত হাত দিছ বুলি।"

আন কোনোবা হোৱাহেঁতেন আটাইকে কৈ দিয়াৰ ভীতি প্ৰদৰ্শনতে কাবু হৈ পৰিলহেঁতেন আৰু আপোচৰ সুৰত ক'লেহেঁতেন—'বাৰু ভাই—দেখিলোঁ বাৰু—তোৰ লগত—'। ইত্যাদি অভিমানসূচক কথাবোৰ ক'লেই শত্ৰুপক্ষৰ মন সাধাৰণতে কোমলি যায়। কিন্তু সত্যৰ মনোভাব আপোচবিহীন। সেয়েহে ভিতৰি ভিতৰি যিয়েই নহওক লাগিলে, বাহিৰত বিন্দুমাত্ৰ বিচলিত হোৱাৰ ভাব প্ৰকাশ নকৰি একেদৰেই, "কৈ দিয় যদি দিবি, আটায়ে মোৰ কি কৰিব শুনো? নচঁচা শূলত দিবনে কিবা?"

"দিব নে নিদিয়ে চাবি। চালাকি—নহয়?"

"কিয়, ছোৱালীয়ে তালপাতত হাত দিলেনো কি হয়? কলিকতাত দেখোন কিমান ছোৱালীয়ে লিখাপঢ়া কৰে।"

"কৰে—। তোক কৈছে, কৰে। ছোৱালীয়ে লিখা-পঢ়া কৰিলে কাণী হয় যে নাজান নেকি?"

"কেতিয়াও নহয়, মিছা কথা। তয়ে বৰ জনাটো ওলাইছ। যিবোৰে পঢ়িছে লগে লগে কাণী-ভুতুনী হৈছে, নহয়?"

কলিকতা নামৰ নেদেখা সেই দেশখনত, কাচিৎ-কেতিয়াবাহে যিখন দেশৰ নাম কাণত পৰে, তাত সঁচাসঁচিকৈ কোনো মাইকীমানুহে লিখা-পঢ়া কৰেনে নকৰে, আৰু কৰিলেও সিহঁতৰ চকুযুৰি দৃষ্টিশক্তিসম্পন্ন হৈ থাকে নে নাথাকে, এই সম্পৰ্কে যদিও নেড়ুৱে বৰ ভালকৈ একো নাজানে, তথাপি সি তাৰ নিজৰ অভিমত প্ৰতিষ্ঠিত কৰিবলৈ প্ৰাণপণ চেষ্টা কৰিলে, "এতিয়া যদি নাই হোৱা—অহা জনমত হ'বই। এনেয়ে কোৱা নাই মানুহে।"

"অহা জনমত! হি হি হি! সিহঁতৰ অহা জনমটো তই চাই

আহিছ চাগৈ? মই তোক কৈছোঁ নেড়ু—সেইবোৰ একো এটাও নহয়। বিদ্যা হ'ল এটা সজ কাম, সজ কাম কৰিলে পাপ হ'ব কেনেকৈ ?"

লিখাপঢ়াত চোকা নহ'লেও কূটতৰ্কত নেড়ু ওস্তাদ। সেয়েহে সি এটি অকাট্য যুক্তি প্ৰযোগ কৰিলে, "নেৰায়ণ পূজাও তো সজ কাম, ছোৱালীহঁতে কৰেনে কিবা? ছুবও নোৱাৰে দেখোন। ভগবানে কৈ থৈছে যে ভাল ভাল কামবোৰ মতা মানুহে কৰিব আৰু বেয়া বেযা কামবোৰ কৰিব মাইকী মানুহে। বুইছ ?"

"ওঁ, কৈছিলহি—কৈছিলহি ভগবানে তোৰ কাণত ধৰি।" সত্য গেজেনা মাৰি উঠিল, "ভগবান কেতিয়াও তেনেকুৱা এচকুৱা নহয। এইবোৰ কথা মতা মানুহে সজা।"

এই বাচ্যাবাচ্যি বৰ মৃদু স্বৰত হোৱা নাছিল, শব্দত আকৃষ্ট হৈ পুণ্য ওলালহি আৰু কৌতূহলেৰে সৈতে সুধিলে, "মতা মানুহে কি কৰে ঐ?"

সত্যাই তৎক্ষণাৎ মাত কোমলাই ক'লে, "একো নহয়, শাস্তৰৰ কথা কৈ আছিলোঁ।"

শাস্তৰ! পুণ্যাই থাউনি নোপোৱা হ'ল।

হঠাৎ যে কিহৰ বাবে ইযাত শাস্ত্ৰালোচনা আৰম্ভ হ'ল, সেই কথাৰ উমান ল'বলৈ চেষ্টা কৰিলে তাই। ইতিমধ্যে নেড়ুৱে সেই 'কৈ দিয়া'ৰ ভংগীৰে ক'লে, "সত্যাৰ সাহসৰ কথা শুনিবা পুইন্‌ন পেহী? তাই তালপাতত হাত দিলে, আক' কয, 'দিলোঁ যদি কি হ'ল'!"

তালপাতত হাত! পুণ্য তভক খাই ৰ'ল। তালপাতখিনি যে কেনেকুৱা পটকৈ সেই কথা হৃদয়ংগম কৰিব নোৱাৰিলে তাই।

"তালপাত কি অ'?" সত্যাৰ মুখলৈ চাই প্ৰশ্ন কৰিলে তাই।

তাইক অবাক কৰি সত্যাই সশব্দে হাঁহি উঠিল আৰু দেৱালৰ গজালত আঁৰি থোৱা তালপাতৰ বিচনী এখন হাতত লৈ ক'লে, "এয়া—এই তালপাত। চাঃ, মোৰ হাতত পোক লাগিল নেকি চাই ল।"

"সত্য!"

নেড়ুৱে চকু পকাই ক'লে, "আই সৰেচতীক লৈ তই ধেমালি কৰিছ ?"

সদায় সকলোতে সত্য জিকে, নেড়ু হাৰে। নেড়ুৰ মজ্জাত অৱস্থিত পৌৰুষবোধ তাৰ ফলত যথেষ্ট আহত হয়। আজি হঠাতে সত্যাক ৰা-বাহিৰ চেপাত পেলাবলৈ এটা চেলু পাই নেড়ুৰ আনন্দৰ সীমা নোহোৱা হ'ল। সেয়েহে সি তাৰ মুঠিত পোৱা সেই শাস্তিখিনিক অৱহেলাৰে অবাবতে খৰচ কৰি উৰাই দিব নোৱাৰে, দস্তুৰমত চাকি চাকি খাব সি।

এইবাৰ আৰু সত্যাই হাঁহিব নোৱাৰিলে। তাই বিৰক্তি প্ৰকাশ কৰি, তাইৰ সেই অভ্যাস্ত ভংগীৰে ভ্ৰূ কোঁচাই ক'লে, "যধাম্‌বুধৰ দৰে

কথা নক'ৰি নেড়ু। যেমাজি মই আই সৰেচতীৰ সৈতে কৰা নাই, কৰিছো তোৰে সৈতে। তালপাতত হাত দিলো বুলি তই একেবাৰে কি যে হাকুল-বিকুলখন লগাইছ। কিবা স্বৰ্গ-মৰ্ত্ত্য ৰসাতলে গ'ল নেকি? মাথো হাত দিয়া কিয়, মই লিখিবও পাৰো দেখোন!"

"লিখিবও পাৰ!"

এই সাপেখোটা-কণ্ঠৰৎ শব্দ যুগপৎ নাৰী-পুৰুষ উভয় কণ্ঠৰপৰা উচ্চাৰিত হ'ল। পুণ্য আৰু নেড়ু থৰ লাগিল।

কিন্তু নিমৰমিবাল সত্যাই সিহঁতৰ এই কটা ঘাত অকো খাৰণিৰ চাট দিলে, "পাৰোঁতো,—এযা চা।"

আলোচ্য তালপাত এখন খপকৈ টানি লৈ—দোবাতত কলমটো ডুবাই পৰিপাটিকৈ লিখিলে সত্যাই: 'কৰ খল ঘট'। লিখাৰ পাছত অদৃশ্য দেৱীলৈ আকৌ প্ৰণাম কৰি ক'লে, "আৰু ক—ত্ত লিখিব পাৰো।" শুনি সিহঁতৰ বাঘৰ বুকুলৈ যোৱা যেন লাগিল। বিস্ময়ৰ জাল ফালি ওলাই আহিবলৈ সিহঁতৰ অলপ সময় লাগিল। পুণ্যতকৈ নেড়ুৱেই বেছি বিস্ময়াহত। যি দুৰূহ কৰ্মৰ প্ৰচেষ্টাত তাৰ গেৰেউ-গেথেউ লাগি ঘাম ওলায়, সেই কাম সত্যাই ইমান অনায়াসে কৰি পেলালে! আৰু—কেনেকৈ তাই পাৰিলেনো?

আই সৰেচতী হঠাৎ তাইৰ গাতে লম্ভিলে নেকি? যেনেকৈ কবি কালিদাসৰ গাত লম্ভিছিল বুলি মানুহে কয়?

লিখা শব্দকেইটালৈ নেড়ুৱে একেথিৰে চাই থাকিল। আৰু পুণ্যাই হাতেৰে নোছোবাকৈ তালপাতখিলাৰ ওপৰত দোঁ খাই বিস্ফাৰিত চকুৰে ক'লে, "ক'পৰা শিকিলি ঐ সত্য? কোনে শিকালে?"

"শিকাবলৈ' আক' কাৰনো গৰজ পৰিছে? মই নিজে নিজেই শিকিলো, চাই চাই।"

"নিজে নিজে! চাই চাই!"

"নহ'লেনো কি আৰু?"

"দোবাত-কলম পালি ক'ত?"

"দোৱাত-কলম আক' কোনে দিব!" সত্যাই কথাৰ লাচতে তাইৰ গোপন কথাটি কৈ পেলালে, "বটগছৰ পাতৰ ৰস উলিয়াই, তাত পুৰৈ গুটিৰ ৰস গুলি চিঁয়াহীৰ দৰে কৰি লও।"

তাজ্জৱ হৈ পৰা দুটি প্ৰাণীয়ে চেপা মাত্তেৰে সুধিলে, "আৰু তালপাত? কলম?"

"তহঁতে আৰু নাভুত-নাশ্ৰুত কথাবোৰ নক'বি বাচাহঁত। জগৎ-খনৰ তালগছবোৰ কোনোবাই চন্দুকত বন্ধ কৰি থৈছেনে কিবা? নে

আতকৰ্তকৈ বিচাৰিলে এদাল খাগৰিৰ বাকলিও বিচাৰি পোৱা নাযায় ?"
সত্যাই গৃহিণীহঁতৰ দৰে গেজেৰা মাৰি ক'লে।

এতিয়াহে পুণ্যাই উৰাদিহ পালে। তাযো গৃহিণীহঁতৰদৰে গালত হাত দি ক'লে, "তেনে তই লুকাই-চুৰকৈ নাম-ফলি জোঁটাৰ ? উস্! ধইন্ন তই! গমেই নাপায় কোনেও ? কেতিয়া কৰ এইবোৰ ?"

সত্যাই ৰহস্যময় হাঁহিৰে মুখ উজলাই ক'লে, "তহঁত নাথাক তেতিয়া।"

"কিন্তুক সত্য—" পুণ্যাই নিশ্চিন্তভাৱে ক'লে, "তোৰ মন গৈছে কৰিছ, দেখি মনতে ৰঙো পাইছোঁ, কিন্তু হাজাৰ হওক তহঁত মাইকী-মানুহ, তোৰ পাপ নহ'ব জানো ?"

"কিয়, পাপ হ'ব কিয় ?" সত্যাই হঠাতে উদ্দীপ্ত সাহসৰে সৈতে কৈ উঠিল, "মাইকী মানুহবোৰে যে দিনে-নিশাই দন্দ-খৰিয়াল কৰিছে, ইস্ বুলিলেই বিষ লগাইছে, আক-তাক হোবাই-নোহোবাই গালি-শপনিৰে সাতাম পুৰুষ উন্ধাৰ কৰিছে, সেইবোৰ কৰিলে-শিকিলে পাপ নহয়, আৰু বিদ্দা শিকিলে লিখা-পঢ়া কৰিলেহে পাপ হ'ব ? বোলোঁ—আই সৰেচতী নিজেই বাৰু মাইকী মানুহ হয়নে নহয় ? সকলো শাস্তৰৰ সাৰ শাস্তৰ চাৰি বেদ আই সৰেচতীৰ হাতত থাকেনে নেথাকে ?"

নেড়ুৰে আৰু ৰা কাঢিব নোবাৰিলে। তাৰ মুখৰ মাত হৰিল।

ইমান অকাট্য যুক্তিৰ আগত পৰি তাৰ দুচকুৰ আগত যেন বিৰাট দুৱাৰ এখন খোল খাই গ'ল। সঁচা, সাঁচে-কাটে সঁচা—

আই সৰস্বতী নিজেই দেখোন মাইকী মানুহ।

ইমান ডাঙৰ সঁচা কথা এটালৈ ইমান দিন সি মন নকৰাকৈ আছিল কিয় ? আৰু সেই সকলোৰে বিস্মৃত হোৱা অথচ পৰম স্পষ্ট কথাষাৰ সত্যাইনো কেনেকৈ উদ্ঘাটন কৰি পেলালে।

"ব'ল পুণ্য, ঘাটলৈ যাওঁ ব'ল।"

এই আলোচনাৰ মোখনি মাৰি সত্যৱতী বহাৰপৰা উঠি থিয় হ'ল, "আৰু পলম কৰিলে গৃহিণীহঁতে ভাত গিলিবলৈ আটাহ পাৰি থাকিব, ভালকৈ গা-পা ধুবকে নোৱাৰিম।"

কথাষাৰ মিছা নহয়। এবাৰ পানীত নামিলে ইহঁতৰ এই গা ধোৱাৰ হেঁপাহ সহজে নপলায়। আৰু সাঁতুৰি-নাদুৰি ফোঁপাই-জোপাই গা অবশ নোহোৱালৈকে ইহঁতৰ 'ভালকৈ গা ধোৱা' নহয়।

"ব'ল—" বুলি কৈ পুণ্যাও উঠি থিয় হ'ল। কিন্তু নেড়ুৰ সৈতে চকুৰে চকুৰে এটা ইচাৰা হ'ল তাইৰ।

কিন্তু নহয়, সিহঁতৰ কোনো অসৎ অভিপ্ৰায় নাছিল, 'কৈ দিয়াৰ'

মনোভাৱো নাছিল আৰু। সত্যৰ গুণৰ কথা সমাজখনত উলিয়াই দি সকলোকে আচৰিত কৰি দিয়াটোৱেই আছিল সিহঁতৰ উদ্দেশ্য।

সত্য যে সিহঁতৰে। সত্যৰ মহিমা সিহঁতৰে মহিমা।

কিন্তু সদভিপ্ৰায়ৰ ফল সদায় সুস্বাদু হয়নে? নহয়। নহয় যে, সেই কথা নেড়ুৰ সত্যোদ্ঘাটনৰ মাজেদি আৰু এবাৰ প্ৰমাণিত হ'ল। ভিতৰ মহলত উবাজুবা লাগিল।

প্ৰচ্ছন্নভাবে ৰামকালীয়ে জীয়েকক উচ্চ মাতি চাঙত তুলি থোঁৱা দিয়াৰ সমালোচনাৰ সোঁত ব'বলৈ ধৰিলে, আৰু প্ৰত্যক্ষভাৱে তৰচেঙেলী সত্যৰ শেওৰা দুপতীয়া নোহওঁতেই যখিনীযে বাহ লোৱাৰ আৰু তাইৰ সাহসে উজান দিয়াৰ বাবে ছিছিক্কাৰৰ ৰোল উঠিল।

কি ভাবিছে তাই, শহুৰি থাটিব নালাগে নেকি তাই?

"নালাগে আৰু ঘৰ কৰিব—" শিৰজায়াই তীখামোখৰা মাতেৰে ক'লে, "শহুৰহঁতে গম পালে এই টিকাত সাতপাচি গোবৰ থকাজনীলৈ দুৰৰে পৰাই হাতযোৰ কৰি নমস্কাৰ কৰি তিযাগ দি থব এনে বোৱাৰীক।"

মোক্ষদাই ক'লে, "হাৰামজাদীয়ে যেতিয়া জটাৰ নামত ফকৰা ৰচিছিল তেতিযাই মোৰ সন্দেহ হৈছিল মনত। এতিযাহে সকলো ওলাই পৰিল।"

ৰাসুৰ মাকে কোনোদিনে কোনো কথাতে বৰ ভাগ নলয, ওৰে দিনটোৱেই কাম-বন কৰি কটাই দিযে। কিন্তু আজিৰ এই অপৰাধৰ আৱিষ্কৰ্তা হেনো তেওঁৰ পুত্ৰৰত্ন, সেইদেখিহে মাত মাতিবলৈ সাহসী হ'ল তেওঁ।

তেওঁ লাহেকৈ ক'লে, "এনেযে ঘৰৰে বোৱাৰী এজনীযে যাতা খিলিংকাৰ লগাই বংশত কালিমা সানি, জনমটোৰ বাবে লোকৰ আগত হেয় কৰি থৈ গ'ল, আক' ঘৰৰ জীয়াৰীহঁতেও যদি হাত এৰি হেতালি খেলে—"

কথাষাৰ শেষ নকৰাকৈয়েই ৰাসুৰ মাকে দুয়োজনীয়েই যে একে পাপৰে ভাগী—ঠাৰে-চিঁয়াৰে সেই কথাটি জনাই দিয়ে।

ভুৱনেশ্বৰীয়ে থৰ হৈ চাই থাকিল। মাথোঁ কাশীশ্বৰীয়েই নিমাত। তেওঁৰ যেন জোকৰ মুখত চুণ পৰা অৱস্থা হৈছে।

সমালোচনাৰ ধাৰ অলপ জামৰি আহিলত দীনতাৰিণীয়ে প্ৰায় কাবৌ কাকুতিৰ সুৰতে ক'লে, "থোৱা থোৱা সৰুননন্দী, থ'ক এইবোৰ কথা। এইবোৰ কথা লৈ কথা বাক-বিতণ্ডা কৰি থাকিও লাভ নাই। কথাতে বোলে —কথা বঢ়ালেই বঢ়াহ, ইকাণ সিকাণ সহছুহ কাণ—। কোন সূত্ৰত কাৰ হতুৱাই কেনেকৈ এইবোৰ কথাই কুটুমহঁতৰ কাণ চুবগৈ, আৰু এইবোৰ লৈ কিমান বিলাই বিপত্তি হ'বগৈ কোনে ক'ব? তাতে আক'—"

দীনতাৰিণীয়েও তেওঁৰ কথাত এটা অকল্পিত সম্ভাৱনা উহ্য ৰাখি ৰাগ টানি এৰি দিলে।

কাশীশ্বৰীৰ আগত শংকৰীৰ কথাবাৰ আৰু নুলিয়ালে।

কিন্তু মোক্ষদাই উচ্চৈস্বৰে ভৱিষ্যদ্বাণী কৰিবলৈ নেৰিলে, "তুমি লাগিলে যিমানেই সাৱধান নোহোৱা বৰ বোৱাৰী, মই এয়া আগতীয়াকৈ কৈ থৈছোঁ, এই ছোৱালীৰ কপালত দুখে কুলাই-পাচিয়ে নধৰা হ'ব হ'ব হ'বৰ। আজি জানিবা তুমিয়ে মধে ঢাকঢুক কৰিলোঁ, কিন্তু তাইক লৈ ঘৰ-কৰাহঁতে আৰু তাইৰ ফাটি-ফুটি যোৱা গুণৰ মোল বুজিবলৈ বাকী থাকিবনে? নহে কি হ'ব, বাপেকে শাসন নকৰিলে সালিসিয়ান ল'ছালীক সেও মনাব পাৰিবনে?"

দীনতাৰিণীয়ে অকুলৰ কুল হিচাপে বিমৰ্ষ মনেৰে ক'লে, "সেই কথা তুমি ৰামকালীক বুজাই ক'লেহে হ'ব।"

"ৰইথা কৰা বৰ বোৱাৰী! মই আৰু হেয় হ'বলৈ নিবিচাৰোঁ। মই ক'বলৈ যাম, আৰু তেওঁ জীয়েকক শাসন কৰক ছাৰি লাই দি মুৰতহে তুলি ল'ব।"

অগত্যা দিশহাৰা দীনতাৰিণীয়ে ভুৱনেশ্বৰীলৈ চালে, "তুমিও ছেগ বুজি তাৰ মন-মিজাজ ঠাণ্ডা যেন পালে অলপ বুজাই ক'ব নোৱাৰানে মাজু বোৱাৰী? তোমাৰ জীয়েক যে সঁচায়ে লাই পাই লপাই টুলুঙাজনী হৈ উঠিছে সেই কথা নুবুজা নেকি? তাইক পৰৰ ঘৰলৈ নপঠোৱানেকি?"

ভুৱনেশ্বৰীয়ে এইবোৰ কথাৰ উত্তৰ নিদিলে, দিয়া সম্ভৱো নহয় তেওঁৰ পক্ষে। তেওঁৰ জীয়েকৰ যদিও বিয়াবাৰু হৈ গ'ল, তথাপি গুৰুজনৰ আগত স্বামীৰ সম্পৰ্কে উল্লেখ কৰাটোও অতি লাজৰ কথা। ভুবনেশ্বৰীয়ে যে ৰামকালীৰ সৈতে মাত-বোল কৰে, ইমান ডাঙৰ লাজৰ কথাটো শাহুৱেকে এই লোকসমাজত উলিয়ালেইবা কিয়? ছি ছি!

এই সীমাহীন লাজৰ আৰু কোনো প্ৰতিকাৰ নেদেখি ভালকৈ ওৰণি টানি লৈ তেওঁ তলমুৰ হ'ল।

আৰু ভুৱনেশ্বীয়েনো মুৰ দাঙিব পাৰে কেতিয়া?

স্বামীলৈকো তেওঁৰ যে ইমান ভয়!

তথাপি, জীয়েকৰ ভৱিষ্যতৰ কথা ভাবি তেওঁ অতি চিন্তিত। সদায় সকলোৱে কৈছে—"এইজনী ছোৱালীয়ে কাহানিও ঘৰ কৰিব নোৱাৰিব।"

আচামী এক, বিচাৰকো একেই, কেৱল কাঠগৰা আৰু অভিযোক্তাহে বেলেগ।

পিছে ভুৱনেশ্বৰীয়ে প্ৰথমেই আচামীক হাজিৰ নকৰিলে, আচামীক সঁকীয়াই থৈ, বহু কৌশল কৰি ভয়ানক দুঃসাহসিক চেষ্টাৰ ফলত দিনৰ

ভাগত এবাৰলৈ স্বামীৰ সৈতে সাক্ষাতৰ সুযোগ উলিয়ালে তেওঁ। ৰামকালীৰ দুপৰীয়াৰ বিশ্ৰামৰ পৰতে ভুৱনেশ্বৰীয়ে ওৰণিৰে মুৰ-মুখ ঢাকি লৈ খিৰ্কি দিলেহি।

ৰামকালী অলপ আচৰিত হ'ল। ক'লে, "কিবা ক'বা নেকি ?"

স্বামীৰ মৰমসনা মাত শুনি ভুৱনেশ্বৰীৰ চকুযুৰিৰ সেমেকি চলচলীয়া হ'ল, উত্তৰ দিব নোৱাৰিলে, কেৱল ওৰণিখনহে অলপ চুটি হ'ল।

"কি হ'ল ?" ৰামকালীয়ে মৃদু কৌতুকৰ সুৰেৰে ক'লে "মাৰাৰ ঘৰলৈ যোৱানেকি ?"

"ওহো" ভুৱনেশ্বৰীয়ে মুৰ জোকাৰি ৰুদ্ধ কণ্ঠেৰে ক'লে, "কৈ আছিলোঁ সইত্তৰ কথা।"

"সত্যৰ কথা! কিষ ?" ৰামকালীয়ে আকৌ মিচিকীয়াই হাঁহিলে, "তাইনো আকৌ কি মহা অপৰাধ কৰিলে ?"

"কৰিযেই আছে, সদায় কৰিযেই আছে দেখোন।" অভিমানৰ আবেগে ভুৱনেশ্বৰীৰ কণ্ঠ তীক্ষ্ণ কৰি তুলিলে, "তুমি সকলো কথা হাঁহিৰে উৰাই দিয়া। মইহে কেটেৰ-জেঙেৰখন সহিবলগীয়া হওঁ।"

"বাজে কথাবোৰ গা পাতি ল'ব নেপায় মাজু-বোৱাৰী।"

"বাজে ? জীয়েকে কি কাণ্ড কৰিলে শুনা যদি —"

"কি কৰিলে ?"

"লিখিলে।"

"লিখিলে ? কি লিখিলে ?"

"ক'ব নোৱাৰোঁ। নেড়ুৰ তালপাতত কি বোলে কিতাপ-টিতাপৰ কথা লিখিলে তাই। আকৌ বোলে আস্পদ্ধা কৰি কৈছে বোলে—আৰু বহুত কিবাকিবি লিখিব পাৰে হেনো। কি সাহস, বাৰীৰপৰা তালপাত বুটলি থাগৰি যোগাৰ কৰি পুৰৈ গুটিৰ ৰসেৰে চিয়াঁহী তৈয়াৰ কৰি লিখিবলৈ শিকিলে।"

"কি কোৱাঁহে!" ৰামকালী চমৎকৃত নহৈ নোৱাৰিলে, "হয়নেকি ? গুৰু নো কোন ? নেড়ুৱেইনেকি ?"

"নেড়ু! নেড়ুৱে কৈছে সি সাতো জনম পাত কৰিলেও হেনো তেনেকুৱা আখৰ লিখিব নোৱাৰিব।"

"হয়নে। ক'তা—তাইক এবাৰ মাতাচোন চাওঁ।"

আচামী কাষৰীয়া কোঠাটোতে আছিল। ভুৱনেশ্বৰীয়ে আচামীক ৰঙা চকু দেখুৱাই বহুৱাই থৈ আহিছে তাত।

কিন্তু স্বামীক বৰ বেছি দুশ্চিন্তিত কৰি তুলিব পাৰিছে বুলি বোধ নহ'ল ভুৱনেশ্বৰীৰ। আচামীৰ শাস্তি সিমান গুৰুতৰ নহ'ব যেনেই

লাগিছে। অথচ লঘু শাস্তি বিহিলে কিবা কাম হ'ব বুলি মনে নধৰে, কিয়নো সত্যৰ মতিগতি যথাৰীতি আঁকোৰগোঁজীয়া। সেয়েহে ভুৱনেশ্বৰীয়ে তেওঁৰ স্বামীক অলপ উত্তেজিত কৰি তোলাৰ আশাৰে ক'লে, "মাতি আনিছোঁ, বেছ ভালকৈ শাসন কৰি দিবা। তাই যে মাথোঁ আস্পৰ্দ্ধাৰ কাম কৰিলে তেনে নহয়, হোৱাই-নোহোৱাই মুখে মুখে কিমান বাক-বিতণ্ডা। 'কলিকতাত হেনো বহু মাইকীমানুহে আজিকালি লিখাপঢ়াত ধৰিছে, সিহঁত দেখোন কাণী-ভুতুনী নাই হোৱা, বিদ্যাৰ দেৱী আই সৰস্বতী দেখোন নিজেই মাইকীমানুহ' এইবোৰ চেলবেলীয়া কথাৰে আখৈ ফুটাইছে। তুমি তাইক উচিত শিক্ষা দি ভালকৈ এবকনি দিবা, বুইছানে ?"

শেষৰ ফালে ভুৱনেশ্বৰীৰ কণ্ঠত কাবৌ-কাকুতিৰ সুৰ স্পষ্ট হৈ পৰিল। কাষৰ কোঠাটোৰপৰা সত্যক ভুবনেশ্বৰীয়ে ইংগিতেৰে মাতিলে। স্বামীৰ আগত চিঞৰি মাতিব তো নোৱাৰে।

সত্য তলমূৰ হৈ থিয় হ'ল ।

কাঠগৰালৈ আহি সত্য এইদৰেই থিয় হয়হি। এয়ে তাইৰ পদ্ধতি। উত্তৰ দিওঁতে মূৰ দাঙে।

ৰামকালীয়ে অন্ততঃ প্ৰথমে ডাবি এটা মাৰি ল'ব, এইকণ আশা ভুবনেশ্বৰীয়ে কৰিছিল। কিন্তু তেওঁ হতাশ হ'ল। ৰামকালীয়ে সম্পূৰ্ণ ভাবলেশহীন কণ্ঠেৰে সহজভাবে সুধিলে "তুমি বোলে লিখিব পৰা হৈছা ?"

সত্যৰ মুখ অলপমান শেঁতা পৰিল সঁচা।

"ক'তা, কি লিখিছা চাওঁ ?"

সত্যই মুখৰ ভিতৰতে যি উত্তৰ দিয়ে তাৰ অৰ্থ হ'ল—অপৰাধৰ পাছত সেই অপৰাধৰ চিন-মোকাম তাই আৰু একো ক'ব নোৱাৰে। মাত্ৰ নেড়ুৰেহে ক'ব পাৰিব।

"বাৰু ঠিক আছে, আকৌ লিখিব পাৰিবানে ?"

সত্যৱতীয়ে মূৰ দাঙি চালে।

ক'তা, দেউতাকৰ চকুত জুই-আঙনি নাই দেখোন। তেনেহ'লে সিমান খং কৰা নাই বোধ হয়। সেয়েহে সত্যাই মূৰ দুপিয়ালে।

"বাৰু, লিখাচোন চাওঁ।"

ৰামকালীয়ে খাটৰ কাষতে থকা চালপীৰাৰ ওপৰৰপৰা দোৱাত-কলম আৰু এখন খাতা সত্যৰ হাতত দি ক'লে, "লোৱা লিখাচোন—কি শিকিছা চাওঁ।"

এয়া নো কি! এয়া দেখোন হিতে বিপৰীত!

ডাবি-ধমকি ক'ৰবালৈ গ'ল, জীয়েকৰ হাতত স্বয়ং ৰামকালীয়ে দেখোন কাপ কাগজহে তুলি দিলে!

ভুৱনেশ্বৰীয়ে হিয়া ঢাকুৰি কান্দিবইনে নীৰবে-নিমাতে নাটকৰ শেষ দৃশ্যলৈ বৈ থাকিব বুজি নাপালে।

অৱশ্যে নেড়ুৰ কথাৰ সত্যাসত্য পৰীক্ষা কৰিব চাইছে কিজানি।

সঁচা কথা, আগৰপৰা গুৰিলৈকে নেড়ুৰ চালাকিওতো হ'ব পাৰে।

কিন্তু হয় জানো? হতচিৰিজনীয়ে দেখোন অস্বীকাৰো নাই কৰা।

সত্যাই তিমানতে দুই-তিনিটা শব্দ লিখিলেই। অৱশ্যে তালপাতত লিখাৰ নিয়মতে কাগজত অধিক জোৰ দি লিখাৰ ফলত সামান্য সামান্য ক্ষতৰ সৃষ্টি হ'ল। কিন্তু লিখিলে তাই।

ৰামকালীয়ে কেইবাবাৰো ঘূৰাই-পকাই চালে। তাৰ পাছত কোনো মন্তব্য নকৰি শান্তভাৱে ক'লে, "কলিকতাত যে বহু ছোৱালীয়ে লিখাপঢ়া কৰিছে—কোনে ক'লে তোমাক?"

"সৰুমামীয়ে।"

"হয় নেকি? তেওঁ নো ক'ৰপৰা—অ'—তেওঁ তো কলিকতাৰে ছোৱালী, নহয় জানো?"

এই প্ৰশ্নটো আছিল ভুৱনেশ্বৰীলৈ।

কিন্তু ভুৱনেশ্বৰীয়ে বাৰু ইমানজনী ডাঙৰ জীয়েকৰ আগত মুকলিকৈ মুখেৰে মাতে কেনেকৈ?

তেওঁ মূৰ দুপিয়াই হয়ভৰ দিলে।

"তেওঁ লিখিব-পঢ়িব পাৰে নেকি? তোমাৰ মামীয়েৰাই?"

"অলপ অলপ জানে। বেচেৰীয়ে ক'ত আৰু বেছিকৈ শিকিব পাৰিলে। তেওঁ খালী কৈছিল যে কলিকতাত এজনী মেমে বোলে দেশী ইস্কুল খুলিছে আৰু চাহাব এজনে বিলাতী ইস্কুল খুলিছে। কলিকতীয়া ছোৱালীহঁত আৰু মূৰ্খ হৈ নেথাকে।"

"ছোৱালীহঁতে লিখা-পঢ়া শিকি কি লাভ? সিহঁত কিবা মহৰী-গোমস্তা হ'বনে?"

সকৌতুক হাঁহিৰে ৰামকালীয়ে জীয়েকক প্ৰশ্ন কৰিলে।

এইবাৰ সত্যৱতীৰ খং উঠিল।

তাই সকলো সহ্য কৰিব পাৰে, ইতিকিং সহ্য কৰিব নোৱাৰে।

"মহৰী-গোমস্তা হ'ব কিয়, লিখা-পঢ়া শিকি নিজে নিজে ৰামায়ণ-মহাভাৰত পুৰাণ কিতাপ-টিতাপ পঢ়িব তো পাৰিব। কেতিয়া কথকঠাকুৰে ক'ত পঢ়িব বুলি বাট চাই বহি থাকিব নেলাগে তেতিয়া।"

জীয়েকৰ এই ক্ৰুদ্ধমূৰ্তি আৰু সগৰ্ব উক্তিয়ে ৰামকালীক আনন্দাপ্লুত কৰি তুলিলেনে? সেয়েহে তাইক আৰু অলপ উত্তপ্ত কৰি তুলিবলৈ বিচাৰে নেকি?

"বুজিলোঁ। পিছে ছোৱালীয়ে বেদ-পুৰাণ জনাৰেইবা দৰকাৰ কি ?"

এইবাৰ সত্যব্ৰতীয়ে স্থান-পাত্ৰ পাহৰি নিজমূৰ্তি ধৰিলে, "ইমানেই যদি দৰকাৰ-অদৰকাৰৰ কথা, তেনেহ'লে ছোৱালীহঁত জনম লোৱাৰেইবা দৰকাৰটো কি, কোৱাচোন শুনো দেউতা ?"

জীয়েকৰ এই দুঃসাহস দেখি ভুৱনেশ্বৰীৰ বুকুখন চিৰিংকৈ গ'ল, ইমান ডাঙৰ মানুহজনৰ মুখে মুখে জিভা লৰাই তক !

নাই নাই—এইজনী ছোৱালীয়ে কাহানিও ঘৰ কৰিব নোৱাৰে।

কিন্তু ভুবনেশ্বৰীক চঁক খুৱাই ৰামকালী হঠাৎ সশব্দে হাঁহি দিলে।

তাৰ পাছত জীয়েকলৈ চাই ক'লে ঃ

"তুমি লিখাপঢ়া শিকিব খুজিছা নেকি ?"

"অঁতো—কিন্তু পাওঁ ক'ত ?"

"ধৰা—পোৱা যদি ?"

"তেনেহ'লে দিনে-নিশাই লিখা পঢ়াকে কৰি থাকিম।"

"দিনে-নিশাই কৰিব নালাগে, নিয়মীয়াকৈ অলপ সময় পঢ়িলেই হ'ব। কাইলৈৰপৰা দুপৰীয়া পৰতে এই সময়তে মোৰ ওচৰলৈ আহি পঢ়িবা।"

"পঢ়িব !"

ভুৱনেশ্বৰীয়ে আৰু মুখ নেমেলি থাকিব নোৱাৰিলে।

"ওঁ, তাই পঢ়িব-লিখিব। পুৰৈ গুটিৰ চিঁযাহীৰে নহয়, সঁচাসঁচি দোৱাত আৰু কলম দিম তাইক।"

"দেউতা !"

সত্যৰ মুখেদি মাত্ৰ এই তিনিটা আখৰৰ শব্দটো ওলাল। আৰু ভুৱনেশ্বৰীৰ দুচকুৰপৰা নামি আহিল শাওণৰ ধাৰ।

এতিয়া কাব্য পাঠৰ সভা।

ঋতুৰংগ কাব্য। 'বৰ্ষাখণ্ড'ৰ অন্ত পেলাই প্ৰকৃতিদেৱীয়ে সদ্যে 'শৰতখণ্ড'ৰ বেটীপাতখনি মেলি ধৰিছেহে মাথোন, এতিয়াও তাৰ ভিতৰুৱা শ্লোকবোৰ পঢ়া হোৱা নাই। এতিয়াও কঁহুৱাৰ বনে বনে শ্বেতচামৰৰ ব্যঞ্জনাৰীতি আৰম্ভ হোৱা নাই, মাথোঁ পুৱাৰ বতাহত লাগিছে অকাৰণ পুলক স্পন্দন। মাথোঁ আকাশৰ নীলদৰ্পণৰ স্বচ্ছতা, জাক জাক চৰাইৰ সুহুৰিত উল্লাসৰ তীক্ষ্নতা। দেবীয়ে অনন্তকাল ধৰি একেখন কাব্যকে আবৃত্তি কৰি আহিছে, শেষ শাৰীৰ পাছতেই আকৌ পুনৰৰেপৰা আৰম্ভ কৰিছে, তথাপি সেই কাব্য পুৰণি হোৱা নাই, পুৰণি নহয়। অনন্তকালৰ মানুহলৈ ঘূৰিয়াই আনে আশাৰ বাণী, প্ৰত্যাশাৰ সপোন, উৎসাহৰ সুৰ।

বংগদেশৰ গাঁৱে গাঁৱে উছাহৰ জোৱাৰ। প্ৰতীক্ষাৰ উছাহ।

'আই দুৰ্গা আহিছে।'

'আহিছে পিতৃগৃহলৈ। কৈলাসৰপৰা মত্ত লোকলৈ।'

এই কথা গল্পকথা নহয়, বংগদেশৰ অন্তৰৰ সত্য বিশ্বাসৰ কথা। মাতৃৰূপ আৰু কন্যাৰূপৰ সমন্বয় সাধন কৰি বছৰৰ মূৰত মাতৃ নামি আহে আই বসুমতীৰ কোলালৈ, আহি আই বসুমতীৰ ওচৰত সুখ-দুখৰ কথা কয়, বিদায়ৰ বেলিকা চকুপানী টোকে, এই কথা জানো অবিশ্বাসৰ কথা? দেৱতাৰ সৈতে আত্মীয়তাৰ বন্ধন পাতি, দেৱতাক ঘৰখনৰ এজন কৰি লৈয়েই তো বাঙালীৰ ঘৰ-গৃহস্থালি। সেয়েহে তেওঁলোকে শিৱৰ বিবাহ পাতে, ইতু-মনসাৰ 'পঞ্চামৃত' দিয়ে, ভাদুলৈ সুৱাগ জাৰে, আৰু পাৰ্বতীক পতিগৃহলৈ পঠাওঁতে চকুলোৰে সাগৰ বোৱায়। আন সকলো তেওঁ দেৱ-দেৱী, উমা নিচেই আপোন, ঘৰৰে ছোৱালী। মহিমাত তেওঁৰ সহস্ৰনাম থাকক, আচল নামটি সেই উমা। শৰতকালৰ আহ্বান পোৱামাত্ৰেই খঞ্জৰীৰ তালে তালে ভিখাৰী বৈষ্ণৱসকলে সেই কথা সোঁৱৰাই দিয়ে ঃ

'আহাঁ আই উমাশশী, চাওঁ মুখশশী,
দিনে-নিশা আছোঁ বৈ বাটলৈ চাই'।

হয়তো এখন গাঁৱতে, এজন মাথোন ভাগ্যৱন্তৰ ঘৰতে কন্যাৰূপিণী জগন্মাতাৰ পদাৰ্পণ ঘটিব, কিন্তু গাঁৱৰ প্ৰত্যেকখন ঘৰৰ অন্তৰবীণত বাজি উঠিছে আগমনীৰ সুৰ।

এইবাৰ আহিন মাহৰ প্ৰথম ভাগতে পূজা, সেইদেখি ভাদ মাহৰ আৰম্ভণিতেই খদমদমনি লাগিল। সংসাৰৰ দৈনন্দিন বন্ধা-বঢ়াৰ বাহিৰে আন সকলো আয়োজন এমাহৰ জোখাৰে কৰিব লাগিব। পূজাৰ মাহত কোনোৱেই মুড়ি নাভাজে, চিৰা নুখুন্দে, আখৈৰ লাড়ু নকৰে, ঘিঁউৰে জিলেপি, গজা আদি নকৰে, মাটিৰ ঘৰৰ বেৰ নিলিপে। আনকি শলিতা পকোৱা, তামোল কটা, নাৰিকলৰ শলা নাচাঁচে। দেৱীপক্ষ আৰম্ভ হোৱাৰ আগে আগে এইবোৰ সমাপন কৰিব লাগিব। কোজাগৰীৰ পাছত আকৌ এইবোৰ কামত হাত দিব, আকৌ ক'থাত ফোৰ মাৰিব, আৰু তাৰে সৈতে চলি থাকিব সদ্য-বিগত উৎসবৰ স্মৃতি-ৰোমন্থন।

ভাদ মাহত কেবল আগমনীৰ প্ৰস্তুতিয়েই নহয়, বাৰিষাৰ দিনবোৰৰ অন্তত গৃহস্থ জীয়াৰী-বোৱাৰীসকলৰ ঢেৰ কাম-বন ওলায়। সেমসেমীয়া বিছনা-ক'থা, পেটাৰিত থোৱা কাপোৰ-চাদৰ, ভঁৰালৰ সম্বৎসৰৰ মজুত দৰবৰ বড় কাঁহুদি আচাৰ মচলাপাতি মাহ—যতমানে বয়বস্তু উলিয়াই আনি ভাদৰ চোকা ৰ'দত মেলি দিয়া কম কথা নহয়।

ভুৱনেশ্বৰীৰ মাক নাই, ননন্দীহঁতেই সংসাৰৰ গৃহিণী, থোৱা কেইবাদিনো ধৰি গোটেই দুপৰীয়াটো এইবোৰ কাম-বন কৰি কৰি ভাগৰি পৰিছে তেওঁলোক। আজি লাড়ু কৰাৰ পাল। একোমলাকৈ মগুৰ লাড়ু, নাৰিকলৰ লাড়ু আদি কৰি আথলত তুলি থব পাৰিলে এমাহমানলৈ 'জা-জলপান'ৰ বাবে নিঃচিন্ত। আৰু পূজাৰ মাহটোত ল'ৰা-ছোৱালীহঁতক ইটো-সিটো দিবও লাগে। ভুবনেশ্বৰীৰ বৰ ননদ নিভাননীয়ে নাৰিকল বুকিছিল আৰু সৰু ননদ সুকুমাৰীয়ে যাঁতত মগুমাহ গুড়ি কৰি আছিল। এনেতে হঠাৎ দুৱাৰৰ শিকলিডাল জনজনাই উঠিল।

"এযা হ'ল আৰু কাম-বন ধোঁৱাচাঙত উঠিল—" নিভাননীয়ে ফুচফুচাই ক'লে, "এঁতিয়া কামবন পণ্ড কৰিবলৈ কোন আক' ফুৰিবলৈ আহিল চোবাঁ। অ' সৰু বোৱাৰী, উঠ, দুৱাৰ খোল।"

সুকুমাৰীৰ মনোভাৱ অৱশ্যে বৰ জা-ৰ দৰে নহয়, একেলেথাৰীয়ে কাম কৰি থাকোঁতে বাহিৰা বতাহ ভালেই পায় তাই। নিভাননীয়ে অলপ গল্পটল্পও যদি কৰিব জানিলেহেঁতেন, তলমূৰকৈ খালী কাম আৰু কাম।

দুৱাৰ খুলিযেই সুকুমাৰীয়ে আনন্দত জাঁপ মাৰি দিলে, "অ' আই! কি আচৰিত কথা, আজি পুবৰ বেলি পচিমে ওলালনেকি, নে কাহানিও নেদেখা মুখ চাই টোপনি ভাগিল?"

এইহেন সংলাপ শুনি নিভাননীৰ মোলান পৰা মুখতো হাঁহি বিৰিঙিল, তেওঁ মুখ ঘূৰাই ক'লে, "কোন আহিল, কাৰ সঁতেনো ইমান ৰসৰ কথা পাতিছা?"

"আহা ননন্দী চোৱাঁহি, এয়া ডিমৰুৰ ফুল।" এইবুলি কৈ সুকুমাৰীয়ে খৰখৰকৈ ননদৰ ভাঁৰ ধোৱাৰ পানী আনিবলৈ গ'ল। ভুৱনেশ্বৰীয়ে ওৰণিখন উজাই ধূলিভৰা ভাঁৰ ওলোমাই বাৰাণ্ডাত বহিল। ভাদমহীয়া চোকা ৰ'দৰ তাপত তেওঁৰ বগা মুখখন টিকটিকীয়া ৰঙা হৈ উঠিছে। ওৰণি লোবা বাবে চুলিৰ গুৰি আৰু ডিঙিৰ ভাঁজৰপৰা ঘাম বৈ আহিছে।

এনেকুৱা থিয় ৰ'দৰ মাজেদি খোজকাঢ়ি অহা ভুৱনেশ্বৰীৰ পক্ষে সঁচাযে অভাৱনীয় ঘটনা। এনেযে তেওঁ আহেও অতি কম, আৰু যদিহে আহিবলৈ বিচাৰে, ৰামকালীয়ে—পালকীৰে পঠিযাই দিযে। যদিও এইবাবে ঘৰৰ আন দহজনীযে ঠাট্টা-বিদ্রূপ নকৰা নহয়, চুবুৰিটোৰ কাণ সমনীয়া বোৱাৰীহঁতে 'বাদছাহৰ বেগম' বুলি কয, তথাপি ৰামকালীৰ নির্দেশ অমান্য কৰিব নোৱাৰে। কিন্তু আজিনো কি হ'ল ?

ভাঁৰ-হাত ধুবলৈ পানী আৰু গামোচা আগবঢ়াই দি এখন কোঁচ দিযা বিচনীৰে বিচি থাকিল সুকুমাৰীয়ে। এনেযে গুৰুজন, তাতে আকৌ ধনীলোকৰ ঘৰণী।

"কাৰ লগত আহিলা ?"

ভুবনেশ্বৰীযে কিন্তু সেই কথাৰ উত্তৰ দিযাৰ আগতেই ক'লে, "বিচনী-খনত কোঁচ দি দি সজাইছে কোনে অ' ?"

"কোনে আক', সৰুজনীযে।" নিভাননীযে মুখ ভেঙুচাই ক'লে, "দিনে-নিশাই যিজনীযে সংসাৰখনৰ সকলো কামতে ৰহণ চৰাইছে।"

সুকুমাৰীৰ মুখখন ক'লা পৰিল। ভুৱনেশ্বৰীয়ে ক'লে, "ৰহণ চৰোবানো কি বেযা, ভালেই দেখোন, কেনে ধুনীযা হৈছে দেখিবলৈ।"

"হওক—" নিভাননীযে ভেকাহি মাৰি ক'লে, "এতিযালৈকে গাই খীৰাবলৈ নিশিকিলে, কুলাৰে জৰা-ফুকা কৰিব নাজানে, আৰু ঢেঁকীশালত গৈ কি যে ৰংচং, দেখিলেহে বুজিবা। ঢেঁকী দিয়া, বঢ়াই দিয়া, একো এটাও নোৱাৰে। চুবুৰিৰ কোনোবা এজনীক মতাই আনিহে কাম উধাৰ কৰিব লাগে। কথাতে বোলে—ওপৰে ওপৰে খা ভটীয়া নাৱত যা। আমাৰ হ'ল সেই অৱস্থা। তাঁতীৰ কি ঘোঁৰা বোবা ? আচল বন হ'ল ভঁৰালৰ চৰু-কলহৰ গাত নক্সা আঁক হেদালিচাঙৰ ডোলত কড়িৰ থোপা গাঁথি আৰু বিচনীৰ দাঁতত কোঁচ দি দি শালু কাপোৰ ওলোমাই গিৰুস্তৰ কি সগগৰ ছিৰিখন হ'বগে।"

ভুৱনেশ্বৰীযে দেখিলে হিতে বিপৰীত। এই সূত্র ধৰি নিভাননী কিমানলৈ উধাব তাৰ কি ঠিক। তেতিয়াহ'লে তেওঁৰ আচল কামেই পণ্ড হ'ব। এই সৰু ননদজনীকহে আজি তেওঁৰ প্ৰয়োজন। তথাপি ভুৱনেশ্বৰীয়ে আকৌ এটা ভুল চালহে দিলে। ভুল হ'ল এই কাৰণে যে

তলৰ সকলক নিন্দা কৰি ওপৰৰ সকলক ভালবি বোলোৱাৰ যে চিৰন্তন কৌশল, সেই কৌশল তেওঁ ভালকৈ আয়ত্ত কৰিব নোৱাৰিলে। ঘৰত সেই ভয়তে তেওঁ সিমান মাত-বোলোই নকৰে। তেওঁ দেখিছে ওৰণি লোৱা আৰু নিমাতীজনী হৈ থকা বহু বিপদৰ ৰক্ষাৰ কাৰণ।

কিন্তু এইটো ভুৱনেশ্বৰীৰ পিতৃগৃহ। সেয়েহে তেওঁ সাহসৰে সৈতে ক'লে "কিয়, এযা দেখোন ওনা-ওনে মাহ ভাজিছে। মুড়ি ভজাতো পাকৈত দেখিছোঁ। কিমান ডাঙৰ নগৰ-চহৰৰ ছোৱালী, আৰুনো কিমান কৰিব ?"

"ঠিক, ঠিকেই।" নিভাননীয়ে উত্তপ্ত নিঃশ্বাস এটা এৰি ক'লে, "চহৰ-নগৰ কাহানিও চকুৰে দেখা নাপালোঁ, তাৰ মৰ্মও নাজানো-নুবুজোঁ। আমি ঘৰ-সংসাৰহে বুজোঁ আৰু বুজোঁ যে মাইকীমানুহ ঘৰ-সংসাৰৰ ওচৰত সেও মানিলে লাজতে নাক-কাণ কটা যায়। আমি চুণৰ চৰুত হাত দি অহাবোৰেনো আৰু কাহানিবা চুৰ্ণিত ৰ'দ উঠা দেখা পামনে ? বহা অলপ, গুৰৰ চৰ্বত একণ দিওঁ, ৰ'দতে পুৰি আহিছা।"

ঘামকালি ঘৰত আন একো নাথাকিলেও কুঁহিয়াৰৰ গুৰ পানীত গুলি তাত নেমুটেঙাৰ ৰস মিহলাই খোৱাৰ প্ৰচলন আছে এইফালে, নিভাননীৰ গজুত সেই সহজ উপায়ৰ কথাহে সোমাল। কিন্তু এই বস্তুটিলৈ সুকুমাৰীৰ বিষম বিতৃষ্ণা সেয়েহে তাই বৰজাকৰ মুখৰ ওপৰত মাত লগোৱাৰ দৰে অসমসাহসিক কামটো কৰিলে ননন্দীলৈ সম্মান দেখুৱাবলৈ। সুকুমাৰীয়ে সসংকোচে ক'লে, "কিয় বাইদেউ, 'মিছিৰি নাৰিকল'জোপাৰ ডাব দেখোন আনি থোৱা আছে ঘৰত।"

আছে যে সেই কথাটো নিভাননীৰ মনত নাছিল, কিন্তু সুকুমাৰীয়ে মনত পেলাই দিয়াত একেবাৰে তলে শিল ওপৰে কিল হোৱা যেন পালে। কোনে ক'ব, তাই ইচ্ছা কৰিয়েই ডাব-নাৰিকল থকাৰ কথা পাহৰাৰ ভাও জুৰিছে বুলি ননন্দীয়ে ভাবিলেনেকি। এই সৰুজনী বোৱাৰী দেখাতহে আজলীজনী, আচলতে জলশাই ডাঙৰীযানী।

কিন্তু যি কি নহওক, এই ক্ষেত্ৰত নিভাননীয়ে মনৰ খং মনতে সামৰি হাঁহিবলগীয়া হয়। হাঁহি হাঁহিয়েই ক'বলগীয়া হয়, "এস্—ভাগ্যে মনত পেলাই দিলি সৰু বোৱাৰী! মোৰ আজিকালি তেনেকুৱাই হৈছে, এতিয়াৰ কথা এতিয়াই পাহৰি থাকোঁ, বুইছা নহয় ননন্দী? ঠাকুৰ জোঁৱাইৰ পৰা এইবাৰ ছিঁতিশান্তিৰ দৰব এটা আনি খাব লাগিব। অ' সৰু বোৱাৰী, যা তেন্তে দুটা ডাব কাটি আনগৈ যা।"

"এহ্। ইমান ব্যস্ত নহ'বাচোন বৰ বোৱাৰী।" হঠাৎ ভুৱনেশ্বৰীয়ে ফৎফতাই ক'লে, "মই এটা বিশেষ দৰকাৰত পৰিহে আহিলোঁ। এতিয়াই আকৌ যাবগৈ লাগিব।"

"অ আই ! কি কৈছানো ? এতিয়াই আক' যাবাগৈ মানে— ? কিনো ইমান বিশেষ কাম পৰিল ? কাৰ লগত আহিলা, যাবা কাৰ লগত ? অকলে আহিলানেকি ?"

"অকলে ?" ভুবনেশ্বৰীয়ে হাঁহি দিলে, "এই বন্ধনত সেয়া আৰু নহৈছে। আহিলোঁ পেহী শাহুৰ লগত। তেওঁ মোক পদুলিমুখতে এৰি থৈ গ'ল, আকৌ লৈ যাবহি। মনে মনে গুচি আহিছোঁ, ঘৰত কোনেও নাজানে।"

"জোঁবায়ে ?" নিভাননীয়ে ৰহস্যৰ হাঁহি মাৰিলে। 'জোঁবাই' হ'ল ৰামকালী।

ভুবনেশ্বৰীয়ে নিভাননীৰ জোঁবাইৰ প্ৰসংগতে মুখৰ ওৰণিখন আকৌ টানি ল'লে, "তেওঁ বেমাৰী চাবলৈ আন গাঁৱলৈ গ'ল, নহ'লেনো মোৰ আৰু ইমান খামীডাঠ হযনে ? নিতান্ত বাধ্যত পৰিহে আহিছোঁ, পেহীশাহুৱে তেওঁৰ সখিযেকৰ ঘৰলৈ যাবলৈ ওলোবা গম পাই কাকুতি-মিনতি কৰিলোঁ তেওঁক, ক'লোঁ, 'পেহীআই, সেই বাটেদিয়েই যাবা নহয় ?' যেই নহওক এফালেদি মানুহজনী ভালেই, কোনোবাই শৰণ ল'লে বিমুখ নকৰে।"

"পিছে কামটোনো কি ?"

ভুবনেশ্বৰীয়ে থতমত খাই গ'ল। কামটো কি, সেই কথাটো নিভাননীৰ আগত কোৱা উচিত হ'বনে নহ'ব সেই কথালৈ এতিযাহে মন কৰিবলগা হ'ল। আচলতে সুকুমাৰীৰ ওচৰলৈ তেওঁ আহিছে এটুকুৰা কাগজ লৈ, যি কাগজ-টুকুৰাৰ হিৰিবিজিবি ৰেখাবোৰে এক দুৰ্বোধ্য ভ্ৰূকুটিৰে তেওঁলৈ টঁটঁকৈ চাই আছে যোৱা কেইবাদিনৰে পৰা।

সত্যৱতীয়ে লিখা এটুকুৰা কাগজ।

কথাটোৱে ভুবনেশ্বৰীক ভবাই তুলিছিল। সত্যৱতীয়ে ঘৰৰ এচুকত বহি লিখি আছিল, হঠাৎ পূজাৰ থানলৈ কুমাৰ অহাৰ বাতৰি পায়েই কাগজ টুকুৰা খাটত পাৰি থোৱা পাটীৰ তলত গুজি থৈ নেড়ু পুণ্য আৰু আন গাদিগুদাহঁতৰ সৈতে একেলৰে গুচি গৈছিল। ভুবনেশ্বৰীয়ে কৌতুহলী হৈ পাটীখন অলপমান দাঙি সত্যৰ হাতৰ আখৰনো কেনে—চাবলৈ মন কৰিছিল। কিন্তু দেখামাত্ৰে ভুবনেশ্বৰীৰ চকু দুটা ঠৰ লাগিল। গোট গোট আখৰেৰে ঠিক পদ্যৰ ছন্দেৰে এইবোৰ কি লিখি আছিল সত্যই ?

নকল কৰি আছিল নেকি ? কিন্তু নকলেই কৰিছিল যদি, তেনেহ'লে কাষত আন কিতাপ দেখা পোৱা নাছিল কিয় তেওঁ ? সৰ্বনাশীয়া ছোৱালীয়ে নিজেই ফকৰা ৰচিছিল নেকি ? ভয়ৰ কোবত ভুবনেশ্বৰীৰ তেজ চেঁচা পৰি গৈছিল। কিন্তু এই ৰহস্যৰ মীমাংসা কোনে কৰি দিব ?

ৰামকালীলৈ তেওঁৰ যে ইমান ভয়।

বাসুকে ক'লে পাঁচকাণ হোৱাৰ সম্ভাৱনা। ঘৰৰ আন যিসকল

লিখিব-পঢ়িবপৰা আছে, সকলোৱেই ভুৱনেশ্বৰীৰ শহুৰেক ভাইশহুৰেক। গতিকে বেচেৰীযে ভাবি ভাবি থাউনি নোপোৱা হৈছিল। তাৰ পাছত হঠাৎ মনত পৰিল সুকুমাৰীক। সুকুমাৰী পঢ়া-লিখা জনা।

কাগজটুকুৰা নিয়াৰ পাছৰেপৰাই তেওঁ সুকুমাৰীৰ ওচৰলৈ যাবলৈ ছেগ চাই আছিল যোৱা দুই-তিনি দিন ধাৰ। সত্যই পাটী লণ্ডভণ্ড কৰি কাগজ টুকুৰা বিচাৰি থকা দেখিছিল তেওঁ, আকৌ 'ধেত্তেৰি' বুলি নতুন কাগজ এখিলা লৈ লিখিবলৈ লোৱাও তেওঁৰ চকুত পৰিছিল। সেই কাগজৰ বুকুত সত্যই আৰু যে কেনেকুৱা ৰহস্যৰেখা আঁকিলে সেই সাঁথৰ তেওঁৰ অজ্ঞাত, সুধিলে সত্য জাঙুৰ খাই উঠে। ঘৰৰ মানুহৰ জৰলাকলাত পৰি তাই যে মুহূৰ্তমানো নিৰলে থাকিব নোৱৰা হৈছে—সেই স্পষ্ট কথাটো চিঞৰি ঘোষণা কৰিবলৈ সত্যবতীযে ভ্ৰূক্ষেপো নকৰে।

অতএৱ, এই টুকুৰাটোবেই ভৰসা।

তাই মুৰ দোঁবাই একাগ্ৰতীযাভাৱে কি ইমাননো কি লিখে সেই ৰহস্য জানিবলৈ মাতৃহৃদয় বিভিন্ন কাৰণেই বিযাকুল হৈ উঠে। বিযাকুল হয় কৌতূহলেৰে, বিযাকুল হৈ উঠে আশংকাৰে।

সত্যই যে ঘৰ কৰিব লাগিব!

হায়, সত্য ভুৱনেশ্বৰীৰ জীয়েক নহৈ পুতেক হোৱাহেঁতেন! দেউতাকৰ যোগ্যই হ'লেইহেঁতেন। কিন্তু ভুৱনেশ্বৰীৰ তেনে কপাল হ'ল ক'ত, তেওঁ যে চুণৰ চৰুত হাত দি আহিছিল। একোটি মাত্ৰ সন্তান, সিও ছোৱালী।

"কি হ'ল ননন্দী, মাত-কথা নাই কিয়?"

নিভাননী অবাক। ইমান কুণ্ঠানো কিহলৈ?

ননন্দী ধনৰ দুখীয়া নহয় যে ধাৰ খুজিবলৈ আহিছে বুলি ভাবিব। মনৰো দুখীয়া হোৱাৰ হেতু নেদেখে। তেনেহ'লে?

কিন্তু উত্তৰ তো কিবা এটা দিবই লাগিব। সেপ চুকি ভুৱনেশ্বৰীয়ে বাধ্যত পৰি ক'লে, "আহিছোঁ সৰু বোৱাৰীৰ ওচৰলৈ, এটুকুৰা কাগজ পঢ়ি দিব লাগিব।"

"কাগজ!" নিভাননী যেন আকাশৰপৰাহে পৰিল, "কাগজনো কিহৰ আক'? কিবা দলিল-পট্টা নেকি?"

"এ—নহয, সেইবোৰ একো নহয়। এয়া—হেঁৰি কিবা চিঠিৰ দৰে।"

"চিঠিৰ দৰে! সেয়া নো আক' কি বস্তু ননন্দী? আৰু চিঠি এখন পঢ়ুৱাবলৈ তোমালোকৰ ঘৰত এজন মস্তা মানুহক বিচাৰি নাপালানে যে সাত পৰগণা মাৰি এজনী মাইকী ছোৱালীক লগ ধৰিবলৈ আহিলা? কিবা গুপুত কথা আছে নেকি?"

সুকুমাৰী ডাব নাৰিকলৰ পানী আনিবলৈ গৈছিল। ভুৱনেশ্বৰীয়ে

অসহায়ভাৱে এবাৰ ইফালে-সিফালে চাই লৈ হঠাৎ সকলো দ্বিধা-দ্বন্দ্ব জাৰি-জোকাৰি পেলাই ক'লে, "কি যে কও বৰ বোৱাৰী, গুপুত কথা নো কি ? এয়া সইত্তৰ লেখা অক'মান। বোলোঁ অষ্টপহৰ কিনো লেখে চাবৰ ইচ্ছান। ঘৰৰ কাৰোবাক দেখুৱালে তো তাই গোটেইথন ৰসাতল কৰিব।"

সত্যৱতীয়ে যে লিখা-পঢ়াত ধৰিছে—এই সত্যটো নিভাননীয়ে নজনাকৈ থকা নাছিল। তথাপি তাই আজলমঠালি কৰি ক'লে, "কি নো কৈছা ননন্দী, আমাৰ সইতায়ো তাইৰ সৰু মামীয়েকৰ দৰে লিখাপঢ়াত ধৰিলে! কালে কালে হ'ল কি কোৱাচোঁ ? বোলোঁ তোমাৰ জীয়েৰাই চোগা-চাপকন পিন্ধি কেছাৰীলৈহে যাব নেকি ? আটাইবোৰ মানুহ তোমাৰ ভায়েৰাৰ দৰে নহয় নহয়—যে ইচ্ছামতে সকলো কৰি থাকিলেও একো নহ'ব। দৰা-ঘৰীয়াহঁতে কথাটো গম পায় যদি কেনেবাকৈ—?"

"কি কৰিম বৰ বোৱাৰী, তোমাৰ জোঁৱাই যে কেনে আঁকোৰগোজীয়া জানাই নহয়। জীয়েকে ক'লে পঢ়িম—বাপেকে ক'লে পঢ়া। জীয়েকে আকাশৰ জোনটো আনি দিবলৈ ক'লেও আনিবলৈ যোৱাবিধৰ মানুহ। সেই দেখিহে মই ভাবিলোঁ যে তাই সদায়নো কি লেখে বহি বহি চাবৰ ইচ্ছান—!"

সুকুমাৰীয়ে ডাঙৰ পাথৰৰ বাটি এটাত নাৰিকলৰ পানী লৈ আহিল।

"অ' আই! ইমানখিনি খাব নোৱাৰিম। অ' সৰু বোৱাৰী, তুমিও খোৱা অলপ।" ভুবনেশ্বৰীয়ে ক'লে।

"খোৱা খোৱা—ৰ'দত ৰঙা পৰি আহিছা।"

"তেওবুলি, ইমান নাখাওঁ।"

অগত্যা সুকুমাৰীয়ে অলপ ঢালি ল'বলগীয়া হ'ল। ইতিমধ্যে ভুবনেশ্বৰীয়ে বিষয়টোক লঘু পৰ্য্যায়লৈ লৈ যাবলৈ বুধি পাঙিলে, সেয়েহে ডাব নাৰিকলৰ পানী এঢোক খাই বাঁও হাতৰ মুঠিৰপৰা কাগজৰ টুকুৰাটো উলিয়াই আগবঢ়াই দি ক'লে, "এয়া—লোৱা, হেৰা বিদ্যাৱতী বোৱাৰী পঢ়াচোন পঢ়া। আমিবোৰ তো চকু থাকোঁতেও অন্ধ।"

"জনমে জনমে যেন অন্ধ হৈয়েই থাকিব পাৰোঁ—" নিভাননীয়ে কণ্ঠুৱা মাতেৰে ক'লে "বিবিলাকে দহহতীয়া শাড়ী কাপোৰেৰও পোন্ধ ঢাকিব নোৱাৰে, সিহঁতকনো আক' ইমান চকু-কাণ কিহলৈ ?"

কিন্তু নিভাননীয়ে এই কথা কোৱাৰ পাছতো কাগজ টুকুৰাৰ ওপৰত এনেকৈ উবুৰি খাই পৰিল যে, তাই চকু-কাণ থকা হোৱাহেঁতেন কাগজ টুকুৰাক বোধকৰোঁ চকুৰে চেলেকি খাই পেলালেহেঁতেন। ভুবনেশ্বৰীয়ে যিয়েই নকওক লাগিলে, কাগজ টুকুৰাৰপৰা কিবা যেন ৰহস্যৰ গোন্ধ ওলাইছে। সুকুমাৰীয়ে কাগজটুকুৰালৈ চাই ক'লে "কি নো ?"

"কি—মই কম কিয় ? তুমি কোৱা।" ভুবনেশ্বৰীয়ে হাঁহি মাৰিলে।

"এইটো দেখোন এটা ত্ৰিপদী ছন্দৰ দেৱীবন্দনা। কোনে লিখিছে? হাতৰ আখৰ কেইটা হ'লে খুব ধুনীয়া।"

'ত্ৰিপদী ছন্দ' কথাষাৰ বুদ্ধিগ্ৰাহ্য নহয়, কিন্তু 'দেৱীবন্দনা' কথাষাৰৰ অৰ্থ নজনা নহয়। ভুৱনেশ্বৰীৰ বুকুৰপৰা যেন এটা পাহাৰ খহি পৰিল। তেনেহ'লে বস্তুটো দোষণীয় একো নহয়!

"পঢ়াচোন শুনো?"

সুকুমাৰীয়ে অলপ শংকাপূৰ্ণ দৃষ্টিৰে বৰ জায়েকলৈ চালে। নিভাননীৰ সন্মুখত পঢ়িব? তেওঁনো কেনেদৰে ল'ব কথাটো? গুৰুজনলৈ অসন্মান প্ৰদৰ্শন? কিন্তু নিভাননীয়েই অভয়দান দিলে, "ও' পঢ়াচোন পঢ়া। বোবা-কলা কণা-অন্ধহঁতক গিয়ান দিয়া।"

গতিকে, সুকুমাৰীয়ে সৰুকৈ গলহেকাৰি এটা মাৰি অলপ ইতস্ততঃ কৰি পঢ়িবলৈ ধৰিলে:

আঁহা আই জননী দুৰ্গে ত্ৰিনয়নী
আহাঁ আহাঁ শিবজায়া,
সন্তানৰ ঘৰলৈ' আহাঁ দয়া কৰি,
মহেশ্বৰী মহামায়া।
তোমাক চাবলৈ' কিমান আশাৰে
আছোঁ আকুল হৈ,
আহিবা আই তুমি এই মৰ্ত্যভূমি,
পুত্ৰ-কন্যা সৰে লৈ।
ওৰেটি বছৰ শূন্য এই ঘৰ
নিৰৱধি দুখে আছোঁ,
দিৱস ৰজনী কাটে দিন গণি,
তোমাক আমি যে যাচোঁ—"

"অ আই! শেষখিনি নাই যে?" সুকুমাৰীয়ে অবাক হৈ ক'লে, "এই স্তোত্ৰৰ ক'ত পালা ননন্দী?"

"নক'বা আৰু—" ভুৱনেশ্বৰীয়ে তেওঁৰ কুণ্ঠিত কণ্ঠস্বৰ দমন কৰিবলৈ বিচনীখন দাঙি লৈ জোৰে জোৰে বিচিবলৈ ধৰিলে আৰু ক'লে, "আমাৰ সইত্যৰ কীৰ্ত্তি। লিখি আছিল—কুমাৰে প্ৰতিমাৰ জুমুধি বান্ধি থকা শুনি পেলাই থৈ দৌৰ দিলে আৰু মই বুটলি আনি—"

"পিছে নকল কৰিলেনো ক'ৰপৰা?" সুকুমাৰীয়ে প্ৰশ্ন কৰিলে।

"নকল কৰা যেন নালাগে দেখোন—" ভুৱনেশ্বৰীয়ে কওঁ-নকওঁকৈ ক'লে, "তাই নিশ্চয় নিজেই লিখিলে।"

"কি যে কোৱা ননন্দী—" সুকুমাৰীৰ কণ্ঠত অবিশ্বাসৰ সুৰ ফুটি

উঠিল, "নিজে কি লিখিব তাই, এই কণমানি-ছোৱালীজনীয়ে এইবোৰ কথাৰ অৰ্থ জানে জানো ?"

"নাজানে বুলিযেইবা কওঁ কেনেকৈ, তাই লুকাই-চুৰকৈ তোমাৰ ননন্দ-জোঁৱাইৰ কবিৰাজী শাস্তৰৰ কিতাপবোৰো উলিয়াই-মেলি পঢ়া মই দেখিছোঁ।"

"সেই কথা বেলেগ। পাৰক-নোৱাৰক লৈ বহে, কিন্তু সেই বুলি ছন্দ মিলাই আখৰ মিলাই ইমান ডাঙৰ স্তোত্তৰ ৰচনা কৰা সহজ কথানে ?"

সৰু বোৱাৰীৰ এই অবিশ্বাসে ভুৱনেশ্বৰীক অলপ শ'লঠেকত পেলাইছিল। কিন্তু অবিশ্বাসৰ ডাবৰ নোহোৱা কৰিলে নিভাননীয়ে, যিজনীযে ইমান সময় ধৰি মুখখনৰ ওপৰত আহাৰমহীযা আকাশখন নমাই আনি সৰু জাযেকৰ 'অৱলীলাক্ৰমলৈ' চাই আছিল।

সুকুমাৰীৰ কথা শেষ হোৱাৰ লগে লগেই নিভাননীযে টপৰাই ক'লে, "পিছে এই কথাত ইমান আচৰিত হ'বলগীযা কি হ'ল ? ননন্দীয়ে মনত দুখ পাব বুলিহে অলপ ঢাক-ঢুককৈ কওঁ, নহ'লে ননন্দীৰ সেই পিটকণি-জনীয়েই জানো কম ? কিছুমান দিনৰ আগতে তাই জটাৰ নামত ফকৰা ৰচা নাছিলনে ? এয়া আই দুগগাৰ নামত। পিছে হওঁতে কথা নিবমেই। জোঁৱাইৰ দপদপনিত আমি দহোজনীযে বাৰু মুখত সোপা দি আছোঁ জানিবা, পিছে কুটুমে মানিবনে ? এবাৰ কেনেবাকৈ গম পালে—"

কথা আৰু শেষ নহ'ল, খোল খাই থকা দুৱাৰৰ আগত মোক্ষদাৰ বিতত মূৰ্তি দেখা গ'ল। "আহা আহাঁচান, বেগাতে আহাঁ মাজু বোৱাৰী, খৰকৈ আহাঁ, সিপিনে আৰু এটা কাণ্ড হ'ল।"

কাণ্ড হ'ল। কি কাণ্ড।

ভুবনেশ্বৰীৰ মুখৰ মাত হ'ৰিল, তেওঁ তভক খাই চাই ৰ'ল। সুকুমাৰীযে আগতেই ওৰণি লৈছিল। পিছে নিভাননীৰ কথা সুকীয়া। এইখন ঘৰৰ গৃহিণীৰ বাব তাইৰ, তাই সুধিলে, "কিহৰ কাণ্ড আই ?"

"নক'বা আৰু বাচা, হৰিভকতনীৰ ঘৰলৈ গৈছিলোঁ, গৈ বহিবলৈ নৌ পাওঁতেই ৰাখোৱাল ল'ৰাটো পেৎলাখুটিৰে গৈ ওলালগৈ। কি সমিচাৰ ? বোলে শীঘ্ৰে ব'লা, সইতাৰ শহুৰেকৰ ঘৰৰপৰা মানুহ আহিছে। ভাগ্যেহৰি-ভকতনীৰ ঘৰলৈ যাওঁ বুলি বাইদেউক কৈ আহিছিলোঁ। আৰু কপালো যে—"

মোক্ষদাৰ কথা নৌ শেষ হওঁতেই হঠাৎ ভুৱনেশ্বৰী উচুপি উঠিল।

"আই দেহি ঐ ! তোমাৰনো আক' ফেকুৰিবলৈ কি হ'ল ? ব'লা ব'লা —অপেক্ষা কৰাৰ সময় নাই।"

কিন্তু যাব কোনে ? ভুৱনেশ্বৰীৰ ভৰি দুখনেই নহয়, আনকি লোমকূপবোৰো অবশ। সত্যাৰ শহুৰেকৰ ঘৰৰ মানুহ !

গতিকে সকলো কথা যে ওলাই পৰিল তাত আৰু সন্দেহৰ থল নাই, আৰু এনেকৈ আগজাননী নিদিয়াকৈ অহাৰ কি আৰু বেলেগ অৰ্থ হ'ব পাৰে ? ক'ত কোন ঘৰশত্ৰু বিভীষণ আছে, সি শত্ৰুৰ যেই সত্যৰ এই মাৰাত্মক অপৰাধৰ আৰু সত্যৰ দেউতাকৰ এই ভয়ানক দুঃসাহসৰ বাতৰি দিছেগৈ নিশ্চয়। তাৰ পাছত ? তাৰ পাছত আৰু কি লাগিছে, ভুৱনেশ্বৰীয়ে মাত্র ফেকুৰি থকাৰ সলনি চেৰেউ-ফেৰেউকৈ কান্দি উঠি ক'লে, "পেহী ঔ—মোক তুমি ইয়াতে মাৰি থৈ যোবা, মই আৰু ঘৰলৈ যাব নোৱাৰিম—।"

"আহাহা—অধইয্য হৈছা কেলৈ মাজুবোৱাৰী, অধইয্য নহ'বাচোন।" মোক্ষদাই বহি থকাতে পিছফালে ঘূৰি চাই ব্যস্ত কণ্ঠেৰে ক'লে, "এতিযা অধইয্য হোৱাৰ সময় নে ? যদি এতিযাই যাব নোবাৰা, অলপ চম্ভালি লৈ ভাই-বোৱাৰীৰ সৈতে যাবা বাৰু, মই আহিলোঁ। ভৰিযে মোৰো ভৰি নচলা হৈছে, কি খবৰতা লৈ আহিছে কোনে ক'ব ? সেই বুলি কৰতব্য তিযাগ কৰিবতো নোৱাৰি। বাৰু, মই আগবাঢ়িলোঁ।"

'পেংলাখুটি' নোহোবাকৈযেই পেংলাখুটিৰ বেগেৰে মোক্ষদা অদৃশ্য হ'ল।

ভুৱনেশ্বৰী যেতিযা নিভাননীৰ সৈতে সন্তৰ্পণে গৈ পিছ দুৱাৰেদি সোমালগৈ, তেতিযা ঘৰখন নিতাল নিজম।

যেনিবা এইমাত্র কোনোবাই কিবা শোক সংবাদ দিছে। তেনেহ'লে ?

নিভাননীযে ফুচফুচাই ক'লে "ঘৰখন ইমান নিজম পৰি আছে কিয কোৱাচোঁ ননন্দী ? মোৰ যেন কেনেবা কেনেবা লাগিছে মনটো। আৰু এই পোৰা মনৰ স্বধৰ্মযেই হ'ল 'কু' ভবা।—জোঁৱাইৰ কিবা দুঃসম্বাদ অহা নাইতো ? আধামৰা মানুহজনীক চোঁধ্যঅলা মাৰি পেলাই নিভাননীযে আপোন মনে চোতাললৈ নামি গৈ ইফালে-সিফালে চাই পঠিযালে।

সোৱা কোনোবা যেন জুম বান্ধি বহি আছে, ওৰণি লৈ বোধ হয সাৰদা ঘূৰা-ফুৰা কৰিছে, সৰু সৰু ল'ৰা-ছোৱালীহঁত ক'ত আছে ঠিকনাই নাই।

"আহা ননন্দী উঠি আহাঁ, কপালৰ লিখন কোনে খণ্ডাব, সকলো সহিবই লাগিল। কাৰ কি হ'ল চাওগৈ ব'লা।"

নিভাননীযে নিজে বুজক-নুবুজক, তাইৰ অৱচেতন মনটোৰ এখন ফটো তুলিব পৰা হ'লে তাত এটা প্ৰত্যাশাৰ ছবি দেখা পোৱা গ'লহেঁতেন। সত্যৰ জোঁৱাইৰ 'কিবা' এটা হোৱা হ'লেহে যেন তাইৰ সেই প্ৰত্যাশা পূৰ্ণ হয। ননন্দীৰ দহি থকা সেই গহন গভীৰত যে অনিৰ্বাণ একুৰা জুই জ্বলি আছে, এনেকুৱা কিবা এটা হোবা হ'লে জানিবা অলপ শীতল হয়েই!

ভুৱনেশ্বৰীযে কিন্তু বাৰাণ্ডাত উঠি ঘৰৰ দুৱাৰডলি পাৰ হ'বলৈকো

সাহস সঞ্চয় কৰিব নোৱাৰিলে। তেওঁ চোতালৰ চিৰিতে বহি লৈ ক'লে, "মোৰ হাত-ভৰি অবশ হৈ পৰিছে বৰ বোৱাৰী, তুমি চাই আহাঁগৈ যোৱা।"

"তোমাৰো যে কথা। তুমি ইযাত এনেকে বহি থাকিলে হ'বনে? কি বোলে—ভীমৰ গদা বুকুত পৰিলেও দেখোন বুকু পাতি ল'বই লাগিব—।" সহানুভূতিত নিভাননীৰ কণ্ঠস্বৰ কুমলি আহিল, "ব'লা মই তোমাক ধৰি লৈ যাওঁ ব'লা।"

ভীতি যিমানেই তীব্ৰ নহওক, ভীতিৰ আকৰ্ষণো যে তাতোকৈ অধিক তীব্ৰ। এতেকে ভুবনেশ্বৰী উঠি থিয় হ'ল। লাহে লাহে বাৰাণ্ডাত উঠি ঘৰৰ এচুকৰ এখন খিৰিকীযেদি জুমি চালে। নিভাননীয়ে অবশ্যে দুৱাৰৰ ওচৰ পাইছেগৈ। —কিন্তু কথানো কি?

'অঘটন' কিবা একোৱে চিন-মোকাম নাই দেখোন। অন্ততঃপক্ষে সত্যৰ শহুৰগৃহৰপৰা অহা গাদহী মানুহজনীৰ আওভাও দেখি ভালেই যেন লাগিছে দেখোন। হযতো কোনোবা বাগ্দী, নতুবা কোনোবা 'নাপিত ছোৱালী', নহ'লেনো আৰু কোন আহিব? যিয়েই নহওক, এতিয়া তেওঁৰ আদৰ-সাদৰ প্ৰায় বাজৰাণীৰ দৰে। তেওঁক জা-জলপান দিয়া হৈছে, আৰু তেওঁক বেঢ়ি ধৰি বহি আছে দীনতাৰিণী কাশীশ্বৰী মোক্ষদা শিৰজায়া সৰুজেঠী, আৰু আশ্ৰিতা প্ৰতিপালিতাৰ জাক। সকলোটিৰ মুখতে এক ভক্তি-বিনম্ৰ ভাব।

আৰু চকুৰ মণিজনীৰ মুখত ফুটি উঠিছে অহংবোধৰ দৃপ্ত মহিমা। তেওঁৰ সন্মুখত মস্ত ডাঙৰ ওখকণীয়া পাথৰৰ বাটি, বাটিৰ মাজভাগত দেউল হেন শুকান চিৰাৰ দ'ম, ওচৰতে এটা ওখ ক'লা পাথৰৰ বাটিত এবাটি দৈ আৰু নিচেই কাষতে এখন গোটা কলপাতত এআশী মালভোগ কল, গণ্ডাচেৰেক মণ্ডা-মিঠাই, এসোপা চেনিৰ বাতাচা আৰু ক্ষীৰকদম্ব, চন্দ্ৰপুলি পিঠা, নাৰিকলৰ লাৰু, মগুলাৰু ইত্যাদিৰে বেছ বুজন পৰিমাণৰ সম্ভাৰ।

অৰ্থাৎ ঘৰে-পৰে যত বিধৰ মিঠাই-পিঠা আছিল, সকলো দি তুষ্ট কৰিবলৈ চেষ্টা কৰা হৈছে কুটুম্বগৃহৰ নাপিতনীক। ওঁ, নাপিতনীয়েই।

দীনতাৰিণীৰ কথাতে গম পোৱা যায়। তেওঁ জয়দেউ কাকুতিৰে কৈছে: "আৰু চাইটামান চিৰা দিওঁ নাপিতবিষনী? আৰু বিয়নী বুলিয়েইবা কওঁ কিয়, হিচাপ মতে জীৰ লেখীযাই বুলিব পাৰি, জী নহৈনো কি? আৰু অলপমান চিৰা দৈৰে সানি খাই লোৱা, দৈৰে সানি ল'লে চিৰানো কিমানকিটা? সেই ধলপুৱাতে ওলাইছা, ৰ'দৰ তাপত চকু-মুখ একেবাৰে কেহৰাজবঁটা যেন হৈছে।"

ভুৱনেশ্বৰীয়ে বোধকৰোঁ তৎবুদ্ধি হেৰুৱায়েই তোতিয়াৰেপৰা খিৰিকীৰ ওচৰতে থিয় হৈ আছিল, আন সকলো পাহৰি নিষ্পলক চাৰনিৰে সেই দেৱীমূৰ্তি আৰু দেৱীৰ আগতে ভোগ দিয়া নৈবেদ্যলৈ চাই আছিল,

হঠাৎ কাৰোবাৰ মাত শুনি চঁক খাই উঠি পিছফাললৈ ঘূৰি চালে, পিছফালে থিয় হৈ আছে সাৰদা !

"মাজুখুড়ী ইয়াত যে ?"

"এনেযে—। ঘৰ সোমাবলৈ ভৰিকে তুলিব পৰা নাই অ'। সেইজনী বিয় আহিল বৰ বোৱাৰী ?"

"কিয় আৰু—" সাৰদাই বিষণ্ণ কণ্ঠেৰে শুন-নুশুনকৈ ক'লে, "আহিল ডাঙৰ উদ্দেশ্য এটা লৈ। তেওঁলোকে তেওঁলোকৰ বোবাৰীক লৈ যাবলৈ খবৰ পঠাইছে। আহিন সোমালেই লৈ যাব বুলি কৈছে।"

"আহিন সোমাওঁতেই! কি নো কৈছা বৰবোৱাৰী! আৰু মাত্ৰ কেটামান দিনৰ পাছত ?"

"তাকে তো কৈছে। গণক মতাই দিন-খেণ চোৱাই বোলে পঠিয়ালে তেওঁলোকে।"

অলপ পৰলৈ ভুবনেশ্বৰী নিৰ্বাক হৈ থাকিল। তাৰ পাছত তেওঁৰ বুকু ভেদি এটা প্ৰশ্নই মুৰ দাঙিলে, "সইতাই গম পাইছেনে ?"

"নোপোৱাকৈ আছেনে আৰু ?"

"কি কৰি আছে তাই ?"

"ক'ব নোবাৰোঁ। ভয় খাই ভিতৰ সোমালগৈ বোধ কৰোঁ।"

"মই ঘৰত নথকা কথাটো কোনোবাই গম পাইছিলনে ?"

এইবাৰ সাৰদাই অলপ সঁচা কথা লুকুৱালে, "ক'ব নোৱাৰিলোঁ মাজুখুড়ী, বোধকৰোঁ নাই পোৱা গম কোনোৱেই। সকলোটি উলহ-মালহতে ব্যস্ত আছিল।"

সঁচা কথা ক'ব নোবাৰি।

কিযনো, অনুপস্থিত ব্যক্তি সম্পৰ্কে যেনে ধৰণে আলোচনা কৰা হয়, সেই কথা অবিকল প্ৰকাশ কৰিলে মানুহে 'লগনীয়া-টুটকীযা' বুলি ক'ব।

"ব্যস্ত থকা হ'লেই বাচোঁ—' ভুৱনেশ্বৰীযে আকৌ হুমুনিযাহ ছাৰি ক'লে, "কিন্তু এতিযা নো হঠাৎ আক' কি বিপদখন চাপিল বৰ বোৱাৰী !"

বৰ বোৱাৰীযে উত্তৰ দিবলৈ নৌ পাওঁতেই নাপিত-ছোৱালীৰ মাতৰ হেনা-হুচা ধ্বনিত হ'ল : "দেউতাক ঘৰত নাই বুলি পঠাবলৈ মত দিয়াত আইজালে-বাইজালে বাংফঙীযা কথাবোৰ কৈছা কেলে, আই ? মই তো আজিযেই লৈ নাযাওঁ। মোক তেওঁলোকে মাহটোৰ এইকিটা দিন ইযাতে থাকি আহিনৰ তিনি তাৰিখে লৈ যাবলৈ কৈছে।"

জগতৰ সকলো বিস্ময় একেটি মাথোন প্ৰশ্নৰ যোগেদি প্ৰকাশ কৰিব পাৰিবনে? সেই একেটা প্ৰশ্নৰ মাজতে জগতৰ আটাইতকৈ অসহনীয় ধৃষ্টতালৈ ধিক্কাৰ জনাব পাৰিবনে?

আন কাৰোবাৰ পক্ষে সম্ভৱ হয়নে নহয়—নাজানো, কিন্তু অন্ততঃ এজনীৰ পক্ষে সেইটো কৰ্ম সম্ভৱ হোৱা দেখিলোঁ।

বাৰুইপুৰৰ বানাৰ্জি-গৃহিণীৰ একেটি মাথোন চুটি প্ৰশ্নৰ মাজেদি বিশ্বৰ সকলো বিস্ময় আৰু ধিক্কাৰ-বাণী ধ্বনিত হ'ল।

"নপঠালে।"

"ওহোঁ।"

বাট বুলি বুলি ভাগৰ পৰা নাপিত-বোৱাৰীয়ে এই এটি মাত্ৰ শব্দ উচ্চাৰণ কৰি ভৰি মেলি বহিল।

প্ৰথম প্ৰচণ্ড ঢৌৰ পৰৱৰ্তী আন এটি সৰু ঢৌ।

"তই হাৰি আহিলি?"

এইবাৰ বিস্ময় আৰু ধিক্কাৰৰ পাল পৰিল নাপিত-বোৱাৰীৰ।

"কথাও যে তোমাৰ। সিহঁতৰ ছোৱালী, সিহঁতে নপঠালে, মই সিহঁতৰ ঘৰৰপৰা ছোৱালীজনীক কিবা কাঢ়ি লৈ আহিমনে?"

এইবাৰ বানাৰ্জি-গৃহিণীয়েও ভৰি মেলি বহিল, চেলাউৰিয়ুৰি কোঁচ খুৱাবলৈ চেষ্টা কৰি ক'লে, "কিবা অছিলা দেখুৱালে?"

"তোমাৰো যে কথা—অছিলানো আৰু কিহৰ? মুখ খুলি বুকু ফিন্দাই পোনচাটেই খাৰাংখাচ কৈ দিলে, 'নপঠাও' এতিয়া'।"

নাপিত-বোৱাৰীয়ে আঁচলৰ গাঁঠি খুলি পাণৰ টেমাটো উলিয়ালে।

"এতিয়াই মুখত পাণ নভৰাবি নাপিত বোৱাৰী, চৈধ্যবাৰ পিক পেলাবলৈ উঠি উঠি যাবি। আগতে মোৰ কথাবোৰৰ উত্তৰ দি ল'। বোলোঁ অছিলা-অজুহাত একো নহয়—মাত্ৰ নপঠাও" ?"

"এতিয়া নপঠাও"।"

"পিছে পঠাব কাহানি? মোৰ শৰাধৰ সময়ত? মই ভাবিয়েই থাউনি নোপোৱা হৈছোঁ নাপিত-বোৱাৰী, ছোৱালীৰ বাপেকীৰ ইমান খামীডাঠ, ইমান ডেমাকি? বোলোঁ পৃথিবীত জোন-বেলি এতিয়াও ওলাইছেনে নাই ওলোৱা? এই কথা ভাবি তোৰ বুকুত ধান বনাদি নাবানিলনে যে তই

বাঘৰ নেগুৰেদি কাণ খজুৱাবলৈ লৈছ ? তোৰ জীয়েৰক আমি কি বোলেনে —যদি ত্যাগ দি থওঁ ?"

নাপিত-বোৱাৰীয়ে হাক নামানি মুখত পাণ-চেধা ভৰাই ক'লে, "বুকুত ধান বনাদি বানিব ? হুঃ ! এজনী নাঙ্গাগে এশজনী ছোৱালীক ঘৰত ভাত-কাপোৰেৰে পোহ-পাল দিয়াৰ ক্ষমতা সিহঁতৰ আছে। মিছা ক'ব নাপায়— সাইখাত লখিমীৰ ঘৰ যেন।"

"বোলোঁ অ'ই ৰামৰ খাই ৰাৱণৰ গীত গোবাজনী—বৰকৈ কঁটিয়ালে নোক ?" বানাৰ্জি-গৃহিণীয়ে তেওঁৰ দুবত ক্ৰোধক পৰিহাসৰ ছদ্মবেশ পিন্ধাই বচন গাবলৈ ধৰিলে, "সেইদেখিহে সিহঁতৰ লখিমীৰ লযলাস দেখি চকুত জলক লাগিছে, নহয—? বোলোঁ ঘৰত ভাত-কাপোৰ থাকিলেই জীযেকৰ শহুৰেকৰ ঘৰৰ আশ্বযৰ মুদা মাৰিব লাগিব, নহয ? ইমান আস্পদ্দাৰ পাছত ফোঁপযহীহঁতৰ ছোৱালীক আৰু মই ঘৰত ঠাই দিম বুলি ভাবিছনে ?"

"খোৱাৰ কথা লৈ উজ কাৰ নিদিবা বামুণ নবৌ, তোমালোকৰ কিৰ্পাত নাপিত-বোৱাৰীৰ কপালত তেনেকুৱা ৰাজভোগৰ অভাব নাই। পিছে হয, কৃপাদৃষ্টি আছে। মাথোন টকা থাকিলেই নহয, কৃপাদৃষ্টি থাকিব লাগে, হিদয লাগে বুইছা ?"

কথাষাৰ অৰ্থবহ আৰু সেই অৰ্থই বানাৰ্জি-গৃহিণীৰ অন্তৰত বেজিযে বিন্ধাদি বিন্ধিলে। তথাপি তেওঁ নিজক সংযত কৰি ক'লে, "পিছে, ক'চোন কিৰপাদিষ্টিৰ পৰিচযনো কিহেৰে দিলে ? তোক বিছভৰিৰ কৰ্দনি গঢ়াই দিলেনে পঁচিছ ভৰিৰ কঁকালী ?"

"উপহাস্যিৰ একো কথা নাই, অনেষ্য কথা ক'লেই হ'বনে ? এযোৰ ফৰাছডাঙাৰ উকা-শাড়ী, এখন পাটৰ চুৰিযা আৰু নগদে পাঁচটা টকা কোনে দিযে কুটুমক ?

"কেলেই নিদিব, যিবোৰে ছোৱালীক ঘৰতে ৰাখিবলৈ বিচাৰে সিহঁতে ভেটীভাৰ দি কুটুমৰ মুখত সোপা দিয়ে। নহ'লেনো তই সিহঁতক গালিছালি নাপাৰি বহি বহি এনেযে গুণ বখানিছনে বাৰু ? তোৰ ওপৰত মোৰ ভাৰসা আছিল, এইফালে তোৰমান 'মুখ-আগলিকা' আৰুনো কোন আছে ? আৰু শেহলৈ তযেই নাক-কাণ কটালি ? বাঘিনীজনী বোৱাদি গৈ বিৰালীজনী বিৰালীজনী হৈ উভতি আহিলি ?"

"কি যে থামাখা বিতণ্ডাখন লগাইছা বামুণ নবৌ, ছোৱালীৰ বাপেকে নিজে আঁতিৰত থিয় হৈ ক'লে, "মা, কুটুমৰ জী-ক কৈ দিয়া, কন্যাকাল পূৰ্ণ নহয়মানে তাইক ঘৰ কৰিবলৈ পঠোৱা নহ'ব বুলি বিয়াৰ সময়ত কথা

হৈছিল, সেই কথা তেওঁলোকে কিজানি পাহৰি গ'ল, মই তো নাই পাহৰা। সময় হ'লে যাব তাই, নিশ্চয় যাব।"

বিবাহকালৰ চৰ্তৰ কথা উল্লেখ কৰাত বানাৰ্জি-গৃহিণীয়ে বোবা-চোঁৱা কৰি উঠিল, "কি ক'লি কি ক'লি নাপিত বো'ৰী, বিয়াৰ সময়ৰ চৰ্ত-চৰ্তৰ কথা কৈছে সিহঁতে? এনেকুৱা কথা ক—ত হয়, কথাত বোলে লাখ কথা নহ'লে বিয়াই নহয়—বোলোঁ তেওঁলোকৰ চৰণত কোনোবাই খত লিখি দিছিল নেকি? মোৰ ঘৰৰ বোৱাৰী, মোৰ যদি লৈ আহিবলৈ মন যায়, তেতিয়া? ধ্যাৰ্, মযো চাই ল'ম নহয় সিহঁতৰ কিমান আস্পদ্ধা, কিমান মহিমা? জীয়েকক ভাত-কাপোৰ দিলেই যদি সকলো লেঠা ছিগিলহেঁতেন, তেনেহ'লে কোনেও ছোৱালীক বিয়া দি পৰৰ ঘৰলৈ নপঠালেহেঁতেন, বুইছনে তই নাপিত-বোৱাৰী? মই অহা মাহতে আকৌ মোৰ ল'ৰাৰ বিয়া পাতিম, তোক মই কৈ থ'লোঁ।"

নাপিত-বোৱাৰী ইমান অশলাগী নহয়। এওঁলোকৰ বহুত খালে বহুত পালে, সেয়েহে বেজাৰ মুখেৰে ক'লে, "সেইবোৰ তোমালোকৰ কথা তোমালোকেই বুজিবা, বিয়েৰে বামুণদাদাৰ নামত পত্ৰৰ লিখি পঠিয়াইছে। হোঁ—এয়া লোবা এইখন।"

"তই যে তাজ্জব কৰিলি নাপিত বো'ৰী, এই কিদিনতে তোক সিহঁতে কি মন্তৰ কৰিলে, কি যাদু কৰিলে ঔ? সেয়েহে ঘৰশত্ৰু বিভীষণ হ'লি তই। এতিয়া তই লোণ খাই গুণ গোবা হ'লি। সেই মৰণ্ডে মৰাহঁতৰ হৈ মাত মাতিছ এতিয়া, নহয়? ওঁ, দে পত্ৰখন।"

"এয়া, লোবা।" নাপিত-বোৱাৰীয়ে গামোচাৰ গাঁঠি খুলিলে।

বানাৰ্জি-গৃহিণীও শেন চকুৰা, তেওঁ লগে লগে গামোচাৰ টোপোলাটোৰ ভিতৰলৈ শেন চকুৰে চাই ক'লে, ক'তা, বৰলোক কুটুমে তোক কি দিলে চাওঁ।"

এটা ফটাকানিৰ টোপোলা খুলি এখন সাত ভঁজুৰা চিঠি উলিয়াই মাটিত থৈ নাপিত বোৱাৰীয়ে তাৰপৰা পোৱা বস্তুখিনি দেখুৱাবলৈ ধৰিলে, "এয়া পাটৰ চুৰিয়া, এয়া ফৰাছডাঙাৰ থান-ধুতিবোৰ, এইখন গামোচা, আৰু—"

"হুঁ—আকৌ নতুন ঘটি-কাঁহীও দিলে দেখিছোঁ?" বানাৰ্জি-গৃহিণীয়ে ক'লে, "এনেয়ে কওঁনে ভাৰভেটী দিয়া বুলি। কাঁহীখন দেখিছোঁ শিল যেন গধুৰেই।"

"ওঁ, গধুৰেই। আৰু তেওঁলোক মুখেৰেও মিঠা। মোক পাই ঘৰৰ আটাইকেইজনীয়েই কিখন যে নকৰিলে। তুমি মোক থিয়েই লোবোলা—বুইছা বামুণ-নবৌ, কুটুম তোমাৰ বৰ ভাল হৈছে। বুইছা নবৌ, ইমান ভাল কুটুমৰ সৈতে অসাদৰ-অসম্ভ্ৰম কৰিলে তোমাৰহে

লোচ্‌কান। পিছে—মিছা নকও তোমাৰ বোৱাৰীজনী অলপ হেৰি—চেলেপ্‌।”

চেলেপ্‌!

হঠাৎ বানাৰ্জি-গৃহিণী যেন থৰ হৈ গ’ল।

“চেলেপ্‌। আৰু সেই কথাটোকে ইমান পৰে নাই কোৱা তই? হ’ব তো, নহ’ব কিয় ক’? বাপেকৰ চাল-চলনৰ উমান পাই আছোঁৱেই নহয়, ধনৰ ডেমাকত ধৰাক সৰাজ্ঞান কৰে, জীয়েকক লাই দি দি কেঁচাইখাতী গোসাঁনী কৰি তুলিছে। পিছে তয়ো বাৰেৰে মযো তেৰেৰে। মযো এলোকেশী বামুণী—চেলেপ্‌ বোৱাৰীক কেনেকৈ সেও মনাব লাগে—জানোৱেই নহয় মই?”

“তাকো আৰু নাজানিবানে?” ওঁঠপাতল নাপিত-বোৱাৰীয়ে ক’লে, “আন এজনীক ঘৰত সুমুৱাই লৈ যিহে পোতনি-থেকেচা দিছা দিনে-নিশাই সেই কথা নজনা মানুহ নাই। পিছে এইজনী বোৱাৰীক তুমি কেনেকৈনো সেও মনাবা, তোমাৰ পুতেৰাৰ আক’ বিয়া পাতিবা বুলি কৈছাই দেখোন।”

নাপিত-বোৱাৰীৰ কথাত বানাৰ্জি-গৃহিণী এলোকেশীযে ভয় খালে অলপ। তাই হে চেলচেলীযা, চুবুৰিযে চুবুৰিযে সকলো কথা ৰটি ফুৰিব তাই, সকলো সদৰি কৰিহে এৰিব। বানাৰ্জিহঁতে বোৱাৰীক আনিবলৈ মানুহ পঠিযাইছিল, বিবৈৰে ছোৱালীক উলিযাই নিদিলে, এইবোৰ কথা সদৰি হ’লে মান-সম্মান বোলা কিবা বস্তু আৰু থাকিবনে? নাপিতনীক জোকাই লোৱাটো বৰ ঠিক নহ’ল। নলযো তাইক জোকাই কেনেও নোজোকায তাইক, সাহসেই নকৰে জোকাবলৈ। তাই সকলোৰে চৰুৰ খবৰ ৰাখে, আটাইৰে ঘৰলৈ তাইৰ আহ-যাহ, আৰু সমযে-অসমযে নাপিত বোৱাৰীৰ শৰণ নল’লেও নহয়। যেনে তেজ-পম থকা, তেনে বিশ্বাসীও, আৰু তেনেকৈযে টেপৰ ঠুকা দিব পৰা ৰণচণ্ডীজনী। দৰকাৰ হ’লে পুৰুষৰ স’তেও ফেৰ পাতিব পাৰে এই নাপিতনীযে। জীযাৰী-বোৱাৰীৰ শহুৰ-ঘৰ মাকৰ-ঘৰলৈ যাবলৈ হ’লে এই নাপিত-বোৱাৰীযেই ভাৰসাৰ থল। চৈতন্য হ’ল এলোকেশীৰ, সেয়েহে কপট হাঁহি এটা মাৰি ক’লে, “তেনেহলে আৰু কি লাগিছে তোক, যা—দেশ-ৰাজ্য জুৰি ৰটি ফুৰগৈ যা মই আক’ মোৰ ল’ৰাৰ বিয়া পাতিছোঁ। ক’তে মৰোঁ মই, গা বেজবেজাই যায়।—পিছে তযেই ক’চোন, খং উঠেনে নুঠে। যা হওক, তই বিশদ বিত্তান্ত ক’চোন শুনো। তই কি ক’লি, আৰু সিহঁতেইবা ক’লে কি, বোৱাৰীয়েইবা—”

“এতিয়া আৰু সাতকাণ্ড ৰামায়ণ গাবলৈ সময়ে নুজুৰিব বামুণ-নবৌ, দুদিন দুৰাতি বাটকুৰি বাই বাই শৰীৰ যেন ভাগি পৰিছে। এতিয়া ঘৰলৈহে যাওঁ।”

"ঘৰলৈ কেনেকৈ ?" বানাৰ্জি-গৃহিণীযে মনমৰা ভাৱে ক'লে, "লাগিলে ইয়াতেই দুটামান—"

"থ'ক থ'ক, ঢেৰ হৈছে, ইয়াত পাত পেলোৱাৰ দৰকাৰ নাই। কথাতে কয়, 'ভাযেকৰ ভাত, ভাই বোৱাৰীৰ হাত'। ঘৰলৈ গৈ দুদন্ড জিৰাই-শ'তাই লওঁ, তা'পাছত যি হয় হ'ব।"

মাত আৰু কোমলাবলগীয়া হয়, আৰু খোচামাতি কৰে এলোকেশীয়ে। পৃথিৱীখন শক্তৰ ভক্ত।

"হঞে বোলোঁ, মুৰত বিহকাঁড় বিন্ধাই থ'লি, উদ্ধাৰ কৰ। বোৱাৰীয়ে কি ক'লে ক'। তই কুটুমৰ ঘৰৰ কুটুমেই, কি বোল—? পিছে তোৰ আগতো তাই চেলবেলালেনে ?"

"কৰিবনো কি আৰু, ওভতগোৰে নাচিলে ? যি ভাবিছা সেয়া নহয়। পিছে আইতাকহঁতৰ স'তে মুখত ধৰি হাত জোকাৰি বক্তিতা মাৰিছিল তেওঁলোকে কৈছিল যে কুটুমক জোকাই লোবাটো ঠিক নহ'ব, তোমাৰ বিয়েৰ দুৰ্বুদ্ধিৰ নিন্দা কৰিছিল, তেতিয়া তাই গেজেনা মাৰ কৈছিল, 'দেউতাৰ মুখৰ ওপৰত মাত মাতিছা' দেউতাতকৈ তোমালোকৰ ধৰ্ম বেছি হ'লনে ? বিযাৰ কালত যদি কথা হৈছিল যে বাৰ বছৰ বয়স পূৰে নহ'লে তেওঁলোকে বোবাৰীক নিনিযে, তেনেহ'লে কি আইনমতে নিবলৈ পঠালে'—এ—এইবোৰ আৰু।"

কিন্তু বানাৰ্জি-গৃহিণীৰ তেতিয়া মুখৰ মাত হৰিল। পুত্ৰবধুৰ বচন শুনি তেওঁ পেপুবা লাগিল।

অলপ পৰ তভক খাই থকাৰ পাছত দীঘলকৈ হুমুনিয়াহ এটা ছাৰি এলোকেশীযে ক'লে, 'বোলোঁ অ' বোবাৰী, ৩ই মোক বহুত নিন্দা কৰিলি পুতেকৰ আক' বিয়া পাতিম বুলি, পিছে এতিয়া তয়েই ক'চোন, এই ৰণচণ্ডী বোবাৰীক লৈ ঘৰ কৰিব পাৰিবনে নোবাৰি ? তিনি কাল গৈ একালত লাগিল, এনে কথা জনমতো নাই শুনা যে শহুৰৰ ঘৰলৈ যোৱা-নোযোৱা লৈ ঘৰ-গৃহকা বোৱাৰীযে মাত মাতে, কথাত ফোৰণ মাৰে।"

"বাপেকৰ এজনীয়েই তো, অলপ বাপ-সুৱাগী হৈছে। পিছে এই দোষ নাথাকে, আপোনা-আপুনিয়েই গুচিব। কথাতে বোলে—'হালধি জব্দ শিলে, চোৰ জব্দ কিলে, আৰু দুষ্ট ছোৱালী জব্দ হয় শহুৰৰ খাটিবলৈ গ'লে'।"

"ক'ব নোৱাৰোঁ আই, মোৰ ইপিনে ভয়তে পেটতে হাত-ভৰি লুকাইছে। বুঢ়ী বয়সত বোৱাৰীৰ কেটেৰা-জেঙেৰাই খাব লাগিবনে কি তাকেহে ভাবিছোঁ। আৰু নো তাক বিয়া দিম কেনেকে ? তোৰ বামুণদাদাই দেখোন বিয়েৰ সা-সম্পত্তিলৈ কাঢ় টৌৱাই বৈ আছে। তেওঁ কয় যে বাপেকৰ এজনীমাত্ৰ, ছোৱালী, বাপকে চকু মুদিলেই সকলো জী-জোঁৱায়েকবহে হ'ব।"

"কথাওযে আৰু।" এইবাৰ নাপিত-বোৱাৰীৰ পাল, "সেই ফিৰিংগীৰ গুষ্টী, ইমানবোৰ সোণামুৰা ভাতিজাকবোৰ আছে, সিহঁতে নাপাব জানো? আৰু তেওঁলোক তো বেলেগ বেলেগ থকা নাই।"

"মই ক'ব নোৱাৰোঁ বাচা সিমানকে, তোৰ দাদাৰে কয়, মই শুনো। কয় যে বাপেকীটো চকু মুদিলেই হ'ল।"

"কাৰ আগতে কোনে চকু মুদিব, কাৰ বিষয়-সম্পত্তি কোনে খাব, কোনে ক'ব পাৰে বামুণ-নবৌ। তোমাৰ ঝিয়েৰ সোণৰ গৌৰাংগৰ দৰে চেহেৰা-পাতি, এতিয়াও কৰাওঁ বুলিলে দহখন বিয়া কৰাব পাৰে। যেই হওক, তোমালোকৰ কথাৰ বুজবাজ তোমালোকেই ল'বা। মই আহিলোঁ এতিয়া। বামুণ-দাদাক পত্তৰখন দিবা।"

নাপিত-বোৱাৰীযে বহাৰপৰা উঠিব খোজোঁতেই বামুণ দাদাৰ আগমন বাৰ্তা ঘোষণা কৰি থৰমৰ খটখটনি উঠিল।

"কি অ' নাপিত-বোৱাৰী, তৎক্ষণাৎ ঘুৰি আহিলি যে?"

প্ৰশ্নটো কৰিয়েই বাহিৰ-চোতালৰপৰা ভিতৰ-চোতাললৈ ভৰি দিলে বানাৰ্জিযে।

"ঘুৰি নাহি অকাৰণে আৰুনো কিমান দিনলৈ কুটুমৰ অন্ন ধ্বংস কৰি থাকিম? অৱশ্যে তেওঁলোকে আৰু দহদিনমান থাকিবলৈ টানি ধৰিছিল—"

"পিছে বোৱাৰীক আনিলিনে নাই?"

"নপঠালে।"

এলোকেশীৰ কণ্ঠৰপৰা বজ্ৰ-নিনাদেৰে ধ্বনিত হ'ল:

"নপঠালে।"

আৰু এবাৰলৈ প্ৰমাণিত হ'ল, এটি প্ৰশ্নৰ যোগেদিয়েই জগতৰ সকলো বিস্ময় প্ৰকাশ কৰা সম্ভৱ।

পুতেকক ভাত খাবলৈ দি কথাটো উলিয়ালে এলোকেশীয়ে। নাপিত-বোৱাৰীয়ে জ্বলাই যোৱা জুইকুৰাই দেহাৰ ভিতৰত পোৱাণি তোলাৰ লগে লগে এলোকেশী তেজগোৱা হৈ উঠিছিল। সেয়েহে পুতেকক ভাতৰ কাঁহীখন দি ফিতা-চাকিৰ শলিতাডাল অলপ বঢ়াই ভৰি মেলি ঘেঁতিয়া বহিল, মাকৰ ভীষণ-দৰ্শন মুখখনলৈ এপলক চায়েই নৰকুমাৰৰ বুকুখন চিৰিংকৈ গ'ল।

নৰকুমাৰৰ বয়স ওঠৰ-উনৈছ হোৱা সত্ত্বেও মাকৰ ওচৰত সি পিয়াহ-দ'তাৰ সমগোত্ৰীয়। আৰু তাৰ মনৰ জগতত মাক আৰু যম সমতুল্য। মাকে ঘেঁতিয়া মুখ মেলে, তেতিয়া ভয়ত নৰকুমাৰৰ পেটত হাত-ভৰি লুকায়। মাকৰ মুখৰ জুযে যাকেই নোপোৱক, নৰকুমাৰ ত্ৰস্তমান হয়।

তদুপৰি, আজিৰ গুৱালগালিৰ সোঁত নৱকুমাৰৰ শহুৰেগৃহকে কেন্দ্ৰ কৰি, গতিকে বেচেৰাৰ কাঁহীৰ ভাত কাঁহীতে ৰ'ল। ভয়ে-লাজে তলমুৰা হৈ সি ভাতৰ পাততে বহি থাকিল।

নাপিত-বোবাৰী মিতিৰৰ ঘৰলৈ যোৱাৰেপৰা নৱকুমাৰৰ মনৰ মাজত, পুলকৰ গুনগুননি উঠিছিল। ইকথা-সিকথাৰ যোগেদি শুনিছিল, এলোকেশীয়ে হেনো বোৱাৰীক আনিবলৈ নাপিত-বোবাৰীক পঠাইছে।

তাৰ ঘৈণীযেকজনীনো কেনে, কি তাইৰ নাম, দেখাই-মেলাইনো কেনেকুৱা, এইবোৰ লাজ লগা চিন্তাই তাৰ মনটোক জুমুৰি দি ধৰিছিল। শয়নে-সপোনে এখনি মুখচ্ছৱিযে চকাছন্দা ছাঁ পেলাই ঘৰৰ অ'তে ত'তে, এলোকেশীৰ কাষে কাষে ওৰণি লৈ ঘূৰি ফুৰিছিল।

শোৱাকোঠাত ? ওৰণি নোলোৱাকৈযেইনে ?

আই ঐ ! ইমান দুঃসাহসী কল্পনাৰ সাহস নৱকুমাৰৰ নাই। সেই চিন্তাৰ চোঁহদলৈ সোমালেই তাৰ বুকুখন চিৰিংকৈ যায়। আৰু মাকৰ আগত থিয় হ'লেতো কথাই নাই, আশংকা হয়, তাৰ মনৰ ভিতৰভাগ স্ফটিক-পানীৰ মাজেদি দেখাৰ দৰে দেখা পাইছে এলোকেশীয়ে।

নাই, নৱকুমাৰে শোবাকোঠাত, বা তাৰ কাষত নৱ-পৰিণীতাৰ উপস্থিতিৰ কথা ভবা নাই, ভাবে মাত্ৰ মাকৰ ওচৰে-পাঁজৰেহে।

নাপিত-বোৱাৰীৰ অভিযান সফল নহ'ব, এনেহেন অবিশ্বাস্য দুৰ্ঘটনাৰ কথা সি সপোনতো ভবা নাই। সেয়েহে সদায় গধূলিতে ভৱতোষ মাষ্টাৰৰ ওচৰত ইংৰাজীৰ পাঠ লোৱাৰ অন্তত ঘৰলৈ উভতি আহি সি নেপুৰৰ মৃদু ৰুণজুন শব্দ শুনাৰ আশাত উৎকৰ্ণ হৈ থাকে।

কিন্তু ক'তা ? কিমানদিনৰ কৰাৰ কৰি নাপিত-বোৱাৰী ওলাইছে, সেই খাটাং খবৰ নৱকুমাৰে জনাৰ কথা নহয়, তথাপি পূজাৰ আগে আগেই আহিব বুলি আশা কৰিছিল সি। আৰু পূজাৰ উৎসবৰ স'তে অন্য এক উৎসৱক সাঙুৰি লৈ সি অবিৰত বিহ্বল হৈ পৰিছিল।

পূজা আসন্ন ! পত্নী সমাসন্ন !

পূজাৰ সৈতে আজন্ম পৰিচয়।

কিন্তু পত্নী ?

তাইনো কেনে ?

বিয়া পতা হৈছিল পোন্ধৰ বছৰ পাৰ হোৱাৰ পাছত, একেবাৰে অবুজন বয়সত নহয়, তথাপি লাজকুৰীয়া নৱকুমাৰে বিয়াৰ কোনো অনুষ্ঠানতে এপলকৰ চাৱনিৰেও কইনাক এটিবাৰলৈ চোৱাৰ চেষ্টাও কৰা নাছিল। এতিয়া যদি সেইজনীৰ সলনি আন এজনীকো পঠাই দিয়ে, নৱকুমাৰে ধৰিব

নোৱাৰিব। আনকি খোৱা কেইদিনমান ধৰি বহু চেষ্টা কৰিও নৱকুমাৰে তাৰ পত্নীৰ নামটোকে মনত পেলাব পৰা নাই। ইমান দিনে অৱশ্যে মনত পেলোৱাৰ প্ৰয়োজনো বোধ কৰা নাছিল। নাপিত-বোৱাৰীৰ অভিযানেই তাক এখোপ আগবঢ়াই দিলে। কৈশোৰৰপৰা যৌৱনলৈ।

বিয়াৰ সময়ত, সম্প্ৰদান কৰোঁতে নামটো দুই-এবাৰ উচ্চাৰণ কৰা হৈছিল যেনেই লাগিছে, কিন্তু তেতিয়া এই নামটো মনত ৰখাৰ দায়িত্ব যে তাৰ সেই কথা সি ভবাই নাছিল। তেতিয়া নৱকুমাৰ কেৱল ঘামিছিলহে।

সেই ঘমাৰ কথাহে মনত পৰিছে, নাম-ধাম নহয়।

এনেয়ে বিয়াৰ দৰা, তাতে শহুৰদেউতাকৰ সেই শালপ্ৰাংশু চেহাৰা, গহীন-গম্ভীৰ কণ্ঠস্বৰ আৰু ৰাজকীয় মেজাজ। তাৰ ফলতো তাৰ ভয় আৰু বাঢ়িহে গৈছিল তেতিয়া।

আৰু ফুলশয্যাৰ কোঠাত আৰু যে কিমান ধৰণৰ ভয়! সেই ভয় এতিয়াও অলপ-অচৰপ নথকা নহয়।

কিন্তু 'পত্নী' শব্দটো বৰ মিঠা। ভীতিৰ মাজতো ৰোমাঞ্চ।

'কোৱানা কথা মুখখনি দাঙি,
চোবানা অকণ চকু মেলি!'

মনৰ মাজত বাজি আছে সুৰ আৰু শব্দ। বন্ধু-বান্ধৱসকলৰ সৈতে পত্নীৰ আসন্ন আগমন লৈ আলোচনা কৰিবলৈকো নৱকুমাৰ অপাৰগ। চুবুৰিৰ বন্ধুহঁতৰ মাজত যিসকলে এই খবৰটো কেনেবাকৈ শুনিছিল তেওঁলোকে অলপ ঠাট্টা-মস্কৰা কৰিলেও নৱকুমাৰে 'ধেৎ ধেৎ' কৰাৰ বাহিৰে আন একো উত্তৰ নিদিয়ে।

অথচ যেতিয়া ভৱতোষ মাষ্টৰৰ ঘৰৰপৰা পাঠ শেষ কৰি গধূলি 'কাঁচদীঘি' নামৰ ফটিক পানীৰ পুখুৰীৰ নিৰল-নিৰ্জন পাৰেদি ঘৰলৈ উভতি আহিছিল, তেতিয়া অস্ফুট কণ্ঠেৰে বাৰে বাৰে গাইছিল—

'আনিছোঁ বকুলৰ মালা
উজলিব আলফুলে
তেল চিকমিক তোৰে খোপাত।
ডালিমগুটীয়া দাঁতৰ
মৌ মিঠা হাঁহিটি
তুলতুলীয়া তোৰে মুখত!'

তাৰ পিছত? কি তাৰ পিছত? 'তুলতুলীয়া তোৰে মুখত— তুলতুলীয়া তোৰে'—পিছৰ শাৰী একোতে মনত পৰা নাই, ক'ৰপৰা যে শিকিছিল তাকো মনত পৰা নাই। তথাপি সেই অসমাপ্ত গানটোৰেই অপূৰ্ব সুৰেৰে গোটেই বাটছোৱা গুনগুনাই থাকিল।

যোৱা কেইবাদিনৰো প্ৰত্যাশাৰ পাছত আজি ঘৰ পায়েই এলোকেশীয়ে দিয়া বাতৰি শুনি বুকুখন উথলি উঠিল। আৰু নিমিষতে সেই বিয়াৰ নিশা ওলোৱাদি ঘাম ওলাল।

"নাপিত-বোৱাৰী যে উভতি আহিল শুনিছনে?" এলোকেশীয়ে সুধিলে।

এলোকেশী বাঘনীৰ দৰে বাৰাণ্ডাৰ এচুকত বহি আছিল। পুতেকে আহি হাত-ভৰি ধুবলৈকো নাপালে, দিলে সম্বাদটো। এন্ধাৰৰ মাজতে ক'লে, চাকি এটাও নানিলে।

অৱশে এই সংবাদে নবকুমাৰলৈ অন্য অৰ্থ কঢ়িয়াই আনিলে, সেয়েহে সি আনন্দত উত্ৰাৱল হৈ উঠিল। সেয়েহে সি তাৰ মাকৰ বৰ্তমান অৱস্থাৰ গম নাপালে, গম নাপালে তেওঁৰ কণ্ঠস্বৰৰ ভয়াবহতাৰ! আৰু সেয়েহে সি এক অজান সুখৰ পৰশত শিহৰিত হ'ল।

কিন্তু বৰ বেছি সময়ৰ নহয়।

ক্ষন্তেককালৰ মাজতে নিষ্ঠুৰ সত্য প্ৰকাশিত হ'ল।

মান্যগণ্য বিধৈলৈ 'অধম' 'নিধক' 'ভুএৱা-ফুটা' 'ভিজা-জৰী' 'ফোঁপযহী' আদি শোভন-সুন্দৰ বিশেষণমালা প্ৰয়োগ কৰাৰ পাছত এলোকেশীয়ে ক'লে: 'ছোৱালী নপঠালে।"

নপঠালে! কেনে আচৰিত কথা!

ছোৱালী নপঠোৱাকৈও যে থাকিব পাৰে সেই কথাটো এবাৰলৈও নবকুমাৰৰ মনলৈ অহা নাছিল।

কিন্তু এই কথাৰ কি উত্তৰ দিব নবকুমাৰে? আৰু নৱকুমাৰৰপৰা কোনো উত্তৰৰ প্ৰত্যাশা কৰি এলোকেশীয়ে কোৱাও নাছিল।

তাৰ পাছত আৰু কিছু সময় ধৰি বিয়ৈয়েকৰ 'পয়চাৰ গৰম'ৰ কথা কৈ, নাপিত-বোৱাৰীক ভাৰ-ভেটী দি 'হাত কৰা'ৰ কথা বখানি, অৱশেষত এলোকেশীয়ে হঠাতে আৱিষ্কাৰ কৰিলে যে ল'ৰাটো সেই অধীনৰেপৰা চোতালতে থৰ লাগি থিয় হৈ আছে।

মাতৃস্নেহ উথলি উঠিল।

"আৰু থিয় হৈ থাকি কি কৰিবি, হাত-মুখ ধো।" এলোকেশীয়ে চিঞৰি সুধিলে, "ভাত হ'লনে সদু?"

পাকঘৰৰপৰা উত্তৰ আহিল, "হ'ল মামী।"

"আহ, হাত-মুখ ধুই আহ, ভাত উলিয়াইছে।"

এলোকেশী পাকঘৰৰ ফালে গ'ল আৰু নৱকুমাৰে লাহে লাহে গাৰপৰা কোটচোলাটো সোলোকাই বেৰৰ গজালত ওলোমাই হাত-মুখ ধুবলৈ বাৰীৰ পুখুৰীলৈ খোজ ল'লে।

হঠাৎ তাৰ মনটো কিবা শিথিল আৰু উৰুঙা উৰুঙা যেন লাগিছে। যি বস্তু নাছিল, কোনদিনে যাৰ সোৱাদ পোৱা নাই, তেনেকুৱা বস্তু নাপালেও এই শূন্যতাবোধৰ সৃষ্টি হয় নেকি? সকলো উৰুঙা উৰুঙা লাগে নেকি?

কিন্তু তেতিয়ালৈকে আচল কথা ওলোৱাই নাই এখোন!

আচল কথা উলিয়ালে ভাতৰ পাতত, চাকিৰ শলিতাডাল বঢ়াই ভৰি মেলি বহাৰ পাছত।

এলোকেশীৰ মুখলৈ চাই নবকুমাৰৰ বুকু চিৰিংকৈ গ'ল।

"মই তোক কৈ থৈছোঁ নবা, শেষৰক্ষা মান ৰক্ষাৰ কাৰণে তোৰ দেউতাৰক কৈ-মেলি চিঠি এখন দিযাম ফোপযহী দো-ভাচলীযাটোলৈ, তথাপি যদি ছোৱালী উলিযাই নিদিযে, অহা আঘোণতে তোৰ আকৌ বিযা পাতিম।"

আকৌ বিযা!

মাকে আজি নৱকুমাৰক শ্বাসৰুদ্ধ কৰিয়েই মাৰিব নেকি? বিযা! আকৌ! তাৰ মানে—নৱকুমাৰে আকৌ এবাৰ আখৈ তোলা খেলিব লাগিব, আকৌ আন এটা ঘৰলৈ গৈ সেই সম্প্রদান, সেই ফুলশয্যা, সেই কাণ-মোচৰামুচৰি, সেই ঘাম!

মুৰটো দোঁ খাই খাই প্ৰায় কাঁহী ছোও ছোও হ'ল নৱকুমাৰৰ, মুখেদি মাতো নোলোৱা হ'ল আৰু ভাতো খাব নোৱৰা হ'ল।

হঠাৎ এলোকেশীযে কটুক্তি বন্ধ কৰি ক'লে, "ক'তা—তই খোৱা নাই দেখোন!"

"খাইছোঁ দেখোন!" নবকুমাৰে অস্ফুট মাতেৰে ক'লে আৰু বাক্যৰ সত্যতা ৰক্ষাৰ্থে এগৰাহ ভাত মুখৰ ভিতৰলৈ হেঁচুকি দিলে।

এইবাৰ ৰংগমঞ্চলৈ আহিল সদু বা সোদামিনী।

মাটিৰ মলাত এমলা ভাঁপ ওলাই থকা গৰম ভাত লৈ আহিল আৰু নৱকুমাৰৰ খোৱাপাতলৈ চাই ক'লে, "কি হ'ল আক'! যেনেকৈ দিছিলোঁ ভাত দেখোন তেনেকৈ' পৰি আছে। ইমান সময় কি কৰিলি অ' নবু?"

"খাইছোঁ দেখোন!" নৱকুমাৰে আৰু এবাৰলৈ পূৰ্ব কথা আৰু পূৰ্বোক্ত কামৰ পুনৰাবৃত্তি কৰিলে।

"আৰু অলপ দিওঁ?"

"ওহোঁ ওহোঁ—নেলাগে আৰু।" মুখ হাত মূৰ জোকাৰি প্ৰতিবাদ কৰিলে নৱকুমাৰে।

"ভোক নাই?"

নৱকুমাৰে আকৌ এবাৰ ক'লে, "খাইছোঁ দেখোন!"

ইপিনে ঢুলঢুলীয়া চকুত চকুলোৱে আৰু বাধা নমনা যেন হ'ল।

"ভোক আৰু থাকে কেনেকে'—" এলোকেশীয়ে ক'লে, "শহুৰেকক গ িল পাৰিলে আৰু জোঁবাইৰ ভোক থাকিব পাৰেনে ? আজিৰ দিনৰ ল ৰা নহয়—? কিন্তু তোক মই আকৌ কৈ থলোঁ নবা, তোৰ ডেমাকী শহুৰৰ নাকত যদি কলাখাৰ নিদিও, জোঙা নাকৰ আগটো যদি ভূঁইত নঘঁহাও, মোৰ নামেই এলোকেশী বামুণী নহয়। িস সিযনিত শোবাই বাপ বাপ সুঁৱৰি সেইজনী ছোৱালীক কান্ধত তুলি ভূঁইত নাক ঘঁহি ঘঁহি ইয়ালৈ লৈ আহিলে ভালেই, নহ'লে তোক মই আৰু কৌ যেইৰ ঔলত বহুবামণে। এইবাৰ আৰু নৱাবৰ বেটী নানো, দুখীয়া নিচলাৰ ছোৱালীহে আনিম, কৈ থ'লোঁ।"

"শুনিছ—? শুন শুন, শুনি থ'।" সদুৱে খিকখিকাই হাঁহিলে, "আৰু মুখ আমোলাই গোঙোৰা মাৰি বহি থাকিব নেলাগে ঐ নবু, আশ্বাস বচন পালিযেই। এতিয়া গোগ্রাসে খাই ল'। -এচ্! ঘৈণীয়েক নাহিল বুলি নবুৱে মনৰ দুখতে চেনিপুঠীৰ টেঙা আঞ্জাখনকে নাখালে, দেখিছানে মামী ?"

"যেতিযাই-তেতিযাই দাঁত ছেলাই নাথাকিবি সদু—" এলোকেশীয়ে বেজাৰ মুখেৰে ক'লে "চৌবিছ ঘণ্টা জুৰি হাঁহি-খিকিন্দালি কোনেও ভাল নাপায। তোৰ মনত ইমান যে কিহৰ ৰং ভাবিকে নাপাও'।"

কথাষাৰ মিছা নহয়। সদুৰ মনত ইমান ৰং হোবাৰ কথা নহয। তথাপি হয।

তথাপি সদুৱে ৰং ধেমালি কৰে, খিলখিলকৈ হাঁহে। কিন্তু কিয় কেনেকৈ যে হাঁহে সদুৱে নিজেও জানেনে ?

হয়তো এই জগতখনত মাত্র সিমানলৈকেহে তাইৰ অধিকাৰ। দুৰ্ভাগ্যলৈ ইতিকিং কৰি, বুকুৰ শিল চপৰা বগৰাই পেলাবলৈ তাই খিলখিলকৈ হাঁহে।

সদায সেই শিলচপৰা বুকুত কঢ়িয়াই ফুৰিবলগা হ'লে তাই ইমানকৈ থাটিব পাৰিলেহেঁতেন জানো ?

গাঁৱৰ সকলোৱেই সদুৰ ভাগ্যলৈ ধিক্কাৰ জনায়, আটায়ে জানে, সদুক সদুৰ গিৰিযেকে চপাই নলয়।

অকাৰণতে, মাত্র মইমতালী কৰি সদুক সদুৰ গিৰিয়েকে ত্যাগ কৰি থৈছে। স্বভাৱ-চৰিত্র বহুতৰে বেয়া হয়, তাৰ বাবে কেইজন মানুহে ঘৈণীয়েকক ত্যাগ কৰে ?

সদুৰ মাক নাই, বাপেক নাই, ঘাট-মাউৰী। তাই পানী-কেঁচুৱাৰে পৰাই মোমায়েকৰ ঘৰতে ডাঙৰ-দীঘল হৈছে।

মোমায়েকে বহু চেষ্টা কৰি তাইক শহুৰেকৰ ঘৰত থৈ আহিছিল, কিন্তু ধুতকপালীয়ে কোনোপধেই তাত নিজক খাপ খুৱাব নোৱাৰিলে। সেই ঘৰৰ দুৰ্ব্যৱহাৰৰ কোবত পলাই আহিবলৈ বাধ্য হৈছিল।

তেতিয়াৰপৰা এই মোমায়েকৰ ঘৰতে খোপনি। তাৰ বাহিৰে উপায়েইবা কি?

মোমায়েকৰ ঘৰতে আছে, আখলৰ জেঙা মাৰিছে জোতা-চণ্ডীলৈকে সকলো সামৰি-সুতৰি থৈছে আৰু মামীয়েকৰ ভৰ্ৎসনা খাইছে।

তথাপি তাই হাঁহে। চাবাইচ।

'চাবাইচ মোৰ আইটী!' মামীয়েকে কয়, কয় চুবুৰিৰ সকলোৱেই। শুনি শুনি নৰকুমাৰৰো ধাৰণা হৈছে যে সদু বাইদেবে হ'হাটো গৰ্হিত, সেয়েহে সি কেতিয়াও হাঁহি-মস্কৰাত যোগ দিব নোৱাৰে। আৰু আজিৰ কথাটো তো বেলেগেই। আজিৰ হাঁহি-ঠাট্টাৰ ভাগী নৰকুমাৰ নিজেই।

"গাখীৰটোপা আনিবিনে থিয়ৈ থিয়ৈ ৰং কৰি থাকিবি?"

এলোকেশীয়ে ডাবি মাৰিলে।

পুতেকৰ মুখৰ আগলৈ ভাতৰ কাঁহীখন আগুৱাই দিয়াৰ বাহিৰে এলোকেশীয়ে আৰু বৰ বেছি লৰচৰ নকৰে। দ্বিতীয়বাৰ যদি কিবা লগা হয় তেতিয়াই 'সদু সদু' চিঞৰ। বৰ সুবিধা, সদু বিধবা, তোলনীয়া নহয়। বিধৱা হোৱাহেঁতেন এক মহা অথন্তৰ হ'লহেঁতেন—ৰাতিৰ ভাগত বিধৱাৰ হাতত সধৱবাহঁতৰ ৰন্ধাবঢ়াৰ ভাৰ কেতিয়াও দিব নোৱাৰি। সদুৰ ক্ষেত্ৰত আৰু কোনো দ্বিধা-দ্বন্দ্ব নাই। ডাঙৰ ডাঙৰ চেনিপুঠী মাছৰ টেঙা আঞ্জা সদুৱে নিজেও অকণমান খাব, গতিকে তাই নিজেই কুটক বাছক ৰান্ধক।

গিৰিহঁত নীলাম্বৰ বানাৰ্জিৰ বয়স যিমানেই নহওক, ৰাতিৰ ভাগত ভাত খাবলৈ এৰা আজি বহু দিন হৈ গ'ল। ঘৰৰে গাইজনীৰ খাঁটী গাখীৰ তেৰসেৰমান উতলাই আধাসেৰমান কৰি থৈ দিয়া হয়, ৰাতি সেইকণ গাখীৰৰ সৈতে ঘৰতে ভজা আখৈ পেলাই আঠোটামান মনোহৰা সানি কথমপি আহাৰ-পৰ্ব সমাধা কৰে নীলাম্বৰে।

সন্ধ্যাহ্নিক কৰাৰ পাছতেই তেওঁৰ আহাৰ-পৰ্ব সমাধা হৈ যায়, নৱদ্বীপ ভবতোষ মাষ্টাৰৰ ঘৰৰপৰা নোভতোতেই। নীলাম্বৰ আকৌ যেতিয়া ঘৰলৈ উভতি আহে, নবুৰ তেতিয়া মাজনিশা, এতেকে ৰাতিৰ ভাগত বাপেকে পুতেকে দেখাদেখি নহয়েই। পুতেকক এয়া এক বেমাৰে ধৰিছে, ইংলিছ শিকিবই সি। সেই মেলেছৰ ভাষা শিকি কি যে চতুৰ্বৰ্গ লাভ হ'ব তাৰ সিয়েইহে জানে, তথাপি, নৰকুমাৰৰ স্নেহশীল পিতাকে বৰ বাধাও দিয়া নাছিল। কৈছিল, তাৰ মন গৈছে যদি পঢ়ক—।

আচলতে বেত কুটৰ ঘাই সেই ভৱতোষ বিশ্বাস বোলাটোৱেই। কলিকতাৰপৰা ইংৰাজী শিকি আহি গাঁৱত ইচ্কুল খুলিছোহি। পুৰুষ-গদ্দুলি দুয়ো বেলাই ইস্কুল। গাঁৱৰ ল'ৰাবোৰক উদণ্ড কৰি তোলাৰ

গুৰু ! কাণত মন্ত্ৰ শুনাইছে, ইংৰাজী নিশিকিলে বোলে উন্নতি নাই শিকি কলিকতালৈ যাব পাৰিলেই বোলে চাহাবহঁতৰ অফিচত শকত শকত দৰমহাৰ চাকৰি পোৱাটো খাটাং ! গতিকে সকলোৱে অৰ কুলখোৱা ইস্কুললৈ চাপলি মেলিছে। সলি-সিযান ভবতোষে ফাস্ট বুক্, ছেকেন বুক কত কি টান কিতাপ লৈ আহিছেযে কলিকতাৰ পৰা—আৰু সেইবোৰ পঢ়ুৱাই আটাই-মথাক হৰমোহন পণ্ডিত কৰি তুলিছে ! বামুণৰ ঘৰৰ ল'ৰাই শুদিৰৰপৰা বিদ্যা ল'ব ! কলি পুৰ্ণ হ'বলৈ আৰু কিমান বাকী।

তথাপি নীলাম্বৰে পুতেকক বাধা নিদিলে, এই ঘোৰকলিৰ লগতে তাল মিলাই চলিছে। কেৱল সেই মেলেছৰ ভাষা শিকিবলৈ যাওঁতে পিন্ধা চোলা-চুৰিযা ঘৰৰ ভিতৰলৈ নিয়া বাৰণ, সেইবোৰ পিন্ধি লেটিপেটি কৰা মানা, সেই চোলা-চুৰিষা সলাই থৈ হাত-ভৰি ধুই-পখালি গংগাজল স্পৰ্শ কৰি শুদ্ধ হ'ব লাগে, ইমানেই বচ।

নবকুমাৰে খাই উঠাৰ পাছত মামীযেক-ভাগিনীয়েক দুয়ো পাকঘৰতে খাবলৈ বহে। সিহঁত দুজনীযে ভাত বাঢ়ি পীৰা পাৰি খাবলৈ নবহে, কাঁহী বাটি চৰিযা ঘি পায় তাতে ভাতকিটা লৈ মজিয়াতে লোপটা কাঢ়ি বহি খায। পিছে এইখিনি সময়তে মেলখনো বহে বেছ ভালকৈ। সদায় ডাবি-ধমকি দিলেও ভাগিনীযেকক নহ'লেও অচল তেওঁ। কথা পতাৰ লগৰী বুলিবলৈ আৰুনো কোন আছে ?

খোৱা-বোৱাৰ পাছত পাকঘৰ চাফ-চিকুণ কৰিব সদুৱেই। পাকঘৰ আঁতাই-মেলি পাছদিনাৰ বাবে খৰিখেৰ যতনাই জুই জ্বলোৱা টিঙিৰি-পাথৰ দুটা যথাস্থানত থৈ, কামবন কৰা কাপোৰ-কানি ধোৱা-পখলা কৰি তেহে সদু শুবলৈ যায। হওঁতে তাইৰ শোৱাকোঠা নামৰ কোঠা এটা আছে হয়, বিছনাও নথকা নহয়, কিন্তু সেই কোঠাৰ সেই বিছনাখনত তাই শুবলৈ আজৰি পাযেইবা কিমান পৰ ? নীলাম্বৰ ঘৰলৈ উভতি নহালৈকে তাই এলোকেশীক পৰ দিব লাগে, কিযনো এলোকেশীৰ ভূতলৈ বৰ ভয়।

নীলাম্বৰ অহাৰ পাছত তেওঁৰ পানী লাগিবনেকি, হোকা-চিলিম ধঁপাত লাগিব নেকি, সকলো কথা সুধি-মেলি খবৰ-খাবাৰ লৈ তেহে সদু আজৰি হয। আজৰিৰ এই সময়ছোৱা প্ৰায়েই দোভাগ ৰাতি পাৰ হোৱাৰ পাছতহে আহে।

অবশ্যে তাৰ পাছত নিশাৰ বাকীছোৱা সময় সদুক কোনে পৰ দিব, এই প্ৰশ্ন নুঠে। সদু যি সদুৱেই। এই কথা লৈ আক্ষেপ প্ৰকাশ কৰি তাইক যদি প্ৰশ্ন কৰা, তাই নিশ্চয় খিলখিলাই হাঁহি মাৰি ক'ব, "মোক ভূতেই পৰ দিয়ে। মই যে শাঁখিনী—নাজা না ?"

তথাপি সদুৱে মামীয়েকক ভাল পায়। মোমায়েকক শ্ৰদ্ধা-ভক্তি কৰে, নৰকুমাৰক প্ৰাণতুল্য বুলি ভাবে।

তাইৰ এই বত্ৰিছ বছৰীয়া জীৱনটোত ভাল পাবলৈ, ভক্তি কৰিবলৈ, মৰম কৰিবলৈ আৰু আছিলবা কোন?

ৰাতিপুৱাতে টোপনি ভাগিল।

কিয় ভাগিল নৰকুমাৰে ক'ব নোৱাৰে, তথাপি বুকুত কিবা এটা গধুৰ শিলৰ বোজা হেঁচি ধৰি থকা যেন পালে। যেনিবা কোনোবা ছেগত কোনোবাই এটা পাহাৰকে আনি তাৰ বুকুৰ ওপৰত থৈ দিছেহি। ৰাতি টোপনিৰ মাজতো কিবা যেন আতংকময় সপোন দেখিছিল সি।

খোলা খিৰিকীযেদি অলপ সময় চাই থকাৰ পাছত সকলো কথা মনত পৰিল তাৰ। মনত পৰিল মাকৰ শপতৰ কথা। মনত পৰাত হাত-ভৰি অবশ অবশ যেন লাগিল।

লাহে লাহে বিছনা এৰি থিয় দিলে সি, চুৰিযাৰ থোৰটো গাত মেৰিয়াই কোঠাটোৰপৰা ওলাই আহিল। পুৱাৰ ফালে বেছ জাৰ জাৰ যেন লাগিছে। আৰু শৰতৰ উপজিপুৱাৰ এই গা সিৰসিৰাই যোৱা বতাহখিনিয়েই মনটোক কোনোবা নিঃসীম প্ৰান্তলৈ উধাও কৰি নিয়ে।

কোঠাৰ বাহিৰলৈ ওলাই আহি দেখিলে যে সৌদামিনীয়ে চোতাল সাৰিছে আৰু গোবৰ গুলি লৈ চোতালত ছটিয়াইছে। সি তাইৰ-কাষ চাপি সুধিলেগৈ, "মা উঠিলেনে সদুবা'?"

"মামী!' সৌদামিনীয়ে এই ধলপুৱাতে খলখলকৈ হাঁহি উঠিল, "মামী এই ধলপুৱাতে কাহানিও উঠে জানো নবু? দোকমোকাৰ দেৱতাৰ সৈতে মামীৰ বিৰোধ আছে যে নাজাননে কি?' খচখচকৈ চোতাল সাৰি থকাৰপৰাই ক'লে সদুৱে, "আঁতৰ হ নবু, ধুলি লাগিব গাত।"

"লাগক দে।" বুলি কৈ আগতকৈও বৰঞ্চ কাষ চাপি আহিল সি। কাষ চাপি আহি জাৰকালি হঠাৎ পানীলৈ জাঁপ দিয়াৰ ভংগীৰে একেউশাহে কৈ পেলালে, "সদুবা', তুমি মাক কৈ দিবা, মই সেইবোৰত নাই। মই নোৱাৰিম।"

সৌদামিনীৰ চোতাল সৰা বন্ধ হ'ল।

তাই নৰকুমাৰৰ চকুৱে চকুৱে চাই ক'লে, "কি ক'ম মামীক? কিহত নাই তই? কি নোৱাৰ?"

"সেই হোৰিবোৰ আৰু!" নৰকুমাৰ খিংখিঙাই উঠিল, "কালি নিজ কাণেৰে শুনিলাই দেখোন, আকৌ সুধিবলৈ কি হ'ল?"

"এস্! তই মোক অঠাই সাগৰত পেলালি দে নবু, কালি ওৰে দিনটোত

কিমাননো কথা নুশুনিলোঁ, কোনটোৱে তোৰ মনত পেঁচ লগালে মই কেনেকৈ জানিম কচোন ?"

"উস্! ভাল লেঠাত পেলালে দেখিছোঁ। নাপিত পেহীৰ কথাত খং উঠি মায়ে যে কৈছিল তোমাৰ মনত নাই ?"

"অ' হৰি। তাকে নকৰ কিয় ? তোৰ আক' বিয়া পাতিব, সেই কথা ?" সদুৰ আকৌ হাঁহিৰ নিজৰা বৈ আহিল, "সেই চিন্তাত ৰাতিটো উজাগৰেই কটালিনেকি ? নে সেই যে 'গোসাঁই ঘৰত কোন, মই কল খোৱা নাই' বিধৰ কথা ? যদিহে মামীয়ে তেওঁৰ মুখৰ বচন পাহৰি যায়—সেযেহে 'মই নোবাৰিম, মই নকৰিম' বুলি সোঁৱৰাই দিবলৈ আহিছ নেকি ?"

"সদুবা' কৈ দিছোঁ ভাল নহ'ব কিন্তু। মই তোমাক কৈ থলোঁ—মই সেইবোৰ নোবাৰিম বচ।"

সদুৱে আকৌ কামত ধৰিলে আৰু ক'লে, "এইবোৰ মোক কৈছ কেলেই ? মামীক ক'গৈ যা।"

"ম—ম—মই ? মই ক'ম মাক !"

সদুৱে হাঁহ মাৰি ক'লে, 'নক'বি কিয় ? ডাঙৰটো হ'লি, সাহস হোৱা নাই ?"

"মাৰ ওচৰত সাহস! হেঃ মই এই কৈ থৈছোঁ সদুবা' তোমাৰ ওচৰত কৈযেই মই খালাচ, বিহিত-ব্যৱস্থা তুমি কৰিবা।"

সৌদামিনী আকৌ ৰ'ল আৰু তাৰ পাছত ক'লে, "বাৰু, ক'ম মামীক, আমাৰ নবুৰ তাৰ পোনৰজনী ঘৈণীয়েকলৈ বৰ মৰম, তাইক এৰা-এৰি কৰি আনক বিয়া নকৰায় সি।"

"সদুবা', ভাল নহ'ব কৈ থৈছোঁ। বোলোঁ—আকৌ সেই ভাৰিৰ তোল গলত আঁৰি লোবাৰ দৰকাৰটো কি ? তেওঁলোকে ছোৱালী উলিয়াই নিদিলে নাই, পৰৰ ঘৰৰ ছোৱালী নহ'লে সংসাৰ নচলে নেকি ?"

"ক'ত আৰু চলিছে ?" সদুৱে হাত-মুখ জোকাৰি ক'লে, "চলাহেঁতেন পুৰুষে আৰু সেইবোৰ কাম নকৰিলেহেঁতেন, বুজিছ নবু ? পাছত সেই পৰৰ ছোৱালীয়েই জগতখনৰ বুকুৰ কুটুম হয়গৈ।"

"আখলৰ ছাই হয়গৈ।" হঠাৎ কথাৰ মাচতে নৰকুমাৰৰ মুখৰপৰা ওলাল, "ক'তা, ভিনিহীদেউৰ বেলিকা নহ'ল কিয় ?"

সদুৰ উচ্ছ্বাসত বাধা পৰে, তাই অলপ গহীন মাতেৰে ক'লে "সেইবোৰ বাদ দেচোন। মোৰ দৰে জুয়ে পোৰা কপাল সাত শত্ৰুৰো নহয় যেন।"

সদুৰ এই কথাত নৰকুমাৰ থতমত খালে, "মু—মই—মই সেইবোৰ একো ভাবি কথাষাৰ কোৱা নাছিলোঁ সদুবা'। কিন্তু মই যে ক'লোঁ, তুমি মোক ৰক্ষা কৰিব লাগিব।"

"ক'ম বাৰু মামীক। মই দেখিছোঁ কপালত বাচনীৰ কোব খাবলগা আছেই।"

সদুৱে বৰ মিছা মতা নাছিল। এলোকেশীয়ে সেই ব্যৱস্থাই কৰিছিল। পিছে কপালত পৰা বাচনীৰ কোব দৃশ্যমান নহয়—ইমানেই। শব্দ অদৃশ্য। তথাপি এলোকেশীয়ে যেতিয়া মুখ মেলি দৰ্কাচিবলৈ ধৰে, তেতিয়া তেওঁৰ মুখৰপৰা লৌ লৌ কৰে জুইৰ শিখা ওলাই অহা যেনহে লাগে।

শাক বাছি থাকোঁতে সোদামিনীয়ে কথাৰ ৰস চোঁপ উলিযাইছিল, "হেৰা মামী, তেওঁলোকে পত্তৰ পোৱা মাত্ৰকে ছোৱালী উলিযাই নিদিলে নবুক আকৌ বিয়া দিবা বুলি কৈছা, ইপিনে ল'ৰা দেখোন অমত।"

"কি? কি ক'লি?"

মুহূৰ্ত্তে জুই বিৰ্ষাপ পৰিল।

সদুক ন ভূতো ন ভৱিষ্যতিকৈ পুবালগালি পাৰি এলোকেশীয়ে উগাৰ ছাৰিলে, "যি মৰতীয়ে মোৰেই খাই মোৰেই পিন্ধি মোৰ সংসাৰত জুই লগোৱাৰ চেলু বিচাৰিব, তাইক মই শোটাৰ কোব শোধাই ঘৰৰ বাজ কৰিহে এৰিম, কৈ থলোঁ একা। মোৰ ল'ৰাটোৰ কাণত বিষমন্তৰ ঢালি আহুদি খুৱাই তাক পৰ কৰিবলৈ পাং পাতিছ, নহয়? বাৰু, তোৰ মোমাযেৰাই আহ্নিক কৰি আজৰি হওক, তোক দিম এপালি ভালকে'।"

সদুৱে প্ৰতিবাদো নকৰিলে, নিজৰ দোষ মোচনৰো চেষ্টা নকৰিলে আৰু এই ক্ষেত্ৰত তাইৰ জগৰ কোনখিনিত লাগিল সেই কথাও নুসুধিলে। আনকি তাইৰ মুখৰ আও-ভাও দেখি এই বিহকাড়ুবোৰ আন কাৰোবালৈ টোৱাইছে—এনে লাগিল।

নীলাম্বৰে আহ্নিক কৰি উঠাৰ পাছত তামৰ কোশাত সূৰ্য্যাৰ্ঘ্য নিবেদন কৰি কোশাখন মাটিত উবুৰি কৰি থৈ, আকৌ এবাৰলৈ সূৰ্য্য-প্ৰণাম কৰি মুখখন ঘূৰাই থিয় হোৱাৰ লগে লগে, এলোকেশীয়ে কল-গাখীৰেৰে কালসাপ পুহি থকাৰ দৃষ্টান্ত দাঙি ধৰি গিৰিয়েকক ক'লে, "তুমি এই মুহূৰ্ত্তে চিঠি লিখি কাৰোবাক নপঠোৱা যদি মোৰ মুৰকে চোবাবা।"

নীলাম্বৰে 'আহা হা হা' কৰি উঠিল আৰু ক'লে, "এই কিবা-টিবাৰ কি আৱশ্যক—পত্ৰ লিখিব লাগে—লিখিম, কিন্তু কাক যে পঠোৱা যাব তাকেহে ভাবি পোৱা নাই। নাপিত-বোৱাৰীয়ে তো আৰু—"

"কিয়? গাঁৱত তাইৰ বাহিৰে আৰু মানুহ-মুনিহ নাইনে কি? লিবাৰ ৰাখাল গৈছিল নহয়?"

"ৰাখাল—পঠাওঁনে তাক? ইমানখিনি বাট অকলশৰে—"

"তেনেহ'লে গোবিন্দ আচাইখ্যাৰ পুতেক গোপনোক পঠোৱা যাওক। ভাণ্ডৰ পইচা দিলেই যাব সি।"

"গোপনোক কুটুম্বৰ ঘৰলৈ পঠোৱাটো ঠিক হ'ব জানো? কি কওঁতে কি হৈ আহিব তাৰ কি ঠিক।"

"কওকেইচোন—!" এলোকেশীয়ে বীৰদৰ্পে ক'লে, "সেই ভণ্ডুবাৰ কটুবাইক শুনিহে যদি নপতা ফুকনটোৰ চৈতন্য হয়—। তা'পাছত চাৰেঁইচোন কাৰ দিন কাৰ ৰাতি, সি তাৰ আলোলোৱা জীয়েকক লৈ ঘৰতে কিমান সুৱাগ চৰাব পাৰে চৰাওক। গোপনোক আৰু কৈ দিবা যে সেইফালে —সেই গাঁৱৰ ওচৰে-কাষৰে কোনোবা কুলীনৰ ছোৱালীৰ সা-সন্ধান পায় যদি বিচাৰি-খোচাৰি চায় যেন। সিহঁতৰ নাকৰ আগত হ'লেই কথাটো বৰ ভাল হ'ব।"

নীলাম্বৰে আৰু কথা নবঢ়ালে, কাগজ-কলম লৈ বহিল। আৰু বহুপৰলৈকে মূৰ খজুৱাই হাঁহি এখন চিঠিৰ খচৰাও কৰি পেলালে।

চিঠিখনৰ সাৰমৰ্মৰ কথাখিনি হ'ল যে: ৰামকালীয়ে যদি তেওঁৰ আগৰ অবৈধালি বজায় ৰাখিবলৈ বিচাৰে, তেনেহ'লে তেওঁৰ ললাটত অশেষ দুখ পাবলগীয়া আছে। তেওঁলোকে তেওঁলোকৰ পুতেকৰ বিয়া আকৌ নিশ্চয়েই পাতিব, তদুপৰি আৰু কি কি কৰিব সেইবোৰ ক্ৰমে ক্ৰমে প্ৰকাশিত হ'ব। —দস্তুৰমত ভয়ংকৰ চিঠি।

চিঠিৰ ভাব আৰু ভাষা এলোকেশীয়ে ভাল পালে। এতিয়া চিঠিখন যথাস্থানলৈ প্ৰেৰণ কৰিবলৈ নীলাম্বৰ উপায় বিচাৰি ওলাল। কিন্তু মনত তেওঁৰ মহাচিন্তা, সত্যব্ৰতী ৰামকালীৰ একেজনী মাত্ৰ ছোৱালী।

জৰী বৰকৈ টানিলে ছিগিবও পাৰে!

অন্তবোৰ কথাৰ একো এটাও নৱকুমাৰে নাজানে। সি স্কুলত। সময়ত যেতিয়া ঘূৰি আহিল, আগতে সদুৰ ওচৰলৈকে গ'ল।

"সদুবা', তেল।"

সদুৱে অকণমান বাটি এটাত তেল আনি তাৰ হাতত দি ক'লে, "দেখিলিয়েই নহয়, কৈছিলোঁ একো কাম নহ'ব বুলি, মোৰ কপালত বাঢ়নীৰ কোব আছে বুলি, সেয়ে হ'ল। তোৰ শহুৰৰ মিত্ৰুবাণ বনোৱা হৈ গ'ল, বোধকৰোঁ পঠালেই। আৰু দুটামান দিন পলম কৰিলেহেঁতেন কিজানি, পিছে তোৰ অমতৰ কথা শুনাৰেপৰা মামীৰ একেবাৰে গাত গোসাঁই লাহোৱা হৈছে।"

হাতৰ তেলখিনি আঙুলিৰ ফাঁকেদি নিগৰি পৰিল, বেচেৰা নৱকুমাৰে ভেবা লাগি চাই থাকিল সোদামিনীলৈ।

সদুয়ে বোধ কৰোঁ তাৰ মুখৰ আওভাও দেখিয়েই আতো-পুতৌকৈ ক'লে, “থ' থ' এইবোৰ, এইবোৰ কথাত আৰু মন উচাটন নকৰিবি, পিন্ধিব লাগেই যদি আক' এবাৰ মুকুট পিন্ধিবি বাৰু। কষ্টনো কিমান? তই এজনী ঘৈণী পালেই হ'ল। পিছে মোৰ মনে কৈছে—এইবাৰ কবিৰাজৰ মনো কুমলিব, হাজাৰ হওক ছোৱালীৰ বাপেক।”

হঠাৎ নৱকুমাৰে এটা অপ্রাসংগিক আৰু অবান্তৰ কথা ক'লে, “চাহাবহঁতে মাথোন এবাৰহে বিয়া কৰায় কে—ত্তিয়াও অনেকবাৰ বিয়া নকৰায়।”

বচ, আৰু কি লাগি ছ। সদুবে হাঁহিৰে খলক লগাই দিলে: “হযনে, হযনে? অ' বুইছোঁ, সেই পোৰা চাহাবহঁতৰ কিতাপ পঢ়ি তোৰো সেই বুধিযে মুৰত বাহ লৈছে। পিছে হেৰ' নবু, চাহাবহঁতে যদি এজনীতকৈ বেছি বিয়া নকৰায়, বাদবাকী দুখুনী মেগবিলাকৰনো কি হাঁকানি-নিকানি হয় অ'? বিধতা পুৰুষজনাই যেতিয়া পিথবী ছিষ্টি কাবছিল, তেতিয়া এটাকৈ মতা ল'ৰা আৰু ডেৰকুৰিকৈ মাইকী ছোবালী ছিষ্টি কৰিছিল যে জাননে নাজান? তেনেহ'লে—? তযেই ক', বাকীবিলাকৰ কি হ'ব, যদি এবাৰতকৈ বেছি বিয়া নকৰায়?”

“যতমানে গছত গৰু উঠা হোলোঙাৰে কাণ বিন্ধা কথা— ।”

কিন্তু নবৰ বচন শেষেই নহ'ল, ৰংগভূমিত দেখা দিলে স্বযং এলোকেশীযে, “বোলোঁ অ'ই নবা, গা ধোৱাৰ বেলা হ'লনে নাই হোৱা? যেতিযাই দুযোটা লগ হ'ব, তেতিযাই হাঁহি-ঠাট্টা মস্কৰা মাৰিব। আৰু ঐ সদি, তোকো কও', সি তোৰ সমনীযানে কি? সদায় সদায় তাৰ কাণত তই কুমন্তৰ ঢালিযেই আছ, ঢালিয়েই আছ।”

মাকৰ আগত নবকুমাৰৰ সদায় চোৰৰ ভাও। সেযেহে সদুবা'ৰ এই অপমানত তাৰ খং উঠিলতো সি ৰাও কাঢিব নোৱাৰিলে। কিন্তু আচৰিত কথা, সদুৰ মুখত কোনো ভাব-বৈলক্ষণ্য দেখা নগ'ল। তাই যথাপূৰ্বং হাঁহিৰে মুখ উজলাই নবুলৈ চকু টিপিযালে, যাৰ অৰ্থ হ'ল—'যা যা, গা ধোগৈ যা, মামীৰ দেওধনি উঠিছে'।

হাতত ঢালি লোৱা তেলখিনি কেতিয়াবাই আঙুলিৰ ফাঁকেদি নিগৰি পৰিল, তেলেতীয়া হাতখনকে মুৰত ঘঁহি ঘঁহি নবু পোনেই কাঁচদীঘিলৈ গ'ল। আজি আৰু বাৰীৰ সৰু পুখুৰীত গা ধুবলৈ মন যোৱা নাই তাৰ!

গৈ থাকোঁতে হঠাৎ সেই এদিনৰ চিনাকী শহুৰৰ ওপৰত তাৰ খং উঠি গ'ল। তেওঁ ছোবালীজনীক উলিয়াই দিয়াহেঁতেন এই অথন্তৰখন নালাগিলহেঁতেন।

বুকুত কেৱল শিলৰ বোজাই নহয়, কাঁইটেও বিন্ধিছে।

## ওঠৰ

সপৰযালে তুষ্টু গুবালে পথাৰলৈ আহি হয চাকুৰিযাইছে আৰু চিঞৰিছে। তুষ্টুৰ পুৰণাৰে পানীতে পৰিব নে জুইতে জাঁপ মাৰি দিব— তেনেহেনকৈ চেঙালুটি পাৰিছে।

চাৰিওফালে মানুহে বেঢ়ি ধৰি হায হায অস আস কৰিছে, আৰু কোনে কেতিযা ক'ত ঠিক এনেকুৱা বা এনে ধৰণৰ ঘটনা দেখিছিল তাৰ আলোচনাৰে ঠাইডোখৰ মুখৰিত কৰি তুলিছে।

আহিনমহীযা ৰ'দত মূৰ আচন্দ্ৰাই কৰাৰ কথা নহয, পিছে সময়টোহে বৰ টান।

ভৰ দুপৰ। আৰু জুৰপৰা পঁইতা ভাতমুঠি খগ লয়েই ছনে-বনে টলো টলোকৈ টাং গুটি বাই ফুৰা। এই ল'ৰামথাক মাকহঁতে সেও মনাব নোৱাৰে নহয।

ল'ৰাটো হ'ল তুষ্টু গুবালৰ নাতিযেক ৰঘু। সমনীযা হোৱাৰ ফলত সিও নেড়ু কোম্পানিৰ দলৰে এজন। আহিনমহীযা কুঁহিযাৰৰ খেতি বসৰ ৰহঘৰা, আৰু সেযেহে, ল'ৰাজাকৰ দুপৰীয়াৰ খেল হ'ল কুঁহিযাৰ-চুৰি। চুৰি কৰাৰ উপকৰণ হ'ল এচটা চোকা লোৰ পাত। তাৰ পাছত বাৰীৰ পৰা কাটি অনাৰ পাছত দাঁত আছেই।

দাঁতেৰে টান বাকলি এৰুৱাই মূৰৰ সমান দীঘলীয়া কুঁহিয়াৰ চোবাই চোবাই আটাইবোৰেই ৰস খাই আছিল, হঠাৎ ৰঘুৰ কিবা যেন হ'ল। বুঢ়া বৰজোপাৰ তলত, য'ত আটাইবোৰ বহি আছিল, তাতে ধুলি-মাকতিৰ ওপৰতে নিচালগা মানুহৰ দৰে ৰঘু শুই পৰিল।

ল'ৰাহঁতে পোনতে মনেই কৰা নাছিল, কাইলৈ আকৌ কেতিয়া অভিযান আৰম্ভ কৰা হ'ব সেই আলোচনাত তৎপৰ হৈ উঠিছিল আটাইবোৰ, চকু পৰিল যোৱাৰ সময়ত।

"কি অ' ৰঘু, তই যে বৰ টোপনি মাৰিছ?"

হি হি কৈ হাঁহি ৰঘুৰ গাত ঠেলা এটা মাৰি এটা ল'ৰাই ক'লে। কিন্তু পাছমুহূৰ্ততে তাৰ মুখৰ হাঁহি নাইকিয়া হ'ল। ৰঘু যেন কাঠৰ দৰে টান হৈ পৰিছে, ৰঘুৰ ওঁঠৰ কোণত ফেন।

"ঐ, ৰঘুৰ কি হ'ল চাচোন।"

"কি হ'ল আক'।" উদণ্ড ল'ৰাজাকে ৰঘুৰ গাত হাত দি পোনতেই হাঁহিৰ ৰোল তুলিলে 'চা চা, তাৰ চালাকি চা, টোপনিৰ ভাও জুৰি মৰাৰ দৰে পৰি আছে। ঐ ৰঘু গাত আমৰলি পৰুৱা এৰি দিম, উঠ বুলি কৈছোঁ।"

কেৱল গাত আমৰলিয়েই নহয়, কাণৰ ভিতৰত পানী ঢালি, ভৰিত চিকুটি—সকলো প্ৰক্ৰিয়া সমাপ্ত কৰাৰ পাছতো যেতিয়া ৰঘুৰ টোপনি নাভাগিল, তেতিয়া সিহঁতৰ মনত ভয় সোমাল। নিশ্চিন্ত হ'ল, ৰঘুৰ এই টোপনি আৰু নাভাগে, এই টোপনি 'মৰ-টোপনি'। নহ'লেনো ৰঘুৰ গাৰ হালধীয়া যেন বৰণ বেঙুনীয়া হৈ উঠিব কৈয় ?

"ব'ল পলাওঁ।" এটা ল'ৰাই ক'লে।

"পলাম ?" নেড়ু বাটভেটি থিয় হ'ল।

"নপলাই আমিও ৰঘুৰ সৈতে যমৰ দখিণ দুৱাৰলৈ যাম নে কি ? ডাঙৰহঁতৰ কোনোবাই দেখা পালে আমাকো শুদাই এৰিবনে ?"

"ক'ব লাগিছেনে আৰু তুষ্টু ককাযে তাব সেই কানমাৰিডালেৰেই মূৰ ফালিব।"

"এহ্‌! আমাৰনো কি দোষ ? আমি কিবা তাক মাৰি পেলালোঁ নেকি ?"

"সেই কথা কোনে শুনিব ? ক'ব—তহঁতৰ সৈতে খেলি আছিল তহঁতেই কিবা কৰিছ। ব'ল হ'ল—যাওঁ ৰ'ল, কোনোবাই কেনেবাকৈ যদি দেখা পায—"

নেড়ুৱে ক্ৰুদ্ধ কণ্ঠেৰে ক'লে "বৰ ভাল কথা কৈছ দে। বোলোঁ—ৰঘু আমাৰ বন্ধু হয়নে নহয় ? তাক শিয়ালে-শগুনে খাব আৰু আমি তাৰ ফালে পিঠি দি পলাই সাৰিম ?"

ৰঘু যে বন্ধু, এই কথাই গোটেইজাক ল'ৰাৰ মনতে ক্ৰিয়া কৰি আছিল। কিন্তু ভীতিয়ে ক্ৰিয়া কৰি আছিল তাতোকৈ বেছি। গতিকে আন এজন বাস্তববাদী আৰু ঈশ্বৰবাদী ল'ৰাই উদাসভাবে ক'লে, "ঈশ্বৰে তাৰ কপালত যি লিখি থৈছে সেযে হ'ব—কপালৰ লিখন খণ্ডন কৰিবলৈ তুমি মই কোন ?"

"আৰু ৰঘুৰ মাকে যেতিয়া ক'ব, 'মোৰ ৰঘু তোমালোকৰ লগত খেলিবলৈ ওলাই গৈছিল, সি ঘূৰি নাহিল দেখোন—সি ক'লৈ গ'ল বোপা' ? তেতিয়া কি ক'বি ?"

"ক'ম যে আজি ৰঘু আমাৰ লগত খেলিবলৈ যোৱা নাছিল।"

"মিছা কথা ক'বি ?"

"কি আৰু কৰিম ? বিপাঙত পৰিলে স্বয়ং নাৰায়ণেও মিছা কথা কয়।"

'কয ! কৈছোঁহি তোক।" নেড়ুৱে তীব্ৰ কণ্ঠেৰে ক'লে, "তহঁত তাক পৰ দি থাক, মই মাজুখুড়াক বিচাৰি যাওঁ।"

"আকৌ মাজুখুড়া ! তাক কালফুৰাই নিলেই অ' নেড়ু।"

"মাজুখুড়াই কালফুৰালে পৰোৱা নকৰে ! জটাদাদাৰ ঘৈণীয়েক মৰা নাছিল জানো ? তেওঁ আকৌ জীয়াই তোলা নাছিলনে ? তেওঁ তেনেকৈ কত মানুহক মৰাৰপৰা জীয়াই তুলিছে। মই এতিয়াই আহিম। পিছে কপালগুণে যদি দেখা নাপাওঁ তেতিয়া আৰু ৰঘুক বচোবাৰ উপায় নাই !"

অগত্যা ৰঘুৰ বাস্তৱবাদী বন্ধুহঁতে 'যঃ পলায়তি সঃ জীৱতি' নীতি পৰিহৰি ৰঘুৰ মৃতদেহ পহৰা দিবলৈ সন্মত হ'ল।

ৰঘুলৈ সিঁহতৰ মৰম জানো কম ? কিন্তু কৰিবনো কি ?

তাৰ পাছত জ্বলন্ত জুইহেন সংবাদটোৱে বনাগ্নিৰ দৰে অ'ৰ পৰা ত'লৈ, ই চুবুৰিৰপৰা সি চুবুৰিলৈ, ইঘৰৰপৰা সি ঘৰলৈ বিয়পি লো লোকেৰে জ্বলাই গাঁৱৰ সকলোবে এই বুঢ়া বৰজোপাৰ তললৈ টানি আনিলে।

তাৰ পাছত জল্পনা-কল্পনাৰ উজান উঠিল।

আচম্ভাই ? শৰতকালত।

"নহ'ব কেলৈ ? শৰতৰ ৰ'দেই হ'ল বিহতুল্য। গণেশ তেলীৰ সেই খুলশালীয়েকৰ ল'ৰাটো সিবাৰ ঠিব এনেকৈ—"

"আৰু জীৱন সোণাৰিৰ ভতিজাকটো— ?"

"নেপালৰ ভাগিনীয়েকজনীও—'

"মোৰ পেহাশহুৰৰ দেশতো এবাৰ বোলে কোনোবা এজনৰ বুঢ়া দেউতাক পুখুৰী ঘাটৰপৰা আহোঁতে—"

হঠাৎ সাগৰকল্লোল স্তব্ধ হৈ গ'ল।

কবিৰাজ মহাশয় আহিছে !

ঘৰত নাছিল, কাৰবাৰপৰা আহি শুনা মাত্ৰকে পালকী খুৰাই বুঢ়া বৰতলত উপস্থিত হ'লহি।

শুই থকা ল'ৰাটোলৈ চায়েই ৰামকালী চ'ক খাই উঠিল। তেওঁ সুধিলে, "কেতিয়াৰপৰা হ'ল ?"

তেওঁ নেড়ুলৈ চাই সুধিলে।

নেড়ুৱে ভয়ে ভয়ে ঘটনাটো অদ্যোপান্ত বিৱৰিলে। ৰামকালীয়ে ল'ৰাটোৰ হাতখন দাঙি নাড়ী পৰীক্ষা কৰি হুমুনিয়াহ কাঢ়িলে, তাৰ পাছত ধীৰে ধীৰে মূৰ তুলি ক'লে, "কাৰ খেতিৰ কুঁহিয়াৰ খাইছিল ?"

আন ল'ৰাবিলাক আতংকত থিয় হৈ আছিল, একমাত্ৰ নেড়ুৱেই বাজলাকী,

সেয়েহে নিৰুপায়ত পৰি সি গুপ্তকথা ব্যক্ত কৰিলে, "মানে—সেই মানে বসাকহঁতৰ।"

"কিহবাই কামুৰিছে বুলি এবাৰমান চিঞৰি উঠিছিলনেকি ?"

"চিঞৰা নাছিল তো!" নেড়ু অবাক হ'ল। গোটেই জনতাৰ জুমটো এই সবু ল'ৰাটোৰ মুখলৈ চাই ছবিৰ পুতলাৰ দৰে থিয় হৈ থাকিল। আনকি তুষ্টুহঁতো স্তব্ধ হৈ পৰিল, একেথিৰে চাই থাকিল, বোধহয় কিবা এটাৰ ক্ষীণ আশাত অসীম দৃঢ়তাৰে।

"আচম্বাই হোবা নহয়—" ৰামকালীয়ে নিষ্ঠুৰ নিয়তিৰদৰে উচ্চাৰণ কৰিলে, "সাপৰ বিষ।'

সাপৰ বিষ!

বহুতে একেলগে চিঞৰি উঠিল, "ক'ত ? কোনখিনিত খুটিলে ?"

"সাপে খোটা নাই, সেই কথা তো তাৰ লগৰীয়াহঁতেই কৈছে।" ৰামকালীযে দীৰ্ঘনিঃশ্বাস এৰিলে, "খোৱাৰ লগতে শৰীৰত বিষ সোমাল। অলপ সময়ৰ আগতে আহিব পৰাহেঁতেন চেষ্টা এটা কৰিলোহেঁতেন, এতিয়া আৰু কৰিবলগীয়া একো নাই।"

"কবিৰাজ দোতা!" হাহাকাৰ কৰি উঠি ৰামকালীৰ ভৰিত উবুৰি খাই পৰিল তুষ্টু, "জগতখনৰ সকলোকে জীৱন দিছে কবিৰাজ দোতা, আৰু মোৰ নাতিটোক কৰিবলগীয়া একো নাই বুলি হাত কোঁচালেনে দোতা ?"

ৰামকালীযে সোঁহাতেৰে নিজৰ কপাল চুই ক'লে, "মোৰ ভাগ্য।"

"আপোনাৰ ভৰিত ধৰিছোঁ কবিৰাজ দোতা, দৰব অকণ দিয়ক।"

এইবাৰ বুঢ়ী দীঘল দি পৰিলহি। তুষ্টুৰ ঘৈণীয়েক।

ৰামকালীযে কোনো উত্তৰ নিদিলে, লক্ষ্যহীন দৃষ্টিৰে বাইজলৈ চালে।

কিন্তু সাপৰ বিষ মানে কি ? খোৱাৰ লগত সাপৰ বিষ আহিল ক'ৰপৰা, কেনেকৈ ? কবিৰাজে হঠাৎ কি যে নাভুত-নাশ্ৰুত বিপৰ্যয়ৰ কথা ক'লে। তুষ্টুৰ দৰে নিৰীহ নিৰ্বিৰোধী মানুহজনৰ এনেহেন মহাশত্ৰু কোন আছে, যি তাৰ বংশ ছেদ কৰিবলৈ শতৰু শালিব ?

জনতাৰ মাজত গুঞ্জন উঠিল।

"কবিৰাজ ডাঙৰীয়া, সাপৰ বিষৰ কথা কৈছে—পিছে তুষ্টুৰ ইমান ডাঙৰ শতৃৰুনো কোন ওলাল ?"

"কিয়, ভগবান!" তীক্ষ্ন ব্যংগ-তিক্ত হাঁহি এটা মাৰি ৰামকালীয়ে কথাবাৰ্ত্তাৰ মোখনি মাৰিলে, "মানুহৰ ভগবানতকৈ ডাঙৰ শতৰু আৰুনো কোন আছে তুষ্টু ?"

কিন্তু ইমান ইংগিতপূৰ্ণ কথা কোনে বুজিব ?

আৰু, বিশদভাৱে নুশুনা-নজনাকৈ এৰিবনে কোনোবাই ? কেৱল

'সাপৰ বিষ' বুলি ফতোৱা জাৰি কৰি নিষ্ঠুৰৰ দৰে নীৰৱ হৈ থাকিলে প্ৰশ্ন-বিষৰ পোৱাণিযে মানুহক পুৰি নাথাকিবনে ?

ক'বই লাগিব ৰামকালীয়ে, সাপে খোটা নাই, তথাপি সাপৰ বিষ ক'ৰপৰা কেনেকৈ আহিল সেই কথাটি ভাঙি-পাতি ক'বই লাগিব।

কিন্তু ৰামকালীৰ উত্তৰ শুনি সকলোটিৰ মুখৰ মাত হৰিল। কি আসৰিশ কথা।

কুঁহিযাৰ-খেতিত সাপৰ গাঁত আছিল, থাকেই এনেবোৰ গাঁত।

ঠিক যিজোপা কুঁহিযাৰ গুৰিত থকা গাঁতৰ ভিতৰত সেই বিষ আছিল, দুৰ্ভগীয়া ল'ৰাটিযে সেইজোপা কুঁহিয়াৰকে খালে।

"এযানো কি কৈছে কবিৰাজ ডাঙৰীযা !"

"যি সঁচা তাকে কৈছোঁ।" হাতৰ পিঠিৰে ৰামকালীযে কপালৰ ঘাম মচি, গম্ভীৰ কণ্ঠেৰে ক'লে, 'নিয়তিৰ ওপৰত হাত নাই, আয়ুস কোনোৱে কাকো দিব নোৱাৰে। তথাপি, তেতিযাই গম পোৱাহেঁতেন বিষ উলিয়াব'ল কমেও এবাৰ চেষ্টা কৰি চালোঁহেঁতেন। কিন্তু সেও নহ'ল, অদৃশ্য নিযতি অমোঘ নিষ্ঠুৰ।"

অমোঘ নিয়তি।

তথাপি এজন উৎসাহী ব্যক্তিযে 'সাপৰ বিষ' শুনামাত্ৰকে হাড়ি পাবালৈ উৰ্ধ্বশ্বাসে দৌৰি গ'ল। লগে লগে দৌৰি আহিল বিন্দে ওজা।

কিন্তু বিন্দে ওজায়ো চাই-চিতি মূৰ জোকাৰিলে।

অৰ্থাৎ সেই একো কথা—কৰিবলগীয়া আৰু একো নাই।

কিন্তু মৰাটোক জীয়াই তুলিব নোৱাৰিলেও জীয়াটোক বিন্দে ওজাই মাৰিব নোৱাৰিবনে ? এই সৰ্বনাশৰ মুল স্বয়ং কালটোক বিন্দেই মন্ত্ৰৰ বলেৰে মাৰি পেলাওক। জনমত প্ৰবল হৈ উঠিল।

এই তীব্ৰ বাসনাৰ আঁৰত আন এটা প্ৰচ্ছন্ন বাসনাও কিজানি সুপ্ত হৈ আছে। ৰামকালী কবিৰাজ দেবতা—সেই কথাত সন্দেহ নাই, তেওঁৰ বিচাৰ নিভুলেই, কিন্তু এনেহেন তাণ্ডৱ কথাবাৰৰ এটা ফয়ছলা হোৱা নিতান্তই আবশ্যক। সকলোৱে বিন্দে ওজাক কুটাৰিবলৈ ধৰিলে।

ৰামকালীয়ে বিমৰিষভাৱে ক'লে, "সঁচা-মিছাৰ প্ৰমাণ লাগে, নহয় ?"

"এঃ এঃ এঃ—কিনো কয় কিনো কয় কবিৰাজ ডাঙৰীয়া !"

"মই যি কৈছোঁ সেই কথাত কোনো ভুল নাই বোপাহঁত। যি কি নহওক—কোনোবাই কিবা এটা ক'লেই যে তাক বিশ্বাস কৰিব লাগিব তাৰো কোনো হেতু নাই। কিন্তু দুৰ্ভগীয়া ল'ৰাটিৰ কিবা এটা যথাযথ ব্যৱস্থা নকৰাকৈ—"

বিন্দে ওজাই মুৰ জোকাৰি জোকাৰি ক'লে, "বিষহাৰিৰ পোৱে যেতিয়া

খোটা নাই, এই ক্ষেত্ৰত মই কৰিবলগা একো নেদেখোঁ। ই আপোনাৰ সহজ ধৰণ হিচাপে যি কৰণীয় কৰিব লাগিব।"

কিন্তু বিষৰ ক্ৰিয়াত যে একেবাৰে নীলা হৈ পৰিছে—দেখিছাই নহয় ?"

"সেই কথা অৱশ্যে সাঁচে-কাটে সঁচা। ই একেবাৰে সাইখাত কালৰ দংশন যেনেই লাগিছে! তেও যি কামৰ যি ৰীতি।"

"বোপাহঁত, তেনেহ'লে তোমালোকে মিছামিছিকৈ ইয়াত আৰু জয় বান্ধি নাথাকি কামত লাগি যোৱাহঁক।" ৰামকালীয়ে নিজৰ কণ্ঠেৰে ক'লে। তেওঁ যেন ৰঘুলৈ আৰু চাব নোৱৰা হৈ পৰিছে। কিন্তু এতিয়া কামত হাত উজান দিয়ে কোনে।

ইমান ডাঙৰ উত্তেজনা এটাই সিঁহতক উত্তাৱল কৰি তুলিছে। বিন্দেক বেঢ়ি ধৰি সকলোৱে চিঞৰিছে, "তই কডি মাৰ, মাৰ তই কডি। হাৰামজাদা যেটাই সুৰসুৰকৰে তোৰ জপাত সোমাওকহি। তাৰ পাছত তই আছ আৰু আছে তোৰ সেই বিহপাথৰ। তাৰ পাছত আছাৰি আছাৰি মাৰ তাক।"

"তোমালোকে বাৰু এই ল'ৰামতীয়া কাণ্ডবোৰ কৰিছা কিয় ? সাপটোক যে বিচাৰি উলিয়াবপৰা যাবই তাৰেইবা কি নিশ্চয়তা আছে ?"

"নোলাব মানে—? আপুনি বিস্থলত কৈছে—"

"বিষ যে সেই কথা ঠিকেই, কিন্তু কুঁহিয়াৰ-খেতিৰ কথা মোৰ অনুমানহে মাথোন। তাৰ আগতে পানী-দুনি নাই খোৱা বুলি কৈছে বুলিহে। কিন্তু এতিয়া যদি তোমালোকে বিন্দেৰ বেজালি চাবলৈ—"

কিন্তু তথাপি কাম নহ'ল। ৰামকালীলৈ যিমানেই ভয়-ভকতি নাথাকক লাগিলে, আজিৰ উত্তেজনাই সেই ভয়-ভকতিক চেবাই গৈছে। কুঁহিয়াৰ খাই এটা শকত-আৱত গৰুৱালৰ ল'ৰা চকুৰ পচাৰতে মৰিব ? যদি সেয়েই হৈছে, সেই কথা চকুৰ আগতে প্ৰমাণিত হওক। সাপৰ গাঁত আৱিষ্কৃত নোহোৱালৈকে কোনেও ইয়াৰপৰা এখোজো নলৰে।

এতেকে সকলো দৃশ্য একেই থাকিল, ৰঘুৰ সৎকাৰলৈ কোনেও মনেই নকৰিলে, আৰু বিন্দে ওজাই সাপ উলিউৱাৰ মন্ত্ৰ মাতি ঠাইডোখৰ গৰম কাৰ তুলিলে।

ৰামকালী নীৰৱে থিয় হৈ আছিল তাত, বোধ হয় শেষলৈকে থাকিলেই-হেঁতেন, বা এসময়ত কিজানি গুচি গ'লহেঁতেন, কিন্তু হঠাৎ সৰুখুড়াকে ফুচফুচাই মাত লগালেহি ঃ

"ৰামকালী!"

অলপ সময়ৰ আগতে আন বহুতো কামৰ মানুহৰ দৰে সৰু খুড়াকেও এবাৰ ইয়ালৈ ভুমুকি মাৰিছিল আৰু চাই-চিতি নানান মন্তব্য কৰি গুচি গৈছিল। আকৌবা কি বাৰ্তা লৈ উভতি আহিল তেওঁ ?

ওহোঁ, বাৰ্তাটো নকয় তেওঁ। পিছে অতি জৰুৰী দৰকাৰ। ৰামকালীযে এতিয়াই ঘৰলৈ যাব লাগিব।

ৰামকালী আৰু দ্বিতীয় প্ৰশ্ন নকৰিলে, বুঢ়া বৰতলৰপৰা ধীৰে ধীৰে গুচি আহিল। তেতিয়া অকৰ্মা এজাক মানুহে বিন্দে ওজাক আগুৰি ধৰি বলিযাৰ দৰে হৈ-হাল্লা কৰিবলৈ ধৰিছে।

ভাবিলে ৰামকালীযে: মৃত্যুৰ কাৰণ একো নোকোৱাহেঁতেন ভালেই হ'লহেঁতেন। মৃত্যু মৃত্যুবেই। মৃত্যুৰ কাৰণ নিৰ্ণীত হ'লেই বাৰু তুষ্টুবে তাৰ নাতিযেকক ঘূৰাই পাবনে? নে বৈৰী কালক শেষ কৰি পেলালেই ঘূৰাই পাব? পোৱা নাযায। ঘূৰাই পোৱা নাযায। তথাপি মৃত্যুৰ পাছত মৃত্যুৰ কাৰণ লৈ মানুহে মূৰ ঘমায। আৰু খুন হ'লে নিহত ব্যক্তিৰ হত্যাকাৰীৰ ফাঁচীকাঠত ওলোমাব'ল মৰো জীও সোঁ আধিকে যুঁজে।

আকাশ আৰু পাতাল পাহাৰ আৰু সমুদ্ৰ।

কোন পৰিবেশৰপৰা কোন পৰিবেশলৈ।

কিন্তু ঘটনা যিয়েই নহওক কিয ৰামকালীৰ অন্তঃপুৰতো প্ৰায শোকলগা দৃশ্য। দীনতাৰিণীযে চকুলো মচিছে, চকুলো মচিছে কাশীশ্বৰীয়ে, ভুবনেশ্বৰী এওঁষত মুঁছকঁছ যোৱা মানুহৰ দৰে পৰি আছে, মোক্ষদাই দপদপাই ফুৰিছে, আৰু সৰু খুড়ীযেক কুঞ্জৰ ঘৈণীযেক আশ্ৰিতা-অনুগতা আদি অন্যান্য নাৰীকুলে ফুচফুচাই ৰামকালীৰ জিদ, আঁকোৰগোজালি আৰু অদূৰদৰ্শিতাৰ নিন্দা-ককৰ্থনা কৰিবলৈ ধৰিছে।

তাত কেবল সাৰদাহে নাই, তাই কুটুমবঘৰবপৰা অহাসকলৰ খোৱা-বোৱাৰ আযোজনত ব্যস্ত।

তুষ্টু গুৱালৰ নাতিযেকৰ কথা লৈ গোটেইখন গাঁও আজি তোলপাৰ, পিছে বাহিৰা কোনো ঘটনাত এই পৰিযালৰ অন্তঃপুৰিকাহঁতৰ আনকি জুমি চোবাৰ অধিকাৰো নাই, মাত্ৰ মোক্ষদাৰ বাহিৰে।

মোক্ষদা এবাৰ গৈছিল চাবলৈ, চাই আহি গা-পা ধুইছে, আৰু নাযায় তেওঁ। গৈ কৰিবইবা কি?

সত্যৰ শহুৰেকে পঠোৱা চিঠিখন কুঞ্জবিহাৰীযে পাঢ় শুনালে, আৰু তাৰ পাছৰেপৰাই এই ঘৰৰ আটাইৰে বুকুত শোকে খুন্দা মাৰি ধৰিলে।

জোঁৱাযেকৰ মাক-দেউতাকে যদি আকৌ তেওঁলোকৰ পুতেকৰ বিযা পাতে, জীযেকৰ মৰণতকৈনো সেয়া আৰু কি কম? আনৰ জীয়াৰী-বোৱাৰীলৈ উদাৰতাৰ উপদেশ জাৰিব পাৰি, সিহঁতৰ মাজত সতিনীলৈ হিংসাৰ পৰিচয় পালে নিন্দা কৰিব পাৰি, কিন্তু ঘৰৰ ছোৱালীৰ কথা সুকীয়া। গোটেই দিনটোৰ ক্লান্ত পৰিশ্ৰান্ত দেহ, আৰু তুষ্টুৰ নাতিয়েকৰ

এই কৰুণ পৰিণতিৰে ক্লিষ্ট গধূৰ মন লৈ ঘৰত ভৰি দিয়েই ৰামকালীয়ে ঘটনাটো শুনিলে। তীক্ষ্ন তীব্ৰ দুচকুৰ মণিত জুই জ্বলি উঠিল। এনে লাগিল যেন—এতিয়াই ভমক কৰে জ্বলি উঠিব, ধৈৰ্য্য হেৰুৱাই চিঞৰি উঠিব। কিন্তু তেওঁ সেইবোৰ একো নকৰিলে, তেওঁ কেৱল ভয়ংকৰ গহীন মাতেৰে প্ৰশ্ন কৰিলে, "চিঠি লৈ কোন আহিছে ?"

এনেবোৰ পৰিস্থিতিত মোক্ষদাৰ বাহিৰে আৰু কোননো আগবাঢ়ি যাব ? তেৱেঁই গ'ল ৰামকালীৰ সন্মুখলৈ। ক'লে, "সেই গাঁৱৰ আচাৰ্য্যহঁতৰ ল'ৰা এটাই চিঠি লৈ আহিছে। গোপেন আচাৰ্য্য নে কিবা বুলি ক'লে।"

"ক'ত আছে সি ? চণ্ডীমণ্ডপত ?"

"নহয়, ভাত খাইছে।"

"ঠিক আছে, খোৱাৰ পাছত মোৰ ওচৰলৈ পঠিয়াই দিবা। মই চণ্ডীমণ্ডপতে আছোঁ।"

মোক্ষদাই প্ৰমাদ গণিলে, "পিছে তোমাৰো দেখোন দিনটো খোৱা-বোৱা নহ'ল।"

'এতিয়া আৰু নাখাওঁ', বুলি লহিয়ালেই, একেবাৰে সন্ধ্যা-আহ্নিক কৰি তাৰ পাছত যি হয় খাম।"

"মানুহজন অলপ মইমতীয়া বিধৰ, তাৰ সৈতে অলপ বুজি-বাজি-কথা কোৱা যেন।"

ৰামকালীয়ে ভ্ৰূৰু কোঁচাই সুধিলে, "মানুহজন কি বিধৰ বুলি ক'লা ?"

"মানে—মইমতীয়া বিধৰ।"

মোক্ষদাক অবাক কৰি ৰামকালী হঠাৎ হাঁহি উঠিল, "পিছে কি হ'ল ? মই তো মইমতীয়া নহওঁ।"

হওঁতে ৰামকালীয়ে ঠিকেই কৈছিল।

মন-মগজু সকলো তেওঁ ঠাণ্ডা ৰাখিছিল; হয়তো অতিমাত্ৰাই ঠাণ্ডা ৰাখিছিল। গোপেন আচাৰ্য্যক মতাই নি বিয়ৈ-ঘৰৰ কুশলবাৰ্তা সুধি হাঁহি মুখেৰে কৈছিল, "শুনিলোঁ বিয়ৈ মহাশয়ৰ ল'ৰাৰ বোলে বিয়া পতা হৈছে ? ক'বাগৈ যে শুনি বৰ আনন্দিত হৈছোঁ। নিমন্ত্ৰণ পালে উচিতমতে লৌকিকতা ৰক্ষা কৰিম।"

ভণ্ডুৱা গোপেন আচাৰ্যই কটু বচন দূৰৰে কথা, কিবা এষাৰ ক'বলৈকো পাহৰি গ'ল, একেথৰে চাই থাকিল ৰামকালীৰ মুখলৈ।

"তোমাৰ খোৱা-বোৱা হ'ল ?"

"হ'ল দিয়ক।"

"আজি ৰাতিয়েই জানো উভতি যাবা ?"

"নাযাওঁ দিয়ক।"

"ভাল বাৰু। পুৱাৰ জা-জলপান খাই-লৈ যাত্ৰা কৰিবা।"

"পিছে ছোৱালী তেনেহ'লে নপঠাব নেকি ?"

"ছোৱালী ? কাৰ ছোৱালী ? ক'লৈ পঠোৱাৰ কথা কৈছা ?"

এইবাৰ গোপেনে অলপ সকাহ পোৱা যেন পালে, "হয়'তে আপোনাৰ ছোৱালীজনীৰ বাহিৰে আৰু নো কাৰ ছোৱালীৰ কথা ক'ম আপোনাক ? ছোৱালী তেন্তে নপঠায় ?"

"বোলোঁ বাপু ক'লৈ পঠাম কোৱাচোন তুমিয়েই। ভদ্ৰলোকৰ ছোৱালী ভদ্ৰলোকৰ ঘৰলৈহে যাব পাৰে, য'লৈ ত'লৈ যাব তো নোৱাৰে।"

গোপেনৰ শীৰ্ণ মুখখন বিকৃত হৈ উঠিল, "ভাল কথা, তেনেহ'লে চিঠিত তাকে লিখি দিয়ক।"

"আকৌ পত্ৰ লিখিব লাগিব ? এই সামান্য কথাটো তুমিয়েই জানো ক'ব নোৱাৰিবাগৈ ?"

"নোৱাৰিম দিযক। মই ভঙুৱা মানুহ, মোৰ কথাত পতিয়ন যায় বা নেযায়। আহিলোঁবেই যোঁতয়া পকা দলিল লৈয়েই যাম।"

"অ'।" বুলি কৈ ভ্ৰূ কোঁচাই ক্ষন্তেক থিয় হৈ থাকিল ৰামকালী। তাৰ পাছত ক'লে, 'বাৰু, সেয়ে হ'ব। পত্ৰ লিখি থ'ম, কাইলৈ পুৱা ৰাওণা হোৱাৰ আগতে লৈ যাবা।"

সাঁজ লাগি ভাগিল। তথাপি ৰামকালী ধীৰ পদক্ষেপেৰে বাহিৰৰ ফালে ওলাই গ'ল। নহয, সন্ধ্যাহ্নিক কৰাৰ আগতে হাত-মুখ ধুবলৈ পুখুৰী-ঘাটলৈ নগ'ল, গ'ল বুঢ়া বৰগছজোপাৰ তললৈ। ইমান সময়ৰ পাছত আকৌ ৰঘুৰ চেহেৰাটো তেওঁৰ চকুৰ আগত ভাহি উঠিল।

উস ! নিৰ্ঘাত কেনে অকৰুণ।

ঘৰৰপৰা অলপ গৈয়েই ৰামকালী থমকি ৰ'ল।

ইমান বেগাবেগিকৈ এই অন্ধকাৰত কোন নো আহি আছে ? সত্যৱতী নহযনে ?

"তই অকলে—ইয়াত যে ?"

"অকলে নহয় দেউতা, নেড়ু আহিছিল, পিছে সি এতিয়াও তাতে আছে—নাহিল।"

"কিয় আহিছিলি ?"

'সেই কথা আৰু কিয় সুধিছা দেউতা ?" সত্যাই বিষণ্ণ হতাশ কণ্ঠেৰে ক'লে, "ৰঘুটোক এবাৰ শেষ বাৰলৈ চাই যাবলৈ' বুলি।"

"এনেকৈ ওলাই ভাল কৰা নাই। সৰু আইতাৰ সৈতে আহিব পাৰিলাহেঁতেন দেখোন।"

"সৰু আইতাই আঠবাৰ জোবোৰা মৰিলেই, আৰু আহিলহেঁতেন জানো?"

"বাৰু, এতিয়া ঘৰলৈ যোবাগৈ।"

"যাওঁ। পিছে দেউতা—"

"কি হ'ল? কিবা ক'বা নেকি?"

"ওঁ—কওঁ ৰ'বা—"

কি? কি ক'বা কোৱাচোন—।"

"কিবা পত্ৰ লৈ ক'বাৰপৰা মানুহ এজন নাই অহা জানো?"

জীয়েকৰ মুখত এই প্ৰসংগত শুনি ৰামকালী অবাক হ'ল। তাৰ পাছত ভাবিলে, তাই তো চিৰকালেই গোঁবাৰ। শহুৰেকৰ ঘৰলৈ যোবাৰ ভয়তে দেউতাকৰ ওচৰত খাটনি-লোটনি কৰিছে আৰু। সেয়েহে সস্নেহে ক'লে, "ও, আহিছে, তোৰ শহুৰৰ ঘৰৰপৰা। পিছে কি হ'ল?"

"ক'ব খুজিছিলোঁ—"

কথা কোবাৰ আগতে সত্যবতীয়ে চিন্তা কৰা আচৰিত কথা হয়! ভিতৰি ভিতৰি ৰামকালীৰ হাঁহি উঠিল, ছোবালীহঁতৰ ওচৰত শহুৰেকৰ ঘৰ মানেই কথা বিষম!

"কোৱা কি ক'ব খুজিছা।"

"বাৰু এতিয়া থ'ক। পাছত ক'ম। তুমি ঘূৰি আহাঁগৈ। অলপ চিজিল লগাই ক'ব লাগিব। ৰঘুটোৰ মিতদেহ দেখাৰেপৰা মোৰ মনটোৱে চাকুৰিযাই আছে। লে গৈ অলপ জিৰাই লওঁ।"

"বাৰু।" বুলি কৈ ৰামকালী তাৰপৰা গুচি গ'ল। এই অবোধ ছোবালীজনীক এতিয়াই শহুৰেকৰ ঘৰলৈ পঠাব পাৰিবনে? অসম্ভৱ!

"পোৱা গ'ল। পোৱা গ'ল।"

বহু কণ্ঠৰ এক উন্মত্ত উল্লাসধ্বনি কবিৰাজৰ ঘৰৰ ফালে ভাহি আহিল।

"কবিৰাজ দেউতা—পোবা গ'ল।"

কি পালে ইহঁত? ইমান উলাহেইবা কিয়? কি পৰম প্ৰাপ্তিৰে মানুহ উলাহতে এনেকৈ উন্বাউল হৈ উঠে?

ৰামকালী চণ্ডীমণ্ডপৰ বাৰাণ্ডাৰপৰা নামি আহিল। তুণ্টুৰ পূৰ্বজন্মৰ পুণ্যফলত হতভাগ্য ৰঘুৱে প্ৰাণ ঘূৰাই পালে নেকি? কলিযুগতো ভগবান তেন্তে বধিৰ নহয়!

ৰঘু [illegible] কেৱল অজ্ঞানহে হৈছিলনেকি? মৃত্যুৰ নিচেই ওচৰত

অচৈতন্যতাৰ গভীৰ স্তৰত নিমগ্ন আছিলনেকি ৰঘু? জুটীৰ বৈণীযেকৰদৰে? ৰামকালীৰ নিৰ্ণয় তেন্তে ভুল? হওক ভুলেই হওক ৰামকালীৰ নিৰ্ণয়। হে ঈশ্বৰ, এবাৰৰ বাবে হ'লেও তুমি ৰামকালীৰ গৰ্ব খৰ্ব কৰা, এবাৰলৈ প্ৰমাণ কৰা—ৰামকালীৰ নিৰ্ণয় ভুল।

নহয়, নহ'ল। কলিযুগত ভগবান বোবা কলা কণা। ৰামকালীৰ গৰ্ব খৰ্ব কৰিবলৈকো তেওঁৰ গৰজ নাই। সিহঁতে ৰঘুৰ প্ৰাণ ঘূৰাই পোৱা নাছিল, পাইছিল তাৰ প্ৰাণহন্তাক। ওজাই মন্ত্ৰ মাতি সাপটোক উলিয়াই আনিলে, মন্ত্ৰৰ প্ৰকোপ সহিব নোৱাৰি সাপটোৱে মুখেৰে ফেণ উলিয়াই ওজাৰ পদপ্ৰান্তত লুটি খাই পৰিল। আচৰিত কাণ্ড। এযা এক পৰম আশ্চৰ্য্য!

ওজাই হেনো সাপটোক লৈ যাব খুজিছিল, কাবৌ-কাকুতি কৰি কৈছিল ঃ "এনেকুৱা বিষধৰ সাপ কাচিৎহে পোৱা যায়।"

কিন্তু ওজাই জনতাৰ আক্ৰোশৰপৰা সাপটোক ৰক্ষা কৰিব পৰা নাছিল। লাঠি আৰু বাঁহেৰে মৰিযাই মৰিযাই সাপটোৰ কিৰ্চকিচীয়া সুডোল দেহটোক থেতালি চেপেটা কৰি পেলালে।

"দায়-জগৰ নধৰিবা আই জগদগৌৰী।" বুলি মুখেৰে কৈছে আৰু হাতেৰে কোবাইছে।

এতিয়া দীঘল বাঁহ এডালৰ আগত সেই মৰা সাপটোক ওলোমাই লৈ সিঁহত ৰামকালীৰ জযগান গাবলৈ আহিছে ইয়ালৈ। নিমজ ক'লা গঠিলু চেহাৰাৰ ওজাও ল'ৰা-ধপৰকৈ আহিছে বকচিচৰ আশাত। ৰামকালীয়ে বুজন পৰিমাণৰ বকচিচ আৰু নিদিযাকৈ থাকিবনে? ওজাৰ সফলতা যে ৰামকালীৰো সফলতা!

উলাহৰ আবেগত বলিয়া হোৱা এই মানুহবিলাক যেন এক অখণ্ড বৰ্বৰতাৰ প্ৰতীক। ঘৃণাত ধিক্কাৰত ৰামকালীৰ মনটো বিষাই গ'ল, তেওঁ হাত দাঙি সিহঁতক চিঞৰ-বাখৰ বন্ধ কৰিবলৈ নিৰ্দেশ দি সুধিলে, "কি হ'ল? তোমালোকৰ ইমান ফুৰ্তিৰ হেতু কি? ৰঘু জী উঠিলনেকি?"

"জী উঠিব? ৰঘু!" এজনে মহা উৎসাহেৰে ক'লে, "তাক জীয়াই তোলাৰ সাধ্য ভগৱানৰো আছেনে? একেবাৰে বাক বোলে—কালনাগিনীৰ বিহ! কিন্তুক ধইন্ বুলি ক'ব লাগিব কবিৰাজ দোতা আপোনাৰ শিক্ষা! খোটাও নাই, মাথোন—"

"ৰ'বা।" ৰামকালীয়ে ডাবি মাৰি ক'লে, "পিছে সেই কথাত ইমান হৈ চৈখন লগাইছা কিয়? ল'ৰা এটা এতিয়াও মৰি পৰি আছে—"

হঠাৎ ৰামকালীৰ কণ্ঠ আবেগত বন্ধ হৈ আহিল, যি আবেগৰ প্ৰকাশ ৰামকালীৰ ক্ষেত্ৰত সচৰাচৰ দেখা নাযায়। ৰঘুৰ এই শোচনীয় মৃত্যুৱে

ৰামকালীক বিচলিত কৰি তুলিছে। এটা কথাই বাৰে বাৰে তেওঁৰ মনলৈ আহিছে যে ঠিক সময়ত খবৰ পোৱাহেঁতেন ল'ৰাটোক তেওঁ কিজানি বচাব পাৰিলেহেঁতেন।

ৰামকালীয়ে ভাবিবলৈ চেষ্টা কৰিলে: নিয়তি অমোঘ আয়ুস নিৰ্দিষ্ট, এই চিন্তা মূঢ়তা মাথোন। তথাপি সেই চিন্তাক তেওঁ মনৰপৰা আঁতৰ কৰিব নোবাৰিলে। বিষ-নিবাৰক ঔষধবোৰে সিহঁতৰ নাম আৰু চেহেৰাৰে অনবৰতে মনৰ দুৱাৰত খুন্দা মাৰিছে।

"দোতা, আই বিষহৰিয়ে হৰি নিলে কোনে কি কৰিব? পিছে আপুনি দোতা কীৰিতি এটা দেখুৱালে কিন্তু।" ওজা বুঢ়াই ক'লে, "পিছে মযো দেহে-কেহে থাটিবলগীয়া হৈছোঁ দোতা। হে'—তাই ওলাবই নোখোজে নহয়—? একেবাৰে টান মন্তৰ মাতিলোঁ—তেহে—"

"ভাল, শুনি সুখী হ'লোঁ। যোৱা, এইটোৰো কিবা এটা সদ্‌গতি কৰাগৈ যোৱা।" সাপ মাৰিলে তাক শাস্ত্ৰীয় আচাৰ-নিয়মেৰে আচৰি দাহ কৰিব লাগে, সেই কথা উল্লেখ কৰি, তাৰ পাছত অলপ গহীন কণ্ঠেৰে ক'লে, "আৰু সেই হতভাগাটোৰো কিবা এটা দিহা লগোৱাগৈ। অকল তুষ্টৰ ওপৰতে সকলো দায় দায়িত্ব জাপি দি নিশ্চিন্ত হৈ নাথাকিবা।"

জনতাৰ আনন্দ অলপ জঁয় পৰিল। সিঁহতে এনে আচৰণ আশা কৰা নাছিল। ভাবিছিল সাপটো আবিষ্কৃত হোৱা দেখি ৰামকালী নিসন্দেহে উৎফুল্ল হৈ উঠিব, কিয়নো এই ঘটনাটোক তেওঁৰে বিজয় পতাকা বুলিব পাৰি। কবিৰাজ ডাঙৰীয়াৰ ওপৰত অপৰিসীম বিশ্বাস থকা সত্বেও বহুতৰে মনত অবিশ্বাসে উক দিছিল।

ৰামকালীয়ে যে একেবাৰে অসম্ভৱ কথা এটা কৈছিল। কিন্তু অসম্ভৱো যে সম্ভৱ, এই সাপটো নোলোৱা হ'লে আৰুনো কেনেকৈ প্ৰমাণ হ'লহেঁতেন? অথচ ৰামকালী নিৰ্বিকাৰ।

সিঁহত ক্ষুব্ধ হ'ল, আহত হ'ল।

"সেই বেৱস্তা আৰু নকৰিমনে কবিৰাজ দোতা—" সিহঁতে ক'লে, "ইমানপৰে বাঁহ কটা হৈযেই গ'ল চাগে'। পিছে কথা হ'ল সাপে খোটা মিতক, তাক তো পানীতহে উটুৱাই দিব লাগিব।"

"নহয়।" ৰামকালীয়ে গহীন মাতেৰে ক'লে, "সাপে খোটা নাই তাক। যথাৰীতি দাহ-সংকাৰৰ ব্যৱস্থা কৰাগৈ। এইদৰে হৈচৈখন কৰি নাথাকিবা।"

বাঁহডাল কান্ধত তুলি লৈ সিহঁত গুচি গ'ল, সিহঁতৰ পিছে পিছে গাঁৱৰ যতমানে ল'ৰা-ছোৱালী উচ্চ-নীচ লোক গৈ থাকিল। সিহঁত গৈ থকালৈ চাই চাই হঠাৎ ৰামকালীয়ে ভাবিলে: ইহঁত আমাৰ আত্মীয়। ইহঁতেই আমাৰ প্ৰতিবেশী। হাবিয়লীয়া চাওঁতালহঁতকৈ ইহঁত কি গুণত

উনত ? বৰ্বৰতাৰ সুযোগ পোৱামাত্ৰেই ইহঁতো বন্য বৰ্বৰতাত বলিয়া যেন হৈ উঠে। মৃত্যুক যে অলপ শ্ৰদ্ধা কৰিব লাগে, শ্ৰদ্ধাৰ লক্ষণ যে নীৰৱতা, এই বোধৰ কণামাত্ৰও ইহঁতৰ মাজত নাই।

"দোতা মোৰ বচকিচ— ?" কাষ চাপি আহি ওজা বিন্দে বুঢ়াই হাত মোহাৰিলে।

"বকচিচ ?" ৰামকালীয়ে চেলাউৰিৰ তীক্ষ্ণতাৰে কপালত ৰেখা আঁকি ক'লে, "কিহৰ বকচিচ ?"

"তাৰ মানে দোতা—।"

"বোলোঁ বকচিচ কিহৰ ? ম'ৰাটোক জীয়াই তুলিলানেকি ?"

"সেই কথা কৈ কি লাভ দোতা, মিত্যুৰ পাছত আৰু কোনেনো জীৱন দিব পাৰে ?"

"ও মযো বুজোঁ সেই কথা। কিন্তু তোমাৰ বকচিচ পাবলগীয়া হ'ল কেনেকৈ তাকেহে বুজিব নোৱাৰিলোঁ।"

'বাবু, বচকিচ যদি নিদিযেই, মজুৰি তো দিব ?" ওজাই ওৰ-ঘোৰ মাৰিলে।

'তোমাক যি সকলে মাতি আনিছিল তেওঁলোকেহে তোমাৰ পাৰিশ্ৰমিক দিব—" শান্ত গম্ভীৰ কণ্ঠেৰে ৰামকালীয়ে ক'লে, "মই তোমাক মতাই অনোৱা নাছিলোঁ।"

দহো ৰাইজৰ মাজত কাক নো খুজিম দোতা—?" বিন্দেই দুখ মনেৰে ক'লে, 'নিদিযে যদি গুচি যাম। দুখীয়া মানুহ—"

"ৰ বা—" ৰামকালীয়ে তেওঁৰ মিৰ্জাই চোলাৰ জেপৰপৰা নগদ দুটকা উলিযাই বিন্দেৰ হাতত দি, আৰু গহীন মাতেৰে ক'লে, 'এযা কেৱল তোমাৰ মজুৰিয়েই নহয়, এটা সাপৰো দাম। তোমাৰ দামী সাপটো গ'ল—"

বুঢ়াই বিহ্বল দৃষ্টি পেলাই অভিভূত কণ্ঠেৰে ক'লে, "মানে—কি কৈছা দোতা।"

"যি কৈছোঁ ঠিকেই বুজিছা। যোৱাগৈ এতিয়া।"

' দোতা।"

' তোমাৰ জপাত কেইটা সাপ আছিল, বুঢ়া ?"

ৰামকালীয়ে বিন্দে ওজাৰ মুখলৈ নিৰ্নিমেষ দৃষ্টিৰে চাই ধীৰে ধীৰে কথাকেইটা উচ্চাৰণ কৰিলে।

সেই স্থিৰ দৃষ্টিৰ আগত বিন্দে বুঢ়া তিষ্ঠিব নোৱাৰিলে, কম্পনামুৱা হৈ ক'লে, "দোতা, তুমি অন্তৰ্যামী—"

"সেই কথাটো বুজিছা তেন্তে ? বাবু, যোৱাগৈ এতিয়া, কোনো ভয় নাই।"

টকা, অভয় দুয়োটায়েই পালে বিন্দে বুঢ়াই, গতিকে তাত আৰু নৰ'ল। কোনে ক'ব পাৰে, 'অগ্নিমুখ দেৱতা'ই এই মুহূৰ্ততে যদি মত সলনি কৰে।

ৰামকালীয়ে অদ্ভুত ক্ষুব্ধ দৃষ্টিৰে চাই থাকিল বিন্দে বুঢ়াৰ গমন-পথলৈ। ইহঁতৰ নিজৰ অজ্ঞতাৰ তো অন্তই নাই, বুদ্ধিহীনতাৰো চৰম প্ৰতীক, তথাপি আনৰ অজ্ঞতা আৰু মূঢ়তাক উপজীৱিকা হিচাপে লৈ কেনে সুন্দৰভাৱে জীৱন তৰণী বাই আছে!

সাপটোৰ বিষয়ে তেওঁৰ মনত সন্দেহ উপজিছিল, কিন্তু ইমান সহজে স্বীকাৰ কৰিব বুলি ভবা নাছিল তেওঁ, ভবা নাছিল যে এষাৰ কথাৰ পাকত পৰি তল যাব সি।

এক বিষণ্ণ বেদনাই তেওঁৰ মন ভাৰাক্ৰান্ত কৰি তুলিলে, দেহ ব্যাধিমুক্ত কৰাৰ ভাৰ চিকিৎসকৰ হাতত, কিন্তু মনৰ ব্যাধি কোনে মুক্ত কৰিব? কুসংস্কাৰ অজ্ঞতা মূৰ্খতা—অথচ তাৰে সৈতে যোগ অনা কুটিল বুধি! আশ্চৰ্য্য!

সন্ধ্যা কেতিযাবাই লাগিল। অন্ধকাৰ গাঢ় হৈ আহিছে। আহ্নিকৰ সমযো উত্তীৰ্ণপ্ৰায, তথাপি সেই বাৰান্দাৰ কাষতে চালপীৰাখনৰ ওপৰত ৰামকালী বহি আছে। ভঁৰিত খৰমযোৰ পিন্ধি থকা নাই, ভৰি দুখন খৰমৰ ওপৰত আলফুলকৈ তুলি থোৱা আছে। অন্ধকাৰত খৰমৰ ৰূপৰ 'বোল' দুটা ঈষৎ চিকমিকাইছে।

"দেউতা!"

এই অপ্ৰত্যাশিত মাত শুনি চমকি উঠিল।

"সত্য! তুমি ইযাত? অ'—আহ্নিকৰ সময উকলি গ'ল বুলি ক'বলৈ আহিছা? গৈছোঁ, আই। তুমি ভিতৰলৈ যোৱা।"

"মই সেই কথা ক'বলৈ নাই অহা দেউতা।"

"সেই কথা ক'বলৈ অহা নাই? তেন্তে?"

"ক'ব খুজিছিলোঁ—" সত্যাই কওঁ-নকওঁকৈযো কৈয়েই পেলালে, "বাৰুইপুৰৰ পৰা অহা মানুহজনক 'হয়' বুলি কৈ দিযা দেউতা।"

ৰামকালীযে আচৰিত হৈ ক'লে, " 'হয়' বুলি কৈ দিম? কি ক'ম! কিহৰ কথা ক'ম?"

"তুমি বুজিছাই দেউতা—" সত্যাই কৰুণ কণ্ঠেৰে ক'লে, "মইনো আৰু নিলজ্জৰ দৰে কি ক'ম।"

ৰামকালীয়ে জীয়েকৰ মুখখন অন্ধকাৰৰ মাজত দেখা নাপালে, কথাষাৰ শুনিও বুজিব নোৱাৰিলে সত্যাই কি ক'ব খুজিছে। বাৰুইপুৰৰপৰা অহা মানুহজনক বিদায় দিবলৈ কৈছেনেকি? সেই ৰায় ৰামকালীয়ে তো দিয়েই থৈছে, তেন্তে? ঘৰৰ তিৰোতাহঁতে বোধহয় এতিয়াও সেই কথাৰ জেৰ

টানি আছে। তেওঁ জীয়েকক বুজনি দি ক'লে, "ভয় নকৰিবা, তোমাক তালৈ নপঠাওঁ।"

তাইৰ আবেদন যে দেউতাকে ধৰিব পৰা নাই, সত্যাই বুজিলে। আৰু ধৰিব পাৰিবইবা কেনেকৈ? সত্যাৰ দৰে কোনজনীয়েনো আৰু নিজৰ ডিঙিত নিজেই ৰোপিবলৈ বিচাৰে? কিন্তু সত্যাই সাত-পাঁচ ভাবি-গুণি তাকেহে বিচাৰিছে। বলিশালত ডিঙিটো আগবঢ়াই দিছে। পেহী আইতাকৰ দলে সৰবে ঘোষণা কৰিছে: গপতে গঙাটোপটো হৈ, ছোৱালীক ৰামকালীয়েই উচহ মাতি নষ্ট কৰিলে। কুটুম্বহঁতো তেজ-মঙহৰ মানুহহে। কাঠ-শিলেৰে গঢ়া নহয় নহয়? ইমান লঘু-লাঞ্ছনা সহ্য কৰিব কেলেই? ল'ৰাৰ বিয়া আকৌ নিশ্চয় পাতিব, আৰু ৰামকালীয়ে চিৰকাল জীয়েকক ডিঙিত ওলোমাই লৈ বহি থাকিব। ডিঙিত আঁৰি লোৱা মানেই হাৰমাল।"

সত্যাই ভাবি ভাবি স্থিৰ কৰিলে যে মাক-দেউতাকৰ হাৰমাল হৈ থকা কোনো কামৰ কথা নহয়। তাতকৈ দেউতাকৰ সন্মতি কৰোৱাটোৱেই ভাল।

কিন্তু দেউতাকে তাইৰ বক্তব্য ধৰিবই পৰা নাই।

গতিকে লাজৰ আবৰণখন গুচাবলগীয়া হ'ল। সত্যাই ৰাতিপুৱা চিৰতাৰ পানী খোৱা দি চকু-কাণ মুদি কৈ দিলে, 'মই সেই ভয় কৰা নাই দেউতা, বৰঞ্চ বিপৰীত কথাহে কৈছোঁ। তুমি বৰঞ্চ মোক তালৈ পঠাই দিয়া, মোৰ কপালত যি হয় হওক।"

ৰামকালী স্তম্ভিত।

এতিয়ালৈকে জীয়েকৰ বহুবিধ দুঃসাহসৰ পৰিচয় পাইছে, সেই দুঃসাহস পৰিপাকো কৰিছে। কিয়নো, সেইবোৰৰ অৰ্থ হৃদয়ংগম কৰিছে তেওঁ।

কিন্তু এয়ানো কেনে কথা? তাই উপযাচি শহুৰী থাটিবলৈ যাব খুজিছে। গাভৰু ছোৱালী নহয় যে এই ইচ্ছাৰ অন্য অৰ্থ উলিয়াব। তেন্তে? কন্ঠস্বৰ গম্ভীৰ হ'ল, হয়তো অলপ ৰূঢ়, "তুমি উপযাচি তালৈ যাব খুজিছা কিয়?"

"এনেয়েই আৰু যাব খুজিছোঁনে?" দেউতাকৰ কন্ঠস্বৰত দৃঢ়তাৰ আভাস পাই সত্যাই প্ৰায় কন্দনামুৱা হৈ পৰিছিল, "যাব খুজিছোঁ বহু ভবা-গুণা কৰিহে। কুটুম্বৰ খং তুলি বিপদ চপাই লৈ কি লাভ?"

ৰামকালীয়ে বুজিলে, ঘৰত এনেবোৰ কথাৰ আলচ হৈছে। অবোধ শিশুৱে শিকিবই। কিন্তু সেইবুলি দেউতাকৰ আগত কি কথা ক'ব লাগে আৰু কি ক'ব নালাগে তাকো বুজি নোপোৱা ধৰণে অবোধনে?

তেওঁ তীক্ষ্ন কন্ঠেৰে ক'লে, "মোৰ বিপদৰ কথাৰ ময়ে বুজে ল'ম সত্যা, তুমি নিচেই সৰু হৈ আছা, এইবোৰ কথা লৈ ভবাৰ বা এইবোৰ কথাৰ মাজত সোমোৱাৰ আৱশ্যক নাই। এয়া প্ৰগলভতা।"

কিন্তু সত্য তথাপি হতাশ নহ'ল।

হাতৰপৰা এৰা খাই পলাই যোৱা সত্যৰ কোষ্ঠীত লিখা হোৱা নাছিল। তাই অলপ মোলান পৰিলেও দৃঢ় কণ্ঠেৰেই ক'লে, "সেই কথা বুইছোঁৰেই দেউতা, প্ৰগলভতা নিলজ্জতা, কিন্তু উপায়েইবা কি? সমস্যা যে প্ৰবল! ইয়াৰ পাছত যেতিয়া মোক লৈ তুমি অথন্তৰত পৰিবা, তেতিয়া মৰিও শান্তি নাপাবা। তেওঁলোকে হেনো ল'ৰাৰ আক' বিয়া পাতেনে কি কৰে বুলি কৈছে। সেইটোও এটা অপমানিত্য নহয় জানো? তুচ্ছ নিমাখিত এজনী ছোৱালী সন্তানৰ কাৰণে তোমাৰ অপমানিত্য কিয় হ'ব দেউতা?"

এটা প্ৰচণ্ড ডাবি মাৰি জীয়েকৰ এই প্ৰগলভতাক স্তব্ধ কৰি দিবলৈ মন গ'ল ৰামকালীৰ, কিন্তু পাছ মুহূৰ্ত্তে মনত এক বিপৰীত ভাবে খুন্দিয়ালেহি। ছোৱালীজনীৰ মনত বাৰু কি আছে? এই কণমানিজনীয়ে ইমানবোৰ কথা ভাবেইবা কিয়? আৰু ইমান সাহস তাই পালেইবা ক'ৰপৰা?

কোনোবা জীয়েকে বাপেকৰ সৈতে শহুৰেকৰ ঘৰলৈ যোৱা-নোযোৱাৰ আলোচনা কৰা কোনোবাই শুনিছেনে ভুভাৰতত? তাকো আক' ৰামকালীৰ দৰে গহীন-গম্ভীৰ বাপেকৰ সৈতে? মাক দীনতাৰিণীয়েও যিজনৰ সৈতে ভাবিচিন্তি কথা পাতে? তদুপৰি 'শহুৰেকৰ ঘৰ' কথাটোৱেই ছোৱালীহঁতৰ মানত "বাঘ ঘোং সাপ বনবৰা ভূত চোৰ' আদিতকৈও ভয়ংকৰ দেখোন! সত্যইনো কোন নিৰভয় মন্ত্ৰৰ বলত তেনে ধৰণৰ ভয়কো জয় কৰিলে?

তেওঁ স্থিৰ কৰিলে, নহয়, ডাবি-ধমকিৰে তাইক জব্দ নকৰিব, শেহলৈকে ধৈৰ্য্য ধৰি শুনিব তাইৰ কথা, চাব তাইৰ মনৰ গতিৰ বৈচিত্ৰ্য। ক্ৰোধৰ সলনি এক বিস্মিত কৌতূহল জাগিল।

ৰামকালীয়ে শান্ত কণ্ঠেৰে ক'লে, "ছোৱালীসন্তান যে 'তুচ্ছ' এই কথা তো তুমি আগে কাহানিও কোৱা নাছিলা?"

"কোৱা নাছিলোঁ, অৱস্থাইহে কোৱাইছে দেউতা। তুচ্ছ নহ'লেনো আৰু ছোৱালীক ইমান খৰধৰকৈ আনৰ ঘৰলৈ বিসয়ান দি পঠাব লাগেনে? একেজনী ছোৱালী, তাইকো ঘৰত ৰাখিব নোৱাৰিলা, তেনেহ'লেনো আৰু মিছাৰে মায়াত সাঙোৰ খাই থাকি কি হ'ব? আনৰ ঘৰলৈ উলিয়াই দিব লাগিবই যেতিয়া, তেতিয়ানো আৰু টানটো কিহৰ? আজি নহ'লেও কালিলৈ পঠাব তো লাগিবই, 'নপঠাওঁ' বুলি তো ক'ব নোৱাৰিবা, ক'ব নোৱাৰিবা 'মোৰ ছোৱালী নিদোঁ' বুলি। তেন্তে?"

"উলিয়াই দিয়াৰ এটা সময় বোলা কথা আছে, সেইবোৰ তুমি এতিয়াই নুবুজিবা। এইবোৰ কথা লৈ মিছামিছিকৈ ভাবি নাথাকিবা। যোৱা, ভিতৰলৈ যোৱাগৈ।"

"ভিতৰলৈ যাবলৈ কৈছা যাম, কিন্তু মনৰ ভিতৰখন যে তোল-পাৰ

লাগিছে দেউতা। বৰুৰ মৰণে আজি মোৰ চকু মুকলি কৰিলে। ভগৱন্তৰ ৰাজ্যতে যেতিয়া সময়-অসময় নাই, নিয়ম-ৰীতি নাই, মানুহৰনো কি থাকিব? এয়া আজি মোক উলিযাই দিবলৈ তোমাৰ বুকু ফাটিছে, এতিযাই যদি যমদূতে আহি থিয় হয়হি, তাৰ হাতত তুলি দিব তো লাগিব?" হঠাৎ সত্যাই আঁচলেৰে চকুৰ কোণ মচিলে, তাৰ পাছত গধুৰ মাতেৰে ক'লে, "তেতিয়া তো ক'ব নোৱাৰিবা—'এতিয়াও সময় হোৱা নাই, নিয়ম নাই'। শহুৰৰ ঘৰ আৰু যমৰ দুৱাৰ দুয়োটাই যেতিয়া সমতুল্য, তেতিযা আৰু মনত খেদ নাৰাখিবা। কথাতে আছে—যমে নিলেও নিযা, জোঁৱায়ে নিলেও নিযা। মোক উলিয়াই দি সত্য মৰিল বুলি ভাবিবা।"

সত্য আৰু দৃঢ়মনা হৈ থাকিব নোৱাৰিলে, নিজৰ কাল্পনিক মৃত্যুৰ শোকত উচুপিবলৈ ধৰিলে।

স্তব্ধ ৰামকালী সেই ক্রন্দনৰতীলৈ চাই থাকিল। এইজনীয়ে বাৰু এইবোৰ ক'ৰপৰা শিকিলে? কোনোবাই শিকাই দিলে নেকি? এইক? নে নিজেই ভাবে এইদৰে?

অলপ সময়ৰ পাছত স্তব্ধতা ভংগ কৰি ক'লে, "মোৰ বুকু ফটা-নফটাৰ কথা মই নাভাবোঁ সত্য, তুমি তো ডাঙৰৰ দৰেই কথা ক'ব পৰা হৈছা সেয়েহে কও, তোমাক তালৈ পঠালে মোৰ অপমান হ'ব।"

গভীৰ দুখেৰে হতাশভাৱে সত্যাই ক'লে, "বুজোঁ দেউতা, মযো নুবুজা নহয়। কিন্তু তথাপি কও' এই অপমান্য কেবল তেওঁলোকৰ ওচৰতহে। গলবস্ত্ৰ হৈ যিদিনা তেওঁলোকৰ ঘৰত ছোৱালী উলিয়াই দিছিলা, মান-সন্মান সেইদিনাই গ'ল। কিন্তু তেওঁলোকে যদি তোমাৰ জীয়েৰাক ত্যাগ কৰে, তেনেহ'লে দেখোন গোটেই দেশখনৰ লোকৰ আগত হতমান্য হ'বা। দুয়ো-ফালৰপৰাই বিবেচনা কৰি চোবা দেউতা।"

ৰামকালীৰ মুখৰ মাত হ্ৰিল, ভাষা স্তব্ধ হৈ পৰিল তেওঁৰ। এইজনী সচাঁসচিকৈ এজনী সৰু ছোৱালী, নে তাইৰ গাত কিবা শক্তিয়ে লম্ভিলে? বুদ্ধিৰ শক্তি, বাক্যৰ শক্তি?

"বাৰু, তুমি যোৱা, মই ভাবি চাও'।"

"হয়, ভাবি চোবাঁ। যি ভাবিব লগা আছে আজি ৰাতিটোৰ ভিতৰতে ভাবি চোৱাঁ। সেই হৰ্তাচাৰি যোৱাটোৱে তো ৰাতি পুৱালেই বিদায় ল'ব।"

"ছিঃ আই, শহুৰঘৰীয়া লোকক এনেকৈ ক'ব লাগেনে?"

"ক'ব যে নালাগে জানো, কিন্তু তালৈ চালেই কিবা অশুচি অশুচি যেন লাগি যায়। কুটুমৰ ঘৰলৈ পঠাবলৈ আন কোনো মানুহক তেওঁলোকে বিচাৰি নাপালেনে?"

ৰামকালীয়ে লঘু সুৰেৰে ক'লে, "তই মোৰ অপমানৰ ভয়তে বিত্তত

হৈ পাৰিছ, পিছে শহুৰঘৰীয়াই তোক নেখেদাকৈ থাকিবনে ? দুদিনমান ঘৰ কৰাৰ পাছতেই ঘূৰাই পঠাব দেখোন। তোক লৈ কোনেনো ঘৰ কৰিব সত্য ? ইমান বচন কোনেনো সহিব পাৰিব ?"

সত্যই সগৌৰৱে মূৰ দাঙি ক'লে, "সেই কথা লৈ তুমি অকণো চিন্তা নকৰিবা দেউতা, সত্যই কাহানিও তোমাৰ ওপৰ মূৰ তল নকৰে।"

ৰামকালীয়ে গভীৰ স্নেহেৰে জীয়েকৰ পিঠিৰ ওপৰত হাতখন থ'লে।

এইজনী যে কি তেওঁ তাৰ উমান নাপায়। তাই যেন বাৰে বাৰে এটা তীক্ষ্ণ প্ৰশ্নৰ দৰে তেওঁৰ সন্মুখত থিয় হয়হি। যিবোৰ কথা কয়, সদায় সেইবোৰ কোনোবাই শিকাই দিয়া কথা বুলি উৰাই দিয়াও টান সেইবোৰ কথাই চিন্তিত কৰি তোলে হয়তো অলপ ভীতও কৰি তোলে। তথাপি ৰামকালীয়ে তাইক বুজি পাইছে কিন্তু পৃথিবীখনে তাইক বুজি পাবনে ?

তাই কিয় সাধাৰণ নহ'ল ?

পুণ্যৰ দৰে, ঘৰৰ আন ছোৱালীহঁতৰ দৰে ? নাইবা তাইৰ মাকৰ দৰে ? সেইটোবেই স্বাভাবিক সেইটোবেই উচিত। তেতিয়াহ'লে ৰামকালী তাইৰ সম্বন্ধে নিঃচিন্ত থাকিলহেঁতেন। সুখী হ'লহেঁতেন।

কিন্তু— ?

সঁচায়ে সুখী হ'লহেঁতেননে ?

সত্য সাধাৰণ হোৱাহেঁতেন, আজলী হোৱাহেঁতেন হাবাং হোৱাহেঁতেন ? সত্যক যে তেওঁ অসাধাৰণ বুলি ভাবিছে, সেইটো তেতিয়া হ'লগৈহেঁতেননে ? কেৱল স্নেহৰ বোজা জাপি তুলাচনীখন ইমান গধুৰ কৰি তুলিব পাৰিলেহেঁতেন জানো ?

"যোৱা আই—ভিতৰলৈ যোৱা এতিয়া আহ্নিকত বহিম।"

"যাওঁ—" উঠি থিয় হৈয়েই ৰামকালীৰ এই অসাধাৰণ ছোৱালীজনীয়ে হঠাৎ এটি হাঁহিউঠা সাধাৰণ কথা ক'লে, "ভিতৰ ঘৰলৈকে অলপ আগবঢ়াই দিয়াচোন দেউতা ?'

"আগবঢ়াই দিম ? কিয় অ' ?"

"ৰঘুৰ দিশ্যাটো দেখাৰে পৰা মোৰ কিবা ভয় ভয় লাগি আছে দেউতা। সোঁফালে গোটেইখন এন্ধাৰ।"

"ও" ও" ব'লা, গৈছোঁ মই। তুমি তালৈ গৈছিলা কিয় ? ভাল কাম কৰা নাই।"

ৰামকালীয়ে তেওঁৰ নিৰ্ভীক কন্যাৰ মাজত এই ভয়কণ থকা দেখি অলপ সকাহ পালেনে কি ?

ঘোপমৰা এন্ধাৰ পাৰ হৈ আহি সত্য এবাৰ থমকি ৰ'ল, তাৰ পাছত খপহকৈ ক'লে, "এবাৰ ভাবি চাবলৈ নাপাহৰিবা দেউতা।"

"ভাবি চাম? কি ভাবি চাম? অ—।" অন্যমনস্কতাৰপৰা সচেতনতালৈ ঘূৰি আহিল ৰামকালী, "ভাবিলোঁৱেই। তোমাক পঠিয়াই দিম।"

অকস্মাৎ সত্যই হুকহুকাই কান্দি পেলালে, "দেউতা, মোৰ ওপৰত খং কৰিলা—?"

"নাই নাই, খং নাই কৰা।"

"আকৌ লৈ আহিবা তো?" তাই হুৰাওবাৰে কান্দিবলৈ ধৰিলে।

"তেওঁলোকে দিয়ে যদি।" ৰামকালীয়ে নির্লিপ্ত কণ্ঠেৰে ক'লে।

"নিদিলেই হ'ল—হুঁ-হ!" মুহূর্ততে কান্দোন বন্ধ কৰি সত্য উদ্দীপ্ত হৈ উঠিল, "তুমি তেওঁলোকৰ মান ৰাখিছা, আৰু তেওঁলোকে তোমাৰ মান নাৰাখিব? পাছত পুৰণিৰ সৈতে খকাখুন্দা লাগে আহ-যাহ বন্ধ হয়, এই ভয়ত দুকুত ধান বনাই দিয়া নাছে, তথাপি মই যাব খুজিছোঁ, তেওঁলোকে এই কথাটোও নুবুজিবনে?"

ৰামকালী আকৌ এবাৰ চমৎকৃত হ'ল।

এই অকণমানিজনীয়ে ইমান দকৈ ভাবে কেনেকৈ? তাৰ পাছত হতাশাৰ হুমুনিয়াহ এৰিলে, বুজা কথাবোৰ যদি সকলোৱে বুজিলেহেঁতেন।

ছোৱালীক বিয়াহ দিয়াৰ সময়ত জোঁৱাইৰ ৰেহ-ৰূপ চাই ল'ব পাৰি, জাত কুলৰ খা-খবৰ ল'ব পাৰি, ধন-সম্পদৰ উমঘান ল'ব পাৰি, কিন্তু তাৰ সংসাৰখনৰ পৰিয়াল পৰিজনৰ প্ৰকৃতিৰ গঢ়-গতি তো জানিব নোৱাৰি।

জীয়েকক ৰামকালীয়ে গৌৰীদান কৰিছিল।

পাত্ৰ বিচৰাৰ সময়ত দীনতাৰিণীয়ে কৈছিল, 'তোমাৰ মাত্ৰ এজেনী ছোৱালী, পৰৰ ঘৰলৈ উলিয়াই দিবা কিয়? কার্তিক হেন কুলীনৰ ল'ৰা এজন ঘৰজোঁৱাই নাৰাখা কিয়?"

ৰামকালীৰ ৰায় শুনিবলৈ ভুৱনেশ্বৰীও শাহুআয়েকৰ আঁৰত বহি আছিল উদগ্ৰ-উৎকর্ণ হৈ, কিন্তু ৰামকালীয়ে তেওঁলোকৰ আশাৰ মূৰত চেঁচাপানী ঢালিছিল, "ঘৰ-জোঁৱাই? ছি ছি—ছিঃ!"

"কিয়?" দীনতাৰিণীয়ে ভয়-ডৰ পাহৰি জিদ ধৰিছিল, "কিবা নাভূত-নাশ্ৰুত কথা নে কি লোকে নকৰে নেকি?"

"লোকে কত কি নকৰে, মা!"

"বোৱাৰীৰ যে আৰু ল'ছালী হ'ব তেনে লা-লক্ষণ তো নেদেখোঁ, ভাইৰ কুষ্টিতো লিখা আছে এটি সন্তানৰ কথা। তেনেহ'লে তোমাৰ বিষয় সম্পত্তি দেখোন জোঁৱায়েই পাব। সৰুৰেপৰা শিকাই-বুজাই নল'লে—"

ৰামকালীয়ে তীব্ৰ প্ৰতিবাদ কৰি মাকক নির্বাক কৰিছিল, "বাস্, থাকোঁতে,

তাৰ ভাযেকহঁত থাকোতে জোঁবাযে বিষয়-সম্পত্তি ভোগ কৰাৰ কথা তুমি কৈছা কেনেকৈ মা? ছি ছি। সত্যইনো পিতৃ-অন্ন খাব লাগিব কিয়? এনেকুৱা পাত্ৰলৈ তাইক দিম, যাতে জোঁৱাযে শহুৰেকৰ সম্পত্তিলৈ লোভ কৰিবলগীয়া নহয়।"

ৰামকালীযে তেওঁৰ কথা ৰাখিছিল।

জীযেকক যʼলৈ বিয়া দিছিল, শহুৰৰ সম্পত্তিলৈ লোভ কৰাৰ প্ৰয়োজন তেওঁলোকৰ নাছিল।

তেওঁলোকবো প্ৰচুৰ বিষয-সম্পত্তি, পাত্ৰও পিতৃৰ একমাত্ৰ পুত্ৰ। শুনা কথা, পিতৃ অলপ কৃপণ, কিন্তু কি কৰিব। সকলো ফালে নিখুঁত নো কʼত পোৱা?

কিন্তু জোঁৱাইটিওযে কাৰ্তিকৰ দৰে। আৰু পৰমকুলীন। ইয়াতকৈ বেছি আৰু কি লাগিছে।

কিন্তু মানুহে প্ৰযোজনত পৰিহে লোভ কৰেনে? তেওঁৰ পৰম কুলীন বিযৈ মহোদয়ে যে তেওঁৰ বিষয-সম্পত্তিলৈ শেন চকুৰে চাই থাকিব, ৰামকালীযে সপোনতো ভাবিব পাৰিছিলনে? লোভ ইমানেই তীব্ৰনে যে ৰামকালীৰ 'অবৰ্তমান' অৱস্থাহে তেওঁৰ একান্ত চিন্তনীয় বিষয়?

ৰামকালীৰ বিয়ৈযেক ৰামকালীতকৈ দহ বছৰ মানৰ ডাঙৰ, যদিও তেওঁ চিৰকাল থাকিব বুলিযেই ভাবে।

ৰামকালীয়ে এইবোৰ কথাৰ ভু নাপাব।

কেবল—জোঁৱায়ে পাঠচৰ্চা কৰিছে, এই কথাৰ ভু পাইছিল, ভু পাই সন্তুষ্ট হৈছিল।

'মেলেচ্ছৰ বিদ্যা' বুলি হেয়জ্ঞান কৰিব, ৰামকালী ইমান কুসংস্কাৰাচ্ছন্ন নহয।

শিকক, ভালেই হৈছে।

আৰু এতিয়া তো ম্লেচ্ছৰে ৰাজত্ব।

## উনৈছ

লক্ষ্মীকান্ত বানাৰ্জি চুকাল।

পুণ্যৱান লোক, নিয়মবন্ধা দেহ, নুভুগিলে, নোভোগালে, সজ্ঞানে সিফলীয়া হ'ল। ৰাতিপুৱাও যথাৰীতি স্নান কৰিছিল, ফুল বুটলিছিল, পূজা কৰিছিল। পূজা সাং কৰি বৰ পুতেকক কাষলৈ মাতি আনি ক'লে, "তোমালোকে আজি অলপ সোনকালে খোৱা-লোৱা কৰা মোৰ শৰীৰটো বৰ ভাল লগা নাই, কালে মাতিছে যেন পাইছোঁ।"

বৰপুতেকে হতভম্ব হৈ চাই ৰ'ল, লক্ষ্মীকান্তৰ শৰীৰৰ সৈতে সিহঁতৰ খোৱা-লোৱাৰ সম্পৰ্ক ক'ত—বোধহয় ধাৰণাও ক'ৰিব নোৱৰা হ'ল। আৰু 'মাতিছে' কথাষাৰৰে বা অৰ্থ কি?

পুত্ৰৰ এই বিমুঢ়তালৈ চাই লক্ষ্মীকান্তই হাঁহিলে। হাঁহি মাৰি ক'লে, "খোৱা-লোৱাৰ পাছত দুয়ো ভাই-ককাই মোৰ ওচৰলৈ আহিবা, মই কিঞ্চিৎ উপদেশ দি যাম। অৱশ্যে উপদেশ দিয়াৰ অধিকাৰ আন একোৱেই নহয়, কিমানকণেইবা জানো, জগতখনৰ কিযেইবা দেখিছোঁ, তথাপি বয়সৰ অভিজ্ঞতা। বোৱাৰীহঁতক কোৱাগৈ যে ৰন্ধনৰ যা-যোগাৰ বুদ্ধি কৰি অযথা বিলম্ব নকৰে যেন তেওঁলোকে।"

দেউতাকে কেৱল সিহঁতৰ খোৱা বোৱাৰ কথাকে কৈছে। কিন্তু তেওঁৰ নিজৰ কথা?

বৰ পুতেকে ৰুদ্ধ কণ্ঠেৰে ক'লে, "আপোনাৰ ৰন্ধন কেতিয়া কৰা হ'ব?"

"এস! তুমিও যে, বিচলিত হৈছা কিয়? মোৰ আজি পূৰ্ণিমা, অন্ন নাই। ফলাহাৰ অলপ কৰিম, নাৰায়ণৰ প্ৰসাদ। প্ৰসাদ গ্ৰহণ কৰিলে চিত্তশুদ্ধি, দেহশুদ্ধি।"

বৰপুতেক সৰু ভায়েকৰ ওচৰলৈ গৈ কান্দি কান্দি সকলো ক'লে। তাৰ পাছত গম পালে তিৰোতাসকলে। আৰু চাওঁতে চাওঁতে গোটেই পৰিয়ালটোকে শোকে খুন্দা মাৰি ধৰিলে, কোনেও অবিশ্বাস নকৰিলে, কোনেও হাস্যকৰ বুলি উৰাই নিদিলে, 'অমোঘ নিশ্চিন্ত' বুলি ভাগি পৰিল।

এই সম্বাদ বানাৰ্জি-পৰিয়ালৰ চৌহদ পাৰ হৈ বাহিৰতো বিয়পি পৰিল, কিয়নো জুই কেতিয়াও একে ঠাইতে আবদ্ধ হৈ নাথাকে।

মুহূর্ততে চউদিশে প্ৰচাৰ হৈ গ'ল : "বানাৰ্জিয়ে আমাক যে এৰি যাবলৈ ওলাইছে।"

বানাৰ্জিয়ে যেন ক'ৰবালৈ বিদেশ ভ্ৰমণলৈহে ওলাইছে, নাও প্ৰস্তুত, লগৰীয়াসকলো সাজু হৈ ক'ৰবাত বৈ আছে।

চোতালত, তুলসীমঞ্চৰ তলত লক্ষ্মীকান্তৰ বাবে শেষ শয্যা পাৰি থোৱা হৈছে, গাঁৰুত মুৰ থৈ হাত দুখন যোৰকৈ বুকুৰ ওপৰত থৈ, পোন হৈ শুই আছে তেওঁ।

কপালত চন্দনেৰে হৰিনাম লিখা হৈছে, চকুযুৰিৰ পিৰঠিৰ ওপৰত আৰু কাণ দুখনৰ ওপৰত চন্দনসনা তুলসীৰ পাত। বুকুৰ ওপৰত হাতেলিখা সৰু পুথি এখন। লক্ষ্মীকান্তই নিজেই লিখা, গীতাৰ কেইটামান শ্লোক। তেওঁ নিতৌ পাঠ কৰিছিল, সেইখন লগত দিয়া হৈছে।

যাত্ৰাকালত কোনেও স্পৰ্শ নকৰে যেন, যাত্ৰীৰ নিষেধ। শয্যাৰপৰা অলপ আঁতৰত, অ'ত ত'ত তলমুৰ হৈ বহি আছে পুতেকহঁত, চুবুৰিৰ বৰমুৰীয়াসকল। তিৰোতাসকল তাতোকৈ আঁতৰত এহাত ওৰণিৰে আবৃত হৈ নীৰবে চকুলো টুকিছে।

মৃত্যুৰ পাছত এদণ্ডকাল অতীত নোহোৱালৈকে ক্ৰন্দনো নিষিদ্ধ। ক্ৰন্দনধ্বনিয়ে আত্মাৰ ঊৰ্ধ্বগতিৰ বাটত বিঘ্ন সৃষ্টি কৰে।

বানাৰ্জি-গৃহিণীয়েও সেই নিষেধাজ্ঞা শিৰোধাৰ্য্য কৰি নিশব্দে ফেকুৰিছে।

ঘোষাল আহি থিয় হ'লহি।

কঁপা কঁপা মাতেৰে ক'লে, "জনক ৰজাৰ দৰে ওলালাই তেন্তে বানাৰ্জি?"

লক্ষ্মীকান্তই মৃদুকৈ হাঁহি মাৰি অস্ফুট মাতেৰে ক'লে, "বিদেশৰপৰা স্বদেশলৈ। বিমাতাৰ কাষৰপৰা মাতৃৰ ওচৰলৈ।" তাৰ পাছত পুত্ৰম্বয়লৈ চাই ক'লে, "তাৰকব্ৰহ্ম।"

অৰ্থাৎ অযথা কথা পাতি বৃথা সময় নষ্ট নকৰিবা।

'নমো নাৰায়ণায নমো নাৰায়ণায়, হৰেৰ্নামৈব কেৱলম্।"

লাহে লাহে লক্ষ্মীকান্তই চকু মুদিলে। তুলসী পাত দুটাই চকুযুৰি ঢাকি ধৰিলে। নিশ্বাসৰ উঠা-নমাৰ সৈতে ভিতৰি ভিতৰি নাম জপ চলি থাকিল।

আৰু এসময়ত স্তব্ধ হৈ গ'ল।

যাওক, লক্ষ্মীকান্তৰ বয়স হৈছিল, নুভুগিলে, নোভোগালে, গুচি গ'ল। এই কথাত দুখ প্ৰকাশ কৰা উচিত নহয়। মানুহ মৰিবলৈহে পৃথিৱীলৈ

আছে, সেয়েহে তেওঁৰ সৰ্বশেষ আৰু সৰ্বশ্ৰেষ্ঠ কামটো নিপুণ নিখুঁতভাৱে কৰি যাব পৰা হ'লে তাতকৈ আনন্দৰ কথা আৰু কি আছে ?

নহয়, লক্ষ্মীকান্তৰ মৃত্যুত দুখকৰ একো নাই।

তথাপি নিকটাত্মীয়সকলে দুখ অনুভৱ কৰে।

মায়াবন্ধ জীৱে দুঃখ পাবই।

কিন্তু নিকটাত্মীয় নোহোৱা সত্ত্বেও এই মৃত্যুৰ ফলত আন এজনী মানুহ দুখৰ অঠাই সাগৰত পৰিল।

তাই হ'ল সাৰদা।

শ্ৰাদ্ধ উপলক্ষ্যে নতুন কুটুম্বলৈ বানাৰ্জিৰ পুত্ৰদ্বয়ে নিমন্ত্ৰণ কৰিলে, আৰু 'ব্ৰতভংগ'লৈকে তালৈ গৈ থাকিবলৈ আবেদন জ্ঞাপন কৰি ৰাসুক লৈ যাবলৈ মানুহ পঠিয়ালে।

তুলনা হিচাপে ক'বলৈ হ'লে সাৰদাৰ মূৰত মাধমাৰ পৰিল।

লৈ যাব পাছাদনা। কথাৰ নিছিগা ধাৰ বৈছে গোটেই দিন।

সম্বাদ শুনামাত্ৰকে ৰামকালীয়ে এবাৰ দেখা কৰি আহিছেগৈ, আৰু যথাৰীতি হবিষ্যান্নৰ যা-যোগাৰ কৰি পঠিয়াইছে লৌকিকতাস্বৰূপে। যোগাৰ ঢেৰ হৈছে।

এতিয়া আকৌ ৰাসুৰ সৈতে মানুহ যাব, শৰাধৰ 'সভাপ্ৰণামী' আৰু গোটেই পৰিয়ালটোৰ অশৌচ পৰবৰ্তী ন কাপোৰ-কানি লৈ। ব্ৰত ভংগৰ দিনা, পুখুৰীত জাল পেলোৱা হ'ব, মাছ পঠোৱা হ'ব, ৰাসুৰ অন্যান্য শাহুসকললৈ সেন্দুৰ আলতা পাণ তামোল পঠাব লাগিব।

গোটেই দিনটো ধৰি নিছিগা ধাৰে এইবোৰ আলোচনা চলি আছে।

বৰ বোঁছ হুবা-দুৱা লগোৱা হৈছে বুলি সাৰদাৰ ধাৰণা।

সেযা আৰুবেলি যে তাইৰ দেউতাকৰ খুড়ীয়েক ঢুকাল, ক'তা—এইবোৰ তো একো হোৱা নাছিল।

য'ক, সেই কথা থ'ক। ধম আছে বিলাব।

কিন্তু সাৰদাৰ ৰাজ্যখন এই উপলক্ষ্যে উছন নহ'লেই ৰক্ষা।

ৰাতিৰ সময়ছোৱাৰ বাহিৰে মাত-বোল কৰাৰো উপায় নাই। বুকুৰ থপথপনিৰে সৈতেই তাই সংসাৰৰ কাম-বন কৰি গ'ল আৰু প্ৰহৰ গণি থাকিল।

তেও কুটুমহঁতৰ আকল-গিয়ান আছে বুলিয়েই ক'ব লাগিব, দিনৰ ভাগতেই লৈ গুচি যোৱা নাই, এটা ৰাতি হাতত আছে।

এই ঘৰৰ খোৱা-বোৱাৰ পাল শেষ হওঁতে মাজনিশা হয়।

তথাপি সেই আকাংক্ষিত সময়ছোৱা এসময়ত আহে।

দুৱাৰৰ খিলিডাল এইবাৰ লগাই দিব পাৰি, গোটেই সংসাৰখনৰপৰা আছুতীয়া হৈ দুয়োজনে বহিব পাৰে।

পট কৈ কথা আৰম্ভ কৰা সাৰদাৰ স্বভাৱ নহয়।

পোনতে যথাৰীতি চাকিৰ শলিতাডাল বঢ়াই দিয়ে, চাকিৰ জুইতে ল'ৰাৰ গাখীৰখিনি তপতাই লয়, ল'ৰাটোক গাখীৰ খুৱায়, তাৰ পাছত তাক শুৱাই নিচুকাই সি টোপনি গ'ল বুলি নিঃচিন্ত হৈ, এইফালে আহি ভৰি ওলোমাই বহে। দীঘলকৈ এটা হুমুনিয়াহ কাঢ়ে। তাৰ পাছত কয়, "তেনেহ'লে যাবাই তালৈ ?"

ৰাসু অবশ্যে এই প্ৰশ্নটোৰ বাবে সাজু হৈয়েই আছিল, সেয়েহে নিৰ্লিপ্ত-ভাৱে ক'লে, "যোৱাৰ বাহিৰে আন উপায় তো একো নেদেখোঁ।"

' উপায় বিচাৰিয়েই আছিলা, নহয়—?" ব্যংগ-তীক্ষ্ন সুৰ।

"বিচাৰি আৰু কি থাকিম, নগ'লে যে নহ'ব জানোৱেই নহয় ?"

"চেষ্টা থাকিলে নগৈও পাৰি।" সাৰদাই তীক্ষ্ন হুলেৰে বিন্ধিলে।

"কেনেকৈ' শুনো ?" ৰাসুৱে কিঞ্চিৎ উষ্মা প্ৰকাশ কৰিলে।

"গা বেয়া হোৱা বুলি অছিলা দেখুৱালে কোনোৱেই টানি-আঁজুৰি লৈ যাব নোৱাৰে।"

ৰাসুৱে বিৰক্ত ভাৱে ক'লে, "সেই অছিলানো মই কেনেকৈ' দেখুৱাও' শুনোচোন, এই শকত-আবত দেহটোৰে ?"

ৰাসুৰ এই বিৰক্তি লৈ সাৰদাই ভয় নকৰে। দমিও নাযায় তাই। হুলহুলীয়াকৈ ক'লে, "চেষ্টা কৰিলে নোহোৱা বোলা কথা নাই। গৰম গাখীৰ তোমাৰ পেটে নসহে, লুকাই-চুৰকৈ দুই-তিনি সেৰ গাখীৰ খালেই পেট চলিলহেঁতেন আৰু এতিয়াই কমেও এক্ৰিবাৰ বাজ ফুৰিবলৈ যাবলগীয়া হ'লহেঁতেন। সকলোৱে বেমাৰ হোৱা বুলিয়েই জানিলেহেঁতেন। গুৰুজনৰ সতে মিছা কথা কোৱাৰ পাপেও নুছুলেহেঁতেন।"

"এই কাম মিছা নহৈনো কি ? মিছা কথা নহৈ, মিছা আচৰণ।"

নীতিবাগীশ ৰাসুৱে দৃঢ়তাৰে ক'লে।

"মনে মনে থাকা, মনে মনে থাকা—" সাৰদাই তীব্ৰ প্ৰতিবাদ কৰিলে, "এনেকুৱা আচৰণ আৰু কাহানিও নাই কৰা গোসাঁয়ে—নহয় ? ফটা বৰজনাহঁতৰ ঘৰত বহি পাশা খেলি পলমকৈ আহি আগদুৱাৰেদি নোসোমাই পিছ দুৱাৰেদি সোমোৱা হয় কিয় শুনোচোন ? মাজু খুড়াদেৱে যে সমস্কিত পঢ়িবলৈ টোল বন্দবস্ত কৰি দিছে তালৈ মাহেকত দহ দিন নোযোৱাই দেখোন, সেইকথা তেওঁক কোৱাগৈনে কিবা ? নিতৌ অলে তলে টাংগুটি বাই নুফুৰা নে কি ?—মোক তুমি আৰু ধৰ্মাধৰ্ম দেখুৱাবলৈ নাহিবা।"

"মই কাকো একো দেখুৱাবলৈ নোখোজোঁ।" বীৰপুৰুষ ৰাসুৱে ক'লে, "গুৰুজনসকলে যি ক'ব মানিম বচ।"

"নিশ্চয় মানিবা, নামানিলে হ'বনে? তাত যে মৌজোল আছে। ন-ফুলনিৰ ন-কৈ ফুলা ফুল। পাটমহলৰ পাটমাদৈ।"

"বাজে কথা নক'বা।"

"হয়, চব বাজে কথাই!"

সাৰদাই আকৌ দীঘলকৈ হুমুনিয়াহ কাঢ়ি ক'লে, মোৰ গা চুই যে শপত খাইছিলা মনত পৰিছেনে?"

"নপৰিব কেলে' মনত? পিছে জোঁবাইষষ্ঠীৰ নিমন্ত্ৰণ খাবলৈ ওলোৱা নাই নহয়? ওলাইছোঁ এজন মান্যৱন্ত লোকৰ শৰাধতহে।"

"আৰু তাৰে সৈতে মোৰো যে শৰাধ-পিণ্ডদানৰ বেৱস্তা হৈছে, অন্তৰেহে জানিছে। এইবাৰ সিন্দুতে নেৰে আৰু—নিশ্চয়েই ছোৱালী পঠিয়াই দিয়াৰ কথা ক'ব।"

ৰাসুৱে গৰম হৈ উঠাৰ ভাও জুৰি ক'লে, "তোমাৰো যে! কোনোবাই নিজেই ছোৱালী উলিয়াই দিয়াৰ কথা কয়নে কি?"

"কয় কয়, নক'ব কিয়, কয়। ক্ষেত্ৰ বিশেষে কয়। সতিনীৰ গাত লম্ভা ছোৱালীৰ ক্ষেত্ৰত কয়।"

'বোলোঁ ঘৰ কৰাৰো এটা বয়স বোলা কথা নাইনেকি? তুমি দেখিছোঁ দিনে-নিশাই জৰীকে সাপ বুলি ভাবি উচপ খাই উঠিছা।"

"বয়স!" সাৰদা তীব্ৰভাৱে জকজকাই উঠিল, "মাইকী মানুহৰ বয়সলৈ আক' কেইদিন লাগিছে? দশ পাৰ হ'লেই বয়স আৰু মাজুখুড়াৰ আকলি-বাকলিবোৰ তো ওলাই পৰিলেই। নিজৰ জীয়েককে বয়স নোহওঁতেই উলিয়াই দিলে দেখোন।"

"গুৰুজনৰ কাম-কাজৰ ব্যাখ্যান নকৰিবা। হেতু আছিল বুলিহে এই কাম কৰিলে।"

সাৰদা দুৰ্বাৰ, সাৰদা অদম্য।

তাযো মুখ পাতি ধৰিলে, "চাবা, পিছে তোমাৰ দ্বিতীয় পক্ষকো ঘৰ কৰিবলৈ উলিয়াই দিবলৈ কিবা নহয় কিবা এটা হেতু আৱিষ্কাৰ নহৈ নাথাকে। পিছে—ন-বৈণী যদি আছেই, তায়ো এই দুৱাৰেদি সোমাব, ময়ো সিখন দুৱাৰেদি জৰী-কলহ লৈ ওলাম, কৈ থলোঁ।"

অন্তপাট অতি চোকা। ৰাসু কাবু হ'ল। আপোচৰ সুৰতে ক'লে, "বাৰু, এইবোৰ পেঁচ লগা কথা কৈ কৈ দুখ-শোক মাতি আনিবলৈ তোমাক কিহে পাইছে কোৱাচোন? গৈছোঁ দাদা শহুৰৰ শৰাধ খাবলৈ, খাম আৰু ঘূৰি আহিম, বচ। মই কাৰবাক আনিবলৈ গৈছোনে কিবা?"

"সেই কথাষাৰ মনত থাকিলেই হ'ব।"

সাৰদাই হঠাতে ৰাসুৰ হাত এখন টানি আনি টোপনিবাই থকা ল'ৰাকণৰ মুৰত লগাই দি ক'লে, "তেনেহ'লে সেই কথাত সইত খাই যোৱা।"

"এ—ছি ছি! তোমাৰো যে মতিবুদ্ধি! ল'ৰাৰ মুৰত হাত থৈ—"

সাৰদাই মৰসাহ কৰি ক'লে, "সেই কথাত কিহৰ ভয়? ল'ৰাৰ মুৰত হাত থৈ মোক সইত খাবলৈ কোবাচান—জীৱনত কাহানিও পৰ-পুৰুষৰ মুখলৈ নাচাওঁ—এশ বাৰ সেই সইত খাব পাৰোঁ।"

"এহ্‌ বুধি কি চাবা! সেইটো আৰু এইটো এক কথা হ'ল নেকি?"

"নহ'ব কেলে'? মোৰ বাহিৰে জগতখনৰ আন সকলো মাইকী মানুহক পৰস্তিৰী বুলি ভাবিলে কোনো কষ্ট নাই!"

"বাঃ! বঢ়িয়া কৈছা, যিজনীক অগ্নিনাৰায়ণ সাখী কৰি গ্ৰহণ কৰিলোঁ—"

"এঁ—এঁঃ!" সাৰদা পোনেই বহাৰপৰা উঠি থিয় হ'ল। খিলিডাল খুলি, দুবাৰ এপাটত ধৰি চেপা অথচ ভয়ংকৰ মাতেৰে ক'লে, "অ'—হয়নে! মনৰ জোলোঙাৰপৰা মেকুৰী এতিয়াহে ওলাই পাৰল! পিছে ইমান সময় তাপ মাৰি নাথাকি আগতে ক'লেই হ'লহেঁতেন কথাটো! ধবাৰু—"

এইবাৰ ৰাসুও ভীত হৈ উঠিল, সিও খাটৰপৰা নামি আহি ক'লে, "সেইবুলি দুৱাৰ খুলিছা কেলেই? যোবা ক'লৈ?"

"তালৈকে যাম, য'ত টোটক-নাটক নাই, জুইৰ পোৰণি নাই।" এই বুলি কৈ চকুৰ পচাৰতে ওলাই সাৰদা অন্ধকাৰত মিলি গ'ল।

ওহোঁ, নাই, আৰু কৰিবলগীয়া একো নাই!

নিৰুপায় ক্ষোভেৰে বহু সময় চোতালৰ সেই নিজম নিশাৰ নিকপকপীয়া অন্ধকাৰলৈ চাই থাকিল ৰাসুৱে। তাৰ পাছত নিশবদে দুৱাৰখন জপাই দি খাটৰ ওপৰত উঠিলগৈ।

সৰ্ব অংগৰপৰা ঘাম ওলাই ব বলৈ ধৰিলে। গৰমত নহয়, আতংকত।

কিন্তু এতিয়া কৰিবলগীয়া কি আছে? ঘৰৰপৰা ওলাই গৈ ৰাসুৱে ঘৈণীয়েকক বিচাৰি ফুৰিব নোৱাৰে। মাক-খুড়ীয়েকহঁতক জগাই দুঃসংবাদটো জনাবও নোৱাৰে।

তাৰ কৰিবলগীয়া যদি কিবা আছে, সেয়া হ'ল নিজৰ হাতৰ মুঠিৰেই নিজৰ মূৰতে মৰা!

এলোকেশীয়ে বাৰাণ্ডাত ঢাৰি পাৰি বহি লৈ বোবাৰীৰ খোপা বান্ধি আছে। বান্ধিছে অথনিৰে পৰাই। ভৰ দুপৰতে বহিছিল—এতিযা বেলিয়ে ভাটী দিলেই। তেওঁৰ জীবনৰ শ্ৰেষ্ঠ শিল্পকীৰ্তি আজি দেখুৱাইহে এৰিব বুলি এলোকেশীযে যেন প্ৰতিজ্ঞা কৰিছে। বোৱাৰীক আগফালে বহুৱাই তাইৰ পিছফালে আঁঠু কাঢ়ি বহি লৈছে তেওঁ, মুখৰ ভাব কঠিন কঠোৰ।

ইপিনে আঁজোৰ-পিঁজোৰৰ কোবত কপালৰ কাষৰ সিৰাবোৰ ফুলি উঠিছে, চুলিৰ গুৰিবোৰ মূৰৰ ছালৰপৰা ওলাই আহিব খুজিছে, বহু আগৰেপৰাই ডিঙি টনটনাবলৈ ধৰিছে আৰু এতিয়া বাজহাড়ৰ মাজতো এক অস্বস্তিকৰ পাৰিস্থিতিৰ সৃষ্টি হৈছে।

অথচ এই কেশ-পৰিচৰ্যাৰ বেদীত যি অপূৰ্ব শিল্পসৃষ্টিৰ চেষ্টা চলোৱা হৈছে তাৰ সমাপ্তি অতি সোনকালে হোৱাৰো আশা নাই।

কিন্তু অকল এলোকেশীৰ অক্ষমতাৰ দোষ দিলে অবিবেচনাৰ কাৰ্য্য হ'ব, দোষ সিপক্ষৰো নথকা নহয়। সত্যবতীৰ চুলিকোচাও যেন জেদী ঘোঁৰা, কোনোপধ্যেই সেও মনাব নোৱাৰি।

জুটুলা-জুটুল আৰু কেঁকোৰা কেঁকুৰি চুলিকোচা মেলি থলে দেখিবলৈ যিমানেই ধুনীয়া নালাগক, বেণী-বন্ধনেৰে বান্ধি খোঁপাৰ আকৃতিলৈ পোনাবলৈ হ'লেই আধ্যা পৰিবলগা হয়। গুৰিত কটকটীয়াকৈ বান্ধ দিবলৈ ল'লেই বাৰে বাৰে খোল খাই যায, আৰু কোনো ৰকমে যদিওবা তিনি টাৰি বেণীলৈ পোনোবা গ'ল, পাঁচটাৰ, সাতটাৰ, নটাৰলৈ পোনাবই নোৱাৰি।

কিন্তু এলোকেশীযে আজি হেস্তনেস্ত কৰিহে এৰিব। সাতটাৰ বেণীৰ বন্ধনেৰে বান্ধি 'কল-ডিলীয়া খোঁপা' কৰি দিবই বোৱাৰীক। সেয়েহে তিনিবাৰ মানৰ ব্যৰ্থতাৰ পাছত একোচা মোটা ক'লা সূতাৰে চুলিৰ গুৰিবোৰ টানি-আঁজুৰি প্ৰায় তালুলৈ আনি প্ৰাণপণ চেষ্টাৰে বান্ধিলে আৰু সাতটাৰ বেণীৰ সাতোভাগক সেও মনাবলৈ চেষ্টা কৰিবলৈ ধৰিলে।

দীৰ্ঘস্থায়ী এই প্ৰচেষ্টাৰ ফলতেই সত্যৱতীৰ উপৰোক্ত অৱস্থা। বহুতো পৰলৈকে পদ্মাসনত বহি থকাৰ পাছত এইবাৰ আঁঠু দুটা ভাঁজ কৰি বুকুৰ ওচৰলৈ আনি বহিল সত্যৱতী, কিয়নো ভৰি দুটা জিনজিনাইছিল। সত্যৱতী আকাশমুৱা হৈ আছে আৰু সেই মুখখন পিন্ধি থকা নীলাম্বৰী শাড়ীৰ আঁচলেৰে ঢাকি ৰাখিছে।

মুখখন আঁচলেৰে নাঢাকিলেও নহয়, কিয়নো চুলি ফণিয়াই থকাৰ সময়ত ওৰণি ল'ব নোৱাৰি। অথচ দেখ দেখকৈ গোটেই মুখখন উদঙাই বহিবও নোৱাৰি। ওচৰে-পাজৰে কোনোবা থাকক বা নাথাককেই, আৰু পিছফালে শাহুবেক বহি থাকিলেও 'ন-বোৱাৰী' বুলি কথা এষাৰ আছে। সেয়েহে আঁচলেৰে মুখ ঢাকি লৈছে সত্যৱতীয়ে। অৰ্থাৎ—ঢাকিবলৈ বাধ্য হৈছে। ওৰণি গুচোৱাৰ আগতেই এলোকেশীয়ে নিৰ্দেশ দিলে: "মুখখন আঁচলেৰে ঢাকি লোৱাছোন আই! তোমাৰ তো বোধ-বুধিৰ স'চো নাই, গাঁতকে সকলো কথা পষ্টকৈ মইহে কৈ দিব লাগিব।"

দিনটো সত্যবতীৰ শহুৰৰ ঘৰত প্ৰথম দিন নেকি?

নহয়, নাছিল। সত্যবতী ইযালৈ অহা এমাহেই হ'ল, কিন্তু তাইৰ মূৰটোত ইমান দিনে শাহুবেকে হাত দিয়া নাছিল। ইমান দিন ধৰি সৌদামেনীযেই চুলি ফণিয়াই, তেল টেঙা ঘঁহি, আলতা লগাই ন-বোৱাৰীৰ প্ৰসাধন আৰু যত্নসাধন কৰিছিল। হঠাৎ আজি ৰাতিপুৱাতে বোৱাৰীৰ চুলি বেণী গুঁঠি খোঁপা বান্ধি থোৱা এলোকেশীৰ চকুত পৰিল।

দেখি থওতে জ্বলি-পকি উঠিল এলোকেশী। তথাপি নিশ্চিত হ'বলৈ ভ্ৰু কোঁচাই মাত লগালে, "এইফালে আহাঁচোন বোৱাৰী।"

শাহুবেকৰ আগত মাত-বোল কৰাও নিষেধ, চকুৰে চকুৰে চোৱাও নিষিদ্ধ। সত্যবতীযে নীৰৱে-নিমাতে ওচৰলৈ আহি থিয় হ'ল।

এলোকেশীযে একে আঁজোৰতে পিঠিৰ কাপোৰ দাঙি খোঁপাটো চাই ল'লে। হয় হয়, বেণীয়েই হয়।

জ্বলি-পকি মাত লগালে:

"সদু! সদি!"

যাক বোলে ত্ৰস্তব্যস্ত হৈ, সৌদামিনী উধাতু খাই আহিল। দেখা পালে যে ন-বোৱাৰী কুঁচিমুচি তলমুৰ হৈ বহি আছে, আৰু মামীযেকে বোৱাৰীৰ পিঠিৰ কাপোৰখন দাঙি ধৰি থিয় হৈ আছে। মামীয়েকৰ চকুত জুইশিখা, কপালত কুটিল ৰেখা।

'কি কৈছা'—এই প্ৰশ্ন সৌদামিনীযে উচ্চাৰণ নকৰিলে, মাথোঁ শংকিত দৃষ্টিৰে থিয় হৈ থাকিল।

বোৱাৰীৰ পিঠিত কি হ'ল?

কিবা কাঠ আঁচিনাইৰ চিন, নে কিবা চৰ্মৰোগৰ আভাস, নে কিবা পুৰণি কটা-ছিঙাৰ দাগ? অৰ্থাৎ এই ন-বোৱাৰীজনী 'দাগী' নে কি? সৰু মামীযেকৰ শেন দৃষ্টিৰ আগত সেই কথা ধৰা পৰিল নেকি?

অৱশ্যে ভুল ধাৰণা লৈ সৰহপৰ বৈ থাকিবলগীয়া নহ'ল, এলোকেশীয়ে

সৌদামিনীক প্ৰচণ্ড মাতেৰে ক'লে, "বোলোঁ অ'ই সদি, এনেকৈ বেগাৰি খাটি কাম নকৰিলে নহয় নেকি তোৰ ?"

সৌদামিনীৰ বুকুৰপৰা শিল খহি পৰিল। যি'ক, সাৰিলোঁ তেওঁ নতুন একো নহয়, সেই আদি আৰু অকৃত্ৰিম লক্ষ্য। গতিকে মৰসাহ কৰি সুধিলে, "কি হ'ল ?"

"কি হ'ল ? বোলোঁ সোধোঁতে লাজ নালাগিল তোৰ ? তই মৰতীয়ে যে গাদহী দেহাটোৰে দুয়োসাজ পাহাৰ-প্ৰমাণ ভাতৰ চৰু আগত লৈ মৰখাৰনে খাইছ আৰু গাত বা বোলাই ফাঁন্তি মাৰি ফুৰিছ, বোলো পৰাণত লাজ-বিজ একো থাকিব নাপায়নে তোৰ ? দহজনী নহয় বিছজনী নহয়, এজনী ভাই-বোৱাৰী, তাইৰ চুলিকোচা ইমান আওহেলা কৰি বান্ধি দিছ। বোলোঁ কেলে'। ইমান অগিৰাহ্যি কেলে' তোৰ ?"

"হ'লনো কি নোকোৱা কিয় ?"

সৌদামিনীয়ে সহজভাৱে ক'লে। আৰু সত্যবতীয়ে ওৰণিৰ তলতে থৰ লাগি প্ৰায় থৰথৰকৈ কঁপিবলৈ ধৰিলে। নহয়, এলোকেশীৰ কেটেৰা জেঙেৰা শুনি নহয়, গৃহিণীহঁতৰ মুখৰপৰা এনেবোৰ অবাইচ বচন শুনাৰ অভ্যাস চুবু ৰয়ে চুবুৰিয়ে ঘুৰিফুৰা সত্যৱতীৰ আছে। ৰামকালী চাটাৰ্জিৰ পৰিয়ালৰ কথা-বাৰ্তাবোৰ কথঞ্চিৎ সভ্য, নহ'লে তাইৰে সৰুপেহীযেক সাবি পেহীহঁতৰ ঘৰত সদায় এনেবোৰ অবাইচ মাতৰ আথৰা চলে। সেই বাবেও নহয়। এলোকেশীৰ কটুৰ কেটেৰা-জেঙেৰাৰ বাবে নহয়। তাই আচৰিত হ'ল সৌদামিনীৰ সহ্যশক্তি দেখিহে। ইমান অপমান কৰাৰ পাছতো ননন্দীয়ে ইমান সহজভাৱে কথা ক'ব পাৰিলে!

এয়া সত্যৱতীয়ে কাহানিও দেখা নাই।

কটুৰ কথাৰ সলনি কঠুৱা কথা, নহ'লে কান্দোন, এইবোৰ দেখাতহে তাই অভ্যস্ত। আৰু ননন্দীয়ে কৈছে—'হ'লনো কি নোকোৱা কিয় ?'

অৱশ্যে এলোকেশী আচৰিত নহ'ল, কিয়নো সৌদামিনীৰ এই সহ্যশক্তি তেওঁৰ পৰিচিত। পিছে তেওঁ প্ৰশংসাৰে উচ্ছ্বসিত হৈ নুঠে, বৰঞ্চ এয়া তাইৰ মামীযেকলৈ অগ্ৰাহ্যৰ ভাৱ বুলি ভাবি খঙতে ভংককৰে জ্বলি উঠে।

সেয়েহে এতিয়াও ক'লে, "হ'ল কি, সেইকথা তোক কৈ বুজাব লাগিবনে কি ? তই ভিতৰিৰ ভিতৰিৰ নাই বুজা জানো ? চকুৰে নেদেখা হ'লিনে তই ? এয়ানো কেনে ধৰণৰ খোপা ? বোৱাৰীৰ মূৰত বেণী ? ছেঃ ছেঃ, তিনিকাল গৈ একালত লাগিল, কাহানিও বোৱাৰীৰ মূৰত বেণী নাই দেখা। ভিঙিত চিপজৰী ল সদু, চিপজৰী ল, এটা মাত্ৰ মূৰ, সেই মূৰটোতে এটা নেমেৰী খোপা বান্ধি দিব নোৱাৰ ?"

সদুৱে হাঁহিলে। হাঁহি হাঁহি ক'লে, "তোমাৰ বোৱাৰীৰ মিহে চুলিৰ

বাহাৰ, তাৰে আৰু নেমেৰী খোপাৰ দৰকাৰ নাই। বোলোঁ—পোনাবই নোৱাৰি।”

“পোনাব নোৱাৰি!” এলোকেশীয়ে গেজেৰা মাৰি উঠিল, “বাৰু চাম কেনেকৈ নোৱাৰি। এই বানা য্য গিহিণীৰ ওচৰত সেও নমনা জগতত কোন বস্তু আছে চাওঁ। ত্ৰিজগতত পোনাব নোৱাৰিলোঁ মাথোঁ তোমাকহে।”

“ভাল কথা কৈছা মামী, তুমি নিজ হাতেৰে বোবাৰীক সজাই-পৰাই নোলোৱা কেলে’, তোমাৰ কি বোলে—মাত্ৰ একেজন পুতেকৰহে বোৱাৰী।” সৌদামিনীয়ে ক’লে।

এইবাৰ এলোকেশী একেবাৰে জাঙুৰ খাই উঠিলে, “কি ক’লি সদি? আঁ? বোলোঁ কি ক’লি তই? ইমান আস্পদ্ধা হৈছে তোৰ? মোৰ মুখে মুখে মুখ বন্দাইছ? তোৰ ইমান অহমকাৰ কেতিয়ানো চূৰ্ণ হ’ব, কেতিয়ানো তোৰ দুখত শিয়াল-কুকুৰে কান্দিব—মই সেই আশা পালি আছোঁ। তোক মই শপত দিছোঁ—তই কেতিয়াও মোৰ বোৱাৰীৰ চুলি নুছুবি।”

“গুৰুজনৰ শাওপাত গাত নালাগে নহয়? সেইবোৰ মানিলে আৰু চলিবনে?” সদুৱে অম্লান-বদনেৰে ক’লে, “তোমাৰ যিহে মন-মৰ্জি, কোনোদিনা দিবা, কোনোবা দিনা পাহৰি থাকিবা—”

‘কি ক’লি তই! কি ক’লি ঐ কুলক্ষণী লক্ষ্মীছাড়ি—মোৰ পো-বোৱাৰীৰ কথা মই পাহৰি থাকিম?”

“সেই কথাতনো আচৰিত হ’বলগীয়া কি আছে মামী?” সদুৱে অমায়িকভাৱে ক’লে, “তোমাৰ সেই গুণৰ কিবা কমতি আছেনে? নিজৰ ভোকৰ ভাতমুঠি, তাকো আধামান দিন পাহৰি থাকা, কিবোলে—মাতি আনিহে খুৱাব লাগে।”

হঠাৎ এলোকেশীয়ে থতমত খাই গ’ল। এইবাৰ যে ঠিক কেনে ধৰণৰ কথা ধৰিব নোৱাৰিলে। অভিযোগ নে প্ৰশংসিত!

সেযেহে কৃত্ৰিম কোপ প্ৰকাশ কৰি ক’লে, “ও, মই সদায় পাহৰি থাকোঁ, আৰু তুমি মোক, মাতি আনি কোশাৰে ডিঙিত ঢালি দিয়া।”

“এহ্—নিদিলোঁৱেই জানিবা, পিছে তোমাৰ মনত থাকে জানো?”

“নেথাকিলে নেথাকক। বোৱাৰীৰ খোপা মইহে আজিৰপৰা বান্ধি দিম কৈ থলোঁ তোক। তাইৰ খোপাৰ ফিতা কাঁটা আটাইবোৰ মোৰ কোঠাত থৈ দিবি। কাঁটাপিনবোৰো দিবলৈ নাপাহৰিবি।”

“দিম দিম, চব দি থৈ যাম। পিছে বোৱাৰীৰ দেউতাকে যে সোণৰ ফণি, সাপকাঁটা, চিতিপাতিকে আদি কৰি এসোপা মূৰত পিন্ধা গহনা দিলে, সেইবোৰ বাকচত সুমুৱাই থৈছা কিয়? আটাইবোৰ উলিয়াই আনি আটকধুনীয়াকৈ সজাই দিবা।”

"মই কি কৰিম-নকৰিম সেই কথা তোক নোসোধোঁ নহয় ? সদায় তোৰ টেংটেঙীয়া কথা ! ভগমানে যে তোক টান নৰিয়াত পেলাই তোৰ বাইক্-শকতি হৰণ কৰা নাই কিয় তাকেহে ভাবোঁ মই। তই জনমটোৰ বাবে বোবা হৈ বহি থাক, মই 'নিসিংহ থানত' ভোগ আগ কৰি আহোঁ গৈ।"

"তোমাৰে শপত মামী, সেইবোৰ মানস-টানস নকৰিবা। দেব-দেৱী সকলে কিবা কও'তে কিবা শুনে, কিজানি বোবাৰ সলনি হাত-খঁৰা কৰি দিয়ে যদি তেতিয়া তুমিহে আওমৰণে মৰিবা।"

"কি ক'লি ? তই হাত-খঁৰা হ'লে মোৰ সংসাৰ অচল হ'ব ? এনেয়ে কও'নে যে তই অহম্‌কাৰত সাপৰ পাঁচঠেং দেখিছ ? মোৰ সংসাৰখন মই চলাব নোৱাৰিম বুলি ভাবিছনে কি ? বাঁওহাতৰ কেঞা আঙুলিৰেই পাৰিম বুইছ ? কিন্তু মই সেই আঙুলিয়েই বা লৰাম কেলে'—তোক যিস্থলত ভাত-কাপোৰেৰে পুহিছোঁ।"

"অ'তো ! মযো দেখোন তাকে কৈছোঁ। হাত-খঁৰা হ'লেও ভাত কাপোৰখিনি যোগাব তো লাগিবই।"

"এ—এ—হঃ ! গৰজ পৰিছে। তোৰ ঠেঙত ধৰি টানি নলালৈ বগৰাই দিম।"

"সৰ্ব্বনাশ সৰ্ব্বনাশ মামী, সেই বুধি নকৰিবা, চুবুৰীয়াহ'তে তেতিয়া সেই নলাৰ গেলা বোকা তোমালোকৰ গালে-মুখে সানি দিব।" এই বুলি কৈ সৌদামিনীয়ে সত্যৱতীক স্তম্ভিত কৰি থৈ হাঁহি হাঁহি তাৰ পৰা গুচি গ'ল।

ডাঙৰ পৰিয়ালৰ ছোৱালী সত্যৱতী, তাইৰ কণমান জীৱনটোতে বহুতো চৰিত্ৰ দেখা পালে, এনেহেন আৰু কাহানিও দেখা নাই।

যি কি নহওক, আগবেলাৰ সেই ঘটনাৰ পৰিণাম-ফল দুপৰীয়াৰ এই মালযুঁজ।

সঁচাযে, সত্যৰ চুলিৰ গুৰিবোৰ বৰ ঠৰঙা অথচ জুটুলা-জুটুল। একোচা ক'লা সুতাৰে কটকটীয়াকৈ বান্ধি আৰু কেইবাকোচা সুতাৰে ভেজাল দি এলোকেশীৰে বেণী দুডাল কেনেবাকৈ দীঘল কৰিলে যদিও, তথাপি সেই দুডালক আকৌ পখিলাৰ সাঁচত পাক খুৱাবলৈ গৈ গুৰিৰেপৰা ঢিলা হৈ সুলকি পৰিল। আৰু সত্যৱতীৰ এনেহে কপালৰ ফেৰ, ঠিক সেই মুহূৰ্ত্ততে বোধ কৰোঁ তাই পিঠিৰ বিষ আৰু ভাবৰ জিনাজিনি গুচাবলৈ অলপ লৰি-চৰি বহিল।

আৰু তেতিয়াই কাকো পৰিল তালো সৰিল। বিষয়টো হ'ল 'পাত্ৰাধাৰ তৈল নে তৈলাধাৰ পাত্ৰ'ৰ দৰেই। বান্ধোন ঢিলা হোৱাৰ ফলতে মুক্তিৰ সুখ পাই সত্যৱতী লৰিচৰি বহিল, নে লৰিচৰি বহাৰ বাবেই বেণীৰ বান্ধোন

ঢিলা হৈ গ'ল সেই কথাটো বুজা নগ'ল। এলোকেশীয়ে দেখা পালে—বোৱাৰীয়েও লৰচৰ কৰিলে, বেণীও খোল খাই গ'ল।

এলোকেশী শিলেৰে গঢ়া দেৱী নহয়, তেজ-মঙহৰ মানুহ, তাৰ পাছতো যদি তেওঁ শান্তভাবে বহি থাকিব বুলি আশা কৰা হয়, সেই আশা বলিয়াৰ আশা। বলিয়াৰ আশা পূৰণ নহয়, হোৱাৰ যোগ্য নহয়।

ইমানপৰে অত পৰিশ্ৰম অথলে যোৱাৰ খঙতে, আৰু সোদামিনীক নিজৰ শিল্প প্ৰতিভা প্ৰদৰ্শন কৰাৰ আশা ভংগ হোৱাত, দিগ্বিদিগ জ্ঞানশূন্য এলোকেশীয়ে হঠাৎ এটা অভাবিত কাম কৰি পেলালে। বোৱাৰীয়ে পোনাই বহা পিঠিৰ ওপৰত এটা গেমেহা কিল মাৰিলে আৰু দাঁত-মুৰ কৰচি ক'লে, "হ'লনে? বোলো হ'লনে? এটা দণ্ড যদি সুস্থিৰে বহিব—"

কিন্তু এলোকেশীয়ে কথাষাৰ শেষ কৰিব নোৱাৰিলে, মুহূৰ্ততে আৰু এক প্ৰলয় কাণ্ড ঘটিল। শাহুৱেকৰ হাতৰপৰা চুলিটাৰি একে আঁজোৰে এৰুৱাই আনি সত্যৱতী উৰ্ফালি মাৰি বহাৰপৰা থিয় হ'ল, আৰু শাহুৱেকৰ সৈতে মুখে মুখে কথা কোৱা যে নিষেধ সেই কথা সমূলি পাহৰি দৃঢ়ভাৱে ক'লে, "তুমি মোক মাৰিলা যে!"

কিলটো মৰাৰ পাছ মুহূৰ্তত এলোকেশী অলপ অনুতপ্ত হৈছিল চাগে। কিন্তু সেই অনুতাপৰ অনুভূতি উপলব্ধি কৰাৰ আগতেই এই আকস্মিক প্ৰতি-আক্ৰমণৰ ফলত পোনতে এলোকেশী একেবাৰে বোবা যেন হৈ পৰিল। বোৱাৰীৰ কণ্ঠস্বৰৰ পৰিচয় এতিয়ালৈকে তেওঁ পোৱা নাছিল, কিয়নো তেওঁৰ সৈতে কথা পতা তো বাদেই, তেওঁৰ সন্মুখতো বোৱাৰীয়ে কোনোদিনা কথা কোৱা নাছিল। মাত-বোল কৰাৰ প্ৰথা নায়েই। কোনো প্ৰশ্ন কৰিলে মূৰ জোকাৰি বা দুপীয়াই 'নহয়-হয়' উত্তৰ দিছিল। মাত-বোল যিখিনি কৰিছিল—কৰিছিল সদুৰ স'তে। কিন্তু তাকো নিজান-নিভৃততে। ৰাতি বোৱাৰীয়ে সোদামিনীৰ সৈতে শোৱে, কিয়নো 'পাত-গাভৰু' নোহোৱালৈকে 'ঘৰ-কৰা'ৰ প্ৰশ্নই নুঠে।

ওহোঁ, কোনো চলতে সত্যৰ কণ্ঠস্বৰ এলোকেশীৰ কাণত পৰা নাছিল, হঠাৎ আজি সেই স্বৰ বজ্ৰৰূপে আহি কাণত পৰিলহি।

ন-বোৱাৰীৰ এযানো কেনে কেলকেলীয়া মাত!

তাকো আক' এই কণমানিজনীৰ!

অনুতাপ ভাঁপ হৈ উৰি গ'ল।

এলোকেশীও থিয় হ'ল। চিঞৰি চিঞৰি থলক লগালে, "মাৰিলোঁ বে—হ কৰিলোঁ। তই কি কৰিবি শুনোচোন? তলৈ ঘূৰাই মাৰিবিনেকি?"

সভাই ভেতিয়া এলোকেশীয়ে বহু পৰিশ্ৰমেৰে গোঁঠা সাতটাৰ বেণীৰ

দুডালৰ মাজেদি আঙুলিৰে টানি টানি খুলিবলৈ ধৰিলেই। মুৰত ওৰণি নাই, মুখৰপৰা আঁচল খহি পৰিছে, সেই মুখখনত জুইৰ আভা।

এলোকেশীৰ কথা শুনি এবাৰ সেই ৰঙা টিকটিকীয়া মুখখন ঘুৰাই অবজ্ঞাৰে উচ্চাৰণ কৰিলে সত্যই, "মই তেনেকুৱা অভদ্ৰ নহও"। পিছে মনত ৰাখিবা, আৰু কোনোদিনা যেন—"

"কি ক'লি তই? কি ক'লি? আৰু কোনোদিনা যেন—? ওঁঠ চেপিলে গাখীৰ ওলাব, তাইৰ আক' মুখত ইমান বৰ বৰ কথা। তোক মৰিয়াই মৰিযাই তুলাধুনা দিব পাৰোঁ জাননে নেজান? অ' সঁচা জহনিত যোৱাজনী—কাঠখৰিৰ এচলা আনি দেচোন চাওঁ, বোৱাৰী বেটীহঁতক কেনেকৈ সেও মনাব লাগে তিজগতক দেখুৱাই দিওঁ। পিঠিত কাঠখৰিৰ মাৰ শোধালেই ফুটনি বাহিৰ হৈ যাব।"

"মাৰাচোন তোমাৰ কিমান কাঠখৰি আছে চাই লওঁ।"

এই বুলি কৈ নিৰ্ভীক চকুযুৰিৰ বহলকৈ মেলি সত্যৱতীযে পোনেই শাহুবেকৰ মুখলৈ দৃপ্ত ভংগীৰে টঁট কৈ চাই থাকিল।

জীৱনত বহুবাৰ এলোকেশীয়ে খঙতে জ্ঞানহাৰা হৈছে, বহুবাৰ বহু ধৰণে হাওঁ বিওঁ কৰিছে শাওপাত দিছে দপদপাইছে, কিন্তু আজিৰ দৰে অৱস্থাত জীৱনতো পৰা নাছিল কিজানি।

এই অৱস্থা তেওঁৰ কল্পনাই চুকি নোপোৱা, সপোনতো নেদেখা। সেযেহে অকস্মাৎ তেওঁ নিথৰ যেন হৈ পৰিল। তেওঁ সেই দুঃসাহসৰ প্ৰতিমূৰ্তিলৈ সাপৰদৰে নিৰ্জু চাৱনিৰে চাই থাকিল।

ঠিক এনে অৱস্থাত থকা হ'লে কোঁতিয়া কি হ'লহেঁতেন কোৱা টান। কিন্তু ভাগ্যৰ পৰিহাসতে আৰু এটা অঘটন ঘটিল।

এই নাটকীয় মুহূৰ্ততে চোতালৰ বেৰাৰ জেওৰাৰ জপনা খুলি নৱকুমাৰ সোমাই আহিল।

সোমায়েই যেন বজ্ৰাহত হৈ পৰিল।

এয়া নো কি পৰিস্থিতি।

সহস্ৰ সৰ্পৰ ফণাৰ দৰে একোচা চুলিৰ ফণাৰে আগুৰা সম্পূৰ্ণ মুকলি মুখেৰে এলোকেশীৰ মুখামুখি হৈ জুই-বৰষা দুটি চকুৰে একেথিৰে যিজনী ছোৱালীয়ে চাই আছে, তাই কোন?

নৱকুমাৰৰ বৈণীয়েক নেকি? কিন্তু সেইটো জানো সম্ভৱ?

আকাশৰপৰা বজ্ৰপাত হোৱা নাই, পৃথিৱীৰ মাটি ফাটি ছিৰাছিৰ হোৱা নাই, আনকি প্ৰলয়ংকৰ ধুমুহাও অহা নাই, অথচ নৱকুমাৰ বৈণীয়েক নৱকুমাৰৰ মাকৰ মুখামুখি হৈ তেনেকৈ থিয় হৈ আছে! আৰু নৱকুমাৰ সোমাই আহি থৰ হৈ থিয় হৈ থকা সত্ত্বেও ঘূৰি চোৱা নাই?

অসম্ভৱ। অসম্ভৱ।

এইজনী আন কোনোবাহে।

নৰকুমাৰে চিনি নোপোৱা চুবুৰিৰে কাৰোবাৰ ঘৰৰ ছোৱালী। সিহঁতৰ সৈতে ভয়ংকৰ কিবা এটা হৈছে নিশ্চয়।

নৰকুমাৰে গলখেকাৰি মাৰিবলৈকো পাহৰি গ'ল, আঁতৰ হৈ যাবলৈ পাহৰি গ'ল, স্তম্ভিত বিস্ময়েৰে চাই ৰ'ল। বিপদ যে ঘোৰতৰ! 'অসম্ভৱ' বুলি ভাবিও নিশ্চিন্ত হ'ব পৰা নাই যে!

ঘৈণীয়েকৰ মুখখন কোনোদিনে দেখাৰ সৌভাগ্য হোৱা নাই এতিয়াও, যদিও এই এমাহমানৰ ভিতৰত কমেও বিছ-পঁচিছবাৰ আলেঙে আলেঙে ঘৈণীয়েকক দেখা নোপোৱাকৈ থকা নাই সি। অবশ্যে আন কোনোবাই যদি দেখে যে সি ঘৈণীয়েকলৈ চাই আছে, সেয়েহে সি পলক মানৰ বাবেহে চাই পঠিয়াইছিল।

তথাপি।

কেমেৰাৰ লেন্সে পলকতে চিৰকালৰ বাবে ছবি ধৰি ৰাখিব পাৰে।

মুখ নেদেখিলেইবা, সৰ্বাংগৰ এটা ভংগী দেখা পাইছে তো। আৰু দেখা পাইছিল সেই নীলাম্বৰীৰ আঁচলখন।

গতিকে মনটোক কুটুৰিয়াই লাভ নাই। চকু মুদি থাকি সূৰ্য্যক অস্বীকাৰ কৰা হাস্যকৰ কথা।

চুবুৰিৰ আন কাৰোবাৰ ঘৰৰ নহয়, এই দুগ্ধমূৰ্তি নৰকুমাৰৰ পত্নীৰ।

যিগৰাকী পত্নীক উদ্দেশ্য কৰি নৰকুমাৰে সপোনে-সচিতে নিঃশব্দ উচ্চাৰণেৰে ক্ৰমাগতভাবে গাইছিল, গাইছে:

"কোৱানা কথা মুখ তুলি ঐ,
চোৱানা অকণ চকু মেলি।"

কিন্তু সেযা এই চকুৰেই জানো?

নৰকুমাৰ যেনেকৈ মনে মনে আহিছিল, পৰিস্থিতিৰ বুজবাজ লৈ তেনেকৈয়ে মনে মনে গুচি যোৱাহে'তেন এই নাট্য-মুহূৰ্তই ইমান চূড়ান্ত ৰূপ কিজানি নাপালেহে'তেন, সত্যৱতী হয়তো নিৰ্ভীকভাৱে তাৰপৰা আঁতৰি গ'লহে'তেন আৰু এলোকেশীয়ে তেওঁৰ জীৱনত যিমানবোৰ গুৱাল-গালি শিকিছিল, আটাইবোৰ বাহি বাহি চৈত্ৰলি গোৱা দি গালেহে'তেন। আৰু স্বামী-পুত্ৰ ঘৰলৈ ঘূৰি অহাৰ পাছত বোৱাৰীৰ এই মাৰাত্মক দুঃসাহস আৰু ভয়াবহ দুৰ্বিনয়ৰ কাহিনীৰ বিস্তাৰিত বৰ্ণনা মেলিলেহে'তেন। তাৰ পাছত ঘটনাই তাৰ নিজস্ব গতিৰে বাগৰি গৈ থাকিলহে'তেন।

কিন্তু নিৰ্বোধ নৰকুমাৰ ঠাইতে থৰ হৈ থিয় দি থাকিল।

আৰু এসময়ত এলোকেশীৰ চকু তাৰ ওপৰত পৰিলগৈ। তেও' বাৰাণ্ডাত, তলৰ চোতালত পুতেক।

নৰকুমাৰক এইদৰে ভেবা লাগি দিয় হৈ থকা দেখি এলোকেশীযেও মুখখন মেলি স্তব্ধ হৈ থাকিল। তাৰ পাছত অকস্মাৎ ইমানপৰে স্তব্ধ হৈ থকা সেই মেল খাই থকা মুখৰ ভিতৰৰপৰা বিকট চিঞৰ এটা ওলাই আহিল, "অৰে অ'ই হতচ্চৰিৰ যোৱা দুৰ্কপলীয়া নিধক—তোৰ ভৰিত জোতা নাই নেকি! জোতাৰে কোবাই মুখ-আগলিকাৰ মুখখন যদি জনমটোৰ বাবে থেতেলা লগাব পাৰ, তেহে জানিম তই বাপ চাই বেটা— !"

কিন্তু নৰকুমাৰ অলৰ-অচৰ।

পাছ মুহূৰ্ত্তে এলোকেশীয়ে সুৰ সলালে, "অ' আইঔ। তুমি ক'তে আছা—চাই যোৱাঁহি ঐ আই, পুতেক আৰু পুতেকৰ তিৰীয়ে মিলি মোক কেনে লঘু-লানছনা কৰিছে ঐ আই অ'—। বোলোঁ ঐ নৰা, ঐ বামুণৰ গৰুটো, অজ্ঞাত পাতকীৰ ছোৱালী ঘৰলৈ আনি তয়ো খাই পাত ফলা হ'লিনে ঔ? থিয়ৈ থিয়ৈ মাৰৰ অপমানিয় চাইছ যে—। তেন্তে মাৰ—মাৰ মোক, মোকেই শোটাৰে কোবা। সেয়ে মোৰ যুইগগ শাস্তি। নহ'লে এতিয়াও সৌ জহনিত যোৱাজনীক মোৰে ভেটিত থিয় হৈ থাকবলৈ দিছোঁনে? মুৰ খুৰাই চুণ সানি গাঁতয়াই উলিয়াই নিদিয়াকৈ আছোঁনে—? অ' আই ঔ মোৰ, বোবাৰীয়ে মোক ধৰি কিলায় আৰু মোৰে ল'ৰাই থিয়ৈ থিয়ৈ চাই থাকে ঐ— !"

এতিয়াহে যেন নৰকুমাৰে চেতনা ঘূৰাই পালে, আৰু ঘূৰোই পোৱাৰ লগে লগে সেই খোলা দুৱাৰেদি উধাতু খাই দৌৰি ওলাই যায়।

বাৰীৰ পুখুৰী-ঘাটত বহি সদুৰে কাঁহী-বাটি ধোৱা-পখলা কৰি আছিল, পুখুৰীৰ পাৰেদি নৰকুমাৰক উধাতু খাই লৰ মৰা দেখা পাই থিয় হৈ ছাইসনা হাতখনকে জোকাৰি মাত লগালে, "অই নবু, নবু অই—কি হ'ল? অ' নবু, এনেকৈ থৰ-কাছুটি এৰি যায় ক'লৈ?"

নৰকুমাৰে প্ৰথমে পিছুডাক খবৰ নিদিব বুলিয়েই ভাবিলে, একেলৰে নিতাইহ'তৰ ঘৰ পাবগৈ, তাৰ পাছত ক'ব: 'পানী এঘটী দেচোন'।

কিয়নো নিতাই হ'ল তাৰ সবাতোকৈ অন্তৰংগ বন্ধু। বিচলিত অৱস্থাত তাৰ ওচৰলৈহে যাব পাৰি।

কিন্তু সোদামিনীয়ে বাৰে বাৰে মতাতহে সি থমকি ৰ'ল, ঘূৰি চালে, তাৰ পাছত লাহে-ধীৰে আহি ঘাটৰ কাষত এজোপা ধুমুহাই উঘালি পেলোৱা তালগছ এজোপাৰ মূঢ়াৰ ওপৰত বহিলহি আৰু বুদ্ধ কণ্ঠেৰে ক'লে, "মই আৰু ঘৰলৈ নাযাওঁ সদুৱা'।"

"ওহ্, কথাৰ ঢং কি চাবা! হ'ল কি ক'চোন?"

"সৰ্বনাশ হ'ল সদৰুবা' !"

"হ'ল আৰু। সৰ্বনাশৰ কথা ক'ব নাপায় নহয় ?"

"ক'ব পায়, হ'লে কোৱাত দোষ নাই।"

নৰকুমাৰৰ প্ৰকৃতি সদৰুৱে ভালকৈ জানেই, সেযেহে বৰ বেছি বিচলিত নহৈ ক'লে, "কি হ'ল, তোৰ মাৰাই হঠাতে ধেল ওপঙা দিলেনেকি ?"

"মাযে নাই দিয়া সদৰুবা', মায়ে দিয়া নাই, মইহে। ক'ব নোৱাৰোঁ সঠিককৈ, মই—মই সঁচাকৈ' জীযাই আছোঁনে মৰিলোঁ।"

"গাতে চিকুটি নাচায় কেলৈ ?" পুখুৰীৰ পানীত ছাইসনা হাতখন ধুই ধুই সদৰুৱে ক'লে, "মামীৰ গাত ৰণচণ্ডী লাগিছিলনে কি ?"

"ক'ব নোৱাৰোঁ।"

"ক'ব নোৱাৰ ? অগিযান টলকাৰ ভাও নুজুৰিবিচোন নবু, কি হৈছিল তাকে ক', নহ'লে য'লৈ গৈ আছিলি গৈ থাক। তই মতা মানুহ নে মাইকী মানুহ ক'চোন ?"

"যি দৃশ্য দেখি আহিলোঁ, সেই দৃশ্য দেখিলে অতি ডাঙৰ বীৰ মতা মানুহৰো হাত-ভৰি পেটতে লুকালহেঁতেন।"

"ওহ ! তোৰ পাতনিযেই শেষ নহ'ব দেখিছোঁ। কব যদি ক', নহ'লে আঁতৰ ইযাৰপৰা। ভূতেই দেখিলি নে ডকাইতেই দেখিলি তাকো নাজানো।"

নৰকুমাৰে বুকুত সাহস গোটালে, কণ্ঠত গোটালে শব্দ, তাৰ পাছত খপহকৰে ক'লে, "মাৰ লগত তোমালোকৰ বোৱাৰীৰ মাৰ-পিট লাগিল।"

"মাকৰ লগত বোৱাৰীয়ে কি কৰিলে ?"

সৌদামিনী উচপ খাই উঠিল।

"ক'লোঁৱেই নহয, মাৰ-পিট লাগিল।"

সৌদামিনী মুহূৰ্তমানৰ বাবে স্তব্ধ হৈ থাকিল। তাৰ পাছত ক'লে, "মাৰ-পিট বুলি কৈছ কেলেই, মামীযে বোবাৰীক মৰিয়াইছে বুলি নকয় কেলেই ? আৰু সেই দিশ্য দেখি তই বৰমতাটোৱে থোৰ-পোন্ধ খুলি পলাইছ। তই কিয় মাইকী মানুহ হৈ নোপজিলি তাকেহে ভাবোঁ মই। যাওঁচোন, চাযেই আহোঁগৈ অতপৰে নো কিমানখিনি হ'ল। এয়া অলপ সময়ৰ আগতে দেখোন বাচন সোপা লৈ ওলাই আহিছিলো—দেখি আহিছিলোঁ মামীয়ে বোৱাৰীয়েকৰ চুলি ফণিয়াইছে, তাৰ মাজতে হ'ল কি আক' ?"

"ময়ো এইমাত্ৰে ঘৰলৈ সোমাইছিলোঁহি। তুমি—যোৱা সদৰুবা'—তেন্তে বেগতে যোৱা।"

"গৈছোঁ গৈছো। উস্ ! পলকতে প্ৰলয়, তিলৰপৰা তাল প্ৰমাণ ! এতিয়াই কি হ'ল আৰু—!"

সৌদামিনীয়ে খৰধৰকৈ বাচন-বৰ্তনখিনি চাফা কৰিবলৈ ধৰিলে।

"মই আজি নিতাইহঁতৰ তাতে থাকিম সদুবা'। মই আহিলোঁ।"

সৌদামিনীয়ে ভুৰু কোঁচাই ক'লে, "আনৰ ঘৰত কেইদিন থাকিবি ?"

"যিমান দিন পাৰোঁ।"

"তাৰ মানে নিজে ফালৰি কাটিবি, আৰু আনৰ ছোৱালীজনী, নিচেই সৰু ছোৱালীজনীৰ পিঠিত তোৰ মাৰাই ৰাইডাং ফালিব।"

আনৰ ছোৱালী আৰু নিচেই সৰু ছোৱালীজনী কথাষাৰ শুনি নৰকুমাৰৰ বুকুখন ফাটি ছিৰাছিৰ হোৱা যেন লাগিল, চকুপানী ওলাল। সি তাৰ দুখ প্ৰকাশ নকৰাকৈ ক'লে, "মইনো আৰু কি কৰিম ?"

সৌদামিনীয়ে কেৰাহিকৈ এবাৰ তাৰ মুখখনলৈ চাই নিৰ্লিপ্ত কণ্ঠেৰে ক'লে, দিশ্যা দোখ গুচ নহাহেঁতেনেই হ'লহেঁতেন, তই দেখি আছ বুলি জানিলে যিমানেই যি নহওক কিয়, মামীয়ে নিজকে চম্ভালিলেহেঁতেন, একেবাৰে তলে শিল ওপৰে কিল দিব নোৱাৰিলেহেঁতেন। যাওঁ—চাওঁগৈ তাই জীয়াই আছে নে মৰিলেই!"

নবকুমাৰে লাজ-মান কাতি কৰি থৈ হঠাতে ক'লে, "যিয়েই নোকোৱা কিয় সদুবা' যি দেখিলোঁ—তোমালোকৰ সেই বোৱাৰীজনী পৰি মাৰ খোৱা বিধৰ ছোৱালী নহয়।"

'মোৰো সেয়ে ধাৰণা—" সদুৱে হাঁহি মাৰি ধেমালিতে ক'লে, "মাৰ-পিট কৰকেই বা নকৰকেই—পাৰ মাৰ নাথায় তাই। পিছে তই ক'ব নোৱাৰিলিয়েই নহয়—হৈছিলনো কি ?"

"গুৰিৰেপৰা কি হৈছিল-নহৈছিল মই জানোনে কিবা ? ঘৰত ভৰি দিয়েই দেখিলোঁ বাৰাণ্ডাত দুযোজনী মুখামুখিকৈ থিয় হৈ আছে। ইজনীয়ে সাপিনীৰ দৰে ফোচফোচাইছে, আনজনীয়ে বাঘিনীৰ দৰে গুজৰিছে।"

সৌদামিনীয়ে ঢেকঢেকাই হাঁহি ক'লে, "বাহ্! তই ভাল ভাল ভাওনাৰ বচন আওৰাব পৰা হৈছ দেখিছোঁ। কালে-ভৱিষ্যতে কামত আহিব। তোৰ বৈণীয়েৰা খুব পণ্ডিত।"

বৈণীয়েকৰ কথা শুনিবলৈ নৰকুমাৰৰ ইমান যে ইচ্ছা, এই মাত্ৰ যে সি বৈণীয়েকক বাঘিনীৰ সৈতে তুলনা কৰিছিল সেই কথা পাহৰি গ'ল। কিন্তু বৈণীয়েকৰ কথানো আৰু ওলাই থাকে কেনেকৈ ? নৰকুমাৰে তো কথাৰ বকলা মেলি কথা বঢ়াব নোৱাৰে।

সি মাথোঁ ভাবে ঃ

'কালে-ভৱিষ্যতে'!

সেয়ানো কিমান কাল ?

কিমান দিন ?

কোন ভৱিষ্যৎ ?

বাঘিনীৰ মুখখন মনত বাৰে বাৰে ভুমুকি মাৰিবলৈ ধৰিছে। ভয়ংকৰ কিন্তু সুন্দৰ! কেনে ডাঙৰ ডাঙৰ চকুযুৰি, কেনে ধুনীয়া ভুৰুযুৰি!

কিন্তু ঘৈণীয়েকো মাকৰ দৰেই টেঙিৰিতুলা যেন হ'বনেকি? লাজুকী বোৱাৰীজনী হৈ নাথাকব। নৰকুমাৰৰ কলপনাৰ সৈতে বৰ খাপ খোৱা নাই যেন।

কিবা এটা হেৰুউৱাৰ দুখতে নৰকুমাৰৰ বুকুখন টনটনাই উঠিল।

বোকামাটিৰে গঢ়া পুতলা এটাৰ দৰে ঘৈণীয়েক এজনী পোৱাহেঁতেন বাৰু ভগবানৰ কিটো লোকচান হ'লহেঁতেন? কিমান মানুহে তেনেহেন ঘৈণীয়েক পায়!

কিন্তু সাপৰ ফণাৰ দৰে চুলিৰ ফণাৰে আগুৰা সেই মুখনি।

তাত যেন জুইৰ আকৰ্ষণ!

নৰকুমাৰ পতংগ মাথোন।

সোদামিনীয়ে ক'লে, "বৈৰাগী হৈ গৈ আছিলি যাগৈ যা, বেছি ৰাতি নকৰিবি। চৰু লৈ বৈ থাকিব নোৱাৰিম।"

চৰু!

ৰন্ধা-বঢ়া!

ভাত!

এইবোৰ শব্দ আজি আৰু কোনো কামত আহিব বুলি নৰকুমাৰৰ বিশ্বাস নহ'ল। সি ভয়ে ভয়ে ক'লে, "মই ইয়াতে আছোঁ—তুমি—তুমি এটিবাৰ চাই আহি—মোক খবৰটো দিব পাৰিবানে সদু বা'? তেতিয়া মই নিঃচিন্ত হৈ আমাৰ তাছখেলৰ আড্ডালৈ যাব পাৰোঁ।"

"হেৰ' মোৰ কোন অ', তেওঁ বাবুটো বোলাই বহি থাকিব, আৰু মই তেওঁৰ বাবে খবৰ কাঢ়যাই আনিম।"

এইবুলি কৈ বাচন-বৰ্তনৰ দ'মটো সোদামিনীয়ে কান্ধৰ ওপৰত তুলি ল'লে, হাতত ওলোমাই ল'লে গামোচাৰে টোপোলাকৈ বন্ধা ঘটি-বাটিবোৰ। ঘৰলৈ বুলি খোজ লৈও তাই আকৌ এবাৰ ভায়েকক অভয় দিলে, "ঘৈণীয়েকৰ চিন্তাত মন মাৰি নাথাকিবি, মামীয়ে যদি খুন কৰাৰ দায়ত ফাঁচীৰ জৰী ডিঙিত সাঙুৰি নলয় তেনেহ'লে এই বোৱাৰীয়েই তেওঁক জব্দ কৰিছে এবাৰ। তোৰ ঘৈণীয়েৰ যেনতেন ছোৱালী নহয়, জানিছ!"

যদি খুন নকৰে!

এই 'যদি'টোৱে নৰকুমাৰৰ বুকুত কাইটৰ দৰে খোচা-বিন্ধা কৰিবলৈ ধৰিলে।

কিন্তু একো প্ৰশ্ন কৰিব নোৱাৰিলে, বিমৰ্ষ হৈ বহি থাকিল কেৱল।

"সাঁজ লাগিবৰ হ'ল, ইয়াত আৰু বহি থাকিব নালাগে, ক'লৈ গৈ আছিলি যাগৈ যা, ঘুৰি-ফুৰি আহগৈ।"

সদুৱে দীঘল দীঘল খোজেৰে বাহিনিৰ একাংশ অতিক্রম কৰিলে। কিন্তু নৰকুমাৰে আকৌ পিছ লৈছে।

উদ্‌ভ্ৰান্ত মুখ, চলচলীয়া চকু।

"সদুবা', তোমাৰ স'তে মই যাওঁনে ?"

সদুৱে গৈ থাকোঁতেই হাঁহি মাৰি ক'লে, "কেলে', আৰু ঘৰলৈ নাযাব বুলি কৈছিলি যে তেতিয়া ?"

"মনটো কেনেবা কেনেবা লাগিছে সদুবা'।" সদুৰ পিছে পিছে গৈ থাকোঁতে নৰকুমাৰে হঠাৎ কথাৰ সুৰ সলালে, "তোমালোকৰ বোৱাৰীয়ে যদি মাক অপমান কৰিলে, তাৰো শাস্তি হোৱা দৰকাৰ।"

"তাই নলগা জেওাত লগা বিধৰ ছোৱালীয়েই নহয়। মামীক তাই এনেয়ে কেতিয়াও অপমান নকৰে, সেই কথাত তই নিচিন্ত থাক নবু। পিছে কোনোবাই যদি নিজে উপযাচি অপমান পাব খোজে সেই কথা বেলেগ। আচল কথা কি জান, তোৰ ঘৈণীযেৰ হ'ল বৰ নাবৰ কাণ্ডাৰী, ৰজা-ঘৰৰ ভাণ্ডাৰী, বৰ ঘৰৰ ছোৱালী, শিক্ষা-দীক্ষা আছে, লেখা-পঢ়া জনা, ডাঙৰ ডাঙৰ কিতাপ পঢ়িব পাৰে, নিজে যোজনা-ফকৰা ৰচিব পাৰে—"

"আঁ!"

স্থান-কাল পাহৰি নৰকুমাৰ প্ৰায় চিঞৰি উঠিল ঃ

"মোৰ সৈতে ঠাট্টা-মস্কৰা কৰিছা ?"

"কি গৰজ পৰিছে মোৰ ? আকাশৰ কথা আকুহি আনি তোক ক'বলৈ' যামেইবা কেলে' ? আৰু সেইবোৰ মই কিয়েইবা বুজোঁ ? তাই মোক সকলো কয় মন খুলি—সেই বুলিহে জানিবলৈ পালোঁ।"

সদুৰ ওচৰত মন খুলি কথা পাতে।

হায় হায়, সেই আকাংক্ষিত স্বৰ্গসুখ কাহানিকৈ নৰকুমাৰৰ কপালত ফুলিব, যিদিনা নৰকুমাৰৰ আগতো তেনেকৈ' মন খুলি কথা ক'ব।

সদুৱে আকৌ মুখ বজালে, "তহঁতৰ পৰিয়ালত তাইক বিয়া দিয়াটোৱেই ঠিক নহ'ল, এয়া ক'লোঁ কিন্তু খোলোচা কথা। তই খঙেই কৰ আৰু যিয়েই নকৰ, এই ঘৰত তাইক নুশুৱায়। মামীৰ পইচাহে আছে কেৱল, দিষ্টি বোলা কিবা আছে জানো ? বাৰতে শিয়াল পখৰা বুলি চিনিব পাৰি, বুইছ ? তোৰ ঘৈণীয়েৰৰ সৰু দিষ্টিৰে চোৱাৰ অভ্যাসেই নাই। এয়া সিদিনা মামীয়ে চুবুৰিৰ লোকৰ গহনা বন্ধকত ৰাখি টকা ধাৰলৈ দি সুত লোৱা বুলি শুনি তাই যেন চেঁচা পৰি গ'ল।"

নৰকুমাৰে বিৰক্তি প্ৰকাশ কৰিলে, "পিছে সেইবোৰ কথা তাইক ক'বলৈ দৰকাৰেইবা কি আছিল ?"

"তোৰ বৈণীয়েৰৰ কাগত ধৰি মই ক'বলৈ যোৱা নাই নহয় ? তাইৰ আগতে ঘোষ-পৰিবাৰে এযোৰ কেয়ূৰ বন্ধকত থোৱাৰ কথাত মামীয়ে কিমান যে দৰ-দস্তুৰ লগালে। ঘোষনীয়ে বোলে টকাত এপইচা, মামীয়ে বোলে ডেৰ পইচা, এই আধা পইচা লৈ আতকুতি। শেহলৈ—"

শেহলৈ কিহ'ল নৰকুমাৰৰ আৰু শুনিবলৈ নহ'ল। হঠাৎ ঘৰৰপৰা এক ভয়ংকৰ চিঞৰ ভাহি আহিল।

"সৰ্বনাশ হ'ল—"

সদুৰ নিষেধবাণী পাহৰি নৰকুমাৰে আকৌ সৰ্বনাশ শব্দটোকে ব্যৱহাৰ কৰিলে, "নিশ্চয়েই কিবা এটা হ'ল।"

তিমানতে সদু ঘৰ পালেগৈ।

আৰু নৰকুমাৰ ?

সি চলৎশক্তি হেৰুৱাই ঘৰলৈ চাই থিয় হৈ বৈ থাকিল।

তীক্ষ্ণ তীব্ৰ গেনগেনীয়া এই মাতটো কাৰ ?

এলোকেশীৰেই দেখোন !

তেনেহ'লে—

কি হ'ল ?

কিন্তু যিয়েই নহওক, সকলো হোৱা-নোহোৱা কথাৰ কূল ওপোচাই নৰকুমাৰৰ প্ৰাণত এই কথা ভাবি হাহাকাৰৰ জোৱাৰ উঠিল—এই অ-সাধাৰণ বৈণীয়েকক লৈ তাৰ কপালত ঘৰ কৰা নহ'ল আৰু।

মাকে পাৰিলে বোৱাৰীক মৰিশালিলৈ পঠাব, নহ'লে তাইক চিৰ জীৱনৰ বাবে মাকৰ ঘৰলৈ বিদায় দিব।

মাকৰ চিঞৰে ক্ৰমাৎ আকাশ চুলেগৈ।

আৰু চুবুৰীয়াহঁত দলেবলে নৰকুমাৰহঁতৰ ঘৰলৈ দৌৰ মাৰিলে।

নৰকুমাৰে ভাওনাৰ দৰ্শকৰ দৰে শিলৰ মূৰ্তিৰ দৰে থিয় হৈ সেই দৃশ্য চাবলৈ ধৰিলে।

## এঘাৰ

ত্ৰিবেণীৰ ঘাটলৈ আহিছিল ৰামকালী। ৰোগী চাবলৈ নহয়, যোগ উপলক্ষ্যে গংগাস্নান কৰিবলৈহে আহিছিল। স্নানৰ বাবে অকলেই এখন পাৰ-নাও ভাৰালৈ লৈছিল। জাক জাক মানুহৰ সʼতে ঠেলা-হেঁচাকৈ নাৱত উঠি স্নানলৈ যাবলৈ ৰামকালীয়ে ভাল নাপায়। আৱশ্যক মতে অকলেই এখন নাও ভাৰালৈ লয়।

আগতে অৱশ্যে এইদৰে অকলশৰে নৌকাভ্ৰমণ সহজ নাছিল। কিয়নো ৰামকালীয়ে যোগ উপলক্ষ্যে স্নান কৰিবলৈ ত্ৰিবেণীলৈ, বা কাটোৱালৈ, বা নৱদ্বীপলৈ যাবলৈ ওলোৱা গম পালেই সত্যৱতীয়ে বজ্ৰলেপৰ দৰে টানি ধৰিছিল। পিছে পিছে ঘূৰি ঘূৰি কাবো কাকূতি কৰা জীয়েকক ৰামকালীয়ে এৰি থৈ যাব নোৱাৰিছিল, লগতে লৈ যাবলগীয়া হৈছিল। আৰু তাৰ লগতে অগত্যা নেড়ু আৰু পুণ্য। সিহঁতক বাদ দি অকল নিজৰ জীয়েকক লৈ যাবগৈ, এনেহেন দৃষ্টিকটু কাৰ্য্য ৰামকালীৰ পক্ষে সম্ভৱ নহয়।

সিহঁত গৈছিল। ৰামকালীয়ে পানীত সিহঁতক সাৱধান কৰি দিছিল। আৰু স্নান সমাপন কৰাৰ পাছত গোসাঁই-দেৱতা দৰ্শন কৰাই উভতিছিল। ঘাট আৰু বাট, নাও আৰু মন্দিৰ-প্ৰাংগণ কণমানি কথাচহকী ছোৱালী এজনীৰ কথাৰ নিছিগা ধাৰেৰে মুখৰিত হৈ উঠিছিল।

আজি মাথোঁ পানীৰ বুকুত বʼঠা মৰাৰ চলাং চলাং শব্দ। উন্মুক্ত গংগাৰ বুকুলৈ চাই ৰামকালীয়ে সৰুকৈ নিশ্বাস এটি এৰিলে।

আকাশত ডেউকা কোবাই ফুৰা চৰাইজনী সজাৰ ভিতৰত বন্দী হৈ কেনে ধৰণে আছে—কোনে জানে।

পুণ্যৰো বিয়াৰ ঠিকঠাক হʼল।

যোৱা কেইমাহমান 'অ-কাল আ-বছৰ' আছিল বাবে বিয়া হোৱা নাছিল। কিন্তু পুণ্য আন ধৰণৰ ছোৱালী। নিজগুণতে সত্যৰ 'প্ৰজা' হিচাপে ডেওপাৰি কৰিছিল, নহʼলে তাই তেনেই ঘৰ-সংসাৰী ছোৱালী। পুণ্য আৰু পুণ্যৰ নিচিনা ছোৱালীহঁত সজাৰ পখী হৈয়েই জনম লৈছে।

কিন্তু সত্যৰ নিচিনা দ্বিতীয় আন এজনী ছোৱালী ৰামকালীয়ে কʼতো দেখা নাপালে, যিজনী ছোৱালীয়ে সকলোপ্ৰতি প্ৰশ্ন কৰে, জানিবলৈ [illegible] কি আৰু কিয়।

উজাৰ গংগাৰ বুকুলৈ চাই ৰামকালীয়ে আৰু এবাৰলৈ ভাবিলে, যোগ উপলক্ষ্যে কত দিন স্নান কৰা নাই। যেন দীৰ্ঘকাল বুলি বোধ হৈছে। আকৌ এটা নিশ্বাস এৰিলে তেওঁ।

নাৱৰীয়াই এবাৰ কৈ উঠিল, "সোণজনীক শহুৰঘৰীয়াই লৈ গ'লনেকি ডাঙৰীয়া ?"

ৰামকালীয়ে ক'লে, "ওঁ।"

আৰু দুবাৰমান ব'ঠাৰ চাব চলাং চলাংকৈ মাৰি নাৱৰীয়াই পুনৰ সুধিলে, "এতিয়া তাতেই থাকিবনে ?"

চমুকৈ 'চাওচোন' বুলি কৈ ৰামকালীয়ে এই আলোচনা ওৰ পেলালে। পুণ্যৰ বিয়া সমাগত, এইকণেই মাত্ৰ আশাৰ ৰেঙণি, নহ'ল নাথাকি আৰু কি কৰিব। তাত চিৰকালেই থাকিব লাগিব। আৰু সেয়েই কাম্য। মোক্ষদাৰ দৰে অনবদ্য ৰূপ আৰু অশেষ তীক্ষ্ণতা লৈ ওৰে জীৱনলৈ পিতৃগৃহতে বন্দী হৈ ডেই-পুৰি থাকিব, কোনো ছোৱালীৰ বাবে কোনোৱেই এনেহেন প্ৰাৰ্থনা নকৰে। ঘৰত থকা ছোৱালী মানেই দুৰ্ভগীয়া ছোৱালী। অথচ মাজে-সময়ে উছৱে-সবাহে অন্নপ্ৰাশন লগুণ-দিয়নি বিয়া-সবাহত যে কুটুম অহাদি আছে, আৰু তেনেকৈ অহাৰ বাবে মাতৃৰ প্ৰাণ জুৰ পাৰিলেও, পিতৃৰ নপৰে। অতএৱ সেইফালে আধ্যা পৰিলেই।

কিন্তু কেৱল ছোৱালী সন্তানেইবা কিয়, পুত্ৰ-সন্তান হ'লেও কিমান আৰু পাৰ্থক্য ? ল'ৰা ঘৰতে থাকে, ল'ৰাৰ ওপৰত অলপ জোৰ কৰিব পাৰি, কথা ইমানেই। ল'ৰা ডাঙৰ হৈ উঠাৰ পাছত, তাৰে জানো মন ভৰে ? সেয়েহে কিজানি মানুহে জীৱনটোক জীপাল কৰি তুলিবলৈ, জীৱনৰ অভাৱ পূৰ্ণ কৰিবলৈ, বাৰে বাৰে নতুন শিশুক আদৰি আনে। আকৌ তাৰ পাছতো 'টকাৰ সুত'ৰ মাজত আশ্ৰয় বিচাৰে।

নিত্যানন্দপুৰৰ ঘাটৰপৰা ত্ৰিবেণী ঘাট ক'বলৈ গ'লে এক হাউৰ থল।

নাৱৰীয়াই নাও চপালে।

আৰু ঘাটত ভৰি দিয়াত লগে লগেই যাৰ সৈতে প্ৰথমেই দেখাদেখি হ'ল ৰামকালীৰ, সি হ'ল 'ডাকোৱাল' গোকুল। গোকুল দাস। ৰামকালীক দূৰৰেপৰা দেখা পাই দৌৰি আহিছে সি।

যোকাৰ ওপৰতে আভূমি প্ৰণাম এটা কৰি, কৃতাৰ্থ হোৱা গোকুলে সবিনয় হাঁহিৰে ক'লে, "আজি মোৰ কি ভাগ্য প্ৰভু—, কি যে ভাগ্য !"

ৰামকালীয়ে মৃদুকৈ হাঁহি ক'লে, 'এই প্ৰাতঃকালতে হঠাৎ ভাগ্যৰ ইমান [illegible]কাৰ যে গোকুল !"

গোকুলে ক'লে, "উৎফুল্ল নহ'মেইবা কিয় প্ৰভু ? এয়া আপোনাৰ সংক্ৰে

সাইখাত হৈ গ'ল। নহ'লে সেই নিত্যানন্দপুৰলৈকে যাব লগাত পৰিলোহেঁতেন। এয়া ল'ক, আপোনাৰ পত্ৰ।"

পত্ৰ!

কলিকতাৰপৰা আহিছে! অভাৱনীয়!

বিস্মিত হ'ল ৰামকালী। কিন্তু বিস্ময় প্ৰকাশ নকৰিলে। খামত ভৰোৱা চিঠিখন নিজৰ সোলোকাই থোৱা কাপোৰ-কানিৰ ওপৰতে থৈ ক'লে, "বাৰু ঠিক আছে, তোমালোকৰ সকলোৰে ভালনে?"

"আপোনাৰ আশীৰ্বাদত—।" গোকুলে হঠাতে উচপিচাবলৈ ধৰিলে। আৰু তাৰ পাছত কৈয়েই পেলালে, "পত্ৰখন কলিকতাৰপৰা—"

"অ', দেখিছোঁ—" বুলি কৈ গামোচাখন কান্ধত পেলাই লৈ ৰামকালী পানীলৈ নামি গ'ল। প্ৰথম পুৱাৰ ৰ'দ-কাঁচিয়লিৰে জিলিকি উঠা কেঁচা সোণ যেন দীৰ্ঘ দেহটো লৈ গোকুলে ৰ' লাগি চাই থাকিল। মনতে ভাবিলে ঃ আকাশৰ দেৱতা যেন! কেনে দিব্য অংগ!

পত্ৰৰ কথা মনৰপৰা আঁতৰ হৈ, যথাকৃত্য সকলো সমাপন কৰি, উত্তৰীয়ৰ এচুকত পত্ৰখন বান্ধি লৈ ৰামকালী মন্দিৰ দৰ্শনলৈ আগবাঢ়িল। অগত্যা গোকুলে আকৌ এটি সাষ্টাংগ-প্ৰণাম কৰি বিদায় লৈ গুচি গ'ল। কলিকতাৰপৰা কোনে পত্ৰ লিখি পঠিয়ালে তাৰ মনৰপৰা সেই কৌতূহলৰ নিৰসন নহ'ল।

ৰামকালীয়ে নাৱত উঠি পত্ৰখন খুলিলে।

আৰু পঢ়ি স্তব্ধ হৈ গ'ল!

এই পুৱাৰ পোহৰখিনিয়ে তাৰ সমস্ত উজ্জ্বলতা হেৰুৱাই যেনিবা আসন্ন গোধূলিৰ দৰে মলিন হৈ পৰিল। সদ্যো গংগাস্নান কৰি উঠা নিৰ্মল ৰামকালীয়ে যেনিবা এটা অপৱিত্ৰ দ্ৰব্যৰ সংস্পৰ্শলৈ আহি নিজকে অশুচি বোধ কৰিবলৈ ধৰিলে।

পত্ৰখন কোনো চিনাকি মানুহৰপৰা অহা নাই। প্ৰেৰক অজ্ঞাত ব্যক্তি।

তদুপৰি, তলত নাম-চহীও নাই।

বেনামী চিঠিখনত সম্বোধনৰ বাগাড়ম্বৰ অনেক। কিন্তু বক্তব্য সিমানেই নহয়।

চিঠিৰ বক্তব্য অতি ভয়ানক!

বাৰে বাৰে পঢ়াৰ পাছতো ৰামকালীয়ে আকৌ এবাৰ পত্ৰখন চকুৰ আগত মেলি ধৰিলে। হস্তাক্ষৰ সুন্দৰ, শাৰীবোৰ পৰিপাটি, বানান বিশুদ্ধ। কোনোবা 'লিখা-পঢ়া' জনা মানুহে যে লিখি দিছে, সেই বিষয়ে সন্দেহ নাই। ওপৰত 'শ্ৰীশ্ৰীবাসুদেৱী শৰণং' লিখি আৰম্ভ কৰিছে ঃ

'মহামহিমাৰ্ণৱ শ্ৰীল শ্ৰীযুক্ত ৰামকালী চট্টোপাধ্যায় ৰবাৱৰেষু,—

যথাযোগ্য সম্মান পুৰঃসৰ নিবেদনমেতৎ, অত্ৰ পত্ৰে এই কথা জ্ঞাত কৰাওঁ যে, মহাশয়ৰ কন্যাৰ অতিশয় বিপদ। তেওঁ তেওঁৰ শহুৰেকৰ ঘৰত অতিপাত লাঞ্ছিতা আৰু উৎপীড়িতা আৰু অপমানিতা হৈ কালযাপন কৰিবলৈ ধৰিছে। ক'বলৈ গৈ মন শিয়ৰি উঠিছে আৰু কলেবৰ কম্পান্বিত হৈছে যদিও, তথাপি আপোনাৰ জ্ঞাতাৰ্থে লিখিছোঁ, আপোনাৰ কন্যাক তেওঁৰ শাহুৱেকে আনকি প্ৰহাৰো কৰিছে। সেই অবলা বালিকাজনীক ৰক্ষা কৰিব পৰা কোনো মানুহ সেই পাষাণপুৰীত নাই। আপোনাৰ জামাতাই ধৰ্মপত্নীৰ এবম্বিধ নিৰ্য্যাতনত সদায় অশ্ৰু বিসৰ্জন কৰিবলৈ ধৰিছে। গুৰুজনসকলৰ ওপৰত তেওঁ কি উপায়ে মাত মাতিব? সেই সাধ্য তেওঁৰ নাই। এই প্ৰকাৰ অৱস্থাত মহাশয়ে যদি যথাসত্বৰ কন্যাক নিজগৃহলৈ লৈ যায় তেহে মংগল বিবেচনা কৰোঁ। নহ'লে যে কি হ'বগৈ, সেই কথা চিন্তা কৰিলে মস্তক ঘূৰ্ণিত হয়। মনুষ্যজনোচিত কৰ্তব্য বোধেৰে এই কথা আপোনাক জনালোঁ। নিজগুণে ধৃষ্টতা মাৰ্জনা কৰি কৃতাৰ্থ কৰিব।

অলমতি বিস্তাৰেণ। ইতি—'

ওহোঁ, নাম-চহী একো নাই।

পত্ৰ-লিখোঁতাৰ বাচালতা বা বাগাড়ম্বৰত কৌতুক বোধ কৰাৰ মানসিক অৱস্থা ৰামকালীৰ নাই। চিঠিখন তেওঁ লাহে-ধীৰে মিৰ্জাই-চোলাৰ জেপত ভৰাই এই ৰ'দেৰে উপচি পৰা পৃথিৱীখনলৈ চাই থাকিল।

পৃথিৱীখনত ইমান পোহৰ, তথাপি পৃথিৱীৰ মানুহবোৰৰ মন ইমান অন্ধকাৰ কিয়!

কিন্তু এই পত্ৰ-লিখোঁতাজন কোন?

সত্যৰ শহুৰ-ঘৰৰ কোনোবা শত্ৰু নেকি? এইদৰে মিছা অপবাদ জাপি দি, পত্ৰ লিখি তেওঁলোকৰ অনিষ্ট কৰিবলৈ বিচাৰিছে নেকি? কিন্তু তেতিয়াহ'লে—চিঠিত কলিকতাৰ ছিলমোহৰ কিয়? এই চিঠি কলিকতাৰপৰা আহিল কেনেকৈ?

ভাবি ভাবি এটা সিদ্ধান্তলৈ আহিল তেওঁ। পত্ৰ-লিখকৰ কলিকতালৈ আহ-যাহ আছে, আৰু নিজৰ পৰিচয় গোপন কৰিবলৈহে কলিকতাৰপৰা চিঠি পঠিয়াইছে। তথাপি এটা সমস্যা থাকিয়েই গ'ল।

পত্ৰত থকা সেই বীভৎস সংবাদখিনি সঁচা, নে শত্ৰুপক্ষৰ মিছা ৰটনা?

ৰামকালীয়ে নিজেই তালৈ গৈ অনুসন্ধান কৰিব, নে কাৰোবাক পঠাব? আন কাৰোবাক পঠালে প্ৰকৃত ভিতৰুৱা কথাখিনি জানিব পাৰিবনে? অৱশ্যে মহিলা কাৰবাক পঠাব পাৰিলে কথা বেলেগ।

যিসকল মহিলাই চিৰা খুন্দি কৰ-মুড়ি আদি দি ৰামকালীৰ পৰিয়ালক

ৰাইজমানহে খাটি খায়, তাৰ মাজৰে কোনোবা এজনীক নগৰী এজনী আৰু অহা-যোৱাৰ খৰচ-পাতি দিলে খবৰ আনি দিব পাৰিব। গাঁও-ভুঁইত সচৰাচৰ ইহঁতেই এইবোৰ কাম কৰে।

কিন্তু-ৰামকালীৰ মন নগ'ল। এওঁলোকৰ কাৰবাক পঠাবলৈ সত নগ'ল তেওঁৰ। ইহঁতৰ কোনোবাজনীয়ে খবৰবোৰ জনাৰ অৰ্থ হ'ল সাতখন গাঁৱৰ মানুহে জনা। কি খবৰ লৈ আহিব ঈশ্বৰেহে জানে, আৰু সেই কথা লৈ গোটেই গাঁওখনে বৰু বৰু বা বা কৰিব।

সত্যই নিজে চিঠি লিখাহেঁতেন। ৰামকালীয়ে ভাবিলে।

চিঠি লিখিবপৰা বিদ্যা সত্যই অৰ্জন কৰিলেই। কিন্তু কৰিনো লাভ কি হ'ল? নিজৰ ভাল-বেয়া সংবাদ জনাই চিঠি এখন লিখাৰ সাহস বা সাধ্য সত্যৰ নহ'ব। তেনেহ'লেনো ছোৱালীয়ে লিখা-পঢ়া শিকি কি লাভ?

স্থিতপ্ৰজ্ঞ ৰামকালী কবিৰাজৰ বুকুখন হুলে বিন্ধাদি বিন্ধিলে। চকুৰ আগত ভাহি উঠিল সত্যৰ সেই দৃপ্ত মুখচ্ছবি। সেই সত্য প্ৰহাৰেৰে জৰ্জৰিত হৈছে। বিশ্বাস কৰিবলৈকো টান।

নহয় নহয়, এই পত্ৰ মিছা। এয়া শত্ৰুপক্ষৰ কাম।

নহ'লেনো কি? ভাবিলে ৰামকালীয়ে: সত্যক নিৰ্য্যাতন কৰিবহৈবা কিয়? মানুহ অকাৰণতে ইমান হিংস্ৰ হ'ব পাৰেনে? আৰু কেৱল শাহুৱেকেই নহয়। তাইৰ শহুৰেকো আছে। হাজাৰ হওক তেওঁ এজন ভদ্ৰলোক, তেওঁৰ অজ্ঞাতসাৰে এনেবোৰ হোৱা কেতিয়াও সম্ভৱ নহয়। আৰু ঘৰৰ মানুহেও যদি পীড়ন-অত্যাচাৰৰ কথা নাজানিলে, চুবুৰিৰ মানুহে জানিব ক'বপৰা কেনেকৈ?

ৰামকালীয়ে আকৌ ভাবিলে, সত্যৱতী তেওঁলোকৰ একমাত্ৰ বোৱাৰী। ৰামকালীয়ে কোনো প্ৰতিবাদ নকৰাকৈ তাইক ঘৰ-বসত-কৰিবলৈ পঠিয়ালে, প্ৰচুৰ পৰিমাণে দ্ৰব্য-সামগ্ৰীও দিলে যাতে শাহুৱেকে অন্ততঃপক্ষে ভোল যায়। তথাপি সত্যক নিৰ্য্যাতন কৰিব? এই কথা সম্ভৱ হ'ব পাৰেনে?

কোন্নাটো দোষনীয়, ভৰাত বাধা নাই, জীয়েকৰ বিয়াৰ সময়ত ঘটকে খবৰ লৈ অহা বহুতো পাত্ৰৰ মাজত ৰামকালীয়ে এই পাত্ৰটিকে পছন্দ কৰিছিল, কেৱল তেওঁলোকৰ পৰিয়ালত লোকসংখ্যা কম বুলিহে। সেই সময়ৰেপৰাই তেওঁ লক্ষ্য কৰিছিল, তেওঁৰ ছোৱালীজনী জেদী, অনমনীয়। একান্নভুক্ত বৃহৎ পৰিয়ালৰ সকলোকে সন্তুষ্ট কৰা তাইৰ পক্ষে অসম্ভৱ বুলি ভাবি এই সম্বন্ধকে আদৰি লৈছিল। ভাবিছিল, এয়ে ভাল হ'ব, ইয়াতে ভাল হ'ব। পিতৃৰ একমাত্ৰ পুত্ৰ? কি ডাঙৰ নাছিল? সত্যও তাইৰ দেউতাকৰ একেজনী মাত্ৰ সন্তান।

ঘৰ-জোঁৱাই লোৱাৰ ইচ্ছা ৰামকালীৰ একেবাৰে নাছিল। কেৱল

ভাবিছিল, ল'ৰাটো যেন বখেওীয়া কোৱাভাতুৰী নহয়। অলপ লিখা-পঢ়া কৰে যেন। পিছে ৰামকালীৰ সেই বাসনা পূৰণ নোহোৱা নহয়, হৈছিল। জোঁৱায়ে তেতিয়াই ছাত্ৰবৃত্তি পাচ্ কৰিছিল, টোলত সংস্কৃত শিকি আছিল।

তাৰ পাছত অহুকাণে পহুকাণে শুনিছিল, জোঁৱায়ে হেনো ইংৰাজী ভাষা শিকিবলৈ লৈছে। শুনি ভাল পাইছিল ৰামকালীয়ে। নিজে গৈ উপস্থিত নহ'লেও লোকৰ হতুৱা জোঁৱাইৰ খা-খবৰ লৈছিল তেওঁ। আৰু, এই কথা জানি পৰম সন্তোষ পাইছিল যে, ল'ৰাটোৱে অসৎ সংসৰ্গ নকৰে, অসৎ প্ৰবৃত্তিও তাৰ নাই। সকলো একপ্ৰকাৰ ঠিকেই আছিল, হঠাৎ এযানো কি হ'ল? বিনামেঘে বজ্ৰাঘাত!

অতঃপৰ আকৌ ভাবিলে, এযা শত্ৰুপক্ষৰ ৰটনা।

কিন্তু মনৰ মাজত যি আলোড়ন উঠিছিল, সেই আলোড়নক উলাই কৰি ৰামকালীয়ে একেবাৰে নিশ্চিন্ত বোধ কৰিব নোৱাৰিলে, তেতিয়াই স্থিৰ কৰিলে, এবাৰ নিজেই বিয়েহ'তৰ ঘৰলৈ যাব লাগিব।

মান-সম্ভ্ৰম কমিব?

সেই কথা ক'বলৈ গ'লে, যিদিনা জোঁৱাইৰ আঁঠুত ধৰি কন্যা সম্প্ৰদান কৰিলে সেইদিনাই দেখোন মান-সম্ভ্ৰম ৰসাতলে গ'ল। তাহানিতে হোৱাৰ দৰে ৰামকালীৰ জীয়েকৰ তো স্বয়ম্বৰ হোৱা নাছিল।

আৰু, তাৰোপৰি একেবাৰে অকাৰণে জোঁৱাইৰ ঘৰলৈ যোৱাৰ অগৌৰৱ শিৰ পাতি ল'ব নালাগে। পুণ্যৰ বিয়াৰ উপলক্ষ্যে জীয়েকক লৈ আহিবলৈ প্ৰস্তাৱ দিব। লগতে জোঁৱাই-বিয়েকো নিমন্ত্ৰণ কৰিব। স্বয়ং ৰামকালীয়ে নিমন্ত্ৰণ কৰিলেগৈ, তাতকৈ সৌজন্যমূলক কথা আৰু কি হ'ব পাৰে?

ত্ৰিবেণীৰপৰা ঘূৰি আহি ৰামকালীয়ে দীনতাৰিণীৰ ওচৰত সংকল্প ঘোষণা কৰিলে, "এবাৰ বাৰুইপুৰলৈ ধাম বুলি ভাবিছোঁ।"

দীনতাৰিণী উচপ খাই উঠিল, "কিয়, হঠাতে যে—? সত্যৰ কিবা বেমাৰ-আজাৰ হোৱা নাই তো?"

"কি আচৰিত কথা! বেমাৰ-আজাৰ হ'ব লাগিছে কিয়।" ৰামকালীয়ে শান্তভাৱে ক'লে, "ভাবিছোঁ—পুণ্যৰ বিয়া হৈ যাব, তাৰ পাছত দুয়োজনীৰ মাজত আকৌ কেতিয়া দেখা-সাক্ষাৎ হয়নে নহয়, দুয়োজনী নলেগলে লগা বন্ধু আছিল। বিয়াৰ আগতে কেইদিনমান একেলগে থাককহি।"

দীনতাৰিণীয়ে পুতেকৰ মুখলৈ ৰ' লাগি চাই থাকিল। ইমান সহজ ভাষা, ইমান সহজ কথা! ৰামকালীৰ মুখত!

পুতেকক তো তেওঁ 'শিলৰ গোসাঁই' বুলিয়েই কয়।

কথা সহজেই। তথাপি, ৰামকালীৰ মুখৰপৰা ওলোৱা বাবেহে কোনোৱেই সহজভাৱে ল'ব নোৱাৰিলে।

মোক্ষদাই খৰখৰকৈ ক'লে, "এয়া আৰু এনেয়ে হোৱা নাই, এনেয়ে নাই হোৱা। লিখিত-পঢ়িত বিদ্যাৱতীজনী, নিঘ্ঘাত লুকাই-চুৰকৈ দেউতাকলৈ পত্তৰ লিখিলে তাই, দেউতা, মোক লৈ যোৱাহি, সদায় ওৰণি লৈ লৈ মোৰ মূৰ ঘূৰণি হৈছে—'।"

শিৰজায়াই তলমূৰ হৈ বহি থকা ভুৱনেশ্বৰীলৈ কটাক্ষ কৰি কাতৰ কণ্ঠেৰে ক'লে, "মোৰ কিন্তু মনত গাজিছে সৰু ননন্দী— । কিবা এটা কু-খবৰ আছে যেন লাগিছে, ৰামকালীয়ে ভেদ ভঙাহে নাই।"

কোৱা বাহুল্য, ইয়াৰ পাছত ভুৱনেশ্বৰীয়ে উচুপি কন্দাৰ বাহিৰে গত্যন্তৰ নাই।

ভুৱনেশ্বৰীৰ একমাত্ৰ অন্তৰৰ সুহৃদ, সমনীয়া নহ'লেও—জেঠালেকৰ বোৱাৰী সাৰদা। কিন্তু কপালৰ দুৰ্দৈৱ এনেকুৱাই ভুৱনেশ্বৰীৰ, যে সাৰদা যোৱা চাৰি মাহ ধৰি মাকৰ ঘৰত আছে।

দ্বিতীয় সন্তানৰ আবিৰ্ভাৱ ঘোষণাৰ ফলতে তাইৰ এই মাতৃগৃহলৈ যাত্ৰা। নহয়, সিদিনা সেই এন্ধাৰ নিশা ৰাসুৰ সৈতে খৰিয়াল কৰি সাৰদাই জাপ দি মৰিবলৈ পুখুৰীলৈ যোৱা নাছিল। তাই অন্য কোঠালৈ গৈ ননন্দীৰ লগত শুই আছিলগৈ। মাথোঁ এৰাতি। ৰাতিৰ পাছত ৰাতিনো থাকিব কেনেকৈ ?

শহুৰেকৰ ঘৰত বোৱাৰীহঁতৰ ৰাতিৰ সময়ছোৱাই হ'ল মৰুভূমিত সৰোবৰ সদৃশ! মৃত্যুপুৰীৰ মাজত জীৱন। যিমানেই দুৰ্জয় অভিমান নহওক, সেই অভিমান বিসৰ্জন নিদিয়াকৈ নোৱাৰে।

সকলোৰে ক্ষেত্ৰতে একে কথাই। ৰাতি ভুৱনেশ্বৰীয়েও ওলাই অহা অশ্ৰু ৰোধ কৰিব নোৱাৰিলে। ৰামকালীয়ে সিথন খাটত থাকিও গম নোপোৱাকৈ নাথাকিল। অলপ সময়লৈ টোপনিৰ ভাও জুৰি মনে মনে থাকিল। কিন্তু শেহলৈ আৰু সঁহাৰি নিদিয়াকৈ থাকিব নোৱাৰিলে। মৃদু কণ্ঠেৰে ক'লে, "এনেয়ে কান্দি আছা কিয় ?"

কোৱা বাহুল্য, এই প্ৰশ্ন কৰিলে যি হ'ব লাগে সেয়ে হ'ল। কান্দোনৰ আবেগ আৰু প্ৰবল হ'ল।

ৰামকালীয়ে ক'লে, "সৰু ল'ৰা-ছোৱালীৰ নিচিনা কৰি নাথাকিবা। আহা, কাষলৈ আহা, কান্দোনৰ কাৰণটো কি শুনোচোন।"

ভুৱনেশ্বৰীয়ে চকু মোহাৰি মোহাৰি উঠি আহিল। আহি স্বামীৰ বিছনাৰ এমূৰত বহি চকুযুৰিৰ আঁচলেৰে মচিবলৈ ধৰিলে।

ৰামকালীয়ে ক্ষুণ্ণকণ্ঠেৰে ক'লে, "তুমি যদি তেওঁলোকৰ দৰে কৰি থকা তেনেহ'লে আৰু ক'বলগীয়া একো নাই। মই দোষৰ ভিতৰত এইটো কথাহে কৈছোঁ যে পুণ্যৰ বিয়া উপলক্ষ্যে সতাক কেইদিনমান আগতেই লৈ আহিমগৈ। মই নিজে আনিবলৈ গ'লে তেওঁলোক আৰু অমত হ'ব নোৱাৰিব। কিন্তু এই সহজ কথাষাৰ নুবুজি সকলোৱে মিলি এনেখন কাণ্ড কৰিবলৈ লৈছা যে কিবা এটা অপায়-অমংগল হোৱা যেনহে লাগিছে। আচৰিত কাণ্ড!"

"সেইবোৰ একো নহয়।" ভুৱনেশ্বৰীয়ে কষ্টেৰে ক'লে, "তাইৰ বাবে পৰাণ উতলা হৈছে, সেয়েহে—"

"হৈছে ঠিকেই—হোৱাটো স্বাভাৱিকেই!" ৰামকালীয়ে গভীৰ আবদাৰৰ সুৰেৰে ক'লে, 'তোমাৰ একমাত্ৰ সন্তান। কিন্তু কেৱল কান্দোন-কাটোনেৰেই সকলো সমস্যাৰ সমাধান নহয়। মাকৰ পৰাণ উতলা হয়, বাপেকৰ পৰাণত জানো একোৱেই নহয়?" আৰু ক্ষুণ্ণভাৱে অলপ হাঁহিলে ৰামকালীয়ে। ভুৱনেশ্বৰীৰ পক্ষে এই কথাৰ উত্তৰ দিয়া সম্ভৱ নহয়।

বেচেৰী অপ্ৰতিভ হৈ ৰহি থাকিল।

অলপ পাছত ৰামকালীয়ে ক'লে, "যোৱা, ঈশ্বৰৰ নাম লৈ শুই থাকাগৈ। তাইক লৈ আহিব পাৰোঁ নেকি চাওঁ।"

ভুৱনেশ্বৰী আকৌ হঠাৎ ফেকুৰি ফেকুৰি কান্দি উঠিল, "মোৰ মনত গাজিছে তাইক সিহঁতে আহিবলৈ নিদিব কিজানি!"

ৰামকালীয়ে আৰু একো নক'লে, 'দুৰ্গা দুৰ্গা' বুলি কৈ সিকাতি হৈ শুলে। বহুতো পৰলৈকে উচুপি থকাৰ পাছত ভুৱনেশ্বৰী বিছনাত শুলেগৈ। পাছদিনা ৰামকালীয়ে জীয়েকৰ ঘৰলৈ যাবলৈ যো-জা কৰিলে।

ইংৰাজী শিক্ষা সদ্যহতে বন্ধ, কিয়নো ভৱতোষ মাষ্টাৰ গাঁৱত নাই। তেওঁ ছাত্ৰহঁতৰ বাবে 'ছেকেণ্ড বুক' সংগ্ৰহ কৰি আনিবলৈ কলিকতালৈ গ'ল। সেয়েহে নৱকুমাৰৰ এতিয়া অখণ্ড অৱসৰ। কিন্তু সেই অৱসৰক আবিষ্কাৰ কৰি তুলিব পৰা ভাগ্য নৱকুমাৰৰ নাই। ঘৰত যে দুদণ্ড বিশ্ৰামসুখ উপভোগ কৰিব, খাব ল'ব শুব, তাৰেইবা উপায় ক'ত? ঘৰত যিমান সময়লৈ জাগ্ৰত, সিমান সময়লৈকে হৃৎকম্প।

কিন্তু ঘুমটি গৈয়েইবা থাকে কিমান পৰ?

ৰাতি এতিয়া আৰু সেই কুম্ভকৰ্ণৰ টোপনি নৱকুমাৰৰ নাই। বিছনাত শুয়ো টোপনি নাহে, উঠে বহে পাইচাৰি কৰে, পানী খায়, আকৌ শোৱে, এইদৰে বহু পৰ পাৰ হৈ যায়। দিনৰ ভাগত পুথুৰীত বৰশী বোৱাই হ'ল কৰ্মহীনৰ কৰ্ম, নিষ্কৰ্মাৰ ধৰ্ম।

বন্ধু নিতাই আৰু সি দুয়োজনে গোটেই দুপৰীয়াটো সেই কৰ্ম কৰে। আজিও তাকে কৰি আছিল। পুৱাৰপৰা চকু তুলি চোৱাৰ লগে লগেই নিতাইৰ চকুতে পৰিল।

নিতায়ে ক'লে, "ইমান ধুনীয়া দোলাখনত কোন আহিছে ঔ ক'চোন ?"

নৰকুমাৰে চাই পঠিয়ালে, "সঁচায়ে অ', বৰ ধুনীয়া দোলাখন। পিছে এই ফাললৈ নাহে বোধকৰোঁ, গাঁও পাৰ হৈ যোৱা যেনহে পাওঁ।"

ক'লে, কিন্তু দুয়োজনে চায়েই থাকিল। আৰু কম্পিত চিত্তেৰে ভীত পুলকেৰে দেখা পালে দোলাখন সিহঁতৰ ফাললৈকে আহি আছে।

নৰকুমাৰে ক'লে, "ৰবণী-টবণী পেলাই থৈ দৌৰি পলাওঁ ব'ল।"

নিতায়ে সবিস্ময়ে ক'লে, "কেলে', পলাম কেলে' ?"

"এই দোলাখন নিত্যানন্দপুৰৰ বুলি মোৰ ধাৰণা হৈছে।"

"আঁ। চিনি পায় নেকি ?"

"চিনি পাম কেনেকৈ', উমানতে কৈছোঁ। নিশ্চয় ছোৱালী নিবলৈ মানুহ পঠাইছে। নিতাই, মই পলাওঁ।"

নিতায়ে নৰৰ চুৰিয়াৰ খোৰৰ আগত ধৰি ক'লে, "পলায় কেলি ? হেস্তনেস্ত কিবা এটা নোচোৱাকৈয়েই গুচি যামনে ?"

দুয়ো বন্ধুৰ মাজত আৰু অলপ তৰ্কাতৰ্কি হ'ল, আৰু এই কথা সঁচা যে নৰকুমাৰে যিমানেই পলাই যোৱাৰ চিন্তা নকৰক, ঠাইতে অলৰ হৈ ৰহি থাকিল। জেঠীৰ চিকাৰী দৃষ্টিৰ সম্মোহনী-শক্তিৰে আকৰ্ষিত কীটৰ দৰে নিৰ্জীৱ হৈ ৰহি থাকিল সি।

দোলাখন এই ফাললৈকে আহিল, আৰোহীজনৰ নিৰ্দেশ মতে দোলাভাৰীহঁতে ইয়াতেই নমালে, আৰু দোলাৰ আৰোহীজনে দোলাৰপৰা ননমাকৈয়েই হাত বাউল দি সিহঁত দুয়োকো মাতিলে। চুৰিয়াৰ খোৰৰ আগটো গাত ছাটি মাৰি দুয়োজনেই পৃথ্বীৰ পাৰৰপৰা উঠি আহিল।

"তোমালোক এইখন গাঁৱৰে ?"

সাগৰ-সঙ্কাশ কণ্ঠস্বৰ শুনি দুয়োজনৰে বুকু চিৰিংকৈ গ'ল। আৰু যদিও নৰকুমাৰে তাৰ শহুৰেকক চিনি নাপায়, বিয়াৰ সময়তো দেখা নাছিল, দুৰাৰকৈ জোৱাইষষ্ঠীত নিমন্ত্ৰণ কৰিছিল কিন্তু অসুখ-বিসুখৰ আহিলা দেখুৱাই যোৱা নাছিল, আচলতে ভয়তে যোৱা নাছিল, তথাপি তাৰ মনতে গাজিলে, এয়েঁই সেইজন! সেইজনেই এওঁ!

ওঁ, বামকালীয়েই। তেওঁৰ প্ৰশ্নৰ উত্তৰত সিহঁতে মূৰ দুপিওৱাৰ পাছত তেওঁ পুনৰ ক'লে, "তোমালোক এই গাঁৱৰে য'দি, সে জানিবা ?"

নিতাই আগুৱাই গল আৰু ক'লে, "মই জানিম, শ্ৰীযুত কুঞ্জৰাম দত্ত

মোৰ মোমাইদেউ। মোৰ নাম নিতাইচন্দ্ৰ ঘোষ। আৰু এওঁ বানাৰ্জি-পৰিয়ালৰ ল'ৰা, নৰকুমাৰ বানাৰ্জি। মোৰ বন্ধু।"

নৰকুমাৰ বানাৰ্জি!

ৰামকালীৰ দুচকুত বিজুলীৰ আভাই ৰহণ বোলাই গ'ল, নিশ্চিন্ত হ'ল, অনুমান সঠিক। আৰু এবাৰলৈ ল'ৰাটোৰ মুৰৰপৰা ভৰিলৈকে চাই ল'লে। চাই ল'লে তাৰ ছোৱালীহঁতৰ দৰে গাখীৰত সেন্দুৰ মিহলি তেজগোৰা বৰণ, ৰঙচুৱা ওঁঠ, আৰু ৰ'দে পোৰা টিকটিকীয়া ৰঙা মুখখন। তাৰ পাছত তেওঁ দোলাৰপৰা নামি আহিল।

গহীন-গম্ভীৰ কণ্ঠেৰে ক'লে, "মই ৰামকালী চাটাৰ্জি।"

বহাৰ সুবিধা এটা পাই ল'ৰা দুটাই সকাহ পোৱা যেন পালে। থৰথৰকৈ বহিযেই ৰামকালীৰ চৰণ-বন্দনা কৰিলে।

"হ'ব, হ'ব—" বুলি কৈ, দুযোৰে মুৰত হাতেৰে স্পৰ্শ কৰি ৰামকালীয়ে এবাৰ নিতাইলৈ চাই নৰকুমাৰক ক'লে, "এওঁ যেতিয়া তোমাৰ বন্ধু, তেতিয়া এওঁৰ আগত কোৱাত নিশ্চয় কোনো বাধা নাই! বোলোঁ—এইদৰে মাছ ধৰিয়েই দিন কটাইছানে কি?"

নৰকুমাৰৰ থুতৰিৰ বুকুত লাগিলগৈ। কিন্তু কায়স্থৰ বংশধৰ নিতাই, নৰকুমাৰতকৈ বহুগুণে তীখৰ, চতুৰ। আৰু নিৰ্ভীকো। নিতায়ে টপৰাই ক'লে, "নহয় দিয়ক, আন দিনা দুপৰীয়া আমি মাণ্টৰৰ ঘৰলৈ পঢ়িবলৈ যাওঁ। আজি তেখেত—"

"কি পঢ়া?"

নৰকুমাৰে পিছফালৰপৰা প্ৰবলভাৱে চিকুটি বন্ধুক নিষেধ কৰিলে, যাতে সি ইংৰাজী পঢ়াৰ কথা নকয়। ক'ব তো নোৱাৰি, মেলেছৰ ভাষা অধ্যয়ন কৰা শুনি এই ভয়ংকৰ মানুহজন যদি জাঙুৰ খাই উঠে!

ভয়ংকৰ? অন্ততঃপক্ষে নৰকুমাৰৰ মানত। কিন্তু নিতায়ে নিষেধৰ গণ্ডী ডেই যাব পাৰে। সি বিনম্ৰতাৰ প্ৰলেপ দিয়া গৰ্বিত ভংগীৰেই ক'লে, "ইংৰাজী।"

"ইংৰাজী! ভাল, ভাল। কিমানলৈকে পঢ়িছা?"

"ফাৰ্ণ্ট বুক ছেকেন্ড বুকলৈকে হৈ গ'ল। এতিয়া—"

"ভাল, ভাল, শুনি সুখী হ'লোঁ। পিছে আজি পঢ়িবলৈ নগ'লা যে?"

প্ৰশ্নটো নৰকুমাৰলৈ, তথাপি নিতায়েই উত্তৰটো দিলে, "মাণ্টৰ মহাশয় কিতাপ আনিবলৈ কলিকতালৈ গ'ল।"

"কলিকতালৈ! অঃ! হুঁ। যি হওক বোপাই, তোমাৰ সৈতে কথা অলপ আছে।—গাঁৱত তোমালোকৰ কোনোবা শত্ৰু আছে নেকি?"

"শত্ৰু!" নৰকুমাৰে বিহ্বলভাৱে চাই থাকিল। কোনোবা—শত্ৰু!

এলোকেশীৰ মতানুযায়ী—গোটেই গাঁওখনেই দেখোন সিহঁতৰ শত্ৰু।

"ও", শত্ৰু। মানে যি তোমালোকৰ অনিষ্টচিন্তা কৰে, মিছা অপবাদ, বাটি তোমালোকৰ ক্ষতি কৰিবলৈ বিচাৰে। তেনেকুৱা কোনোবা আছে বুলি জানানে ?"

নৰকুমাৰে ধীৰে-সুস্থিৰে মূৰ জোকাৰিলে। কিন্তু নিতায়ে তিমানতে অন্য ধৰণৰ উত্তৰ দিলেই, "চাওক—গাঁৱত দেখোন সকলোটিয়েই সকলোৰে শত্ৰু। দেখাতহে হাঁহি মুখ। আৰু নবুৰ মাকৰ যিহে খাৰ খোৱা জিভা—"

"থ'ক থ'ক—সেইবোৰ কথা থ'ক—" ৰামকালীয়ে লাহেকৈ ভাবি এটি মাৰিলে, তাৰ পাছত গহীন মাতেৰে ক'লে, "গাঁৱৰ লিখা-পঢ়া জনা সকলোটিৰে হাতৰ আখৰ চিনি পোৱা ? এই হাতৰ আখৰ কাৰ ক'ব পাৰিবানে ?"

নিৰ্জাই-চোলাৰ জেপৰপৰা চিঠিখন উলিয়াই ৰামকালীয়ে মেলি ধৰিলে।

কিন্তু মেলি ধৰাৰ দৰকাৰেইবা কি, এই হাতৰ আখৰ কাৰ সিহঁতে জানেই দেখোন। ভৱতোষ মাষ্টৰৰ। আৰু লিখাৰ প্ৰেৰণা স্বয়ং নিতাই চন্দ্ৰ। মাষ্টৰৰ ওচৰত হতভাগ্য নৰকুমাৰৰ ধৰ্মপত্নীৰ যন্ত্ৰণাময় জীৱনৰ কাহিনী সি বহলাবেই কৈছিল, আৰু হঠাৎ ভৱতোষ মাষ্টাৰেও ঘোষণা কৰিছিল : 'বাৰু, মই ইয়াৰ প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰিম। চাহাব সকলৰ দেশত স্ত্ৰীজাতিৰ প্ৰতি নিৰ্য্যাতন কদাপি কোনোৱে সহ্য নকৰে।'

"কি, চিনি পালানে ?"

দুয়োজনেই প্ৰবলভাৱে মূৰ জোকাৰিলে। কোৱা বাহুল্য, নেতিবাচক। 'পালোঁ' বুলি কৈ সিংহৰ মুখত মূৰ সুমুৱাবলৈ কাৰ গৰজ ?

"ঠিক আছে। মই তোমালোকৰ ঘৰলৈ যাম, তোমাৰ দেউতাৰা নিশ্চয় ঘৰতে আছে ?"

"আছে।" অস্ফুট এই শব্দটিয়ে ৰামকালীক এই নিশ্চিন্ততা প্ৰদান কৰিলে যে তেওঁৰ জোঁৱাই ল'ৰা বোবা নহয়।

দোলাভাৰীহঁতক মাতি শুন-নুশুনকৈ কিবা যেন নিৰ্দেশ দি ৰামকালীয়ে ক'লে, "ব'লা, এইছোৱা বাট তোমালোকৰ লগত খোজ কাঢ়িয়েই যাওঁ ব'লা।"

"মই—মই একেলৰে খবৰটো দিওঁগৈ—" বুলি কৈয়েই বন্ধু নিতায়ে বিশ্বাসঘাতকৰ দৰে নৰকুমাৰক অঠাই সাগৰত পেলাই থৈ লৰ মাৰিলে।

কেইখোজমান গৈয়েই ৰামকালীয়ে হঠাৎ তেওঁৰ স্বভাৱ-বহিৰ্ভূতভাৱে এটা প্ৰশ্ন কৰিলে, "মোৰ ছোৱালীয়ে তোমালোকৰ ঘৰত কিবা উৎপতীয়া কাণ্ড-কাৰখানা কৰিছে নেকি ?"

"আঁ—আঁ—মা—মানে—মু মই—" নৰকুমাৰে খোনাবলৈ ধৰিলে।

"নহয়, মই সুধিছোঁহে। তাই নিচেই সৰু হৈ আছে, অৱশ্যে হোৱাটো অসম্ভৱ নহয়।"

"আঁ—মানে—ন্‌নহয় নহয়।"

নৰকুমাৰ ঘামিবলৈ ধৰিলে। সি তাৰ গাত থকা একমাত্ৰ আচ্ছাদন চুৰিয়াৰ খোৰেৰে কপালৰ ঘাম মচিবলৈ ধৰিলে।

ৰামকালীয়ে মিচিকীয়াই হাঁহি মাৰি ক'লে, "উদ্বিগ্ন হ'ব নালাগে, মই কৌতূহলপৰবশ হৈহে প্ৰশ্নটো কৰিছিলোঁ। যি কি নহওক, মই যি কাৰণে আহিছোঁ কওঁ তোমাক, কিয়নো তুমি মোৰ জোঁৱাই। আমাৰ ঘৰত এটি শুভকৰ্ম আসন্ন, সেই বাবে মই মোৰ ছোৱালীজনীক লৈ যাম বুলি মনস্থ কৰিছোঁ। বিবাহ-কালত অৱশ্যে যথানিয়মে নিমন্ত্ৰণ কৰা হ'ব, তুমি তোমাৰ দেউতাৰাৰ সৈতে যাবা। কেইদিন মান তাতে থাকিবলৈ তোমাক মহিলা সকলে অনুৰোধ কৰিব পাৰে, সেই কথা মই তোমাৰ মা-দেউতাৰাক কৈ যাম। তাত থাকিবলৈ যাম বুলি সাজু হৈ থাকিবা।"

এইবোৰ কথাৰনো নৰকুমাৰে কি উত্তৰ দিয়ে?

ভয় আৰু আনন্দত, আশা আৰু উৎকণ্ঠাত তাৰ ঘাম বিৰিঙিবলৈ ধৰিলে, কঁপনি উঠিল, আনন্দৰ পাৰ-কূল নাইকিয়া হ'ল।

ঘৰৰ দুৱাৰমুখ পাওঁতেই নৰকুমাৰে হঠাৎ কাতৰ কণ্ঠেৰে ক'লে, "মুমই যাওঁগৈ।"

"কি আচৰিত কথা, যাবা কিয়?"

"ওঁ, মই যাওঁগৈ। নিতাই আছে—" এইবুলি কৈ ইফালে-সিফালে চাই শহুৰেকৰ ভৰিৰ ওচৰত মাটিতে হাতেৰে ছুই নৰকুমাৰে দৌৰ দিলে।

নৰকুমাৰ যোৱাৰ ফালে চাই ৰামকালীয়ে হুমুনিয়াহ কাঢ়িলে।

লিখা-পঢ়া শিকি আছে। কিন্তু মানুহ হ'ব পাৰিছে জানো?

ঠিক তেতিয়াই নিতাই নৰকুমাৰহঁতৰ ঘৰৰপৰা ওলাই আহিল, আৰু নীলাম্বৰ বানাৰ্জিয়ে দুৱাৰমুখত থিয় হৈ এটি সুনিপুণ হাঁহিৰে সৈতে ক'লে, "আও। বিয়ৈ দেখোন। কি মন কৰি বা আহিল?"

বেলিয়ে লাহ নো দিওঁতেই বামকালীৰ দোলা উভতি আহিল, অকলশৰীয়া বামকালীক লৈয়েই। এতিয়া দোলাৰ খোলা দুৱাৰেদি লাহিউৱা সুবুযৰ স্বৰ্ণাভাই জুমি জুমি চাইছে, শেষ ফাগুনৰ মন ভুলোৱা বতাহে উদণ্ড শিশুৰ দৰে হঠাৎ হুকমুৰকৈ সোমাই আহি সুহুৰি মাৰি ওলাই গুচি গৈছে।

আকাশ বতাহ গছে পাতে সকলোতে এক পোহৰ-জিলমিল আনন্দৰ আবেশ। কিন্তু প্ৰকৃতিৰ এনেহেন মধুৰ ৰূপলৈ মনোযোগ দিয়াৰ মন এতিয়া বামকালীৰ নাই। কিবা এক দুৰন্ত ক্ষোভৰ দহনেৰে মনটোত হাহাকাৰ লাগিছে। ক'ৰবাত যেন বিৰাট পৰাজয় হয় তেওঁৰ।

ভদ্ৰতাবোধহীন নীলাম্বৰ বানাৰ্জিৰ ওচৰতে পৰাজয় হ'ল নেকি তেওঁৰ ? জীয়েকক লৈ আহিব নোৱৰাৰ ক্ষোভতে মন উগুল-থুগুলনে কি ?

কিন্তু প্ৰকৃত ঘটনা তো তেনেকুৱা নহয়। নীলাম্বৰে অপৰিমেয় ভদ্ৰতা প্ৰদৰ্শন কৰিছিল।

'জীয়েকক লৈ যোৱাৰ' প্ৰস্তাৱ দিয়ামাত্ৰকে নীলাম্বৰে অমায়িক হাঁহিৰে কৈছিল, "নিশ্চয় নিশ্চয়, অতি উত্তম কথা। আপোনাৰ ছোৱালীক আপুনি লৈ যাব, যিমান দিন ইচ্ছা ৰাখিব, এই কথাত মোৰ ক'বলগীয়া কি আছে ? হেৰ' কোন আছ, চাওঁ—পঞ্জিকাখন এবাৰ আনচোন ?"

বামকালীয়ে কৈছিল, "পঞ্জিকা মই চায়েই আহিলোঁ। কাইলৈ সৰ্বশুভা ত্ৰয়োদশী। বাৰো ভালেই। কাইলৈকে লৈ যাম। ৰাতিবাস কৰাৰ বাহিৰে উপায় নাই। এতেকে গাঁৱৰ কোনোবা ব্ৰাহ্মণ-পৰিয়ালত শোৱাৰ ব্যৱস্থা কৰি দিয়ক। কিন্তু অনুগ্ৰহ কৰি কোনো আহাৰাদিৰ আয়োজন নকৰিব। দোলাভাৰীহঁতৰ জা-জলপানৰ ব্যৱস্থা সিহঁতৰ লগতে আছে।"

নীলাম্বৰে ছোৱালীৰ ভগীৰে গালত হাত দি কৈছিল, "কি কয় বিপ্ৰ মহাশয়! মোৰ ইমান ডাঙৰ ঘৰ, ইমান ডাঙৰ ঘৰ-বাৰী থাকোঁতেওনো আপুনি আনত—"

বামকালীয়ে গম্ভীৰ হাঁহিৰে নীলাম্বৰক কৈছিল, "বিপ্ৰ মহাশয় হিন্দু বাঙালীৰ লোকচাৰ বিস্মৃত হ'ল নেকি ? [illegible] [illegible] [illegible]?"

নীলাম্বৰে হাঁহিৰে সৈতে এটি 'হে' হে'' শব্দ কৰি কৈছিল, "অৱিশ্যো অৱিশ্যো। কিন্তু আপোনাৰ কন্যা সন্তানৱতী হোৱাৰ পাছত আৰু এই জিদ ৰাখিব পাৰিব জানো ?"

ৰামকালী অধিক গম্ভীৰ হৈ পৰিছিল। তেওঁ কৈছিল, "সন্তান নহয়, পুত্ৰ সন্তান। কিন্তু সুদূৰ ভৱিষ্যতৰ আলোচনাৰে বৃথা কালক্ষেপৰ কি প্ৰয়োজন? এতিয়া কন্যাৰ সৈতে এটিবাৰ সাক্ষাৎকাৰৰ ব্যৱস্থা কৰক।"

"নিশ্চয়, ইয়াৰ আকৌ ব্যৱস্থা কি? হেৰ' সদু' তহঁতৰ বোৱাৰীক এবাৰ মাজৰ কোঠালৈ লৈ আহচোন—বিয়ৈ ডাঙৰীয়াই চাওক এবাৰ—।"

তেন্তে? নীলাম্বৰৰ আচাৰ-ব্যৱহাৰত ক'তনো খুঁত?

ইয়াতকৈ ভদ্ৰ ব্যৱহাৰ আৰুনো কি কৰিব পাৰি? কতই দেখোন বোৱাৰীৰ বাপেক-ভায়েক আহিলে বাহিৰে বাহিৰে জা-জলপান খুৱায়েই বিদায় দিয়ে। ছোৱালীৰ স'তে দেখা কৰিবলৈকে দিয়া নহয়। আৰু কিমানে আকৌ বহুত জয়দেউ কাকুতি কৰাৰ পছেত বোৱাৰীক দৰশন কৰিবলৈ দিয়ে যদিও, লগে লগে এজনী পৰীয়াও থাকে। তেনেস্থলত খোজা মাত্ৰকে পোৱা! ৰামকালীয়ে কৃতাৰ্থ বোধ কৰা উচিত!

কিন্তু অদ্ভুত মানুহৰ মন। ৰামকালীৰ ধাৰণা হ'ল যে নীলাম্বৰে যে 'সদু' নে কাক মাতি হুকুম দিলে, সেয়া আচলতে তাচ্ছিল্য প্ৰকাশৰ চৰম অভিব্যক্তিহে! নীলাম্বৰৰ কথাৰ সুৰৰ মাজত ঠিক এই কথাবোৰহে ৰজিতা থালেহে'তেন—'হেৰ, কোন আছ ভিতৰত, এমুঠি ভিক্ষা দি যাচোন ইয়াক ভিখাৰীটোৱে চিঞৰি আছে!'

নিজক গ্লানিযুক্ত, আৰু গোটেই পৰিবেশটোকে অশুচি যেন লাগিল ৰামকালীৰ। কিন্তু উপায়েইবা কি? জোঁৱাইৰ বন্ধু বোলা সেই ল'ৰাটো চোতালৰ জেওৰাৰ জপনাত ধৰি থিয় হৈ থকা দেখা গৈছে, কিন্তু সিনো কেনি গ'ল?

ইফালে সিফালে চালে, ধৰিবই নোৱাৰিলে।

সদু কোন? ল'ৰা নে ছোৱালী? গিৰিহঁতৰ ছোৱালী নাই বুলিয়েই শুনিছোঁ।

অজস্ৰ চিন্তাৰ মাজত, হঠাতেই বোধকৰোঁ মাজৰ কোঠাৰ দুৱাৰৰ শিকলিডাল জনজনাই উঠিল।

নীলাম্বৰে ক'কালৰ খোচনি ঠিকঠাক কৰি বহাৰপৰা উঠিল। কোঠাটোৰ ভিতৰত সোমাই কি ক'লে কি কৰিলে ঈশ্বৰে জানে, তাৰ পাছত ওলাই আহি মাত লগালে, "আহক বিয়ৈ ডাঙৰীয়া!"

ৰামকালী ভিতৰলৈ সোমাই আহিল।

এটা প্ৰায়ান্ধকাৰ কোঠাৰ ভিতৰত এখন খাটৰ এমুৰত বুকুলৈকে ওৰণি

লোৱা এটি বালিকামূৰ্তি বহি থকা দেখা পালে। পিন্ধনৰ শাড়ীখন বেছ জকমকীয়া। বোধকৰোঁ পিতৃৰ সন্মুখলৈ লৈ অহাৰ উপলক্ষ্যে অলপ সাজকাচ কৰোৱা হৈছে।

কোঠাটোৰ বাহিৰত থিয় হৈ আছে এজনী কম বয়সীয়া ছোৱালী, মূৰত ওৰণি নোলোবাৰ নিচিনাকৈ আছে। ৰামকালী অহাৰ লগে লগেই ছোৱালীজনীয়ে খৰখৰকৈ তেওঁৰ পদধূলা লৈ সৰু সৰুকৈ ক'লে, "সোৱা, কথা পাতক।" তাৰ পাছত তাতোকৈ অস্ফুট মাতেৰে হঠাৎ "জীয়েকক লৈ যাওক" বুলি কৈয়েই ফটকৈ কাষৰৰ দুৱাৰখনেদি সোমাই চকুৰ আঁতৰ হ'ল। কিন্তু তাইৰ সেই অস্ফুট মাতষাৰ পৰিপাক কৰাৰ আগতেই আৰু এষাৰ চেপা অথচ তীব্ৰ কথা কাণত পৰিল ৰামকালীৰ, "হেই—বোৱাৰীক অকলশৰীয়াকৈ থৈ আহিলি যে তই?"

"বাঃ, কথা শুনা! মই আক' পুতলাৰ দৰে তাত থিয় হৈ থাকিম কিয়? মোৰ লাজ নালাগে নেকি?" উত্তৰৰ এই কথাষাৰো তেওঁৰ কাণত পৰিল। তাৰ পাছত আকৌ সেই তীব্ৰ স্বৰ, "অ' মোৰ লাজতে কায হেৰুবা লজ্জাবতীজনী! তাইক যে তই অকলে এৰি থৈ আহিলি এতিয়া সাত-ভাৰন্তৰ কথা সাতোখন মুখেৰে নলগাবনে তাই?"

এই কথাৰ উত্তৰ আৰু ৰামকালীৰ কাণত নপৰিল। কিন্তু ইয়াৰ আগৰেপৰা হৈ থকা তিতা-কেঁহা লগা মনটো বিকল বিসোৱাদ হৈ পৰিল। কন্যা-সন্দৰ্শনৰ প্ৰথম আনন্দ নোহোৱা হ'ল।

সেই অৱকাশত অৱগুণ্ঠনবতী সত্যৱতীয়ে দেউতাকক নীৰবে প্ৰণাম কৰিলে। প্ৰণাম কৰাৰ পাছত যথাৰীতি ভৰিৰ ধূলা মূৰত ল'বলৈকো নাপাহৰিলে।

কিন্তু ৰামকালী অকস্মাৎ ইমান বিচলিত হ'ল কিয়?

সত্যৰ এই আচৰণে তেওঁৰ বুকুত হাহাকাৰ সৃষ্টি কৰিলে কিয়? কি হাহাকাৰক এই স্থিতপ্ৰজ্ঞ মানুহজনে ভেটা দিব নোৱৰা হ'ল? তেওঁৰ সত্যৱতী অবিকল আগৰদৰেই হৈ আছে বুলি ৰামকালীয়ে আশা পালিছিলনে? ভাবিছিলনেকি যে দেউতাকক দেখা পায়েই পটকৈ সেয়া এটি কাৰ গৃহিণীত্বৰ দৰে ক'ব, "দেউতা, ইমান দিনৰ পাছত ছোৱালীজনীলৈ মনত পৰিলনে? ধইনান বোলোঁ পিতৃ-পৰাণ, ছোৱালীজনী জীয়াযেই আছে নে মৰিল ইমান দিনে এবাৰ খবৰ ল'বলৈকো সত নগ'ল। ভাগ্যে পুণ্যপেহীৰ বিয়া, সেয়ে নহ'লেনো—"

নে এইবুলি ভাবিছিল, সত্য আৰু আগৰ সত্যজনী হৈ থকা নাই, আলুৱে-পোখাই সলনি হ'ল? নে তেওঁ ইয়াকে প্ৰত্যাশা কৰিছিল যে সত্যই

তেওঁক দেখামাত্ৰকে তেওঁৰ বুকুত মূৰ থৈ হুৰাওৰাৱে কান্দিব আৰু তাইৰ সেই অবিৰল অশ্ৰুৰ নিছিগা ধাৰে ৰামকালীৰ তপ্ত বক্ষ শীত পেলাব।

কিন্তু ৰামকালীৰতো এনেহেন ইচ্ছা হ'ব নালাগিছিল। আবেগ-প্ৰৱণতা ৰামকালীৰ ৰুচিবিৰুদ্ধ, সম্পূৰ্ণ ৰুচি বিৰুদ্ধ। মনটো কেনেবা কেনেবাখন কৰা, বা বহুদিনৰ পাছত দেখাদেখি হোৱা ইত্যাদি উপলক্ষ্যে কোনোবাই কন্দা-কটা কৰা দেখিলে তেওঁৰ ভুৰু কোঁচ খাই আহে। স্বয়ং ৰামকালী-দুহিতাযেই যদি সেই ঠুনুকা আৰু সস্তীয়া পদ্ধতিৰে মনৰ আবেগ প্ৰকাশ কৰে, ৰামকালী অসন্তুষ্ট নহ'লহেঁতেন জানো?

বহুতো বিচিত্ৰ উপাদানেৰে গঢ়ি উঠা মানুহ-মনে কেতিয়া কি বিচাৰে কোৱা টান। তাক কি লাগে সি নিজেই নাজানে, কেৱল কেতিয়া কেতিয়াবা একান্ত বেদনাৰে কয়ঃ এয়ানো কি হ'ল, মই এনে হোৱাটো বিচৰা নাছিলোঁ।

সেয়েহে চিৰ-অবিচলিত ৰামকালীয়ে হঠাৎ আজি নিজৰ জীয়েকৰ এই শান্ত সৌম্য বধূমূৰ্তিলৈ চাই বিচলিত হৈ ভাবিলে ঃ এয়ানো কি হ'ল।

ৰামকালী বোবা যেন হৈ পৰিছিল। মৃদু গম্ভীৰ কণ্ঠৰপৰা মাথোঁ কুশল-প্ৰশ্ন উচ্চাৰিত হৈছিল, "ভালে আছানে?"

সত্যবতীয়ে তেনেকৈয়ে তলমূৰ হৈ কৈছিল, "হয় দেউতা। ঘৰৰ সকলোটিৰ ভালনে?"

আইতাক, পেহীআইতাকহঁতৰপৰা আৰম্ভ কৰি বাগ্দী-বোৱাৰীলৈকে প্ৰতিগৰাকীৰ নাম লৈ কোন কেনে আছে নুসুধিলে সত্যই, মাত্ৰ সুধিলে, "ঘৰৰ সকলোৰে ভালনে?"

আচৰিত! আচৰিত! শহুৰ-ঘৰলৈ অহাৰ পাছত ছোৱালীহঁতে এনেকৈয়েই সিহঁতৰ আজন্ম আশ্ৰয়ক— সিহঁতে ধূলি-বোকাৰে সজা খেলা ঘৰৰ দৰেই ভাঙি পেলাযনে? মনৰপৰা মচি পেলাযনে? সেয়েহে হয়তো শকুন্তলাক আৰু কাহানিও কণ্ব মুনিৰ আশ্ৰমত দেখা পোৱা নগ'ল, আৰু জনক ৰজাৰ গৃহত সীতাক? মহাকবিসকলৰ মহৎ লিখনীযেও এই অমোঘ নিয়মক সহজ সত্য বুলিয়েই মানি লৈছিল, লিখনীয়ে নিৰ্মম উদাসীনতাৰে কেৱল সন্মুখলৈ আগবাঢ়ি গৈছিল, পিছলৈ ঘূৰি চোৱা নাছিল?

নাৰী আৰু নদী, ইহঁত তেনেহ'লে একেকেইটা ধাতুৰে গঢ়া?

কিন্তু গিৰিৰাজ-দুহিতা উমা?

নহয়, উমা ইতিহাসৰ নহয়, পুৰাণৰ নহয়, মহাকবিসকলৰ অমৰ লিখনীৰ অনবদ্য সৃষ্টি নহয়, তাই মাথোঁ গৃহীমানুহৰ মনৰ মাধুৰীৰে গঢ়া অমিয় ছবি। মানুহৰ প্ৰত্যাশা আৰু কল্পনা, আশা আৰু আকাংক্ষাৰে গঢ়া প্ৰেমৰ মূৰ্তি।

ৰামকালীৰ মনৰ মাজত অনেক ভাব-তৰংগৰ আলোড়ন উঠিছিল, যি আলোড়ন সচৰাচৰ তেওঁৰ নহয়। ভাবিলেঃ তেনেহ'লে সত্য সম্পৰ্কে ইমান দিন ধৰি তেওঁৰ মনত যি মূল্যবোধ আছিল, সত্য তাৰ উপযুক্ত নহয় নেকি? সত্য তেনেকুৱা সাধাৰণ ছোৱালী এজনী, যি সহজেই সলনি হৈ যায়? ভাবিলে তেওঁঃ তেনেহ'লে পিটন খোৱাৰ কথাটোবেই সঁচা, আৰু সত্য নিতান্তযেই এজনী ভীৰু ছোৱালী মাথোন? যিবোৰ ছোৱালীয়ে পিটন খায়, আৰু পিটন খাই ভয়তে সদা সন্ত্ৰস্ত হৈ থাকে, নিজক প্ৰকাশ কৰিবলৈ সাহসী নহয়, সিহঁতৰে এজনী মাথোন?

সত্যৰ সম্পৰ্কে হতাশা বোধ কৰিযেই কিজানি ৰামকালীৰ মনৰ মাজত ইমান আলোড়ন। তথাপি সেই আলোড়নক সংযত কৰি লৈ ৰামকালীয়ে কৈছিল, "ও, সকলোৰে ভাল! বহাগৰ যোল্ল তাৰিখে পুণ্যৰ বিয়া, সেয়েহে তোমাক লৈ যোবাৰ সংকল্প কৰি আহিছোঁ।"

হয়, ঠিক এই কথাষাৰ উচ্চাৰণ কৰাৰ পাছতে ৰামকালীৰ বুকুত হাতুৰীৰ কোব পৰা যেন লাগিল।

"এ—দেউতা, তুমি যে কিমান ভাল!" বুলি কৈ আনন্দত জাঁপ মাৰি চিঞৰি নুঠিল সত্য, তাৰ সলনি ক'লে, "বহাগৰ মাজভাগত বিয়া, আৰু এতিয়া মুঠেই ফাগুনৰ শেষ, ইমান আগতে লৈ যোবাৰ কথা ক'লে এওঁলোকে কিজানি বেযা পাব দেউতা।"

ৰামকালীযে গভীৰ হুমুনিয়াহ এটা লুকুৱাই কৈছিল, "তেওঁলোক অমান্তি হোবা নাই।"

"অমান্তি নোহোৱাটো তেওঁলোকৰ ভদ্ৰতা, কিন্তু দেউতা, আমাৰো তো বুজ-বিবেচনা থাকিব লাগে। এওঁলোকক আহুকালত পেলাই থৈ—"

"তুমি তেন্তে এতিয়া নোযোৱা?"

ৰামকালীযে আৰু এটি হুমুনিযাহ গোপন কৰিলে।

এইবাৰ সত্যাই মূৰ দাঙি চালে। পোনেই দেউতাকৰ চকুলৈ চকুৰে। জকমকীয়া শাড়ীৰ ওৰণি পিঠিৰ ওপৰত খহি পৰিল, সেয়েহে সত্যৰ সেও নমনা কেঁকোৰা চুলিৰে আগুৰা মুখখন স্পষ্ট হৈ উঠিল, আৰু তাইৰ চকুৰ দৃষ্টি দেউতাকৰ চকুৰ বহুপৰলৈকে নিবদ্ধ হৈ থাকিল।

তাৰ পাছত তলমূৰ হৈ সুলকি পৰা আঁচলখনেৰে ওৰণি লৈ সত্যাই উত্তৰ দিলে, কাৰ্য্যক্ষেত্ৰত নেযাওঁ বুলিযেই ক'ব লাগিব। আৰু শাহুআইৰ শৰীল-স্বাস্থ্য ভাল নহয়, অকল ননন্দীৰ ওপৰতে গোটেই সংসাৰখন—"

ৰামকালীয়ে ঈষৎ বিস্মিত হৈ প্ৰশ্ন কৰিলে, "ননন্দী! নৱকুমাৰৰ ভনীয়েক আছেনে কি?"

"সহোদৰ ভনীয়েক নহয়, পিছে সহোদৰতকৈ একাঠী চৰা। পেহীয়েকৰ ছোৱালী—তোমাক যিজনীয়ে এই কোঠালৈ লৈ আহিছিল।"

"অ'!" ননন্দী-প্ৰসংগৰ ইমানতে ওৰ পেলাই ৰামকালীয়ে ক'লে, "নোযোৱাই যেতিয়া, কৰিবলগা একো নাই। গতিকে এই গাঁৱত ৰাত্ৰিবাস কৰাৰো আৰু আৱশ্যক নেদেখোঁ। এতিয়াই ৰাওনা হ'ম। ৰাওনা হোৱাৰ আগতে তোমাক এটা প্ৰশ্ন কৰোঁ। তুমি লিখা-পঢ়া অলপ শিকিছিলা, চিঠি-পত্ৰ পঢ়িবও পাৰা বোধহয়, এই চিঠিখন পঢ়ি অৰ্থ বুজিব পাৰিবানে?" চোলাৰ জেপৰপৰা ৰামকালীয়ে চিঠিখন উলিয়ালে।

সত্যাই ততাভুকুতাকৈ চিঠিখন ল'লে। তাই সুধিলে, "চিঠি কাৰ?"

"তাকে তো মই ক'ব নোৱাৰিছোঁ। তুমি ক'ব পাৰিবা কিজানি।"

তাৰ পাছত চিঠিখন লৈ কেইশাৰীমান পঢ়িলে সত্যাই, ওৰ্ণাৰ তলত তাইৰ মুখখনে বৰণ সলাইছিলনে নাই ঈশ্বৰেহে ক'ব পাৰিব, কিন্তু মাতত কোনো বৈলক্ষণ্য ফুটি নুঠিল। সহজ-শান্ত মাতেৰে ক'লে তাই, "ইমান ডাঙৰ জ্ঞানবান বিচক্ষণ লোক এজন হৈ এয়া যে কোনোবা শত্ৰুৰ কাম এই কথাটোকে বুজি নাপালানে দেউতা?"

"তেনেহেন শত্ৰু কোন নো তোমালোকৰ?"

"কেনেকৈ ক'ম? বহু শত্ৰুৰু দেখাই-শুনাই ভালৰো ভালটো হৈ থাকে।" চিঠিখন সম্পূৰ্ণ নপঢ়াকৈয়েই তাই দেউতাকৰ হাতলৈ ঘূৰাই দিছিল।

ৰামকালীয়ে চিঠিখন আকৌ জেপত ভৰাই থৈ, হুমুনিয়াহ কাঢ়ি কৈছিল, "তেনেহ'লে ইয়াত তোমাৰ দুখ-কষ্টৰ হেতু একো নাই? তোমাৰ কথা লৈ দুশ্চিন্তা কৰিবলগীয়াও একো নাই মোৰ? ঈশ্বৰে মংগল কৰিলে। তেনেহ'লে এই কথা কৈয়েই তোমাৰ মাৰাক সান্ত্বনা দিব পাৰিম।"

"মা!" সত্য অলপ চ'ক খাই উঠিল, "এই চিঠিৰ কথা মাই জানে?'

"নাই, তেও' অবশ্যে এইবোৰ একে নাজানে।" ৰামকালীয়ে মুখখন হঁহাৰ নিচিনা কৰি ক'লে, "পিছে 'সত্য সত্য'কৈ অলপ উতলা হৈছে তো—। য'ক, তোমাৰ ওপৰত যে দুৰ্ব্যৱহাৰ কৰা নহয়, এয়ে শান্তিৰ বিষয়। আৰু বিশ্বাস কৰিম যে তুমি সঁচা কথাকে কৈছা।"

সত্যাই আকৌ এবাৰ তেনেকৈ মূৰ দাঙি চালে। এইবাৰ যেন এক ভয়ংকৰ অভিমানৰ ছায়া ভৰ্ৎসনাৰ দৰে তাইৰ চকুত ফুটি উঠিল। তাৰ পাছত দৃষ্টি ঘূৰাই লৈ মৃদু অথচ দৃঢ় কণ্ঠেৰে ক'লে, "পিতল-কাঁহৰ ঘটি-বাটিও একেলগে থাকিলে মাজে-মধ্যে খুটুং-খাটাংকৈ নালাগে, নালাগিব, এই কথা ন-দি ক'ব পাৰিনে? পিছে দেউতা, মোৰ ওপৰত এইকণ আস্থা ৰাখিবা যে মই কোনো অন্যায় নকৰোঁ, নসহোঁও।"

তাৰ পাছত ৰামকালী গুচি আহিছিল।

সত্যাই আকৌ এবাৰ প্ৰণাম কৰিছিল।

কিন্তু এইখিনিতে ইতি হোৱা নাছিল।

"জীয়েকক নিনিয়াকৈ যে যাবলৈ ওলাল বিয়ৈ ডাঙৰীয়া ?"

ৰামকালীয়ে এই প্ৰশ্নৰ উত্তৰ দিবলগীয়া হৈছিল। আৰু মিছা কথা ক'ব নোৱৰা হেতুকে বিদ্ৰূপৰ হাঁহিৰে ৰহণ চৰোৱা বিস্ময় প্ৰশ্নও শুনিবলগীয়া হৈছিল। সত্যৰ শহুৰেকে তেওঁৰ সেই মাইকী মানুহৰ ভংগীৰে গালত হাতখন দি কৈছিল, "কিনো কয় বিয়ৈ ডাঙৰীয়া, জীয়েকে বাপেকৰ ঘৰলৈ নাযায়! এয়া যে বৰ তাজ্জব কথা শুনালে।"

নিজৰ কাৰণে সিমান নহয়, ৰামকালীৰ ধাৰণা হৈছিল, কুকুৰে আঁঠুৰ তলতহে কামোৰে, কিন্তু সত্যৰ শহুৰেকৰ সম্পৰ্কে সেই ফকৰা ফাকি যে তেওঁৰ মনত পৰি গ'ল, সিও কম গ্লানিকৰ কথানে ?

আচৰিত কথা, তেওঁলোকৰ ব্যৱহাৰত বিনয় আৰু সৌজন্যৰ তো অভাৱ নাছিল, তথাপি কিয় ৰামকালীয়ে তেওঁলোকক স্থূল অমাৰ্জিত বুলি ভাবিছিল ? জোঁবাইটি অৱশ্যে হেবাং-হোলগোঁজ বিধৰ, প্ৰকৃতি কেনেকুৱা কোনে জানে। সি সেই এবাৰেই মাথোন দেখা দিয়েই নোহোৱা হৈ গ'ল।

বন্ধুজনক তথাপি দেখা পাইছিল, জোঁবাইকহে নাপালে।

বন্ধুজন যে সত্যৰ শহুৰ-শাহুৰেকৰ প্ৰতি মুঠেই শ্ৰদ্ধাশীল নহয়, সেই কথা ভালকৈ বুজা গ'ল। এওঁলোক শ্ৰদ্ধাৰ যোগ্য নহয়।

তথাপি আকৌ এবাৰলৈ ৰামকালীৰ বুকুখনে মোচোকা খাই উঠিল। এইখন ঘৰৰ সৈতে সত্য জীণ গ'ল। সত্য এনেকৈয়ে সাঙোৰ খাই পৰিল যে শাহুৰেকৰ শৰীৰ-স্বাস্থ্যৰ অজুহাতত পিতৃগৃহলৈ যোৱাৰ প্ৰলোভনো পৰিত্যাগ কৰিলে। সুযোগ পাযো মাক-বাপেকৰ ঘৰলৈ নোযোৱা ছোৱালী ৰামকালীয়ে তেওঁৰ এই দীঘলীয়া জীৱনটোত আগতে কাহানিও দেখা পাইছিলনে ?

অথচ তাইৰ আও-ভাও বুজাও টান।

তাইৰ মনৰ উমান কিজানি আৰু কোনোদিনেই পোৱা নাযাব। ৰামকালীৰ জীয়েক ৰামকালীৰপৰা বহু দূৰলৈ গুচি গৈছে, হয়তো আৰু বহু বহু দূৰলৈ গুচি যাবগৈ। সেই সত্যক আৰু কাহানিও বিচাৰি পোৱা নাযাব। চিৰ নিঃসংগ ৰামকালীৰ অন্তৰৰ একেটি মাথোন সামান্য সংগী, ৰামকালীৰ আকাশৰ তিৰবিৰাই থকা সৰু এটি তৰা, চিৰকালৰ বাবে হেৰাই গ'ল!

হঠাৎ চিন্তাত বাধা পৰিল!

দোলাৰ কাষে কাষে, দোলাভাৰীহঁতৰ লগে লগে তালে তালে আন এজন মানুহো গুমাই গৈ থকা দেখা পালে তেওঁ।

কেতিয়াৰপৰা দৌৰি আছে এওঁ?

হঠাৎ ওলালহিয়েইবা ক'ৰপৰা? কিবা ক'ব খুজিছেনেকি?

দোলা ৰখাবলৈ ৰামকালীয়ে দোলাভাৰীহঁতক আদেশ দিলে।

আৰু তেতিয়াহে তেওঁ ভালকৈ দেখা পালে, দৌৰি থকা মানুহজন নিতাই, তেওঁৰ জোঁৱায়েকৰ বন্ধু।

"কি খবৰ?"

কিহবাৰ প্ৰত্যাশাত ৰামকালীৰ মুখখন উজ্জ্বল হৈ উঠিল।

কি ভাবিলে তেওঁ? তেওঁৰ সত্যৱতীয়েই আকৌ তাইৰ দেউতাকক মতাই পঠালেনেকি? এতিয়া কান্দি কান্দি ক'ব, 'জীয়েৰাৰ মুখৰ কথাকে শুনিলা, তাইৰ অভিমান নেদেখিলা? এটিবাৰ নাযাওঁ বুলি কোৱাত খং উঠি গুচি গ'লাগৈ?" মনৰ মাজত বহু কথাই তোল-পাৰ লগালে, তথাপি তেওঁ সংযত কণ্ঠেৰে প্ৰশ্ন কৰিলে, "কি খবৰ?"

নিতাই ভাগৰি পৰিছিল।

অলপ সময় জোৰেৰে উশাহ লৈ ক'লে, "বাচালতা ক্ষমা কৰিব তাৰৈ, ক'বলৈ আহিলোঁ—এযানো কি কৰিলে আপুনি? তেওঁক নিবলৈ আহিল, শুদা হাতে উভতি গ'ল? বানাৰ্জি মহাশয়ৰ ওচৰত হাৰি গ'ল?"

ৰামকালীৰ মুখ আৰক্ত হৈ উঠিল। অতি কষ্টেৰে আত্মসংবৰণ কৰি ক'লে, "বাচালতাক ক্ষমা কৰিবলৈ কিন্তু টান পাইছোঁ।"

"বুজিলোঁ। কিন্তু বৰ আশাৰে দৌৰি আহিছোঁ। আপুনি আপোনাৰ জীক লৈ নগ'ল, কিন্তু পাছত আপুনি তেওঁক জীয়ন্তে দেখা পায় নে নাপায় কোৱা টান। কিজানি আত্মঘাতী হৈ—তেওঁ ভাঙক-ছিঙক বৰ নাৱৰ খোলা।"

হঠাৎ ৰামকালীয়ে চেপা অথচ গম্ভীৰ মাতেৰে প্ৰচণ্ড ডাবি এটা মাৰিলে, "দেখাত দেখোন বেছ ভদ্ৰ সন্তান যেনেই লাগিছে, প্ৰকৃতি ইমান ইতৰৰ দৰে কিয়?"

নিতাই বিবুধিত পৰিল।

ৰামকালীয়ে স্বভাৱগম্ভীৰ কণ্ঠেৰে ক'লে, "আনৰ ঘৰৰ কুলবধু সম্পৰ্কে কোনো আলোচনা ইতৰতাৰেই নামান্তৰ।"

"ভাল!" নিতায়ে অভিমান-ক্ষুব্ধ মুখেৰে তলমূৰ হৈ বিদায়-প্ৰণাম কৰি ক'লে, "মই আৰু কি ক'ম কওক। পিছে অকল মৰেই ক'বলৈ অহা নাই। আপোনাৰ জোঁৱায়েক নৱকুমাৰেই—" সেপ ঢুকি ক'লে নিতায়ে, "সি কৈছিল—চকুৰ আগত স্ত্ৰীহত্যা দেখিও প্ৰতিকাৰ নকৰিম? সেইদেখিহে মই—"

নিতাই লাহে-ধীৰে গুচি গ'ল। ৰামকালী স্তব্ধ হৈ সেইপিনে চাই ৰ'ল।

আত্মমৰ্য্যাদা বিসৰ্জন দি ৰামকালীয়ে তাক মাতিবনে আকৌ ?

মাতিলেইবা, তাৰ পাছত ? আদ্যোপান্ত ঘটনা জনাৰ পাছত আকৌ তালৈ উভতি যাব ? তাৰ পাছত ?

আকৌ তেওঁলোকক ক'ব, 'নহয় মোৰ ভুল হৈছিল, নিচেই সৰু ছোৱালী, নাজানি-নুবুজি কি ক'লে, সেইবোৰ কোনো কথাই নহয়, তাইক লৈ যাম ?'

আৰু, তাৰ পাছত ?

যদি সত্যাই আকৌ কয়, 'দেউতা, কি হ'ল ! আকৌ উভতি আহিলা যে ! মই ক'লোঁবেই নহয় এতিয়া যাব নোবাৰিম বুলি ?' তেতিয়া ?

তেতিযা কি কৰিব ৰামকালীয়ে ? সত্যাৰ সেই কথা শুনাৰ পাছত ? ক'ব, 'পাগলীজনী ক'ৰবাৰ, পাগলমী এৰ, তোৰ মাৰাই তোক নেদেখি কান্দি কান্দি দিন কটাইছে !' ক'ব, 'তোক লগত নিনিয়াকৈ ঘৰলৈ উভতি যাব খুজি মোৰ প্ৰাণত হাহাকাৰ লাগিছে ! ক'ব—'

ওহোঁ, নহ'ব, হ'বই নোৱাৰে। আত্মমৰ্য্যাদাক আৰুনো কিমানলৈ বিসৰ্জন দিব ৰামকালীয়ে ?

"ব'ল !"

দোলাভাৰীহঁতক আদেশ দিলে ৰামকালীয়ে।

সিহঁত যথাৰীতি ঘৰমুৱা হ'ল।

আৰু ৰামকালীয়ে বিস্ময়ত বোবা হৈ দোলাৰ ভিতৰত অকলশৰে বহি থাকিল। ধীৰে ধীৰে বিস্ময়ৰ ধুসৰতা বিলীন হৈ গ'ল। কাৰ্য্য-কাৰণৰ প্ৰত্যক্ষ মূৰ্তি চকুৰ আগত ভাহি উঠিল।

ৰামকালী নীলাম্বৰ বানাৰ্জিৰ ওচৰত পৰাজিত হোৱা নাই, পৰাজিত হ'ল আপোন আত্মজাৰ ওচৰত। সত্যাই বুদ্ধিৰ খেলাত ৰামকালীক পৰাজিত কৰিলে। দেউতাকৰ ওচৰত প্ৰতিপন্ন কৰিলে, শহুৰেকৰ ঘৰত তাই সুখতেই আছে, সন্তোষেৰে দিন নিয়াইছে। সেয়েহে শহুৰগৃহৰ কৰ্তব্যৰ ওচৰত পিতৃগৃহৰ তীব্ৰমধুৰ আকৰ্ষণকো তাই তুচ্ছ কৰিব পাৰিলে !

সত্যাই জীৱনৰ বিনিময়তো পিতৃ-হৃদয়ৰ শান্তি অটুট ৰাখিব।

আৰু ৰামকালী ?

ৰামকালী সত্যাৰ সেই কৌশলত পৰি বিভ্ৰান্ত হ'ল, অভিমানেৰে অন্ধ হ'ল, আপোন অহংকাৰ লৈ গুচি আহিল।

এতিয়া আৰু উভতি যোৱাৰ বাট নাই।

বাট চাই থাকিব লাগিব সময়লৈ। পুণ্যৰ বিয়াৰ তাৰিখৰ ওচৰা-উচৰি সময়ত সত্যা আহিব। আহিব—যদিহে সিমান দিনলৈ জীয়ন্তে থাকে।

হঠাৎ চকু দুটা জলকীয়াই পোৰা দি পুৰিবলৈ ধৰিলে। স্বভাৱ-

বহিভূ্ত তীব্রতাৰে দোলাভাৰীহঁতলৈ চাই ক'লে, "কাছৰ দৰে খুঁপি খুঁপি খোজ কাঢ়িছ যে, ভৰিৰ বল-শক্তি নোহোৱা হ'লেইনে তহঁতৰ ?"

চিঠিখন যে আচলতে 'চাৰিআলিৰ ৰটনি' বা 'শতৰুৰ ৰটনা' এই কথাষাৰ নিতান্ত ভুল নহয়। এলোকেশীয়ে তেওঁৰ বোৱাৰীক সদায় প্ৰহাৰেৰে জৰ্জৰিত কৰে, এই কথা ক'লে এলোকেশীৰ প্ৰতি অন্যায়-অবিচাৰ কৰা হয়। প্ৰহাৰ কৰিছিল মাত্ৰ সেই এদিনেই, বোৱাৰীৰ কেশ-পৰিচৰ্য্যা কৰোঁতে। অৱশ্যে মনৰ আখেজ পূৰা কৰি পোতা মোচৰা দিব বুলিয়েই চোতালৰ ৰ'দত মেলি দিয়া কাঠখৰি এডুখৰি লৈ আহিছিলগৈ, কিন্তু সেই কাঠখাৰৰে বোৱাৰীৰ পিঠিত বাবৰি ফুল বছাৰ সুখ তেওঁৰ ভাগ্যত আৰু নহ'ল। সৰ্বনাশী কুলক্ষণীয়া বোৱাৰীয়ে একো টলকিবলৈ নৌ পাওঁতেই কাঠখৰিৰ টুকুৰাটো হাতৰপৰা কাঢ়ি লৈ বেছ টান মাতেৰে কৈছিল, "চোৱা, গুৰুজন হৈছা— গুৰুজনৰ দৰে থাকিবা, শিৰোধাৰ্য্য কৰি ৰাখিম। নহ'লে তোমাৰ অদিষ্টত অনেক আহুকাল আছে। মোক চিনি পোৱা নাই, ভাবিছা মোৰ ওপৰত মনে বিচৰা মতে যি ইচ্ছা কৰি থাকিবা। সেই বাসনা এৰা।"

কথা শেষ নোহওঁতেই এলোকেশীয়ে কান্দোনত গছৰ পাত সৰুৱাইছিল আৰু চুবুৰিৰ মানুহ-মুনিহ গোট খাইছিলহি।

তাৰ পাছত হায়ে-বিয়ে কাণ্ড! কান্দোনৰ ৰো-ৰৱনি!

কিন্তু সেই ৰংগমঞ্চত সত্য তেতিয়া আৰু নাছিল।

চুবুৰিৰ আৰ-তাৰ বিস্ময়োক্তিক সদুৰে ভেটা দিছিল, 'ন-ফাগুনৰ গৰমত' মামীৰ মুৰটো গৰম হ'ল বুলি। কৈছিল অৱশ্যে আঁৰত। মামীয়েকে নুশুনাকৈ, মনে মনে। এজন এজনকৈ।

তাৰ পাছত মামীয়েকক মনে মনে কৈছিল, "সাপৰ নেগুৰত ভৰি দিবলৈ নাযাবা মামী, তোমাৰ বোৱাৰীজনী এলা-পেচা বিধৰ নহয়।"

এলোকেশীয়ে সদুক গুৱালগালি পাৰি চিঞৰি জাননী দিছিল—বাবুঃ, এই চেঙেলীজনীক তেওঁ মুৰ খুৰাই ঘোল ঢালি গাঁৱৰ বাজ কৰিব পাৰেনে নোৱাৰে গোটেই গাঁৱৰ মানুহে চাওকহি।

কিন্তু আচৰিত কথা, কাৰ্য্যক্ষেত্ৰত সেইফেৰা কাম তেওঁ আৰু কৰিব নোৱাৰিলে। তেওঁৰ এই কথাৰ উত্তৰত বোৱাৰীয়ে তেতিয়াই সদুক স্পষ্টকৈ কৈছিল, "ঘৰৰ বোৱাৰীক মুৰ খুৰাই ঘোল ঢালি গাঁৱৰ বাজ কৰিলে যদি গাঁৱৰ দহোৱাইজৰ আগত মুখ উজ্জল হয় তাকে কৰিবলৈ কোৱা। পিছে ভাবি চাবলৈ কোৱা, তেনে কৰিলে লোকে কাৰ গাত কালিমা সানিব।"

এলোকেশীয়ে খোদ আহি কৈছিল, "আহ তেন্তে—তোক আজি কাটি

তেজৰ ঢল বোৱাই ফঁচীৰ জৰী লও"। উস্! বোৱাৰী মানুহৰ ইমান ফুটনি!"

সত্যাই নিমাতে নিশব্দে পাকঘৰৰ বাৰাণ্ডাৰপৰা মাছ কটা ডাঙৰ বঠীখন আনি এলোকেশীলৈ আগবঢ়াই দি কৈছিল, "তেন্তে তাকে কৰা, তৌতিয়া তো আৰু গাঁৱৰ কোনে কাক চুণ-খাৰ দিলে মই চাবলৈ নাহোঁ।"

আচৰিত কাণ্ড, এই ঘটনাৰ পাছৰেপৰাই এলোকেশী নিথৰ হৈ পৰিছিল। তেওঁৰ মুখৰপৰা আৰু এষাৰ মাতো ওলোৱা নাছিল। সেই বঠীখনৰ চিকমিকোৱা ধাৰৰ ফালে অলপ পৰলৈ চাই থাকি লাহে লাহে আঁতৰি গৈছিল।

আৰু তেতিয়াৰেপৰা—

তৰ্জন-গৰ্জনৰ পথৰপৰা আঁতৰি আহি বাক্যালাপ বন্ধৰ বাটকে সাৰোগত কৰিছিল এলোকেশীয়ে। আৰু তলে তলে নীলাম্বৰক মন্ত্ৰণা দি আছিল, বোৱাৰীৰ গহনা-পাতি আটাইবোৰ কাঢ়ি লৈ, কিবা ছল-ছুতা কৰি মাকৰ ঘৰলৈ পঠাবলৈ। এবাৰ কেনেবাকৈ পঠাব পাৰিলে জীৱনতো আৰু এই সৰ্বনাশী কুটনী ছোৱালীক ওভতাই নানিব।

কিন্তু ছল-ছুতা বিচাৰি থাকোঁতেই দিন যায়।

এনেতে হঠাৎ এদিন ৰামকালী ওলাইছিলহি।

এলোকেশীয়ে আকাশৰ জোনটোকে হাততে ঢুকি পোৱাদি পাইছিল। আৰু এই কথা খাটাং কৰি পেলাইছিল যে, এইবাৰ বোৱাৰীক এই জনমটোৰ বাবে খেদি পঠাব। কিয়নো, ইতিমধ্যে এলোকেশীয়ে আন এজনী কইনা চাই-চিতি থৈছেই, বয়স সাত-আঠ, ধৰণ-কৰণ অতি নিৰীহ, আৰু আটাইতকৈ ডাঙৰ কথা হ'ল যে, কইনাৰ বাপেকে চীনা-সোণৰ গহনাৰে কইনাৰ সৰ্ব অংগ ঢাকি দিব বুলি প্ৰতিশ্ৰুতি দিছে। গতিকে এলোকেশীয়ে পতিদেৱতাক সদা-সৰ্বক্ষণ এই মহামন্ত্ৰ জপ কৰাবলৈ ধৰিছে।

এতেকে, নীলাম্বৰে একো-ওজৰ-আপত্তি নকৰাকৈ এক কথাত বোৱাৰীক তাইৰ বাপেকৰ সৈতে যাবলৈ দিবলৈ মান্তি হৈছিল। কিন্তু বোৱাৰীয়েই যে খেৰোগেঁৰো কৰিব সপোনতো ভবা নাছিল।

ৰামকালী গুচি যোৱাৰ পাছত এলোকেশীয়ে পতি দেৱতালৈ জ্বলন্ত কটাক্ষ কৰি ক'লে, "বোলোঁ কি বুজিলা? তাই যে কেনে টুটকীয়া কুটনী ছোৱালী বুজিলানে? তোমাক মই কোৱা নাছিলোঁনে, এইৰ ভেলেকী বুজাই টান!"

নীলাম্বৰে ক'লে, "হয় হয়, ঠিকেই কৈছিলা।"

এলোকেশীয়ে টপটপাই কৈ উঠিল, "কোৱা তেন্তে, এইক লৈ ঘৰ কৰিম মই? তৌতিয়া মোৰ ওৰে জীৱনটো বিছাত-বৰলে ভাকিব। এনেয়ে সেই যমে নিনিয়া সদিক লৈ হাড়ে-মঙহে জ্বলিছোঁ, তাৰোপৰি লগত এইজনী!

একে জালুকৰ জলা, তাতে পিপলীৰ পথ—। আৰু দুয়োজনীৰ মাজত হলিগলিখন কি চাবা। এই বাবে আৰু বোঁছকৈ কুলাবে জাৰি তাইক খেদিব খুজিছোঁ। আৰু—আন এটা কথা—" এলোকেশীয়ে ফুচফুচাই কৈছিল, "এতিয়ালৈকো তাৰ লগত দিয়া নাই বুলিহে। এই দাপৰ্ণিমুঈয়ে যেতিয়া নৱাক হাতৰ মুঠিত পাব, তেতিয়া আৰু চাব নালাগে, একেদিনাই মন হৰিব চাবা। তেতিয়া মোৰ নবু আৰু কিবা মোৰ হৈ থাকিবনে? তাতকৈ বৰঞ্চ মোৰ সখীৰ সেই দেওৰৰ ছোৱালীজনীয়েই অজলা —"

কিন্তু বিষে যাবলৈ ওলোৱাত তেতিযা নীলাম্বৰে এই কথা ক'ব নোৱাৰিলে, "ভালে ভালে জীয়েকক লৈ য'ক, নহ'লে কুলাবে জাৰি-ফুকি খেদিম।"

নীলাম্বৰৰ এটি ত্ৰুটি আছে।

বুকুত সাহস তেও'ৰ যিমানেই নাথাকক, মুখৰ জোৰ কম।

এলোকেশীযে নিজৰ গালে-মুখে নিজেই চৰিয়াই ক'লে, "কি ক'ম, বিষৈ মতা মানুহ, তাৰ স'তে মাত-বোল কৰিব তো নোৱাৰোঁ, নহ'লে চাই ল'লোঁহেঁতেন সিযেইবা কিমান সিয়ান আৰু—আৰু এই বাপ-সুৱাগী বেটীযেই বা কেনে নাককাটী হাৰামজাদী!"

বোৱাৰীৰ সৈতে মাত-বোল বন্ধ কৰাৰ প্ৰতিজ্ঞা এলোকেশীযে ৰাখিব নোৱাৰিলে। সত্য য'ত বহি পাণ-তামোলৰ বটা সজাই আছিল, তালৈকে খেদি গৈ ক'লে ঃ

"বাপেকে নিবলৈ আহিছিল, নগ'লি যে তই?"

সত্যাই এবাৰ চাই আকৌ পাণ-তামোল কটাত মন দিলে।

"কি, মোৰ কথাৰ উত্তুৰ নিদিলি যে তই? বাপেৰৰ সৈতে পেহীয়েৰৰ বিয়ালৈ নগ'লি কেলে'?"

সত্যাই মৃদু গম্ভীৰ মাতেৰে ক'লে, "বিযালৈ এতিয়াও ঢেৰ দিন আছে।"

"পিছে বাপেৰে দেখোন আলহ-উদহকৈ তোক নিবলৈ আহিছিল।"

"দেউতাৰ কথাত তেনেকৈ খোঁচা মাৰি কথা নক'বা কৈছোঁ।" এই বুলি কৈ থুৰিয়া তামোল-পাণবোৰ বটাত থৈ তিতা কানিৰে ঢাকি লৈ লাহেকৈ উঠি দেৱালৰ খোৰোঙত সুমুৱাই থ'লে।

এলোকেশীয়ে খণ্ডতে ৰঙা ক'লা তিনি বৰণীয়া হৈ ক'বলগীয়া একো বিচাৰি নাপাই উধাই-মুধাই ক'বলৈ ধৰিলে, "সৰ্বনাশী কুলক্ষণীয়া তই কি ভাবিছ? বাপেকৰ ঘৰলৈ নগৈ, মোৰে চকুত থাকি বুকুত খাবি?"

সত্যাই শাহুৱেকলৈ ঘূৰি অন্তৰ্ভেদী দৃষ্টি নিক্ষেপ কৰি ক'লে, "সৰ্বনাশকে যেতিয়া কুলা-ডলাৰে বৰণ কৰি ঘৰলৈ আনিলা, তেতিয়া চিৰটি-কালেই সেই বোজা ব'ব লাগিব তো।"

নৰকুমাৰে খবৰটো পালে ভুপন্দ্তৰপৰা।

নিতায়ে কৈ গ'ল, "তোৰ শহুৰে মোক মাথোন ভস্ম কৰিবলৈহে বাকী থাকিল।"

কিন্তু নিতাইৰ কথা নবকুমাৰৰ গাতে নালাগিল।

নিৰ্য্যাতিতা ধৰ্মপত্নীক নিৰ্য্যাতনৰপৰা উদ্ধাৰ কৰাৰ সাধু সংকল্প লৈ নৰকুমাৰে অসম সাহসিক কাম কৰিছিল। কিন্তু ৰামকালী গুচি যোৱাৰ পাছত হঠাৎ নিজৰ মনৰ ভিতৰলৈ চাই পঠিয়াই নৰকুমাৰ আকৌ বিস্ময়ত হতবাক হৈ পৰিল। আচৰিত কথা, সত্যৱতী নোযোৱাত তাৰ মনৰ ভিতৰত আনন্দৰ ঢৌ উথলি উঠিলে।

নৰকুমাৰে এই ৰহস্যৰ পাৰ-কূল বিচাৰি নাপালে।

কিন্তু নৰকুমাৰৰ বাবে আৰু যে কত অদ্ভুত ৰহস্য সাঁচি থোৱা আছিল, মুহূৰ্তমানৰ আগতেও সি তাৰ সন্ধেদ পাইছিলনে?

ৰাতি বৰ বেছি হোৱা নাই, সাঁজ লাগি ভাগিছেহে মাথোন।

এলোকেশীয়ে যথানিয়মে বিছনাত আশ্ৰয় লৈছেগৈ, আৰু নীলাম্বৰ যথাৰীতি ৰাতিবণ্ডা সবাহলৈ ওলাইছে, সদুৰে ৰান্ধনিঘৰৰ কাঠৰ গছাৰ ওপৰত মাটিৰ চাকি জ্বলাই থৈ বন্ধা-বঢ়াত লাগিছে। নবকুমাৰ ঘৰলৈ ঘূৰি হাতত সাৰে ভৰিত সাৰে এন্ধাৰ দালানটো পাৰ হ'ব খুজিছিল, হঠাৎ কাষৰ কোঠাটোৰ দুৱাৰমুখৰপৰা চেপা, মৃদু অথচ দৃঢ় কণ্ঠস্বৰেৰে কোনোবাই মাত দিলে, "অলপ ৰ'ব লাগিব।"

নৰকুমাৰে নিজৰ কাণ দুখনকো বিশ্বাস কৰিব নোৱাৰিলে, আৰু সি ৰ'ল। কিন্তু সেই আদেশ পালন কৰিবলৈ নহয়, খোজ দিয়াৰ শক্তি নাইকিয়া হ'ল বুলিহে বৈ দিলে।

এই কণ্ঠস্বৰ তাৰ দেউতাকৰ, মাকৰ, বা সদুৰো নহয়।

ঘৰত আৰুনো কোন আছে?

নৰকুমাৰৰ স্বপ্নলোকবাসিনীৰ বাহিৰে?

এন্ধাৰত কোনেও কাকো স্পষ্টকৈ মনিব নোৱাৰিলে—মাত্ৰ কণ্ঠস্বৰহে শুনিলে:

"নিত্যানন্দপুৰলৈ পত্ৰৰ পঠিয়াইছিল কোনে? মোৰ দুখৰ কাহিনীৰ ব্যাখ্যান কৰি?"

কোৱা বাহুল্য, নৰকুমাৰ কাঠৰ পুতলাত পৰিণত হ'ল। আৰু কাঠৰ পুতলাই মাত-বোল কৰিব নোৱাৰে।

"উত্তৰ নাই যে?"

নৰকুমাৰে একেবাৰে অস্ফুট মাতেৰে ক'লে ঃ

"কি ক'ম ?"

"পষ্ট উত্তৰ দিবা, মোৰ দেউতালৈ পত্তৰ পঠিয়াইছিল কোনে ?"

এই কণ্ঠ-নিঃসৃত প্ৰশ্নত নিৰুত্তৰ হৈ থকাটো নৰকুমাৰৰ সাধ্যাতীত। অতি কষ্টেৰে ক'লে, "মোৰ সৈতে কথা পাতিছা, কোনোবাই ক'ৰবাৰপৰা দেখে যদি—"

"বাৰু সেই চিন্তা মোৰ। কথাষাৰৰ উত্তৰ ফাকতি-ফুকুতা নকৰি সঁচে-কাটে দিয়া যেন।"

নবকুমাৰে সেপ ঢুকি, মূৰ খজুৱাই, ঘামি-জামি ক'লে, "মই চিঠিৰ কথা কেনেকে' জানিম ? কিহৰ চিঠি ?"

"চোৰা, আসৈ নামাতিবা, নৰকতো ঠাই নহ'ব।"

সত্যবতীয়ে ৰুদ্ধ কণ্ঠেৰে ক'লে ঃ

"মোৰ মনে গাজিছে এই কাম তুমিয়েই কৰিলা।"

হঠাৎ নবকুমাৰৰ স্বামীত্ব আৰু পৌৰুষে তাক ধিক্কাৰ জনালে। সেযেহে সিও হঠাৎ জাঙুৰ খাই উঠি ক'লে, "কৰিলোঁৱেই যেনিবা, কিনো জগৰ লাগিল ? মৰোঁতে মৰিছিলা তুমিহে।"

এন্ধাৰৰ আঁৰৰপৰা মৃদু তীক্ষ্ণ স্বৰে কৈ থাকিল, "মৰিছিলোঁ যে সেই সম্বাদটো ঢোল পিটি সদাৰ কৰি ফুৰাৰ, কুটুমৰ কাণত পেলোৱা লায়কৰ কথা, যি নিজৰ মাইকীজনীক লোকৰ আগত চুণ-খাৰ কৰে, সিহঁতৰ আক' বিদ্যা-বুদ্ধিৰ বৰাই ! ঘৰ-শত্ৰু বিভীষণক ত্ৰিজগতৰ মানুহে ধিক্কাৰ নিদি থইন থইন্ নাই কৰা। এইবোৰ বুজি-শুনি কাম কৰা।"

দুৱাৰমুখত থিয় হৈ থকা সেই মূৰ্তিৰ আভাস ঘৰৰ অন্ধকাৰত মিলি গ'ল।

কণ্ঠস্বৰৰ অবশেষখিনিও বতাহত মিলি গ'ল, অথচ নবকুমাৰ ন যযৌ ন তস্থৌ অবস্থাত ঠাইতে থিয় হৈ থাকিল।

প্ৰথম পত্নী-সম্ভাষণৰ যিবোৰ ৰঙা-ৰচঙা ৰোমাঞ্চময় আৰু আৱেশমধুৰ কল্পনাক নৰকুমাৰৰ লজ্জাকুণ্ঠিত হৃদয়ে ইমান দিন ধৰি লালন কৰি আহিছিল, তাৰ ওপৰত কোনোবাই যেন কালিমা সানি থৈ গ'ল !

পত্নীৰ সৈতে নৰকুমাৰৰ জীৱনৰ প্ৰথম আলাপ এইদৰে শেষ হ'ল।

## তেইছ

সত্যৰ নিধকালিৰ কথা এই অঞ্চলৰ কোনোৱে আৰু নজনাকৈ নাথাকিল। বাপেকে নিবলৈ আহিছিল, শহুৰেক-শাহুৱেকে এক কথাত মত দিছিল অথচ সত্য নগ'ল, নিজেই বাপেকক ঘূৰাই পঠালে, এই অভাবনীয় সংবাদটো যেন খেৰী-পঁজাত জুই লগাৰ দৰে ইচুৰুৰিৰপৰা সিচুৰুৰিলৈ বিয়পি পৰিল। চুবুৰিৰ আন বোৱাৰীহঁতে ভাবিলে : বানাৰ্জিহঁতৰ বোৱাৰীজনীৰ নানান নিন্দাবাদ শুনিছিলোঁ, এতিয়াহে বুজা গ'ল, আচলতে তাই বলিয়া।

এস্ বেচেৰা নবকুমাৰ!

বিয়েৰ সা-সম্পত্তিৰ লোভত পৰি বাপেকে এজনী ধুমবলিয়া ছোৱালীক ল'ৰাটোৰ ডিঙিত সাঙুৰি দিলে।

কিন্তু সত্য সম্পৰ্কে এনে ধৰণৰ আলোচনা ইয়াৰ আগতো আন এবাৰ হৈছিল, সত্যহঁতৰ নিজ গাঁবতেই।

কথাটো যেতিয়া ওলাই পৰিল, ৰামকালী কবিৰাজে তাইক পঠাবলৈ বিচৰা নাছিল, তাই নিজেই কৈছিল 'পঠাই দিয়া দেউতা', তেতিয়াও এতিয়াতকৈ কম লেই লেই ছেই ছেই কৰা নাছিল।

ভুবনেশ্বৰীয়ে অবিৰল কান্দি-কা ট মজিয়া তিয়াইছিল, সত্যৰ লগৰীয়াহঁতে গালৰপৰা হাত আঁতৰাবকে নোৱৰা হৈছিল, সত্য অলৰ হৈ ৰৈছিল।

কেবল সাৰদাই যেতিয়া কৈছিল, 'নিজৰ ভ ৰত নিজেই কুঠাৰ মাৰিলা ননন্দী?' তেতিয়া সত্যই কৈছিল, কুঠাৰেৰে দেখোন দেউতাই সেই আঠ বছৰীয়াতে ডিঙিত ঘপিয়াই থ'লেই, তেনেহ'লেনো ন-কৈ কি হ'ল কোৱাচোঁ?'

"তেও আৰু এটা বছৰ থাকিব পাৰিলাহেঁতেন—"

"ইমানটো জীৱনত এটা বছৰৰ হীন-ডোঁঢ়ৰে কিয়েইবা হ'ব? খং উঠি সিহঁতে আক' সেই বিয়া নে কি পাতিব বুলি দেখোন কৈয়েই থৈছে, সেয়ে হ'লে দেখোন আক' গোটেই জীৱন ধৰি সতিয়াৰিৰ পোৰণিৰে পুৰি মৰিব লাগিব!"

সাৰদাই হুমুনিয়াহ এৰিছিল।

একো কোৱা নাছিল।

আৰু ভুবনেশ্বৰীয়ে যেতিয়া জীয়েকৰ হাতত ধৰি কান্দি-কাটি কৈছিল, 'আমাৰ কাৰণে তোৰ মনত দুখ হোৱা নাইনে সইত্ত!' তেতিয়া সত্যই তাইৰ

মুখখন আনফালে ঘুৰাই উদাস কণ্ঠেৰে কৈছিল, 'হৈছেনে নাই হোৱা ঢোল পিটি কৈ ফুৰিব লাগিবনেকি ?'

"তেনেহ'লেনো নিজ ইচ্ছাৰে যাব খুজিলি কিয় ?"

"কিয় কথাৰ অৰ্থ নাই। তোমালোকেই কোৱা দেখোন—

'মা বৰ নিৰ্বোধ, কান্দি কান্দি মৰা,

নিজেই নাভাবা কিয়, কাৰ ঘৰ কৰা ?'—তেন্তে ?"

তথাপি ভুৱনেশ্বৰীৰ চৈতন্য হোৱা নাছিল। ভুৱনেশ্বৰীযে সত্যব্ৰতীক কৈছিল, "মোৰ তো তেও এবেলাৰ বাট—তোৰ দৰে দহ-বিছ ক্ৰোশ নিলগৰ বাট নহয়—"

কথা শেষ হোৱা নাছিল।

সত্যই আৰু চকুপানীক ভেটি ৰাখিব পৰা নাছিল, হুৰাওৰাৱে কান্দি কান্দি কৈছিল, "সেই কথাটো তেতিয়া ভবা নাছিলা কিয় ? মই তোমালোকৰ এজনী মাথোন ছোৱালী, চকুৰ আঁৰ গাঁৱৰ বাজ কৰি অ-গংগাৰ দেশলৈ বিদায় দিলা, মৰম-বেথা থকাহে'তেন পাৰিলাহে'তেন জানো ? এয়া পুণ্য—মোতকৈ মুঠেই এবছৰৰ সৰু, কেনে ডেও পাৰি দপদপাই ফুৰিছে, আৰু মোক সেই কাহানিতে পৰৰ ধৰ'লে—" গলহেকাৰি মাৰি লৈ তাই কথাষাৰ শেষ কৰিছিল, "তেতিয়া তেনেকে' নিদিয়া হ'লে, মোৰ ডিঙিত গামোচা-গাঁঠি মাৰি কোনোবাই চোঁচৰাই লৈ যাব পাৰিলেহে'তেন জানো ? দেউতাই ছোৱালী বুলি মায়া নকৰিলে, 'গৌৰীদান' কৰি পুণ্য কৰিলে, মোৰো নাই মায়া-মমতা। নিমৰমিয়াল ৰাপেকৰ নিমৰমিয়াল জীযেক—"

সত্যাই মজিযাত উবুৰি খাই পৰি বহু সময় ধৰি ফেকুৰি ফেকুৰি কান্দিছিল।

তথাপি শহুৰেকৰ ঘৰলৈ যোৱা বন্ধ হোৱা নাছিল।

ৰামকালী আৰু ৰামকালীৰ জীযেক দুয়ো সমান।

দুয়োজনৰে কথা—

'কথা' যেতিয়া দিয়া হৈছে, তেতিয়া আৰু নকৈ ভাবি চোৱাৰ থল নাই।

বাপেকৰ আঁৰত আৰু মাকৰ আগত আলোচনাৰ উজান উঠিছিল।

এইবাৰৰ পট বেলেগ।

এইবাৰ দৰাচলতে সত্যৰ আঁৰতেই হৈছিল।

সদুৱে মাথোন কৈছিল, "তোমাক ধইনবাদ, তোমাক নমস্কাৰ। ছি ছি ছা ছা কৰিম, নে ভাবিব ধৰা মৰত ল'ম, তাকেহে ভাবি পোৱা নাই।"

এই কথাৰ উত্তৰত সত্যয়েই সদুৰ ভাবিব ধৰিলৈ হাঁহি হাঁহি কৈছিল,

"দুৰ্গা দুৰ্গা, তুমি গুৰুজন। বৰঞ্চ নিন্দাবাদেই কৰা, ওপজাৰেপৰা যি পাই আহিছোঁ।"

সত্যাৰ ভিতৰত যে বিৰাট সমুদ্ৰৰ আলোড়ন উথিত হৈছে, সেই কথা সত্যাই লোকৰ আগত উদঙাই ধৰিবনে?

হয়, সমুদ্ৰৰ আলোড়নেই।

তথাপি, দেউতাক গুচি যোৱাৰ পাছত তাই ভাগি পৰা নাছিল। গুচি যোৱাৰ পাছতেই তাই যথাৰীতি তেল-শলাকানি লৈ প্ৰদীপ-চাকিবোৰ থানথিত লগাইছিল, তাৰ পাছত গা ধুবলৈ ঘাটলৈ গৈ কাপোৰ কানি চাফা কৰি মস্ত ডাঙৰ কলহটোত পানী ভৰাই বাৰাণ্ডাত থৈ, তিতা কাপোৰেৰে গোসাঁইঘৰত চাকি জ্বলাই শংখ বজাই তুলসী ভেটিত পানী দি শুকাই থকা কাপোৰ পিন্ধি ৰাতিৰ সাজ ৰন্ধা-বঢ়াৰ আযোজন কৰিছিল।

আজিকালি ৰাতিৰ সাজ সত্যাযেই ৰান্ধে। সদুক কৈ-মেলি এই অধিকাৰ আৰ্জিলে তাই।

মাথোঁ ৰান্ধি থাকোঁতে তাইৰ দুচকুৰেদি যে অবিৰল ধাৰেৰে লোতক বৈ আহিছিল, ফাগুনৰ শেষৰপৰা বহাগৰ মাজভাগলৈ যে কিমান দিন, তাৰ হিচাপ যে তাই কোনো পধ্যেই কৰিব নোৱাৰিলে—তাৰহে সাক্ষী নাই।

কিন্তু সত্যাৰ জীৱনত সেই 'বহাগৰ মাজভাগ' আনন্দৰ মূৰ্তি ধৰি আহিছিল নে?

পোহৰৰ ৰহণ বোলোৱা উজ্জ্বল মূৰ্তি লৈ?

নাই।

সত্যাৰ জীৱনত সেই মূৰ্তিযে দেখা দিয়া নাছিল।

পুণ্যাৰ বিবাহলৈ তাই যাব পৰা নাছিল। ঠিক তেতিয়াই এলোকেশী তেজ-শাঁও বেমাৰৰ কবলত পৰিছিল। আৰু ক'থা গাত লৈ পাটী লোৱা মানুহজনীয়েই দাঁত-মুৰ কৰাচি কৈছিল, "কি ক'লি সদু, তাইক নিবলৈ অহাহঁতৰ লগত মাকৰ ঘৰলৈ যাবলৈ তিনি নাচ মাৰিছে নিমুচ্যাহঁতীয়ে? বাপেকীটোৱে যেতিয়া সুবাগ চৰাই নিবলৈ আহিছিল তেতিয়া নগ'ল, আৰু যেতিয়া মোক যমে মাতিছে—! কৈ দে সিহঁতক যে যোৱা নহ'ব তাইৰ, থিয়ে থিয়ে অহা বাটেৰেই গুচি যাবলৈ ক'গৈ।"

মামীয়েকক যমে মাতিছে বুলিয়েই যে সদুৱে নামাতিব তাৰ মানে নাই। তাই গেজেৰা মাৰি কৈছিল, "তেওঁলোকে তুমি পঠোৱা মানুহক থানৰ শালগ্ৰামৰ দৰে পাদ্যঅৰ্ঘ্যেৰে পূজা কৰি খুৱাই-বুৱাই ভাৰে-পাচিয়ে দইবা-সামগ্ৰী দি বিদায় কৰিছিল, আৰু তুমি তেওঁলোকৰ মানুহক থিয়ে থিয়ে অহা বাটেৰে উভতি খোজ ল'বলৈ কৈছা? বেছ, ভাল, মুখখন উজলিব

নহয় ? কিন্তু মই কওঁ—মোৰ কথা শুনা যদি, কেদিনমানৰ বাবে পঠিয়াযেই দিয়া বৰঞ। নিচেই সৰুজনী—আৰু সেই পেহীয়েকেই আছিল তাইৰ খেলাৰ লগৰী—'

এলোকেশীয়ে চীঁচিয়াই কৈছিল, "তেনেহ'লে যাবলৈ কোৱা। আৰু তুমিওনো পাৰি থাকিবা কেলে' ? তুমিও আঁতৰ হোবা। কেৱল যোৱাৰ আগে আগে এখন কটাৰী আনি মোক ডিঙিতে ৰেপ দি গুচি যাবা।"

সদুৱে কটাৰীও আনি দিয়া নাছিল, নিজেও আঁতৰ হোৱা নাছিল। কেৱল সত্যাই মাকৰ ঘৰলৈ যোৱাৰ দিহা কৰি দিছিল।

কিন্তু নৱকুমাৰেহে বাধা হৈ থিয় দিলে।

হঠাৎ 'গৃহস্থ'ৰ ভাও লৈ দপদপাই উঠিল, "যোবা নহ'ব কাৰো। মোৰ মা মৰোঁ মৰোঁ, আৰু সিজনীয়ে এতিয়া পেহীয়েকৰ বিযাৰ ভোজ খাবলৈ যাব। কৈ দিযা সদুবা' সেই অনা ডেইছে। যোবা বন্ধ।"

নৱকুমাৰৰ ঘোষণা শুনি গিৰিহঁত-গিৰিহঁতনীয়ে পৰম পুলকতে পৰম বৈষ্ণবৰ ভাও জুৰি ক'লে, "আমিনো কাক কি ক'ম আৰু—? নবাযেই যেতিযা—"

তথাপি সদুৱে চেষ্টা কৰি চাইছিল।

সদুৱে কৈছিল, "তোমালোক সদায় নৱাৰ কথাতে উঠ্ বলিলে উঠ্—বহ্ বলিলে বহ্ কৰানেকি ?"

কিন্তু কাম নহ'ল। এলোকেশীয়ে সদুক শাওপাতেৰে থকা-সৰকা কৰিছিল।

সত্যবতীয়ে কৈছিল, "মই বিযাৰ সময়ত যাম বুলি দেউতাক কথা দিছিলোঁ—"

নৱকুমাৰে সদুৰ হতুৱাই সেই কথাৰ উত্তৰ দিছিল, "সমাজৰ আগত আমাক যদি কোনোবাই হেয কৰিবলৈ বিচাৰে, যাওক তেন্তে।"

সদুৱে নৱকুমাৰৰ মুখলৈ অলপ সময় চাই থকাৰ পাছত হঠাৎ হাঁহি দিছিল আৰু কৈছিল, "বৰ জনাটো দেখুৱাইছ, আচল কথাটো কি ক'চোন ? ঘৈণীযেৰক লৈ এতিযালৈকে ঘৰ কৰাই নাই, তেও মন বান্ধিব পৰা নাই ?"

সদুৰ এই কথা শুনি নৱকুমাৰৰ 'পুৰুষালী'ৰ মুদা মৰিল। "যাঃ"—বুলি কৈ ততালিকে ওলাই গুচি গৈছিল তাৰপৰা। বোধ হয এই কথাষাৰো ভাবিছিল, সদুদিদি অন্তৰ্য্যামী নেকি ?

কিন্তু শেহান্তৰত সত্যৱতীযেই যোৱাৰ আশাৰ মূৰত চেঁচাপানী ঢালিছিল। বহু চেষ্টাৰে সদুৱে যেতিযা এটা নিষ্পত্তি কৰিছিল, নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ নৱকুমাৰ তালৈ যাব, আৰু তাৰ লগতে সত্যাও তিনিদিনৰ কৰাৰত যাব, দৰা-কইনা গুচি যোৱাৰ লগে লগে নৱ-সত্যাও গুচি আহিব—

তেতিয়া সত্যৱতীয়ে ঘপৰাই কৈ উঠিল, "দৰকাৰ নাই মোৰ এই এমুঠিমানৰ ভিক্ষাৰ। তিনিটা দিনত গোটেই চবুৰিটোৰ কথা বাদেই, ঘৰখনৰো আটাইকেজনৰ মুখকে দেখা নাপাম। তেনেহ'লেনো গৈ লাভ কি? মানুহে শুনিব সত্য আহিছিল, সত্য গুচি গ'ল। ছিঃ!"

"কথা শুনা! খাবলৈ নাপায ভাত—গহনা লাগে গাত। নাই নাই বুলিওতো কিবা এটা হ'লগৈ, তেও বিয়াখন তো দেখা পাবি!"

"থ'ক, নেদেখিলোঁৱেইবা। যিজনে নিমন্ত্রণ ৰক্ষা কৰিব লাগে সেইজন গ'লেই হ'ব।"

"সি আৰু গৈছেহে—।"

সদুৱে ক'লে।

আৰু ঠিকেই ক'লে।

নবকুমাৰে হাতযোৰ কৰি ক'লে, "মোক ৰইথা কৰা দেও।

গতিকে—নীলাম্বৰেহে শেষৰক্ষা কৰিলে।

তেওঁ ৰামকালীয়ে পঠোৱা মানুহজনৰ হাতত পত্র লিখি পঠালে ঃ

'নৱকুমাৰ বোপাৰ গৰ্ভধাৰিণী সম্প্রতি মৃত্যুশয্যাত, সেই কাৰণে কাৰো পক্ষে যোবা সম্ভব নহ'ল। পত্রবাহকৰ হাতত লৌকিকতাৰ বাবদ দুটকা পঠোৱা হ'ল।'

ৰামকালীয়ে সেই পত্ৰখন পঢ়ি স্তব্ধ হৈ পৰিছিল, আৰু তাৰ পাছত লাহেকৈ কৈছিল ঃ

"টকা দুটাৰে তই জলপান খাবি দে ৰাধু। আৰু শুন, ভিতৰত ক'গৈ যে সত্যৰ শাহুআযেক মৰোঁ মৰোঁ, তাই আহিব নোৱাৰিলে।"

তাৰ পাছত যথানিয়মতে বিয়া হৈ গ'ল।

বহাগ উকলি গ'ল।

জেঠ আহাৰ সকলো উকলিল।

ৰামকালীয়ে তেওঁৰ জোঁৱাৰেকৰ গৰ্ভধাৰিণীৰ মৃত্যু-সংবাদ নাপালে।

এই খবৰ নোপোৱাটো মৰুভূমিৰ বুকু বতাহৰ দৰে আছিলনে? যি বতাহে সকলো কোমলতা আৰু সৰসতাক শুহি ল'ব পাৰে?

নহ'লেনো ৰামকালী সময়ৰ লগে লগে ইমান নীৰস কঠিন হৈ উঠিল কিয়?

কিয় বিয়েৰ সৈতে ভদ্রতাৰক্ষা স্বৰূপে বিয়নীৰ কুশল সংবাদ প্রাৰ্থনা কৰা নাছিল তেওঁ?

জীয়েকক লৈ অহাৰ ক্ষেত্ৰত লোভ কৰাৰ মাজত অগৌৰৱ আছে বুলি ভাবিছিল কিয় ?

অন্তঃপুৰত এখনি বিচ্ছেদ-ব্যাকুল মাতৃহৃদয় যে ৰামকালীৰ এই কাঠিন্যৰ আগত বোবা বেদনাৰে স্তব্ধ হৈ পৰি আছে, ৰামকালীয়ে সেই কথা বুজিবলৈ যত্ন কৰা নাছিল কিয় ?

এইবাৰো সেই কণমানি ছোৱালীজনীয়েই পিতৃৰ ওচৰত অহংকাৰৰ পৰিমাপ প্ৰদৰ্শন কৰিছিল বুলিযেই ৰামকালীয়ে ভাবি লৈছিলনে ?

দৃঢ়তাৰ অহংকাৰ, কাঠিন্যৰ অহংকাৰ ?

ক'বলৈ বিচাৰিছিল, 'চোৱা, ময়ো কম নহও' !'

সেয়েহে অভিমানাহত পিতৃ-হৃদয়খন এই অন্ধকাৰত দিশহাৰা হৈ স্তব্ধ হৈ পৰিছিল আৰু ভাবিছিল ঃ

'দেখা যাওক !'

কিন্তু ৰামকালীয়ে কিমান দিনলৈ দেখি থাকিব ?

অ-সমবয়সী এই দুটি মানুহৰ দবা খেলৰ ছেগতে কিমান যে ঘটনা ঘটিল !

যিবোৰ ঘটনাৰ যিকোনো এটা ঘটিলেই জীয়েক লৰা-ধপৰাকৈ আহিবলৈ বাধ্য হয় পিতৃগৃহলৈ ।

কিন্তু ক'বতো লাগিব ?

ছোৱালীৰ পিতৃয়ে গলবস্ত্ৰ হৈ আৰ্জী পেছ কৰিব—তেহে ?

ৰামকালীয়ে নাই কৰা ।

এতেকে—

সময়ৰ লগে লগে আকৌ এবাৰ বৰ্ষা শৰৎ শীত বসন্ত পাৰ হৈ গ'ল ।

## চৌবিছ

নীলাম্বৰ বানাৰ্জিযে নিত্য-নিয়মেৰে সন্ধ্যা-গায়ত্ৰী আহ্নিক-পূজা আদি সমাপন কৰি গৃহদেৱতা নাৰায়ণশিলাৰ প্ৰসাদী বাতাচা দুখন মুখত ভৰাই পানী খাই মাত লগালে, "সদু, আজি আৰু মই ৰাতিৰ জলপান নাখাওঁ, গাটো বৰ বিশেষ ভাল লগা নাই।"

সদুৱে মোমায়েকলৈ চাউলভজাত তেল-নিমখ সানি আছিল। ঘৰত খীৰৰ মিঠাই আছে, আছে নাৰিকল চোৰোকা, তাৰেই হ'ব। ৰাতিকৈ আজিকালি নীলাম্বৰে সিমান একো নোখোৱা হৈছে।

মোমাযেকৰ কথা শুনি ওলাই আহি ক'লে সদুৱে, "কেলে', তোমাৰ শৰীলত আক' কি হ'ল মামা?"

"জানো—ভোকেই লগা নাই দেখোন।"

এই বুলি কৈ যথাৰীতি বনিষন-চোলাটো পিন্ধি আলোৱানখন কান্ধত পেলাই লৈ নীলাম্বৰ নিত্য-নিয়মিত ৰাতিবণ্টা সবাহলৈ ওলাই গ'ল।

সত্যব্ৰতীযে কোঠাৰপৰা ওলাই আহি ক'লে, "যদি গা ভাল নহয় তেওঁনো আক' এই জাৰখনত ওলাল কিয়?'

সদুবে হাঁহি ৰখাই ক'লে, "কিয় ওলাল, তই নিজেই নুসুধিলি কিয়?"

"তুমিও যে, মই কিবা মাত-বোল কৰোঁনেকি?"

"অ' হয় হয়—ঠিক।"

সদুৱে আকৌ মুখ টিপি হাঁহিলে।

হঠাৎ সত্যই সদুৰ হাতত খাপ মাৰি ধৰি সান্দিগ্ধ সুৰেৰে সুধিলে, "বাবু ননন্দী, তেওঁ ফুৰিবলৈ ওলালেই তুমি তেনেকৈ' হাঁহি থাকা কেলে' কোবাচোঁ? তেওঁ যায় ক'লৈ?"

সদুবে একো নজনাৰ ভাও জুৰি ক'লে, "দোঁহি ঐ আই! মই আক' হাঁহিলোঁ কেতিয়া? দবা-পাশাৰ আড্ডালৈ যায় হ'বলা—"

"শৰীল বেয়া লাগিলেও? যাবই লাগে? ধুমুহা-বৰষুণ-বজ্ৰপাত —কোনোমতে নগ'লেই নহয? তোমালোকে হাক দিব নোৱাৰানে?"

"হাক—? হৈছে আৰু! সেই আকৰ্ষণ যমৰ আকৰ্ষণতকৈও চাৰ।" সদুৱে পুনৰ এবাৰলৈ হাঁহি ৰখালে।

"মই তেওঁৰ স'তে মাত-বোল কৰাহেঁতেন এই নিচা এৰুৱালোহেঁতেন।"

"সেই চেষ্টা কৰি নাচাৰ কিয়। নিজে ক'ব নোৱাৰিলে বৰঞ্চ গিৰিয়েৰক ক'বলৈ ক'বি। সি যোগ্য পুতেক—বাপেকক এই বদ নিচাৰপৰা আঁতৰ কৰিব পাৰে যদি চেষ্টা কৰি চাওকেই।"

এইবাৰ সদুৱে আৰু হাঁহি নৰখালে, হাঁহি দিলে।

কথাষাৰে সত্যক যে খোচনি-বিন্ধনি কৰিলে তেনে নহয়, বৰঞ্চ সদুৰ এই বেতৌৰ-বন্ধীয়া কথাবোৰৰ মাজত তাই এক প্ৰচ্ছন্ন কৌতুকৰ আভাস পোৱা যেন পালে। শহুৰ-দেউতাকৰ এই আড্ডাৰ আকৰ্ষণ নিতান্ত দবা-পাশাৰ আড্ডা নহ'বও পাৰে বুলি তাইৰ মনত সন্দেহ বদ্ধমূল হ'ল।

সেয়েহে ৰাতি শোৱাকোঠাত সোমাযেই পোনে পোনেই সত্যাই নৰকুমাৰক এই কথাটোকে সুধিলে, "বাৰু, সদায় সদায় ৰাতিকৈ দেউতানো ক'লৈ ওলাই যায় কোৱাচোন ?"

ওঁ, সত্যাই কিছু দিনৰপৰা ৰাতিৰ অধিকাৰ পোৱা হ'ল। পোৱা হ'ল সদুৰ প্ৰচেষ্টাৰ ফলত—আৰু সদুৰ এই প্ৰচেষ্টা নৰকুমাৰলৈ পুতৌৰ ফল। নহ'লে ঘৈণীযেকৰ তো মন-কাণেই নাই।

নৱবধুৰ সপোন-বিভোৰ নৰকুমাৰ অৱশ্যে এনেহেন প্ৰশ্ন এটাৰ বাবে প্ৰস্তুত নাছিল। সেযেহে থতমত খাই ক'লে, "ক'লে' আক'। তুমি নাজানা ?"

"জনাহেঁতেন তোমাক নুসুধিলোঁহেঁতেন।"

নৰকুমাৰে গম্ভীৰ হৈ ক'লে, "দেউতা হৈছে গুৰুজন, তেওঁৰ কথা লৈ আলোচনা নকৰাই ভাল।"

সত্যাই ভুৰু কোঁচাই ক'লে, "গুৰুজনৰ নিন্দা কৰা ভাল নহয় মানিলোঁ, সেইবুলি গুৰুজনৰ কথা কোৱাটোও দোষ ?"

নৰকুমাৰ আৰু গম্ভীৰ হ'ল আৰু ক'লে, "এযা নিন্দাৰেই কথা। বামুণৰ ল'ৰা হৈ বাগ্‌দীপাৰালৈ যোৱা, সিহঁতৰ হাতৰ পাণ-পানী খোৱা, এইবোৰ কিবা গুণৰ কথা হ'লনে ?"

বাগ্‌দী পাৰালৈ যায়!

সিহঁতৰ হাতৰ পাণ-পানী খায়!

সত্যক তাইৰ গিৰিয়েকে যেন ধোবাৰ পাটত থেকেচিলে।

সেযেহে সত্যাযো থতমত খালে।

তাই ক'লে, "এই কথাৰ অৰ্থ ?"

নৰকুমাৰে সত্যৰ বয়স লৈ মূৰ নঘমায়, শহুৰেকৰ জীয়েক সকলো জ্ঞানৰ আধাৰ হ'ব, এযে তাৰ ধাৰণা। সেইদেখি উদাস কণ্ঠেৰে ক'লে, "অৰ্থ নুবুজিলে মই অপাৰগ। নিজৰ দেউতাক সম্পৰ্কে আৰু খোলোচাকৈ কি ক'ম কোৱা। কথাত বোলে—পিতা স্বৰ্গ পিতা ধৰ্ম—! নহ'লে

বাটে-ঘাটে যেতিয়া উল্লাসী বাগ্‌দিনীক দেখা পাওঁ, তেতিয়া খণ্ডতে ব্ৰহ্মতালু নজ্বলেনে ? কিন্তু কি কৰিম, মন পতিযাবই লগা হওঁ, ভাবিবলৈ বাধ্য হওঁ—যিযেই নহওক মাতৃতুল্যা ।"

পূজনীয় পিতৃদেৱ সম্পৰ্কে 'একো নকওঁ' বুলি কৈও সকলো সদাৰি কৰাৰ পাছত নৱকুমাৰে নিঃচিন্ত মনেৰে ঘৈণীয়েকক আদৰ কৰি কাষ চপাবলৈ বিচাৰিলে ।

কিন্তু কি হ'ল !

সদা-সৰ্বক্ষণৰ প্ৰফুল্ল-প্ৰতিমা অকস্মাৎ প্ৰস্তৰ-প্ৰতিমা হৈ গ'ল কিয় ? সত্যাৰ দেহ সঁচাযে যেন শিলহেন কঠোৰ হৈ পৰিছে ।

আৰু সেই দেহস্থিত মন ?

সেই মনটোও কাষ্ঠবৎ হৈ পৰিলনে ? অজান এক ভীতিৰ কোবত ?

ওঁ, ভীতিযেই !

বহুত দিনৰ আগতে, কাটোবাৰ বোবাৰী শংকৰীৰ এক অজান অন্ধকাৰ-লোকৰ বাৰ্তা শুনি বালিকা সত্যাৰ নিঃশংক চিত্ত যেনেকৈ ভয়তে জঠৰ হৈ পৰিছিল, তেনেকৈয়ে । সিদিনা আছিল কেৱল অন্ধকাৰ, কেৱল ভয় । কিন্তু আজি সেই অন্ধকাৰৰ মাজত জ্বলি উঠিল এক তীব্ৰ বিদ্যুৎশিখাৰ চকু জলক-তবক লগোবা পোহৰ ।

আজিৰ সত্য সিদিনাৰ সেই অবোধ বালিকা নহয, সংসাৰ-তত্ত্বৰ অনেক কথা তাই জনা হ'ল । সেযেহে ভীতিৰ গাঢ় অন্ধকাৰৰ মাজত লোলোকৰে জ্বলি উঠিল ঘৃণাৰ বিদ্যুৎশিখা ।

দুবাৰ মান চেষ্টা কৰাৰ পাছত হতাশ হৈ নৱকুমাৰে ক'লে, "তোমাৰ হ'ল কি কোবাচোন ? দিনটোৰ অন্তত সুখ-দুখৰ কথা দুষাৰ পাতিম, অলপ ৰং-ধেমালি, একণ হাঁহি দেখা পাম, এই আশা পালি ৰৈ থাকোঁ—"

সত্যাই ৰুদ্ধকণ্ঠেৰে ক'লে, "ৰং-ধেমালি—হাঁহি—এইবোৰ কুমাৰৰ চৰু-কলহ নহয নহয যে ফৰমাচ দিলেই পোবা যায় । হাঁহি-আনন্দ কৰাৰ মন নগ'লে ?"

নিৰ্বোধ নবকুমাৰে তথাপি পৰিহাসৰ ব্যৰ্থ চেষ্টা কৰি ক'লে, "পিছে এই কথাত তোমাৰনো জ্বলুকো লাগিল কিহলৈ ? মই তো কোনোবা বাগ্‌দিনীৰ ওচৰলৈ ফুল-চুৰি কৰিবলৈ —"

"মনে মনে থাকা— !"

বন্ধ কোঠাৰ দেৱালে দেৱালে তীব্ৰ ধিক্কাৰৰ স্বৰ আছাৰ খাই পৰিল ।

শীতৰ ৰাতি অলপ মুকলিকৈ কথা পাতিব পাৰি । আৰু সঁচা ক'বলৈ হ'লে, সত্য তেনেকৈ লজ্জাৱতী বোৱাৰীও নহয় । তাইৰ মাত যেতিয়াই তেতিয়াই শুনিবলৈ পোৱা যায় ।

ধিক্কাৰ ছাবি সত্যাই গাত লোৱা ক'থাখন আৰু অলপ টানি ডিঙিলৈকে ঢাকি দেৱালৰ ফালে মুখ কৰি ক'লে, "এই ঘিণলগা কথাবোৰ লৈ হাঁহি-খিকিন্দালি কৰিবলৈ লাজ নালাগেনে তোমালোকৰ? মই কিন্তু খাটাং কৈছোঁ, ইয়াৰ পাছত তেওঁক মই শ্ৰদ্ধা-ভকতি কৰিব নোৱাৰিলে মোৰ দোষ নধৰা যেন।"

নৰকুমাৰে মাত-বোল কৰাৰ চেষ্টা কৰিও ব্যৰ্থ হৈ মনে মনে নিজকে নিজেই বান্দৰ-চৰিয়া দিলে। ছি ছি! সি এটা গাধ নহৈনো কি? 'দেউতা ক'লৈ যায় মই নাজানো' বুলি ক'লেই দেখোন হ'লহেঁতেন। ঘৈণীয়েকক সি চিনি নোপোৱা নহয়। ভালে-কালে গংগাজল, বেয়া হ'লে জুলা জুহাল।

উস্! কেনে আঁকোৰগোজীয়া ছোৱালী! সেই তৌতিযা এদিন তাযেই নৰকুমাৰৰ কিবা এটা মিছা কথা ধৰা পেলাই একেৰাহে পাঁচদিন মাত-বোল বন্ধ। অৱশেষত নৰকুমাৰে নিতাইৰ পৰামৰ্শ লৈ শাস্ত্ৰৰ শ্লোক এটা টুকি বুজাইছিল যে, পৰিবাৰৰ সৈতে মিছা কথা ক'লে পাপ নহয়। তাৰ পাছতহে আকৌ মুখ মেলিছিল তাই। অৱশ্যে শাস্ত্ৰৰ বচন মানি লৈ মেলা নাছিল, মেলিছিল প্ৰতিবাদৰ মুখৰতাৰে।

সেইদিনা সত্যাই দৃঢ়তাৰে কৈছিল, "থ'ক থ'ক, আৰু শাস্ত্ৰ আওৰাব নালাগে। যি শাস্ত্ৰই মিছা কথাত পাপ নাই বুলি কয়, সেই শাস্ত্ৰত মোৰ অৰুচি। পৰিবাৰ মানুহ নহয়, নহয়? পৰিবাৰৰ মাজত ভগৱান নাই, নহয়? আগলৈ তোমাৰ কোনো কথাত মই মনে-প্ৰাণে পতিযন যামনে?"

সি যি কি নহওক, কাজিযাৰ সুত্ৰেৰে হ'লেও কথাৰ বান্ধ মুকলি হৈছিল। এইবাৰ আকৌ কি বা হয়।

আৰু সত্যা?

তাই ভাবি আছিল : ছিঃ ছিঃ, শহুৰ দেউতাৰ চৰিত্ৰ এনেকুৱা? যাক 'দেউতা' বুলি সম্বোধন কৰিব লাগে তেওঁ এনেকুৱা দুশ্চৰিত্ৰ? শহুৰেকৰ চৰিত্ৰৰ আন বহুবিধ ত্ৰুটি তাই দেখা পাইছে, নীচতা ক্ষুদ্ৰতা স্বাৰ্থপৰতাত শাহুৱেক এলোকেশীতকৈ তেওঁ কোনোগুণে কম নহয়, ইমান দিন ধৰি সত্যাই সেইবোৰক মনতে মানিযেই লৈছিল, আৰু ভাবিছিল মোৰ দেউতাৰ দৰে জগতত কেইজনক বিচাৰি পোৱা যাব?

কিন্তু এয়ানো কি?

ঘৃণা আৰু লাজতে দেহৰ সমস্ত ৰক্তকণাই ছি ছি কৰি উঠিছে। এই বয়সত এনে প্ৰবৃত্তি! আৰু আটাইতকৈ আচৰিত কথা, এওঁলোকৰ সকলোৱে এই কথা জানে! অথচ—সত্যা ইমানেই নিৰ্বোধ, ইমানেই আজলী যে ইমান দিন ধৰি দেখিও শহুৰেকৰ এই ৰাতি-ফুৰাৰ অৰ্থ কোনোদিনে

আৱিষ্কাৰ কৰিবলৈকো চেষ্টা কৰা নাছিল। সত্যহঁত শুবলৈ যোৱাৰ বহু সময় পাছত যে তেওঁ ঘৰলৈ ঘূৰে সেই কথা সদায় দেখি অহা। অথচ তাৰ কোনো অৰ্থ বুজাই নাছিল। ওহোঁ, এইহেন শহুৰক তাই কেতিয়াও ভক্তি-শ্ৰদ্ধা কৰিব নোৱাৰিব, তাৰ বাবে সত্যক যিয়ে যিয়েই নকওক লাগিলে।

হঠাৎ সত্যৰ সৰ্বশৰীৰ আলোড়িত কৰি প্ৰবল কান্দোনৰ উচ্ছ্বাস অনুভূত হ'ল, আৰু এই দীৰ্ঘকালৰ পাছত দেউতাকৰ ওপৰত তীব্ৰ অভিমানেৰে তাইৰ হৃদয় বিদীৰ্ণ হ'বলৈ ধৰিলে।

এই সংসাৰখনত সত্যাই বহু নীচতা ক্ষুদ্ৰতা হৃদয়হীনতা প্ৰত্যক্ষ কৰিছে, এইবোৰ এওঁলোকৰ অশিক্ষা কুশিক্ষাৰ ফল বুলি সকলো সহ্য কৰি আহিছে। কিন্তু আজি এই বুঢ়া মানুহ এজনৰ চৰিত্ৰহীনতাৰ লেতেৰামিয়ে তাইক যেন উৰাই-ঘূৰাই কোবাইছে।

সেয়েহে, যিজনী সত্যাই হাজাৰ উৎপীড়নতো কাহানিও নাকান্দে, সেইজনী সত্যাই হুহুকাই কান্দি কান্দি গাঁৰু তিয়াই ক'বলৈ ধৰিলে, "দেউতা—দেউতা অ', দহোজনী নহব—পাঁচোজনী নহয়, মই তোমাৰ একেজনী মাত্ৰ ছোৱালী, নেদেখি-নুগুণি এনেকুৱা ঘৰলৈ দলিয়াই দিলা? তুমি ইমান বিচক্ষণ, আৰু এযেনে তোমাৰ বিচাৰ?"

বহু সময় ধৰি কান্দি কান্দি এসময়ত সত্য টোপনি গ'ল।

কিন্তু ৰাতি টোপনি-খতি হ'ল বুলি যে দুপৰ বেলালৈকে শুই থাকিব, ইমান সুখ বোৱাৰীহঁতৰ ভাগ্যত নিলিখিলে। ভাৰাক্ৰান্ত মনেৰে, যথাৰীতি ৰাতিপুৱাই উঠি স্নানশুদ্ধ হৈ গোসাঁই ঘৰৰ কাম-বনখিনি কৰিবলৈ ধৰিলে, আৰু অভ্যাস মতে চন্দন-পটাখন টানি লৈ চন্দন পিহিবলৈ ধৰোঁতেই কথাষাৰে তাইৰ মনত বিজুলীসঞ্চাৰে চিৰিংকৈ গ'ল।

ইমান যত্নেৰে সত্যাই যে চন্দন পিহিছে, ফুল-তুলসী বাছিছে, ধূপ-ধুনাৰে আমোলমোলাই তুলিছে—এইবোৰৰ মূল্য কি?

এইবোৰ উপকৰণেৰে নীলাম্বৰ বানাৰ্জিয়েহে পূজা কৰিব। তেওঁৰ আকৌ কফ আছে বাবে প্ৰাতঃস্নান নকৰিব, হাতমুখ ধুই তছৰ-পাটৰ চুৰিয়াখন পিন্ধি পূজাত বহিবহি।

কিন্তু স্নান কৰিলেও বা!

যাৰ দেহ মন আত্মা সকলো অশুচি, স্নানেৰেনো আৰু তেওঁ কিখিনি শুদ্ধ হ'ব?

আঁঠুত মুখ গুজি সত্য হাত সাবটি বহি থাকিল। ফুল তোলা নহ'ল, তুলসী বোটলা নহ'ল।

বহুসময়ৰ পাছত কিবা কামৰ লেঠাত সৌদামিনী এইপিনে আহি

সত্যাক তেনেকৈ জুপুকা মাৰি বহি থকা দেখা পাই থমকি থিয় হৈ ক'লে, "কি হ'ল বোৱাৰী, তেনেকৈ' বহি আছ যে ?"

সত্য নিৰ্বাক।

সদুৱে ব্যগ্ৰভাৱে দুৱাৰডলিলৈকে আগুৱাই ক'লে, "গাটো ভাল লগা নাইনেকি ?"

সত্যাই মূৰ জোকাৰিলে।

"তেন্তে—? মাকৰ ঘৰৰ কথা ভাবি মন উতলা হ'ল নেকি ? সঁচাই কিমা—ন দিন হৈ গ'ল—"

সত্য হঠাৎ বহাৰপৰা থিয় দিলে, "মাৰ ঘৰৰ কথা লৈ কেতিয়াবা উতলা হোৱা মোক দেখিছা জানো, বৰকৈ যে কৈছা ?" সদু সত্যৰ বৰ-ননন্দী, তথাপি এইকণ আশয় সদুৰপৰা তাই পাই আহিছে।

সদুৱে হাঁহি মাৰি ক'লে, "নাই দেখা ঠিকেই, তেনেহ'লে—বৰৰ সৈতে বুগিযাবগিনো কিয় ?"

"চেলবেল নকৰিবাচোন ননন্দী, ইমান সৰুসুৰা কথাত তোমালোকৰ বোৱাৰী হাৰি নাযায়। মোৰ মনটো ভাল লগা নাই, আজিৰপৰা গোসাঁইঘৰৰ কাম-কাজ মই আৰু নকৰোঁ।"

হঠাৎ এই ঘোষণা শুনি সদুৱে স্তম্ভিত হৈ ক'লে, "কি কৈছ বোৱাৰী !"

"কৈছোঁ আৰু—। গুৰুজনৰ কথাত মই আৰু একো ক'ব খোজা নাই, কিন্তু দেউতা আহি পূজা কৰাৰ কথা ভাবি মোৰ পূজাৰ আয়োজন কৰাৰ ইচ্ছাই নোহোৱা হৈছে।"

সদুৱে ভয়ৰ কোবত নিজৰ মুখখনতে হাতেৰে সোপা দি শুন-নুশুনকৈ ক'লে, "এইবোৰ কি কৈছ বোৱাৰী, মামীযে শুনিলে তেজ খাব নহয় ?"

সত্যাই মুখ ঘুৰাই নীৰস মাতেৰে ক'লে, "খ'ক তেজ, এইখন সংসাৰত মই আৰু ভাল ব্যৱহাৰ আশাকে নকৰোঁ।"

সদুৱে প্ৰমাদ গণিলে।

এযানো আক' কেনে কথা ! ইযাৰ মাই কাৰণ যে তাই কালি কৰা শহুৰেকৰ সম্পৰ্কীয় প্ৰশ্ন, সেই কথাত সন্দেহ নাই, বোধ হয় প্ৰশ্নৰ উত্তৰ তাই জানিলেই। কিন্তু সেই কথাৰ সৈতে এই ৰণমূৰ্তিৰ সঠিক সম্বন্ধ সদুৱে অনুমান কৰিব নোৱাৰিলে।

অনুমান কৰাৰ কথাও নহয়।

সদু বযসস্থা, এইবোৰ কথা তাইৰ মানত একোৱেই নহয়। তাই ওচৰে কাষৰে সদায় দেখি দেখি থোহ-মোহ খাইছে। গতিকে, নিজৰ স্বামী-পুত্ৰৰ বাহিৰে আন কাৰোবাৰ চৰিত্ৰহীনতাত যে ইমান বিচলিত হোৱা সম্ভৱ, এই কথা সদুৰ বোধ-বুদ্ধিৰ বাহিৰ।

কিন্তু অন্যান্য বিষযত সদু বুদ্ধিমতী, সেয়েহে এই কথাত বৰ বেছি তলা-ওপৰা নকৰি ক'লে, "বাৰু হ'ব, মই গা-পা ধুই এতিয়াই আহি কামখিনি কৰি দিছোঁ ৰ'বা, তুমি থোৱাচোন— ।"

"বেয়া নেপাবা ননন্দী, মোৰ এইবোৰ কৰিবলৈ সতেই নোযোৱা হৈছে বুলিহে—। তোমাৰ কাম কি কৰিবলগীয়া আছে কোৱাঁ সেইখিনিকে সামৰোঁগে !" এই বুলি কৈ সত্য সঁচাসঁচিকৈ গোসাঁইঘৰৰপৰা তৎক্ষণাৎ ওলাই আহিল।

কিন্তু গোসাঁইঘৰৰ তুলসী-চন্দনৰ কামখিনি সদুৱে কৰিলেইবা, বোৱাৰীযে কৰিবলগীয়া আৰু এটি কাম আছে যে ৰাতিপুৱাতে ?

সেই দাযিত্ব কোনে ল'ব ?

ৰাতিপুৱা মুখত কিবা এটা দিয়াৰ আগতেই শহুৰেক-শাহুৰেকৰ চৰণ-বন্দনা হ'ল সত্যৰ নিত্যকৰ্ম-পদ্ধতিৰ এটি অংগ। সদুৰ হতুৱাই এলোকেশীযেই শিকাই-বুজাই লৈছিল।

সেই শিক্ষা ইমান দিন ধৰি সত্যয়ো মানি চলিছিল।

কিন্তু আজি সত্যাই তাইৰ মনত ভযানক দুঃসাহসিক সংকল্প লৈছে। মৰিলে গাঁতে আট, জীলে ভাতে আট—সেই অপবিত্ৰ বুঢ়াটোৰ ভৰিৰ ধুলো মুৰত নলও'।

গুৰুজন ? কি কৰিব তাই ? গুৰুজনে যদি ইতৰজনৰ দৰে কাম কৰে ?

ৰাতিপুৱা গা ধুই আহি এলোকেশীও সদায় গোসাঁই ঘৰত সোমায়হি। সাংসাৰিক কাম-বনৰ দায তেওঁৰ নহয। বোৱাৰী আছে, সদু আছে। আৰু এলোকেশীৰ আছে দেৱ-দ্বিজলৈ পৰমা ভকতি। আৰু নীলাম্বৰো আগবেলাটো তাতেই সোমাই থাকে, চণ্ডী পাঠ কৰে, মহিম্নস্তৱ আওৰায়।

গিৰিহঁত-গিৰিহঁতনীৰ মাজত যাৱতীয গোপন কথা ইযাতেই হয়। কিয়নো তেনেবোৰ আলাপৰ যিটো প্ৰকৃষ্ট সময় সেইছোৱা সময় এলোকেশীয়ে হাতেৰে ঢুকি নোপোৱা। আঠুৱাৰ তলত বক্তৃতাৰ উপায় ক'ত ?

সত্যয়ো ইয়াতেই দুয়োজনকে একেলগে প্ৰণাম কৰি গৈছিল।

কিন্তু আজি আৰু সত্যৰ দেখাদেখি নাই।

অলপ সময বাট চাই, এলোকেশীয়ে সদুক মাতি বিৰক্তিৰে ক'লে, "আজি আৰু নৱাব-নন্দিনীৰ দেখাদেখি নাই যে ? ক'লৈনো গ'ল তেওঁ ?"

ঢোল মাৰিলেহে নাচন আহে। বিষয় কি—বুজ ল'বলৈ সদুৰ সৰহ পৰ নালাগিল। আৰু বোৱাৰীৰ এই আকোৰগোজীয়া কথা-কাণ্ডত তাই অলপ বিৰক্তও হ'ল। তথাপি সদুৱে নিজক চম্ভালি লৈ লাহেকৈ ক'লে, "ক'লৈ যাব আৰু ? সোঁৱা তাতে—"

সদ্‌ৰে কম্পিত ঠাইলৈ চাই পঠিয়ালে।

এলোকেশীয়ে ক'লে, "ভমলা ভকতিৰে হ'লেউ দিনে এটি বাৰকৈ শহুৰ শাহুৰেকৰ আগত মৰতীয়ে মুৰটো যে দোঁৱাইছিল—আজিৰপৰা তাকো বন্ধ কৰিলেনে খেঁকাৰখাতীয়ে ?"

মহিম্নস্তৰ গাই থকাৰ মাজতেই নীলাম্বৰ শহাকণীয়া হৈ উঠিল। তিমানতে সদ্ তাৰপৰা আঁতৰ হ'লেই। তাই ব্ৰস্তব্যস্ত হৈ সত্যক ক'লে, "কি অ', এতিয়াও পণামটো কৰা নাইনেকি ?"

"সত্যাই হাতৰ বনখিনি সামৰি-সুতৰি উদাসভাৱে বহি আছিল। মুখ নুঘুৰোৱাকৈয়েই ক'লে, "নাই কৰা।"

"শাহুৱেৰে গম পাইছে। যা যা, পুটুক্‌কৈ কৰি আহগৈ যা।"

সত্যাই পাহৰিহে গৈছে যেন, সোঁৱৰাই দিছে।

সত্যাই গহীন মাতেৰে ক'লে, "দুযোজন একেলগে বহি আছে, এজনক সেৱা কৰিম, সিজনক নকৰিম—ভাল হ'বনে কথাটো ? মা এইফালে আহিলেহে হ'ব।"

সদ্‌ৰে তাইৰ বিৰক্তি গোপন নকৰিলে। ক'লে, "তোৰো যে ! সকলো কথাতে হৈও হৈঔখন লগাব। স্বভাৱৰ দোষ—কেইটা মতা মানুহৰ নাই অ' ? পিথিমীখনৰ সকলো মানুহ কিবা তাৰে ডাঙৰীযাৰ নিচিনা কি বোলে দেৱচৰিত্ৰৰ নে কি ? সেই বুলি স্বভাৱ-দোষৰ অপৰাধত শহুৰক কঠত বহুৱাই ভাঙিবি নেকি ?"

"দেউতাৰ কথা কৈ লাভ নাই, ননন্দী। পিছে য'ত মোৰ মন নবহে তেনে কাম মই কৰিব নোৱাৰোঁ। এক হিচাপে তেওঁ পতিত। মোৰ মতে শালগ্ৰামৰ সেৱা তেওঁ কোনোপধ্যেই কৰা উচিত নহয।" এইবোৰ কথা কোৱাৰ পাছত সত্যাই ঘনাই উশাহ ল'বলৈ ধৰিলে। বোধহয মানসিক উত্তেজনাৰ ফলস্বৰূপে।

অলপ পৰলৈ সদ্ তভক খাই ৰ'ল।

কিছু সময 'ৰ' লাগি বৈ থকাৰ পাছত লাহেকৈ ক'লে, "তোমাৰ দৰে পঢ়া-লিখা শিকা তো নাই, ইমানবোৰ কথাৰ আঁত ধৰিবকে নোৱাৰোঁ। মই ইমানকে বুজোঁ, যিয়ে যি কৰে কৰক, মই মোৰ কৰ্ত্তব্য কৰি যাম।"

"মনত অভকতি দেখুৱাটোৱেই কৰ্তব্যনে ননন্দী ?"

পট্‌কৈ সদ্‌ৰে এই কথাৰ উত্তৰ দিব নোৱাৰিলে। তথাপি কিবা এটা উত্তৰ দিবলৈ ধৰোঁতেই পিছফালে বাঘিনী থিয় হ'লহি। তেওঁৰ মনত সন্দেহৰ ধোঁৱাই গুলুম বান্ধিছে। বতাহত সন্দেহৰ বেয়া গোন্ধ। কিবা এটা হৈছে বুলি যেন উমান পাইছে।

তেওঁ বাঘিনীয়ে গোজৰাদিয়েই গৰ্জি উঠিল, "অ'ই সদু, কৰ্ত্তব্য-অকৰ্ত্তব্যৰ কি কথানো ওলাইছে ?"

সদু নিমাত।

সত্যাও নিমাত।

পুনৰ এলোকেশীয়েই প্ৰশ্ন কৰিলে, "মুখৰ মাত হৰিল কিয় ? দুয়োজনীয়ে মিলি কি দিহা-পৰামৰ্শ্য কৰি আছিলি শুনো ? তই সদু মোৰেই খাবি মোৰেই পিন্ধিবি আৰু মোৰেই বোৱাৰীক লগাবি-ভগাবি ? মোৰ সংসাৰৰপৰা তই কাহানি বিদায় ল'বি ক'চোন ?"

কথা নতুন একো নহয়। এয়ে এলোকেশীৰ মুখৰ ৰেবাজ। সদুৱে কোনো-কাহানিও প্ৰতিবাদ নকৰে। কিন্তু আজি হঠাৎ বিচলিত কণ্ঠেৰে ক'লে, "কোনো দিনেই কোনো কু-পৰামৰ্শ তোমাৰ বোৱাৰীক মই দিয়া নাই মামী, দিলে সজ পৰামৰ্শকে দিওঁ। সঁচা-মিছা বোৱাৰীয়ে কওক।"

শাহুবেকৰ আগত বোৱাৰীয়েকে মাত-বোল কৰা অৰণ্যে ৰীতিবিৰুদ্ধ কাম। কিন্তু সত্যাই যেতিযাই-তেতিযাই নিয়ম উলংঘা কৰে। সেয়েহে আজিও খপুকৈ ক'লে, "সেই কথা হাজাৰবাৰ সঁচা। ননন্দীযে মোক পৰামৰ্শ দিছিল হওঁতে সজেই। কিন্তু সেই পৰামৰ্শ যদি মোৰ মনে 'নেষ্য' বুলি নধৰে ? তুমি ইযালৈ অহিলা ভালেই হ'ল—" সত্যাই চকুৰ পচাৰতে শাহুবেকৰ ভৰিৰ ধূলা মুৰত লৈ ক'লে, "যিয়েই নহওক, তুমি সতী-লখিমী।"

সতী-লখিমীয়ে পোনতে অৰণ্যে তধাউৰি খাইছিল, তাৰ পাছত আকৌ ফোঁপাউৰি মাৰিলে, "এইবোৰৰ অৰ্থ কি সদি ?"

"অৰ্থ ময়ো নাই বুজা মামী—" সদুবে বেজাৰ মুখেৰে কৈ খোজ ল'লে, "পাৰিলে বোৱাৰীয়ে নিজেই বুজাই কওক।"

আজি সঁচাকৈয়ে সদুৰ খং উঠিছিল। এযানো কি কাণ্ড! ৰৌটোকে ঢোটো কৰিছ! অশান্তিকে আদৰি আনিছ! বিশ্ব-ভুবনত যি কথা কেৱে শুনা নাই, কোৱা নাই, সেই কথাবোৰ এই কণমানিজনীৰ মগজুত বাহ লয়েইবা কেনেকৈ ? আৰু কি যে ডাঠ-বুকুৱা! ইমান দিন ধৰি সত্যাৰ বহু ধৰণৰ সাহস সদুৱে দেখিছে, দেখি মুছকছ যাওঁ যাওঁ হৈছে, কিন্তু আজিৰ দিনটোৰ সৈতে তুলনাই নহয়।

হয়, তুলনা নহয়। সঁচা।

কিয়নো সদুৱে যাবলৈ বুলি খোজ লৈও সত্যাই কোৱা শুনিলে, "ক'বলৈ লাজ লাগিছে যদিও, তথাপি নকৈ নোৱাৰো, শহুৰদেউতাৰ ভৰিৰ ধূলা মুৰত লোৱাৰ প্ৰবৃত্তি মোৰ আৰু নাই। যিমান দিন নজনাকৈ আছিলোঁ, সিমান দিন—"

কথাৰ শেষৰ ভাগ শুনাৰ ক্ষমতা নহ'ল। পাকতে বিনা প্ৰয়োজনত কলহ এটা লৈ পুখুৰী-ঘাটলৈ গুচি গ'ল তাই।

বহু সময়ৰ মূৰত, কলহটো কঁকালত লৈ লাহে-ধীৰে পিছ দুৱাৰত থিয় হ'লহি তাই। ওহোঁ, কোনো সাৰসুৰ নাই, সকলো নিতাল মাৰিছে। তেনেহ'লে—এটা হত্যাকাণ্ড হৈ গ'লনেকি? এয়া কি শ্মশানৰ নিস্তব্ধতা?

বাৰান্দালৈ উঠি আহি সদু একেবাৰে অবাক। তাই দেখিলে, মাজৰ কোঠাৰ দুৱাৰৰ ওচৰত গামোচাৰে বন্ধা দুই-তিনিটা টোপোলা-টুপলি, আৰু মোমায়েক-মামীয়েক দুয়োজনে মিলি এখন ফটা-ছিঙা কাপোৰেৰে ডাঙৰ খৰাহি এটা বান্ধি আছে। খৰাহিটো অৱশ্যে বস্তু-বাহানিৰে ভৰি আছে। তাত কি বস্তু আছে বুজা টান। এয়া অপ্ৰত্যাশিত ঘটনা। সদুৰ বুকুৰ তেজ চেঁচা পৰিল।

ইমান কম সময়ৰ ভিতৰতে ইমান বন্ধা-কুন্ধা হৈ গ'ল? আৰু হ'লেইবা কিয়? এওঁলোকে তেন্তে বোৱাৰীৰ সৈতে বলে নোবাৰি দেশত্যাগী হ'ব নেকি?

হয়, কথা তেনেকুৱাই।

এলোকেশীৰ এয়া আন এক অভিনৱ ৰূপ।

সদুৰ চকুৰে চকুৰে পৰাৰ লগে লগেই এলোকেশীয়ে ক'লে, "ননন্দীয়ে ভাইবোৱাৰীয়ে পুইনৰ সংসাৰ কৰ সদু, পাপী-তাপীহঁতে বিদায় লৈছে।"

সদুৱে কলহটো কঁকালৰপৰা নমাই থৈ বহিল আৰু ক'লে, "মামী, তুমিও বলিয়া হ'লানেকি?"

"বলিয়া হ'লে জগত-সংসাৰে দোষ ধৰিব নোৱাৰিব সদু। দহো ৰাইজক সুধি আহাঁগৈ যোৱা, ইমানতো মানুহ বলিয়া নহ'লে মানুহক বলিয়া কিহে কৰে?"

"তাই সঁচায়ে চেৰা-বলিয়া, তাইৰ কথাতনো আক' পতিয়ন যাব লাগেনে?" সদুৱে শুনি-নুশুনিকৈ ক'লে।

"চেৰা-বলিয়া! কালান্তক আথেয়া গোম! তই আৰু তাইৰ হৈ উকালতী নকৰিবি অ'ই সদি। ইমান ডাঙৰ মান্যমান মানুহজন, পো-বোৱাৰীৰ ধিক্কাৰেৰে জীৱন বিসৰ্জন দিবলৈ' ওলাইছিল। মই বহু বুজাই-বৰাই নিশ্চিন্ত কৰি—এতিয়া গুৰুৰ থানলৈ ওলাইছোঁ। তা'পাছত আমাৰ অদিষ্টত যি আছে।"

এলোকেশীয়ে জোৰে জোৰে টালি-টোপোলাবোৰ বান্ধিবলৈ ধৰিলে।

সদুৱে একেলৰে বোৱাৰীৰ ওচৰলৈ গৈ ক'ব বুলি ভাবিছিল: 'ভালেৰে কৈছোঁ—এতিয়াও ভৰিত পৰি খেমা খোজগৈ যা।' কিন্তু তাই জানে,

সতাক এই কথা কোৱাতকৈ গছৰ আগত কোৱাও ভাল। স্বয়ং বৈকুণ্ঠৰ নাৰায়ণ আহিলেও সত্যক সৈমান কৰিব নোৱাৰিব। বোৱাৰীৰ বহুত গুণ। কিন্তু সেই এটিমাত্র মহৎ দোষ। জেদ। মাইকী মানুহৰো ইমান জেদ থাকিব পায? আজিৰ ঘটনাটোক সদুৱে যেন কোনো ফালৰেপৰাই সমৰ্থন কৰিব নোৱৰা হৈছে।

সেইদেখি চেষ্টা-প্রচেষ্টা তাই এফালৰ পৰাই কৰিলে।

"পিছে তোমালোক কিয় গৃহত্যাগী হ'বা? ঘৰখন তোমালোকৰনে তোমালোকৰ পো-বোৱাৰীৰ?"

"নহওক, য'ত থাকিলে তাইৰ মুখদৰ্শন কৰিব লাগিব তাত নাথাকোঁ, বচু।" ইমান সময়ৰ পাছত নীলাম্বৰে মুখ মেলিলে। এইবাৰ কথা তেৱেঁই ক'লে।

"পিছে ঘৰৰপৰা শুদামুখে যাব তো নোৱাৰিবা, মই ভাত-আঞ্জা বহাই দিছোঁ। খাই-বই যাব লাগিব।" এয়া যেন উপায়হীন হৈ আপাততঃ সাগৰত বালিৰ ভেটা।

বহাইছিল সঁচায়ে। কিন্তু পাগঘৰৰ অৱস্থা সম্পৰ্কে সদুৰ এতিয়া আৰু জ্ঞান নাই। খৰিবোৰ জ্বলি-পুৰি আধা নিশ্চয় নুমাই চেঁচা পৰি আছে।

হঠাৎ নীলাম্বৰে প্রচণ্ড হুংকাৰেৰে সৈতে গোৰোহণি মাৰি ক'লে, "ভাত-আঞ্জা! এই ঘৰত মই আৰু জলগ্ৰহণ কৰিম বুলি ভাবিছ তই?"

সদুৰ বুকুত ধপধপনি উঠিল। মামীয়েকৰ সৈতে তাই ঢেৰ কথাৰ বকলা মেলিব পাৰে, কিন্তু মামাক?

উল্লসীৰ সৈতে হতালি-বটালিৰ বহু কথাই তাই জানে। তথাপি তাই ভয়তে কাহানিও একো ক'ব পৰা নাছিল। আৰু সেই কণমানিয়ে সেই ভয় জয় কৰাৰ মন্ত্র পালে ক'ত? যি মন্ত্ৰৰ বলত হেলাৰঙে ক'ব পাৰি: তেওঁ তো পতিত, শালগ্ৰামৰ সেৱা তেওঁ কৰা অনুচিত!

সদুৱে বেছি দ'কৈ ভাবিব নোৱাৰে, কেৱল ভাবে, নৱাটোৱে আকৌ আজিহে হাটত ইমান পলম কৰিবলৈ পালে। আৰু এই ভয়ানক দুৰ্দিনতে হাট বহিব পায়নে?

সদুৱে কি কৰিব?

গৈ বোৱাৰীৰ ভৰিত ধৰিবনেকি? নে পাগঘৰত শিকলি লগাই ক'ৰবাত আঁচল পাৰি শুই থাকিবগৈ? তায়েইবা ইমান ভয় খাবলগীয়া কি আছে? তাইৰ দোষত তো নৰকুমাৰৰ মাক-দেউতাক দেশত্যাগী হ'বলৈ ওলোৱা নাই।

সাহস দেখিহে সাহস ওপজেনে? দুঃসাহস দেখি দুঃসাহস?

সেয়েহে তাই হঠাৎ ৰণচণ্ডী মূৰ্তি ধৰিলে। "ঠিক আছে, আধাত পানী ঢালি দিওঁগৈ—" বুলি কৈ তাই গুচি গ'ল।

আশ্চৰ্য্য, আশ্চৰ্য্য !

গৈ দেখা পালে, পাগৰৰ বাৰাণ্ডাত বহি সত্যাই শাক কুটিছে। তাইৰ মুখলৈ চাই কোনো কথা ধৰিব নোৱাৰি।

সদুৰ আৰু সহ্য নহ'ল। তাই ক'লে, "সেই পিণ্ডৰ কাম কৰি আৰু কি হ'ব ? গিলিব কোনে ? ঘৰৰ গিৰস্ত-গিৰস্তনীয়ে সংসাৰ তিয়াগ কৰি গুচি যাযগৈ যে।"

সদুক চকু খুৱাই সত্যাই ক'লে, "সংসাৰ তিয়াগ কৰি গুচি যোৱাটো ইমান উজু নহয়, ননন্দী। সংসাৰ তিয়াগ কৰিবলৈ হ'লে কোনোৱে গোটেই সংসাৰখনকে টালি-টোপোলাত বান্ধি ভৰাই লৈ নেযায়। কোনো ক'লৈকো নেযায়। মই আথাত জুই দিলোঁ, তুমি কি কৰা কৰি থাকা গৈ।"

ঠিকেই।

সত্যাৰ কথাই ৰজিল।

শেহান্তৰত গৃহস্থ-গৃহস্থনীয়ে দেহত্যাগ সংসাৰ ত্যাগৰ সংকল্প বৰ্জন কৰি থাকি গ'ল। মাত্ৰ ভাত খুৱাওঁতে সদুৱে চামৰপীৰা পাৰি দি অলপ অধিক মাত্ৰাত জয়দেউ কাকুতি কৰিবলগীয়া হৈছিল।

অৱশ্যে তেওঁলোক থাকি গ'ল নৰকুমাৰে চকুত তেল দি কন্দাৰ বাবেহে। নৰকুমাৰে দুযোজনৰ ভৰিত মূৰ আফালি কান্দি কান্দি, সিও লাগিলে আত্মাহুতি দিবলৈ বিচাৰিলে, আৰু লাগিলে ঘৈণীযেকক কোবাই জোনাকী উৰুৱাব বুলি মাকৰ ভৰি ছুই তিনি সইত খালে।

পুতেকৰ ইমান কাতৰতা সহিব নোৱাৰিযেই হ'বলা তেওঁলোকে এই বাৰলৈ যাত্ৰা স্থগিত ৰাখিলে। আৰু নবুৱেও আজি অতদিনে নকৰা কামটোকে কৰিলে।

সি দিন-দুপৰতে ঘৈণীয়েকৰ সৈতে মাত-বোল কৰিলে।

কিন্তু নবুৱে তাৰ ঘৈণীয়েকক সেও মনাব পাৰিছিলনে ? গালি পাৰি, খোচামতি কৰি, ভৰিত তেল-টেঙা ঘঁহিও ? নহয়, সত্যাৰ মুখেদি 'মোৰ অনিয়াম হৈছে'—এই কথাষাৰ উলিযাব পৰা নাছিল নৰকুমাৰে। কেৱল সদো শেষত যেতিয়া সি আত্মঘাতী হোৱাৰ সৈ কাঢ়িছিল তেতিয়া সত্যাই কৈছিল, "মোৰ সকলো কথাতে বিকুচিনা লাগি গৈছে। তুমি যে মতা নহৈ মাইকী মানুহ হৈ নোপজিলা কিয়, এয়েহে বিধতাপুৰুষৰ ৰহস্য। ভাল বাৰু, শ্ৰদ্ধা নোহোৱা পন্নাম এটাৰ যদি ইমানেই দৰকাৰ হৈছে, কাইলৈৰেপৰা মনেখনা পুখুৰীত পানী খাবলৈ পোৱা হ'ব।"

ৰাতিৰ পৰত অৱশ্যে নৰকুমাৰৰ ভাও বেলেগ।

সুন্দৰী তৰুণী ভাৰ্য্যাৰ সৈতে বাক্যালাপ বন্ধ কৰাৰ দৰে দুঃসহ কষ্ট

বহন কৰাৰ শক্তি তাৰ নাই, সেয়েহে উপযাচি ক'লে, "মা-দেউতাক শুনাই অলপ শাসন কৰিবলগীয়া হ'ল, নহ'লে 'বৈণীয়েৰেক চাণ্ডত তুলি থোৱা দিয়া' বুলি ক'লেহেঁতেন।"

"আজি মোৰ মাত-বোল কৰাৰ মন নাই, মোক খেমা কৰা আজি।"

সত্যাই বাগৰ সলাই শুইছিল।

আৰু ভালেখিনি সময় পাৰ হোৱাৰ পাছত হঠাৎ খপজপকৈ উঠি বহি কৈছিল, "মই কলিকতালৈ যাম।"

নৰকুমাৰ উচপ খাই উঠিল, "কলিকতালৈ। তুমি? হুঁ—এতিয়াহে বুজিলোঁ—তোমাৰ মূৰৰ বিকৃতি ঘটিছে!"

"কেলে' মূৰৰ বিকিতি নঘটিলে কলিকতালৈ নেযায় নেকি কোনেও? তোমাৰ মাণ্টৰৰ মগজু বেয়া হ'ল নেকি?"

"মাণ্টৰ? মাণ্টৰৰ স'তে তোমাৰ তুলনা? তেওঁ হ'ল মতামানুহ, অকলে গৈছে অকলেই আহিছে, গৈ বন্ধুৰ ঘৰত থাকিছে-খাইছে, তুমিনো এইবোৰৰ কোনটো কৰিবা?"

সত্যাই তীব্ৰ কণ্ঠেৰে ক'লে, "মই মতামানুহ নহয় যেনিবা, তুমি? তুমি যাব নোৱাৰিবানে? তোমাৰ সৈতেই যাম। ঘৰ লৈ থাকিম।"

নৰকুমাৰে স্তম্ভিত হৈ ক'লে, "তোমাৰ লগে লগে মই তো আৰু কি বোলে—উন্মাদ নাই হোৱা। মা-দেউতা, দেশ-গাঁও এৰি কি বোলে—কলিকতাতহে ঘৰ লৈ থাকিম গৈ? কেলেইনো?"

"কেলেই—শুনিবানে? তোমালোকৰ এইখন বাৰুইপুৰৰ বাহিৰতো যে জগত এখন আছে—তাকে চাবলে' যাবা।"

"চাই মোৰনো কিটো হ'ব? মোৰ কি গৰজ পৰিছে?"

সত্যাই চৰম ধিক্কাৰৰে সৈতে ক'লে, "গৰজ? কি গৰজ—সেই কথাও তোমালোকৰ এই বাৰুইপুৰৰ গাঁতত সোমাই থাকিলে বুজি নাপাবা।"

নৰকুমাৰে এই কথাৰ তলা-নলা নাপালে, সি এটা অকাট্য যুক্তিকে দাঙি ধৰিলে, "মাইকীমানুহ যাব কলিকতালৈ। জাতি-ধৰ্ম সকলো ৰসাতলে যাব দেখিছোঁ!"

সত্যাই গম্ভীৰ কণ্ঠেৰে ক'লে, "তোমাৰ দেউতাৰাৰ জাতি-ধৰ্ম যদি এতিয়াও ৰসাতলে যোৱা নাই, এতিয়াও তেওঁ যদি শালগ্ৰামৰ সেৱা কৰিব পাৰিছে, মোৰো কলিকতালৈ গ'লে জাত-ধৰ্মৰ হানি নহ'ব।"

"আকৌ সেই একেটা কথা, পুৰুষে আঢ়ৈ খোজ, আগ বাঢ়িলেই শুদ্ধ, মাইকী মানুহৰো সেয়ে হ'বনে? কলিকতালৈ গ'লে চামৰা থকা কলৰ পানী খাব লাগিবৰে জানানে নাজানা?"

"খাব লাগিলে খাম। তাত থকা আন দহোজন ব্ৰাহ্মণ-সজ্জনৰ যি গতি

হৈছে আমাৰো সেয়ে হ'ব। কেলে' হালদাৰহঁতৰ মাজৰ ল'ৰাজন কলিকতালৈ যোৱা নাইনে?"

"পৰিবাৰক লৈ যোৱা নাই।"

"পৰিবাৰৰ মৰা শ'টোকে মৰিশালিৰপৰা লৈ যাব লাগিছিলনেকি?"

"হালদাৰহঁতৰ ল'ৰা গৈছিল চাকৰি কৰিবলৈ—"

"তুমিও তাকে কৰিবা গৈ।" সত্যাই দৃঢ় কণ্ঠেৰে ক'লে।

"মই!" নৰকুমাৰে উপলুঙাকৈ হাঁহি মাৰি ক'লে, "মই যাম কলিকতালৈ? চাকৰি কৰিবলৈ?"

'নহয় কিয়? তুমি যিমান ইংৰাজী শিকিলা, এই অঞ্চলৰ আন কোনোবাই সিমান জানেনে?"

আন দিনা হোৱা হ'লে পৰিবাৰৰ এই স্বীকৃতিয়ে নৰকুমাৰক আহ্লাদত বিগলিত কৰি তুলিলেহেঁতেন, কিন্তু আজ তাৰ প্ৰাণত সেই সুখ নাই, সেই সুৰো নাই। সেয়েহে সি ক'লে, "অকল বিদ্যা থাকিলেই নহ'ব তো—"

সত্যাই ভুৰু কোঁচাই ক'লে, "আৰু নো কি কি থাকিব লাগে?"

বিপদৰ দুৱাৰডলিত থিয় হৈ নৱুৰ মুখেদি এষাৰ সঁচা কথা পিছল খাই ওলাই আহিল, "লাগিব সাহস।"

সত্যাই এমিনিটমান মনে মনে থাকি বিছনাত দীঘল দি পৰি ক'লে, "বাৰু, সেই বস্তুটোৰ যোগান মযেই ধৰিম বাৰু।"

কিন্তু এই আশ্বাস পাযো নৰকুমাৰে ভৰসা পালেনে? নবকুমাৰে ক্ৰুদ্ধ প্ৰশ্ন কৰিলে, "আনৰ গোলামী কৰিবলৈ যামেইবা কিয? ঘৰত কি ভাতমুঠিৰ আকাল হৈছে? চাই-চিঁতি চলিব পাৰিলে ঠেঙৰ ওপৰত ঠেং তুলি আযমেৰে কাল কটাব পাৰিম। কেলেই গোলামী কৰিমগৈ'হ?"

সত্যাই গম্ভীৰভাৱে উত্তৰ দিলে, "শুই থকা শিয়ালে যে কাহানিও হাঁহ ধৰিব নোৱাৰে—এই শিক্ষা ল'বলৈকো যোৱা প্ৰয়োজন।"

তাৰ পাছত লাগিল উথনা-উথনি।

তৰ্কযুদ্ধ বহু সময় ধৰি কৰাৰ পাছত নৱকুমাৰে তাৰ গুপুত কথা বেকত কৰিলে, "মোৰ দ্বাৰাই নহ'ব, এই পষ্ট ক'লোঁ।"

সত্যায়ো দৃঢ় কুণ্ঠেৰে ক'লে, "মযো স্পষ্টকৈয়েই কৈছোঁ, কলিকতালৈ মই যামেই। কলিকতালৈ গ'লে মাইকীমানুহৰ মুৰত বজ্ৰ পৰেনেকি চাওঁচোন।"

কিন্তু সেই দৃশ্য সত্যাই কাহানি দেখা পাইছিল? তেতিয়াইনে?

নহয়, বহু দিনৰ পাছতে দেখা পাইছিল।

তিতা কানিক সেঁকি শুকুৱাই সেই কানিৰে শলাকানি পকাই চাকি জ্বলাবলৈ হ'লে অলপ সময়ৰ আৱশ্যক হ'বই।

তেতিয়ালৈ সজা দুটি ল'ৰাৰ মাক হ'ল।

## পঁচিছ

শীত গ্ৰীষ্ম বৰ্ষা বসন্তৰ অচ্ছেদ্য শৃংখলাৰ শৃংখলেৰে বন্দী নিয়মতান্ত্ৰিক এই পৃথিৱী-ৰাজ্যখনৰ প্ৰধান প্ৰজা মানুহবিলাকৰ জীৱনৰ নিয়মৰো নিশ্চিন্ততা নাই, নাই শৃংখলাৰ আশ্বাস। তাক বিধাতাই বা প্ৰকৃতিয়ে নাইবা আন কোনোৱে কাহানিও নিশ্চিত নিয়মৰ ভৰসা দিযা নাছিল।

সেয়েহে ৰাতি শুবলৈ যোবাৰ আগতে সহজ সুস্থ মানুহ এজনেও পুৱাৰ পোহৰ দেখিবই বুলি ন-দি ক'ব নোৱাৰে। ক'ব নোৱাৰে—তাৰ ভৰা বসন্তৰ মাজতে বজ্ৰৰ অভিসম্পাত নামি নাহিব বুলি, শৰতৰ সোণালী পোহৰক মচি অপ্ৰতিৰোধ্য ধাৰাবৰ্ষণ আৰম্ভ নহ'ব বুলি।

ওহোঁ, মানুহে এইবোৰৰ একোৱেই জোৰ দি ক'ব নোৱাৰে। অতৰ্কিত মৃত্যুৰ নিষ্ঠুৰ হাতোৰাই তাৰ আশাৰে সজা ঘৰখন কেতিয়া যে লৰাং-তৰাং কৰি থৈ যাব, বা কোনো আকস্মিক দুৰ্ঘটনা বা দুৰাৰোগ্য ব্যাধিয়ে ঘৰখনক বিকল কৰি থৈ যাব—মানুহে নাজানে। এই অনিয়মৰ দেৱতা তেওঁৰ অমোঘ নিযম লৈ ক'ত বৈ আছে কোনে ক'ব ?

তথাপি ৰামকালী কবিৰাজৰ পৰিয়ালৰ উপৰ্যুপৰি দুৰ্ঘটনাবোৰে দহো গাঁৱৰ ৰাইজক হতভম্ব কৰি তুলিলে।

জুই লাগি আঠচলীযা বাহিৰৰ ঘৰটো ভস্মীভূত হোবাত ৰাইজ সিমান আচৰিত হোবা নাছিল, কিয়নো হুতাশনৰ ক্ষুধা ভাগ্যৰ বিড়ম্বনা হ'লেও তাৰ মাজত মানুহৰ অসতৰ্কতা নাইবা মানুহৰ অভিসন্ধিৰ ছাপ স্পষ্ট দেখা যায়। তদুপৰি, ৰামকালীৰ ওপৰত ভাগ্যৰ বিড়ম্বনা সেইয়ে প্ৰথম।

ওহোঁ, ৰামকালীৰ আঠচলীয়া ঘৰত জুই লগাৰ কথাত কোনোৱে শত্ৰুৰ অভিসন্ধি আৱিষ্কাৰ কৰাৰ চেষ্টা কৰা নাছিল। সেয়া যে আছিল নিতান্তই অসতৰ্কতাৰ ফল—এই কথা সকলোৱেই বুজি পাইছিল।

ঘটনাটো এনে ধৰণৰ :

এই পৰিয়ালৰপৰা ওচৰ-পাজৰৰ প্ৰায় প্ৰতিঘৰ চুবুৰীয়ায়েই জুই ধৰাই নিয়েহি। সেই চুবুৰিৰে কোনোবা নহয় কোনোবা তেওঁলোকৰ প্ৰয়োজন হোৱা সময়ত এই পৰিয়ালৰ বান্ধনি-ঘৰৰপৰা এডোখৰ জ্বলি থকা কাঠ সদায় লৈ যায়হি। তেওঁলোকৰ ঘৰৰ আখাত শুকান নাৰিকলপাত, শুকান গোবৰ-খুঁটি, বা যিহিকৈ টুকুৰা কৰা ঠাল-ঠেঙুলি সজাই থোৱা থাকেই, জ্বলি থকা কাঠডোখৰ অলপ লগাই দিলেই কাম সিজিল।

ৰামকালীৰ ঘৰত নিতৌ প্ৰা তিনি-চাৰিখনকৈ চৌকা জ্বলোৱা হয়। গতিকে চ্ৰ্ৰীযাহঁতে অবাবতে আকৌ নিজৰ ঘৰতে জুই ধৰাৰ হেমগাম কৰাৰ কথা ভাবিব কিয ? কামটো বৰ জেঙা লগা। কুঁহিলাৰ কাঠি বনাই লোৱা, টিঁওৰি-পাথৰ ঘঁহাই থাকা, এইবোৰ সময়সাপেক্ষ কাম। তাতকৈ ইযেই দেখোন সুবিধাজনক। সেইদিনাও যথাৰীতি চুৰ্ৰিৰে এঘৰৰ—

ঘোষাল গৃহিণাৰ বিধবা ছোৱালী তৰুৱে এপৰমান বেলাত এডুখৰি জ্বলি থকা কাঠখৰি হাতত লৈ ইযাৰপৰা সিহঁতৰ ঘৰলৈ গৈ আছিল, হঠাৎ মূৰৰ পোনে পোনে মুৰুলি আকাশতে এটা ঢোঁৰা কাউৰীযে অতি কৰ্কশভাবে কা কা কৰি উঠিল।

ঢোঁৰা কাউৰীৰ মাত যে অমংগলীযা এই কথা কোনেনো আৰু নাজানে ? ঘোষালৰ জীযেব তৰুৱেও জানিছল। তাইৰ এই কথাটোও মনত আছে, যিদিনা তাইৰ বৈধব্যদশা ঘটিছিল, সেইদিনাও এইদৰে ক'ৰবাত যেন অনবৰত দৌঁৰা কাউৰীবোৰে কা কা কৰিছিল। তদুপৰি আজি আক' চতুৰ্দশী।

তৰুৰ বুকুখন চিঁৰিংকৈ গ'ল।

থৰকৈ খোজ ল'লে।

কিন্তু থৰথুজীযাকৈ যাবলৈ লৈও বাধা পালে আকৌ। কাউৰীটো আৰু তললৈ নামি আহি তৰুৰ প্ৰায় মূৰৰ ওপৰতে এপাক মাৰি মাতিবলৈ ধৰিলে—কঃ! বুকুৰ তেজ চেঁচা পৰিল, হিতাহিতজ্ঞান লোপ পালে তৰুৰ, কি কামৰ কি পৰিণাম ভাবিও নাচালে, হাতত থকা সেই জ্বলন্ত কাঠ ডোখৰকে তাই কাউৰীটোৰ গালৈ দালযাই দিলে।

কোৱা বাহুল্য, জুই ঢোঁৰা কাউৰীটোৰ পাখিতো নালাগিল, পৰিলগৈ ৰামকালীৰ বাহিৰৰ ডাঙৰ আঠচলীযা ঘৰটোৰ টুপতে। চ'বাঘৰ, চণ্ডীমণ্ডপ এইবোৰ পকী, কিন্তু উছৱে-সবাহে বেছি মানুহৰ সমাগমৰ প্ৰযোজনত দুটা প্ৰকাণ্ড খেৰী আঠচলীয়া ঘৰো তেওঁ সজাইছিল, ওচৰা-উচৰিকৈ, লগালগিকৈ। সেই দুখনেই অগ্নি-দেবতাৰ যুৰীযা নৈবেদ্য হ'ল।

তৰু কেবল অসতৰ্কযেই নহয, অন্যমনস্কও।

কাঠডোখৰ ক'ত উফৰি পৰিলগৈ, বা পৰি কি হ'ল সেই কথালৈ অলপো মন-কাণ নকৰি আকৌ ইযালৈ আহি আন এডোখৰ জ্বলন্ত খৰিকাঠ লৈ ঘৰলৈ উভতি আহিল। কি কৰিলে তাই তেতিযাহে গম পালে, যেতিযা লেলিহান জুইৰ প্ৰচণ্ড শিখা আৰু অজস্ৰ ধোঁবাই আকাশ ছানি ধৰিলে, আৰু চুৰ্ৰিৰ অজস্ৰ মানুহৰ চীৎকাৰে আকাশ বিদৰ্ণি কৰিলে।

আজলী তৰুৱে এই বুলি হিয়া ঢাকুৰি চিঞৰি উঠিব খুজিছিল : 'আই ঔ দৌহ! এই সৰ্বনাশক মযেই মাতি আনিলোঁ ঔ'। কিন্তু তৰুৰ খুড়াকে ঠাৰে-ঠোৰে 'মনে মনে থাক, মনে মনে থাক' বুলি কৈ ৰখালে তাইক।

কিন্তু জুই নুমুৱাব কেনেকৈ ? উপায়েইবা কি ? পুখুৰীৰপৰা কলহে কলহে পানী আনি আঁতৰৰ পৰা ছটিউৱাৰ বাহিৰে আৰু নো কি উপায় ? সেই চেষ্টাত লাভ একো নহ'ব।

ৰামকালীয়ে গম্ভীৰ কণ্ঠেৰে ক'লে, "জুইত পানী ঢলাৰ অবশ্যক নাই, তেতিয়া আৰু বিষাপি পৰিব। চণ্ডীমণ্ডপৰ দেৱালত পানী ঢালা। যিসকলৰ ঘৰ ওচৰা-উচৰি, তেওঁলোকে নিজা নিজা ঘৰৰ বেৰত পানী ঢালক।"

তথাপি যেতিয়া সকলোৱে হায় হায় কৰি ঘৰলৈ উভতিলে, তেতিয়া সাঁজ লাগোঁ লাগোঁ। ৰামকালী চাটাৰ্জিৰ দৰে নিষ্পাপ নিষ্কলংক অগ্নিতেজা মানুহজনৰ ঘৰত জুই লাগিল কিয়, এই কথা সৈ জল্পনা-কল্পনাৰো অন্ত নপৰিল। কিন্তু ইমানতেই দুৰ্ঘটনাৰ আখ্যা নপৰিল।

এই ঘটনাৰ কেইদিনমান পাছতেই ঘাটৰপৰা গা ধুই আহিয়েই হঠাৎ দীনতাৰিণীয়ে "গাটো ভাল লগা নাই" বুলি কৈয়েই পক্ষাঘাতগ্ৰস্ত হৈ পৰিল। পক্ষাঘাত যে পাতক ব্যাধি, সেই কথা তেওঁ নজনা নহয়। পুত্ৰলৈ তেওঁ অশ্ৰু-কলংকিত চকুৰ ইংগিতেৰে কাতৰ আবেদন জনালে তেওঁক যথাসম্ভৱ 'পাৰ' কৰিবলৈ।

ৰামকালীয়ে কপালৰ ঘাম মচাৰ ছলতে কপালত হাতখন লগালে মাথোন।

তিনি দিনৰ অন্তত দীনতাৰিণীয়ে 'পাৰ' পালেগৈ।

নাই, ইমান ডাঙৰ বৈদ্য হৈও মাকক বচাব নোৱাৰিলে বুলি ৰামকালীৰ কোনেও দোষ নধৰিলে। বৰঞ্চ সকলোৱে দীনতাৰিণীৰ ভাগ্যক 'ধন্য ধন্য' কৰিলে।

ক'লে, "বুঢ়ী ভালে ভালে গ'লগৈ। নুভুগিলে, নোভোগালে এনেহেন মৃত্যুৱেই কাম্য।"

পিছে লগতে এই কথাষাৰো সোঁৱৰাই দিলে, "বছৰটো অলপ সাৱধানে থাকিবা ৰামকালী, এনেয়ে অগ্নিৰ কোপ, তাতে মহাগুৰু নিপাত, সময়ে তোমালৈ ভ্ৰূকুটি কৰিছে যেন পাওঁ।"

চৰুৰিৰ বয়োজ্যেষ্ঠহঁতেই ক'লে।

নহ'লেনো ইমান সাহস কাৰ হ'ব ?

ৰামকালীৰ খুড়াক ককায়েক পৰাপক্ষত তেওঁৰ কাষ নাচাপে। তেওঁৰ কাষ চাপে ৰাসু, খুড়াকৰ ওচৰত কবিৰাজী শিকে। পিছে ৰামকালী মুঠেই আশাম্বিত নহয়।

কেতিয়াবা ভ্ৰূকুটি কৰে, কেতিয়াবা হাঁহি মাৰি কয়, "তোৰ দ্বাৰাই নহ'ব ৰাসু।"

কিন্তু কেৱল ৰাসুৰহেনে ?

কুঞ্জৰ কোনটো ল'ৰাইনো কি কৰিব পাৰিছে ? পাঠশালালৈ গৈ যতমানে অনাসৃষ্টি খেল-ধেমালি উদ্ভাৱন কৰাৰ বাহিৰে ৰাসুৰ ভায়েকহঁতৰ কোনো এটায়ো একো কৰিব নোৱাৰিলে !

ৰাসুৱে তেও ছাত্ৰবৃত্তি পাছ কৰিলে, টোলতো চৈত্ৰালি গালে কিছুদিনলৈ। সি দেখাই-মেলায়ো ভব্যগব্য আৰু মাৰ্জিত।

দেখনে-শুনে সি খুড়াকৰ দৰে, গাৰ বৰণতো মিলে। সেয়েহে দেখাত গণ্য মানুহ যেনেই লাগে।

আৰ্নিবলাক তো নিচান চহী।

আৰু কবিৰাজী বিদ্যা মগজুৰে নল'লেও, আন বহু কথাত ৰাসু ৰামকালীৰ সোঁহাত। এই যে দীনতাৰিণীৰ শৰাধৰ ইমান ডাঙৰ হুলস্থুলীযা কাণ্ডটো, ৰাসুৰে নচম্ভালিলে দস্তুৰমত বিমোৰত নপৰিলহেঁতেননে ৰামকালী ?

কিযনো স্বপাক হবিষ্যান্ন, ত্ৰিসন্ধ্যা স্নান আদিকৰি বহুবিধৰ নিষমৰ পাকত বন্দী ৰামকালী নিজে 'মুক্তজীব' নাছিল।

'কাজ-কৰ্ম'ত ৰাসু যথেষ্ট পাৰ্গত।

মাতৃশ্ৰাদ্ধত ৰামকালীযে 'দানসাগৰ' কৰিছিল, সেই সমাৰোহলৈ সত্য আহিছিল।

আহিছিল নবকুমাৰো।

ৰাসুৱেই গৈছিল সিহঁতহালক আনিবলৈ।

আইতাক ঢুকুৱাৰ সম্বাদ পাই সত্যৰ প্ৰাণত চাটিফুটি লাগি গৈছিল, ৰাসুক দেখা পাই স্বৰ্গৰ জোনটো দেখা পোৱা যেন লাগিল। এই সময়ত দেউতাকে যে ৰাখু া 'গৰি তাঁতিনীক পঠোৱা নাছিল, সেই কথাত ভাল পাইছিল সত্যাই।

চাৰে তিনি বছৰৰ পাছত এয়ে প্ৰথম মাকৰ ঘৰলৈ যাত্ৰা।

কিন্তু সত্যৰ দেহৰ অন্তেষপুৰত তেতিয়া যে আৰু এক 'প্ৰথম' সম্ভবানাৰ সূচনা হৈছিল, সত্যাই জানিছিলনে সেই কথা ?

বুজা নাছিল তাই।

সত্যাই নুবুজক, সদুৱে বুজি পাইছিল। কিন্তু লক্ষণ দেখা দিয়া মাত্ৰকে এই কথা ৰণচণ্ডী মামীয়েকক জনাবলৈ সাহস কৰা নাছিল সদুৱে। ভাবিছিল, আৰু কিছুমান দিন পাৰ হওঁক, গাৰ লা-লক্ষণ ভালকৈ জিলিকিলে বুঢ়ীয়ে নিজেই বুজি পাব !

এনেতে দীনতাৰিণীৰ বাৰ্তা।

সদুৱে ভয় খালে।

এনে সময়েতে এনেকুৱা সম্বাদ।

ভাবিলে, মামীক কওঁনে নকওঁ।

কিন্তু কোৱা নহ'লেই।

তাইৰ মৰমে ক'বলৈ নিদিলে। এই কথা শুনি যদি এলোকেশীয়ে আকৌ বোৱাৰীৰ বোৱাত বাধা দিয়ে?

বেচেৰী। ইয়ালৈ অহা কতদিন যে হৈ গ'ল, ইয়াতেই থাকিল তেতিয়াৰে পৰা। নিজৰ বুদ্ধিৰ দোষতে হওক বা আন কাৰোবাৰ দোষতে হওক, ইয়াতে পৰি আছে। এই ছুতা লৈ যাব পাৰে যদি যক, ঘূৰি আহকগৈ। ঈশ্বৰে ভালেৰেই ৰাখিব।

পিছে মাকৰ ঘৰলৈ বুলি খোজ লোৱাৰ আগে আগে সাবধান কৰি দিলে সত্যক, "ইমান দিনৰ পাছত যাবলৈ ওলাইছ, যা, গৈ থাক। কিন্তু সাবধান, ডোল-ছিঙা গাইজনীৰ দৰে জঁপিয়াজঁপি কৰি নাথাকিবি। মোৰ সন্দেহ হৈছে—"

সত্যই তধা লাগি চাই লাহেকৈ সুধিছিল, "কি?"

"সেইয়া পষ্টকৈ নক'লে নহ'ব, নহয়? ইফালে দেখোন ঘৰৰ ঘৰিণী। তোৰ গা ভাৰী হৈছে বুলি মোৰ সন্দেহ। বুইছ? সাবধানে থাকিবি।"

ভয় নে আহলাদ?

ভয়, ভয়, সম্পূৰ্ণ ভয়।

পিছে এক অদ্ভুত ভীতি। নিজৰ দেহৰ ভিতৰতে এক অজ্ঞাত ৰহস্যই বাহ লৈছে, এই আচৰিত কথাটো ভাবিলেই গাৰ নোম ডাল ডাল হৈ উঠে।

গৰুৰ গাড়িৰ ভিতৰত বহি, ওৰণিৰ মাজেদি সত্যই ঘনাই নৱকুমাৰক চাই থাকিল, আৰু নবকুমাৰক নতুন মানুহ যেন লাগিল তাইৰ।

এই খবৰটো সি পোৱা হ'লে?

তেতিয়া যে কিখন হ'ব—!

গৰুৰ গাড়িয়ে ৰবকৈ জোকাৰি আছিল।

তাই কৈয়েই পেলালে সৰু সৰুকৈ, "দোলাখন নানিলা কেলেই ককাইদেউ?"

ৰাসুৱে অপ্ৰতিভ মুখেৰে ক'লে, "বৰ কষ্ট হৈছে, নহয়? মই কৈছিলো, পিছে দদাইদেৱে ক'লে যে—" অলপ ইতস্ততঃ কৰি কৈয়েই পেলালে ৰাসুৱে, "ক'লে যে 'কাজলৈ চাৰিওফালৰপৰা আত্ম-কুটুম্বসকল আহিব, সকলোৰে বাবে দোলা পঠিয়াব পাৰিম জানো'? আহিব, সকলোৰে বাবে দোলা পঠিয়াব পাৰিম জানো?—মই তথাপি কৈছিলো অৱশ্যে, আন সকলো আৰু জোঁৱাই

একেই জানো ? সেই কথাৰ উত্তৰতো তেওঁ ক'লে, 'জোঁবাই তো ঘৰত এজন মাত্র নহয় ৰাসু।'—তেওঁক কোনে বুজাব কোৱা।"

সত্যাই 'সৰু সৰুকৈ' কথা কোৱাৰ কথা পাহৰি স্পষ্ট মাতেৰে ক'লে, "এই কথাত নো আৰু বুজাব-বুজিবলগীয়া কি আছে বৰদাদা, কথা হওঁতে সঁচাযে। জোঁবাই বুলিলে সকলো সমান। নিজৰ জোঁবাইটি বুলি ভায়াজিনা কাৰলে হ'বনে ? বৰঞ্চ পুণ্যৰ সোঁ সিদিনা বিয়া হ'ল—"

কথাষাৰ শেষ নকৰাকৈযেই নবকুমাৰৰ উপস্থিতি মনত পেলাই, ওঁঠ কামুৰি ৰৈ গ'ল।

কিন্তু সাগৰত বালিৰ ভেটা কিমানপৰলৈ ? আকৌ এসময়ত টপটপাই উঠিল তাই।

কত প্রশ্ন !

কিমান ঔৎসুক্য !

যোবা চাৰে তিনি বছৰৰ ভিতৰত কিমান ঘটনা ঘটিল, কত জন্ম-মৃত্যুৰ লীলা-খেলা হ'ল, কতবোৰ কণমানি ডাঙৰ হ'ল কত আবিষৈ ছোৱালীৰ বিয়া হৈ গল—সেই তথ্যপাতিবোৰ কম মূল্যবান নহয়, সেইবোৰ জানি ল'ব নালাগিবনে ?

"তোমাৰ হ'লে অকণো সলনি হোৱা নাই ককাইদেউ।" সত্যাই হাঁহি হাঁহি ক'লে।

আৰু এই মুখখনিলৈ বিস্মিত দৃষ্টিৰে নবকুমাৰে চাই থাকিল।

বিস্ময় ? নহৈনো কি ?

সত্যাৰ এনেহেন হাঁহি-উজলা মুখ সি কেতিয়াবা দেখিছিলনে আগতে।

হাঁহিলে যে সত্যাৰ মুখখন ইমান লাবণ্যময় হৈ উঠে সেই কথাযেইবা সি জানিলে কেনেকৈ ?

সত্যাৰ সেই কথা শুনি ৰাসুৱেও হাঁহি দিলে আৰু ক'লে, "মোৰ আক' এইকেদিনতে কি সলনি হ'ব ক'চোন ?"

এইকেইদিন !

সত্যাৰ যুগ-যুগান্ত পাৰ হৈ যোৱা যেনেই লাগিছে। তাই বিস্ময়-বিস্ফাৰিত দৃষ্টিৰে চাই সেই কথাকে ক'লে, "এইকেদিন ! কি যে কৈছা ককাইদেউ, চাৰে তিনিটা বছৰ—এইকেদিন হ'লনে ?"

"চাৰে তিনি বছৰ ?" ৰাসুৱে আকৌ হাঁহি দিলে, "চাৰে তিনি বছৰ হ'লেইনেকি ? পিছে সেই শুনাতেহে তিনি বছৰ, কেনেকৈ যে পাৰ হৈ গ'ল।"

সত্যাই উশাহ এৰি ক'লে, "তোমালোকৰ কেলে' পাৰ নহ'ব ? স্বাধীন সুখী মানুহ। আমাৰহে আন এটা জনম পাৰ হৈ অহা যেন লাগিছে।"

মাকৰ ঘৰত ভৰি দিও সত্যৰ তেনেকুৱাই লাগিল। যেনিবা আন এটা জনম পাৰ হৈ আহিছে।

কিন্তু ক'ত আহিল?

ঠিক য'ৰপৰা গুচি গৈছিল, তাতেইনে? সেই ঠাইডোখৰ ঠিক তেনেকৈয়ে পৰি আছেনে এতিয়াও?

শূন্য, খালী হৈ?

হয়তো আছিল, হয়তো আছে। কিন্তু এই জন্মান্তৰ পাৰ হৈ অহা ছোৱালীজনীক এতিয়া আৰু সেই ৰাহি-জোৰাই আঁটিবনে? কোনো ছোৱালীকেই আঁটে জানো? গোত্ৰান্তৰৰ লগে লগেই অন্তৰখনৰো এক বিৰাট পৰিবৰ্তন নহয়নে?

যিজনী ছোৱালীয়ে—হয়তো উঠোঁতে-বহোঁতে বকনি খাইছিল আৰু নিৰ্ভাবনাৰে নিৰুদ্বেগে খোল ফুৰিছিল, সেই ছোৱালীজনীয়েই হৈ উঠে আদৰৰ আতিথি চেনেহৰ কুটুম্ব। সেইজনী ছোৱালীয়েনো ক'ত তাইৰ আশ্ৰয় বিচাৰি পাব?

ঘৰখনত ইমান হে হুলস্থূল, তথাপি সিহঁত সত্যৰ লগে লগে ঘূৰি ফুৰিছে। সাৰদা ভুবনেশ্বৰী শৰতাযাৰ নাতিনীয়েক দুজনী আনকি মোক্ষদাও সত্যই কি খাব সত্য ক'ত শুব, সত্য ক'ত বহিব, সত্যই কিবাকিবি খুজিও নাপালেনেকি—এইবোৰ ভাবি ভাবি পাৰ নোপোৱা হৈছে যেন।

ভুবনেশ্বৰীৰ তো কথাই নাই। তেওঁৰ শাহুআয়ে পৰলোক পালে, মহা অশৌচ, ছুই লাৰি-চাৰি একো বন কৰিবলৈ নাই, মুখেৰে কৈ কৈহে খিৰ্খিনি কৰাইছে।

কথাটো স্বস্তিকৰ নহয়, যেনিবা প্ৰতি মুহূৰ্তেতে সোঁৱৰাই দিয়া হৈছে: 'তুমি কুটুম, তুমি অতিথি।'

এবাৰ সত্যাই ঠেহেৰা মাৰি উঠিল।

উঠিল মাকৰ ওপৰতে।

"তোমালোক কি ভাবিছা কোৱাচোন? এতিয়াই আকৌ শহুৰৰ ঘৰলৈকে গুচি যাওঁনেকি? উস্! তোমালোকৰ ইমান আলহ-উদহৰ হেঁচা মই আৰু সহিব নোৱৰা হৈছোঁ। ঘৰত আৰু কেবাজনী শাহুৰতী ছোৱালী আহিছে দেখোন, ক'তা—সিহঁতক লৈ ইমান হৈ-চৈ কৰা নাই তো!"

কথাষাৰ সঁচা। শাহুৰতী আৰু কেইবাজনীও আহিছে। পুণ্য তো আহিছেই, কুঞ্জৰ দুজনী ঘৰৰ ঘৰিণী জীয়েক আহিছে, শিৱজায়াৰ জীয়েকো আহিল, ৰামকালীৰ যিজন সৰু দদায়েক সিফলীয়া হ'ল তেওঁৰ তিনিজনী জীয়েক আহিল, কুঞ্জৰ সহোদৰ ভনীয়েকৰ ছোৱালী কেইজনী আহিল, সিহঁত একে উজনিৰ কাবৈ হৈয়ে থাকিল।

কেৱল সত্যক লৈয়েই—

জীয়েকৰ এই জাজৰণিত অপ্ৰতিভ হৈ ভুবনেশ্বৰীয়ে ক'লে, "সিহঁত ঘনে ঘনে আহে। তোৰ দৰে আৰুনো কোনে ঘৰ-বসত কৰিবলৈ গৈ একেবাৰে তিনি-চাৰি বছৰলৈ—"

ভুৱনেশ্বৰীযে কথাষাৰ সম্পূৰ্ণ কৰিব নোবাৰিলে।

সত্যাই মাকৰ বাকৰুদ্ধ মুখখনলৈ চাই অলপ কুমলিল, "বুজিলোঁ, কিন্তু কেদিনমান থাকিমেই নহয ? কাজ হৈ যোবাৰ লগে লগেই পলাই পত্ৰং নিদিওঁ নহয ? তাত কৈযে আহিছোঁ। তেতিয়া জীযেৰক মৰম-বেথা কৰি থাকিবা! এতিযা তোমাৰ শাহুআযেৰাৰ শৰাধ, এতিযা জীয়েৰক মুৰত লৈ নাচিলে মানুহে কি ক'ব ?"

ভুৱনেশ্বৰীযে সজল চকুৰে ক'লে, "তই কেইদিন থাকিবি তইহে জান—"

"থাকিম, থাকিম, দুমাহমান থাকিম। সেই কথা হৈছেই। ব'ল পুণ্য, আমাৰ সেই বৰতলৰ ওমলাঘৰ চাই আহোঁগৈ ব ল।"

পুণ্যাৰ হাতত ধৰি প্ৰায টানিযেই লৈ গ'ল সত্যাই পিছ দুবাৰেদি।

ইহঁতৰ এই 'ওমলা-ঘৰ' বাস্তবিকতে এডোখৰ মনোৰম ঠাই। ঠাই বাছি উলিউৱাত সিহঁত শলাগনি পোৱাৰ যোগ্য।

প্ৰকাণ্ড বুঢ়া বৰগছ এজোপাই তাৰ জৰীবোৰ তললৈ নমাই কিছুখিনি ঠাইত এনেহেন ছাযাভৰা আশ্ৰযগৃহ সাজি থৈছে যে দুই-এজাক বৰষুণ দিলেও তাত থকা কোনো নিতিতে। ৰ'দৰ কথাই নাই, তাৰ প্ৰবেশ নিষেধ।

ইয়াতে সত্যহঁতৰ শৈশবৰ ওমলা-ঘৰ। শহুৰেকৰ ঘৰলৈ যোবাৰ কেইদিনমান আগলৈকো খেল-ধেমালি কৰিছিল। এতিয়া পৰিত্যক্ত। এতিযাৰ সৰুহঁতৰ ওমলাঘৰ আন ঠাইত।

চাফ-চিকুণ হৈ থকা গছজোপাৰ তলখন এতিয়া ধুলিৰে পোত গৈছে, যদিও লানি লগোৱা সৰু সৰু আথাবোৰে এতিয়ালৈকে ক্ষত-বিক্ষত দেহাৰে পুৰণি স্মৃতি সোঁৱৰাইছে।

এই আথাবোৰ সিহঁতে কিমান যত্নেৰে যে সাজিছিল!

অলপপৰলৈ সত্য গছজোপাৰ গুৰিত নিমাতে বহি থাকিল। ঠিক সেই মুহূৰ্ততে তাইৰ মাতবোল কৰাৰ শক্তি নোহোৱা হ'ল। অগত্যা পুণ্যাও নিমাত।

বহু সময়ৰ পাছত এটা হুমুনিয়াহ পেলাই সত্য ক'লে, "বৰ আচৰিত কথা দেখিছনে পুণ্য, সকলো সলনি হ'ল, সকলোৱেই সলাই গ'ল, অথচ এই তুচ্ছ বস্তুবোৰ অবিকল হৈ আছে!"

পুণ্যয়ো উশাহ এৰি ক'লে, "সঁচা, কৈছহে আৰু!"

সত্যাই লাহে লাহে দেখুৱাই দেখুৱাই ক'লে, "এই আথাখন পুঁটিৰ, এইখন খেঁদিৰ, এইখন টেঁপিৰ, এইখন—গিৰিবালাৰ, এইখন সুশীলাৰ, এবা চা—এইখন তোৰ, নহয়নে বাৰু?"

নিজৰ কথা নকয়।

সেই কথাটো কয় পুণ্যই, "এইটো তোৰ আছিল। চা সেই ভঙা চৰু-বাটিবোৰো গেৰেকনিত পৰি আছে।"

ওঁ, ওমলাঘৰৰ 'গেৰেকনি'ও আছিল এটা। সকলো বস্তু থাকিব লাগিবই, গেৰেকনি, পুখুৰী, ঘাট, গুৱাল, ঢেঁকীশাল—অনুষ্ঠানৰ ত্ৰুটি থাকিব কিয়? ডাঙৰহঁত যি 'ওমলাঘৰ' লৈ মত্ত, ইহঁতেও তো তাৰেই নিখুঁত অনুকৰণ কৰিব। ইহঁতৰ মাটিৰ আৰু কাঠৰ পুতলাবোৰেও পুখুৰীৰ ঘাটত বাচন-বৰ্তন ধুইছিল, খাৰণিৰে কাপোৰ-কানি চাফা কৰিছিল, ঢেংকেৰুচ ঢেংকেৰুচকৈ ঢেঁকী দিছিল, বন্ধা-বঢ়া কৰিছিল, পাচলি কুটিছিল, মচলা পিহিছিল কেঁচুবা নিচুকাইছিল—কৰ্তব্যত তিলমানো ফাঁকি দিব পৰা নাছিল। ইহঁতৰ কাম-বনৰ হাই-উৰুমিৰে মুখৰ হৈ উঠিছিল এই বুঢ়া বৰৰ তল।

বহুতো পৰলৈকে বহি থকাৰপৰা সত্যা উঠি থিয় হ'ল।

ক'লে, "ব'ল পুণ্য, আৰু চাবলৈ মন যোৱা নাই, বুকুৰ ভিতৰখন ক'ৰবাত মোচোকা খোৱা যেন লাগিছে।"

পুণ্যৰো বুকুখন মোচোকা খাইছিল, তাই ক'লে, "ব'ল, আৰু মায়া কৰিলে বিড়ম্বনাহে। আমাক যিদিনাৰপৰা আনৰ ঘৰলৈ খেদি পঠালে, সেইদিনাৰেপৰাই সকলো গ'ল। ছোৱালী-জনমটোৱেই ছাই-তালি।"

ছোৱালী-জনমটোৱেই ছাই-তালি?

সত্যাই দীঘলকৈ হুমুনিয়াহ কাঢ়ি ক'লে, "ছোৱালী-জনমটো ছাই-তালি নহয় অ' পুণ্য, আমাৰ বিধান-দিওঁতাহঁতহে ছাইমুৰা। পৰগোত্ৰ কৰি জনমটোৰ বাবে পৰ কৰি দিবলৈ ভগবানে কোৱা নাছিল। এয়া ধৰ—তই যে মোৰ সখি, তোৰ বিয়াত যে আহিব নোৱাৰিলোঁ, এই দুখ মৰিলেও গুচিবনে? নুগুচে। তেও—আহিবতো নোৱাৰিলোঁ ক'। ক'—এইবোৰ ভগবানে কৈ দিছিলনে?"

পিছে হুমুনিয়াহ পেলাইছে বুলি যে হাঁহি-মাতি থকা নাই, বা মেল মৰা নাই, বা চুবুৰিযে চুবুৰিয়ে টহল দি ফুৰা নাই—তেনে ভাবিলে ভুল কৰা হ'ব। সেইবোৰ কাম যথাৰীতিয়েই চলিছে। গল্পৰ সাগৰ, কথাৰ পাহাৰ। চুবুৰিৰ কোনজনী শহুৰেকৰ ঘৰলৈ গ'ল, কোনজনী মাকৰ ঘৰতে

আছে, তাৰ তলা-নলা বিচাৰি ফুৰা গৰুপব সোঁত বোওবা—এইবোৰ কোবাল গতিৰেই চলি আছে।

দীৰ্ঘনিঃশ্বাস নিভৃততে।

একান্ত নিভৃততে, মনৰ অন্তৰালতে আছে সেই নিঃশ্বাস। ইমান পূৰ্ণতাৰ মাজতো ক'ৰবাত যেন এক সুগভীৰ শূন্যতা, সেই শূন্যতাৰ ওপৰতে বোধহয় সত্যই থিয় দিবলগীয়া হৈছে, সেযেহে ভৰিৰ তলত মাটি বিচাৰি গোপোবা হৈছে। সেই শূন্যতা—

সত্য আৰু এওঁলোকৰ নহয়। এইখন সংসাৰ সত্যৰ নহয়।

বিৰাট কাজ-কৰ্মৰ মাজত ঘৰটোত কোন যে ক'ত আছে কোনে কব। তিৰোতাহঁত ভিতৰ-চ'ৰাত, পুৰুষহঁত বাহিৰ চ'ৰাত। পকী কোঠাবোৰত জোঁবাই-কুটুম, আৰু নতুনকৈ সাজি উলিউবা আঠচলীয়া কোঠাটোৰ তলত গিযাতি-গোত্ৰহঁত। নবকুমাৰ যে ঠিক কোনখিনিত আছে, সত্যই ক'ব নোবাৰে। মাজে-মধ্যে মনত পৰিছে নবকুমাৰক। এস, মানুহজন লাজ-কুৰীযা, বৰ বেছি মাত-বোলো কৰিব নোবাৰে, ক'তনো কেনেদৰে আছে দোহি। অহাৰ পাছৰেপৰা আৰু দেখাদেখি নাই। দেউতা সহস্ৰ কামত ঘূৰি ফুৰিছে, জোঁবাযেকৰ খবৰ-খাতি কৰাৰ সময়েই নাই তেওঁৰ। দহজনে যি কৰে কৰিব আৰু। তেওঁ যে মোক কি বুলি ভাবিছে কোনে জানে।

সেই মানুহজনৰ কথা ঘনাই মনত পৰিবলৈ ধৰিলে। মন কেনেবা কেনেবা ভাবটোও আছিল, লগতে অলপ দুষ্টবুদ্ধিও নথকা নহয। মানুহ-জনক এবাৰ ক'বলৈ মন গৈছিল, "দেখিছাই নহয়? সকলো কথা-কাণ্ডলৈ মন কৰিছানে? এতিযা বুজিছানে, তোমাৰ মাৰাই যিমানেই আওহেলা নকৰক, মই নিতান্ত এলা-পেচা ঘৰৰ ছোৱালী নহওঁ।'

কিন্তু এইবোৰ কথা কোৱাৰেইবা সুবিধা ক'ত?

বিয়া-সবাহ তো নহয যে সকলোবেই ৰঙতে মতলীযা হৈ থাকিব। মাতৃদায উদ্ধাৰ বুলিও কথা। তাৰোপৰি, বহুতৰে মাজত এজনী হ'লেও দীনতাৰিণীৰ পদটো আছিল গৃহিণীৰ পদ, সৰু ননন্দীহঁতলৈ তেওঁ যিমানেই ভয নকৰিছিল লাগিলে, আৰু পুতেকক যিমানেই ভয নকৰিছিল, সকলোৱেই জানিছিল যে গৃহিণী বুলিলে দীনতাৰিণীহে। সেই গৃহিণীৰ ঠাই শূন্য হ'লে উৰুঙা উৰুঙা যেন লাগিবই। সকলোটি খাটি-খুটিও জেৰবাৰ হৈছে, আৰু এই ধুমা-ধুমিৰ মাজত কোনে বাৰু এইটো কথালৈ মন কৰিব, কোনোবা ছেগত সত্যৰ সৈতে সত্যৰ মানুহটোৰ দেখাদেখি কৰাই দিয়া যাওক।

আৰু সত্যাৰ একেবাৰে পানীপিয়া চৰাইৰ অৱস্থাতো নহয়। ইমান দিন ধৰি তাই ভালে-কুশলেই ঘৰ কৰি আছিছে। সত্যাৰ গিৰিয়েকক চাবলৈ সত্য উতলা হৈ উঠিব, এই চিন্তা তেওঁলোকৰ মনত উদয় হোৱাৰ কথা নহয়।

উদয় হৈছে ভুৱনেশ্বৰীৰ মনত।

কিন্তু তেওঁ সকলো ফালৰেপৰাই বন্দিনী। এফালে শাহুৱেক ঢকুৱাৰ নিয়ম-নীতিৰ দায়িত্ব, তাৰোপৰি জীয়েকৰো ভয়-ভীতিৰ দায়িত্ব। তেনেকুৱা চেষ্টা কৰিলে সত্য যে জাঙুৰ খাই নুঠিব, এই প্ৰতিশ্ৰুতি কোনে দিব ভুবনেশ্বৰীক?

কিন্তু সত্যবতীৰ মাকে সত্যবতীৰ সকলো কথা বুজিব পাৰিছনে? নাই পৰা।

সত্যাই যে ছল-ছন্দ বিচাৰি ফুৰিছিল, এই কথা তেওঁ ধাৰণাই কৰিবপৰা নাছিল। পিছে—

অৱশেষত ভেটাভেটি হ'ল।

নিয়মভংগৰ খোৱা-বোৱাৰ অন্ত পৰোঁতে প্ৰায় সন্ধ্যা হৈ আহিছিল। সত্যাই পুখুৰী-ঘাটৰপৰা হাত-মুখ ধুই এবাৰ নিজৰ মাযেকৰ ঘৰলৈকে গৈছিল মামীযেকহঁতৰ সৈতে, ঘৰকৈ উভতি আহোঁতে বাটত নেড়ুৰ সৈতে দেখাদেখি।

নেড়ুৱে ৰখালে।

মুখখন ৰহস্যেৰে উদ্ভাসিত কৰি ক'লে, "ঐ সইত্ত, তই ভূতলৈ ভয় কৰ—?"

"ভূতলে ভয়!"

"হেঁহেঁ—গছোবা ভূতলৈ ভয়! নিৰ্ঘাত আছে, নাই বুলি কৱনে?"

"নিৰ্ঘাত আছে—" সত্যাই ঠেহেৰা মাৰি ক'লে, 'এও' আহিল মোৰ গণকবাপু!"

"নাই? ভয় নাই তোৰ? এই মুনিচুনি বেলি তহঁতৰ সেই বৰগছ জোপাৰ তললৈ যাব পাৰিবি? হেঁঃ হেঁ—তালৈ আৰু যোৱাৰ সাধ্য নহ'ব। তালৈ কোনো নেযায়!"

"এস! ওলালহি এও ক'ৰবাৰপৰা! তালৈ কোনো নেযায়?—তই নাযাব বুলি ক'। তয়ো তাত কম দিন খেল-ধেমালি কৰা নাছিলি, তথাপি তোৰ মৰম-বেথা নাই! আমাৰ কথাই বেলেগ, মই আৰু পুণ্য বৌনিবা যোৱাই নাছিলোঁ তালৈ।"

"গৈছিলি?"

"সঁচচা! তই হঠাতে নিৰ্গতজনী হৈছ কেলৈ অ' নেড়ু? আমি ফেঁচাৰ চকু লেখিবলৈ যোৱা নাছিলোঁ তালৈ?"

"সেয়া! সেইযা কিমান আগৰ কথা। এতিয়া শহুৰি খাটি খাটি সাহস আছে জানো আৰু?"

"ঈ—স! নাথাকিলেই হ'ল আৰু। ব'ল তোক দেখুৱাই দিওঁ, এপৰ ৰাতিলৈকে মই তাত বহি থাকিব পাৰোঁ জান—?"

সত্য নিৰ্ভয়ে-নিশ্চিন্তে দুপদুপাই আগবাঢি গ'ল, এই মুনি-চুনি পোহৰতো যিডোখৰ ঠাই প্ৰায় নিমজ অন্ধকাৰ।

কিন্তু তাত সোৱা কোন?

কোন তাত?

কোন! কোন!

চিঞৰি দিছিলেই প্ৰায সত্যাই, নেড়ুৰ ভযতেহে চম্ভালিলে। কাণত পৰিলে আৰু ৰক্ষা আছে নে? সত্যাৰ ভযৰ কথা ঢোল পিটি কৈ ফুৰিব। কিন্তু সো মানুহজন এইফাললৈকে আহি আছে যে! সত্য পলাই যাব নেকি? ওহোঁ, এযা নিৰ্ঘাত নেড়ুৰ কাৰচাজী। নহ'লে—

হঠাৎ এটা সম্ভাবনাৰ কথাত ভঁৰৰপৰা মুৰলৈকে বিজুলীপ্ৰবাহবৈ গ'ল। আৰু পাছ মুহূৰ্ততে সম্ভাবনাটো প্ৰত্যক্ষ মূৰ্তিত উপস্থিত হ'ল।

"এস! তুমিহে! তুমি যে ইযাত—?"

জানি-বুজিও সত্যাই আঁগযান টলকাৰ ভাও জুৰিলে।

নৰকুমাৰে হতাশ কণ্ঠেৰে ক'লে, "কেলে' আক'? তোমাৰ দৰ্শনৰ আশাত। উস! মাকৰ ঘৰলৈ আহি একেবাৰে ডিমৰুৰ ফুল হৈ পৰিলা, মানুহজন মৰিলেইনে জীযাই আছে খবৰেই নাই!"

সত্যাই তাইৰ আনন্দ গোপন কৰিবলৈ ব্যৰ্থ চেষ্টা কৰি হাঁহি পেলালে, "ঈ—ইস্! কথাৰ ধা-ধৰণ কি চাবা! মযেই খবৰ কৰি ফুৰিব লাগিব তো!"

"কমেও এবাৰ দেখা দিবা তো—? মই হতভগীযাই কত বুধি পাণ্ডি—"

"সেই কথা দেখদেখকৈ ওলাই পৰিছেই! পিছে নেড়ুৰ বাহিৰে আন কোনোবাই জানেনেকি?"

"নাই, মাত্ৰ তাই—"

"ঠিক আছে তেন্তে। নেড়ু বিশ্বাসঘাতী নহয। পিছে দৰকাৰটোনো কি কোৱাচোন—?"

"দৰকাৰ!" নৰকুমাৰে হতাশ কণ্ঠেৰে ক'লে, "বিনা-দৰকাৰত নিজৰ পৰিবাৰক অকণ চাবৰ মন নাযায়, নহয—' তোমাৰ দৰে পাষাণহৃদয় তো নহও!"

"পাষাণহৃদয়! হয়, ঠিকেই!"

সত্যাই শুন-নুশুনকৈ হাঁহিলে। তাৰ পাছত ক'লে, "কেনে পাইছা?"

"খুব ভাল।" নবকুমাৰে অকপটভাবে ক'লে, "মোৰে শপত কৈছোঁ, মোৰ শহুৰৰ ঘৰ এনেকুৱা বুলি মই সপোনতে ভবা নাছিলোঁ। কি আশ্চৰ্য! কি প্ৰতিপত্তি। চকু জলক-তবক লাগি যায়। ঠাইডোখৰো ধুনীয়া। আই গংগালৈ চালে হিয়া-মন জুৰ পৰে।"

সত্যাই এটি উশাহ লৈ ক'লে, "তেনেহ'লে ভাবি চোৱা, ছোৱালীযে কিমানখিনি এৰি থৈ যাবলগীয়া হয়।"

"সঁচা।"

নবকুমাৰে আকৌ এবাৰ অকপটে স্বীকাৰ কৰিলে, "অহাৰেপৰাই সেই কথাকে ভাবি আছোঁ। ক'বলৈ গ'লে তুমি ৰাজকুঁৱৰীহে। তাৰ তুলনাত মই—"

আবেগৰ জোৱাৰত উটি গৈ আৰু অতিশয় কিবা কোবাৰ আগতেই সত্যাই বাধা দিলে, "দুৰ্গা দুৰ্গা, এইবোৰ কি কথা। তুমি হ'লা স্বামী, গুৰুজন। ৰাজকুঁৱৰী নহ'লেও, প্ৰাণে জানো যন্ত্ৰণাত হাহাকাৰ কৰি নুঠিব?"

'এশবাৰ, হাজাৰবাৰ।"

এই বুলি কৈযেই নবকুমাৰে অসম সাহসিক কাম এটা কৰিলে। সি সত্যাৰ কান্ধত হাত এখন থ'লে।

সত্য এই স্নেহস্পৰ্শেৰে বা প্ৰেমস্পৰ্শেৰে পুলকিত হৈ নুঠিলনে?

পুলকিত হ'ল। তথাপি বালিকাসুলভ সাবধানতাৰে সৰু সৰুকৈ ক'লে, "হেই—আঁতৰি থিয় হোবা। কোনে ক'ৰপৰা দেখা পাব তাৰপাছত আৰু লোকৰ আগত মুখ উলিযাব নোবাৰিম। তেতিয়া বাৰীৰ পুখুৰীৰ পানী বিনে গতি নহ'ব।"

কিন্তু এই ভযত নৱকুমাৰ মুঠেই ভীত নহ'ল। বৰঞ্চ আনখন হাতো সিখন কান্ধত দি অলপ কাষলৈ টনাৰ ভংগীৰে ক'লে, "কিয়? পৰপুৰুষ নেকি?"

"নহওকেই যোঁনবা। লোক-লজ্জা বোলা এটা কথা নাই নেকি?"

"সেইকথা কোবা যদি, ইয়াত এইদৰে নিৰলত মনে মনে থিয় হৈ থকা কথাতো নিন্দা ৰটিব পাৰে। কিন্তু তোমাৰ ভায়েৰাই ইযালৈ কোনো নাহে বুলি ক'লে দেখোন।"

"নাহে, ঠিকেই।" সত্যাই অলপ কোমল মাতেৰে ক'লে, "সেই বাবেহে আমৰ বাৰী জামুৰ বাৰী এৰি এই বৰগছৰ ছাঁতে ওমলাঘৰ পাতিছিলোঁ। বৰগছৰ একো এটাবে মানুহৰ দৰকাৰত নাহে, ফল ফুল পাত বা কাঠবো দৰকাৰ নহয। সেয়েহে মানুহৰ খোজো নপৰে। মাথোঁ ছায়াৰ আশ্ৰয়।"

সন্ধিয়াৰ এন্ধাৰ গাঢ় হৈ আহিল।

হঠাৎ নৱকুমাৰে কবিৰ দৰে কথা এষাৰ ক'লে, "কথা সঁচায়ে! তোমাৰ

দেউতাৰাক—হেৰি—মানে শহুৰদেউতাক চালে মোৰ এনেহেন বৰগছৰ কথা মনত পৰে। বিৰাট বটবৃক্ষ।"

সত্য চঁক খাই উঠিল।

সত্য অভিভূত হৈ পৰিল।

আৰু তাৰে আবেগত হঠাৎ 'লোক-লজ্জা' পাহৰি নবকুমাৰৰ হাত দুখনত ধৰি ক'লে, "সঁচা কৈছা? মোৰ দেউতাক ভাল পাইছা তুমি?"

"ভাল পোৱা-নোপোৱাৰ কথা ক'ব পৰা নাই, কৈছোঁ ভক্তিৰ কথা। শ্ৰদ্ধাৰ কথা। বিৰাট বটবৃক্ষলৈ চালে মনত যেনেকৈ এটা—"

"দেউতাৰ সৈতে মাত-বোল কৰিছা?"

"মাত-বোল? মোৰে কপাল! তেওঁ ক'ত আৰু মই ক'ত। কিমান আস্ত-ব্যস্ত মানুহ, দূৰৈৰপৰাই দেখিছো—"

সত্যাই অস্ফুট বিহ্বল মাতেৰে ক'লে, "দেউতাক সকলোৱে দূৰৈৰপৰাই দেখে। সকলোৱেই। আনকি মায়ো। কেৱল এই সত্য গালপুৰীয়েহে—"

লোকলজ্জা সমূলি বিস্মৃত হৈ সত্যাই নবকুমাৰৰ তৃষিত বক্ষত মূৰ গুজিলে।

নবকুমাৰেও অৱশ্যে ভালেখিনি সময় ধাৰ এই মধুৰ আস্বাদৰ সুযোগ ল'লে, তাৰ পাছত শুন-নুশুনকৈ ক'লে, "ন-জোঁৱাই, প্ৰথমেই আহিলোঁ এনে এটা শোক-দুখ উপলক্ষ্য। কাৰোবাৰ বিয়া-বাৰু উপলক্ষ্যে অহাহেঁতেন আমাক একেটা কোঠাতে থ'লেহেঁতেন, হয়নে নহয়?"

সত্যাই এই ল'ৰামতীয়া কথাষাৰ শুনি হাঁহি দিলে। হাঁহি মাৰি ক'লে, "থ'লেই সোমালোঁগৈহেঁতেন চাগে'?"

"কেলে' নহয়?'

"পাগল! লাজ-বিজ থাকিব নালাগে জানো? 'গিৰিয়েক' বস্তুটি শ্বশুৰগৃহতে শুৱায়, বুইছা?"

নবকুমাৰে অভিমান কৰি ক'লে, "বুজিলোঁ। আৰু সেয়েহে, এই ধুতকপলীয়া গুচি যোৱাৰ পাছত আৰু দুটা মাহ ভালকৈ থকা হ'ব—"

সত্যৰ মনৰ ভিতৰত এটা বিজুলী শিহৰণ বৈ গ'ল। দুমাহ নে কিমান মাহ কোনে ক'ব? পেহী-আইতাকে সেই আচল কথাষাৰ কৈ থৈছেই দেখোন। আহোঁতে সদু বাইদেৱে যি কথাষাৰ কৈ ভয় খুৱাই দিছিল। ক্ৰমাত সত্যায়ো অনুভৱ কৰিছে, দেহাৰ ভিতৰত ক'ৰবাত কিবা এক অস্বস্তিয়ে বাহ লৈছে যেন! ডিঙিৰ ওচৰতে যেন বেঁছি অস্বস্তি। সদায় ভিতৰৰপৰা কিবা উক দি উঠিছে যেন, খোৱাবস্তু ভিতৰলৈ নোযোৱা হৈছে, ওলাই আহিবলৈ বিচাৰে। খোৱা-বোৱাৰ এই অৱস্থাৰেপৰাই পেহীআইতাকে

কথাটো ধৰা পেলালে। আৰু লগে লগে এশ এবুৰি উপদেশ-নিৰ্দেশৰ গধুৰ বোজা জাপি দিলে। তাৰ মাজত প্ৰধান নিষেধ আছিল—সাঁজ-সন্ধিয়াত এৰাবাৰীলৈ গছতললৈ আওলালৈ যাব নালাগে।

সত্যাই অৱশ্যে নিষেধবাক্য ভালকৈয়েই মানিছে!

হঠাৎ সত্য অলপ চঞ্চল হৈ উঠিল। ক'লে, "যাওঁগৈ এতিয়া, ৰাতি হ'লেই, গালি পাৰিব নহ'লে।"

"ইযাত আক' গালি পাৰিব কোনে?" নবকুমাৰে নিঃচিন্তভাবে ক'লে, "ইযাত তুমি মহাৰাণীহে! নেড়ুৰে মোক সকলো কথা ক'লেই। তুমি যে আছিলা আলো-লোৱা গোৰীজনী আৰু এতিয়া কি যে লাটি-লাঞ্ছনাৰ মাজত পৰিলাগৈ—"

সত্য এইবাৰ দৃঢ় হ'ল।

তাই দৃঢ়তাৰে ক'লে, "তেনেকুৱা কথা কৈছা কেলেই? যাৰ যেনে নিয়তি। শহুৰেকৰ ঘৰত গালি-শপনি নোখোৱা কোনোবা এজনী ওলাবনে? এইবোৰ কথা এৰা। এতিয়া যাওঁ—"

"যাবাইনে? কি আৰু কম? আকৌ কেতিয়া দেখাদেখি হ'ব?"

"কও কেনেকৈ?"

"মই তো অহা বুধবাৰে গুচি যামগৈ। তাৰ মাজত এবাৰ নহ'বনে?"

"চাওঁ বাৰু।"

নবকুমাৰে লাহে লাহে ক'লে, "ইযাতে থাকি যাওঁ থাকি যাওঁ যেন লাগি গৈছে। কেনে যে ঘৰখন! সদায় ধুমধাম! আৰু আমাৰ ঘৰত যেন—"

"হওক তেও! নিজৰ যি থাকে সেয়ে ভাল।" সত্যাই আকৌ দৃঢ় কণ্ঠৰে ক'লে, "তুমিও সময়ত দহজনৰ এজন হ'বা, তোমাৰ সংসাৰখনতো এনেকৈ ধুমধাম হৈ থাকিব।"

"মোৰ? হৈছে—! সি যি কি নহওক, নিঃকিনৰ ঘৰলৈ আকৌ কাহানিকৈ যোবা হ'ব?"

সত্যাই টপৰাই ক'লে, "ক'ব নোৱাৰিলোঁ, ছমাহ-এবছৰো হ'ব পাৰে।"

"ছমাহ-এবছৰ!" নবকুমাৰে বিচুৰ্তি খাই ক'লে, "তাৰ মানে—?"

"আছে মানে।" বুলি কৈয়েই হঠাৎ সত্যাই দৌৰি গুচি গ'ল।

যদিও ঘৰে-পৰে সকলোবেই কৈছে, "সইত্ত কিমান ডাঙৰজনী হ'ল!" কৈছে, "তাইৰ ৰূপে যেন নধৰা হৈছে, দেহাৰো কি যে বাঢ়ন্ত গঢ়ন—" তথাপি ল'ৰা-ধপৰাৰ অন্ত নপৰিল তাইৰ।

পিছে পেহীআইতাকৰ আগত ইমান অতপালি আৰু নচালব যেনহে বোধ হৈছে।

বহুতো পৰলৈকে থিয়ৈ থিয়ৈ নৰকুমাৰে আকাশ পাতাল চিন্তা কৰি চালে। তাৰ পাছত সিদ্ধান্তলৈ আহিল, আন একো নহয়, জীয়েক বহু দিনলৈকে শহুৰেকৰ ঘৰত আছিল, এইবাৰ মাক-বাপেকে মুঠিত পাই আটক কৰিছে।

সত্যাই হাঁহি-মাতি টাকুৰি ঘুৰাদি ঘূৰি ফুৰিছিল, ইয়ালৈ আহোঁতে সদুৰে যি সন্দেহ প্ৰকাশ কৰিছিল তাক চকু মুদি উলাই কৰি। ভিতৰত কোনো ধৰণৰ অস্বস্তিৰ আলোড়নে অজান ভীতিৰ ছাঁ পেলালেও বাহিৰৰ আলোড়নৰ ফলত সেই অস্বস্তিৰ সঁচো নাইকিয়া হ'ল।

কোনেও পটকৈ কোনো সন্দেহ কৰিব পৰা নাছিল, কিয়নো সত্যযেইবা কাৰ চকুৰ আগত থাকে কিমান পৰ? সকলোবেই বৃহৎ ভোজৰ আনুষংগিক কাম লৈ ব্যস্ত।

হঠাৎ এদিন সন্দেহে উক দিলে ভুৱনেশ্বৰীৰ মনত।

যিজনী মানুহৰ চকুযুৰি সহস্ৰ কামৰ মাজতো সত্যৰ চকু-মুখৰ ওচৰে-পাঁজৰেই থাকে।

উক দিয়াৰ লগে লগেই ভুবনেশ্বৰীয়ে বেকত কৰিলে সাৰদাৰ ওচৰত, আৰু সাৰদায়ো ভালকৈ টিপিটাপি চাই নিঃসংশয় হ'ল।

বছ, মুহূৰ্ততে ইমুখৰপৰা সিমুখলৈ, ইকাণৰপৰা সিকাণলৈ। এবেলাতে গাঁৱৰ তিৰোতাসকলে খাটাংকৈ জানি গ'ল। আৰু তিৰোতাসকলৰ যোগেদি মতা মানুহসকলেও।

কিন্তু ৰামকালীৰ কাণত অলপ দেৰিকৈ পৰিছিলগৈ। কিয়নো, মাতৃ-বিয়োগৰ পাছৰপৰা তেওঁ ভিতৰ-চ'ৰাত শোৱা মেলা নকৰিছিল। কালা-শৌচৰ সময়ছোৱা তেওঁ যে পৰিপূৰ্ণভাৱে এই নিয়মতে চলিব, সেই কথা যেনিবা অদৃশ্য চিঁয়াহীৰে লিখা হৈছিল।

ভুৱনেশ্বৰীয়ে তেন্তে কি উপায়েৰে এই ভয়ানক আনন্দৰ সম্বাদটো তেওঁৰ কৰ্ণগোচৰ কৰিব?

উপায় বিচাৰি পোৱা নাই, অথচ এই অপৰিসীম আনন্দৰ ভাৰ অকলশৰে বহন কৰাও বৰ টান যেন লাগিছে।

দুদিনতে দুবছৰ যেন লাগিল ভুবনেশ্বৰীৰ।

তথাপি, আন কোনোবা এজনীয়ে কওকগৈ, খবৰটো দিয়কগৈ—মনতে সেই বুলিও ভাবিছে। এই মধুৰ সুন্দৰ ভয়ংকৰ ৰমণীয় সম্বাদটি তেওঁ তেওঁৰ স্বামীলৈ এটি উপহাৰৰ দৰে লাহে-ধীৰে আগবঢ়াব, এই বাসনাৰে ভুৱনেশ্বৰী বিগলিত হৈ উঠিল।

কিন্তু নিজ কণ্ঠেৰে সেই উপহাৰ তেওঁ আৰু আগবঢ়াব নোৱাৰিলে।

ৰামকালীৰ খোৱাপাততে হঠাৎ মোক্ষদাই কৈ দিলে, "ক'লে তোমাৰ মগজুত সোমায নে নোসোমায় ক'ব নোৱাৰোঁ, তথাপি কোৱাটো কৰ্ত্তব্য বুলিযে কৈছোঁ, তুমি ককাক হ'বলৈ ওলাইছা।"

চ'ক খাই মুৰ দাঙি চালে ৰামকালীযে। কথাযাৰ ঠিক বোধগম্য নহ'ল।

মোক্ষদাই এইবোৰ টাবুৰি-ভাবুৰি ভাল নাপায। গতিকে তেওঁ আৰু স্পষ্টকৈ আৰু কঠোৰ ভাষাৰে ক'লে, "বাংলাতহে কৈছোঁ, উৰ্দু-ফাৰ্চীৰে তো কোৱা নাই—কৈছোঁ—সইত্তৰ ল'ছালী হ'বৰ হ'ল।"

ৰামকালীয়ে হঠাৎ চৰচৰাণি খালে।

পানীৰ গিলাছটো ওঁঠেৰে স্পৰ্শ কৰিয়েই নমাই থ'লে, তাৰ পাছত তলমূৰ হৈ কাঁহীৰ ভাতৰ মাজতে কথাযাৰৰ অৰ্থ বিচাৰি থাকিলে যেন।

ওহোঁ, এতিয়া তেওঁ কোনো কথা পাতিব নোৱাৰে। আচমন কৰি বহিছে। কালাশৌচৰ বছৰটো তেওঁ দস্তুৰমত বিধি-নিষেধ মানি চলিব। এইবোৰত তেওঁ কোনোদিনেই বিশ্বাসী নহয়। কিন্তু মানুহৰ মন যে কেনে জটিল বস্তু, দীনতাৰিণীৰ মৃত্যুৱে আকৌ এবাৰ প্ৰমাণ কৰিলে ৰামকালীৰ সূক্ষ্মাতিসূক্ষ্ম আচাৰ-নিষ্ঠাৰ যোগেদি।

মাত-বোল নকৰিব।

গতিকে উত্তৰো পোৱা নাযাব।

তথাপি, এই সময়ৰ বাহিৰে ৰামকালীক পায ক'ত?

গতিকেই যাবতীয় জ্ঞাতব্য বিষয এই সময়ছোবাহে ৰামকালীৰ কাণত পেলোৱাৰ প্ৰকৃষ্ট সময।

'চৰচৰাণি খোৱাৰ' পাছত মোক্ষদাই আকৌ এবাৰ ক'লে, "মই তোমাক ক'লোঁ এতিয়া তোমাৰ গুণৱতী বিষনীক কেনেকৈ জনাবা ভাবি চোৱা। বুঢ়ীক দি-মেলিও মন পোৱা নাযায। এপাচি মিঠাই আৰু একলহ তেল দি কাৰবাক পঠোৱা, লগতে পাদ্যাৰ্ঘ্যও পঠাবলৈ নাপাহৰিবা।"

ৰামকালীয়ে খাই আছে, ইফালে ভুৱনেশ্বৰীৰ চকুত পানী। যিটো সম্বাদ শুনি ৰামকালীৰ প্ৰাণত আনন্দৰ জোৱাৰ উথলি উঠাৰ কথা, সেই সম্বাদ দিযা হ'ল তেওঁৰ মৌনকালতে। কিয়, খোৱাৰ সময়ৰ বাহিৰে আন সময়ত ক'ব পৰা নগ'লহেঁতেন জানো?

আৰু ভুৱনেশ্বৰীৰ আশা-আকাংক্ষা আৰু উদ্বেগ-আনন্দেৰে কম্পমান হৃদয়খনেও তাৰ পাহি মেলি বিকশি উঠিব নোৱাৰিলে।

অৱশ্যে ইমান সূচাৰুকৈ ভুৱনেশ্বৰীয়ে ভাবিব পাৰিছিল জানো?

নাই পৰা।

মাথোঁ বিভিন্ন অনুভূতি আৰু অব্যক্ত বেদনাই অবিৰল চকুলোৰ ধাৰ বোৱাই থাকিল।

মোক্ষদাই শেষপাট কাঢ় এৰিলে, "আৰু এষাৰ কথা নকৈ নোৱাৰোঁ, ইমান দিন ধৰি শহুৰৰ ঘৰত থাকিও তোমাৰ জীয়েৰাৰ কোনো সাল-সলনি নহ'ল। যি উদণ্ড সেই উদণ্ডযেই আছে। সাঁজ-সন্ধিয়া নামানে, লম্ফ-জম্ফলৈ গ্ৰাহ্য নকৰে, এবাবাৰী-মাৰিশালি, ঘাট-পুখুৰী সকলোতে ডেও পাৰি ফুৰিছে। মই বাৰণ কৰিবলৈ গৈ মাথোঁ হাঁহিযাতৰ পাত্ৰহে হৈছোঁ। এতিয়া তুমিহে যদি শাসন কৰিব পাৰা।"

ৰামকালীয়ে আজি অন্ন ঠেলিব পৰা নাই নেকি? সেযেহেনে ইমান দেৰী হৈছে খাই আজৰি হোবাত?

মোক্ষদাৰো ইমান সময় ধৰি বহি থকাৰ আহৰি নাই, "বৰবোৱাৰী চাবা শহুৰেবাক আৰু কিবা লাগে নোক—" বুলি কৈ মোক্ষদা ওলাই গ'ল।

তেওঁৰ খং উঠিছে। হ'লেই বা মাতৃশোক, তেওবুলি এনেহেন সুখবৰটো শুনি মুখ ওদোলাই থাকিব কিয়? থাকক। ষেই কি নহক সইত্তৰ শহুৰ-শাহুৰেকলৈ খবৰটো পঠোৱাৰ ব্যবস্থা তেবেঁই কৰিব লাগিব। এই কথা তেওঁজানে।

এইটো তিৰোতাহঁতৰে কাম।

বিচনী হাতত লৈ সাৰদা অলপ আঁতৰতে বহি আছে, শহুৰেকক চোবা-চিঁতাৰ ভাৰ সদ্যহতে তাইৰ।

ওঁ, বুকুলৈকে ওৰণি লৈ সাৰদায়েই বহি আছে ভাভ। এয়ে তাইৰ উত্তম কৰ্তব্য। দীনতাৰিণী মোক্ষদা কাশীশ্বৰী শিবজায়া যিজনীয়েই ওচৰত নাথাকক কিয়, খোৱা-বোৱাৰ খবৰ-খাতি নলওক কিয়, সাৰদাই আঁতৰত বহি লৈ বিচি থাকিবই।

আৰু কোনে খবৰ ল'ব?

এই ঘৰৰ গৃহিণীৰ আগত লাজ-কাজ কাতি কৰি থৈ ভুৱনেশ্বৰীয়ে তো স্বামীৰ খোৱা-লোৱাৰ তদাৰক কৰিবলৈ আহিব নোৱাৰে।

মোক্ষদা ওলাই যোবাৰ লগে লগে ৰামকালী বহাৰপৰা উঠি থিয় হ'ল।

বাৰান্ডাৰ একাষত চকচকীয়াকৈ মাজি থোৱা ঘটি আৰু তাৰ ওপৰত ভাঁজ কৰা ধোবা গামোচা থৈ দিয়া হৈছে মুখ ধুবলৈ, তথাপি হঠাৎ কিবা এটা কথা ভাবি তেওঁ পুখুৰী-ঘাটলৈ গ'ল। হবিষ্যৰ সময়ত ঘাটতে মুখ প্ৰক্ষালন কৰাটো বিধি আছিল, কিন্তু এতিয়া কিয়?

কি কাৰণতে নাযাওক—

আজি ভুবনেশ্বৰীয়ে এক অসমসাহসিক কান্ড কৰিলে। ৰান্ধনিঘৰৰ পিছফালৰ বাটৰ বেৰৰ দুৱাৰে দি ওলাই গৈ, তিৰোতাসকলৰ ঘাটৰ আঁৰ-বেৰ

স্বৰূপে থকা জোপোহাবোৰৰ কাষেদি গৈ গৈ পুৰুষসকলৰ ঘাটৰ ওচৰে-পাঁজৰে থিয় হৈ থাকিল।

হাত-মুখ ধুই উভতি খোজ লৈয়েই ৰামকালী চমক খাই উঠিল, "কি কথা! তুমি ইযাত ?"

ভুৱনেশ্বৰীযে ওৰণিৰ তলৰ পৰাই ৰুদ্ধ কণ্ঠেৰে ক'লে, "কি কৰিম আৰু? চোৰে-কমাৰে তো দেখাদেখি নহযেই। কথা এষাৰ কোৱাৰ আৱশ্যক হ'লেও—"

ৰামকালীযে প্ৰায বিৰক্তি সুৰতে ক'লে, "এযাইহেনে সেই কথাষাৰ পতাৰ ঠাই ?"

ভুৱনেশ্বৰীৰ চকুত যে শাওণৰ ধাৰ, সেই কথা ওৰণি থকা সত্ত্বেও ধৰিব পাৰি।

সেই শ্ৰাবণ-বৰ্ষণৰ মাজেদিযেই তেওঁৰ কথা কাণত পৰিল, "তোমাক পাইছোঁনো কেতিযা ?'

ৰামকালীযে অলপ কোমল মাতেৰে ক'লে, "কথাটো কি খৰধৰকৈ কোবা। চাৰিওফালে মানুহ—"

"কৈছোঁ—সইত্তৰ কথা—"

ৰামকালীৰ কণ্ঠত এক বিৰূপ গম্ভীৰ স্বৰ বাজি উঠিল, "ও", শুনিলোঁ, তাইৰ ওপৰত লক্ষ্য ৰাখিবা। বৰ বেছি লৰা-ধপৰা নকৰে যেন! যোবা ঘৰলৈ যোবাগৈ।'

ভুৱনেশ্বৰীৰ সৰ্বদেহ মূক অভিমানেৰে কঁপি উঠিল। আৰু একো নকৈ তেওঁ লাহে লাহে মুখ ঘূৰাই গুচি গ'ল তাৰপৰা।

তেওঁৰ গাত-ভংগীলৈ চাই ৰামকালীয়ে ভাবিলে, আৰু অলপ শান্ত-ভাৱে কোৱাহেঁতেন ভাল হ'লহেঁতেন। আজলী মানুহজনীয়ে জীয়েকৰ এই সম্বাদ শুনি ভয খাইছে।

কিন্তু ৰামকালীযেনো কি কৰিব পাৰে? এই ঠাইত থিয়ৈ থিয়ৈ স্ত্ৰীৰ সৈতে মেল মাৰিব নোৱাৰি।

ভাবিলে, ভয কৰিবলগীয়া থাবলগীয়া যে একো নাই—এসময়ত কৈ দিব।

কিন্তু সেই সময়ছোবা—কেতিয়া ?

ৰামকালীয়ে ক'ব পাৰিবনে ?

তেওঁ ক'ব পাৰিবনে যে স্ত্ৰীৰ সৈতে মেল মৰা কি বস্তু? স্নেহ প্ৰেম ভালপোৱা—এইবোৰ—ৰামকালীৰ জ্ঞানমতে, বেকত কৰা বস্তু নহয়।

সত্যৰ শহুৰেকৰ ঘৰলৈ কাক পঠাব পাৰি, সেই কথা ভাবি ভাবি ৰামকালী চণ্ডীমণ্ডপত বহিলগৈ।

মোক্ষদা আঁতৰি আহিল।

আৰু সইত্তৰ শহুৰেকৰ ঘৰলৈ খবৰটো পঠাবলৈ হুৱা-দুৱা লগাই দিলে।

অঁ, গিৰি তাঁতিনী যাব।

গৰুৰ গাড়ি লৈ ৰাখুও যাব লাগিব। গিৰিৰ কাৰণে তছৰ-পাটৰ শাড়ী আহিল, ৰাখুলৈ হালধি বোলোবা ধুতি-চাদৰ। মস্ত পিতলৰ টো এটাত ঘানীত পেৰা মিঠাতেল, আৰু বিৰাট 'মটকি' নামৰ মাটিৰ পাত্রত কাঁচাগোল্লা নামৰ মিঠাই। এই দিশ্য চকুত পৰাৰ লগে লগেই সইত্তৰ শাহুৰেকে কথাৰ ভেদ ল'ব পাৰিব, মুখেৰে আৰু ক'বও নেলাগে।

সিহঁত যাবলৈ ওলোবাৰ আগ মুহূৰ্ততে ৰামকালীয়ে হঠাৎ ৰখালে। মোক্ষদাৰ হাতত এটোপোলা টকা দি ক'লে, "তাৰ মানুহ-দুনুহ সকলোকে পৰিতুষ্ট কৰি আহে যেন, গিৰিৰ হাততে দিয়া।"

সংসাৰখনৰ সকলোৰে গা আনন্দত ৰাইজাই কৰিবলৈ ধৰিছে, দীনতাৰিণীৰ মৃত্যুশোকে এই আহ্লাদক পৰাভূত কৰিব নোৱাৰিলে।

কেৱল ৰামকালীহে পৰাভূত। চেষ্টা কৰিও আনন্দৰ ভাগ ল'ব পৰা নাই তেওঁ।

ৰামকালীৰ কিবা যেন লোকচানেই হ'ল।

সত্য ডাঙৰ হ'ল।

সত্য ডাঙৰজনী হৈ গ'ল।

হৈছিলেই। তথাপি যেন ক'ৰবাত অলপ আশাৰ বেঙুণি দেখা পাইছিল। মাতৃশ্ৰাদ্ধৰ বিৰাট কৰ্মযজ্ঞৰ মাজতো সত্যৰ লৰা-ধপৰা জঁপিয়াজঁপি দেখা পাই ভাবিছিল—যি ভাবিছিলোঁ সেয়া নহয়, কেৱল শহুৰ-ঘৰৰ হেঁচাত পৰিহে—

ভাবিছিল, হাতৰ কাম-বনখিনি সামৰি সুতাৰি অলপ আজৰি হৈ সত্যক মাতি আনি কাষত লৈ কথা পাতিব।

কাম-বনখিনি নোশেষ হওঁতেই ভগ্নদূতৰ মূৰ্তি ধৰি মোক্ষদা ওলালহি।

আৰু নো কাক 'কাষত লৈ' বহিব ৰামকালীয়ে ?

তাই দেখোন বহু দূৰলৈ গুচি গ'ল!

নহয়, নাপায়। তাই আৰু কোনোদিনে ৰামকালীয়ে কাষত নাপায়।

এক নতুন চক্ৰৰ চক্ৰান্তত পৰি সত্য আন কোনোবা ৰাজ্যৰ প্ৰজা হৈ গ'ল।

সেই ৰাজ্য প্ৰমীলাৰ ৰাজ্য।

সেই চক্ৰান্ত বিধাতাৰ চক্ৰৰ।

## ছাব্বিছ

নবকুমাৰ যোৱাৰ পাছৰপৰাই এইকেইটা দিন সত্যাই ভোগোবাই ফুৰিছিল। নবকুমাৰ যিকেইদিন ইয়াত আছিল, সেই কেইদিন যিমানখিনি সাৱধান হ'বলগীয়া হৈছিল, এতিয়া একেবাৰে ৰাধাপাটি বাট। উধই দুৱাৰ মুধই পাইছে।

কিন্তু হঠাৎ শনচকুৱা মোক্ষদাৰ আচল আৱিষ্কাৰৰ ফলত তাইৰ স্বাধীনতা নিদাৰুণভাৱে খৰ্ব হ'ল।

ফেঁট তুলিব নোৱাৰিলে, উঠোঁতে-বহোঁতে জাউৰিযে জাউৰিয়ে উপদেশ : দুৱাৰৰ ওচৰত নবহিবি, দুজনৰ মাজেদি সৰকি নাযাবি, সাঁজ-সন্ধ্যাত চোতালত ভৰি নিদিবি, শনি-মঙলবাৰে বাটে-পথে নোলাবি, ঘাট-পুখুৰীলৈ অকলে অকলে নাযাবি—একেবাৰে নিষেধৰ বৃন্দাবন।

তাৰ উপৰি আছে 'বিধি'।

ভৰিৰ আঙুলিত ৰূপৰ আঙঠি পিন্ধি থাক, চুলিৰ আগত আৰু শাড়ীৰ আঁচলত সদায় গাঁঠি দি থ'বি, শত্ৰুপক্ষৰ কোনোবাজনীক দেখামাত্ৰকে আঁতৰি থাকিবি, 'শাল-চকুৱা' কোনোবাজনী শাঁকিনীৰ চকুত পৰা বুলি সন্দেহ হোৱামাত্ৰকে দেহৰ যিকোনো এঠাইত লো পুৰি দাগ দিবি, ৰাতিৰ পৰত খোঁপাত খাৰিকা গুজি থবি—এইবোৰ অনুশাসনৰ শাসন মানি সত্যাই দিন কটাবলগীয়া হৈছে।

একেবাৰে যেন ৰা-বাঁহৰ চেপাত পৰিল সত্য।

তথাপি সত্যাই যেতিয়াই-তেতিয়াই অঘটন নঘটোৱাকৈ থকা নাই।

যেনে—অন্যমনস্কভাৱে পাণ-খোৱা পানী গচকি গ'ল, মাছ-খোৱা পানী ডেই গ'ল, গেৰেকীনৰ ওচৰতে নিজৰ শাড়ীকাপোৰখন ৰ'দত মেলি দিলে, এইবোৰ সৰ্বনশীয়া কাণ্ড!

ভুৱনেশ্বৰীয়ে সদায় কয়, "অ' সইত্ত, কেতিয়া কি কাণ্ড কৰ, আহচোন আহ—মোৰ ওচৰত অলপ বহঁহিচোন।"

সত্যায়ো দুই-এবাৰ নবহা নহয়।

বহেঁহি হয়তো ভাগৰ লাগিয়েই। কিন্তু মাকৰ ওচৰত সৰহপৰ বহি থাকিবলৈ লাজ লাজ লাগি যায় তাইৰ। তদুপৰি তাইৰ চিৰচঞ্চল মনটোৱে দীৰ্ঘকাল ধৰি অচঞ্চলভাৱে শহুৰি খাটিছে, গতিকে তাই আৰু এই সহজ

ক্লান্তিৰ ওচৰত হাৰ মানিবলৈ নিৰ্বিচাৰে, নিৰ্বিচাৰে মায়া-মমতাৰ ওচৰত বশীভূত হ'বলৈ।

গীতিকে এদিন ৰামকালীৰ ওচৰত গোচৰ কৰা হ'ল।

কোৱা হ'ল : 'তুমি শাসন কৰা।'

কিন্তু ৰামকালীয়ে শাসন কৰিলে জানো ?

নে চিকিৎসকজনোচিত নিষেধ-বাণী বৰ্ষণ কৰিলে ?

নাই, সেইবোৰ একো নকৰিলে ৰামকালীয়ে।

ভিতৰি ভিতৰি কিহবা এটাই তেওঁক পীড়িছিল যেন। যেন এটা বিমুখতা। তেওঁ যেন শেষ সম্বলকণো হেৰুৱালে, সেয়েহে তেওঁৰ মনৰ মাজত নিৰ্লিপ্ত শূন্যতা।

ৰামকালীয়ে কেবল এদিন জীয়েকক মতাই আনি ক'লে, "ডাঙৰহঁতে যি কয়, মন দি শুনিবা। তেওঁলোক জনা-বুজা, সকলো কথা বুজি পায় তেওঁলোকে, তেওঁলোকৰ কথা নামানিলে অনিষ্ট হ'ব পাৰে।"

অভিমান কৰি সত্য তিন দিনলৈ শুই থাকিল।

ভুৱনেশ্বৰীয়ে অনুযোগ কৰাত ক'লে, "তোমালোকে ইযাকেহে বিচাৰা। ভালেই তো, বিচৰামতে হৈছে।"

সত্য সঁচাকৈয়ে হঠাৎ নিমাত হৈ পৰিল।

কিন্তু অনিষ্টক বোধ কৰিব পাৰিছিলনে ?

ওহোঁ, নাই পৰা। ৰামকালী এতিয়া গ্ৰহৰ কোপদৃষ্টিত পৰিছে। ৰামকালীয়ে 'মহাগুৰু নিপাত'ৰ বিপাকৰপৰা মুক্ত হ'ব পৰা নাই।

সেয়েহে ৰামকালীৰ প্ৰথম দৌহিত্ৰ সন্তান পৃথিবীৰ আলোকত উদ্ভাসিত হৈ উঠাৰ আগতেই অন্ধকাৰৰ ৰাজ্যত হেৰাই গ'ল।

নহ'লেনো আৰু হেতু কি ?

সত্যাই ইদানীং যতমানে বিধি-নিষেধ মানিয়েই চলিছিল দেখোন।

অবশ্যে মোক্ষদাই ক'লে, "এয়া হ'ল সেই সৰুকালৰ উশৃঙ্খলিৰ ফল।"

কিন্তু চিকিৎসক ৰামকালীৰ বক্তব্য বেলেগ। ৰামকালীৰ হঠাৎ ধাৰণা হ'ল, এয়া বোধহয় তেওঁৰ নিজৰে অবহেলাৰ ফল। পিতৃ হিচাপে নহওক, চিকিৎসক হিচাপে তেওঁৰ আৰু অলপ কৰ্তব্য আছিল।

তথাপি এইটো কথাও সঁচা, আত্মীয় আশ্ৰিত মিলাই এই পৰিয়ালটোৰ যি বৃহৎ গোষ্ঠী, সেই গোষ্ঠীত বছৰেকত গড়ে পাঁচ-সাতটি শিশুৰ জন্ম হৈছে, নিতান্ত সহজভাবেই, ঘৰৰ বৰমুৰীয়াসকলৰ অজ্ঞাতসাৰেই।

নহয়, অত্যুক্তি নহয়। সেই ল'ৰা-ছোৱালীহঁত যেতিয়া কেঁচুৱাকাল এৰি অলপ ডাঙৰ হৈ কাৰোবাৰ কোলাত উঠি বহিৰ্জগতলৈ ওলায়, তেতিয়া ঘৰৰ বৰমুৰীয়াসকলে সোধে, "এইটো কাৰ ?"

গতিকে ৰামকালীৰ অপৰাধ কি ?

এযা—কেইদিন মানৰ আগতে সত্যৰ শহুৰ-ঘৰলৈ 'তেল-সন্দেশ' সহকাৰে সম্বাদ পঠোৱা হৈছিল, আৰু এলোকেশীহেন মানুহজনীয়েও এখন নতুন কাপোৰেৰে পুৰস্কৃত কৰিছিল, বোৱাৰীক দীৰ্ঘদিনৰ বাবে ইযাত থাকিবলৈ অনুমতিও দিছিল।

আকৌ এতিয়াই এই সম্বাদ পঠাব লাগিব!

ধনত শিতান দিয়া বাপেকে মহা আড়ম্বৰেৰে জীয়েকৰ 'দোহদ' দিছিল, কি হ'ব, পুলিতে পোক। হৈছিল অৱশ্যে ছোৱালীহে, তথাপি, প্ৰথম সন্তান আছিল তো। সত্য 'বিনচৰীয়া' হৈ গ'ল। তাই আৰু 'অখণ্ড পোৱাতী' হৈ নাথাকিল। কোনো শুভকামত নিয়ম-লক্ষণৰ কাম-কাজত সত্য আগবাঢ়ি আহিব নোৱাৰিব।

এলোকেশীয়ে টানি আদেশ দিলে শৰীৰ স্বাস্থ্য অলপ ভাল হৈ অহাৰ লগে লগেই জীয়েকক দোলাৰে সাবধানে পঠিয়াই দিয়ে যেন বিয়েয়ে। আলো লোৱা জীয়ে মাকৰ ঘৰলৈ গৈ উজাল দিযেই যে এই আলৈ-আথানি হৈছে, সেই কথা ধ্ৰুৰূপ।

এই বচন ৰামকালীয়ে নিৰ্বিচাৰে শুনিবলগীয়া হ'ল।

এই নিৰ্দেশ মানিবলগীয়া হ'ল।

আকৌ কান্দি কান্দি উখহা চকুৰে ম্ৰিয়মান সত্যক লৈ ৰাসুৰে সত্যৰ শহুৰেকৰ ঘৰলৈ যাবলগীয়া হ'ল।

কিন্তু ৰামকালীৰ গ্ৰহশান্তি হ'লনে ?

মহাগুৰু নিপাতৰ বছৰটো পূৰ্ণ হোৱাৰ পাছতো আৰু এটা বছৰ উকলি গ'ল, তথাপি ৰামকালীৰ সংসাৰত অঘটনবোৰ ঘটিয়েই থাকিল কিয় ? কথা নাই বাৰ্তা নাই—এদিন 'নেড়ু' নামৰ ল'ৰাটো নোহোৱা হ'ল!

যেনেকৈ ৰামকালী এদিন নিৰুদ্দেশ হৈছিল।

কিন্তু নেড়ুৱে তো খবৰৰ কোব খোৱা নাছিল!

ৰামকালীয়ে অন্ত ত'ত বহু ঠাইত বিচাৰিলে, কুঞ্জই তিৰোতাৰ দৰে কান্দিলে, নেড়ুৰ বা-বাৰ্তাৰ পোৱা নগ'ল। এই ঘটনাৰ মাহদিয়েকৰ পাছতেই কাশীশ্বৰী চুকাল, তাৰ কেইমাহমানৰ পাছত শিৱজায়াৰ ডাঙৰ ছোৱালীজনী বিধবা হৈ মাকৰ ঘৰত আশ্ৰয় ল'লেহি এগাল ল'ৰা-ছোৱালীৰে সৈতে।

এই আটাইবোৰেই যে ৰামকালীৰ গ্ৰহ-বৈগুণ্য, কোনে নক'ব ?

আৰু এই আটাইবোৰ কথা-কাণ্ডতে ৰামকালীয়েইতো চাকে-জালে বেৰা দিবলগীয়া হৈছে।

আৰু, হাজাৰ আলৈ-আহুকালৰ মাজতো ৰামকালীয়ে 'নহ'ব' বুলি কৈ কাকো বিমুখ নকৰে, 'আৰু নোৱাৰিছো' বুলি নকয়।

বিধবা হৈ মাকৰ ঘৰলৈ গুচি অহা খুড়াকৰ ছোৱালীৰ বিবাহযোগ্যা জীয়েক দুজনীৰ বাবেও দৰা বিচাৰিবলৈ ঘটক বন্দবস্ত কৰি সোণাৰিক মতাই পঠিয়ালে। দৰাও বিচাৰি থকা হওক, গহনা-পাতিও তৈয়াৰ হৈ থাকক। ভনীয়েকৰ ল'ৰা চাৰিজনৰ কথাও পাহৰি নাথাকিল যথাযথভাবে সিহঁতৰ কাৰোবাক টোলত, কাৰোবাক পাঠশালাত নাম লগাই দিলে।

ৰামকালীয়ে কৰ্তব্যত ত্ৰুটি কৰা নাই, কৰা নাই কোনো অনাচাৰ, তথাপি ভাগ্যৰ ভ্ৰূকুটিয়ে তেওঁক নেৰা হৈছে। ভাগ্যৰ কোব বাৰে বাৰে পৰিছে তেওঁৰ ওপৰত।

কিন্তু 'ওস্তাদৰ কোব' হেনো শেষৰাতি।

আৰু ভাগ্যতকৈ ওস্তাদ আৰু আছে কোন ?

সেয়েহে—

শেষ ৰাতিৰ চকাছন্দা পোহৰত ভাগ্যই তাৰ প্ৰধান কোবৰ খেল দেখুৱালে।

হাইজাত পৰি কেইঘন্টা মানতে ভুৱনেশ্বৰী ঢুকাল।

ৰামকালী কবিৰাজৰ 'মাতি কথা কোৱা' ঔষধৰ সকলো মাহাত্ম্য ব্যৰ্থ হৈ গ'লনে ? হয়তো ব্যৰ্থ হ'লেইহেঁতেন, নিয়তিক কোনে বাধা দিব পাৰে ? অপ্ৰতিৰোধ্যক কোনোবাই ৰোধ কৰিব পাৰেনে ? তথাপি, চেষ্টা কৰি চোৱাৰ সময়ো নাপালে ৰামকালীয়ে। সময় পোৱাহেঁতেন তেওঁৰ ইমান আক্ষেপ নহ'লহেঁতেন। কিন্তু লাজকুৰীয়া ভুৱনেশ্বৰীয়ে, অজলা ভুৱনেশ্বৰীয়ে সেই চেষ্টাৰ অৱকাশো নিদিলে। তেওঁ মাৰ্জনিশা বিছনা এৰি পুখুৰী-ঘাটৰ ওচৰত সেই যে পৰিছিলগৈ, আৰু উঠি নাহিল, কাকো নক'লেও। কিজানি ক'বও নোৱৰা হ'ল।

বোৱাৰীপুৱাতে বাগদী-বুঢ়ীয়ে ঘাটলৈ গৈ এই ভয়ানক দৃশ্য আবিষ্কাৰ কৰিলে।

"অ' আই ঔ উ উ—" বুলি আটাহ পাৰি পাৰি তাই আছাৰ খাই পৰিলহি। তাইৰ আৰ্তনাদৰপৰা এই হৃদয় বিদাৰক ঘটনাৰ বুজ লোৱালৈকে বহুপৰ পাৰ হৈ গ'ল।

কিন্তু দুই-চাৰি মিনিটৰ আগতে জানিবলৈ পালেও জানো কিবা লাভ হ'লহেঁতেন ? তেতিয়া সকলো শেষেই হৈ আহিছে। চকু-মুখ গাঁতত সোমাল, নাড়ী যাওঁ যাওঁ।

ৰামকালীয়ে হাতখন দাঙি নাড়ী পৰীক্ষা কৰিয়েই হাতখন আকৌ লাহেকৈ নমাই থ'লে। তলমূৰ হৈ বহি বুখ কঁপা মাতেৰে ক'লে, "মাজু বোৱাৰী, এয়া কি কৰিলা ?"

বাসন্তে তাৰ হাতত থকা চাকিটো ৰোগিণীৰ মুখখনৰ কাষ চপাই

আনিলে, ভুৱনেশ্বৰীয়ে অতি কষ্টেৰে এবাৰ চকুযুৰি মেলি চালে। কিবা এটা ক'বলৈকো চেষ্টা কৰিলে, ওঁঠ লৰাব নোৱাৰিলে। চকুৰ কোণৰপৰা দুটোপাল পানী বাগৰি আহিল।

এই ৰোগত ৰোগীৰ জ্ঞান শেষলৈকে থাকে, চৈতন্যবিলুপ্তি নঘটে। কিবা এটা কথা ক'বলৈ সেই মৃত্যুপথযাত্রিনীয়ে যে আকুলভাৱে, চেষ্টা কৰিছে, সেই কথা বতাহত কঁপি থকা প্ৰদীপশিখাৰ ক্ষীণ পোহৰতো প্ৰকাশমান।

তেনেকৈ ৰুদ্ধ গম্ভীৰ আবেগকম্পিত কণ্ঠেৰে ৰামকালীয়ে ক'লে, "তুমি—তুমি, এই কঠিন শাস্তি দিলা কিয় ?"

মুহূৰ্তৰ বাবে ৰোগিণীৰ সেই আকুলতাৰ জয় হ'ল। ওঁঠযুৰি কঁপি উঠিল। উচ্চাৰিত হ'ল ঃ

"ছি !"

"সত্যক নেদেখাকৈয়েই ওলালা ?"

হঠাৎ সেই কাষ্ঠবৎ দেহপিঞ্জৰ বিদ্যুতাহত হোৱাৰ দৰে লৰচৰ কৰি উঠিল, সেই কোটৰগত চকুযুৰিৰ চাৰিওফালৰপৰা এজোলোকা পানী উথলি ওলাই বাগৰি পৰিল।

বতাহৰ কোবত ৰাসুৰ হাতৰ চাকিটো নুমাই গ'ল।

যোৱা ৰাতি সহজ সুস্থ ভুৱনেশ্বৰীয়ে সংসাৰখনৰ বহুবিধ কাম-কাজ সামৰি-সুতৰি, কাইলৈৰ খোৱা-বোৱাৰ যা-যোগাৰৰ উপকৰণ হিচাপে তিনিটা কলডিল কুটি থৈ, কাঁহৰ বাটিত এবাটি ডাইল তিয়াই থৈ, শুবলৈ গৈছিল। আজি আৰু সেই মানুহজনীয়ে পুৱাৰ পোহৰ দেখা নাপালে। পুৱাৰ প্ৰথম পোহৰ এযুৰি নিদ্ৰামগ্ন চকুৰ ওপৰত ব্যৰ্থতাৰ গ্লানি কঢ়িয়াই আনি পৰি থাকিল।

ৰাসুৱে তিৰোতাৰ দৰে হুৰাওৱাৰে কান্দিলে। যি য'ত আছিল সকলোটিয়েই কান্দি থাকিল।

মোক্ষদাৰ তীব্ৰ তীক্ষ্ন চিঞৰে উৰ্পাজপুৱাৰ স্নিগ্ধ পৱিত্ৰতাক যেন দীৰ্ণ-বিদীৰ্ণ কৰি ধিক্কাৰ দিলে।

কুঞ্জ হ'ল ভাই-শহুৰ, বৰ বোৰি কাষলৈ আহিব নোৱাৰে, আতিৰত থাই হা-হুমুনিয়াহ কাঢ়ি ক'লে, "গোটেই জীৱন ধৰি ইমান মানুহক বচালা ৰামকালী, সোণৰ প্ৰতিমা ঘৰৰ লখিমীকে বচাব নোৱাৰিলা ? হাৰি গ'লা ?"

ৰামকালীয়ে এবাৰ সেই হাহাকাৰলৈ মাথোন ঘূৰি চালে, নক'লে, "বুদ্ধৰ অৱকাশনো পালোঁ ক'ত ?"

অজাতশত্ৰু ভুৱনেশ্বৰীয়ে মৰণকালত তেওঁৰ পৰমদেৱতাৰ সৈতে যেন ভয়ংকৰ শত্ৰু পাতি গ'ল।

সবুজনে ভগা ভগা মাতেৰে মন্ত্ৰ উচ্চাৰণ কৰাৰ ভংগীৰে ক'লে,

"নাৰায়ণ! নাৰায়ণ। অন্তিমতে নাৰায়ণ। ৰামকালী, আত্মা ইয়াতে অৱস্থান কৰিছে, নাৰায়ণৰ নাম লোৱা।"

"আপোনালোকে লওক।" এই বুলি কৈ ৰামকালী বহাৰপৰা থিয় হ'ল।

এনেহেন অকস্মাৎ মৃত্যুত ওচৰচুবুৰীয়া মানুহৰ সৈতেও দেখাদেখি নহয়, আৰু আন গাঁৱৰ! মাকৰ এই মৃত্যু সত্যবতীয়ে দেখা সম্ভৱ নাছিল। কিন্তু তাই মাতৃশ্ৰাদ্ধও দেখা নাপালে।

ওঁ, ভুবনেশ্বৰীৰ শ্ৰাদ্ধ ভালকৈয়েই হ'ল।

ঘৰত পাঁচজনীমান বুঢ়ী আছে বাবে আন কেবে তাৰ প্ৰাপ্য পাব নালাগে, এইবোৰ কথাত ৰামকালী বিশ্বাসী নহয়। আয়োজন দেখি ক্ষুব্ধ মোক্ষদাই ৰামকালীক ক'লে, "আমাৰ কথা বাদেই দিয়া, কিন্তু তোমাৰ খুড়াদেউ এতিয়াও বাঁচি-বৰ্তি আছে, তেওঁৰ চকুৰ আগতে কম বয়সীয়া বোৱাৰীৰ শৰাধত ইমান ধুমধাম কৰাটো বৰ বিবেচনাৰ কাম হৈছেনে ৰামকালী?"

ৰামকালীয়ে পেহীয়েকলৈ নোচোৱাকৈয়েই উত্তৰ দিলে, "তোমালোকৰ কথা বাদ দিয়াৰ প্ৰশ্ন নুঠে, মই কাৰো কথাই বাদ নিদওঁ, যি বিধি তাকেহে কৰিছোঁ।"

মোক্ষদাই এটি কপট দীৰ্ঘনিশ্বাস এৰি ক'লে, "বুঢ়ীহঁতৰ চকুৰ আগত সেই কম বয়সীয়া বোৱাৰীৰ ধুমধামেৰে শৰাধ কৰাটোৱেই তেন্তে বিধি?"

ৰামকালীয়ে তেনেকৈয়েই মুখ ঘুৰাই থাকি ক'লে, "আত্মাৰ বয়স নাই।"

"কিন্তু চকুৰে দেখি থাকি সহ্য কৰিব নোৱাৰি যে ৰামকালী।" মোক্ষদাই ক'লে।

ৰামকালীয়ে শান্তভাৱে ক'লে, "জগতখনত বহু কথাই সহ্য কৰিব লাগে। এইবোৰ কথা অযথা আলোচনা কৰি থাকিলে কি লাভ?"

মোক্ষদা মনে মনে থাকিল। কথাষাৰ হওঁতে মিছা নহয়। কনিষ্ঠ-জনৰ মৃত্যুক যদি সহ্য কৰিব পাৰি, তাৰ সেই মৰমৰ 'চনাকি মূৰ্তি'টোক যদি দাহ কৰাৰ পাছত চিতাত পানী দি থৈ আহিয়েই আকৌ খাব-শুব পাৰি, তেনেহ'লনো আৰু 'তাৰ পাৰলৌকিক ক্ৰিয়া চকুৰে দেখি থাকি সহ্য কৰিব নোৱাৰি' বুলি কোনখন মুখেৰে কোৱা যাব?

কিন্তু মাতৃশ্ৰাদ্ধ চকুৰে চোৱাৰ ক্ষমতা কণমান সত্যৱতীৰ নহ'ব বুলিয়েই তাইক লৈ অহা নহ'লনে?

নহয়, তাই নিজেই আহিব নোৱাৰিলে। তাই যেতিয়া মাকৰ মৃত্যু সংবাদ পালে, তেতিয়া তাই দুদিনীয়া কেঁচুৱা লৈ চেৰাশালিত। যিদিনা ৰাতিপুৱা ভুৱনেশ্বৰীৰ মৃত্যু হ'ল, ঠিক সেইদিনাই ধলপুৱাতে সতাৰ দ্বিতীয় সন্তান ভূমিষ্ঠ হ'ল। পুত্ৰসন্তান।

দুয়োখন পৰিষালৰপৰা দুজন মানুহে কুটুমৰ ঘৰৰ খবৰ কঢ়িয়াই লৈ আহিছিল। এজনৰ জন্মৰ, আন এজনৰ মৃত্যুৰ!

কিন্তু সত্যাইনো অশৌচৰ আগে আগে মাকৰ ঘৰলৈ নাহিল কিয়? বিশেষকৈ যিজনীৰ দেউতাক ইমান ডাঙৰ চিকিৎসক?

নহাৰ কাৰণ নথকা নহয়। যদিও ক'বলৈ গ'লে কাৰণটো নিতান্ত বালিকাসুলভ, কিন্তু এনেবোৰ ক্ষেত্ৰত বালিকাসুলভ কুসংস্কাৰেই জয়ী হয়, সত্যৰ বেলিকাও তাৰ অন্যথা হোৱা নাছিল। সত্যৰ প্ৰথমবাৰৰ ঘটনাটোবেই আছিল এই অনিয়মৰ কাৰণ। পিতৃগৃহত যেতিয়া তেনেকুৱা অমংগলীয়া কাণ্ড ঘটিছিল, তেতিয়া নিয়ম সলনি হওকেই।

সেয়েহে এইবাৰ দুয়োপক্ষ একমত হৈ স্থিৰ কৰা হৈছিল, সত্যৰ এইবাৰৰ সন্তান মোমায়েকৰ ঘৰত ভূমিষ্ঠ নহৈ দেউতাকৰ ঘৰতে ভূমিষ্ঠ হওক। সেয়েহে সত্য তাতেই আছে।

ভালেই আছে। কোলা শুৱনী কেঁচুৱা-ল'ৰাটি আহিছে। এলোকেশীয়ে বৰ হাউচ কৰি কুটুমলৈ মানুহ পঠাইছিল। তাই কৈ দিছিল, "শুভ সম্বাদৰ বাবে পিতলৰ টৌ ঘটি বাটি দিলে নল'ব। ক'বি—কলহ ক'ত?"

কিন্তু কলহ-কাঁহী একোকে খুজিব নোৱাৰিলে। ভবি দিয়ামাত্ৰকে শুনিলে এই বিপদ।

ইফালে সত্যবতীয়েও আনন্দ আশা গৰ্ব-প্ৰত্যাশিত হৈ খবৰ লৈ যোৱাজনে কলহ লৈ উভতি অহালৈ বাট চাই বৈ আছিল। কিন্তু উভতি অহালৈকে বৈ থাকিবলগীয়া নহ'ল। সিফালৰ পৰা মানুহ ওলালহি।

চেৰাশালিৰ দুৱাৰডলিলৈ আহি এলোকেশীয়ে টেঙা-মিঠা মিহলাই ক'লে, "চেৰাশালিত কন্দা-কটা কৰিব নাপায়, কান্দিলে সন্তানৰ অমঙ্গলৰ ভয়, নাড়ীৰ দোষ হোৱাৰ ভয়, সাবধান কৰি দি খবৰটো কৈছোঁ, তোমাৰ মাৰা জহনিত ঢুকাল। এই খবৰটো নোকোৱাকৈ তো নোৱাৰি, চতুৰ্থী কৰা নহওক, দুটা দিনলৈ মাছ ভাত বন্ধ ৰাখিবতো লাগিব। সেয়েহে জনালোঁ। চাওঁ ভট্টাচাৰ্য্যক সুধি পঠাওঁ এই ক্ষেত্ৰত বিধি-বেৱস্তানো কি।"

এজনী সদ্যপোৱাতী গাভৰু ছোৱালীৰ নিঃশংক বুকুত হেলাৰঙে এখন চোকা ছুৰী বহুৱাই দি নিতান্ত সহজভাৱেই এলোকেশী গুচি গ'ল। ছুৰীখনে কি কৰিলে-নকৰিলে তালৈ ঘূৰিও নাচালে।

কিন্তু এলোকেশীয়ে তেওঁৰ মৰমৰ সখীহঁতক এই সৰস সম্বাদটি পৰিবেশন কৰি কৈ ফুৰিলে, "দেখিলানে? তাইক মই এনেই কাঠ-চিতীয়া বুলি কওঁনে কিবা? মাক মৰাৰ সম্বাদ শুনিও টঁটঁকৈ চকু মেলি চাই বহিয়েই থাকিল, আনকি উচুপিও নুঠিল তাই।"

সত্যব্ৰতী স'চাকৈ উচ্‌পিও উঠা নাছিল।

স্তম্ভিত বিস্মিত শুকোন চকুযুৰ মেলি বহুতো পৰলৈকে থৰ হৈ চাহিয়েই আছিল। তাৰ পাছত এসময়ত কেতিয়া যেন নৱজাত শিশুটিয়ে তাৰ দেহৰ ওজনতকৈ বহুগুণে অধিক ওজনৰ তীব্ৰ চীৎকাৰ কৰি উঠিছিল, লাহেকৈ তাক কোলালৈ দাঙি লৈ দেবালৈলে মুখ কৰি নিৰ্বাক নিষ্পন্দভাবে বহি আছিল, বহিয়েই আছিল তাই।

সেইফালে খিৰিকী এখন থকাহেঁতেন, সত্যৰ জীব কিজানি সেই খোলা খিৰিকীযেদিয়েই দৃষ্টিৰ পাৰ-নাবত উঠি অসীম আকাশত সাঁতুৰি সাঁতুৰি আফাল থাই পাৰিলহেঁতেন তাইৰ সেই শৈশবনীডত—য'ত 'মাজু বোবাৰী' পৰিচয়েৰে চিহ্নিত এখন নিটোল মুখেৰে, বগা বৰণৰ, চুটি-চাপৰ মানুহ এজনীয়ে ভীৰু কুণ্ঠিত খোজেৰে ওৰে দিনলৈ সকলোটিৰ মনোৰঞ্জন কৰি ফুৰিছে। আৰু তাইৰে ওচৰে-কাষৰে অ'তে ত'তে, তাইৰ কথা পাহৰি কঁকালত শাড়ীৰ আঁচল মেৰিযাই গা-গাঁৰি ধৰা বালিকা এজনীয়ে দপদপাই ফুৰিছে।

কিন্তু এইখন চেৰাশালিৰ ক'তো-কোনও কোনোফালেই খিৰিকী এখন নাই। তিনিওফালেই গোবৰেৰে লিপা মাটিৰ বেৰ। তাত দৃষ্টি অচল হৈ ৰৈ যায়।

মাক কিয় সদায় ভয়ে ভয়ে থাকে—এই কথাত সত্যবতীয়ে বিৰক্তি প্ৰকাশ কৰিছিল। কৈছিল: "ভয় ভয় ভয়। তুমি এই ভয়ৰ কাৰণেই স্বৰ্গ নাপাবাগৈ, চাই ল'বা।"

সত্যব্ৰতীৰ মাকে স্বৰ্গ পোবা নাছিলনেগৈ ?

সত্যব্ৰতীৰ প্ৰাণে কিয়নো তেন্তে 'স্বৰ্গ' নামৰ সেই অদৃশ্যলোকৰ অসীম শূন্যতাত হাহাকাৰ কৰি ফুৰিছেগৈ ?

"মা নাই, মা-ক আৰু দেখা নাপাওঁ—" সত্যই এই কথা ভাবিবই পৰা নাই, তাইৰ বোধ হৈছে—যেনিবা সেই চিৰ-চেনেহী মানুহজনীয়ে এক ভয়ানক নিষ্ঠুৰ খেলাত মত্ত হৈ একেলৰে কোনোবা দূৰ-দূৰান্তৰলৈ গৈ সত্যক 'ধিক্কাৰ' দি ইতিকিং কৰি হাঁহিছে।

কৈছে, "কি হ'ল, দিনে-নিশাই নিজৰ খেলাতে বলিয়াজনী হৈ আছিলা দেখোন, সংসাৰখনত 'মা' বোলা মানুহ এজনীও যে আছিল, তালৈ মন কৰিছিলানে কোনোদিনে ? মন কৰিছিলানে—তুমি সেইজনীৰ একমাত্ৰ সন্তান, তোমাৰ বাহিৰে 'নিজৰ' বুলিবলৈ আৰু কেও নাছিল সেইজনীৰ ?"

'মা মৰিল' এই দুখতকৈ সৰুকালত মাকলৈ সেই ঔদাসীন্যৰ দুখে সত্যৰ প্ৰাণত হাহাকাৰৰ সৃষ্টি কৰিলে। সত্যই মা-ক কিয় ভালকৈ দেখা পোৱা নাছিল, মাকৰ কোলাৰ কাষত দণ্ড স্থিৰ হৈ বহা নাছিল কিয় ? কিয়

ৰাতি-বিয়লিতে আন ছোৱালীহ'তৰ সৈতে আইতাকৰ ঘৰত শোৱাৰ সলনি মাকৰ ডিঙিত সাৰটি ধৰি টোপনি যোৱা নাছিল তাই ? সেই কণ্ঠত মানুহজনীয়ে তেওঁৰ ভীৰু মুখখন হাঁহিৰে উজলাই প্ৰায় প্ৰত্যেক দিনাই সৰু সৰুকৈ অনুনয় কৰিছিল, "ইয়াত মোৰে সৈতে নোশোব কিয়। আহচোন আহ—সাধুকথা কম দে।"

মাক ইমান অনুনয় কৰিছিল, সেইজনীয়ে কোনোদিনেই সেই অনুনয় বিনয়লৈ কেৰেপকে কৰা নাছিল। নিতান্ত তাচ্ছিল্যৰ সুৰেৰে কৈছিল, "হেঁ—এঁঃ, তুমি আক' কি সাধু জানা! তাত বোলে মোৰ সখীহঁত থাকে, সিহঁতক এৰি তোমাৰ ওচৰলৈ আহিম শুবলৈ'! ভাল কথা কৈছা।"

কেনে নিমৰমিয়াল সেই ছোৱালীজনী। কেনে নিমৰমিয়াল!

গোবৰেৰে লিপা সেই নিৰন্ধ্ৰ বেৰখনত মূৰ আফালি মূৰৰ ভিতৰত থকা ভয়ংকৰ যন্ত্ৰটোক ছিন্নভিন্ন কৰিবলৈ মন গ'ল সত্যৱতীৰ।

হে ঈশ্বৰ, মাত্ৰ এবাৰ—এটিবাৰলৈ সেই দিনটো ঘূৰাই আনিব নোৱাৰানে সত্যই তেতিয়া সেইদিনাই সেই নিষ্ঠুৰ ছোৱালীজনীৰ পাপৰ প্ৰায়শ্চিত্ত কৰিলেহেঁতেন।

সেই ঘুটমুটীয়া দেহটিক দুয়োখন হাতেৰে আঁকোৱালি লৈ বুকুত মুখখন গুজি ক'লেহেঁতেন, "মা, অ'মা, সেই ছোৱালীজনী নিষ্ঠুৰ নাছিল, মাত্ৰ অবোধহে আছিল।"

বৰ্তমানৰ মাকক, শহুৰ-ঘৰৰ পৰা বহুদিনৰ মূৰত গৈ চাই অহা মাকক সত্যই তাইৰ মনৰ পটত দেখা নাপালে, বাৰে বাৰে মাকৰ সেই বধূ-মূৰ্তি-দেখা পালে—যিটি বধূ-মূৰ্তিয়ে ৰামকালী কবিৰাজৰ বিৰাট-বিশাল গৃহৰ সকলোতে সঞ্চৰণ কৰি ফুৰিছিল।

সত্য যদি এতিয়াই মৰি যায়, 'স্বৰ্গ' নামৰ সেই ঠাইত মাকৰ সৈতে দেখাদেখি হ'বনে ? হয় যদি, তেতিয়াই মাকৰ বুকুৰ মাজত জাঁপ মাৰি পৰি উচুপি উচুপি ক'ব, "মা—মাঐ, তুমি এনেহেন কাঠচিতীয়া হ'লানো কেনেকৈ' ?"

আপোনপাহৰা সত্য সঁচাকৈয়ে সেই ঠাই গৈ পোৱা বুলি ভাবিছিলনে ? মাকৰ বুকুৰ মাজত জঁপিয়াই পৰা বুলিয়েই ভাবিছিলনে ? আৰু তাইৰ উচুপনি মৰ্ত্যলোকৰ এইখিনিতে আহি খন্দা মাৰিব পৰাকৈ তীব্ৰ তীক্ষ্ণ হৈ উঠিছিলনে ?

নহ'লেনো এলোকেশী লৰি আহিব কিয়। কিয় কঠোৰ কণ্ঠেৰে ধমক দি ক'ব, "বোলো—এজনীক বিসৰ্জন দিও তোমাৰ হেঁপাহ নপলাল, এইটোকো দিবলৈ' কিৰিছানেকি ? এই চেৱাপালিৰ ছদিনীয়া কেঁচুৱা কোলাত লৈ এই মৰ-কান্দোন জুৰিছা কেলৈ ? বুকুত সাহসো কম নহয়—

ধইন, ধইন ! বোলোঁ—মাক-বাপেক কাৰোবাৰ চিৰদিনীয়া হয় নেকি ? তেও বিধতা পুৰুষে সুবিচাৰেই কৰিলে, বাপেকীটোক হৰি নিনি মাকজনীকহে নিলে। শাঁখে-সেন্দুৰে আয়তী ভাগ্যৱতী দুপদুপাই গুচি গ'ল, বৈ-ৰমলি কৰ, সেয়া নহ'ব—মা মা কৰি চিঞৰত থলক লগাইছে। বোলোঁ—আৰু বেছি কাল জীয়াই থকা হ'লে অদিষ্টত দুভোগ নহে সুখৰ অমথা নৈ বৈ গ'লহেঁতেননে ? উকা হাতেৰে বাঁৰীহঁতৰ পাগঘৰত সোমাবলগীয়া নহ'ল-হেঁতেন জানো ? শুনা—চকুৰ পানী যদি ল'ৰাৰেটোৰ গাত পৰিছে, তোমাক মই শুদাই নোৰিছোঁ ক'লোঁ আৰু। তোমাৰ এই আই ধৰ বাইধৰ উলিযাই দিম কৈ থ'লোঁ।

সন্তানৰ গাত চকুৰ পানী !

সত্যাই আঁচলেৰে চকুহাল ঘঁহি ঘঁহি পানী নাইকিয়া কৰি সভয়ে ল'ৰাটিলৈ চালে, ল'ৰাটিৰ গাত ক ৰবাত পানীৰ টোপাল পৰিলেনে কি।

এয়া !

পৰিলেই দেখোন !

এযা দেখোন পানীৰ টোপাল !

সত্য শিয়ঁৰি উঠিল।

হে আই ষষ্ঠী, ৰক্ষা কৰা আই ! ইমান বুদ্ধিহীন কাম সত্যাই আৰু কাহানিও নকৰে।

কল্পিত সেই পানীৰ টেপাল আঁচলেৰে মচি লৈ সত্যাই তাইৰ সন্তানটিক নিবিড়ভাৱে সাবটি ল'লে।

মৃত্যুৰপৰা মুখ ঘূৰাই জীবনৰ মুখামুখি হৈ বহিল।

কথাতে বোলে—'ভক্তবৈশ্য ভগবন্ত'। ভাগ্যবন্তৰ বোজা ভগৱন্তই কঢ়িযায। ৰাস্তুৰ পৰিবাৰ সাৰদাই অৱশ্যে নিজৰ বৰ ভাগ্যৱতী বুলি নাভাবে, বৰঞ্চ যেতিয়াই-তেতিয়াই "মোৰো যে ভাগ্য—ছেঃ' বুলি কৈ আক্ষেপ প্ৰকাশ কৰে। কিন্তু এক হিচাপে এতিয়ালৈকে তাইৰ বোজা ভগৱানেইহে কঢ়িযাই আহিছে। কঢ়িযাইছে গ্ৰহ-নক্ষত্ৰৰ এটি সুকৌশল সমাবেশ ঘটাই।

নহ'লে পাটমহলৰ লক্ষ্মীকান্ত বানাৰ্জীৰ নাতিনীয়েকজনী এতিয়াও পাটমহলতে পৰি থাকিব নালাগিছিল। কিন্তু তাতে কাল যাপন কৰিছে তাই, সাৰদাক নিঃসন্তিনী ৰাজ্যভোগ কৰাৰ সুবিধা দি।

লক্ষ্মীকান্ত নাই, কিন্তু তেওঁৰ পুত্ৰ শ্যামকান্তই দেউতাকৰ ঠাট-ঠমক বজায ৰাখিছে। তেওঁ সদায় সৰ্ববিধ আচাৰ-আচৰণ মানি চলে। লৰ-চৰ কৰোঁতে পাঁজি-পুথি চায়, আৰু গ্ৰহ-বৈগুণ্য, কোষ্ঠী আদিৰ গোলমলীয়া কথাবোৰত সদায় কাশী-প্ৰত্যাগত জ্যোতিষাৰ্ণৱ ঠাকুৰৰ উপদেশ গ্ৰহণ কৰে।

জ্যোতিষাৰ্ণৱেই পটলীৰ কোষ্ঠী-বিচাৰ কৰি তাইৰ পতিগৃহলৈ যাত্ৰা সম্পৰ্কে এটি বিশেষ বিধি-নিষেধ আৰোপ কৰিছিল।

ঘোষণা কৰিছিল ঃ ওঠৰ বছৰত ভৰি দিয়াৰ আগতে স্বামী সন্দৰ্শনলৈ গ'লে পটলীৰ বিপদ হ'ব। উক্ত কালাৱধি পতিসংস্থানত তাইৰ ৰাহুৰ কটাক্ষ!

জ্যোতিষাৰ্ণৱৰ ঘোষণা শুনি কেৰে আচৰিত হোৱা নাছিল অৱশ্যে, বৰঞ্চ এনেকুৱা কিবা এটা নোকোৱাহে'তেন আচৰিত হ'লহে'তেন। কিয়নো, পটলীৰ পতিসংস্থানত যে ৰাহুৱে বৈ-বৰ্মলি কৰিছে সেই কথা আৰু জ্যোতিষীয়ে ক'ব লাগিছেনে? সেই কথাটো বিয়াৰ দিনাই হাড়ে-হিমজুৱে গম পোৱা গৈছিল।

নিতান্তই তাইৰ বাপেকৰ পূৰ্ব জনমৰ পুণ্যৰ বলতহে হেনো সেই দৰা ল'ৰাটো ৰামকালী কবিৰাজৰ দৃষ্টিত পৰিছিল। নহ'লে পটলী দেখোন বিয়াৰ ৰাতিতেই ফুল-বাৰী হ'লহে'তেন।

ৰামকালী কবিৰাজে ঈশ্বৰৰ ৰূপত আবিৰ্ভূত হৈহে উদ্ধাৰ কৰিছিলহি। কিন্তু সেইবুলি—'অদৃষ্টৰ আথৰ কোনে খণ্ডাব কোৱা'! সেয়েহে গ্ৰহ-

নক্কয়াবিলাকে আঙুলি দাঙি সঁকীয়াই থৈছে, "পটলী, তই তোৰ গিৰিয়েৰলৈ চকু দাঙি নাচাবি কৈছোঁ—কমেও ওঠৰ বছৰত ভৰি দিয়াৰ আগতে নাচাবি।"

লক্ষ্মীকান্তৰ শ্ৰাদ্ধকাৰ্য্যৰ সময়ত বিধি-নিয়ম অনুসাৰে শ্যামকান্তই জোঁৱাইক নিমন্ত্ৰণ কৰিছিল। পিছে ঘৰত কটকটীয়াকৈ বন্দবস্ত কৰি থৈছিল, পতি-পত্নীৰ মাজত দেখাদেখি নহয় যেন। কিন্তু ভাগ্যৰ পাকচক্ৰত পৰি জোঁৱায়েক আহিবই নোৱাৰিলে। সেইদিনাই হেনো জোঁৱাই বপুৰা তেজশাঁও বেমাৰত পৰিল। অবশ্যে সেই তেজশাঁও দুসেৰমান এবা গাখীৰ খোৱাৰ ফল নেকি কোনে ক'ব।

থাকক—সেইবোৰ গ'ল কথা গুচিল।

পটলীৰ শহুৰেকলৈ শ্যামকান্তই তাইৰ কোষ্ঠী-ঘটিত বিপৰ্য্যয়ৰ কথা জনাইছিল। গতিকে, ইমানদিনলৈ তেওঁলোকৰ ফালৰপৰা বোৱাৰীক লৈ যোৱাৰ প্ৰস্তাৱ অহা নাছিল। দীনতাৰিণীৰ ইমান উলহ-মালহেৰে কৰা শ্ৰাদ্ধতো তাই আহিবলৈ নহ'ল।

'একঘাট' কৰিবলৈ য'তে যত ভাই-ভাগী গিয়াতি-কুটুম্ব আছিল সকলটো গোট খালেহি, সত্য পুণ্য কুঞ্জৰ পাঁচোজনীকৈ শহুৰৰ থটা ছোৱালী, শিবজায়াৰ নাতি-পুতিহঁত, নহাকৈ কোনো থকা নাছিল—নাহিল মাথোন পটলী, যিজনী হ'ল সৰ্বপ্ৰধানহঁতৰে এক প্ৰধান।

কিন্তু এইবেলি কপাল ফুলিলে।

পটলীয়ে ওঠৰ বছৰত ভৰি দিলে।

কুঞ্জ পত্নী অভয়া ন-বোৱাৰীক লৈ আহিবলৈ ব্যস্ত হৈ পৰিল। মুখেৰে অৱশ্যে কৈছে, আৰু পেলাই থ'লে মানুহে ক'ব কি? কিন্তু ভিতৰৰ ভিতৰৰ উদ্দেশ্য আৰু গভীৰ, উদ্দেশ্য হ'ল ডাঙৰ বোৱাৰী সাৰদাৰ জেদ-অহংকাৰ চূৰ্ণ কৰা। সাৰদাৰ যত জেদ তত অহংকাৰ। দিনে দিনে চৰি গৈছেহে। সংসাৰখনত ভুৱনেশ্বৰীৰ শূন্য ঠাই কেনেকৈ যেন লাহে লাহে সাৰদাই দখল কৰি আহিছে। ভুৱনেশ্বৰীৰ দৰেই সাৰদা বিনে সকলো অচল। কিন্তু সাৰদাৰ মাজত ভুৱনেশ্বৰীৰ সেই নম্ৰ নীৰৱতা নাই, সাৰদা যিমান চোকা, সিমানেই প্ৰখৰ। তাই শাহুৰেককো চেৰ পেলাব খুজিছে।

অথচ দীনতাৰিণীৰ মৃত্যুৰ পাছত গৃহিণীৰ যি বাবটো অভয়াই পাব লাগিছিল, সেইটো যেন তেওঁ নাপালে। অভয়াৰ সেই 'চাংমাইশালৰ চাকৰি'তকৈ বেছি একো নহ'ল, বৰঞ্চ সেইটোহে আৰু জটিল হৈ উঠিল। কিয়নো, কাশীশ্বৰী তো নায়েই, হঠাৎ পিছল খাই পৰি হাত ভাগি মোক্ষদাও আৰু আগৰদৰে টকটকীয়া হৈ থকা নাই। তেওঁক যেন এতিয়া টটুৱা ঘৰেহে পাইছে। গতিকে, গা-পা ধুই অভয়াই মোক্ষদাহঁতৰ চাংমাইশালতো

কিবাকিবি কৰি দিব লাগেগৈ। মচলা বটা, পাচলি কুটা, পানী-দুনীৰ দিহাপোহা কৰা—ইত্যাদি ইত্যাদি।

মোক্ষদাই 'ফাপৰত পৰিলে হাতীটোও মাখিটো হয়' নীতিৰেহে সেই চিৰ-অস্পৃশ্যাৰ জলস্পৰ্শ কৰিছে।

গতিকে সমগ্ৰ সংসাৰখন বহু বেলালৈকে সাৰদাৰ হাতত থাকে। লগত অৱশ্যে শিবজায়া থাকে, থাকে আৰু গিয়াঁতি মহিলাহঁত, কিন্তু আচাৰিত কথা, সকলোটিৰ যেন 'তেলে-টেকেলিয়ে' মিল হৈ গ'ল। অভয়া যেন বঁহীয়া হৈ পৰিল। অন্ততঃপক্ষে অভয়াৰ ধাৰণা তেনেকুৱাই।

বোৱাৰীৰ এই প্ৰতাপ, ইমান দপদপনি আৰু সহ্য নহৈছে অভয়াৰ। বোৱাৰীক নাকত ধৰি চাকত ঘুৰাবলৈ মন গৈছে। অস্ত্ৰ তেওঁৰ হাতৰ মুঠিলৈ আহিল এইবাৰ। শ্যামকান্তই জনালেই—পটলীয়ে ওঠৰ বছৰত ভৰি দিলে।

শুনি অভয়াৰ বুকুৰ বল-শক্তি বাঢ়ি গ'ল। ভাবিলে, বৰ বোৱাৰীৰ 'জেদ-অহংকাৰ' অলপ খৰ্ব হওক।

মাইকীৰ চিত চুচুমৈ কৰিবলৈ সতিনীতকৈ যমকুম্পা দিয়া আৰুনো কি লাগিছে?

ইফালে পাটমহলত বিৰাট আয়োজন।

গ্ৰহ বৈগুণ্যৰ অন্ত হ'ল, ইমান দিনৰ পাছত জীয়েকে ঘৰ-বসত কৰিবলৈ ওলাইছে, পটলীৰ মাক বেহুলাই পটলীক বিস্তৰ বস্তু সামগ্ৰী লগত দিব খুজছে। বয়-বস্তু বন্ধা-কুন্ধা কৰিছে, আৰু লেথাৰি নিছিগাকৈ জীয়েকক জাউৰিয়ে জাউৰিয়ে উপদেশ দিবলৈ ধৰিছে—কি কি কৰিলে আৰু কি নকৰিলে তাই শহুৰেকৰ ঘৰলৈ গৈ তাৰ 'এজনী' হৈ উঠিব পাৰিব। তাই যে একেবাৰে আলসুৱা আজলী, সেই কথাতহে বেহুলাৰ চিন্তা।

পিছে অন্যফালে পটলীৰ মাকৰ এটা ডাঙৰ ভৰসা আছে। প্ৰতি মুহূৰ্ততে জীয়েকৰ ফালে কেৰাহিকৈ চায় আৰু সেই ভৰসাৰ পোহৰ বেহুলাৰ মুখত ফুটি উঠে। পটলীৰ সতিনীয়েকৰ বয়স মনে মনে হিচাপ কৰি চায় তেওঁ, আৰু তেতিয়া পোহৰ আৰু বেছি হয়। পটলীৰ সৈতে তুলনা কাৰ? এনেয়ে ভৰ-যৌৱন, তাতে আকৌ অতকাল ধৰি বাপেকৰ ঘৰত নিশ্চিন্ত খায়ন খাই খাই দেহৰ গঢ়ন লোদোৰ-পোদোৰ। আৰু ৰূপ? তাই জৰ সবুৰেপৰাই জাকত জিলিকাজনী সেই কথা ক'ব লাগিছেনে আৰু?

ঘৰে-পৰে সকলোৱে বৰঞ্চ এই চকুৱোৱা ৰূপৰ কাৰণেই তাইক উজকাব দিয়ে। কয়, 'অতি সুন্দৰীয়ে নাপায় বৰ'—তই পটলীয়ে শাস্ত্ৰৰ এইষাৰ কথা ন-কৈ পৰমাণ কৰিছ। তোতকৈ আমাৰ কলী-কাচৰৰ পেৰাহঁতো ভাল। তোৰ বয়সৰ আটাইবোৰ তিনি-চাৰিটা কেঁচুৱাৰ মাক হ'ল।"

এতিয়া আকৌ বহুতে ভয়ো খুবাইছে।

কৈছে ঃ "সতিনীযে তোক ঢৰা-চাপৰ নামাৰি ৰাখিলেহে ৰখা। ইমানদিন ধৰি অকলে পটেচৰী হৈ আছিল। হেৰা পটলীৰ মাক, তুমি জীয়েকৰ ডিঙিত আৰু ক'কালত ভালকৈ তাবিজ-কৱচ বান্ধি দিয়া যেন। জানো! কাৰ মনত কি আছে ক'বতো নোবাৰি। জীযেৰাক কৈ দিবা—সতিনীৰ হাতৰ পাণ-তামোল পানী-দুনী নাখায যেন।"

আশা আৰু আশংকা, স্বপ্ন আৰু আতংক, এইবোৰ লৈ গুণা-গ'থা কৰি থাকোঁতে এদিন পটলীৰ জীবনৰ সেই পৰম দিনটো আহিল। পটলীয়ে শহুৰ-ঘৰলৈ যাত্ৰা কৰিলে।

অলপ অলপকৈ ঘৰটোৰ কথা মনত আছে তাইৰ। যি বিৰাট চোতাল-খনত আলিপনৰ ওপৰত থিয় হৈ আছিল, বিৰাট যি ঘৰটোত তাইক দাঙি নি বহুৱাইছিল, ঘাটৰ যিফালে গা ধুৱাইছিল পটলীক, যিটো ঘৰত তাই আঠোটা দিন বাস কৰিছিল, এইদৰে অলপ অলপকে মনত আছে। আন বিশেষ একো মনত পৰা নাই।

অতবোৰ মাইকীমানুহৰ মাজত কোনজনী যে তাইৰ সতিনীযেক, পটলীয়ে সেই কথা ঠাৱৰ কৰিব নোবাৰিলে। আৰু তাইক কৈও দিযা নাই কোনোবে। তাযো চেষ্টা কৰা নাই। কৰিবইবা কেনেকৈ, কান্দি কান্দি তাইৰ চকু উথাহ তুলতুলীযা হৈছে।

কেৱল শহুৰেকৰ ঘৰলৈ অহাৰ কান্দোনেই নহয, নিজক ভযংকৰ অপৰাধী বুলি ভাবি তাৰে সৈতে আৰু কান্দোন যোগ হৈছিল। সঁচা, পটলীৰ দৰে মহাকুলক্ষণীয়া ত্ৰিজগতত আৰু আছেনো কোন?

বিয়াৰ দৰা বিযা কৰিবলৈ ওলাই বাটতে পৰকাল পায—এনেহেন কথা কোনোবাই কেতিযাও আগে শুনিছিলনে? তাৰ পাছতো—এই পৰিযালত কি হ'ল?—দৰাঘৰীযা ভোজ 'বৌভাত'ৰ দিনা—গোটেই ঘৰটো যেতিযা উদুলি-মুদুলি, তেতিয়া বোলে এজনী জলজীযাত বোৱাৰী ঘৰৰেপৰা উধাও হৈ গ'ল! শুনি পটলী থৰ হৈ গৈছিল।

মতামানুহ বাটে-পথে ওলালে কেতিযাবা সাপৰ খোটত, বাঘৰ পেটত বা চোৰ-ডকাইতৰ হাতত পৰি উধাও হয, কিন্তু মাইকী মানুহ? বিশেষকৈ এজনী বোৱাৰী? ঘৰৰপৰা কেনেকৈ উধাও হ'ব? ভুতে নিনিলেনো আৰু কিহে নিলে? এইবোৰ কথা-কাণ্ডৰ আন কোনো ব্যাখ্যা উলিয়াব নোৱাৰি।

সেই ব্যাখ্যাৰে নিশ্চিন্ত হৈ সকলো কথা-কাণ্ডৰ গুৰি নিজৰ ওপৰতে ধিক্কাৰ আৰু ভয়তে যেতিয়া তাই চেৰেউ-ফেৰেউকৈ কান্দি বিতত হৈ পৰিছিল, তেতিয়া তাইক বুজনি দিছিলহি সত্যাই।

ওঁ, সেই আন এটি বস্তুৰ কথা মনত পৰে পটলীৰ।

সত্য !

দাপোণ যেন চকচকীয়া সেই ডাঙৰ ডাঙৰ চকুহাল আৰু তাৰ ওপৰত ডাঠ ক'লা এযোৰ চেলাউৰি, এতিয়াও পষ্ট মনত পৰে পটলীৰ।

পটলীযে কান্দি থকাৰ কাৰণ শুনি সেই চেলাউৰি যোৰ কোঁচাই সত্যই কৈছিল, "নিজক কুলক্ষণীয়া বুলি ভাবি লৈ কান্দি-কাটি গছৰ পাত সৰুৱাইছা কিয় ? ঈশ্বৰে যাৰ ভাগ্যত যি লিখি থৈছে—হ'বই। তুমিনো তেন্তে নিজকে সকলো ঘটন-অঘটনৰ গুৰি বুলি ভাবিছা কিয় ? তুমি জনম নোলোবাহেঁতেন এই পৃথিৱীৰ কল-কব্জা অচল হৈ থাকিলেহেঁতেন জানো ?

পটলী অবাক হৈছিল, তাইৰ প্ৰায় সমনীয়া খুড়াকৰ-জীয়েক ননন্দীৰ কথা শুনি। তাইৰ জীৱনত এনেহেন কথা তাই কাহানিও শুনা নাছিল। তাকো আক' ইমানজনী ছোৱালীৰ মুখত।

অথচ যোৱা কেইবাদিনো ধৰি ডাঙৰহঁতে সদায় কোৱা শুনিছে তাই—পটলী, ও, পটলীযেই সকলো অঘটনৰ ঘাই।

পটলীৰ দোষতে সকলো সৰ্বনাশ !

সেইজনী ননন্দী এতিয়া নিশ্চয় শহুৰেকৰ ঘৰত। আৰু কোনজনী ছোৱালীযেনো পটলীৰ দৰে গ্ৰহ বৈগুণ্য লৈ মাকৰ ঘৰতে আবিয়ৈ হৈ থাকে ?

আয়োজনৰ ইয় তো সমাৰোহ হৈছিল।

অভযাই প্ৰযোজনতকৈ অলপ বেছিহে যেন কৰিছে।

কৰিছে ভাল পাই যিমান যিয়েই নহওক, লোকক দেখুৱাবলৈহে। সাৰদা আৰু সাৰদাৰ লগৰ সখীহঁতে যাতে বুজে—যে যিজনী আহিছে সেইজনী কাৰবাৰ কৰুণাৰ ভিখাৰী হৈ অহা নাই, আহিছে দস্তুৰমত অধিকাৰৰ দাবী লৈহে।

অৱশ্যে 'ঘৰ'টোৰ সম্পৰ্কে স্পষ্টকৈ একো ক'ব পৰা নাই, কিন্তু ঠাৰে-ঠিঁযাৰে তেওঁ বেকত নকৰাকৈ থকা নাই, সাৰদাই এতিয়াৰপৰা তাইৰ কেঁচুৱাটিক লৈ এইফালৰ কোঠাটোত থকা উচিত। কেঁচুৱা এতিয়া ডাঙৰেই হৈ উঠছে।

আৰুনো এতিয়া ঘৰটোক 'পৰ' দিবলৈ দৰকাৰ কি ?

পিছে সাৰদাই এইবোৰ টাপিটুপালৈ কেৰেপেই নকৰে। তাই যে সহজে 'ঘৰ'টো এৰি দিব সেই কথা নহৈছে। ডাঙৰ ল'ৰাটো ডাঙৰ হৈ উঠাৰ লগে লগেই তাক তাৰ খুড়াকহঁতৰ ওচৰত পঠাই দিলে সাৰদাই। সাৰদাই নিজৰ এলেকা ঠিক ৰাখিছে।

ডাঙৰটো ল'ৰা 'বনু' বা বনবিহাৰী সৰু খুড়াক নেড়ুৰ প্ৰাণ-পুতলী যেন আছিল। নেড়ু নিৰুদ্দেশ হৈ যোৱাৰ পাছত আন খুড়াকহঁতৰ।

প্ৰাণ-পুতলী অৱশ্যে আটাইৰেই, কিন্তু আটাইৰে ভিতৰত প্ৰথম নাতিয়েকটোক অভয়াই বৰ পচন্দ নকৰে যেন। কেৱল ল'ৰাটো সাৰদাৰ পেটৰ বুলিযেই নহয়, ল'ৰাটো বৰ বেছি মাক-আকলুৱা বুলিও। সেয়েহে যেতিয়াই তেতিয়াই তেওঁ তাক খেচখেচাই কৈছিল, "দিনে-নিশাই সৰু খুড়া সৰু খুড়া। সি যেতিয়া বিয়া কৰাব তেতিয়া— ?"

মাজু খুড়া থাকোঁতেও সৰু খুড়াৰ বিয়া কিয় হ'ব, নাইবা বিয়া কৰালেও ভতিজাকৰ সৈতে সংঘৰ্ষ হোৱাৰ কাৰণটো কি, ল'ৰাটোৱে এইবোৰ প্ৰশ্ন কৰা নাছিল, কেৱল প্ৰবল বিক্ৰমেৰে কৈছিল, "সৰু খুড়াক বিযা কৰিবলৈ নিদিয়েঁই—"

অভয়াই দাঁত কৰচি কৈছিল, "কিয় দিবি, নিদিবিতোন ? কোনোবা এজনী আহিব, ভাগ ল'বহি—দৰকাৰটো কি। কি বোল ? অকল তোৰ মাৰেই ৰাজ্যপাট ভোগ-দখল কৰি থাকক।"

পিছে তাৰ সৰু খুড়াক নিৰুদ্দেশ হৈ গ'ল, বিযা নহ'লেই। অভযাই ভাবে, এই অমংগলীয়া ল'ৰাটোৰ বাক্যৰ ফলতেহে নহ'লগে। আৰু বাক্যবোৰ হ'ল তাৰ মাকৰ 'শিক্ষা'ৰ ফল।

সাৰদাই হাতেৰে চুকি নোপোৱাতে অভয়াই মুঠিতে লুকুৱাৰ পৰা বিধৱ এটি জীয়া পুতলাৰ আশা পালি বৈ আছে। অভযাই তাইক সজাব-পৰাব খুৱাব-পিন্ধাব, চকুৰ ইংগিতেৰে উঠা-বহা কৰাব।

"মাজু বোবাৰী আহিলেও হ'লহেঁতেন।"

অথচ ৰামকালীয়ে অভয়াৰ মাজু ল'ৰাটোৰ বিয়াৰ কথাত কোনো উচ্চবাচ্যও নকৰে! বৰঞ্চ এদিন ককায়েকৰ মুখৰ ওপৰতে কৈয়েই দিলে স্পষ্টকৈ, "সেই অপদাৰ্থটোৰ বিয়া পাতি দিলে কি হ'ব ?"

'অপদাৰ্থ' বুলিয়েই যে বিয়া নহ'ব, এনেহেন কুলক্ষণীয়া কথা ত্ৰিজগতত কোনোবাই কেতিয়াবা শুনিছেনে ? কিন্তু কুঞ্জ চিৰদিনেই সৰু ভায়েকৰ ভয়তে ত্ৰস্তমান। সমালোচনা যদিওবা কৰে, কৰে আঁৰতহে।

য'কু, ইমান দিনে অভয়াই এটি নিজস্ব বস্তু পোৱাৰ আশা হৈছে।

কিন্তু একেবাৰে নিষ্কণ্টক সুখ জগতত ক'তনো পায় ?

ন-বোৱাৰীয়েকৰ বয়সৰ কথা ভাবি বুকুত বৰ শান্তি পোৱা নাই।

বুঢ়া শালিকীয়ে পোহ মানিবনে ? বুঢ়া বাঁহে জানো ভাজ ল'ব।

কিন্তু পট্‌লী জানো বুঢ়া বাঁহ ?

তিৰোতাসকল যিমানপৰলৈকে নিজা স্বাৰ্থকেন্দ্ৰলৈ আহি থিত নহয়হি, সিমান পৰলৈকে কোনেনো তেওঁলোকক চিনিব পাৰিব ? 'ভাল ছোৱালী', 'লখিমী ছোৱালী' আদি বিশেষণ বহু ক্ষেত্ৰতে ব্যৰ্থ হয়।

পট'লী কি—সেই কথা নাজানিলেও পট'লীৰ গ্ৰহবৈগুণ্য আৰু নাই—এই খবৰ পায়েই সাৰদাৰ বুকুত হাতুৰীৰ কোব পৰিল। কোনোবাই যেন সেই হাতুৰীৰে তাইক দিনে-নিশাই কোবাইছেহে।

আৰু ৰাসু? ৰাসুৰো যন্ত্ৰণাৰ শেষ নাই।

মনত দাৰুণ ভীতি, অথচ পুলককম্পিত আবেগ। সেই সাতবছৰীয়া ছোৱালীজনী ওঠৰ বছৰীয়াজনী হৈ কেনেকুৱা বা হৈছে? ইয়াৰপৰা পত্ৰ দি যোৱাজনীয়ে, সেই ৰাখুৰ মাকে উভতি আহি কৈছিলহি, "বোৱাৰী কি চাবা, যেন পদুম ফুলহে!"

শুনাৰেপৰা এক অবৰ্ণনীয় সুখ-যন্ত্ৰণাই ৰাসুৰ মনটোক খুলি খুলি খাইছে। সাৰদাই সেই পদুমফুল ৰাসুৰ পূজাৰ কামত ব্যবহাৰ কৰিবলৈ দিব জনো? নে বহুদিনৰ আগতে কোনো এক দুৰ্বল মুহূৰ্তত সৈ কঢ়াৰ কথা সোঁৱৰাই ৰাসুক এই ফুলৰ আঘ্ৰাণৰপৰা বঞ্চিত কৰিব তাই?

সাৰদা কোনোদিনেই পদুম ফুল নাছিল।

পদুম গোলাপ চম্পাকলি মল্লিকা নাহৰ তগৰ একো নহয়, ফুলৰ সৈতে তুলনা কৰিবলৈ হ'লে বৰঞ্চ অপৰাজিতাৰ ওচৰা-উচৰি বুলিহে ক'ব পাৰি।

কিন্তু গাৰ বৰণ শাঁও-বৰণীয়া হ'লেও তীক্ষ্ণ মুখশ্ৰী আৰু কুন্দত কুন্দলা দৈহিক গঠনৰ বলত এই পৰিয়ালৰ বৰ বোৱাৰী ৰূপে ঠাই পোৱাৰ সৌভাগ্য হৈছিল তাইৰ।

আৰু এতিয়া প্ৰবল ব্যক্তিত্বৰ বলতে পৰিয়ালৰ একেবাৰে মাই মানুহজনী হৈ বহি আছে। কিন্তু ৰাসু এতিয়াও জীৱনৰসৰ সন্ধানী নবীন যুৱক। প্ৰথৰা আৰু মুখৰা সাৰদালৈ আজিকালি সি ভয় কৰা হ'ল।

অৱশ্যে পতি-সেবাৰ নিখুঁত নৈপুণ্যেৰে সাৰদাই ৰাসুক নিখুঁতভাৱেই হাতৰ মুঠিত ৰাখিব পাৰিছে। এতিয়াও ঘাম-কালি বিচনিত পানী ছটিয়াই ৰাতি গিৰিয়েকক বিচে, জাৰৰ ৰাতি চাকিৰ তাপত হাত তপতাই লৈ ঠাণ্ডাত সিৰ্ৰাসৰাই যোৱা হাত-ভৰি গৰম কৰি দিয়ে।

আৰু সংসাৰখনৰ কাম-কাজৰ হেঁচাত ৰান্ধনিঘৰত যিমানেই ঘামেৰে জুৰুলি-জুপুৰি নহওক, এই তপতিয়াৰ গিৰিয়েকৰ ওচৰলৈ ৰাতি শুবলৈ অহাৰ আগে আগে গা-পা ধুই কোঁচাই থোৱা মিহি শাড়ীখন পিন্ধিবলৈ নাপাহৰে, মুৰত গন্ধতেল সান চাফ-চিকুণ হৈ আহিবলৈকো পাহৰি নাথাকে।

কিন্তু প্ৰস্ফুটিত পদুমৰ স'তে গন্ধজেলে যেৱ মাৰিব পাৰিব জানো?

বোৱাৰী আহি পোৱাৰ লগে লগেই 'ধইন্ ধইন্' ৰৱ উঠিল।

উঠিল দুটা কাৰণতে। এনেয়ে বোৱাৰীৰ চালে চকুৰোৱা ৰূপ, তাতে লগত আনিছে অঢেল বস্তু-বাহানি।

ৰামকালী কবিৰাজৰ পৰিয়ালত প্ৰয়োজনৰ অতিৰিক্ত প্ৰাচুৰ্য্য, অপ্ৰয়োজনতো তেও' ঘৰ-সংসাৰৰ কিছুমান বয়-বস্তু সজাই মেলি আনি থয়, কিবা এটা উপলক্ষ্য হ'লেই। বিচাৰিলে ঘৰত সৰুবে-ডাঙৰে মিলি বাৰখনমান জাত ওলাব, আৰু যোল্লখনমান পটাগুটি। পানীৰ কলহ নহ'লেও চাল্লিছ-পঞ্চাছটামান। তথাপি মাইকীমানুহৰ মন!

সেই জাত খুন্দনামাৰি পটাগুটি কুলা কলহ ঘাট-বাটি আদি সংসাৰযাত্ৰা নিৰ্বাহৰ তুচ্ছ উপকৰণসমূহেই তেও'লোকৰ মন ভৰাই তোলে।

সকলোৱেই একবাক্যে স্বীকাৰ কৰিলে: 'হয, কুটুমৰ মন-চিত আছে'। বুঢ়ীআই নন্দৰাণীয়ে হাঁহ মাৰি ক'লে, "নিদিধাৰ মাজত দেখছো— ঢেকীটোহে বাদ পাৰল। ঢে'কী এটা দিয়া হ'লেই ৰাসুৰ শহুৰেকৰ যোল্লকলা দিয়া হ'লহে'তেন। বোবাৰীৰ পথম পতিগৃহলৈ অহাৰ দিনাই বিয়েয়ে সেইটোবেইবা দি নপঠালে কেলে' ?"

ওহো, পটলীৰ দেউতাকে ঢে'কীটো পঠোবা নাছিল।

কিন্তু পটলীক পঠিযাইছিল।

আৰু পটলীযেই ঢে'কীৰ থোৰাটো হে অন্ততঃপক্ষে এজনীৰ বুকুৰ থুবলিত খুন্দিবলৈ ধৰিলেই।

তথাপি, ঢে'কীয়ে খুন্দাৰ মাজতেই সাৰদাই শান্ত সঞ্চয় কৰিবলৈ ধৰিলে। তাই সংকল্প কৰিলে, এই সতনী-শাঁকিনীক তাই স্বামীৰ ওচৰ-পাজৰতো আহিবলৈ নিদিব। সেই 'সিংহবাহিনী'ৰ শপত দস্তুৰমত কামত লগাব তাই।

ৰাসুক সাৰদাই চিনিবলৈ নাই আৰু। এই ৰূপহীজনীৰ কাষ চপা মাত্ৰকে ৰাসুবে মুহূৰ্ত্তে তাইৰ চৰণত উবুৰি খাই পৰিব।

প্ৰথম নিশা অৰণ্যে বোবাৰীক অভয়াই লগত লৈ শুলে আৰু বহু নিশালৈকে সাৰে থাকি আৰু ৰাখি বোৱাৰীক জ্ঞানদান কৰিবলৈ চেষ্টা কৰিলে —এই সংসাৰখনত তাইৰ কোন আপোন, কোন পৰ, কাক মান ধৰিব লাগিব আৰু কাৰ মতি-গতিলৈ চকু ৰাখিব লাগিব।

কিন্তু পাছদিনা কি হ'ব ? নাইবা তাৰ পাছদিনা ?

নাইবা ইদিনাৰ পাছত সিদিনাকৈ চিৰদিন ?

সাৰদাই সেই কথাটোকে ভাবি থাকিল।

আজি নাহিলেই যেনিবা, কাইলৈ ? আৰু চিৰকাললৈ ?

ৰাসুৰ বাবে যেনিবা সিংহবাহিনীৰ শপত, কিন্তু সংসাৰখনত আন দহজনৰ বাবে কি ব্যৱস্থা ? সিহঁতৰ বিষাক্ত প্ৰশ্নবাণে যেতিয়া বুকুত বিন্ধিবহি ? সাৰদাই কি উত্তৰ দিব ?

কোঠাৰ চাকিটো নুমাই থোৱা হৈছে, বাসু এতিয়াও চণ্ডীমণ্ডপৰ পৰা আহি পোৱাহি নাই। বহাগৰ কোবাল বতাহত বহাগী-চম্পাৰ মদিৰ গন্ধ, সৰু সৰু খিৰিকীযেদি সোঁ-সোঁৱাই সেই বতাহ সোমাইছেহি, আৰু গোটেই কোঠাটোকে আমোল মোলাই তুলিছে তাৰ সুবাসে।

এই নিশা, এই মদিৰ বতাহ, আৰু এই বেদনা-গধুৰ বক্ষ। ইয়াৰে মাজত—সাৰদাই বহুকাল ধৰি স্বামীসংগ পাইছে, সাৰদাৰ ল'ৰাটিৰ বয়স এতিয়া বাৰ বছৰ—বুলি মনত পেলাব পাৰিবনে?

ভাবিব পাৰিবনে সাৰদাই জীৱনৰ ভোগপাত্ৰ'ল হাত বঢ়োৱাটো শোভা নাপায়, স্বামীৰ অধিকাৰ স্বেচ্ছাই ত্যাগ কৰি, ড'ৱালৰ চৰু-কাঁহী-বাটিৰ মাজতে জীৱনৰ সাৰ্থকতা বিচাৰি উলিওৱাটোৱেই তাইৰ কাম বুলি?

আশ্চৰ্য্য, আশ্চৰ্য্য, এই ঘৰ ইমান দিন ধৰি সাৰদাইহে ভোগ কৰিছিল বুলি বিশ্বাস হোৱা নাই কেলেই? বৰঞ্চ দৃষ্টিক মোলান কৰা অশ্ৰু-বাষ্পৰে সৈতে বাৰে বাৰে সেই সিদিনাৰ কথা বুলিহে যেন মনলৈ আহিছে!

মাজে-সময়ে কাচিৎ-কেতিয়াবা যে মাকৰ ঘৰলৈ গৈছিল, সেই দিনবোৰকে এতিয়া বিৰাট এক একোটা 'বৰ্ত্তি বুলি বোধ হৈছে যেন।

কিন্তু সাৰদাৰ দেউতাক তেনেই দুখীয়া-নিছলা, জীয়েকক কিমান দিনেইবা লৈ থাব পাৰিছিল? তাইৰ এই যোল্ল-সোতৰ বছৰীয়া বিবাহিত জীৱনত দিন মাহ-ঘণ্টৰে হিচাপ কৰি চালে চাৰি-পাঁচ বছৰতকৈ বেছি নহ'ব।

তথাপিতো আৰু এটা যুগ হাতত থাকিল।

সেই দীৰ্ঘ এটা যুগ কেতিয়া কেনেকৈ পাৰ হৈ গ'ল?

লাহে ধীৰে আহি কোঠাত সোমালহি বাসু। সদায় অহাৰ দৰেই। তাৰ সোমোৱাৰ ধৰণ-ধাৰণ দেখি সাৰদাই উপলুওকৈ কয় 'চোৰৰ দৰে'।

এই ন-দৰাৰ খোজৰ ভংগী বাসুৱে কোনোদিনেই সলাব নোৱাৰিলে।

তেনেহ'লে—কেতিয়া তাৰ বয়সে ওঠৰ পাৰ হৈ চৌত্ৰিছত ভৰি দিলেহি সিও গম পোৱা নাছিলনে? মাজৰ সেই বয়সবোৰ আঙুলিৰ ফাকেৰে পলাল কেনেকৈ সি নাজানিলেইনে?

সেয়েহে শোৱাকোঠাত সোমাবলৈ আজিও তাৰ লাজ লাজ লাগে!

আজি ওৰে দিনটো কিন্তু বৰ যন্ত্ৰণাৰ মাজেদি পাৰ হ'ল বাসুৰ। অবাস্ত সেই যন্ত্ৰণাক ধৰিব-ছুব পৰা নাই, কেৱল মনটোক ভাৰাক্ৰান্ত কৰি তুলিছে।

যন্ত্ৰণাৰ কাৰণো নথকা নহয়।

কেৱল ৰূপেহী পত্নীক চকুৰে চাব পৰা নাই বুলিহে যে এই যন্ত্ৰণা—তেনে নহয়। কৰ্তব্য নিৰ্ধাৰণৰ দ্বন্দইহে বেচেৰা বাসুক ইমানকৈ বিচলিত কৰি তুলিছে।

এতিয়া বাসুৰ কৰ্তব্য কি ? আগৰ শপত সুঁৱৰি দ্বিতীয়াৰ মুখদৰ্শন নকৰি সাৰদাতে মন-প্ৰাণ সমৰ্পণ কৰি থাকিব, নে সেই শপত মাত্ৰ মুখৰ কথা বুলি উলাই কৰিব ?

যন্ত্ৰণা এইখিনিতে।

শপত উলাই কৰিলে সাৰদাই যদি কিবা এটা—ভয়ংকৰ কিবা এটা কৰি পেলায় ? তেতিয়া ? তাৰোপৰি, সাৰদা মৰ্মাহত হ'ব, সাৰদাই বাসুক ধিক্কাৰ দিব, ঘৃণা কৰিব—এইবোৰ কথা ভাবিলেও বুকু হমহমাই যায়।

অথচ সাৰদাৰ প্ৰতি সেই আনুগত্যৰ শপত ৰক্ষা কৰিবলৈ হ'লে আন এজনী নিৰ্দোষ অবলা সৰলাৰ প্ৰতিও অবিচাৰ কৰা হ'ব। ইমান দিনৰ অন্তত স্বামীগৃহলৈ আহি স্বামীৰ এই নিষ্ঠুৰ ব্যবহাৰত সেইজনীয়েও দুখে-লাজে অভিমান-অপমানেৰে থকা-সৰকা হৈ আত্মঘাতী হ'বলৈ নিবিচাৰিবনে ? ইমানখিনি আঘাত সেইজনীক দিব পাৰিবনে—যিজনী হেনো 'বোৱাৰী-নহয় পদুম ফুল যেন' ?

এইদৰে দোমন-দোহস্ত হৈ ওৰে দিনটো বাসু যন্ত্ৰণাত অথিৰ-অবিৰ হৈ থাকিল।

তথাপি কোঠালৈ সোমাই আহি বাসুৱে সহজ হ'বলৈ চেষ্টা কৰিলে। ক'লে, "উস, কি যে অন্ধকাৰ !"

একেটি মাথোন চাকিৰে বিৰাট কোঠা এটাৰ এন্ধাৰ দূৰ হয়, এই কথা বাসুৰ আমোলত হাস্যকৰ নাছিল। সেয়েহে, সেই চাকিৰ পোহৰকণৰ অভাৱত বাসুৱে ক'লে, "উস কি যে অন্ধকাৰ !"

কিন্তু সিফালৰপৰা কোনো সঁহাৰি পোৱা নগ'ল।

বাসুৱে যথানিয়মে দুৱাৰৰ ডাংডাল লগাই দি কাষলৈ আহি ক'লে, "চাকি নজ্বলালা যে—?"

এইবাৰ সাৰদাই মাত লগালে।

আৰু আচৰিত কথা, তাইৰ মনৰ মাজৰ সেই বেদনা-গধুৰ হাহাকাৰ যেতিয়া 'মাত' হৈ ওলাই আহিল, আহিল তীব্ৰ তীক্ষ্ণ ব্যংগ মূৰ্তি ধৰি। বোধকৰো এই কাৰণেহে 'স্বভাৱ' বস্তুটোক মৃত্যুৰ সিপাৰলৈকে বিস্তৃত কৰি দিয়া হৈছে।

সাৰদাই তীক্ষ্ণ দংশনৰ সুৰেৰে ক'লে, "আৰু নো চাকি জ্বলোৱাৰ দৰকাৰ ক'ত ? বিস্থলত ঘৰতে পূৰ্ণিমাৰ জোনৰ উদয় হৈছে ?"

"পূৰ্ণিমাৰ জোন।"

বাসু সৰল, বাসু অবোধ, বাসু এইমাত্ৰ স্বৰ্গৰপৰা খহি মৰ্ত্যত পৰিছেহি।

"পূৰ্ণিমাৰ জোন মানে—?"

"অ' মানেটো নাজানানেকি!" সাৰদাই স্বামীক বিদ্ৰূপেৰে টুকৰা-টুকুৰ কৰিলে, "কেলে', গোটেই ঘৰখনে থইন্ থইন্ কৰিছ, আৰু তোমাৰহে কাণ পৰশাগৈ নাই? তোমাৰ সিজনীৰ ৰূপেৰে জগতখন পোহৰ হ'ল দেখোন! সেইবাবেহে আৰু মিছামিছিকৈ তেল খৰচ কৰি চাকি নজ্বলালোঁ!"

ৰাসুৱে হঠাৎ সাহস সঞ্চয় কৰি ক'লে, "মাইকীমানুহবোৰ জাতে-পাতে ঘৰ হিংসাকুৰীয়া।"

"কি? কি ক'লা?" সাৰদাই যেন তীক্ষ্ণতাৰ প্ৰতিযোগিতা কৰিবলৈহে ওলাইছে, "মাইকীমানুহবোৰ জাতে-পাতে হিংসুক?"

"নহ'লেনো কি?"

"মহাপুৰুষ মতামানুহৰ জাতটো একেবাৰে দেৱতা, নহযনে?" সাৰদাই ক্ষুব্ধ গৰ্জনেৰে ক'লে, "কি ক'ম—তুলনা কৰিবলৈ গ'লে মহাপাতকৰ ভয়, তথাপি কও, মাইকীমানুহৰ অৱস্থাৰ সৈতে এবাৰ তোমালোকৰ মহাপুৰুষ জাতটোৰ অৱস্থা মিলাই চোৱাচোন। পাৰিবাৰে এটিবাৰ আন পুৰুষ মানুহলৈ চালেই দেখোন মহাপুৰুষহ'তৰ মুৰৰ তেজ উতলে।"

ৰাসুৱে ধিক্কাৰ মিহলি মাতেৰে ক'লে, "ছি ছিঃ, কিহৰ সৈতে কিহৰ তুলনা! পৰ পুৰুষৰ নাম মুখেৰে ক'বলৈ লাজ নালাগিলনে তোমাৰ? দ্বিতীয়পক্ষ পৰস্ত্ৰী নে কি? ছিঃ!"

কিন্তু সাৰদা এইহেন ধিক্কাৰতো বিচলিত নহ'ল। তাই অনমনীয় কণ্ঠেৰে ক'লে, "পিছে দ্বিতীয়, তৃতীয়, চতুৰ্থ—লাগেমানে 'পক্ষ' পাই থাকিলে আৰু পৰিস্থিতি দৰ্কাৰটো কি? মাইকীহ'তৰ সেই সুবিধা নাই নহয়?"

ৰাসুৱে হতাশ কণ্ঠেৰে ক'লে, "হিংসাৰ পোৰণিয়ে তোমাৰ মতি-বুদ্ধি নষ্ট কৰিলে, সাৰদা, সেয়েহে যি ইচ্ছা তাকে বকিছা! ন-জনীক মই অনা নাছিলোঁ, ডাঙৰহ'তে জানি-বুজি লৈ আহিছে। নহ'লে—ইমান দিনলৈকে তাতেই প'ৰি আছিল দেখোন।"

"অ'—ঃ! ঈ—ই—স! দুখ উথলি উঠিছে দেখোন! পৰি আছিল! এহে—হে, মৰোঁগৈ ক'ত! অঠাই সাগৰতে পৰি আছিল—চুঃ—চুঃ!" সাৰদাই কটাৰীৰে বেপি বেপি কথা কয়, "মই কিন্তু মুখ ফালি কৈ থৈছোঁ, সেইবোৰ ভগা-ভ'গৰ লেতেৰামিত মই নাই। মোক লাগে যদি তাইক স্পৰ্শা কৰিব নোৱাৰিবা, আৰু তাইকে লাগে যদি, মই—" হঠাৎ সাৰদাৰ কণ্ঠ ৰুদ্ধ হৈ পৰিল।

আৰু ৰাসু এই ৰুদ্ধ কণ্ঠৰ ভয়তে অতি ভীত।

সি আগতকৈও হতাশ কণ্ঠেৰে ক'লে, "পিছে মই এতিয়া কি কৰোঁ তুমিয়েই কোৱা। মুৰৰ ওপৰত ডাঙৰহ'ত আছে, তেওঁলোকে দিয়া ব্যৱস্থাকে মানিম, নে চিঞৰি-বাখৰি তাৰ প্ৰতিবাদ কৰিম?"

"কি কৰিবা-নকৰিবা তোমাৰ নিজৰ বিবেচনা। তুমি পিয়াহ-দ'তাও নহয় নহয়? মূৰৰ ওপৰত থকা ডাঙৰহঁতে বিহ খা বুলিলে খাবা জানো? খুৰাশহুৰে ধৰ্ম কৰিলে, ভদ্ৰলোকৰ জাতি-মান ৰক্ষা কৰিলে মোৰ বুকুত হুল পুতি। ইমানেই ধৰ্মজ্ঞান আছিল যদি নিজেই দেখোন—"

"সাৰদা!"—হঠাৎ ৰাসুৱে ডাবি মাৰিলে। "কি কৈছা? বলিয়া হ'লানেকি?"

সাৰদাই ঘপকৰে বিছনাত দিঘল দি গম্ভীৰ মাতেৰে ক'লে, "বলিয়া হ'বলগীয়া কাণ্ড ঘটিলে মানুহ বলিয়া হ'ব—এই কথাত আচৰিত হ'বলগা কি আছে? খুৰাশহুৰে মোৰ ঘৰ নভঙাহেঁতেন আজি বৰঞ্চ তেওঁৰ ভগা ঘৰ ভৰি উঠিলহেঁতেন।"

"সাৰদা, কাক লৈ তুলনা কৰিছা? এইবোৰ কথা মুখেৰে উচ্চাৰণ কৰিলেও মহাপাতক হয় জানানে নাজানা?"

"মুখেৰে উচ্চাৰণ কৰিলে মহাপাতক, কিন্তু মনত? মনক কোনোবাই সঁকীযাব পাৰেনে? ঠিক আছে, মই ভাল-বেয়া একো নকওঁ আৰু। মোৰ ক'বলগীয়াখিনি ক'লোঁৱেই।"

ৰাসুৱে আপোচৰ সুৰত ক'লে, "তুমি ইমান খং কৰিছানো কেলেই? তুমি হ'লা গৃহিণী, ক'বলৈ গ'লে ল'ৰাৰ মাক। তোমাক ওফৰাব পাৰে কোনে? পিছে লোকাচাৰ বুলি কথা এটা আছে তো—। তাক একেবাৰে উলাই কৰিলে—"

সাৰদাই গহীন মাতেৰে ক'লে, "আই সিংহবাহিনীৰ নাম কাঢ়ি শপত খাইছিলা, সেই কথাটো পাহৰিলাই হ'বলা?"

"পাহৰিম কেলেই?" ৰাসুৱে বিৰক্তিৰে ক'লে, "কিন্তু মানুহে কি ক'ব—সেই কথাও তো চিন্তা কৰি চাব লাগিব?

সাৰদা আকৌ ঘপকৈ উঠি বহিল। ক'লে, "কিয়, মানুহক বুজোৱাৰ উপায় নাইনে? মানুহক বুজাবলৈ কত কলা-কৌশল আছে! মানুহক ক'ব পাৰা দেখোন—কোনোবা সাধু-ফকীৰে তোমাৰ হাত চাই সেই দ্বিতীয়পক্ষৰ পৰিবাৰক স্পৰ্শ কৰিলে তোমাৰ পৰমায়ু ক্ষয় যোগ আছে বুলি কৈছে।"

# আঠাইছ

পৰিয়ালৰ সকলোৱেই আশা পালি আছিল যে প্ৰস্তাৱ সাৰদায়েই উত্থাপন কৰিব। কিয়নো সঁচাসঁচিকৈয়েই তাইনো ইমান খেয়াল, ইমান চকুৰ চৰম এৰিব পাৰিবনে? কিন্তু চকুৰ চৰম সম্পৰ্কে চৰম উদাসীন হৈয়েই তাই চকুমুদা কুলিজনী হৈ বহু দিন কটাই দিলে।

এতিয়া উপায়?

চকুত আঙুলি দি দেখুৱাই দিয়াৰ বাহিৰে কোনো উপায় দেখা নাই। কিন্তু সেই আঙুলিটো চকুত দিবে কোনে? সাৰদা যিহে মুখৰা, সুযোগ পালে ডাঙৰহঁতকো ৰেহাই নিদিয়ে। ওৰণিৰ তলৰ পৰাই এনেকৈ কিটচকৈ কামোৰটি মাৰিব তাত কামোৰখোৱাই সৰ্ব অংগতে দংশনৰ জ্বলন অনুভৱ কৰিব।

গতিকে আৰে-বেৰে সমালোচনাৰ উজান উঠিল দৰাচলতে ইয়াৰ অৱস্থা এনে ধৰণৰ: সাৰদাই যেতিয়াই যি কামতে অ'ৰপৰা ত'লৈ যায় তাতে দুই তিনিখন মুখে একেলগ হৈ ফুচফুচীয়া মেল পাতে, সাৰদা গৈ উপস্থিত হোৱাৰ লগে লগেই মুখত সোপা আৰু তৎমুহূৰ্তেই আকৌ সেই মুখকেইখনে হঠাৎ যি হওক যিকোনো এটা কামৰ কথা লৈ হৈ চৈ লগায়।

কি কথা লৈ এইবোৰ ফুচফুচীয়া মেল—সাৰদাই কিবা বুজি নাপায়নে? বুজে। তাই বুজে। বুজি পাই মূৰৰপৰা ভৰিলৈকে ৰমৰমকৈ জ্বলি উঠে। তথাপি তাই নুবুজাৰ ভাও জোৰে। ভাও জোৰে এইবাবে যে 'বুজি পাইছোঁ' বুলি বুজাই দিয়াৰ লগে লগে গোটেইখিনি কথাৰ আঁৰ-বেৰ আৰু নাথাকিব, আৰু এতিয়া যিবোৰ কথা সিহঁতে ঢাকিৰ আঁৰত চৰ্চা কৰিছে, আৰু গুচি মুখামুখিকৈ আক্ৰমণেই কৰিব। গতিকে এই 'মুখামুখি' বিমান এৰাই চলিব পাৰে, সিমানেই ভাল।

আৰু সাৰদা এনেয়ে বিশেষ আত্মপক্ষ, উপযাচি কাৰবাক কিবা কোৱা, বা উত্তৰ দিয়াত তাই নাই।

কিন্তু এইবাৰ তেওঁলোকেই উপযাচি কোৱাৰ সংকল্প কৰিছে। সাৰদাৰ নিজৰ শাহুৱেক আৰু পেহী শাহুৱেকৰ শশীতাৰাই। শশীতাৰা নামৰ এই পেহী শাহুৱেকক সাৰদাই জীৱনত প্ৰথম বাৰৰ বাবে দেখা পালে। কিয়নো, প্ৰায় ত্ৰিছ বছৰৰ পাছত তেওঁ পিত্ৰালয়লৈ আহিছে। ইমান দিন নহাৰ কাৰণ অৱশ্যে বিবাহ-ঘটিত কলহ। দুজন বিয়েৰ এজন গত হোৱা

বহুদিনৰ কথা, কুঞ্জ ৰামকালী আৰু শশীতাৰাৰ দেউতাক জয়কালী। আনজন অৰ্থাৎ শশীতাৰাৰ শহুৰেক হেনো ইমান দিন ধৰি বৰ্তি থাকি পো-বোৱাৰীয়ে পিতৃগৃহলৈ যোৱা বাটৰ হুলডাল ভালকৈ পুতি থৈছিল।

সদ্যহতে তেওঁৰ শ্ৰাদ্ধ সুসম্পন্ন হ'ল, আৰু ইমান বছৰৰ অন্তত শশীতাৰা পিতৃগৃহলৈ আহিল। এতিয়া কিছুদিন ইযাতে থাকিব।

অহাৰ পাছত সংসাৰৰ আও-ভাবৰ বুজ-বাজ লওঁতেই দুদিন গ'ল, তাৰ পাছত কাৰ্য্যক্ষেত্ৰত ভৰি দিলে। সংসাৰথনত নিজৰ ভায়েক কুঞ্জৰ প্ৰতিপত্তিহীন অবস্থা, আৰু সতিয়ে ভায়েক ৰামকালীৰ 'ওফাইডাং মৰা' অবস্থাই তেওঁৰ বুকুত শেলে বিন্ধাদি বিন্ধিলে আৰ ৰাসুৰ 'প্ৰথম পক্ষ'ৰ নিৰ্লজ্জতা দেখি তেওঁ গালে মুখে হাত দিবলৈ বাধ্য হ'ল।

তেওঁ আচৰিত হৈ ক'লে, "বোলোঁ—সেই বুঢ়ী ধাদহীয়ে গাৰ জোৰেৰে গিৰি যকক আগচি ধৰি পৰ দি বহি থাকিব, আৰু গাভৰু বোৱাৰীজনীযে শহুৰেকৰ ঘৰত শুই শুই ঘৰৰ মাৰলী লেখিব? তোমালোকে এই বেবস্তা মানি লৈছা? বোলোঁ ল'ৰাটোৰ কথাও ভাবি চাব নালাগিব জানো? তাৰ তজবজীযাটি থাকিল মৰিমুজি, আৰু শুকান বাহিটোৰে মন পাতউবাৰ জুলুম? ইমান বয়স পালোঁ, পিছে এনেহেন কথা-কাণ্ড দেখাও নাই শুনাও নাই।"

সাৰদাৰ শাহুৰেকে সুদীৰ্ঘকালৰ নেদেখা ননন্দীক পৰম আত্মীয়ৰ অধিকাৰ দান কৰি বিগলিত কণ্ঠেৰে ক'লে, "চাই থাকা ননন্দী, চাই থাকা। যিমানেই থাকিবা সিমানেই বুজিবা। এনেযে—তোমাৰ ককায়েৰাৰ সেই খিংখিঙীয়া স্বভাবৰ বাবে মই চিৰটিকাল ডাঙৰ হৈও সৰু হৈ থাকিলোঁ, চৰু-হাড়ীৰ বাহিৰে আৰু একোকে নেদেখিলোঁ। তাতে আক' বোৱাৰীটি হ'ল চুকত থাকি বুকুত খোবাজনী। এনেযে তাই একো নজনাটো হৈ থাকে, কাৰো কথাৰ সাতে পাঁচে নাই যেন দেখিবা, আচলতে মাছ-বুলি নাথাই জি-জি বুলি খোৱাজনী, গপতে গঙাটোপটো হৈ থাকে। আন কাৰবাৰ কথাত চলিবলৈ কৈ চোৱাচোন। নচলে তাই। আৰু এযেকুৱা ডেমোকী পৰকিতি, যে এযাৰ মাত দিবলৈকো সাহস নহয।"

"তোমালোকৰ নহয, মোৰ হ'ব।" শশীতাৰাই দৃঢ়ভাৱে ৰায় দিলে, 'এই নিধকালিৰ বিহিত কৰিহে এৰিম মই।"

বিহিত কৰিবলৈ ভাই-বোৱাৰীক লগত লৈ এজলাছলৈ আহি শশীতাৰাই আচামীক মতাই পঠিযালে।

সাৰদা আহিল, তলমূৰ হৈ বহি ওৰণিৰ তলৰপৰাই মৃদু অথচ স্পষ্ট মাতেৰে সুধিলে, "কি কৈছা কোৱাঁ।"

শশীতাৰাই ভালকৈ বহি বিচনিখনেৰে বিচি থাকি ক'লে, "কৈছোঁ এটা

নেধ্য কথা। বেয়া নেপাবা। যাৰ গাত আকল-বুধি নাই, সিহঁতক আকল-বুধীয়া কৰি তুলিবলৈ হ'লে চকুত আঙুলিৰে খোঁচ দিয়াৰ বাহিৰে গতিও নাই। তাকে দিম ব'বা। তেতিয়া যদি তোমাৰ চকুত পোৰাণি উঠে, মোক যেন নুদুষিবা বাচা।"

সাবদাৰ কণ্ঠস্বৰৰ হাঁহিৰ শব্দ উঠিল, "তোমালোকক দুষিম? মোৰ ইমানেই স্পৰ্ধা হ'লনে পেহী?"

"স্পৰ্দ্ধা।" শশীতাৰাই জোৰেৰে বিচনিৰ বা বঢ়াই ক'লে, "নহয়, স্পৰ্দ্ধা তোমাৰ দেখা নাই হয়—কিন্তু আকল-বুধিৰ পৰিচয়ো তিলমানকে দেখা নাই। ন-বোৱাৰীৰ কথাটো ভাবিয়েই নাচালা দেখোন!"

পাছ মুহূৰ্ততে শশীতাৰা আৰু তেওঁৰ ভাই-বোৱাৰীক চক খুৱাই সাবদাৰ মৃদু কণ্ঠস্বৰ স্পষ্টকৈ ধ্বনিত হ'ল, "নাভাবিলোঁৱেইবা মই, তোমালোক অতবোৰে ভাবিছাই দেখোন!"

"অতবোৰে ভাবিছোঁ। আমি অতবোৰে ভাব আছোঁ। তুমি আচৰিত কথা ক'লা বৰ বোৱাৰী। আমি ভাবি ভাব তাইৰ কি উপকাৰটো কৰিব পাৰিম কোৱাচোন? তুমি ইফালে আপোনঘাতী হোৱাৰ ভয় খুৱাই গিৰিয়েৰাক সঁকীয়াই থৈছা, ভয়তে তাৰ পেটত হাত-ভৰি লুকাইছে, আমি কিনো কাৰম? এয়া সিদিনা ৰাতিখন তাক হাতত ধৰি চোঁচোৰাই আনি ক'লোঁ, 'হেৰ' ৰাসু, ইফালে আহচোন। ঘৰত কোঠাৰ কি অভাৱ। এই কোঠাত বাদচাহী পালেং নাথাকেই, গিৰিয়েকক পালে ন-বোৱাৰীৰ এই আমকাঠৰ তক্তায়েই বজাৰ পালেং।' পিছে তাক জানো আনিব পাৰিলোঁ? ভয়তে কঁপ-জঁাপ হাত এৰুৱাই পলালেই সি। কয়, 'তেনেহ'লে তোমালোকৰ বৰ বোৱাৰী আপোনঘাতী হ'ব'।' পিছে—তোমাৰ দেউতাৰা বোলে বৰ ভাল মানুহ, তোমাৰনো এয়া কি অধমতা!"

শশীতাৰাৰ কথা শেষ হোৱাৰ লগে লগে কোঠাটোৰ ভিতৰত যেন তীব্ৰ বিদ্যুৎ জিলিকি উঠিল। সেই বিদ্যুৎ সাবদাৰ চকুৰ জুইৰ ফিৰিঙতি। হঠাৎ মৰটো দাঙিবলৈ গৈ মূৰৰ ওৰণি খহি পৰিছিল সাবদাৰ। ওৰণিখন আকৌ তুলি লৈ মুখখন অনাবৃত ৰাখিয়েই সাবদাই ক'লে, "দশচক্ৰত ভগৱান ভূত হয় পেহী, মানুহৰ তো কথাই নুঠে। পাকচক্ৰত ভাল মানুহৰ ছোৱালী বেয়া হোৱাত আচৰিত হ'বলগীয়া কি আছে?"

এনেয়ে মুখখন উদং, তাতে এই বচন।

সাবদাৰ শাহুৱেকে এইবাৰ নিজৰ মৰ্য্যাদা সম্পৰ্কে সচেতন নহৈ নোৱাৰিলে বোধহয়। সেয়েহে, নাকবালি পিন্ধা মুখখন ঘূৰাই ক'লে, "তুমি ওৰণি খহাই মুখ উদঙাই শাহুৱেৰাসকলৰ সৈতে কাজিয়া কৰিছানে

বৰ বোৱাৰী ? ইমান সাহস ক'ৰপৰা পালানো ? তোমাক যে জনমটোৰ বাবে বাপেৰাৰ ঘৰলৈ পঠিয়াই দিব পাৰোঁ জানানে ?"

এজলাচথন বোধহয় সাৰদাৰ ধাৰণাৰ জগততে আছিল, আৰু জেৰাৰ বাবেও তাই সাজু হৈয়েই আহিছিল। তাই অলপ তীক্ষ্ণ কাঠ-হাঁহি এটা মাৰি ক'লে, "জনমটোৰ বাবে যাবলগীয়া হ'লে বোপাইৰ ঘৰলৈ যাম কেলে' ? যমৰ ঘৰটো তো কোনেও কাঢ়ি লোবা নাই।"

এইবাৰ শশীতাৰাই চকৰি নাকবালিটো ঘূৰাই জেঙেৰা মাৰি ক'লে, "যমৰ ভয় খুৱাই আমাক জব্দ কৰিব নোবাৰিবা বৰ বোৱাৰী, আমি বাসু নহওঁ। বোলোঁ ইমান বৰ মানুহৰ ঘৰৰপৰা যিজনী আহিছে, যিজনীৰ বাপেকে পতিগৃহলৈ অহা 'ঘৰ-বসতি'ৰ দিনা দৰ্বোৰে ঘৰ ভৰাই দিছে, তাইৰ দাবী নামানিবানে তুমি ? আৰু সেই ৰূপহী সতেজ পদুম ফুলৰ ভোগৰপৰা গিৰিয়েকক যে তুমি বঞ্চিত কৰিছা, তোমাৰ দেখোন নৰকতো ঠাই নহ'ব।"

হঠাৎ হাঁহি মাৰি সাৰদাই স্পষ্ট কণ্ঠেৰে ক'লে, "ভালেই হ'ব পেহী, নৰকত ঠাই নহ'লে স্বৰ্গলৈ যাম। ঠাই বুলিলে এই দুটাহে, আন দহো ঠাই নাই নহয়।"

দুয়োজনী গৃহিনীক হতবাক কৰি সাৰদা বহাৰপৰা থিয় হ'ল। "সৰু দেওৰে তালৰ বড় খাব খুজিছে, তালবোৰ চেপি ঠিকঠাক কৰোঁগৈ যাওঁ।"

অৰ্থাৎ তোমালোকৰ কাঠগড়াৰ পৰা ওলাই পলাওঁ এইবাৰ।

যেনে বুলি ভাবিছিল, কথা তেনে নহয়। ধিক্কাৰ দি, ফুছুৰি তৰঙাই কাৰ্যসিদ্ধিৰ আশা যে নাই শশীতাৰাই কথাটি বুজিলে। বুজিলে, আৰু অন্য পাক লগালে। ক'লে, "সভ্যতা-ভব্যতাৰ পাঠশালাত তুমি একেবাৰেই পঢ়া নাই দেখিছোঁ বৰ বোৱাৰী। অনুমতি নোলোবাকৈ গুৰুজনৰ আগত বহাৰপৰা উঠি যোৱা মই মোৰ শহুৰ ঘৰৰ ফালৰ কোনো জীয়াৰী-বোৱাৰীক কাহানিও দেখা নাই। আমিও—গুৰুজনে মাতি আনি কিবা এটা সুধিলে মূৰ জোকাৰি 'হয়-নহয়'কৈ উত্তৰ দিছিলোঁ, উঠি যাবলৈ নোকোৱালৈকে ঠাইতে বহি থাকিছিলোঁ।"

সাৰদাৰ তথাপি অপ্ৰতিভ নহ'ল, তাই তেনেকৈয়ে মিচিক-মাচাককৈ হাঁহি ইতিকিঙৰ সুৰতে ক'লে, "বহি থকাৰ সময় উলিয়াব পাৰিলে বহি থকাতো সুখ, পেহী।"

"হুঁ। কথা কেনেকৈ তল পেলাব লাগে তুমি ভালেকৈয়ে জানা দেখিছোঁ। এলাবাদু শাহুৱেৰজনী পাইছা, সেইদেখিহে অহমু দিয়া মাতবোৰ মাতিব পাৰিছা। বাদু বাদ দিয়া সেইবোৰ, যি কওঁ শুনা, আপোচ-মীমাংসাৰ কথাকে কৈছোঁ। তুমি হ'লা ঘৰৰ ঘৰিণী জ'বাৰ মাক, গিৰিয়েৰাক বহুকাল

ভোগ কৰিবলা। সেইজনীক একেবাৰে উট্‌ৱাই দিলেই হ'বনে? তাইৰো তো অগ্নি-সাক্ষী কৰি বিয়া হৈছে। মই কওঁ—কিবা এটা পাল পাতি লোবা।"

পেটে পেটে ৰং পালে শশীতাৰাই, এবাৰ বাসুক নতুন নিচাৰে গত লগাব পাৰিলেই হ'ল, তাৰ পাছত দেখা যাব তোমাৰনো কিমান আদৰ! এই জেদ তোমাৰ কন্ত থাকে—দেখা যাব। এই ন-বোৱাৰীৰ সোৱাদ পালে, তুমি চিপজৰী ল'লে বা পানীত ডুবিলেও বাসুৰ তেতিয়া আৰু একো নহ'ব।

'পাল পতাৰ পুলুং বুদ্ধি' ভাবি উলিউৱাৰ বাবে নিজেই নিজক শলাগি'ল শশীতাৰাই।

কিন্তু সাৰদাই সেই শলাগনিক বোঁছপৰলৈ তিষ্ঠিবলৈ নিদিলে। তাই তীক্ষ্ণকণ্ঠেৰে ক'লে, "তোমালোকৰ অনুমতি নোলোৱাকৈয়েই যাওঁগৈ, পেহী এইবোৰ অধইচ কথা-বতৰা শুনি থাকিলে নাক-কাণহে কটা যাব—।"

"আঁ—আঁ! কি ক'লি তই, কি ক'লি? আমি অধইচ কথা কৈছোঁ! নীহকুলীযাৰ জাত—নিছলাৰ জী। ক'বলৈ তোৰ জিভা খাহ নপৰিলনে?" শশীতাৰাই তমোৰোল লগাই দিলে, "তুমিহে বৰ সভ্য কথা কৈছা। অকলে খাম, অকলে শুম, অকলশৰে ভোগ কৰি থাকিম, এয়েচোন মহত্বৰ কথা! 'পাল' পাতি লোবাটো অধইচ কথা হ'ল। বোলোঁ—তাৰে দেখোন দুকুল ৰক্ষা পৰে!"

সাৰদাই কিবা এষাৰ কৰ্কশ কথাৰে উত্তৰটো দিব খুজিছিল বোধহয়। কিন্তু অতি কষ্টেৰে নিজকে সংযত কৰি ক'লে, "দুকুল ৰক্ষাৰ দৰকাৰ নাই, তোমালোকে একুল ৰক্ষা কৰিলেই হ'ব।"

ইয়াৰ পাছত আৰু তাত বৈ থাকিব নোৱাৰি।

মান-সম্মান বজায় ৰখাই টান হ'ব। সাৰদাৰ নিজৰ চকুৱেই তাইক অপদস্থ কৰিব।

দুজনীক গৃহিণীক জঠৰ কৰি থৈ সাৰদা গুচি গ'ল।

এই চৰম অপৰাদৰ মুহূৰ্তত তাইৰ ভুৱনেশ্বৰীলৈ মনত পৰিল। সাৰদাৰ কপালেই ফুটা, নহ'লে তেনেহেন স্নেহৰ আশ্ৰয় হেৰুৱাবলগীয়া হয়নে তাই? ভুৱনেশ্বৰীৰ জানো এতিয়াই সিফলীয়া হোৱাৰ বয়স?

ওঁ, সাৰদা নিলাজ, সাৰদা নিধক, সাৰদা স্বাৰ্থপৰ। ঠিকেই, কিন্তু পৰাৰ্থপৰতাৰে উদাৰ হোৱাৰ ভাগ্য তাইৰ হৈছিলনে কাহানিবা? ভাগ্যই তাইক বঞ্চনাহে কৰিলে। আৰু সেই বঞ্চনা তাইৰ গুৰুজন বোলাহঁতে নিজ হাতেৰেহে কৰিলে।

ডাঙৰসকলক তাই শ্ৰদ্ধা-সম্মান জনাব কেনেকৈ ? বিষৰ পাত্ৰৰ বিনিময়ত কোনোবাই অমৃতৰ পাত্ৰ আগ বঢ়াবনে ?

শশীতাৰাই গালেমুখে হাত দি অভিনয় ক'লে, "তুমি হ'লা মান্য গুৰুজন, তোমাৰ ভৰিৰ ধুলি লোৱাৰেই কথা। তথাপি কওঁ, তোমাৰ ভৰিৰ ধুলিত লুটি-বাগৰ খোৱাৰ ইচ্ছা হৈছে। এই ফেঁটী সাপ লৈ ঘৰ কৰিছা কেনেকৈ' কোবাচোঁ ?"

কুঞ্জৰ পাৰবাৰে কপালত হাত দি ক'লে, "সকলো অদিষ্টৰ কথা ননন্দী!"

আচল কথা, এই 'অদিষ্ট'টো তেওঁৰ নিজৰ ওচৰত সদ্যহতেহে ধৰা পৰিল। আৰু পৰিল ননন্দেকৰ দিব্যদৃষ্টিৰ প্ৰভাৱত। আৰু আজিলৈকে যিমান মূৰ্খামি কৰিলে, এতিয়া সেইবোৰ সুতে-মূলে উচুল কৰিবলৈহে মন গৈছে তেওঁৰ।

"সেই ফেঁটী সাপৰ পোৱালিৰ পৰা বাসুৰ মন একেবাৰে আঁতৰাই আনিব পাৰোঁ—তাইলৈ ঘূৰিকে নাচাব সি, তেনেকুৱা 'দৰব' মই জানো—" শশীতাৰাই চেপা হিংস্ৰ কণ্ঠেৰে ক'লে, "অবাধ মোহনী। তোমাৰ বাসুৱে ছটফটাই ন-ঘৈণীয়েকৰ ভৰিত পৰিবহি, বৰ বোবাৰীলৈ বিষ নজৰেৰে দিষ্টি দিব।"

ভাই বোবাৰীয়ে অবাক হৈ ক'লে, "সঁচা! সঁচানে ননন্দী, তেনেকুৱা দৰব তুমি সঁচায়ে জানানে ?"

শশীতাৰাৰ মুখত বিচিত্ৰ হাঁহি ফুটি ওলাল, "নজনাহেঁতেন তোমাৰ ননন্দ জোঁবাইক তেনেকৈ' গোলাম কৰি ৰাখিব পাৰিলোহেঁতেন জানো ? ডেকাকালত কিবা কম দুৰ্দান্ত আছিলনে ? সম্পৰ্ক-অসম্পৰ্ক নামানিছিল, ৰূপহী ছোৱালী দেখামাত্ৰকে বালিয়া হোৱা দি হৈছিল। শেষত—এজনী বাগদী বুঢ়ীয়ে মোক শিকালে সেই মোহনী, তাৰ পাছৰপৰা এনেকৈ দমি গ'ল যে মই বিনে আৰু একো নজনা হ'ল। মই উঠ বুলিলে উঠে, বহ বুলিলে বহে, খাবলৈ ক'লে খায়, শুবলৈ ক'লে শোৱে। মোৰ মুখলৈ ভেবা লাগি চাই থাকে। মই বোলো থাকক, এয়ে মোৰ ভাল, ৰোজকাৰ-পাতি নকৰিলেইবা, হাই হুই কৰি নুফুৰিলেইবা, ঘৰত ভাতৰ কি আকাল পাৰছে! মোৰ আঁচলত তো বন্ধা হৈ থাকিল জনমটোৰ বাবে।"

বাসুৰ মাকে ইতস্ততঃ কৰি ক'লে, "কিবা ভাৱিজ শিপা-টিপা নেকি ? বাসুৰ কিবা অনিষ্ট নহয় তো ?"

"তুমিও যে! তেনে কাম মই কৰিম ? এয়া আন একো নহয়, এজনৰ পৰা মনটো আন এজনলৈ ঘূৰা, বচ। তেনে কওঁ শুনা—তোমাৰ কপালগুণে এয়া অহা পৰহিলৈ আউঁসী—একেবাৰে মাজনিশা ন-বোৱাৰীয়ে মেলা চুলিৰে

বিবশ হৈ এজোপা কলগছত একে খোচতে বেজি এটা খুচি থৈ আহিব পাৰেগৈ যা , তেনেহ'লেই—"

কিন্তু শশীতাৰাই কথাষাৰ শেষ নোকৰোতেই সাৰদাৰ ল'ৰাটোৱে দৌৰি আহি ক'লে, "চাও" বেগতে আহাহ'ক মাজু ককা অজ্ঞান হৈ পৰিল :"

মাজুককা !

মানে ৰামকালী ?

যিজন জ্ঞানৰ সাগৰ। ৰামকালী অজ্ঞান হ'ল, কি আচৰিত কথা ?

সকলোৰে লৰ ধৰিলে।

তেন্তে ৰামকালীয়েও ভুৱনেশ্বৰীৰ দৰে জ্ঞাননী নিদিযাকৈযেই—

কথাটো ইমানকৈ জনাজানি হ'ল, ভিতৰ-চৰাত ঘটাত। চণ্ডীমণ্ডপৰ ফালে, অৰ্থাৎ বাহিৰ-চৰাত ঘটাহে'তেন ''ৰাতোহ'তে এনেকৈ ৰাউচি জুৰিব নোৱাৰিলেহে'তেন।

যিসকল স্পৰ্শ কৰাত অধিকাৰী সিসকলে মূৰত পানী ঢালি গংগা বোৱাই দিলে। ঘৰত যিমানবোৰ বিচনী আছিল আটাইবোৰ লৈ অহা হ'ল। সাধাৰণ দুৰ্ঘটনাই নহয়, একপ্ৰকাৰ ৰোমাঞ্চও। যিজন মানুহৰ মুখলৈ কোনোৱে কোনোদিনে স্পষ্টকৈ চোৱাৰ সাহস কৰা নাছিল, সেই মানুহজন অসহায়ভাৱে চকু মুদি পৰি আছে, জুমি দেখা পাইছে—তেওঁৰ নাক-মুখ কেনেকুৱা, তেওঁৰ মূৰত পানী ঢালি, বিচনীৰে বা দি কৰুণা প্ৰদৰ্শন কৰিব পৰা গৈছে—এয়া প্ৰায় সুখৰেই কথা।

সাৰদায়ো এখন বিচনী লৈ আহিছিল, আৰু অলপ আঁতৰৰপৰা বিচি থাকি ভাবি আছিল, আচ এত কথা ইমান দিন ধৰি আছোঁ, অথচ মানুহজন দেখাই-মেলাই কেনেকুৱা কোনোদিনে নেদেখিলোঁ। ইয়াকেই বাৰু 'তপ্ত কাঞ্চন বৰ্ণাভাং—' বোলেনে ?

এক প্ৰচণ্ড আবেগৰ আলোড়নে সাৰদাৰ চকুহাল পানীৰে ওপোচাই পেলালে, এনেহেন স্বমীক এৰি থৈ মাজুখুড়ীয়েক গুচি যাবলগীয়া হ'ল ? আৰু সেই কাৰণে স্বৰ্গতো তিষ্ঠিব নোৱাৰি স্বামীক আকৰ্ষণ কৰি নিজৰ ওচৰলৈ লৈ যাব খুজিছেনে ? মনেখোৱা স্বামী এনেহেন আকৰ্ষণীয়। তাৰ পাছত চকু মচি লৈ ভাবিলে, আমাৰ মাম্মা এৰি মাজুখুড়াও চলিল !

কিন্তু সাৰদাৰ আশংকা অমূলক। চিৰশান্ত চিৰ-সুকুমাৰ ক্ষীণশক্তি ভুবনেশ্বৰীৰ আকৰ্ষণ মাধ্যাকৰ্ষণতকৈ শক্তিশালী নহ'ল।

ৰামকালীয়ে চকু মেলি চালে।

চাৰিওফালে ইমানবোৰ মুখ দেখা পাই তেওঁৰ ভ্ৰুযোৰ কোঁচ খাই আহিল, আকৌ চকু মুদিলে। আৰু, বহুত পৰৰ মূৰত ক'লে, "মোক বাহিৰত—চণ্ডীমণ্ডপত বিছনা পাৰি দিয়া।"

ৰামকালীয়ে বাহিৰতে শুনলেগে। তিৰোতাহঁতৰ এই হা-হুমুনিয়াহ তেওঁৰ অসহ্য, তেওঁ নিজে নিজেই অতি লজ্জিত বোধ কৰিছে। ৰামকালীৰ পক্ষে এই দুৰ্বলতা ক্ষমাৰ অযোগ্য। ৰামকালী অচেতন হৈ বাগৰি পৰিল, কেৰে কেৰে মূৰত পানী ঢালিলে, হা-হুতাশ কৰিলে, তাতকৈ ঘৃণনীয় কথা আৰু নো কি হ'ব পাৰে ?

এনেখন কিয় হ'বলৈ পালে ?

বহুদিনৰেপৰাই ভিতৰি ভিতৰি ক্ষয় হ'ব লাগিছে, যেন ভাঙোনৰ পদধ্বনি কাণত পৰিছে তেওঁৰ। শৰীৰ অসুস্থ। সেই তেতিয়াৰেপৰাই।

ৰামকালীৰ মাজতো এক আবেগৰ আলোড়ন উঠিল। চুটি-চাপৰ মানুহজনী, যিজনীৰ ৰামকালীয়ে কোনোদিনে পৰিপূৰ্ণ মানুহ হিচাপে গণ্য কৰা নাছিল, সেইজনীয়েযে দৃঢ়-কঠিন ৰামকালীৰ ইমানখিনি শক্তি হৰণ কৰিব, এই কথা ৰামকালীযে ধাৰণাই কৰিব পৰা নাছিল।

ভুবনেশ্বৰীৰ সম্পৰ্কে তেওঁৰ কোনোবাখিনিত যেন এটি মৰম-আকলুৱা মন আছিল, জীৱনৰ কোনো আদৰ্শত, কোনো চিন্তাত, কোনো সুখ-দুখতে তেওঁক তেওঁ আহ্বান কৰা নাছিল। আজি বোধ হৈছে, ৰামকালীয়ে যেন তেওঁৰ স্ত্ৰীৰ ওপৰত সম্পূৰ্ণ সুবিচাৰ কৰা নাছিল যেন। চিৰদিন তেওঁ পত্নীক লঘুভাৱেৰে ভাবিছিল, বোধহয তেওঁ ভবাৰ দৰে লঘু তেওঁ নাছিল, যিজনীক নিচেই সামান্য বুলি গণ্য কৰিছিল, তেওঁ সিমান সামান্যা নাছিল কিজানি। ৰামকালীয়ে তেওঁক মৰমৰ সৈতে হৃদয়ৰ শ্ৰদ্ধা যুক্ত কৰি হৃদয়ৰ সহধৰ্মিণী কৰি গঢ়ি তুলিব পৰাহেঁতেন, ওৰোটো জীৱন ইমান নিসংগ হৈ কটাবলগীয়া নহ'লহেঁতেন কিজানি।

মৃত্যুৰ মহিমাৰে ভুবনেশ্বৰী যেন ডাঙৰ হৈ পৰিল।

বিছনাত শুই থাকিয়েই ৰামকালীযে সংকল্প কৰিলে, শীঘ্ৰেই তীৰ্থ যাত্ৰালৈ ওলাব লাগিব। বায়ু-পৰিৱৰ্তনৰো প্ৰয়োজন হৈছে। বায়ু পৰিৱৰ্তনলৈ নোলালে স্বাস্থ্যৰ ক্ষয়পূৰণ সম্ভৱ নহয। ৰামকালীয়ে তীৰ্থযাত্ৰাৰ সংকল্প ঘোষণা কৰিলে।

যোৱা দুই-তিনিদিন ধৰি ৰামকালীক লৈ সকলোৱেই উদ্বেগৰ মাজেদি কটাইছিল। খুড়াকৰ নিষেধ সত্ত্বেও ৰাসুৱে ৰাতি বাহিৰ মহলৰ চণ্ডী মণ্ডপতে কটাইছিল—মনে মনে, তেওঁৰ চকুৰ আঁৰত।

আজি আকৌ পৰিয়ালটোলৈ স্বাভাৱিক অৱস্থা ঘূৰি আহিল। যদিও ৰামকালীৰ তীৰ্থযাত্ৰাৰ সংকল্প শুনি ভয় চিন্তা আতংক হ'ল, তথাপি তেওঁ আজিয়েই তো নোলায। তীৰ্থযাত্ৰাত আয়োজনৰো প্ৰয়োজন।

ৰাসুক আজি শশীতাৰাই আকৌ মতাই পঠিয়ালে। ক'লে, "চা, যদি

মত্তা মানুহৰ ছাল তোৰ গাত আছে, তেনেহ'লে মৈণীয়েৰৰ ইননি-বিননিত ভোল নাযাবি। আপোনঘাতী হ'ম বুলিলেই হ'বনে? আজি তুই এইফালৰ কোঠাত শুবি।"

তিনিটা ৰাতি বাহিৰ-মহলৰ চণ্ডীমণ্ডপত কটাই ৰাসুৰ মনো উসুৰু-খুসুৰু, এই প্ৰস্তাৱ শুনাৰ পাছত সি আৰু চঞ্চল হৈ উঠিল। অথচ 'হয়ভৰ' দিয়াৰো উপায নাই। এয়া যেন—ভোকত পেটৰ কেঁচু-কুমটি মৰিছে, খোৱাবস্তুও সমুখত, অথচ খাবলৈহে উপায নাই মুখত সোপা।

আৰু ৰাসুতো সাৰদা নহয় যে এইবোৰ কথাত মুখ মেলিব। সি লাজতে কোঁচমোচ খাই তলমূৰ হৈ থাকিল। শশীতাৰাই বুজিলে, মৌনং সম্মতি লক্ষণম। তেও' চল চাই চাপৰি বালে, "তই একো নকৰিলেও হ'ব দে, তই খোৱা-বোৱাৰ পাছত মাত্ৰ মোৰ কোঠাত বহি থাকিবিহি! পেহীয়ে-ভতিজাকে মেল মাৰি থকাৰ চেলু লৈ ৰাতি অলপ ঘোৰ কৰি দিম, তা'পাছত—এস্, নতুনজনীৰ মনটোলৈকো তই অলপ ধৰিবি নাচাবিনে? তাইৰ কথাটোও ভাবি নাচাবিনে?"

ৰাসুৰ চকুৰ কোণ সেমেকি আহিল, সি তাৰপৰা খৰধৰকৈ আঁতৰি গ'ল। ন-জনীৰ কথা সি ভবা নাই জানো? সদায়ে ভাবিয়েই আছে দেখোন।

কিন্তু যিজনীক লৈ শশীতাৰাৰ ইমান দুৰ্ভাৱনা, সেইজনী ক'ত আছে? ক'ত আছে পাটমহলৰ লক্ষ্মীকান্ত বানাৰ্জিৰ নাতিনীয়েক পটুলী?

তাই এক অজান অস্ভুত ভয়তে থৰ লাগি বহি আছে। এতিয়া অৱশ্যে তাই চিনি পোৱা হৈছে—তাইৰ সতিনী কোন। সতিনী যে ইমান ভীতিকৰ, সেই ধাৰণা আগতে তাইৰ নাছিল। তাই সাৰদাৰ মুখলৈ ভালকৈ চাবও নোৱাৰে। মাত-বোলৰ তো প্ৰশ্নই নুঠে।

অথচ সাৰদাই সদায় তাইৰ স'তে মাত-বোল কৰে। সংসাৰখনত সকলোকে তাইহে খাবলৈ-ল'বলৈ দিয়ে—অগত্যা পটুলীও তাইৰ হাতত পৰিবলগীয়া হৈছে। তাইৰ শাহুৱেকে পটুলীক নিজৰ হাতৰ মুঠিত বাঁধিবলৈ দিনদিয়েক চেষ্টা কৰিছিল, কিন্তু অক্ষমতাৰ বাবেই সেই আশা পৰিত্যাগ কৰিলে।

সাৰদাই সদায় পটুলীক মাতে, "ন-বোৱাৰী, ভাত খাবা আহা, ন-বোৱাৰী, এতিয়া মুড়ি দিও'নে তোমাক? ন-বোৱাৰী তুমি মাছৰ কোলঠী খাবানে গদা খাবা? ন-বোৱাৰী, আচাৰৰ কাঁহুদিৰ তেলেৰে সানি কণবেল খাইছানে কেতিয়াবা? খাবা যদি কোৱা সানো—"

ন-বোৱাৰী যে কাৰ ন-বৈণী সাৰদাই যেন নাজানেই। কুটুম্ব-ছোৱালী

আহিছে, পৰিয়ালৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰীয়ে যেনিবা আলহ-উদহকৈ ৰাখিছে— ইমানেই।

আজিও এবাটি ফুলৰি আৰু তিল-পিঠাগুড়িৰে চকল চকলকৈ বেঙেনা ভাজি আনি সাৰদাই পটলীক কৈছিলহি, "খাবানেকি তপতে তপতে?"

পটলীয়ে মূৰ জোকাৰি ক'লে, "ওহোঁ, নেখাও।"

সাৰদা অলপ আচৰিত হ'ল। কিয়নো, ন-বোবাৰীয়ে কোনো কথাতে 'নহয়' বুলি নকয়। নহয় বুলি নোকোৱা বাবে ভিতৰি ভিতৰি সাৰদাই বৰঞ্চ অলপ ভালেই পায়। ভাবে, ভালকৈ খুৱাই-বুৱাই পেটপূজা কৰি থাকিলেই তাইক কিজানি সেও মনাই ৰাখিব পাৰিব।

পটলীয়ে যে ভয়তে 'নহয়' বুলি নকয়, সাৰদাই সেই কথা ধৰিব নোৱাৰে। অৱশ্যে ধৰিব পৰাৰ কথাও নহয়। আজি 'নহয়' বুলি কোৱাত তাই ক'লে, "কিয়? ভোক নাইনেকি?"

পটলীয়ে মূৰটো আগতকৈও বেছিকৈ দোবাই আকৌ মূৰ জোকাৰিলে।

সাৰদা এখন্তেক মনে মনে থাকি মৰ্চকীয়াই হাঁহি ক'লে, "কেলেই কোবাচোন ন-বোবাৰী? তোমাক তো আভুকীয়া হৈ থকা কাহানিও দেখা নাই— ।"

এই কথাৰ উত্তৰত ন-বোবাৰীয়ে কোনো মাত নামাতিলে, তাইৰ মূৰটো আৰু অলপ দো খাই পৰিল মাথোন। সাৰদাই গুচি যাবলৈ বুলি খোজ লৈ ক'লে, তেনেহ'লে দুটামান তিলৰ লাড়ু পাঠয়াই দিওগৈ, তাৰেই জলপান খেৱা।"

এইবাৰ হঠাৎ ন-বোবাৰীয়ে ক'লে, 'তুমি মোক ইমান আলহ-উদহ কৰা কেলেই কোবাচোন?

এনেকুৱা প্ৰশ্নৰ বাবে সাৰদা মুঠেই সাজু নাছিল চাগে, তাই হঠাৎ থতমত খাই গ'ল, পিছে ক্ষন্তেকৰ বাবেহে। পাছ মুহূৰ্ততে অলপ কাঠহাঁহি এটা মাৰি ক'লে, "আলহ-উদহ নকৰিম কেলে', আলহ-উদহকৈ ৰখাৰহে সম্পৰ্ক দেখোন!"

ইমানপৰলৈ তলমূৰ হৈ আছিল, এইবাৰ বোধহয় অজ্ঞাতসাৰেই মূৰটো দাঙিলে পটলীয়ে, আৰু বহল পতাৰ চকুৰ কোণৰপৰা দুটোপাল পানী বাগৰি আহিল। সেই চকুযুৰিৰ দৃষ্টিৰ মাজেদি এক অসহায় ভৰ্ৎসনা ফুটি ওলাল। সেই দৃষ্টি সাৰদাৰ ওপৰতে নিবদ্ধ ৰাখি তাই ক'লে, "তামাচা কৰিছানেকি?"

মুখৰা সাৰদা হঠাৎ মূক হৈ পৰিল। সেই চকুলো দুটোপাললৈ তাই চাই থাকিব নোৱাৰিলে, আৰু ঈশ্বৰেহে ক'ব পাৰিব কোন এক অদ্ভুত কাৰণ-বশতঃহে সাৰদাৰ নিজৰ চকুযুৰিও সেমেকি উঠিল।

তথাপি নিজকে চম্ভালি লৈ তাই ক'লে, "ৰং-তামচা কৰিবলৈ নোৱাৰিম বুলি ৰ'বৰ নাপায়নে কি ?"

এতিয়ামানেহে পটলীয়ে মন কৰিলে যে তাইৰ চকুযুৰি মাত্ৰ দুটোপাল পানী পেলায়েই ক্ষান্ত হোৱা নাছিল, সেয়েহে তাই আকৌ তলমূৰ হ'ল আৰু কষ্টেৰে কণ্ঠস্বৰ পৰিষ্কাৰ কৰি লৈ ক'লে, "মই তোমাৰ শত্ৰুহে, মোক যেদি নিদিয়া কেলেই ? তেতিয়া তুমিও ৰক্ষা পাবা মযো।"

সাৰদাই বিষণ্ণ কৌতুকেৰে ক'লে 'মই যেনিবা ৰক্ষা পাবিমেই, তুমি ? তুমিনো ৰক্ষা পবাৰ কাৰণ ?"

"তেতিয়া আৰু তোমাৰ বুকুৰ শিল আৰু সংসাৰখনৰ পুতৌৰ পাত্ৰ হৈ থাকিব নালাগিব।"

সাৰদা আকৌ এবাৰ স্তব্ধ হৈ পৰিল। তাই দেখা পালে—তলমূৰ হৈ থকা ন-বোৱাৰীৰ চকুযুৰিৰপৰা পানীটুপি নিজৰা বৈ আহি তাইৰ কোচৰ ওপৰত থকা বগা হাতত দুখনৰ ওপৰত পৰিছেহি।

স্তব্ধ হৈ সাৰদাই সেইফালে চাই ৰ'ল, তাৰ পাছত হঠাৎ আত্মস্থ হৈ শান্ত দৃঢ় কণ্ঠেৰে ক'লে 'চকুলো মচি পেলা ন-বোৱাৰী আৰু কান্দিব নলাগে।"

'তোমাৰ ভাৰতো ধৰিছোঁ বাইদেউ মোক পাতমহললৈ ঘূৰাই পঠোৱা।"

"ভালে কথা কৈছ। মইনো পঠাবলৈ কোন ?" সাৰদাই হাঁহিলে, "বোলে মোৰ ওপৰত ফতোৱা জাৰী কৰা হৈছে—জনমটোৰ বাবে বিদায়। সি যি কি নহওক—বোলোঁ ইমান ৰূপ-যৌৱন লৈ কিহৰ বাবে মৰিবি আৰু হাৰি পলাই ফাট মাৰিবি কিয় ? যুঁজ-বাগ কৰি সতিনীৰ গৰাহৰপৰা গিৰিয়েৰক কাঢ়ি নানিবিনে ?"

"মই যুঁজ-বাগ একো নিবিচাৰোঁ বাইদেউ।"

"নিবিচাৰ যুঁজ-বাগ নকৰ ? কি মুস্কিল। তেনেহ'লে মাগনাৰ কড়ি বুলি দি দানত প্ৰাণ হেৰুৱাব লাগিব দেখোন!" সাৰদাই আগৰদৰেই বিষণ্ণভাৱে ক'লে, "তই দেখিছোঁ মোৰ সকলো ৰং-তামাচা নষ্ট কৰিলি! যুঁজ-বাগ কৰিলে বল-শক্তিৰ পৰীক্ষা হয়, দান-ধৰ্ম্ম কৰিবলৈ হ'লে দেখোন লোণভাৰ পেলাই মাটিভাৰহে আনিব লাগে।"

"মোক একো নালাগে বাইদেউ।"

ন-বোৱাৰীয়ে ব্যাকুল আবেগেৰে ক'লে।

সাৰদাই হাঁহিলে, "একোৱে নালাগেনে তোক ? গিৰিয়েৰটোকো নালাগেনে ?"

"নালাগে।"

সাৰদাই ক'লে, "কিন্তু জগতৰ নিয়ম কি জাননে, নুখুজিলে সকলো

পায়, খুজিলেই একো নাই। এস,—কথা পাতি থাকোঁতেই ইমান বঢ়িয়া তিল-পিঠাগুড়িৰে তজা বেঙেনাভাজিখিনি সেমেকি গল। খা, খাই ল, মন ভাল লাগিব।"

"মাজুককা।"

এখন সৰু বহী লৈ জুপি জুপি ৰামকালীয়ে তেওঁৰ আসন্ন তীৰ্থযাত্ৰাৰ হিচাপ কৰি আছিল, হঠাৎ ৰাসুৰ সৰু ল'ৰাটোৰ মাতত চ'ক খাই উঠি মৰমসনা মাতেৰে ক'লে, "কি বাপা ?"

"মায়ে কৈছে, মায়ে তোমাৰ ওচৰত ভিক্ষা খুজিব।"

এয়া আকৌ কেনে অভিনৱ কথা!

ৰামকালীয়ে বিমূঢ় দৃষ্টিৰে চালে।

দুৱাৰৰ সিফালে ৰাসুৰ পৰিবাৰৰ উপস্থিতি গম পালে। তেওঁ প্ৰায় বিচলিত কণ্ঠেৰে ক'লে, "কি কৈছা বাপা, বুজি নাপালোঁ দেখোন।"

এইবাৰ মাধ্যমৰ ভূমিকা প্ৰায় নোহোৱা হ'ল। মাধ্যমটিক মাত্ৰ মাধ্যম হিচাপে লৈ সাৰদাই সৰু সৰু মাতেৰে ক'লে, "সোণটো, কোৱা, মায়ে তেওঁৰপৰা কাহানিও একো খোজা নাই, ঘৰৰ বৰ বোৱাৰী, বৰ বোৱাৰীয়ে এটা ভিক্ষা খুজিছে—"

ৰামকালীয়ে বুজিলে, এয়া আন একো নহয়, ৰাসুৰ দ্বিতীয়পক্ষ-ঘটিত নাটক। এয়া নিৰ্ঘাত সতিনী-অসহিষ্ণু এইজনীয়ে সতিনীক তাইৰ মাকৰ ঘৰলৈ পঠিয়াই দিবলৈহে খাটনি-লোটনি ধৰিছে। বিৰূপ মনেৰে হাঁহি মাৰি গহীনাই সুধিলে, "ভিক্ষাটো কি, সেই কথাটো নজনাকৈ বগা কাগজত চহী মাৰিব তো নোৱাৰি বৰ বোৱাৰী। আৰু দিবলগীয়া ক্ষমতা মোৰ নাথাকিবওতো পাৰে—।"

"সোণটো, কোৱা, আপুনি মন কৰিলেই পাৰিব।"

ৰাসুৰ পৰিবাৰৰ এই অসমসাহসিকতাই যদিও ৰামকালীক স্তম্ভিত কৰিলে, তথাপি অলপ চমৎকৃত নহৈও নোৱাৰিলে। হঠাৎ আন এজনী অসমসাহসী ছোৱালীলৈ মনত পৰি মনটো শিথিল হৈ পৰিল। ক'লে, "বাপা, মাৰাক কোৱা, মন কৰিবলগীয়া হ'লে নিশ্চয়েই কৰা হ'ব।"

"সোণটো, কোৱা, আপুনি তীৰ্থলৈ ওলাইছে, মাকো লগত লৈ ওলাওক।"

এয়া আকৌ কেনে কথা!

এই কথা যে ৰামকালীৰ ধাৰণাৰ অগোচৰ, স্বপ্নৰো অগোচৰ। ৰাসুৰ পৰিবাৰে এইটো কথা ক'বলৈহে আহিছে তেন্তে! এইজনী বলিয়া হ'ল নে কি? পিছে এইটো তেনেই হাঁহিউঠা অলীক কথা, সেয়েহে খেয়ালিৰ সুৰেতে

ক'লে, "তোমাৰ মাৰাক লগত লৈ ওলাবলৈ মোৰ সাধ্য হ'বনে বাপা ? তুমি ডাঙৰ হোৱা, মাৰাক লৈ তুমিয়েই ওলাবা ।"

"মাজুককা, মায়ে কৈছে তামচা কৰি উৰাই দিলে নহ'ব, মায়ে সঁচায়ে ভিক্ষা খুজিবলৈ আহিছে ।"

ৰামকালীয়ে আৰু মাধামক গ্রাহ্য নকৰিলে, ক'লে, "বৰ বোৱাৰী, তোমাৰ প্রার্থনাটি একেবাৰে অসম্ভৱ । আমি মতা মানুহ, ক'ত থাকিম, কি খাম, কেনেকৈ ঘূৰি ফুৰিম—"

"মাজুককা, মাযে কৈছে, মাযে কষ্ট কৰিবলৈ পিছ নোহোঁহকে । তোমাৰ ৰন্ধা-বঢ়া কৰা, বাচন-বৰ্তন ধোৱা আদিৰ বাবেও মানুহ এজনী লাগিবই নহয় ? মাযে সকলো কৰিব ।"

"বাপা, তোমাৰ মামাৰ বযস কম, সকলো কথা বুজিব নোৱাৰে । সম্ভৱ হোবাহেঁতেন মোক দুবাৰকৈ ক'ব নালাগিলহেঁতেন । তোমাৰ মাৰাক কোৱা, ঘৰৰ .ৰ বোবাৰী হিচাপে মোক এটি অনুৰোধ কৰিলে, মই যে অনুৰোধটি ৰক্ষা ৰিব নোবাৰিলোঁ, মোৰো সেই কথাত কষ্ট হৈছে । তাৰ সলনি মই তেওঁ৷ নামত খাচদখলী বিছ বিঘা ৰূপিতমাটি দলিল কৰি লিখি দিম । সেই ম.টিৰ আদায়-উচুলৰপৰা তেওঁ যি ইচ্ছা কৰিব পাৰিব । আৰু তুমি যেতিয়া ডাঙৰ হ'বা—"

সোণটো, কোবা, মাৰাক বিষয়-সম্পত্তি নালাগে ।"

খাচদখলী বিছ বিঘা ৰূপিত মাটি !

ঽনানতো তাই প্রলোভিত নহ'ল ? আচৰিত কথা তো ! সঁচা কথা ক'বলৈ গ'লে ৰামকালীৰ এই সংকল্প আজিৰ নহয় । তেওঁ যোৱা কিছু দিনৰপৰাই এনে ধৰণৰ কিবাকিবি কৰিবলৈ ভবা-গুণা কৰি আছিলেই । এই সাৰদাজনীক তেওঁ বিমানেই এজনী সাধাৰণ হিংসুক তিৰোতা বুলি নাভাবক লাগে, তাইৰ সম্পৰ্কে কিবা যেন এটা অপৰাধবোধে তেওঁক তেওঁৰ হৃদয়ৰ গভীৰ স্তৰত পীড়'ছল । সেয়েহে ভাবিছিল যে ক্ষতিপূৰণৰ অৰ্থে—

কিন্তু এইজনীয়ে কি কৈছে ! বিষয়-সম্পত্তিত তাইৰ কোনো প্রয়োজন নাই ?

ৃলপ সময় মনে মনে থাকি তেওঁ ক'লে, "তেনেহ'লে মই আৰু কি কৰিব পাৰোঁ কোৱা, বাপা ! লোকে নিন্দা কৰিব পাৰে এনেকুৱা কাম মই কেনেকৈ কৰোঁ ।"

"মাজুককা, তুমি লোকনিন্দালৈ ভয় নকৰা দেখোন ।"

"লোকনিন্দালৈ ভয় নকৰোঁ ।"

হঠাৎ যেন ৰামকালী অজান ৰহস্যময় ৰাজ্য এখনৰ সন্মুখত থিয় হ'লহি ।

এওঁলোকে ৰামকালীক কি বুলি ভাবে? ৰামকালী সম্পৰ্কে, ৰামকালীৰ অপৰিচিত যি এখন জগৎ যে আছে, তেওঁলোকৰ ধাৰণা কি বাৰু?

কৌতুকৰ বিস্ময়ত পৰি অল্পভাষী ৰামকালীয়ে আজি অলপ বেছি কথাই পাতিলে।

"লোকনিন্দালৈ ভয় নকৰোঁ—এই কথা কোনে কৈছে বাপা? নিশ্চয় ভয় কৰোঁ। সঁচাকৈ নিন্দাৰ কাম কৰিলে—" ৰামকালীয়ে কৈ থাকোঁতেই ভাবিলে—ভাবি বৈ দিলে।

এই ছেগতে ইমানপৰে নম্ৰ আৰু মৃদু কণ্ঠস্বৰ প্ৰায় স্পষ্ট হৈ উঠিল, "সোণটো কোৱাঁ, আপোনাৰ এজনী দুখুনী ছোৱালী থকাহেঁতেন, তেওঁক তীৰ্থলৈ লৈ ওলোবাহেঁতেন লোকে নিন্দা কৰিলেহেঁতেননে?"

ৰামকালী স্তব্ধ হৈ গ'ল।

বহুতোপৰলৈকে মনে মনে থকাৰ পাছত ক'লে, "বাৰু—বাপা, তোমালোক ভিতৰলৈ যোৱাগৈ, মোক অলপ ভাবি চাবলৈ দিয়া।"

ওঁ, ৰামকালীয়ে ভাবি চাব। বহুতো কিবাকিবি ভাবি চাব। এইজনী ছোৱালীয়ে বিছ বিঘা ৰূপিত মাটিৰ মোহ ত্যাগ কৰি কি মানসিক অৱস্থাৰে তীৰ্থলৈ যাবলৈ ওলাইছে, সেই কথা ভাবি চাব, আৰু চিন্তা কৰি চাব, মোক্ষদাক লগত লৈ ৰাসুৰ পৰিবাৰৰ প্ৰাৰ্থনা পূৰণ কৰিব পাৰিনেকি। মোক্ষদাৰ হাতহে ভাগিল, ভৰি দুখন সবল হৈয়েই আছে। তেওঁৰ জীৱনতো কাহানিও একো নহ'ল।

ৰামকালীয়ে এই কৰ্তব্যটো কৰা উচিত আছিল।

ৰান্ধনিশাল-আখলৰ প্ৰাণীকেইটো সম্পৰ্কে ইমান দ'কৈ ৰামকালীয়ে কাহানিও ভাবি চোৱা নাছিল।

এজনী ছোৱালীয়ে তেওঁক কৌতিয়াবা কৌতিয়াবা ভবাই তুলিছিল। সেইজনী ছোৱালী ৰামকালীৰপৰা বিচ্ছিন্ন হৈ থকা বহুকাল হৈ গ'ল। ৰামকালীয়ে আচৰিত হৈ ভাবিলে, সেইজনী ছোৱালীৰ কথা কিমান দিন ধৰি যে তেওঁৰ ভাবিবলৈ নহ'ল!

তাই চিন্তিত হ'ব বুলি ভাবিয়েই ৰামকালীৰ অসুখৰ সম্বাদ দিয়া নহ'ল।

কিন্তু তীৰ্থযাত্ৰাৰ সম্বাদ?

সেই সম্বাদো নিদিলে হ'বনে?

জ্বৰ! জ্বৰ!

এপষ উকলি গ'ল।

ক্ৰমাত বাঢ়িহে গৈছে, কমা নাই। ক্ৰমে ক্ৰমে সন্নিপাতে ধৰিলে। ৰোগীয়ে হাত মুঠি মাৰি আস্ফালন কৰিছে, বিছনাৰ ওপৰত চটফটাই উঠি বহিছে। ৰোগীক বিছনাত হেঁচি ধৰি শুৱাই ৰাখিবলৈ বিছনাৰ দুই মূৰে দুজন মানুহ বহি আছে।

আন এজনে পুণী-পুখুৰীৰ পৰা কলহে কলহে ঠাণ্ডা পানী আনি ৰোগীৰ মূৰত ঢালিছে। কবিৰাজে ঔষধ দিছে ঠিকেই, কিন্তু ফেঁচামুৰাটো হে যিদৰে লাহে লাহে মূৰ জোকাৰিছে, তাৰ ফলত তেওঁৰ ঔষধ সম্পৰ্কে কোনেও ভৰসা বোধ কৰিব পৰা নাই।

ইফালে ঘৰত ৰথাযাত্ৰা-দোলযাত্ৰাৰ খদমদম।

চুবুৰিৰ মানুহবিলাকৰ খাই-শুই স্বস্তি নোহোৱা হৈছে। তেওঁলোক প্ৰতি মুহূৰ্তত চৰম মুহূৰ্তলৈ আশংকা প্ৰকাশ কৰি তাতে জুপুকা লাগি বহি আছে, কিজানি ভাওনাৰ শেষ দৃশ্য চাবলৈ নাপায়! অৱশ্যে কোনো অ-হিতৈষী নহয়। সিহঁতৰ নৰকুমাৰক সকলোৱেই ভাল পায়। কোনো কোনোৱে তাৰ নামত দেৱতালৈ মানস কৰিছে, 'গা শীতল' হোৱাৰ মানসেৰে গংগাজলৰ কলহৰ ভিতৰত পাঁচকড়া কড়ি পেলাই থৈছে আৰু ওলাইচণ্ডী তলাৰপৰা গোসানীৰ চৰণামৃত আনি নিতৌ তাৰ যোগান ধৰিছে।

বানাৰ্জি-গৃহিণীৰ এই বুকুৰ ধন চকুৰ মণিটিৰ প্ৰাণৰ বাবে উদ্বেগ, উৎকণ্ঠাৰ অন্ত নাই! তথাপি—আশা আৰু নায়েই যেতিয়া, বিশেষ নাট্য-মুহূৰ্তটি নোচোৱাকৈ থাকিব কিয়?

গতিকে নিজা নিজা ঘৰৰ ৰন্ধা-বঢ়া খোৱা-বোৱা চমুৱায়ো এই ঘৰত উপস্থিত হোৱাৰ কথা পাহৰা নাই। তাৰোপৰি, প্ৰায় প্ৰতিজনীয়েই একো একোজনী অভিজ্ঞ চিকিৎসক। সেই চিকিৎসা-বিদ্যা প্ৰয়োগ কৰিবলৈ সুবিধা ওলাইছে যেতিয়া, কামত নলগাব কেলেই?

দৰাচলতে, কবিৰাজী চিকিৎসা এতিয়া বাতিল। চুবুৰিৰ গৃহিণীহঁতৰ চিকিৎসাহে চলিছে। কালি নুটুৰ সোণাৰিৰ মাকৰ কথা মতে পেটৰ ওপৰত পোতাপুখুৰীৰ শেলুৱৈৰে প্ৰলেপ দিয়া হৈছিল। কিয়নো নুটুৰ মাকৰ এজন ভাই-শহুৰৰ ল'ৰা এটাৰ হেনো ঠিক এই অৱস্থাতে সেই দৰবেই অব্যৰ্থ হৈছিল।

নহ'বইবা কিয ?

কথাত বোলে 'মুখৰ আৰু উদৰ'। দুয়োটাৰ মাজত দূৰত্ব ভালেখিনি থাকিলেও সম্বন্ধ যে অবিচ্ছেদ্য !

এফাল ঠাণ্ডা কৰিব পাৰিলে আন ফাললৈ আৰু কিমান পৰ। সেযেহে উদৰৰ অৰ্থাৎ পেটৰ ওপৰত শেলুৰৈৰ প্ৰলেপ দি দি তাক ঠাণ্ডা কৰিবলৈ প্ৰচেষ্টা চলোৱা হৈছিল—মুখলৈ অৰ্থাৎ মূৰলৈ উঠা তেজ-প্ৰবাহক নমাই আনিবলৈ।

কিন্তু নুটুৰ মাকৰ ফুটা কপাল,! ইমান ডাঙৰ অব্যৰ্থ প্ৰযোগো বিফলে গ'ল। ৰোগীযে বিছনাৰ ওপৰতে মূৰ ঘঁহিবলৈ ধৰিলে।

আজি সেইদেখিহে হৰি ঘোষালৰ গৃহিণীযে দিযা দৰব প্ৰযোগ কৰা হৈছে। গাৰ তাপ 'ধান দিলে আখৈ ফুটা' বিধৰ, সেযেহে ঘোষাল গৃহিণীযে বিধান দিলে ঃ তিতা জেপজেপীযা কানিৰে ৰোগীক গাযে-মূৰে মেৰিযাই তাৰ ওপৰত জোৰে জোৰে বিচনীৰে বিচিব লাগিব। বিচনীৰ বা' লাগি তিতা কানি শুকালেই আকৌ তাৰ ওপৰত পানী ছটিযাব লাগিব।

ৰোগী জ্ঞানশূন্য, গতিকে সৌৰিকাহঁত বাক্য-বিন্যাসত ভযশূন্য। ঠিক এনে অবস্থাত আৰু এই ধৰণৰ লক্ষণত কাৰ চিনাজনা কেইজন ৰোগীৰ স্বৰ্গপ্ৰাপ্তি ঘটিছিল তাৰ হিচাপ-নিকাচৰ লগে লগে উদ্দাম বেগেৰে বিচনীৰে বিচ থকাও চলিছিল। নীলাম্বৰ বানাৰ্জি বহুতো পৰলৈকে বহি থকাৰ পাছত হঠাৎ 'বুকু বিযাইছে' বুলি কৈ কাষৰে কোঠাটোত শুলেগৈ। সদুৰে তেওঁৰ চকুৰে-মুখে পানী দিবলৈ ধৰিলে, আৰু এনেতে এলোকেশীযে ইনাই-বিনাই কান্দিবলৈ ধৰিলে।

যিসকল ৰোগীৰ কোঠাত বহি আছিল তেওঁলোকে বুজিলে যে, সিজনীযে আৰু নোবৰা হৈছে, ইমান দিন সহ্য কৰি কৰি এতিযা বুকু ছিৰাছিৰ হৈছে।

যিসকল এই কোঠাটোৰ বাহিৰত আছিল, তেওঁলোকে উধাতু খাই দৌৰি আহিল। নীলাম্বৰে 'ছেঃ সৰ্বনাশ হৈ গ'ল' বুলি খাটৰপৰা ধৰফৰাই নামিবলৈ যাওঁতে হুৰমুৰকৈ বাগৰি পৰি গ'ল, আৰু সদুৰে তেওঁক তুলি ধৰাৰ পৰিবৰ্তে সিকোঠালৈ গুচি গ'ল, পিছে তাত খন্তেকপৰ থকাৰ পাছত আকৌ উভতি আহি মামাকক বুজনি দিবলৈ ধৰিলে।

এলোকেশীয়ে নীলাম্বৰৰ ওচৰলৈ যোৱাটো কৰ্তব্য আছিল। কিন্তু কোনটোনো তেওঁ কৰিব ? তেওঁ তো চতুৰ্ভুজা নহয়।

এলোকেশীযে ঢেঁকীশালত বহি কান্দি আছে।

সমাগতা মহিলাসকল তাতে জুম বান্ধিলে গৈ আৰু হঠাৎ এই কান্দোনৰ কাৰণ অৱগত হৈ গালে-মুখে হাত দি বহি পৰিল।

কেইজনমানে এই কথাও ক'লে, "ভাঁৰিৰ ধূলি অকণ দিয়া নবুৰ মাক, তোমাৰ ভাঁৰিৰ ধূলি অকণ দিয়া মূৰত লওঁ, তেতিয়াহে যদি তোমাৰ দৰেঁ সহ্যশক্তি পাওঁ, সেই দন্দুৰী বোৱাৰীজনীক লৈ আজিলৈকে কেনেকৈ যে ঘৰখন চলাই আছা তুমি'।"

এগৰাকীয়ে আক্ষেপ কৰি ক'লে, "মই আকৌ ভাবিছিলোঁ—আজি ভৰ-সন্ধিয়া তোমাৰ বোৱাৰীক লৈ আই চণ্ডীৰ থানলৈ গৈ শাখ-সেন্দুৰ জমা দি 'আয়তী বন্ধক খোৱাৰ' মানস কৰোৱাই আনিম। ইফালে তোমাৰো দেখোন মূৰৰ ঠিক নাই, দহে তোমাক নেদেখিলে হ'বনে? কিন্তু তোমাৰ বোৱাৰীৰ যিহে উধনীয়া ভেম, ক'বলৈ ভাৰসাহে পোৱা নাই।"

আন এজনীয়ে ফুচফুচকৈ ক'লে, "নক'বা বা'দেও নক'বা আৰু। মই নাই কোৱা বুলি ভাবিছা নেকি? মই তাইক 'হাত বন্ধা'ৰ কথা কৈছিলোঁ। কিন্তু নবুৰ ঘৈণীয়েকে হেনো সদুৰ আগত ক'লে বোলে—'মই সৌহাতৰ সলনি বাঁওহাতেৰে ভাত খালে মোৰ মানুহজনে পৰমায়ু ঘূৰাই পাব বুলি বিশ্বাস নকৰোঁ মই। উচিত মতে দৰব নেখালে অসুখ ভাল হ'ব কেনেকৈ'?"

'আই ও। তাই ক'লে এই কথা?"

"সদুৱে তাকে ক'লে দেখোন। ক'লে এই কথা লৈ বোৱাৰীক আৰু কুটুৰি নাথাকিবা খুড়ী, তাই মানুহৰ মান-মৰ্যাদা ৰাখিব নাজানে। তোমাৰ কথাত পোনছাটেই 'নহয়' বুলি কৈ দিব পাৰে তাই।"

'এনেযে কৈছেনে নবুৰ মাকৰ ভৰি ধোৱা পানী খাব লাগে বুলি?"

কথাষাৰ এলোকেশীৰ কাণত পৰিল। তেওঁ আকৌ এবাৰ নিজৰ বুকুত ঢৰা-চাপৰ এটি মাৰি, আৰু আৰু এবাৰ সেই চিৰ-পৰিচিত সুৰতে বিনাবলৈ ধৰিলে।

"হেৰ নবু ঐ—অ' মোৰ সোণৰ লাৰুটি ঐ—তই থাকোঁতে তোৰ ঘইণী শাঁকিণীয়ে মোক কেনেকৈ' ভৰিৰে গচকিছে চাহি ঐ!"

যিসকলে ৰোগীৰ আলপৈচান ধৰিছিল, তেওঁলোক দৌৰি আহিল। হ'ল কি? কি হ'ল?

এই সময়তনো সেই 'বেতালচণ্ডী' বোৱাৰীজনীয়ে আকৌ কি কৰিলে।

পিছে তাই যি কাম কৰিলে সেয়া অতিচাৰ কামেই হয়।

শাহুৱেকৰ মুখত ধৰি কৈছে, "মানুহজনক দহোজনীয়ে মিলি বেঁপি বেঁপি নাকাটি পোনেই আই চণ্ডীৰ থানলৈ নি বলি নিদিয়া কেলেই? মানুহ-জনেও শান্তি পালে হয়, আন দহোজনীৰো কাম পাতলিল হয়!"

বিজনী বোৱাৰীয়ে নিজৰ গিৰিয়েকৰ কথা লৈ শাহুৱেকৰ সৈতে বাচ্যাবাচ্যি কৰিব পাৰে, তাই কি কৰিব নোৱাৰে!

"শোটাৰে কোবাই উলিয়াই দিয়া, খেদি দিয়া ইয়াৰপৰা—" চাটাৰ্জি

গৃহিণীয়ে কণ্ঠৰো মাতেৰে ক'লে, "এই ডকাইতনীৰ ডকা-হ'কাত পৰিয়েই তোমাৰ ল'ৰাটো ধানৰ চোকোৰা যেন হ'ল নবুৰ মাক ! নহ'লেনো এনেহেন যোৱান ল'ৰাটোক হঠাতে পিশাচে পোৱা ৰোগে ধৰিবই বা কেলে' ?"

"তথাপি মোৰ নবাটোৰ ঘৈণীয়েকতে মন-প্ৰাণ বাইদেউ। ঘৈণীৰ ভয়তে ঠৰ।"

দুযোটা অৱস্থাৰ মাজত একো সামঞ্জস্য নথকা সত্ত্বেও এলোকেশীয়ে ক'লে।

"পিছে—ঈশ্বৰেও তাইক পাত পাৰি ভাত নোপোৱা কৰিহে এৰিব। অৱশ্যে তোমাৰ মুৰতো টাঙোন নমৰা নহয়। আৰ পাপত তাৰ দণ্ড, মহাপাপীৰ লগত যমদূতেৰো দণ্ড হয়। তথাপি এই কথাও ক'ম—তাইৰ দুখে বুলাই পাচিযে নধৰা হ'ব, তাইৰ দুখ দেখি শিয়াল-কুকুৰেও ৰাউচি জুৰিব, বাটৰ শত্ৰুৱেও 'উস আস' কৰি গুচি যাব।

এওঁলোকৰ মাজত বহুতেই এলোকেশীৰ ওচৰত ধৰুৱা। এলোকেশীয়ে গোপনে সুদৰ কাৰবাৰ কৰে। এওঁলোকৰ বহুতৰ সোণ-ৰূপ আদিৰ গহনা-পাতি এলোকেশীৰ চন্দুকত আথাৰি-আৱাৰি হৈছে।

অৱশ্যে সেইবুলি গাঁৱত স্পষ্টবক্তা ন্যায়দৰ্শী মানুহ একেবাৰে নথকা নহয়। কিন্তু তেওঁলোকৰ স'তে এলোকেশীয়ে 'পাগ-টান' দি থৈছেই। তথাপি নবকুমাৰৰ 'যোবা-থোবা' অসুখৰ সম্বাদ শুনি চাবলৈ আহিছে তেওঁলোকে, দুই-চাৰি ন্যায্য মাত মাতিছেও।

যেনে ভজুৰ পেহীয়েকে কৈছিল: 'পিছে হেৰা—বোৱাৰীৰ মাকৰ ঘৰলৈ খবৰ দিলানে ?"

এলোকেশীয়ে মুখ ওলোলাই উত্তৰ দিছিল: 'কেলে', তালৈ খবৰ দিনো হ'ব কি ?"

"অ' আই, তেওঁলোকৰ হ'ল—জোঁৱাই ! ঈশ্বৰে নকৰক, পিছে ভাল-বেয়া ভগৱানৰহে হাত, কিবা এটা ইফাল-সিফাল হ'লে জবাবটো কি দিবা ?"

"জৱাব !"

এলোকেশীয়ে মনোকষ্ট পাহৰি তিহতিহাই উঠি কৈছিল, 'কেলে' ? মই সিহঁতৰ চোতালতে থাকোঁনে কিবা ? সিহঁতৰ জমিদাৰীৰ প্ৰজানেকি মই ? মই কিবা সিহঁতৰ ওচৰত ধৰুৱা হৈ আছোঁনেকি ? মই কাঠগৰাৰ আচামীনে কিযে জৱাবদিহি কৰিব লাগিব ? মোৰ এতিয়া বুকু জুৰাবৰ ঠাই নোহোৱা হৈছে, নহ'লে—তোমাক মই উচিত কথা ক'লোঁহেঁতেন কাইথনন্দী !"

সনতৰ বৰমাকে এদিন কৈছিল, "নবুৰ শহুৰ বোলে নামকৰা কবিৰাজ, তেনেস্থলত তেওঁৰে জোঁৱায়েকৰ খবৰটো নিদিলা কেলেই ?"

এলোকেশীয়ে গম্ভীৰ কণ্ঠেৰে উত্তৰ দিছিল, "মোৰ খবৰত দহোটা পাইক পিয়দা নাই নহয় যে ভুটুৱৈকে খবৰটো লৈ ওলাবগৈ ? বোলে লম্বাটাৰ বেমাৰতে চকুত সৰিষহ ফুল দেখিছোঁ। আৰু হেৰি—ভাল কথা, তোমালোক দহোজনী আছাই যেতিয়া খবৰটো দি থৈ আহাঁগৈচোন। কৈ পঠোৱা 'আহাঁ এবাৰ তুমি, তোমাৰ জোঁবায়েৰাৰ উচিত চিকিচ্ছা কৰি যোৱাঁহি।"

তাৰ পাছতনো আৰু কোনে কি ক'ব ?

কিন্তু এলোকেশী বাৰু ইমানেই বেয়া নে, যে তেওঁ নিজৰ পুত্ৰৰো মংগল-অমংগললৈ কেৰেপকে নকৰে ?

নহয, কথা আন।

আচলতে বোৱাৰীৰ দেউতাক যে ধন্বন্তৰী, এই কথাত এলোকেশীৰ বিশ্বাসেই নাই। আৰু ভাৱোপাৰ্থীৰ আৰু এটা গূঢ় কথাও আছে। যদি সঁচাযে সেয়ে হয়গৈ, বোৱাৰীৰ বাপেকৰ গুণতে যদি তেওঁৰ পুতেক ভাল হৈ উঠে, এলোকেশীয়ে সেই অপমানৰ পোৰণি জুৰ পেলাব কেনেকৈ ?

আৰু বোৱাৰীয়েও তেতিয়া লাই পাই মূৰত নুঠিবনে গৈ ? এলোকেশীয়ে তেওঁৰ পুতেকৰ মংগল কামনাত তেত্ৰিছ কোটি দেৱ-দেৱীৰ চৰণত শত-সহস্ৰবাৰ মূৰ দোঁৱাইছে, কিন্তু বোৱাৰীৰ দৰ্প চূৰ্ণ হওক—এয়াও তেও প্ৰাৰ্থনা। দুয়োটাৰ মাজত সামঞ্জস্য বিধান কৰিব নোৱাৰি, কিয়নো 'সিপুৰীলৈ ও লবা' স্বামী ভাল হৈ উঠিলে তিৰোতাই আৰু জাগাৰ-জিগিৰ নকৰাকৈ থাকিবনে ? তেনেহেন ঘটনা হ'লে কোনোৱে ল'ৰাৰ মাকৰ পুণ্যবলৰ কথা নকয়, তিৰোতাজনীৰ, 'আযতী'ৰ প্ৰতাপৰ কথাহে কয়।

আকৌ সেই 'ভাল হৈ উঠা'টো যদি ঘৈণীয়েকৰ নিজৰ বাপেকৰ গৌৰৱ হয়গৈ, উস। ৰক্ষা কৰা! নবুৰে তাৰ নিজৰ বাপেকৰ গুণতে তৰিব। নিতৌ এশআঠ পাত তুলসী উছৰ্গা কৰাটো ব্যৰ্থ হ'বনে কিবা ?

হায়! এলোকেশীৰ পুতেকৰ এশ বছৰ পৰমায়ু হৈহে যদি বোৱাৰীয়ে বোন্দাথেকেচা খায়! কিন্তু সেইটো নহ'বগৈ। এলোকেশীৰ প্ৰাণ-পুতলীয়েই যে বোৱাৰীৰ গপতে গণ্ডাটোপ হোৱাৰ মূল।

কিন্তু সত্য এই নাটকৰ কোন অংকত আছে ? তাই এবাৰলৈকো পতিসেৱাৰ পুণ্যাৰ্জন নকৰিবলেনে ?

ওহোঁ, সেই পুণ্যাৰ্জনৰ সৌভাগ্য নহ'ল তাইৰ। কিয়নো ডাঙৰসকলৰ আগত ওলাই তাই গিৰিয়েকৰ গায়ে-মূৰে হাত ফুৰাব তো নোৱাৰে। কোঠাত সোমায়েইবা কোনটো নাকেৰে ?

ৰাতি ? তেতিয়াতো শহুৰ-শাহু দুয়ো ল'ৰাক বুকুত লৈ তাতে পৰি থাকে। আৰু মাজুৰে তেওঁলোকৰ আলপৈচান ধৰে। তাত সত্য কোন ?

তাৰোপৰি তাইৰ কোলাত কেঁচুৱা। ছমাহো পূৰ হোৱা নাই। আৰু লগতে তাইৰ মূৰৰ ওপৰতে সংসাৰখনৰ দায়িত্ব।

স্বামীসেবাৰ এটি অংশ তাইৰ ভাগত আছে। সেই অংশটি হ'ল ঔষধৰ অনুপান তৈয়াৰ কৰা। বহুবিধ বস্তু লৈ খুন্দা বটা গুড়ি কৰা সিজোৱা ইত্যাদি। এইবোৰ কামত তাইৰ ভালেখিনি সময় যায়।

ঔষধে গুণ নধৰা দেখি কবিৰাজে আকৌ সদায় অনুপানতহে ত্ৰুটি আবিষ্কাৰ কৰিছে! জেদী সত্য এনেবোৰ সময়ত অলৰ-অচৰভাৱে থিয় হৈ থাকে। কেৱল ৰান্ধনি-ঘৰৰ এচুকত যেতিয়া অকলৈ তলমূৰ হৈ কাম কৰে, আৰু ৰাতি যেতিয়া ল'ৰা দুটিযে টোপনিৰ কোলাত আশ্ৰয় লয়, তেতিয়া তাই বান্ধ ভঙা অশ্ৰুৰ সাগৰ বৈ যায়।

নৰকুমাৰ যদি সঁচাকৈ আৰু ভাল হৈ নুঠে।

তোলপাৰ লাগি যায় তাইৰ আকাশ পাতাল পৃথিৱী। যিজন মানুহ সত্যাৰ মনোজগতত এক অবোধ অজ্ঞান নাবালক হৈ আছিল, সেইজন যে তাইৰ ইমান ডাঙৰ আশ্ৰয়, তেতিয়াহে সত্যাই বুজি পালে, যেতিয়া মানুহজন গুচি যাবলৈ ওলাইছে।

সত্যাই সদায় মানুহজনক গালি পাৰিছিল কিয়? কিয় কদৰ্থনা কৰিছিল সদায়? কিয় মানুহজনক কেৱল ভাল পাব পৰা নাছিল? কেৱল হাঁহি-মাতি মাত-বোল কৰা নাছিল কিয়?

হে ঈশ্বৰ, এইবাৰলৈ তাক ভাল কৰি তোলা, সত্যাই তাক সদায় ভালপাই থাকিব। সি নিৰ্বোধ হওক ভীৰুতা কৰক ল'ৰামতীয়া কাণ্ডয়েই কৰক, কোনো দোষ নধৰে তাই।

কিন্তু সি ভাল হৈ উঠিবনে?

মাকক অৱহেলা কৰিছিল সত্য, মাক জীয়াই নথাকিল। আৰু স্বামীক অৱহেলা কৰি পাৰ পাবনে?

তেতিয়া জানিবা বোধ-বুদ্ধি-নাছিল, মাক যে কি বস্তু সেই বোধ নাছিল।

কিন্তু এতিয়া?

এতিয়ানো কি উত্তৰ দিব তাই?

সত্যাই ওৰে ৰাতি উজাগৰে থাকি কাণ থিয় কৰি বহি থাকে। হঠাৎ কেতিয়াবা সেই ভয়ংকৰ শব্দটো উঠে মাজে মাজে নিশব্দে খোজ পেলাই ইখন খিৰিকীৰপৰা সিখন খিৰিকীৰ ওচৰত থিয় হয়গৈ। কিন্তু ব্যৰ্থ হৈ ঘূৰি আহে। ৰাতিৰ পৰতে ৰোগীৰ কোঠাৰ খিৰিকী কোনে খুলি ৰাখিব? এনেয়ে 'সান্নিপাতিক জ্বৰবিকাৰ'—বা-বতাহ লাগিলেই বিপদ। আৰু ৰাতিখন খিৰিকী খুলি থলে অপদেৱতাই জুমি নাচাবনে? 'বা-বতাহ' নলগাবনে?

আৰু ভাবিবলৈ বুকু কঁপি উঠে, যদিও নাভাবি উপায়ো নাই, খোলা খিৰিকীৰেদি স্বয়ং কালফুৰা সোমাই নাহিবনে ? এলোকেশীয়ে জানো তেন্তে বাট খুলি ৰাখিব ?

গতিকে সতাই তাইৰ কাণ দুখনক তীক্ষ্ণতকৈও তীক্ষ্ণতৰ কৰি তোলে।

কিন্তু ইমানতে জানো সত্যৰ সকলো কৰ্তব্য শেষ হৈ গ'ল ? স্বামীৰ সম্পৰ্কে তাইৰ আৰু কৰিবলগীয়া একো নাইনেকি ? তেওঁলোক মাক-দেউতাক, সেই কথা ঠিক। কিন্তু তেওঁলোক যদি অবোধ হয় ? পিছে সতাই বাৰু কম অবোধ নে ? নৱকুমাৰ নবিয়াত পৰা এমাহেই হ'ল, জ্বৰ দিনে দিনে বাঢ়িহে গৈছে, কমা নাই, অথচ উচিতমতে ঔষধো পৰা নাই তাৰ পেটত।

আৰু সত্য নিশ্চেষ্ট হৈ বহি আছে।

সত্যৰ ঈশ্বৰে ইমান অৱহেলাৰ পাছতো সত্যক ক্ষমা কৰিবনে ?

এলোকেশীৰ সেই হিয়া-ভগা কান্দোনৰ পাছত মহিলাসকলে এলোকেশীক সান্ত্বনা দিবলৈ ধৰিছিল : "কাহানিও কোনো দোষ কৰা নাই, কাৰো অহিত কৰা নাই, কোনো বেয়া কাম কৰা নাই, তোমাকনো ভগমানে পুত্ৰশোকৰ যাতনাত পেলাব কিয় ?"

আকৌ পাছ মুহূৰ্ততে সৎ পৰামৰ্শও দিছিল : "ক'ব নাপায়, ল'ৰাৰ যদি ভাল-বেয়া কিবা এটা অথন্তৰ হয় নবুৰ মাক, তেতিয়া তুমি ইখন দুৱাৰেদি ল'ৰাক বিসৰ্জন দিবা, সিখনেদি তাইক হাৰামজাদীক গতিয়াই উলিয়াই খেদি দিবা। যি বোৱাৰীয়ে শাহুৱেকৰ মুখত ধৰি ইমান ডাঙৰ কথা কয়—"

"বোলোঁ অ' বাতাচীৰ মাক, তাই মাত্ৰ সেই কথাকে কৈছেনে। তেন্তে কওঁ শুন, ৰাতি বাজ ফুৰিব আহোঁ বুলি হঠাৎ দুৱাৰ খুলিয়েই কোনোবা এটাক সাউৎকৰে আঁতৰি যোৱা যেন দেখা পালোঁ। ভয়তে আতুৰ হৈ চিঞৰি দিলোঁ। 'কোন—কোন' বুলি চিঞৰ মাৰিয়েই দেখিলোঁ আমাৰহে অৱতাৰজনী। খঙতে মুখৰপৰা কু-কথা ওলাল, ক'লোঁ, দুৱাৰৰ চুকত থিয়ৈ থিয়ৈ কি কৰি আছিলি ঐ হাৰামজাদী ? মোহনী মন্ত্ৰ মাতি আছিলিনে কি ? তাই কি ক'লে জানা ? ক'লে, পুতেৰ মিত্যুশয্যাত, তেও তোমাৰ খাৰ খোৱা জিভাখনৰ চোক নকমিল। তুমিনো কেনেকুৱা মাক ?

শুনি থকা মহিলাজনীয়ে লগে লগে জোৰেৰে নিজৰ গালত নিজেই ঠাচ ঠাচকৈ দুটা চৰ শোধাই ক'লে, "আই অ'। ক'তে মৰোঁগৈ। অ' নবুৰ মাক, সেইজনী বো'ৰীৰ মুখ তুমি লাথিয়াই নাভাঙিলা কিয় ?"

এনেহেন শাস্তিমূলক ব্যৱস্থাৰ উত্তৰত 'উদাৰচিতীয়া' নবুৰ মাকে যে কি ক'লেহেঁতেন কোনে ক'ব, হঠাৎ অন্য এক ঘটনাৰ চাকনৈয়াত পৰিল।

দেখা গ'ল, নাপিত-বোৱাৰীয়ে গোহালিৰ কাষৰ দুৱাৰখন ঠেলি নিশব্দে খোজ পেলাই ৰান্ধনি ঘৰ'ল গৈ আছে। অৰ্থাৎ সত্যক বিচাৰি গৈছে।

বোৱাৰীৰ স'তে নাপিত-বোৱাৰীৰ কিহৰ পৰামৰ্শ ? কাতৰ এলোকেশীয়ে মাত লগালে, "সেইফালে ক'লৈ যাৱ ?"

নাপিত-বোৱাৰীয়ে বুজিলে যে তাই ধৰা পৰিল। গতিকে মিছা কথাৰে লুকঢাক নকৰিৰ এই ফাললৈ আহি সৰু সৰুকৈ ক'লে, "বোৱাৰীয়ে মোক যে তেওঁৰ দেউতাকৰ ওচৰলৈ পঠাইছিল যে, তাৰে বাত্তাটো দিবলে'—"

তাই কথাষাৰ শেষেই কৰিব নোৱাৰিলে। এলোকেশীয়ে ৰ' লাগি চাই থাকি ৰুদ্ধশ্বাসেৰে ক'লে, "কাৰ ওচৰলৈ পঠাইছিল তোক ?"

"তেওঁৰ দেউতাকৰ ওচৰলে'। মস্ত ডাঙৰ কবিৰাজ তো —! পত্ৰ লিখি মোৰ হাতত দি পঠাইছিল, গিৰিয়েকৰ বিত্তান্ত জনাই। ইয়ালৈ' আহি চিকিচ্ছা কৰিবলৈ—"

"তই সেইবোৰ কথা মোক নজনোৱাকৈ—আপোনমনে চাধীনভাবে গৈছিলি ?"

নাপিত-বোৱাৰীও সেও মনা ভকতনী নহয়। এলোকেশীয়ে ডাব-ধমকিৰ বাট লোৱা দেখি তায়ো জোৰেৰে ক'লে, "চাধীন-পৰাধীন নুবুজোঁ। বোৱাৰীজনী গিৰিয়েকৰ চিন্তাত চাটিফুটি কৰা দেখিহে মায়া হ'ল —"

"মায়া! মায়া উপজিল ? তই আৰু নানান পটলে কৈ কণা হাঁইক পতান দি ভুৰুকাবলৈ নাহিবি নাপিত-বো'ৰী। বিনা মজুৰিৰে তাই আনৰ কাৰণে হামি এটা নামাৰ, আৰু তইহে মাযাত পৰি—"

"বিনা মজুৰিত বুলি ক'লোঁনেকি তোমাক —" নাপিত-বোৱাৰীয়ে বেজাৰ মনেৰে ক'লে, "তেনেকৈ' কৰি থাকিলে মোৰেইবা চলিব কেনেকৈ' ? নেষ্য মজুৰি দিছে। গৈছোঁ—"

"দিছে! বোৱাৰীয়ে তোক নেষ্য মজুৰি দিছে ?" এলোকেশীয়ে ঠেহেৰা মাৰি ক'লে, "তাই ক'ত পাব, শুনো ? তেনেহ'লে তাই মোৰ বাকচৰপৰা চুৰ কৰিবলৈ ধৰিলেই! আৰু তই তাইৰ মন্তিৰী হৈ —"

হঠাৎ পিছফালে বজ্ৰপাত!

ইমান কেইজনী গিৰিহঁতনীলৈ কেৰপকে নকৰি সতাই ক'লে, "নীহকুলীয়াৰ জাতৰ দৰে কথা নক'বা। নাপিত খুড়ীক মই অহা-যোৱাৰ বাবদ মোৰ হাতৰ খাৰুযোৰকে দিলোঁ।"

"খাৰুযোৰ!"

তাত উপস্থিত থকা মহিলাসকল থৰ হৈ গ'ল।

শাহুৱেকক নোকোৱা-নেমেলাকৈ গাৰ গহনা দান-দক্ষিণা! বাৰে বাৰে

মূৰ্ছকৰ্ছ গ'লেও বোধ হয় এই প্ৰবল আঘাতৰ পৰা মূৰ দাঙিব নোৱাৰিব। ইমান ডাঙৰ দুঃসাহস কোনেও কল্পনাও কৰিব নোৱাৰিলে।

এলোকেশীয়ে বুকুত ঢবা-চাপৰ মাৰি ক'লে, "চোৱা, তোমালোকেই বিচাৰ কৰি চোৱা। কোৱা, মোক এতিয়া বাঢ়নীৰে কোবাবানেকি মই বোৱাৰীক নিন্দা কৰা বাবে? অ' আই—মই এতিয়া ক'লৈ যাওঁ—কি কৰোঁ মই —"

সত্যই সেইফালে ভ্ৰূক্ষেপ নকৰাকৈয়েই নাপিত-বোৱাৰীলৈ চাই শান্ত কণ্ঠেৰে ক'লে, "দেউতা চণ্ডীমণ্ডপতে আছিলনে?"

"কথা শুনা!" নাপিত-বোৱাৰীয়ে গালে-মুখে হাত দি ক'লে, "তেওঁক আক' কত পাবা? তেওঁৰ হাতত বোলে ঘোৱা-থোৱা বেমাৰী, তাক এৰি থৈ আহিবই নোবাৰিলে। দৰব পঠিয়াই দিছে। তোমাৰ ককায়েৰা আহিছে। তেওঁৰ হাততে দৰব আৰু তোম্যৰ নামত এখন পত্ৰৰ আছে। কি হ'ল—কি হ'ল, বোৱাৰী দেখোন ৰাগৰি পৰিল। কি কাণ্ড!"

বান্ধ ভাঙি বাগৰি অহা নদীখনৰ চাৰিওফালে এটা প্ৰবল কোলাহল উঠিল।

"মূৰ্ছকৰ্ছ গৈছে মূৰ্ছকৰ্ছ! মূৰ্ছকৰ্ছেই গৈছে নে ভাউতি জাৰিছে ডাঙৰ অপকৰ্মটো কৰি, এতিয়া হাতে-লোটে ধৰা পৰি—।"

নৈখনৰ বুকুত অসংখ্য ঢউ উঠিল।

দীক্ষাগুৰু নিপাতৰ ক্ষেত্ৰত তিনিদিনীয়া অশৌচ শাস্ত্ৰীয় বিধি।

বিদ্যাৰত্ন ৰামকালীৰ তথাকথিত মন্ত্ৰদীক্ষাৰ গুৰু নাছিল, আৰু ৰামকালীয়েও তেনেবোৰ শাস্ত্ৰীয় বিধি আখৰে আখৰে পালন নকৰে। তথাপি বিদ্যাৰত্ন দেহান্তৰিত হোৱাৰ পাছদিনা ৰামকালীয়ে সকলো কাম-বন পূজা-পাট পৰিত্যাগ কৰি বাহিৰমহলত স্তব্ধ হৈ বহি আছিল।

তিনিদিন ঔষধৰূপী নাৰায়ণত হস্তক্ষেপ নকৰিব, শাস্ত্ৰপাঠাদি নকৰিব, অন্নগ্ৰহণো নকৰিব।

যোৱা কেইদিনমান ৰোগীৰ গৃহত দিনে-নিশাই যমৰ সৈতে যুঁজ-বাগ কৰি পৰাভূত হৈ ঘূৰি আহিছে। মুখত পৰাজয়ৰ গ্লানি ফুটি উঠিছে। চিন্তা কৰি চালে, এই অৱস্থাত জোঁৱাইৰ ঘৰলৈ যোৱা অৰ্থহীন। কিয়নো চিকিৎসা কৰাৰপৰা বিৰত থাকিব লাগিব। ঔষধ এতিয়া তেওঁ স্পৰ্শও নকৰিব। ভাবিলে, পৰহিলৈ স্নানশুদ্ধিৰ পাছত—

চিন্তাত বাধা পৰিল।

তেওঁৰ দোলাখন উভতি অহা দেখা পালে। অৰ্থাৎ হয় বাসু উভতি আহিল, নহ'লে বাসুৰ খবৰ আহিল। বাসুক তেওঁ কৈ পঠাইছিল, সত্যই

উদ্বিগ্ন হৈ খবৰটো পঠিয়াইছে যদিও, কিন্তু ৰোগ যথাৰ্থতে কঠিন হয়নে নহয় সেই কথাৰ বুজবাজ লৈ ৰাসুৱে সোনকালে নিজেই ঘূৰিব, নহ'লে দোলাখন ওভতাই পঠাই ঘটনাৰ গুৰুত্ব জনাব।

দোলাৰ ভিতৰত কোনোবা আছে নে খালী—নেদেখালৈকে ৰামকালী কম্পিত বক্ষেৰে ৰৈ থাকিল।

ওহোঁ, খালী নহয।

ৰাসু নামি আহিল। য'ক ঈশ্বৰে ৰক্ষা কৰিলে!

দোলাৰপৰা নামি আহি ৰাসুৱে ৰামকালীক সেৱা কৰিব খোজাত ৰামকালীয়ে পিছুৱাই গৈ ক'লে,, "থ'ক থ'ক, এই সময়ত সেৱা কৰিব নাপায়। অৱস্থা কেনে দেখিলা?"

ৰাসুৱে মূৰ জোকাৰি ক'লে, "ভাল নহয়।"

ভাল নহয!

অকস্মাৎ ৰামকালীৰ মনশ্চক্ষুত এটি মূৰ্তি ভাহি উঠিল। নিৰাভৰণ শুভ্ৰ মূৰ্তি। ৰামকালী শিয়ঁৰি উঠিল। তেওঁ নিস্তেজ কণ্ঠেৰে ক'লে, "ঔষধে গুণ নিদিলে?"

"ঔষধ প্ৰয়োগ কৰাই নহ'ল—" ৰাসুৱে গম্ভীৰভাৱেৰে ক'লে, "সতাই ঘূৰাই দিলে!"

"ঘূৰাই দিলে?"

সত্যই ৰামকালীয়ে পঠোৱা ঔষধ গ্ৰহণ নকৰিলে! ৰাসুৱে ৰামকালীৰ বিস্ময়-বিমূঢ় মুখখনলৈ নোচোৱাকৈযেই হাতত থকা ঔষধৰ বাকচটো লাহেকৈ নমাই থৈ ক'লে, "ওঁ, আপোনাৰ পত্ৰখনো নল'লে, নপঢ়িলে।"

ৰামকালীয়ে ব্যাকুলভাবে সুধিলে, "তোমাৰ সৈতে সাক্ষাৎ কৰিবলৈকো নিদিলেনেকি?"

"নহয নহয—সাক্ষাৎ কৰিলোঁ। সত্যও অসুস্থ হৈ আছিল। মই গৈ পাইছোঁহে মাত্ৰ, ঠিক তেতিয়াই হেনো হঠাৎ মূৰ্চ্ছিত হৈ পৰিছিল। পাছত সুস্থ হৈ মোক লগ ধৰি ক'লে, 'দেউতা যেতিয়া আহিবই নোৱাৰিলে, পত্ৰও ঘূৰাই লৈ যোৱা ককাইদেউ, পত্ৰ পঢ়ি কি হ'ব? আৰু সেই ঔষধো ঘূৰাই লৈ যোৱা! মোৰ ভাগ্যত যি আছে হ'ব। যদি সাধ্বী মাতৃৰ কন্যা হওঁ, সেই পুণ্যৰ বলতে মোৰ শাখ-সেন্দুৰ অটুট হৈ থাকিব।"

জীৱনত বোধকৰোঁ প্ৰথম বাৰৰ বাবে ৰামকালীয়ে হতবাক হৈ চাই ৰ'ল, ক'বলৈ একো বিচাৰি নাপালে। সত্যৰ কথাবোৰ অবোধৰ কথা বুলি ভাবি লৈ, আৰুনো 'স্নান শুদ্ধ' হৈ যাত্ৰা কৰি কি কৰিব ৰামকালীয়ে?

তেতিয়া সেইজনী অবোধে বিজানি এই কথাও ক'ব পাৰে, "তোমাৰ ঔষধ যেতিয়া নল'লোঁৱেই, তুমিনো আকৌ আহিলা কিয় দেউতা?"

এই অঞ্চলত এই ইতিহাস এযেই প্ৰথম।

চাহাব ডাক্তৰ মতাই অনাৰ ইতিহাস।

ভবতোষ মাষ্টৰ নিতাইচৰণ আৰু নীলাম্বৰ বানাৰ্জিৰ কুলনাশিনী পো-বোৱাৰী, এই গ্ৰহস্পৰ্শৰ যোগত এই ইতিহাসৰ সৃষ্টি। খবৰটো শুনি সকলোৱেই ঠাইতে ঠৰ লাগিল, যাৰ যি বয়সত আছিল সেই বয়সতে গোট মাৰিলে।

বানাৰ্জিৰ কুলক্ষণীয়া ৰণচণ্ডী বোৱাৰীজনীৰ কথা জানিবলৈ কাৰো বাকী নাছিল, কিন্তু এইহেন বোৱাৰীক ঘৰত ঠাই দিছে কিয় তাকেহে ভাবি পোৱা নাছিল। তাইক গাটয়াই-ঢকিয়াই উলিয়াই নিদিয়ে কিয় ?

সকলোৱে কোৱাকুই কৰিছে, ইয়াৰ মাজত নিশ্চয় কিবা ৰহইচ আছে, বাপেকৰ একমাত্ৰ ছোৱালী তো! আৰু ধনী বাপেকী। নিৰ্ঘাত তাইক কিবা নহয় কিবা চৰ্ততেই বিয়া দিছিল। এইক বাপেকৰ ওচৰলৈ খেদি পঠালে সেই বামুণ বৈদ্যৰ সা-সম্পত্তিবোৰ নৰাই নাপাব নহয়—? নহ'লেনো সমস্যাৰ সমাধানৰ আটাইতকৈ সহজ উপায়টো এৰি বানাৰ্জি-গৃহিণীয়ে গাল-শপনি উখনা-উখ্বন আখেজা-আখেজৰে মনৰ পোৰণি মাৰিব লাগিছে কিয় ?

নাটকৰ বোৱাৰী-বিদায় দৃশ্যটো বাৰেপতি উপভোগ্য হৈ উঠাৰ মুহূৰ্ততে পণ্ড হোৱাত সকলো হতাশ হৈ পৰিছিল। আৰু নিতৌ নতুন একোটা দুৱাৰ গুবিলাৰ যোগানদাৰ হিচাপে সতাক মোটামুটি পছন কৰিবলৈহে আৰম্ভ কৰিছিল।

আলোচনাৰ এক ডাঙৰ কথা, নিজা নিজা ঘৰৰ বোৱাৰী-জীয়ৰীহঁতক সুশিক্ষা দিয়াৰ সুবিধাৰ্থে এটা কু-দৃষ্টান্ত, ইও এটা লাভৰ অংকয়েই।

কিন্তু নবুক সান্নিপাতিক জ্বৰে ধৰাবেপৰা, নবুৰ বৈণীয়েকক সমালোচনা কৰাৰ উপযুক্ত ভাষাও হেনো বিচাৰি পোৱা নাছিল কোনোৱে। বেদ-পুৰাণ, যাত্ৰা-নাটকতো এনেহেন ৰণচণ্ডী মাইকীমানুহৰ কথা কোনেও দেখা না ছল, শুনাও নাছিল।

গতিকে তাইক ককৰ্থনা কৰিবলৈ ভাষাবো সৃষ্টি হোৱা নাছিল।

তথাপি ইমান বাঢ়িব বুলি কোনেও কল্পনাও কৰা নাছিল। বোৱাৰীয়ে হেনো নবুৰ বন্ধু নিতাইৰ সৈতে গুপ্‌তে দেখা-সাক্ষাৎ কৰি ডাঙৰ দহ

তোলা ওজনৰ হাৰধাৰ নিতাইৰ হতুবা বেঁচি, ভৱতোষ মাণ্টৰক কৈ-মেলি কলিকতাৰপৰা চাহাব ডাক্তৰ অনালে।

আক' ভৱতোষ মাণ্টৰৰ সৈতেও মাত-বোল!

চাহাব ডাক্তৰৰ চিকিৎসাত নবৰ বাঁচক বা মৰকেই, সেইটো এতিয়া চিন্তনীয় বিষয় নহয়, সদ্যহতে চিন্তাৰ বিষয় হ'ল—বানাৰ্জিৰ সম্পৰ্কে এতিয়া কি কৰা উচিত?

এতিয়া আৰু বিষয়টো গৃহিণীহঁতৰ মাজতে নিবদ্ধ হৈ থকা নাই, সমাজখনৰ বৰমূৰীয়াসকলৰ মূৰতো টঙনিয়াইছে কথাটোৱে। নবৰ ঘৈণীয়েকে শাহুৰেকৰ সৈতে কন্দল কৰে, শহুৰেকৰ আগত মাত-বোল কৰে, দন্দুৰীৰ দৰে নানান অকাণ্ড কৰে—এইবোৰ ইমানদিন ধৰি তেওঁলোকে তেওঁলোকৰ গৃহিণীহঁতৰ মুখেৰে শুনি আহিছে। কিন্তু সেইবোৰ শুনিও বোৱাৰীজনীলৈ বিৰক্তি প্ৰকাশ কৰাৰ বাহিৰে কৰিবলগীয়া আন একো নাছিল।

কিন্তু এতিয়া আৰু 'তিৰীমতীয়া' কাণ্ড বুলি উৰাই দিব নোৱাৰি, এতিয়া 'জাতি-মহত' গুচোঁ গুচোঁ হৈছে। বানাৰ্জি-ডাঙৰীয়া সমাজৰ বৰমূৰীয়া হ'ল বুলিয়েই সকলোটিৰে মূৰ কাটিবৰ অধিকাৰ তো তেওঁৰ নাই।

'বাগদিনী-ঘটিত কাণ্ড' হাঁহি-ধেমালিৰ মাজেদি এক প্ৰকাৰে মানি লোৱা হৈছে, আৰু সেয়া কিবা নোহোৱা-নোপজা কাণ্ডও নহয়। কিন্তু মাজ মজিযাত যদি চাহাব সোমায়হি, ঘৰৰ বোৱাৰীয়ে যদি পৰ-পুৰুষৰ সৈতে মাত-বোল কৰে, তেনেহ'লে তাকো মানি ল'ব লাগিবনে? ওহোঁ, সমাজখন ইমান অথৰ্ব হৈ পৰা নাই।

চণ্ডীমণ্ডপত মেল পতা হ'ল, আৰু দহে মিলি এই সিদ্ধান্ত ল'লে যে—প্ৰথমে পো- বোৱাৰীক পৰিত্যাগ কৰিবলৈ নীলাম্বৰ বানাৰ্জিক কোৱা হ'ব, আৰু নীলাম্বৰ বানাৰ্জি যদি এই প্ৰস্তাবত সম্মত নহয়, বা হ'ব নোৱাৰে, তেনেহ'লে নীলাম্বৰক অৱশ্যেই এঘৰীয়া কৰিব লাগিব।

সমাজত বাস কৰাটো ল'ৰা-ধেমালি নহয়। সেই মুমূৰ্ষু ৰোগী যদি সঁচাকৈয়ে চাহাব ডাক্টৰৰ ঔষধ খাই ভাল হৈ উঠে, ভাল হৈ উঠিবও পাৰে কি ঠিক, সেই ৰঙামুৰাহঁতৰ দৰবে ভেলেকী দেখুৱাব বুলি কব, ঈশ্বৰে কৰক সি বাচকেই, তাক এটা অংগ-পৰাচিত কৰোৱাই মাহপ্ৰসাদ খুৱাবই লাগিব।

আৰু সেই ভৱতোষ মাণ্টৰ!

সেইটোক চোৰাত মেলি গাঁৱৰ বাজ কৰি দিব লাগে, কিন্তু বদমাচটোৱে ডাক্টৰৰ লগতে গুপগুপকৈ গাড়ীত উঠি কলিকতালৈ গ'লগৈ।

আহিছেও ডাক্টৰৰ লগত ঘোঁৰাৰ গাড়ীত উঠি!

পিছে তাক আৰু গাঁৱৰ বাহিৰ কৰাৰ প্ৰশ্ন নুঠে, কিয়নো সি নিজেই

ক'বলৈ গ'লে গাঁও এৰি কলিকতাতে থাকিবলৈ লৈছে। পেহীয়েকজনী আছে বুলিহে কোতিয়াবা-কাচিৎ আছে।

আচামী বুলিবলৈ আছে সেই নিতাইটো।

পিছে সদ্যহতে তাকো বিচাৰি পোৱা নাই। সাত পৰগণা মাৰি চাহাব ডাক্তৰৰূপী জুইকুৰা নেজত বান্ধি আনি লংকাকাণ্ড ঘটাই ফালাৰি কাটি'ল।

এতিয়া জুইৰ কাম জুয়ে কৰিছে।

আগতে ঘুণাক্ষৰেও কোনেও গম পোৱা নাছিল।

সতাই যে কোন ছেগত এইবোৰ যোগাযোগ কৰিলে, ঈশ্বৰেহে জানে। গাঁৱৰ ইমানবোৰ চকুক ফাঁকি দি তাই টাৰ্টাকনীয়ে কেনে টাটক-নাটক দেখুৱালে।

ৰাইজে দেখিলে কি— ? গাঁবৰ বাটত ঘোঁৰাৰ গাড়ী।

আৰু নীলাম্বৰে দেখিলে, সেই গাড়ীখন তেওঁৰে দুৱাৰমুখত ৰ'লহি।

আৰু গাড়ীৰ ভিতৰৰপৰা নামি আহিল এক বাঘ হেন চাহাব।

বুকুৰ তেজ গোট মাৰি গ'ল নীলাম্বৰৰ। সন্দেহ নাই, এই গাড়ী ক'লক্টৰ চাহাবৰ বা মেজিষ্টৰ চাহাবৰে হ'ব। নিশ্চয় কোনোবা শত্ৰুৱে নীলাম্বৰৰ নামত লগাই-ভগাই আহিছে, আৰু সেই কাৰণতে নীলাম্বৰলৈ হাত-কেৰায়া লৈ আহিছে।

কিয় আহিব, কি সূত্ৰত গাঁৱলৈ অহা সম্ভৱ হ'ল অতবোৰ কথা নীলাম্বৰে ভাবিবই নোৱৰা হ'ল, চাহাবৰ লগে লগে কোন নামি আহিল তালৈ চকু দিবলৈকো নহ'ল। হায়ঔ-বিঔকৈ চেৰেউ-ফেৰেউকৈ কান্দি উবুৰি খাই পৰিলগৈ চাহাবৰ আগত।

ইফালে ঘৰে ঘৰে অনাতাঁৰ-বাৰ্তা।

নীলাম্বৰৰ দুৱাৰমুখত ঘোঁৰাৰ গাড়ীৰপৰা চাহাব।

আইন-আদালতৰ বাহিৰে পটকৈ কোনেও আন একো ভাবি উলিয়াব নোৱৰা হ'ল আৰু সকলোৱে খিৰিকীয়েদি এবাৰকৈ জুমি চাই চাই কোৱাকুই কৰিবলৈ ধৰিলে ঃ "ইয়াকে বোলে—হৰিয়ে এৰিলেও জৰীয়ে নেৰে। বিপদ অকলে নহে, হলা গছ দেখিলে সকলোৱে বাগী কুঠাৰ মাৰে। সিপিনে ল'ৰাই মাৰিছে, ইপিনে চাহাবে বুৰাইছে।

নীলাম্বৰৰ ঘৰৰপৰাও আলেঙে আলেঙে ভুমুকিয়াবলৈ ধৰিলে।

কিন্তু হঠাৎ এজনৰ চকুত পৰিল—চাহাবৰ ডিঙিত দুনলীয়া কিবা এটা ওলমি আছে।

"ডাক্তৰ—সেই ডাক্তৰী নলী—সেই টেতিক'পনে কি কয়—দুডাল

লিহলিহীয়া সাপৰ দৰে ওলমি আছে দেখোন।" তেতিয়া উত্তেজনা চৌদিশে বিয়পি গ'ল।

ডাক্তৰ! নবৰ কাৰণে চাহাব ডাক্তৰ লৈ আহিল। অ'—তলে তলে এই চালাকি কৰিলে নীলাম্বৰে, অথচ কাৰো লগত কোনো পৰামৰ্শ নকৰিলে?

এয়া চবুৰিৰ মানুহবিলাকৰ গালত হঠাতে চৰিউবা যেন নহ'লনে? আকৌ চাহাবৰ ভৰিত ধৰি কান্দোন!

ও', নীলাম্বৰে চাহাবৰ ভৰিত ধৰিছিল বুলিযেই ক'ব পাৰি: "অ' চাহাব মই একো নাজানো, মই কোনো দোষত দোষী নহও ঐ চাহাব—! ঘৰত মোৰ ল'ৰাটোৰ যোৱা-থোবা অৱস্থা—"

চাহাবে গম্ভীৰ কণ্ঠেৰে আশ্বাস দিলে, "খোনো ব'য নাই আছে। ৰোগী ভাল হই যাব—"

কিন্তু সেই কথাটোও নীলাম্বৰৰ কাণত নোসোমাল।

তেওঁৰ কাণত সোমাল ভৱতোষ মাষ্টৰৰ কথা।

"কি বৰে কি কৰে, এইবোৰ কি কৰিছে? কলিকতাৰপৰা ডাক্তৰ আহিল নৱকুমাৰক চিকিৎসা কৰিবলৈ।"

নীলাম্বৰে ঘূৰি চালে। নিতাইকো দেখা পালে। মুহূৰ্ততে অনুভৱ কৰিলে, ক'ৰবাত কিবা এটা ষড়যন্ত্ৰ ঘটিছে। আৰু লগে লগে সেই ষড়যন্ত্ৰৰ নায়িকা হিচাপে সত্যৰ মূৰ্তিটো চকুৰ আগত ভাহি উঠিল।

কিন্তু কেনেকৈনো কি হ'বলৈ পালে?

যেনেকৈযেই নঘটক, এতিয়া সঠং জুৰি পৰি থাকিব লাগিব। বলিৰ পঠাৰ দৰে কঁপি জঁপি ভৱতোষ মাষ্টৰৰ লগে লগে নীলাম্বৰ নিজৰ ঘৰতে চোৰৰ দৰে সোমালগৈ।

নিশ্চল প্ৰস্তৰ-প্ৰতিমাৰ দৰে বাৰীৰ ফালৰ খিৰিকীৰ ওচৰত থকা ৰোগীৰ শিতানত সত্য থিয় হৈ আছিল। তাই নিজে ঘৰৰ সকলোকে যাতে দেখা পায়, অথচ তাইক কোনেও দেখা নাপায়, তেনেভাৱে কোঠাৰ দুৱাৰখন কাণি-দুৱৰীকৈ মেলি থৈছিল।

ভৱতোষ মাষ্টৰৰ লগতে যেতিয়া তেওঁতকৈ প্ৰায় এহাতমান ওখ শকত-আৱত টিকটিকীযা ৰঙা বৰণৰ মানুহজন ঘৰত সোমালহি, তেতিয়া হঠাতে কিয় জানো সত্যৱতীৰ বুকুখন চিৰিংকৈ গ'ল। তাৰ পাছত হঠাৎ চকুযুৰি পানীৰে উপচি পৰিল।

দেখাদেখিকৈ হাতযোৰ নকৰিলে, ভিতৰি ভিতৰি নম্ৰ প্ৰণাম এটি জনাই ক'লে, "দেউতা, তোমাৰ এই আঁকোৰগোঁজীয়া অবাধ্য ছোৱালীজনীক ক্ষমা কৰা। দূৰৈৰপৰা আশীৰ্বাদ কৰা, তাইৰ হাতৰ শাখ শিৰৰ সেন্দুৰ

অটুট থাকে যেন। তোমাক যাতনাৰে থকা-সৰকা কৰিছোঁ কিন্তু তথাপি মই যে তোমাৰেই সন্তান। জেদেই বোলা, অহংকাৰেই বোলা, মই যে তোমাৰেপৰাই পাইছোঁ।

তাৰ পাছত মাকৰ মুখখনো মনত পেলাবলৈ চেষ্টা কৰিলে। ক'লে ঃ মা, তোমাৰ নামত শপত খাই দেউতাই পঠোৱা ঔষধ ঘুৰাই পঠালোঁ, তোমাৰ নামত কলংকৰ চেকা নালাগে যেন।

কালী দুৰ্গা চণ্ডী শিৱ—অতবোৰ সতাই নাজানে, তাই জীৱনৰ সাক্ষাৎ দেৱতাসকলৰ ওচৰতে বাৰে বাৰে আশীৰ্বাদ প্ৰাৰ্থনা কৰিলে।

চাহাব ডাক্তৰৰ ঔষধ ধন্বন্তৰী হওক।

আকৌ তাইৰ চিৰ-কৌতুহলী চিত্তই সেই ভয়ংকৰ মুহূৰ্তটো হঠাৎ অজ্ঞানিতেই নিতান্ত অবুজনৰ দৰে কৌতুহলী হৈ উঠিল। তাই বিস্ময়ভৰা আনন্দ উপচি পৰা চাৱনিৰে ডাক্তৰে ৰোগীৰ বুকু আৰু পিঠিত কেনেকৈ নলীডাল লগাই চাইছে আৰু সেই নলীডালৰ দুটা মুৰ কেনেকৈ নিজৰ কাণত সুমুৱাই গহীন-গম্ভীৰ হৈ বহি আছে—সেইবোৰলৈ একেথিৰে চাই থাকিল।

অলপ পৰৰ পাছতে তাইৰ কাণত সুগম্ভীৰ কণ্ঠৰ মাত এষাৰ সোমাল ঃ “ভয় নাই আছে। ভাল হই যাব।”

ম্লেচ্ছক দেৱতা বুলি ভবাটো জানো পাপ ?

তাৰ পাছত ৰংগমঞ্চৰ ওপৰত আঁৰ-কাপোৰ পৰিল।

ডাক্তৰক লৈ অহা কেইজন ডাক্তৰৰ লগে লগেই ফাৰ্লাৰ কাটিলে। আৰু উদ্যত বজ্ৰ হাতত লৈ দেখদেখকৈ দুজনকৈ মানুহ নিশ্চেতনৰ দৰে নিষ্ক্ৰিয় হৈ বহি থাকিল।

বানাৰ্জি আৰু বানাৰ্জি-গৃহিণী।

দুয়ো মাটিৰ পুতলাৰ দৰে বহি আছে। এনে অৱস্থাত ঠিক কি কৰা বুদ্ধিমানৰ কাম হ'ব তাকহে বুজিব পৰা নাই।

নহয়, বজ্ৰ তেওঁলোকৰে মুৰত পৰিল কিজানি।

তেওঁলোকে নবুৰ কথাটোও পাহৰিব গ'ল।

অপেক্ষাকৃতভাবে সচেতন আছিল সদুহে।

নতাই যোৱাৰ আগতে তাই তাক হাত-বাউল দি মাতি, ডাক্তৰে কি কি নিৰ্দেশ দি থৈ গ'ল সেই কথা ভালকৈ বুজাই দিবলৈ কৈছিল। আৰু সেই ছেগতে ঘপহকৈ সুধি পেলাইছিল, “টকা কোনে দিলে ঐ ? ক'চোন ক'—মাষ্টৰেই দিলেনে ?”

নিতায়ে মুৰ খজুৱাই ক'লে, “নুনহয়, মানে হৈৰি—কথাটো কি জানা সদুবা', নবোৱে সিদিনা হঠাৎ ঘাটলৈ যাওঁতে মোক দেখা পাই কান্দি কান্দি—”

সদুৱে ৰ'বলৈ কৈ তাক অলপ টান মাতেৰে ক'লে, "বোৱাৰীয়ে যাৰে-তাৰে ওচৰত কন্দা-কটা নকৰে, ভাকি-ভুকা নকৰি স'চা কথাটোকে নকয় কিয় ? ঘপকৈ কৈ পেলাচোন।"

তেতিয়া নিতায়ে বাধ্যত পৰি স'চা কথাখিনিকে ক'লে।

ঘাটলৈ যোৱা বাটতে নিতাইৰ হাতত ডিঙিৰ হাৰধাৰ দি সত্যাই কৈছিল ঃ তেও' মোৰ যেনেকে' স্বামী, তোমাৰো তেনেকে' বন্ধু। সেই কথা মনত ৰাখি যি কৰা কৰিবা। কলিকতালৈ গৈ এই হাৰডাল বেচি চাহাব ডাক্টৰ লৈ আহাঁগৈ যোৱা।

বাহুৰ বাজুযোৰো খুলি দিবলৈ বিচাৰিছিল, নিতাযে নিষেধ কৰিলে।

ৰোগীৰ কোঠাত কোনো নাই।

সত্য লাহেকৈ আহি বিছনাৰ কাষত থিয় দিছিলহি, সদুৱে সোমাব বুলি ভাবিও নোসোমাল। ভাবিলে ঃ ভাল হৈ উঠে যদি তোৰ পুণ্যৰ বলতে হ'ব। বেহুলাই মৃত স্বামীক লৈ স্বৰ্গলৈকে গৈছিল, সাবিত্ৰীয়েও যমৰজাৰ পিছ লৈছিল। তেও'লোকে যুগে যুগে সকলোৰেপৰা পূজা পাই আহিছে।

অলপ পাছত আকৌ কোঠালৈ সোমাও' বুলি খোজ লৈযেই বোৱাৰীয়ে শাহুবেকক কোমল মাতেৰে কোৱা শুনিলে, "চাহাব ডাক্টৰৰ ঔষধ তোমালোকে সদায় ছোৱা-মেলা কৰিব নোৱাৰিবা নহয়, ৰুগীৰ ভাৰকে বৰঞ্চ মোৰ ওপৰত দি তুমি ৰান্ধনিঘৰৰ ফালে—"

এলোকেশীযে ভালকৈ বহি ল'লে আৰু নীৰস মাতেৰে ক'লে, "দিন বেযা হ'লে কাঁথিৰ কুকুৰেও বাট এৰি নিদিযে। এতিয়া তোমাৰ কথাকে শিৰোধাইয্য কৰিব লাগিব। মহাৰাণী ভিক টৰিয়াৰ পিছতেই হ'লা তুমি। ভাল বাৰু, ৰান্ধনিঘৰৰ ভাৰ এই বান্দীয়েই ল'লে যেনিবা, পিছে তোমাৰ ল'ৰাহ'তৰ ভাৰ ল'ব কোনে ?

সত্যাই আগতকৈও নম্ৰ মাতেৰে ক'লে, "সিহ'ত তো ননন্দীৰ ওচৰতে বেছি ভাগ সময় থাকে।"

'থাকিল বুলিযেই ডিঙিত আঁৰি দিব লাগিব নে কি ?"

জগতত সকলো সম্ভৱ। এলোকেশীযে সদুৰ হৈও মাত মাতে। পৰৱৰ্তী কথা শুনাৰ মনেৰে সদু চুপচাপ থিয় হৈ থাকিল। বোৱাৰীৰ অতিকৈ কোমল মাত আকৌ তাইৰ কাণত পৰিল ঃ "ননন্দীযে সিহ'তক প্ৰাণতুল্য জ্ঞান কৰে। ডিঙিত আঁৰি দিযা বুলি কেলেইনো ভাবিব, মা ?"

সত্যৰ এই কোমল মাতষাৰিয়ে সদুৰ চকুযুৰি চলচলীয়া কৰি তুলিলে। তাইৰ ভাব হ'ল—সত্যৰ কণ্ঠত ইমান কোমল সুৰে নুশুবায। সেই দৃঢ় জেদী সুৰেহে শুৱায় তাইক। সেযে ভাল। বহু ভাল।

## একত্রিছ

চাহাব ডাক্তৰৰ চিকিৎসাৰ যশতে নে সত্যব্ৰতীৰ শাখ-সেন্দুৰৰ পুণ্যতে, নে নৱকুমাৰৰ নিজৰ আয়ুসৰ বলতে—নৱকুমাৰ ৰোগমুক্ত হৈ উঠিছিল। কিন্তু তেতিয়াৰেপৰাই ভিতৰি ভিতৰি, কিয় ক'ব নোৱাৰে, নৱকুমাৰে সত্যকে জীৱনদাত্ৰী বুলি ভাবি থাকিল।

গতিকে, তাৰ জীৱনটোক লৈ সত্যাই যি কৰে কৰক। য'ত অসুখ হ'লেই চাহাব ডাক্তৰ মাতিলেই পোৱা যায়, মৃত্যুভয় বোলা বিভীষিকা নাথাকে, সত্যাই যদি সেই দেশলৈ লৈ গৈ নৱকুমাৰক প্ৰতিষ্ঠিত কৰিবলৈ বিচাৰে, তেন্তে তাক আৰু হাস্যকৰ অবাস্তৱ বুলি নৱকুমাৰে উৰাই দিব নোৱাৰে।

এতেকে, সত্যৰ কাম অলপ সহজ হৈ আহিছে। এইবাবেই মানুহে কিজানি 'ঈশ্বৰে যি কৰে মংগলৰ বাবেই কৰে' বুলি কয়। নবকুমাৰৰ এই মাৰাত্মক অসুখেও অবশেষত সত্যৰ জীৱনত, অন্ততঃ সত্যৰ মতে, পৰম মংগল মাতি আনিলে। সত্যাই ল'ৰা দুটিক 'মানুহ' কৰি গঢ়ি তুলিবলৈ বিচাৰে, মানুহ নামৰ যোগ্য মানুহ। আৰু প্ৰকৃত মানুহ হ'বলৈ হ'লে জগতখনলৈ চকু মেলি চাব লাগে।

অবশ্যে তাৰ পাছতো আৰু আলৈ-আহুকালে বাট ভেটি ধৰা নাছিলনে? ধৰিছিল। অবশেষত লাহে লাহে ডাৱৰ আঁতৰি সূৰ্য্যকিৰণৰ আভাসে দেখা দিলে।

ভৱতোষ মাষ্টৰৰ চেষ্টাত নিতাই আৰু নৱকুমাৰৰ বাবে একোটাকৈ চাকৰিৰ যোগাৰ হ'ল কলিকতাত। নিতাইৰ হ'ল ৰেলি ব্ৰাদাৰ্চ'ত, নৱকুমাৰৰ চৰকাৰী অফিছত।

গতিকে, এতিয়া সিহ'তৰ আগত গজহস্তী, পিছত মাৰধাৰৈ। নবকুমাৰে অবশ্যে মাক-দেউতাকৰ ওচৰত নিজে প্ৰস্তাৱ দাঙি ধৰা নাছিল, দাঙি ধৰিব নোৱৰা বাবে সত্যাইহে ক'বলগীয়া হৈছিল। পিছে তেওঁলোকে পো-বোৱাৰী দুয়োজনৰে সৈতে মাত-বোল বন্ধ কৰিলে।

এলোকেশী আজিকালি খোৱা-শোৱাৰ বাহিৰে ঘৰত প্ৰায় নাথাকে বুলিলেই ক'ব পাৰি। আৰু নীলাম্বৰে গধূলি পৰতে হৰিসভালৈ যোৱাত ধৰিছে।

কিছুদিনৰ আগলৈকে সদু সত্যৰ ওপৰত খং কৰি আছিল। কিন্তু

সত্যাই চাহাব ডাক্টৰ মতাই অনাৰ নিচিনা অসাধ্য সাধন কৰাৰ পাছৰপৰা সদুও যেন মহিমান্বিত।

সদুৱেও মাজে-সময়ে নিজৰ জীৱনৰ পাতবোৰো লুটিয়াই চাবলৈ ধৰিছে চাগৈ। সদু সত্যাৰ দৰে নিভীক হ'ব পৰাহেঁতেন। পৰা হ'লে সদুৰ জীৱন এইদৰে বৰ্বাদ নহ'লহেঁতেন কিজানি। হয়তো বিপথগামী গিৰিয়েকক সুপথলৈ ঘূৰাই আনি সুখে-সন্তোষেৰে সংসাৰধৰ্ম কৰিব পাৰিলেহেঁতেন। কিন্তু সত্যাৰ দৰে কোৱাৰ শক্তি সদুৰ নাই। সদুৱে সত্যাৰ দৰে ক'ব নোৱাৰে—'মনে জ্ঞানে যি কামত দোষ দেখা নাপাম, পাপ দেখা নাপাম, সেই কামত নিন্দাৰ ভয় কৰিম কিয়? নিন্দা-সুখ্যাতিৰ ভয়তে হাত সাবটি বহি থকাও এক প্ৰকাৰৰ স্বাৰ্থপৰতাহে। মানুহে কিহত মোক নিন্দা কৰিব, কিহত মোৰ সুখ্যাতি কৰিব—এই চিন্তাত স্বামী-পুত্ৰৰ ভাললৈকো নভবা হ'লে সিও দেখোন ঘোৰ স্বাৰ্থপৰ কাম'।

সদুৱে দেহে-কেহে লাগিলে স্বামীক শুধৰাই ল'ব পাৰিলেহেঁতে', সদুৱে নাই পৰা, ভয় কৰিছিল। মোমায়েকৰ ঘৰলৈ আহি অকাৰণতে মোমায়েক-মামীয়েকলৈ ভয় কৰিছিল। কাহানিও ন্যায়-অন্যায় কথাটোও ক'ব পৰা নাছিল।

সদু ভয়াতুৰ।

সত্যা সাহসী।

সেয়েহে সত্যাই আজি ডোবাৰ ঘোলা পানী এৰি সাগৰলৈ নাও লৈ যাব পৰা হ'ল।

চুবুৰিটোৰ যিবোৰ ঘৰত সত্যাৰ বয়সৰ জীয়াৰী-বোৱাৰী আছে, সিহঁতৰ মাজতো সত্যাই আলোড়নৰ সৃষ্টি নকৰা নহয়। সত্যাই সিহঁতৰ দিন-ৰাতিৰ চিন্তাৰ ভালেখিনি অধিকাৰ কৰিলে।

কি আশ্চৰ্য্য!

কি বিস্ময়!

কেনে অলৌকিক!

ঠিক সিহঁতৰে নিচিনা এজনী মাইকীমানুহ স্বামীপুত্ৰ লৈ কলিকতাত 'বহা' কৰি থাকিবগৈ! আৰু কাৰ কবলৰপৰা ওলাই যাবগৈ? এলোকেশীৰ দৰে ভয়ংকৰীৰ কবলৰপৰা। এই বোৱাৰীহঁতৰ গিৰিয়েকহঁত সম্প্ৰতি দাম্পত্যসুখৰ মাধুৰ্য্যৰপৰা বঞ্চিত। কিয়নো, সেই নিভৃত-নিৰ্জনত তেওঁলোকৰ পৰিবাৰহঁতে এতিয়া অনবৰতে নৱকুমাৰৰ সাহস আৰু প্ৰেমৰ দৃষ্টান্ত দাঙি ধৰা হৈছে।

হতভাগ্য গিৰিয়েকহঁতে নৱকুমাৰক 'তিৰোতাসেৱুৱা' 'তিৰিৰ ভেঁড়ুং' ইত্যাদি বিশেষণেৰে ভূষিত কৰিও বৰ সুবিধা কৰিব পৰা নাই।

পিছে যৈণীযেকহঁতৰ অসুবিধা এযে যে—সত্যৰ সৈতে এটিবাৰলৈও নিজানত সাক্ষাৎ কৰি গিৰিযেকহঁতক সেও মনোবাৰ মন্ত্ৰফাকি শিকি লোবাৰ উপায়ো সিহঁতৰ নাই। বানাৰ্জি-গৃহিণীৰ বোৱাৰীৰ স'তে মিলা-জুলা নকৰিবলৈ সিহঁতক দগোকুৰি হাক দি থোৱা হৈছেই। আৰু পুখুৰী-ঘাটলৈ যাওঁতে শাহুৱেক, পেহী-শাহুৱেক, বা বৰ ননন্দেক, নহ'লেও কণমানি ননন্দেক এজনীযে পৰ দি থাকিবই।

গতিকে মন্ত্ৰ শিকাৰ ফালে আধ্যা পৰিল।

অবশ্যে ঘৰৰ বৰমুৰীয়াহঁতক শুনাই শুনাই সিহঁতে সত্যক লেই লেই ছেই ছেই নকৰা নহয়। যিজনী মাইকীমানুহে শহুৰ শাহুৱেকৰ আলপৈচান ধৰাৰ দৰে মহৎ কৰ্ম পৰিহাৰ কৰি ল'ৰাহঁতক 'ভাল ইচকুলত পঢ়ুৱাবৰ' অছিলা দেখুৱাই 'বহা' কৰিবলৈ ওলায, সেইজনী মাইকীমানুহলৈ ধিক্কাৰ নজনোবাকৈ পাৰেনে মাইকীমানুহে ?

কিন্তু হওক। এইবোৰ ধিক্কাৰে সত্যৰ কাণ নোছোৱেগৈ।

ছুলেও সত্যৰ 'বৰ্ণকুহৰেদি মৰ্মভেদ' নকৰেগৈ। তাই তেতিয়া মাথোন ওলাই যোবাৰ প্ৰস্তুতিলৈহে যত্নবতী।

এনেতে সত্যই এদিন কথাটো উত্থাপন কৰিলে।

এই উত্থাপন কৰাটোকো তাই কিছুদিন প্ৰস্তুতিৰ অংগ বুলিয়েই গণ্য কৰিছে। নাইবা এই অনিশ্চিতৰ পথলৈ খোজ লোবাৰ আগতে জনমটোৰ বাবে জন্মভূমিক চোবাৰ বাসনা তাইৰ মনত প্ৰবল হৈ উঠিল। হেতু যিয়েই নহওক, কথাটো উত্থাপন কৰিলে সত্যই, 'যোবাৰ আগতে এবাৰ তাৰপৰা এপাক ঘূৰি আহিমগৈ।"

'এপাক ঘূৰি আহিবলৈ মন গৈছে' বা 'ঘূৰি আহিব পাৰিলে ভাল হ'লহেঁতেন' নাইবা 'ঘূৰি অহাটো কৰ্তব্য'—এইবোৰ কথাৰ ওচৰে-পাজৰেদিও নগ'ল তাই।

'এপাক ঘূৰি আহিমগৈ'।

তাৰ মানে কথাটো স্থিৰ সিদ্ধান্ত। এতিয়া আৰু ব্ৰহ্মাৰ পুতেক বিষ্ণু আহিলেও সেই সিদ্ধান্ত ৰদ হোৱাৰ আশা দুৰাশাহে মাথোন।

এলোকেশীয়ে বেজাৰ মনেৰে ক'লে, "যাবলৈ ওলাইছা—ভালেই কৰিছা। পিছে মোক ক'বলৈ আহিছা কিয় ? সুধিছাই নে অনুমতিকে লৈছা ?"

ও', এলোকেশীয়ে আকৌ মাত-বোল কৰিবলৈ লৈছে। কিয়নো, কথা কোৱাটোৱেই তেওঁৰ ব্যাধি। মুখ বন্ধ কৰি দুদণ্ড তিষ্ঠি থকা কথা তেওঁৰ কোষ্ঠীতে নাই। 'মাত-বোল আৰু নকৰোঁ' বুলি ভাবিও মাত-বোল কৰেই।

সত্যই তাইৰ ডাঙৰ ডাঙৰ চকুযুৰি মেলি এবাৰ চাই ল'লে আৰু তাৰ পাছত ক'লে, "নহয়, সেই মিছা ৰং-ঢং কৰাৰ দৰকাৰ নাই। যাম বুলি মনস্থ

কৰিছোঁ যেতিয়া যোবাৰ ব্যৱস্থাহে কৰিব লাগিব। মই ক'লোঁ আৰু-দেউতাই পঞ্জিকাখনত এবাৰ চকু ফুৰাই থয় যেন।"

এলোকেশীয়ে স্বমূৰ্ত্তি ধৰিলে।

তেওঁ মুখ ভেঙুচিয়াই ক'লে, "বাপেৰে খা-খবৰকে নলয়। তাৰেনো যাবা কোন সতেৰে ?"

"দেউতাক এবাৰ প্ৰণাম কৰিবলৈকে যাম।" সত্যই আকাশলৈ চাই উদাস কণ্ঠেৰে ক'লে, "কৰ্তব্য কেবল মাক-দেউতাকৰে থাকে নেকি ? সন্তানৰো কৰ্তব্য আছে।"

"বাৰু কথা, থাকা কৰ্ত্তব্য কৰি। যোবা বাপেৰক পন্নাম কৰিবলৈ। কিন্তু মোৰ ল'ৰাই উপযাচি নাযায় বুলি কৈ থ'লোঁ একা।"

সত্য বহাৰপৰা উঠি ক'লে, "কি যে অদ্ভুত কথাবোৰ কোৱা তুমি! তোমাৰ পুতেৰাক তুমি যাবলৈ নিদিলে মই ইমান দূৰ বাট কি চুবুৰিৰ লোকৰ সৈতে যামনে কি ?"

"তোমাৰ আক' সংগ'টা লাগিছে কিহলৈ ?" এলোকেশীয়ে পেৰেককৈ পিক পেলালে, "তোমাক ডকাইতেও ভয়হে কৰিব।"

"কৰিলেই মংগল !" সত্যযো কথাৰ মোখনি মাৰিলে, "তেও লোকসাক্ষী এজন মতা মানুহ লগত থকা ভাল। আৰু জোঁবাযেও শহুৰ-দেউতাক সেবা কৰা উচিত নহযনে ?"

"বোলোঁ—অলোঁ গছৰ হলোঁ। আৰু নো কত শুনিম ! বোলে—ৰাখালি কত খেলেই দেখুবালি। শহুৰনো আক' গুৰুজন হ'ল কাহানিৰপৰা নাজানিলোঁ নহয—!"

"তিৰোতাই যদি হ'ব পাৰে, মতা মানুহনো নহ'ব কিয ? উভয পক্ষৰে মাক-দেউতাক গুৰুজন।" এই বুলি কৈয়েই সত্য তাৰপৰা আঁতৰ হ'ল।

কথা এনেকুবাই হ'ব, জানিছিলেই তাই।

সেইদেখিহে আৰু অনুমতি বিচৰাৰ প্ৰহসন কৰাৰ চেষ্টা কৰা নাছিল।

প্ৰবলৰ জয অবশ্যম্ভাৱী, জোৰ যাৰ মুলুক তাৰ।

পঞ্জিকা চাই যাত্ৰাৰ দিন-খেণ স্থিৰ কৰা হ'ল আৰু শুভ মুহূৰ্ত্ত অনুসাৰে 'যাত্ৰা' কৰি স্বামী-পুত্ৰক লৈ সত্য দোলাত উঠিলগৈ। বিশেষ কোনো বাধাৰ সৃষ্টিও নহ'ল। তেওঁলোকেও টিপনি ঢিলাই দিলে।

দোলাখন সত্যৰ শহুৰেকৰ গাঁৱৰ সীমা পাৰ হৈ গ'ল, দোলাৰ দুৱাৰ খুলি সত্যই মুখ উলিযাই চালে।

নৱকুমাৰে ক'লে, "ওৰণি খহুই মুখ উলিযাইছাযে ? কোনোবাই কেনেবাকৈ যদি দেখা পায় ?"

সত্যাই আনন্দৰ আবেগতে ক'লে, "পালেইবা দেখা! এতিয়া আৰু মই শহৰ-ঘৰৰ বোৱাৰী হৈ থকা নাই নহয় ?"

"বোলোঁ—মাইকীমানুহ তো হয় ?"

"নহয় বুলি কৈছোঁনে কিবা ? পিছে বোৱাৰী নে জীয়াৰী সেই কথা মুখত লিখা নাই নহয় ? ৰ'বাচোন—চাবা, তাত গৈ ক'কালত খোচনি মাৰি কেনেকৈ ডেওপাৰি ফুৰোঁ।"

ডাঙৰ ল'ৰা তুড়ুৰে এইবোৰ কথা বুজি পোৱা হৈছেই। সি হঠাতে ক'লে, "ষাঃ! তই আক' ক'কালত খোচনি মাৰি —"

"আক' 'তই' বুলি মাতিছ!" সত্যাই তীব্ৰ ভৰ্ছনাৰ সুৰতে ক'লে, "মাকক 'তই' ক'ব নাপায় বুলি কত দিন তোক কৈছোঁ। 'তুমি' বুলি ক'ব লাগে। তথাপি—"

হঠাৎ নবকুমাৰে হাঁহি মাৰি ক'লে, "হৈছে, হৈছে। খুব শাসন কৰা হৈছে। সিনো কিমান ডাঙৰ ভবাগব্যাটো, তাক যে আক' সুশিক্ষা দিয়া হৈছে। মই দেখোন সৌ সিদিনালৈকে মাক 'তই' বুলি মাতিছিলোঁ।"

সত্যাৰ মুখখন কঠোৰ হৈ উঠিল। তাই ক'লে, "বুঢ়া বয়সলৈকে তুমি যিবোৰ কাম কৰিছিলা, সেইবোৰ আন সময়ত তোক শুনাই থাকিবা। মই যেতিয়া কিবা এটা শিক্ষা-দীক্ষা দিব খুজিম, তাৰ ওপৰত জঁপিয়াই পাৰ হেঙাৰ নিদিবা।'

"হ'ল আৰু! বোলোঁ—কি হ'ল তোমাৰ ? কিহৰপৰা কি যে হয়গৈ তোমাৰ বুজাই টান!"

অলপ ফাপৰত পৰা কথাটো নবকুমাৰে বুজি পালে। সেই কাঠিনাৰ আঁৰত ক্ষন্তেকমান আগৰ লৱণুকোমল মূৰ্ত্তি হেৰাই গ'ল। সেয়েহে আপোচৰ চেষ্টা কৰিলে।

সত্যবতীৰ সেই চপলতা, লাৱণ্য, সেই আনন্দত উদ্ভাসি উঠা মুখখন সঁচাকৈ যে কেনে অপূৰ্ব! কিন্তু বৰ ক্ষণস্থায়ী। মুহূৰ্ত্ততে মেঘৰ আঁৰত নোহোৱা হয়।

আৰু নোহোৱা হয় নৱকুমাৰৰ নিবুদ্ধিতাৰ ফলত। অথচ কিহৰপৰা কি হয়গৈ—নৱকুমাৰে টেৰ্‌ পাবকৈ নোৱাৰে।

সি সত্যৱতীক কাহানিবা বুজি পাবনে ?

কিন্তু সত্যাৰ মনৰ ডাৱৰ নৱকুমাৰৰ পুত্ৰই গঢ়োৱ পাৰিলে।।

তুড়ুৰে মাকৰ নিচেই কাষ চাপি বাঁহি লৈ ক'লে, "মামাৰ ঘৰলৈ গৈ ভাল ল'ৰা হৈ থাকিব লাগে, নহয়নে মা ? নহয় নহয়—সকলোতে ভাল হৈ থাকিব লাগে। মাত্ৰ মামাৰ ঘৰলৈ গৈ আৰু ভাল বেছি ভাল হ'ব লাগে। মই

সেইবোৰ কথা জানোৱেই, কিন্তু সো কণটোহে অজলা। সি একোৱেই নাজানে, মামাৰ তালৈ গৈ খালী ভেঁ ভেঁকৈ কান্দি থাকিব।"

তুড়ুৰ ভাব-ভংগী দেখি সত্যাৰ মুখত হাঁহি বিৰিঙিল।

নহয়, অন্ততঃপক্ষে এই বাটছোবাত সিমান ভয কৰিবলগীয়া একো নাই নবকুমাৰৰ। ডাবৰ স্থায়ী নহ'ব। গতিৰ মাজতে বোধকৰোঁ আনন্দৰ আস্বাদ আছে। সেযেহে প্ৰতি মুহূৰ্ততে সত্য কিশোৰী এজনীৰ দৰে উচ্ছ্বসিত হৈ উঠিছে।

"চোৱাঁ চোৱাঁ—সো যে পথাৰত গাইজনী চৰি আছে কিচকিচকৰে ক'লী গাইজনী। হেই তুড়ু—চা চা, সো পুখুৰীটোত কিমান পদুম ফুলিছে। সৰুতে আমি কত যে পদুম তুলি আনিছিলোঁ। ব'ল মামাৰৰ তালৈ, তোক সেই পুখুৰীটো দেখুৱাম দে। সেইজোপা কি গছ কোবাচোঁ, ঠিক ধৰিব পৰা নাই। পাতবোৰ যেন নতুন ধৰণৰ কিবাহে। আই ঐ, কেনে বঢ়িয়া বনৰীয়া ফুলৰ গোন্ধ যে। ঠিক আমাৰ তাত থকাৰ নিচিনা।"

নিজৰ আনন্দত সত্যাই নিজৰে লগত কথা পাতিছে, স্বামী-পুত্ৰ উপলক্ষ্য মাথোন।

সত্যাৰ সেই আনন্দোজ্জ্বল মুখখনলৈ নবকুমাৰে ৰ' লাগি চাই থাকিল।

ইমান দিন ধৰি ঘৰ-সংসাৰ কৰিছে, দুটা ল'ৰাৰ বাপেকী হ'ল, আজিৰ দৰে এনেকৈ প্ৰকাশ্য দিনে-পোহৰে ইমান স্পষ্টভাৱে তাৰ লাৱণ্যময়ী পত্নীলৈ কেতিযাবা চাব পাৰিছিলনে ?

'বহা' কৰি থকাৰ ভয অলপ পাতল হৈ আহিছে, এতিয়া বৰঞ্চ অলপ ৰোমাঞ্চকৰ উন্মাদনাহে অনুভব কৰিছে। তাত গুৰুজনৰ ভয নাই, নাই চুবুৰীয়াহ'তৰ ভয।

মাথোঁ নবকুমাৰ আৰু সত্যাবতী।

চাকৰি কৰাৰ ভয অৱশ্যে প্ৰচুৰেই। কিন্তু ভৱতোষ মাষ্টৰে ভৰসাও দিছে। কৈছে, নবকুমাৰে যিমানখিনি ইংলিছ জানে, তাৰ এসিকি ভাগ ইংলিছ জানিও কতই চাহাবৰ অফিছত চাকৰি-বাকৰি কৰি আছে। নবকুমাৰে চাকৰিত যোগ দিয়াৰ লগে লগেই নিৰ্ঘাত 'চাহাব'ৰ চকুত পৰিব। আৰু কৈছে যে, গাঁৱত থাকি মাটি-বাৰীৰ উপস্বত্বেৰে জীৱন কটোৱাৰ ইচ্ছাটো এই যুগত অচল।

কলিকতালৈ গৈ দুটা কামিজ চিলাব লাগিব, আৰু এযোৰ জোতা ল'ব লাগিব। সেইবোৰ নহ'লে অফিছলৈ যাব কেনেকৈ ?

ভৱতোষ মাষ্টৰে সিহ'তৰ কাৰণে এটা 'বহা'ও ঠিক কৰি থৈছেই হেনো। তেওঁ নিজে মেছত থাকে। কিন্তু নবকুমাৰে মেছত থাকিলে তো নহ'ব, সি

'ফেমিলি' লৈ যাব তো। নিতাইৰহে ভাগ্য বেয়া। তাৰ পৰিবাৰক সি 'বহা'লৈ লৈ আহিব নোৱাৰিব। নিতাইৰ মোমায়েকে কৈছে যে, কলিকতালৈ গ'লে তেওঁলোকে আৰু কাহানিও তাইৰ হাতেৰে খোৱা-বোৱা নকৰে।

ইমান ডাঙৰ শাস্তিৰ ভয়কো তুচ্ছ কৰি গিৰিয়েকৰ সৈতে লগ লাগি 'বহা' কৰি থকাৰ সাহস নিতাইৰ পৰিবাৰৰ নাই।

অগত্যা নিতাইৰ ভাতমুঠিও নৰকুমাৰহঁতৰ চৰতে বহাব লাগিব। নিতায়ে তাৰ ঘৈণীয়েকক লৈ আহিব পৰাহেঁতেন বৰ ভাল হ'লহেঁতেন। দুয়োজনীয়ে একেলগে থাকিলেহেঁতেন। হওক বামুণ-কায়স্থ, কোনোৱে কাৰো চৰু-হাড়ি ছোৱা-মেলা নকৰকেই, দুয়ো একেলগ হৈ থকা-মেলা, মেল-মৰা, চুলি বন্ধা, পাণ-তামোল সজোৱা এইবোৰ কাম তো কৰিব পাৰিলেহেঁতেন।

পিছে নহ'ল।

বেচেৰা নিতাইকহে সিহঁতে আদৰ-যত্ন কৰিব লাগিব।

ভবতোষে কৈছে যে 'বহা'টো খুব ভাল। তিনি-চাৰিটা কোঠা, আহল-বহল বাৰান্দা ৰান্ধনিঘৰ চোতাল কুঁৱা পানীকলো আছে হেনো। ঘৰৰ ভিতৰত নহয়, দুবাৰৰ কাষতে। থাওক। সেইবোৰৰ পানী-দুনি খাই জাতি-মহত খোৱাবাৰকৈ নোখোৱাই ভাল। কুঁৱাৰ পানী আছেই যেতিয়া।

যি হয় হব বাৰু। আচল কথা ভাৰা। গা বেজবেজাই যাব। নবকুমাৰে তো বাপেকৰপৰা টকা নোখোজে!

কিন্তু ভবতোষে কৈছে, তেনেকুৱা বহা' কলিকতাত দহ টকাতো পোৱা টান, ঘৰটো নিতান্ত তেওঁৰ এজন বন্ধুৰ ঘৰ বুলিহে আঠ টকাত পোৱা গৈছে। হওক। নবকুমাৰে দৰমহাও তো আঠাৰন টকাকৈ পাব। ইমান শকত দৰমহা পোৱা চাকাৰিয়াল এজনে আঠটকীয়া ঘৰৰ বাবে চিন্তা কৰিব নালাগে।

হওক বাৰু, সেয়ে হওক।

সেইবুলি নিতাইৰ প্ৰস্তাৱ সি মানি নলয়। নিতায়ে ভাৰাৰ ভাগ দিব খুজিছে। হ'বই নোৱাৰে, ছিঃ! নিতাই হৈছে নৰকুমাৰৰ নলেগলে লগা বন্ধু, তাৰপৰা লব পাৰিবনে?

কিন্তু সত্যাৰ মিজাজ বা তাত কেনে হয়! ইয়াত তো ক্ষণে তুষ্ট ক্ষণে ৰুষ্ট, তাতে যিমান যিয়েই নহওক নিতাই হৈছে পৰ! সত্যাই যদি তাৰ আগতো তকৰাতি কৰে!

নহয়—নকৰিব নিশ্চয়। সেইফালে ঠিকেই থাকিব।

এতিয়া সেই দিনটিহে কেতিয়া আহিব। যিদিনা অজান-অচিনাকি বাৰান্দাত বহি দুয়ো বন্ধুৱে অফিচৰ 'ভাত' খাব। আৰু সত্যাই মেলা চুলি উৰুৱাই ক'কালত খোচনি মাৰি লৰা-থপৰাকৈ বন্ধা-বঢ়া কৰি থাকিব।

এই আটাইবোৰেই সম্ভৱ হৈ উঠিব সত্যৰ বলত।

প্ৰেম-বিগলিত হৈ নৰকুমাৰে সত্যলৈ চালে।

কিন্তু সত্যৰ দৃষ্টি তেতিয়া লক্ষ্যভেদী, নাকৰ পাহি ফুলি ফুলি উঠিছে, সমস্ত চেতনা একাগ্ৰ হৈ পৰিছে। হঠাৎ তাই চিঞৰি দিলে, "সোৱা, সৌ যে, জটাদাদাহঁতৰ ঘৰৰ-ছাদৰ ওপৰৰ কোঠাটো, সেইয়া—গাংগুলী খুড়াহঁতৰ চোতালত বজ্ৰপাত হোৱা নাৰিকলজোপা,—ঐ দোলাভাৰী, সোঁফালে, সোঁফাললৈ—"

বাট-পথ দেখুৱাই দিয়াৰ দায়িত্ব তাই নিজেই লৈছে।

দোলাখন নমোৱাৰ লগে লগেই চাঞ্চল্যৰ ঢৌ বাগৰি গৈছিল, তাৰ পাছত সঠিককৈ জনাৰ পাছত সকলোবে তধাউৰি খালে। কথা নাই বতৰা নাই জীয়েক ওলালহি কিয ? এয়া দেখোন নোহোৱা-নোপজা কথা!

কি মূৰ্তি ধৰি আহিল বা!

কোনেনো খেদি পঠালে ?

নহয, নহয! কাৰ্তিক-গণেশৰ হাতত ধৰি, ভোলানাথক লগত লৈ ষড়ৈশ্বৰ্য্যময়ী ৰাজৰাণীৰ বেশেৰে আহিল তাই!

মনটো ভাল লগা নাছিল বাবে দেউতাকক চাবলৈ আহিছে, সকলোকে চাবলৈ আহিছে।

আহিছে জনমভূমি চাবলৈ।

বাহিৰ-মহলৰ হাই-উৰুমি পাতলাই চাবিওফালে বিভ্ৰান্ত দৃষ্টি পেলাই সত্য ভিতৰ-মহললৈ আগবাঢ়িল।

আৰু ভিতৰ-মহলৰ চোতালত ভৰি দিয়াৰ লগে লগেই তুমুল কান্দোনৰ ৰোল উঠিল।

প্ৰচণ্ড শোকৰ বিননি!

এইবোৰ কাৰ কাৰ কণ্ঠস্বৰ বেলেগে বেলেগে বুজাৰো উপায নাই। একেবাৰে ঐক্যতান বাদন! ঘৰৰ তিৰোতাসকলৰ সৈতে চুবুৰিৰ আন তিৰোতাসকলো লগ লাগিছেহি!

কিন্তু এই বিলাপ-বিননি নতুনকৈ কাৰ বাবে ? ভুৱনেশ্বৰীৰ ঘটনা বহুদিনৰ আগতেই পাৰ হৈ গ'লেই দেখোন!

নহয়, বিশেষ কাৰো উদ্দেশ্যে বিলাপ কৰি থকা নাই, আৰু সদ্য শোকৰ বিননিও নহয এয়া। কিছুখিনি সত্য অহাৰ বাবে আনন্দাশ্ৰু, আৰু বাদবাকীখিনি সত্যৰ এই সুদীৰ্ঘ অনুপস্থিতিৰ কালছোৱাত যিবোৰ শোকাবহ ঘটনা ঘটিছিল, তাৰ জেৰ হিচাপে নতুনকৈ বিলাপ-ক্ৰন্দন।

এই কান্দোনৰ মাজত সত্যই তাইৰ ল'ৰা দুটিৰ হাতত ধৰি চোতালৰ

এচ্‌কত ভেবা লাগি থিয় হৈ থাকিল, আৰু উদ্‌ভ্ৰান্ত দৃষ্টিৰে বাহিৰ-মহলত নৱকুমাৰ কাণ থিয় কৰি বহি থাকিল। তাৰ সন্মুখতে শহুৰেক বহি আছে, কিন্তু তেওঁক প্ৰশ্ন কৰাৰ সাহস নৱকুমাৰৰ নাই। সেই যে তৌতিয়া প্ৰণাম কৰি তলমূৰ হৈ বহি আছিল, বহিয়েই থাকিল।

আৰু দেখা গ'ল—তেওঁ নিৰ্বিকাৰ। ঘৰৰপৰা ভাহি অহা ইমান ভয়ানক কান্দোনেও যেতিয়া তেওঁক তিলমানো বিচলিত কৰিব নোৱাৰিলে, তেতিয়া বিষয়টো গুৰুত্বহীনেই চাগৈ।

নৱকুমাৰো গাঁৱলীয়া ল'ৰা। শহুৰেকৰ ঘৰৰ পৰা জীয়েক আহিলে কন্দা-কটা কৰাৰ কথা সি নজনা নহয়, সেয়েহে সিও ক্ৰমাত নিশ্চিন্ত হ'বলৈ ধৰিলে, আৰু কান্দোনৰ প্ৰচণ্ড বেগো লাহে লাহে জামাৰি আহিবলৈ ধৰিলে।

অলপ থানথিত লাগি বহি লৈ ৰামকালীয়েই মাত লগালে, "ওলালা কেতিয়া ?"

"কি ক'লে— ?" নবকুমাৰে চ'ক খাই উঠি চালে।

ৰামকালীযেও চালে নবকুমাৰলৈ। এজন স্বাস্থ্যবান ধুনীয়া পুৰুষৰ দেহত এতিয়াও যেন এটি কিশোৰৰ মুখ। সুন্দৰ সুকুমাৰ কিন্তু বুদ্ধিবৃত্তিৰ চিন-মোকাম বিচাৰি পাবলৈ নাই। তেও ভিতৰি মৃদু আপেক্ষ-যুক্ত এটা হাঁহি মাৰিলে। ইয়াক মৰম কৰিব পাৰি, কিন্তু নিৰ্ভৰ কৰিব নোৱাৰি। এই কাৰণেহে চাগৈ ভগবানে সত্যক ইমান দৃঢ় মজবুতকৈ গ্ৰাজছিল, তাই লতাৰ দৰে আশ্ৰয় নিবিচাৰে, বনস্পতিৰ দৰে আশ্ৰয় দিয়েহে।

এটা হুমুনিয়াহ কাঢ়িলে তেওঁ। ভাবিলে, সত্যৰ অদৃষ্টত চিৰ দুখ। ৰামকালীৰ জীযেকে ৰামকালীৰ অদৃষ্টৰ লিখনকে পালে। ৰামকালী কিমান দুখী। কিমান সুখী আছিল ভুৱনেশ্বৰী।

নবকুমাৰৰ সেই নিৰ্লিপ্ত মুখৰ "কি ক'লে" কথাষাৰ শুনি ৰামকালীয়ে মিচিকীযাই হাঁহি পুনৰ ক'লে, "ওলালা কেতিয়া ?"

"মানে, সেই ব্যতিপুৱাতে দুপৰাহমান মাড়-ভাত খায়েই —"

কথাষাৰ কৈয়েই নৱকুমাৰে নিজৰ মূৰ্খামি বুজি পালে, 'ব্যতিপুৱা'ক আৰু ভালকৈ বুজাবলৈ সেই মাড়-ভাতৰ প্ৰসংগ নুতুলিলেই ভাল আছিল। ব্যতিপুৱাই যথেষ্ট আছিল। কিন্তু মুখৰ কথা হাতৰ দলি।

ৰামকালী ব্যস্ত হৈ পৰিল। তেওঁ আস্ত-ব্যস্ত হৈ ক'লে, "হয়নেকি। আহোঁতে ইমান সময় লাগিল ? তেনেহ'লে তো—ওহোঁ, আৰু বাহ নাথাকিবা, সোনকালে হাত-মুখ ধুই—"

এইবাৰ নৱকুমাৰে অলপ স্পষ্ট মাতেৰে ক'লে, "নাই নাই, ব্যস্ত নহ'ব। বাটত দোলা নমাই জা-জলপান খালোঁয়েই।"

"হওক তেও। বেলিয়ে ভাটী দিবৰ হ'ল। হেৰ'—কোন আছ তাত।"

একেলগে বিভিন্ন বয়সৰ কেইবাটাও ল'ৰা আহিল। অৰ্থাৎ ইহঁত কাষৰে-পাজৰেই আছিল, সম্মুখলৈ ওলাই আহিবলৈহে ভৰসা পোৱা নাছিল।

ৰামকালীয়ে ক'লে, "ভিতৰত গৈ, জোঁৱাইৰ হাত-মুখ ধোৱাৰ বন্দবস্ত কৰিবলৈ ক'গৈ যা।"

ল'ৰা কেইজনৰ মাজত দুই-এজন ভিতৰ সোমাল। কোনোবা এটা ল'ৰাই ঘপকৈ ক'লে, "ভিনদেউৰ কেনে মজা! কলিকতাত বহা কৰি থাকিবগৈ!"

ৰামকালী অলপ চঁক খাই উঠিল।

ভাবিলে, এইটোনো আক' কেনে কথা?

সত্যাই ওৰণি লোৱা অৱস্থাতে সেৱা এটি কৰিয়েই ভিতৰ মহললৈ গ'লগৈ, নবকুমাৰৰ আগত দেউতাকৰ সৈতে মাত-বোল কৰা নাছিল, তাৰোপৰি ওচৰ-চুবুৰীয়াহঁতৰ খদমদমো লাগি আছিল।

নৱকুমাৰ ছোৱালীহঁতৰ দৰে লাজকুৰীয়া হৈ বহি আছে। ৰামকালীয়ে অলপ ধেমালিৰ সুৰতে সুধিলে, "ইহঁতে কলিকতাত 'বহা' কৰাৰ কথা কি কৈছে —?" প্ৰশ্নটো নৱকুমাৰলৈ।

নবকুমাৰে লাহেকৈ ক'লে, "ওঁ, তেনেকুৱাই স্থিৰ কৰা হৈছে।"

"শুনি সুখ পালোঁ। এতিয়া কলিকতাত উন্নতিৰ বহুতো বাট মুকলি হৈছে। কিবা কামৰ চেষ্টা কৰা হৈছেনেকি?"

"ওঁ, হয়। ছাৰে এটা চাকৰিৰ বন্দবস্ত কৰি দিলেই।"

ৰামকালীৰ জোঁৱায়েক। সোধাটো কৰ্তব্য বুলিয়েই সুধিলে, "ক'ত?"

"হেৰি—মানে—চৰকাৰী অফিছত।"

"সুখৰ কথা। পিছে থাকিবানো ক'ত? মেছত?"

"নহয়, 'বহা'ত। ছাৰে বহাও ঠিকঠাক কৰি দিছে।"

দৰমহা কিমান—সেই কথাটো অৱশ্যে ৰামকালীয়ে নুসুধিলে। কেৱল সামান্য চিন্তিত কণ্ঠেৰে ক'লে, "সেযে হ'লে ৰান্ধনী মানুহ এজনৰো ব্যৱস্থা কৰিব লাগিব দেখিছোঁ। অকলে অকলে বহা লৈ —"

নৱকুমাৰে আৰু বেছি সময়লৈ লাজ-বিজ বজায ৰাখিব নোৱাৰিলে, আনন্দ গোপন কৰাৰ আভা তাৰ মুখত ফুটি উঠিল। সি উচ্ছ্বসিত হৈ ক'লে, "ৰান্ধনী মানুহৰ দৰকাৰ নহয়। তুড়ু-পোণাৰ মাক, মানে, আপোনাৰ জীয়েকো যাব নহয?"

"মোৰ জী? সত্য? সত্য যাব কলিকতাৰ বহালৈ!"

নৱকুমাৰ থতমত খাই মনে মনে থাকিল। ৰামকালীৰ এই কণ্ঠস্বৰে ঠিক কি প্ৰকাশ কৰিছে সেই কথা বুজিব নোৱাৰিলে। অলপ বিচলিত হোৱা যেন নালাগিলনে? ওঁ, ৰামকালী কিঞ্চিৎ বিচলিত।

বহুদিনৰ আগৰ এদিনৰ কথা মনত পৰিল ৰামকালীৰ।

চকুৰ আগত বালিকামূৰ্তিৰে সত্য উদিত হ'ল। আৰু সত্যৰ সমুখত আন এখনি ভীতিব্যাকুল মুখ। সেই মুখখনৰ আগত সতাই আঙুলি জোকাৰি কৈছে, "মা, তোমাৰনো ইমান ভয় কিহৰ? তুমি চাই ল'বা, মই কলিকতালৈ যাম, যাম, যামেই!"

সতাই তাইৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলে, কিন্তু তাকে দেখি গৰ্ব আনন্দ বিস্ময়ত কোনোবা মুগ্ধ হ'বনে।

ৰামকালীয়ে অলক্ষিতে এটি হুমুনিয়াহ কাঢ়ি ক'লে, "সাহস কৰি ওলাইছা—সুখৰ বিষয়। পিছে তোমাৰ মাৰা দেউতাৰাৰ ব্যৱস্থা কি?"

"বাইদেউ আছে, চৰুৰীয়াসকল আছে।"

"অ'—, পিছে তেওঁলোকে আপত্তি নকৰিলেনে?"

এইবাৰ আৰু নৱকুমাৰে নিজক সম্বৰণ কৰিব নোৱাৰিলে। প্ৰাণখোলা হাঁহি এটি মাৰি ক'লে, "আপত্তি আৰু নকৰাকৈ আছিলনে? পিছে নৱাজল। 'এও'' টানি ধৰিলে যে ল'ৰা দুটাক ভাল ইচ্‌কুলত পঢ়ুৱাব লাগিব। বুজিব ভঁৰাল তো!"

তাৰ সেই উদ্ভাসিত মুখখনলৈ চাই হঠাৎ ৰামকালী তাৰ ওপৰত স্নেহসিক্ত হৈ উঠিল। তেওঁ নবকুমাৰক ভিতৰ-মহললৈ পঠিয়াই দিলে।

ভিতৰ-মহলত তেতিয়া আনন্দৰ জোৱাৰ। সত্যৰ ল'ৰা দুটিক লৈ তেতিয়া আইতাক-সম্পৰ্কীয়াসকলে ৰং-ধেমালি কৰিছে। পৰিয়ালৰ প্ৰায় সকলোৱেই সত্যক আগুৰি ধৰি বহি আছে।

ৰাসুৰ ন-ঘৈণীয়েক, শিৱজায়াৰ আবিয়ে নাতিনীয়েকহঁত, ৰাসুৰ ভাই-বোবাৰী দুজনী আৰু ভাগিনীয়েক দুজনী আৰু চৰুৰীয়া নবীনা-প্ৰবীণাহঁত। মোক্ষদাই আৰু আগৰ দৰে কথা-বতৰা পাতিব নোৱাৰে, তথাপি বেৰতে ভেজা দি একাষত বহি আছে। কেৱল সাৰদাহে এই মেলত নাই। সাৰদাই মৰিবলৈকো আজৰি পোৱা নাই।

তাইৰ উদাসীনতাৰ আগত সত্যৰ নতুনত্ব, অপূৰ্বত্ব, বৈচিত্ৰ্যৰ বহুমুখিত্ব, সকলোৱে হাৰ মানিলে।

কিন্তু আনবিলাকতো সাৰদাৰ নিৰ্চিনা নহয়, সেয়েহে সতাই কেৱল জাউৰিয়ে জাউৰিয়ে প্ৰশ্নৰ উত্তৰ দি দি ভাগৰি পৰিছে, ঘূৰাই প্ৰশ্ন কৰিবলৈও সুবুঙা পোৱা নাই তাই। অথচ তাই তো নিজকে দেখুৱাবলৈ অহা নাই, সকলোটিকে চাবলৈহে আহিছে তাই।

কিন্তু সকলোটিৰেই অদম্য কৌতূহল। দুটিকৈ ল'ৰা উপজিল, ডাঙৰ দীঘল হ'ল, যোগাযোগহে নাই। অৱশ্যে ল'ৰাহঁতৰ অন্নপ্ৰাশনৰ সম... নমতাকৈ থকা নাছিল, কিন্তু ৰামকালী তেতিয়া তীৰ্থই তীৰ্থই ঘূৰি ফুৰিছে। পিছে উভতি অহাৰ পাছতো, ক'তা — ?

কিন্তু সত্য ইমান দিন অহা নাছিল কিয়, আৰু এতিয়ানো হঠাতে ওলালহি কিয়, এই প্ৰশ্ন তল পৰিল। এতিয়া প্ৰশ্ন হ'ল কলিকতাৰ 'বহা'। তাতেহে হাজাৰ কৌতূহলৰ প্ৰশ্ন। সত্যক বাৰু সাহস যোগালে কোনে? তাত সত্যক কোনে চোবা-মেলা কৰিব? শহুৰ-শাহুৰেক বাঁচি-বৰ্তি থকাতো গিৰিয়েকৰ সৈতে বহা কৰি থকাৰ আঁচনিযে তাইৰ মূৰত বাহ ল'লেই বা কেনেকৈ, আৰু কোন অলৌকিক সাধনাৰ বলত তেওঁলোকৰ অনুমতি পালে তাই? তদুপৰি—

তালৈ গ'লে জাতি-মহত থাকিবনে নাথাকে, মেলেছৰ হাতে পানী খাব লাগিবনেকি, গিৰিযেকৰ সৈতে 'লেণ্ড' ফেটিঙত' উঠি ময়দানত ফুৰিবলৈ বাধ্য হৈ যাব লাগিবনে নালাগে, ইত্যাদি বহুবিধৰ বাৰেভচহু প্ৰশ্ন তো আছেই। বহুতো প্ৰশ্নৰ উত্তৰ দি দি ভাগৰি পৰা সত্যই এসময়ত কৈ পেলালে, "উস। এতিয়ালৈকে খালী নিজৰ কথাহে চোবালোঁ, তোমালোকৰ খবৰবাতৰি ল'বলৈ নিদিয়া জানো?

মোক্ষদাই ক্লান্ত-আৰ্ত্ত কণ্ঠেৰে ক'লে, "আৰু—আমাৰো আক' খবৰ! যিবোৰ মৰিবপৰা নাই, সিহঁতে এতিযাহে বিধতাৰ অন্নজল ধ্বংস কৰিছে মাথোন, খবৰ ইমানেই।"

"এস, এযোনো আক' কেনে কথা।"

"ঠিবেই কৈছোঁ সত্য, চিৰকালেই তোৰ ছিদিৰ ধাঁৰ আহিছোঁ, ভা ব আহিছোঁ তই চাৰ চকুৰ এচুকো নাজানিবি বুলি। এতিয়া দেখিছোঁ তই ধাৰ বুজি খেও দিব পাৰিলি। এই বুধি পাণ্ডিছ ভালেই কৰিছ তই। এতিয়া সকলোৱে কয—ইংৰাজী বিদ্যাৰ হেনো জয় জয মব মব অৱস্থা। ল'ৰা দুটাক কলিকতাত ইংৰাজী ইচকুলত নাম লগাব পাৰিলে —"

শিৱজায়া অলপ ৩ বিধবা হৈছে আৰু কিছু আগতে গগনফলা চিঞৰেৰে সত্যক বুজাই দিছে যে, সত্যৰ মাক আছিল পৰম পুণ্যবতী, মৰি পুণ্যৰ চূড়ান্ত দেখুৱাই গ'ল, আৰু জগতখনত এতিয়াও যি য'ত শাঁখ-সেন্দুৰৰ গৌৰব লৈ টিকি আছে, সিহঁতি এতিযাই আৰু মুহূৰ্তমানো বিলম্ব নকৰি পৃথিবীখন এৰি গুচি যায যেন। শিৱজায়া মুখৰ ওপৰত কাপোৰ লৈ শুই আছে, সদায়তে তেওঁৰ এই দুৰ্ভগীয়া মুখখন কাকো নেদেখুৱাব বুলি।

কিন্তু চিৰ-প্ৰতিদ্বন্দ্বিনী মোক্ষদাই এই বাক্য শুনি তেওঁৰ অনুশোচনা ভংগ হ'ল। মুখৰ কাপোৰ গুচাই টপটপাই ক'লে, "ভালেই কৈছা সৰু ননন্দী! জাত ইচ্ছাই পাত বিধান ইচ্ছাই ভাত! জনমটি গ'ল ল'ৰা খাই আজিহে কৈছা ডাইনী। বোলোঁ—ইকাল সিকাল চিৰটিকাল সকলোৱে বাংলা-সমচক্ৰিততে চলালে, বেছি বিশ্বান হ'লে ফাছী, আৰু এতিয়া সেই মেলেছৰ ভাষা নিশিকিলেই মোনিবা —"

"ফাছীঁও মেলেছৰে ভাষা সৰুবোৱাৰী।"

"আও! জনমকালৰেপৰা ফাছীঁৰ কথা শুনি আহিছোঁ, ক'তা—কেতিয়াও ফাছীঁক মেলেছৰ ভাষা বুলি কোৱা শুনা নাই দেখোন।"

এইবাৰ সত্যাই ক'লে, "বাদ দিয়াচোন পেহীআইতা, বাদ দিয়া যতবোৰ জাতি থকা জাতি যোৱাৰ ফুচুৰি কথা। যি যাবলগা যাবই, তাক কোনেও বাধা দিব নোৱাৰে। সেই কথা বাদ দিয়া। তোমাৰনো এনে অৱস্থা কেনেকৈ হ'ল তাকে কোৱাচোন। ইমান তীৰ্থধৰ্ম কৰি বা-বতাহ সলাই আহিলা, শৰীৰ ভালহে হ'ব লাগিছিল।"

মোক্ষদাই জিভাৰে শব্দ এটা কৰিলে। "মোৰ ভাল হ'ব আৰু সেই যমে নিলেহে। দৰা কাক বোলে দেখাই নাই — সেই যম-দৰাৰ চতুৰ্দোলাত উঠিহে যাম। পিছে এই কালত ভাল আৰু আছেইবা কেইজন? সেয়া যোৱা বেলি যিখন গাঁও চাই গৈছিলি, এতিয়া আৰু নাই। দেব-দ্বিজত মানুহৰ ভকতি নোহোৱা হৈছে, গুৰু লঘু জ্ঞান লোপ পাইছে, মানুহৰ মনিষ্যত্ব গুচিছে। চা চা, ঘূৰি ফুৰি চা, সুখ নাপাব।'

সাত দিনমান থকাৰ পাছত, উভতি যাওঁতে সত্যাই সেইবোৰ কথাকে ভাবি ভাবি গৈ আছিল। ভাবি আছিল, আৰু মনৰ ভিতৰত কৈ আছিল, "দেখিলোঁ পেহীআইতা, দেখি-মেলি বুজিলোঁ তোমাৰ কথাই ঠিক। সেই আগৰ গাঁওখন আৰু নাই। নাই আগৰ সুখ আনন্দ তৃপ্তি।"

এইবাৰো সৰুকালত খেল-ধেমালি কৰা ঠাইবোৰলৈ গৈছিল, বহিছিলগৈ। আগৰ দিনবোৰৰ সুৰ উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। শেহান্তৰত সি হাস্যকৰ হৈ পৰিল। ল'ৰাহঁতক অবাক কৰি দিবলৈ এদিন হঠাৎ গছত উঠিব খোজোঁতেই, ল'ৰাহঁতেই হাই-হুই কৰাত নামি আহিবলগা হ'ল। সেই আগতে য'ত সাঁতুৰিছিল, ডাঙৰ পুখুৰীত সাঁতুৰিবলৈ গৈছিল, সাঁতুৰিছিলো, সুখ নাপালে। আতলচ পনীয়ল বুটলিবলৈ গৈ পাগলামী কৰা যেন লাগিছিল, তথাপি বুটলি আনি আচাৰ কৰিব বুলি কৈ পেলাই থৈছে। বুজ পাইছে, তাতো সুখ নাই।

সুখ সকলো মিলাইহে। সেই সকলো, সম্পূৰ্ণ অখণ্ডনো পায় ক'ত? ক'ত সেই আগৰ লগৰীয়াহঁত?

আৰু সত্যাই সুখেইবা পাব ক'ত? এইবোৰৰ মাজত ৰামকালী চাটাৰ্জিৰ সেই ছনে-বনে অনাই-বনাই ফুৰা উদণ্ড ছোৱালীজনীক ক'ত বিচাৰি পাব তাই?—যাক বিচাৰি উলিয়াবলৈহে ইমান হুৰা-দুৰা লগাই আহিল?

আৰু সেই ছোৱালীজনীৰ মাক, জেওঁৰ ছাঁটোও থাকিব নাপায়নে? সকলো ধুই-মচি নিকা কৰি পেলালে?

সলনি হৈ গ'ল। সকলো সলনি হৈ গ'ল।

সত্যৰ সেই চিনাকি জগতখন অদৃশ্য হৈ গ'ল। নিশ্চিহ্ন হৈ গ'ল সত্যৰ আসনখন। সত্যৰ ওপজাঠাইৰ মাটিত সত্য এতিয়া আগন্তুক, বহিৰাগত। এতিয়া ইয়াত চকুৰ আগতে অন্যায় কৰা দেখা পালেও মাত নামাতে, ভাবে, 'থাকক। দুদিনৰ বাবে আহি আৰু —' ভুৰু কোঁচাই ক'ব নোৱাৰে, 'এয়া তোমালোকৰ অন্যায়েই হৈছে'।

নহ'লে এই কেইদিনত কিবা কম দেখিলেনে তাই? সংসাৰখনত এতিয়া অন্যায় বহু ঘটনা ঘটি আছে। তাৰ কাৰণ হ'ল—দেউতাকৰ উদাসীনতা। আগতে চুবুৰিৰ ল'ৰাহঁতে সামান্য ইফাল-সিফাল কৰিবলৈ ভয় কৰিছিল, এতিয়া মাত্র ঘৰৰ ল'ৰাকেইটাইহে তেওঁক ভয় কৰে, আৰু বিন্দুমাত্র সমীহ নকৰা হ'ল। চুবুৰিটোতে কিমাননো নেদেখিলে তাই।

জটাদাদাৰ ঘৈণীয়েকেই এতিয়া শাহুৱেকৰ মুখে মুখে তই-তোকৰা লগাই কাজিয়া কৰা হ'ল। আৰু জটাদাদা হেনো ঘৈণীয়েকৰ আগত নিবোকা চামোন। সত্যৰ মোমায়েকৰ ল'ৰা দুটাৰ চৰু বেলেগ বেলেগ হ'ল। দুঘৰত দুদিন নিমন্ত্রণ খাবলগীয়া হৈছিল সত্যাই। তুন্টু গুবাল পক্ষাঘাত ৰোগত শয্যাশায়ী, তুন্টুৰ ঘৈণীয়েকে কান্দি-কান্দি লোকৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছে। কিন্তু এতিয়া মানুহে আৰু তাইৰপৰা ঘিঁউ-গাখীৰ নোলোৱা হ'ল, টাংটিঙালি কৰি আনৰপৰা লোৱা হৈছে। এই বুলি কয় হেনো, তুন্টুৰ ঘৈণীয়েকৰ দৈ? আৰে—চে চে চেঃ! মুখতে দিব নোৱাৰি। তুন্টুৰ ঘৈণীয়েকেনো আক' ঘিঁউ কৰিবলৈ শিকিলে ক'ৰপৰা'?

বস্তুখিনি যদি বৰ ভাল বিধৰ নহয়ো, সেইবুলি ইমান দুখ-কষ্টৰ সময়ত মানুহে সহায় নকৰিবনে? তেনেহ'লেনো মানুহ আৰু জন্তুৰ মাজত পাৰ্থক্য কিহৰ?

তুন্টুৰ হাতত সত্যাই লুকাই-চুৰকৈ দুটা টকা দি আহিছিল, তুন্টুৱে কান্দি দিছিল। কৈছিল, "মনটো দেউতাকৰ দৰে। কবিৰাজ দেউতা আছে বুলিহে এতিয়াও জীয়াই আছোঁ।"

কুমাৰ জেঠা, কমাৰ খুড়া, খুবুনী পেহী—সত্যাই এই সকলোৰে সৈতে দেখা-সাক্ষাৎ কৰিছিল। কিন্তু আগৰদৰে কোনেও হাঁহ-মাতি কোৱা নাছিল, "আহিলিনে? আহ, বহহি।"

চৰাখন পাৰি দি কৈছে, "আহক বাইদেউ আহক, বহক।"

আচৰিত কথা, সকলো একেলগে সলনি হৈ গ'ল কেনেকৈ?

সলনি নহ'ল কেৱল গাঁওখন। গছ-গছনি পথাৰ-সমাৰ দীঘি-পুখুৰী একেদৰেই আছে। এইবোৰেহে তাইক উচ্ছ্বসিত আনন্দেৰে আদৰণি

জনাইছে, মূৰ দুপিয়াই দুপিয়াই, হৈ চৈ কৰি। আৰু বিদায়ৰ পৰত সিহঁতেই বিষণ্ণ বিধুৰ দৃষ্টিৰে মৌন বেদনা প্ৰকাশ কৰিছে।

ইহঁতেই—কেৱল ইহঁতেইহে সলনি হোৱা নাই।

কিন্তু সিহঁতৰ ওচৰতনো কিমানপৰ আশ্ৰয়? আশ্ৰয় লাগে হৃদয়ৰ ওচৰত, প্ৰাণৰ উত্তাপৰ ওচৰত। ক'ত সেই উত্তাপ? সকলোৱেই ভালকৈ আদৰ-যত্ন কৰিছিল আৰু কৈছিল, "অ' আই—মাত্ৰ দুটামান দিনৰ বাবেহে আহিলি!" কোনোৱে কোৱা নাছিল, "তই যে আমাৰ চিৰদিনীয়া!"

সত্যৰ মাক জীয়াই থকাহেঁতেন কথা বেলেগ হ'লহেঁতেননে? মাকৰ ওচৰত সত্যৰ সেই শৈশৱ স্মৃতি সোণৰ সঁফুৰাত সযতনে সংৰক্ষিত নহ'ল হেঁতেননে? মাকে নক'লেহেঁতেননে: 'চাহি, তোৰ একো হেৰোৱা নাই সকলো আছে, মই সাঁচি থৈছোঁ'। তেতিয়া সত্যই সত্যৰ পুতলাৰ বাকচটোকো দেখা পালেহেঁতেন কিজানি। মাকে ক'লহেঁতেন 'এয়া চাহি, তই নিজ হাতে কাপোৰ পিন্ধোৱা 'বৰ যোৱাৰী মাজু যোৱাৰী ন যোৱাৰী', সিবাৰ যেনেকৈ থৈ গৈছিলিহি তেনেকৈয়ে আছে'।

ওঁ, আইতাকৰ শৰাধত আহি যোৱাবাৰ তাই নিজৰ পুতলাৰ বাকচ সলাই-পৰাই থৈ গৈছিল। তাৰ পাছত নিজৰ জীৱনটোত পুতলা খেলাৰ ঘটনা ঘটিল। তেতিয়া আৰু মাটিৰ পুতলাৰ কথা কোনে ভাবিছিল?

সত্যই কিজানি স্কেৰ ল'ৰামতীয়া কাণ্ড দেখি হাঁহিলেইহেঁতেন। তথাপি সুখ পালেহেঁতেন। 'মাক নাথাকিলে মাক-বাপেকৰ ঘৰলৈ আহি সুখ নাই'—সত্যই হুমুনিয়াহ কাঢ়ি ভাবিলে। ইমান ডাঙৰ সংসাৰখনৰ মাজত সেই মানুহজনীক, বহুতৰে মাজৰ এজনীৰ বাহিৰে কোনোদিনেই একো ভবা নাছিল তাই। হঠাৎ ধৰা পৰিল, সেই এজনী মানুহ নোহোৱাকৈ আন সকলো 'বহুতেই' অৰ্থহীন।

তথাপি, এওঁলোকৰ মাজত পেহীআইতাকৰ ওচৰত দুদণ্ড বহিলেও ভাল লাগিলহেঁতেন। কিন্তু সেই দপদপাই ফুৰা মানুহজনীৰ এই দুৰৱস্থা দেখিলে মনটোৱে হাহাকাৰ কৰি উঠে। সত্যই কৈছিল, "দিনে-নিশাই খাটি খাটি তুমি শৰীৰটো নষ্ট কৰি পেলালা, আইতা। তোমাৰ সেই শৰীল-স্বাস্থ্য এই কেবছৰতে এনেকৈ বেয়া হ'ব লাগেনে?"

মোক্ষদাই ধিক্কাৰসনা হাঁহি এটা মাৰি কৈছিল, "দিনে-নিশাই নাখাটি সেই ভূতৰ দৰে কিম্ভূতকিমাকাৰ শৰীৰটোৰে কি কৰিলোঁহেঁতেন ক'চোন? মোৰ মাজৰ ভূতনীজনীয়েই মোক দিনে-নিশাই খেদি ফুৰিছিল।"

"আৰু এতিয়া যে তোমাক সেইজনী ভূতনীয়েই খালে?"

"হওক। পৃথিৱীত যিকেইদিন অন্নজল পাবলগীয়া আছে—বাচি থাকিমেই। তাৰ পাছত কোনোবাই মুখত একুৰা জুই দি চিতাত তুলি

দিব। যাৰ ইচ্ছা হ'ব, এমুঠি পিণ্ড দিব। যাৰ কাৰণে এটা দিনৰ অশৌচ পালিবলগীয়া কোনো নাই—তাৰ আক' মৰণ-বাচন।"

সত্যাই কৈছিল, "দেউতায়েই তোমাৰ কাৰণে সকলো কৰিব পেহীআইতা।"

মোক্ষদাই উদাস কণ্ঠৰে কৈছিল, "তেওঁ অৱশ্যে কৰিব! ৰামকালী মহৎ লোক, তেওঁ কিজানি মাকৰ শৰাধ কৰাদি পেহীয়েকৰ শৰাধতো কৰিব, তথাপি ভিতৰি তো জানিবই—যি কৰি আছোঁ বাহুল্যহে, ভিক্ষাহে।"

আচৰিত।

ইয়াৰ আগতে কোনোবাই কেতিয়াবা এই সংসাৰখন মোক্ষদাৰ নিজৰ নহয় বুলি ঘুণাক্ষৰেও ভাবিব পাৰিছিলনে? পাৰিছিলনে ভাবিব, ইয়াত মোক্ষদাৰ বাবে তিনিনিশালৈ অশৌচ পালিবলগীয়া কোনো এজনো নাই বুলি? মোক্ষদা মৰাৰ পাছত তেওঁৰ মুখত জুই দিয়াৰ, পিণ্ড দান কৰাৰ কোনো নাই বুলি? যিয়ে যিয়েই নকৰক দয়া কৰিহে কৰিব বুলি? সেইবোৰ মোক্ষদাৰ প্ৰাপ্য নহয় বুলি কোনোবাই ভাবিব পাৰিছিলনে?

ইমান দপদপনি তেনেহ'লে কোনটো 'ভেটি'ৰ ওপৰত থিয় হৈ কৰিছিল তেওঁ? নে ক'তো ভেটি নথকা বাবেহে ফোপোলা দপদপনিৰে ওফাইডাং মাৰি ফুৰিছিল মোক্ষদাই? হাত অলপ ঢিলাই দিলেই এই ফোপোলা ঘৰটো মুহূৰ্ততে ভাগি পৰিব বুলি জানিছিলনে?

এইবোৰ কথা ভাবি ভাবি—ল'ৰা দুটিক অলপ কাষ চপাই আনি সত্য ৰহিল। ইহঁতেই বল-শক্তি, ইহঁতেই ঘৰৰ ভেটি।

সাৰদাক সত্যাই বুজি পোৱা নাছিল। চুকিকে নাপালে সাৰদাক।

অৱশ্যে সাৰদাইহে সদায় খুৱাইছিল-বুৰাইছিল, আলহ-উদহ কৰিছিল। সৰুতে সত্যাই যিবোৰ বস্তু খাই ভাল পাইছিল, সেইবোৰ মনত পেলাই পেলাই ৰান্ধিছিল, হাঁহি হাঁহি কৈছিল, "বুজিলিনে তুড়ু, তোৰ ককাৰৰ সংসাৰখনত ইমানবোৰ বস্তু থকা সত্বেও তোৰ মাবে পুৰৈগুটি ভজা, তিয়ঁহপাতৰ বড, পুঠীমাছৰ টেঙা—এইবোৰ খাইহে ভাল পাইছিল।"

কিন্তু সত্যাই যেতিয়া কৈছিল, "যিহকে নোকোৱা বোৱাৰী, তুমি যিহে মহত্ত্ব দেখুৱালা। ন-বোৱাৰীযে ক'লে, তুমি হেনো দেৱীহে—" তেতিয়া সাৰদা কঠিন হৈ পৰিছিল। ভয়ানক কাঠ-হাঁহি এটা মাৰি কৈছিল, "হেৰা ননন্দী, তোমাৰ নিজৰ বুদ্ধি নথকা নহয়, তথাপি উচটাই গছত তুলিব খুজিছানো কিয়?"

বুদ্ধি থকা সত্বেও কথাষাৰৰ নিহিতাৰ্থ সত্যাই সঠিককৈ ধৰিব পৰা নাছিল। আৰু আন এটা কথালৈ সত্যাই মন নকৰাকৈও নোৱাৰিলে, আন্দৰ অন্তৰংগতাৰ দুৱাৰ সাৰদাই কোনোপধ্যে খুলিবলৈ ৰাজী নহয়।

আৰু ককায়েক ? তেওঁৰ সৈতে মাত-বোল কৰাৰ ইচ্ছাই নহ'ল সত্যৰ। ককায়েক যে এই গৃহিণী সাৰদাজনীৰ স্বামী, ইমান ডাঙৰ ডাঙৰ ল'ৰা দুটাৰ দেউতাক, তালৈ মনকাণেই নাই তেওঁৰ। তেওঁ যেন ন-গিনীৰ ন-গিৰিয়েক। ন-জনীৰ কথা লৈয়েই সত্যৰ স'তে হাঁহি-মস্কৰা। ছিঃ।

কোনো এজনৰে সৈতেই কথা পাতি সুখ নাপালে।

অৱশ্যে বিদায়ৰ পৰত সকলোৱেই ব্যাকুলতা প্ৰদৰ্শন কৰিছিল, চকুলো মচিছিল, আকৌ কেতিয়ানো দেখাদেখি হ'ব বুলি হা-হুমুনিয়াহ কাঢ়িছিল। কোনো কোনোৱে চেৰেউ-ফেৰেউকৈও কান্দিছিল। কিন্তু সত্যৰ নিজৰহে যেন ভিতৰৰ শিপা ছিগি গৈছিল। সেইদেখি, তাই কান্দিছিল যদিও, যি মন লৈ আহিছিল সেই মন লৈ উভতি যোৱা নাছিল।

ৰামকালী সদায় সকলোৰেপৰা আঁতৰ, চিৰদিনেই তেওঁ সকলোৰেপৰা দূৰে দূৰে থৈছিল। কেৱল দুঃসাহসী সত্যাইহে সেই দূৰত্বৰ বৰ্ম ভেদ কৰিব পাৰিছিল। কিন্তু এইবাৰ—সেই দুঃসাহসিক আবদাৰ সত্যাই নিজেই আৰু কৰিব পৰা নাছিল। সময়ো পোৱা নাছিল। ৰামকালীয়ে অহৰহ নৱকুমাৰক কাষতে লৈ আছিল। আৰু সত্যক লৈ ভিতৰ-মহলৰ মহিলাসকলেহে টনা-আঁজোৰা কৰিছিল। পিছে নৱকুমাৰক যে ৰামকালীয়ে ভাল পাইছে, সেয়াই পৰম তৃপ্তি।

বিদায়-পৰত দেউতাকক প্ৰণাম কৰি স্বামীৰ উপস্থিতি পাহৰি তাই ৰুদ্ধকণ্ঠেৰে কৈছিল, "তুমি তোমাৰ এই দুঃসাহসী অহংকাৰী সন্তানক ক্ষমা কৰিছা দেউতা, সেই সাহসতে কৈছোঁ, মই তোমাৰ একমাত্ৰ সন্তান, সময়কালত সেৱা-যত্নৰ অধিকাৰ পাওঁ যেন।"

ৰামকালীৰ মাত অলপ কঁপি উঠিছিলনে ?

চাৰিওফালৰ হা-হুমুনিয়াহৰ শব্দত সঠিককৈ ধৰিব পৰা নাছিল সত্যাই। মাত্ৰ কথাষাৰহে কাণত পৰিছিলহি। জীয়েকৰ মূৰটো অলপ জোকাৰি দি কৈছিল ৰামকালীয়ে, "বৰ গিয়ানীজনী ওলাইছ দেখোন। দেউতাৰলৈ সুব্যৱস্থাই কৰিছ। পিছে সেৱাৰ পাত্ৰ হ'মেইবা কেনেই ?"

সত্যাই এই কথাষাৰৰ উত্তৰ দিব পৰা নাছিল, সেই গভীৰ মৰমতে তাইৰ কান্দোন উথলি উঠিছিল। আৰু চকুলো মচি মচি দোলাত উঠিছিলগৈ।

দোলাত উঠাৰ পাছতো বহুপৰলৈকে মাত-বোল কৰিব পৰা নাছিল তাই।

হঠাৎ নৱকুমাৰেই মাত লগালে, "তোমাৰ দেউতাৰা আমাৰ এই তুচ্ছ জগতৰ মানুহ নহয়।"

সত্যাই চক্ খাই ঘূৰি চালে। বতাহ লাগি গালৰ চকুপানীয়ে কৰাল বান্ধিলে, চকুহাল উখহি উঠা যেন লাগিল।

নৱকুমাৰে আকৌ ক'লে, "তাহানিৰ ৰজা-মহাৰজাসকলৰ দৰে হাৰ-ভাৱ। ভয়ো লাগে, ভক্তিও ওপজে। এনেহেন পিতৃলাভ পৰম পুণ্যৰ কথা।"

সত্যাই ক'ব বুলি ভাবিছিল ঃ 'তথাপি—তুমি যিজনক দেখিছা তেওঁ হ'ল সমাপ্ত হোৱা ৰাসলীলাৰ কৃষ্ণ গোসাঁই। আগৰজনক যদি দেখিলা-হেঁতেন। এতিয়া মন ভাগিল, দেহাও নষ্ট হ'ল।' কিন্তু ইমান ব্যথাভৰা মন লৈ একো ক'বলৈ ইচ্ছা নোযোৱা হ'ল। মাত্র লাহেকৈ ক'লে, "মা থকাত নাহিলা। মাক নেদেখিলা, এই খেদহে থাকি গ'ল।"

মনে মনে ক'লে, চোবা, মই কিয় পিতৃ-গৌৰবেৰে গৰ্বিনী।

তথাপি ছোৱালীহে।

পিতৃ-গৌৰৱ কেৱল মনতহে সাঁচি ৰাখিব পাৰি। সেই গৌৰৱত অধিকাৰ নাই, ভোগৰ দাবী নাই। এৰি থৈ গুচি যাবলগীয়া হৈছে এনেভাৱে এৰিয়েই থাকিব লাগিব। সেই গৌৰৱৰ ছাতি বহি জীৱনক ধন্য কৰাৰ উপায় নাই। হে ঈশ্বৰ! এই দুৰ্ভগীয়া সমাজখন গঢ়িছিলা কিয়?

সমাজৰ কথাত সত্যাই ঈশ্বৰকহে জগৰীয়া কৰিলে। তাৰ পাছত বাহিৰৰ মৌন প্ৰকৃতিলৈ চাই চাই মনৰ ভিতৰতে ক'লে, "তোমালোকৰপৰা মেলানি মাগিছোঁ। হয়তো জনমটোৰ বাবেই। অকললৈ যাত্ৰা কাৰছোঁ। এতিয়া চাওঁ জিকোঁ নে হাৰোঁ। ৰামকালী চাটাৰ্জিৰ জীয়েক, হাৰিলেও হাৰ নামানিব।"

বাৰুইপুৰলৈ উভতি অহাৰ পাছৰ পৰাই কলিকতালৈ যোৱাৰ যা-যোগাৰত লাগি গ'ল। যাত্ৰাকালত মাক-দেউতাকৰ কোনো এজনেও তাল-বেযা এবাৰ মাতো নামাতিলে, ঠিক যাত্ৰাকালত ঘৰতেই নাথাকিল, যাত্ৰাৰ আগতেই ওলাই গৈছিল। কৰিবলগীয়াখিনি কৰিলে সদুৱে।

কিন্তু—আচৰিত কথা, নবকুমাৰে এই বিৰাট ক্ষতিক আৰু যেন ক্ষতি হিচাপে গণ্য কৰাই নাই। ৰামকালীক দেখি অহাৰ পাছৰেপৰা 'পিতৃ' সম্পৰ্কে তাৰ মনত যি উচ্চ ধাৰণাই থিতাপি লৈছে, তাৰ সৈতে ৰিজাই নীলাম্বৰৰ এই সংকীৰ্ণ মনোবৃত্তি বৰ দৃষ্টিকটু যেন লাগিল। তাৰ নিজৰ মাক-দেউতাকৰ এই সংকীৰ্ণ মনোবৃত্তি লৈ সত্যৰ সৈতে আলোচনা, অৰ্থাৎ নিন্দা-ককৰ্থনা কৰিবলৈ মন গৈছিল, কিন্তু সত্যৰ ভয়তে সাহস নহ'ল।

সিহঁত নতুন জীৱনলৈ আগবাঢ়ি গৈ থাকিল।

এযা এক আশ্চৰ্য্য প্ৰভাত !

যেন এই প্ৰভাতৰ আকাশৰ কোনোবা লুকাই থকা পৃষ্ঠপটতে নিথৰ হৈ আছে অনেক ৰহস্য অনেক আনন্দ অনেক ভয়। সেই ৰহস্য ধীৰে ধীৰে উন্মোচিত হৈ উঠিব, সেই আনন্দ লাহে লাহে প্ৰসন্ন হাঁহিৰে উদ্ভাসিত হৈ উঠিব, অথচ সেই ভীতিয়ে সমগ্ৰ সত্তাক মুঠিতে চেপি ধৰি থাকিব। সেয়েহে উচ্ছ্বসিত হ'ব নোৱাৰিব, উল্লসিত হ'ব নোৱাৰিব, যি পাইছে তাৰ সকলোখিনি গ্ৰহণ কৰিব নোৱাৰিব।

এই আশ্চৰ্য্য নতুন প্ৰভাতে সেই অজানাৰ ইংগিতে সত্যব্ৰতীৰ মুখামুখি হৈ চাই ৰ'ল।

সত্যবতীয়ে অবাক হৈ তাৰ মুখলৈ চালে। ভাবিলে: আজিৰ আকাশৰ ৰং যেন কেনেবা কেনেবা লাগিছে।

অথচ সত্যই যে এই সপোন-বিভোৰ চকুৰখনত আজিহে প্ৰথমে খোজ পেলালে, আৰু তাৰ আকাশলৈ চকু মেলি চালে, কথা তেনেও নহয়। কালি আবেলিতে তাই পাথুৰিয়াঘাটাৰ এই একতলাৰ বহালৈ আহিছিল।

তথাপি থলপুৰাতে সাৰ পাই শোৱাকোঠাৰপৰা ওলাই আহি সত্য বিমূঢ়ৰ দৰে বাৰাণ্ডাত বহু সময় থিয় হৈ থাকিল।

ঠিক এই মুহূৰ্তত তাইৰ কিবা কাম কৰিবলগীয়া আছে বুলিও তাইৰ মনত নপৰিল।

চিৰ-অভ্যস্ত জীৱনৰ কামবোৰে যেন নিজে নিজেই জীৱন্ত ৰূপ ধৰি এটা এটাকৈ সম্মুখত থিয় দিছিলহি, কিন্তু চিৰ-পৰিচিত গণ্ডিৰ সেই নিত্যকৰ্মবোৰ ধুঁৱলী-কুঁৱলী হৈ পৰিল। এলোকেশীয়ে নিজ হাতেৰে খন্দা খালেদি সত্যৰ ডিঙৰা আৰু উটি নাযায়। এইবাৰ সত্যই নিজেই খাল খান্দি ল'ব লাগিব। হয়, তাই নিজেই খান্দি ল'ব লাগিব।

ক'ৰবাত যেন পুৰাৰ চৰাইবোৰে মাতিছিল, সত্যই ভাবিলে, সিহঁত বাৰু নিত্যানন্দপুৰৰ পৰা উৰি আহি সত্যক বিচাৰি ফুৰিছেনে? নে বাৰুইপুৰৰ কোনোবা এজোপা নজনা গছৰ ডালত পৰি সত্যক মাতিছে! কৈছে: সত্য, তুমি ভুল কৰিছা! বৰ ভুল কৰিছা। ভাবি চোৱা, বিবেচনা কৰি চোৱা, এতিয়াও উভতি অহাৰ সময় উকলি যোৱা নাই কিজানি!

সত্যাই স'চাকৈয়ে ভুল কৰিলেনেকি ?

নহ'লে বুকুত ভয় সোমাইছে কিয় ? কিয় নিজকে বৰ অসহায় যেন লাগিছে ?

সত্য থিয় হৈ থাকিব নোৱাৰিলে, বাৰান্দাৰ একাষত গৈ বহিল। ভাবিলে, হঠাৎ সাৰ পাই উঠি অহাত মূৰটো পাতল পাতল লাগিছে কিজানি। অলপমান বহি লৈ গাটো ধুলেই সকলো ঠিক হৈ যাব। আজিৰ দিনটোহে ইচ্ছামতে থাকিব, কাইলৈৰপৰা নৰকুমাৰ কামলৈ ওলাব।

গাঁও-ভূঁইৰ 'কাছাৰি ঘৰ'ৰ চাকৰি নহয়, একেবাৰে কলিকতা চহৰৰ অফিছৰ চাকৰি। খোৱা-বোৱাৰ সময়ৰ অলপমান ইফাল-সিফাল হ'লেও হ'ব। সত্যক শুনাই এলোকেশীৰ এজনী সখিয়েকে কৈছিল, "গম পাব পাছত। স্বাধীন ঘৰসংসাৰ কৰাৰ মজা পাব। 'আপিচ'ৰ ভাত যে কেনে বস্তু নাজানে নহয় ? যোৱাবাৰ কালীঘাটত থকা মোৰ পেহাৰ ল'ৰাহঁতৰ ঘৰলৈ গৈ দেখি আহিছলোঁ নহয় ? এটা মানুহক খুৱাই-বুৱাই পঠাওঁতে তিনি-তিনিজনীকৈ বোৱাৰীয়েত ধোঁৱা কৰা দেখি গৈছে। তোমাৰ বোৱাৰী অবশ্যে হওঁতে কৰাতৰ কাজীয়েই, পিছে শাহু-ননন্দেকৰ লগে ভাগে কাম কৰা, আৰু এহাতেৰে 'হৰিদ্বাৰ-গংসাসাগৰ'—ঢেৰ পাৰ্থক্য।"

এলোকেশীয়ে কৈছিল, "পাৰিব। মনৰ জোৰতেই পাৰিব। পিছে উলুৰ লগত নগৰী পোৱা যাবই—মোৰ ল'ৰাটোহে বিঘাত মৰণে মৰিব। মোৰ বাচাইহে জগতৰ আও-ভাও একোকে নাজানে, তাৰ ডিঙিত ডোল লগাইহে টানি লৈ গৈছে। ধৰ্ম—ভগৱানে দেখি আছে।"

সখিয়েকে কৈছিল, "সেই কথা সাঁচ-কাণ্ট সচা। অন্যায়ভাৱে সুখ বিচৰাহঁতৰ বিচাৰ ভগৱানে কৰিবই। সংসাৰ কৰা মানে তো আৰু হেৰি কি বোলে—শাক-ভাত খোৱা নহয়, সংসাৰৰ বহুতো লেঠা। কথাতে কয়—অকলশৰে চাৰহাতে ৰ খাবলৈ বৰ সুখ, বান্ধি কিলালে ধৰোঁতা নাই সিমানেইহে দুখ।"

তাৰ পাছত আলোচনাৰ যোগেদি ভৱিষ্যম্বাণী কৰা হৈছিল: এসেকা পালেই নবুৰ বৈণীয়েকে পলাই আহিবলৈ বাট বিচাৰি নোপোৱা হ'ব।

সিদিনা সত্যাই ভিতৰি ভিতৰি তাচ্ছিল্যৰ হাঁহি মাৰিছিল। কিন্তু আজি সত্যৰ যেন ভয় লাগিছে। ভাবিছে তাই, এই নগৰখনক মই আপোন কৰি ল'ব পাৰিমনে ? বুজি পাম নে ইয়াৰ গঢ়-গতি ? এই নগৰে মোক 'মোৰ বুলিব' জানো ? ইয়াত মই মোক নিসংগ হৈ কেলেহুৱা হৈ থাকিব লাগিবনেকি ?

নহয় 'আপিছৰ ভাত'লৈ সত্যাই ভয় কৰা নাই, 'এহাতেৰে হৰিম্বাৰ-গংগাসাগৰ' কৰালৈকো ভয় কৰা নাই তাই।

সত্যৰ ভয় অপৰিচয়ৰ ভয়।

"মা !"

ভাণ্ডৰ ল'ৰা তুড়ু পিছফালে আহি থিয় হ'লহি।

নীলাম্বৰে নাম থৈছিল 'তুড়ুক চোবাৰ', তাৰেপৰা 'তুড়ু'। ভাল নাম সাধন। প্ৰথম সন্তান নষ্ট হ'ল, সেয়েহে এইটি সাধনাৰ ধন। গীতকে তেনেকুৱা নাম।

তুড়ুৰ ঢুলঢুলীয়া চকুত অগাধ বিস্ময়।

সত্যাই খপজপকৈ মুখ ঘূৰাই ক'লে, "উঠিলিয়েই। ভাই উঠা নাই?"

"নাই উঠা।"

"আৰু তহঁতৰ দেউতাৰ?"

"উঠা নাই।"

"উঠিব কেলেই? আযমটো যে মহাৰাজৰ। কাইলৈৰেপৰা মজাটো পাব নহয়।"

সত্যাই হাঁমিযালে আৰু তাৰ পাছত বহাৰপৰা উঠি থিয় হ'ল।

ইমানপৰ ভেলেণ্ডীজনীৰ দৰে বহি আছিল। বহি বহি আকাশ-পাতাল ভাবি আছিল। নতুন ঠাইত সকলো সামৰি-সুতি পাতি-থিত লগাবলৈ কম সময় লাগিবনে?

কাল ৰাতি বন্ধা-বঢ়া কৰা নহ'ল।

ভবতোষ মাষ্টৰে ঘৰ-দুৱাৰ ঢাকুঢাকে দেখুৱাই মেলি দিয়াৰ পাছত কৈছিল: "তুমি তেন্তে ইহঁতক চম্ভালি লৈ বহা নৱকুমাৰ, বোৱাৰীক কোনো দিনে-পোহৰেই চাকি-টাকি জ্বলোৱাৰ ব্যৱস্থা কৰক, নতুন ঠাই, থানথিত লগাওঁতে সময় লাগিব। মই তোমালোকৰ বাবে কিবা অলপ খোৱাবস্তু লৈ আহোঁগৈ। এতিয়া আৰু বন্ধা-বঢ়া কৰি লাভ নাই—"

সত্যাই কোঠাৰ ভিতৰৰপৰা দুৱাৰৰ শিকলিডাল জোকাৰি দিছিল।

নৱকুমাৰে সত্যাৰ কথা শুনি অন্তৰ পাছত হাত মোহাৰি কৈছিল, আপুনি আৰু কোনো কষ্ট কৰি থাকিব। হেৰি মানে—যেনেকে' নহওক—চাউল এমুঠি বহাই দিলেই—"

ভবতোষ মাষ্টৰে তেতিয়া এবাৰ সেই কোঠাৰ দুৱাৰখনলৈ চাই পোনেই ভিতৰত থকা গৰাকীক কৈছিল: "যেন-তেনকৈ কৰিবলৈ হ'লেও ঢেৰ লেঠা, কালিলৈ পুৱাৰেপৰাই নতুনকৈ আৰম্ভ কৰিবা আৰু। কাইলৈ মই এজনী বনকৰা মানুহ বিচাৰি আনিম। আজি দোকানৰপৰা পুৰী ভাজি মিঠাই আনো।"

নৱকুমাৰে হঠাতে কৈছিল: "দোকানৰ পুৰী-ভাজি? কলিকতাত ভৰি দিয়েই জাতি-মহত খেদাম?"

ভৱতোষ মাষ্টৰে হাঁহিছিল।

কৈছিল ঃ "এস ! তুমি একেবাৰে মান্ধাতাৰ আমোলতে আছা দেখিছোঁ নৰকুমাৰ। জাতি-মহত নষ্ট হ'ব কিহেৰে ? মই তোমালোকক স্লেচ্ছ হোটেলৰপৰা খোৱাবস্তু আনি খুৱাম বুলি কৈছোনে কি ? গাঁৱত তোমালোকে মিঠাইৱালাৰ দোকানৰপৰা অনা জিলাপী মিঠাই ফুলৰি আদি নোখোৱানেকি ? এযাও তেনেকুৱাহে কথা।"

নৰকুমাৰে মুৰ খজুৱাইছিল

"হেৰি—মানে, সেই ভাজি-টাজিৰ কথা কৈছিল নহয়, সেয়ে আৰু—। এটা দিনৰ বাবে কেলেইনো আৰু—"

ভৱতোষ মাষ্টৰে দৃঢ়তাৰে কৈছিল, "মাত্ৰ এটা দিন নহয় নবকুমাৰ, বহু দিন হ'ব পাৰে। বোবাৰী হৈছে অকলশৰীয়া। শৰীৰ-অশৰীৰ বোলা এটা কথা আছে। এদিন চৰু বহাব নোৱাৰে যদি—? তাৰোপৰি, জা-জলপানৰ কথাও আছে। কলিকতাত ইমান বিধে বিধে খোৱাবস্তু, ল'ৰাহঁতে নাখাব জানো ? তোমাক মই হোটেলৰ ভাত খাবলৈ কোৱা নাই নহয় ? পিছে বোবাৰীৰ যদি আপত্তি আছে "

আকৌ এবাৰ দুৱাৰত শিকলিৰ শব্দ উঠিল।

নৰকুমাৰে কৈছিলহি, "নহয—মানে—সেইফালে কোনো আপত্তি নাই। কৈছে যে আপোনাৰ কথাই শিৰোধাৰ্য্য। আপুনি হিতৈষী বন্ধু, গুৰু। আপোনাৰ "

"হ'ব হ'ব—। ইমান ভাল ভাল কথা বেছিকৈ খৰচ নকৰিবা নবকুমাৰ। তোমালোক খাই-বই অলপ সুস্থিৰ হোৱাচোন, মই তাৰ পাছত ঘৰলৈ যাম।"

ভৱতোষ মাষ্টৰে নিজৰ জেপৰ ধন ভাঙি ঢেৰ খোৱাবস্তু লৈ আহিছিল। পুৰী ভাজি চমচম—ৰাবড়ী। থিলী কৰা পাণো লৈ আহিছিল। সৰু সৰু ল'ৰা দুটাও বিহ্বল হৈ পৰিছিল। সিহঁতে কি যে সোণৰ দেশলৈ আহিল।

নিতাযো এওঁলোকৰ লগতে থাকিব, সেই ব্যৱস্থা কৰা হৈছে। কিন্তু নিতাই এওঁলোকৰ লগত আহিবহে নোৱাৰিলে। কেইদিনমানৰ পাছতে আহি পাবহি।

সেইদেখি ৰাতি ভৱতোষ মাষ্টৰে কৈছিল ঃ "অকলশৰে থাকিবলৈ ভয় নালাগিব জানো নৰকুমাৰৰ ? নতুন ঠাই। লাগিলে নিতাই নহালৈকে ৰাতি মযেই তোমালোকক পৰ দিব পাৰোঁ।"

নবকুমাৰে আকাশৰ জোনটোকে হাতেৰে ঢুকি পোৱাদি পাইছিল।

কিন্তু সতাইহে বিধি-পথালি দিলে।

শিকলি জোকাৰি সতাই কৈ দিলে ঃ

মাষ্টৰ মহাশয়ে কষ্ট কৰিব নালাগে, দুৱাৰত ডাং লগাই সিহঁতে বেছ আৰামতে থাকিব পাৰিব।

ভৱতোষ গ'লগৈ।

আৰু গুচি যোৱাৰ পাছত নবকুমাৰে সত্যক এখোচা দিছিল। সদায় কৈ অহাৰ দৰেই কৈছিল:

"সকলো কথাতে হেঁপোৰ পিটিব লাগিবই আৰু তোমাৰ। তোমাক যে ঈশ্বৰে মতামানুহ নকৰি মাইকীমানুহ কৰি সৃজিছিল কিয় তাকেহে ক'ব নোৱাৰোঁ।"

সত্যৰ মুখ কঠিন হোৱা নাছিল।

তাই হো হোকৈ হাঁহি দিছিল।

নিজৰ ইমান প্ৰাণখোলা হাঁহিৰ শব্দ সত্যৰ নিজৰ কাণতে ঠহৰ ঠহৰকৈ বাজিছিল।

তথাপি স্পষ্টভাৱেই কৈছিল: "এই কথাত ইমান ভাবিবলগীয়া কি আছে? তোমাক দেখোন ঈশ্বৰে মতা মানুহ কৰিয়েই সৃজিলে। আনৰ আশা পালি বহি থাকিলে হ'বনে? পৰত আশ বনত বাস। বাৰমাহে আনে কৰি নিদিয় নহয়? তেন্তে? গুৰিৰেপৰাই মনৰ বলশক্তিৰে নিজৰ ভৰিত নিজে থিয় হ'বলৈ চেষ্টা কৰা উচিত।"

গধূলিৰ অন্ধকাৰত ঢিমিক ঢামাক চাকিৰ ছায়াতে সত্যই এই বলশক্তি বিচাৰি পাইছিল, আৰু পুৱাৰ হীৰা হেন জকমকীয়া পোহৰতে দুৰ্বল হৈ পৰিবনে?

নহয়, দুৰ্বল নহ'ব তাই।

ক'কালত আঁচল মেৰিয়াই লৈ তাই কাম-বনত ধৰিলেই।

জঁপিয়াই পৰিল নতুন জীৱনৰ সংগ্ৰামত।

এই সংসাৰ সত্যৰ নিজা সংসাৰ।

নিজৰ ধৰণে নিজৰ ধাৰণাৰে নিজৰ স্বপ্নেৰে ইয়াক গঢ়ি তুলিব সত্যই।

'বহা'ৰ ঘৰ-দুৱাৰ চাফ-চিকুণ কৰাই, বাস্থানি ঘৰত আখা পতাই সকলো ঠিকঠাক কৰি ৰাখিছিল। গোবৰ-খুঁটি, কয়লা আদিও অনাই থৈছিল। কালি নৱকুমাৰৰ হতুৱাই কয়লাৰ চুলা জ্বলোৱাৰ পদ্ধতিও সত্যক শিকাই দিছিল। সেই পদ্ধতিৰে আখাত জুই ধৰাই থাকোঁতে হঠাৎ সত্য অবাক হৈ এটা কথা ভাবি আছিল। সত্যই যেনেকৈ মন যায় কাম কৰিব পাৰে। ক'তো-কোনিও তাইৰ কামলৈ চকু দিবলৈ কোনো বৈ থকা নাই, কামত খুঁত ধৰি কেটেৰ-ভঙেৰ কৰিবলৈকো কোনো নাই। এক অদ্ভুত অনুভূতি।

কেনে অপূৰ্ব সুখ!

সত্যই কিন্তু এনেহেন সুখৰ ধাৰণাৰে মুক্তিৰ বাবে যুঁজা নাছিল।

তাই তেনেকুৱা এখন ঠাইলৈ যাবলৈ চেষ্টা কৰিছিল, য'ত বেমাৰে-আজাৰে ডাক্টৰ মাতিলে পোৱা যায়, ল'ৰাহঁতৰ বাবে ভাল স্কুল আছে, মতামানুহৰ বাবে কামৰ বন্দবস্ত আছে।

নিজৰ কাৰণে ক'ত কি ভাল বস্তু আছে, সেই কথালৈ তাই মনেই দিয়া নাছিল। তাই মাথোঁ জানিছিল, নিন্দা-ককর্থনা আছে, গালি-শপনি আছে। এতিয়া দেখা পাইছে—আৰু বহুতো কিবাকিবি আছে। স্বাধীনতাৰ সুখ তেন্তে এয়েনে?

মূৰৰ ওপৰত সদা-সৰ্বক্ষণ খড়গ ওলমি থকাৰ সলনি বহু ওপৰত পোহৰ-জলমল আকাশ?

চহৰৰ ছোৱালীহঁত বিদ্যাই-বুধিয়ে যে কিয় ইমান ওপৰত, সত্যই এতিয়া তাৰ অৰ্থ বুজি পোৱা হৈছে। যিসকলে ইমানকৈ পাইছে, তেওঁলোকে তাৰ প্ৰতিদান নিশ্চয় দিব।

সত্য হঠাৎ স্তব্ধ হৈ পৰিল।

তায়ো তো বহুত পাব।

তাৰ সলনি কিবা দিব পাৰিবনে?

ৰান্ধনি ঘৰৰপৰা ওলাই আহিব খুজিও থতমত খাই আকৌ সোমাই গ'ল তাই।

ভৱতোষ চোতালত থিয় হৈ আছে।

'চোতাল' বুলি ক'লেও সত্যই ইমান দিনে দেখি অহা চোতাল নহয়। পকী চাৰিচুকীয়া ঠেক ঠাই এডোখৰ। ইমানেই। গাঁৱত বাৰান্দা বোলে।

যি কি নহওক, ভৱতোষে তাতে থিয় হৈ গল-খেকাৰি মাৰিলে, আৰু তাৰ পাছত সুধিলে:

"নৱকুমাৰ ঘৰত আছেনে?"

"দেউতা শুই আছে।"

তুড়ুৰে ক'লে।

ভৱতোষে ডাঙৰকৈ ক'লে, "এতিয়াও শুই আছে? অহাকালিৰপৰা দহ বজাতে অফিছলৈ যাব লাগিব দেখোন। মই এই মানুহজনীক লৈ আহিছোঁ —এওঁৰ লগত কথা-বাৰ্তা খাটাং কৰিবলৈ মাৰাক কোৱাগৈচোন। মই অৱশ্যে মোটামুটিভাৱে কৈছোঁৱেই এওঁক। বাচন বৰ্তন ধুব, ঘৰ-দুৱাৰ চাফ-চিকুণ কৰিব, কাপোৰ-কানি ধুব, কয়লা ভাঙি দিব, আখা ধৰাব, মা-মচলা বাটিব— এইবোৰ কাম কৰিব এওঁ। মাহেকত যাৰ অনাকৈ দিব লাগিব, জলপানি চাৰি অনাকৈ। পিছে মূৰত ঘঁহিবলৈ তেল অকণ দিব লাগিব। গা নোধোৱাকৈ মচলা বাটিব নোৱাৰিব নহয়?"

নৱকুমাৰ তেতিয়াও টোপনিত। সত্যাই এইবোৰ কথা শুনি এই ধলপুৱাতো বিহ্বল হৈ ঘামিবলৈ ধৰিলে।

সকলো কাম যদি এই বনকৰা মানুহজনীয়েই কৰে, সত্যাই কি কৰিব তেন্তে ?

খালী বাচন-বৰ্তন ধোৱা মানুহ এজনী হ'লেই হয় দেখোন।

ভৱতোষে বনকৰা মানুহজনীক ক'লে, "চাওঁ, এইপিনে আহাচোন। সৌ তাতে মা আছে, তেওঁৰ সৈতে ঠিকঠাক কৰি লোৱা। তেনেহ'লে—এতিয়াৰে পৰাই কামত লাগি যোৱা, কি কোৱা ? এয়া বাতিৰ চুৱা কাঁহী-বাটিবোৰ ইয়াতে পৰি আছে।"

সত্যবতীৰ পক্ষে আৰু বেছি পৰলৈ লজ্জাবতীজনী হৈ থকা সম্ভৱ নহ'ল। মূৰত ওৰণি লৈ দুৱাৰৰ ওচৰলৈ আহি তাই নম্র মাতেৰে ক'লে, "ইমানবোৰ কামৰ বাবে বনকৰা মানুহৰ দৰকাৰ নাছিল। ঘৰৰ কাম-বনখিনি মই নিজেই—"

ভৱতোষে অলপ থতমত খালে, কিয়নো সত্যাই এনেকৈ ক'ব বুলি তেওঁ আশা কৰা নাছিল। তাৰ পাছত নিজকে চম্ভালি লৈ ক'লে, "কেলেই ? মানুহ এজনী লোৱা হ'বই যেতিয়া, তায়েই সকলো কাম কৰিব। খালী বাচন ধুলেও আঠ অনাতকৈ কম নল'ব। আৰু চাঁৰ অনামান পইচা দিলেই—"

"পইচাৰ বাবে নহয়—" সত্যাই প্ৰায় স্পষ্ট কণ্ঠেৰে ক'লে, "নিজৰ অভ্যাসৰ কথা ভাবিহে কৈছোঁ। সকলো কাম আনে কৰিলে এলেহুৱা হৈ যাম। আৰু সময়বোৰনো যাব কেনেকৈ ?"

ভৱতোষ এমিনিটমান ৰ' লাগি চাই ৰ'ল। এই কথাষাৰ হৃদয়ংগম কৰাত অলপ সময় ল'লে তেওঁ।

শহুৰেকৰ ঘৰত খাটি খাটি হাড়ক মাটি কৰা কোনোবা বোৱাৰীয়ে যে আৰাম কৰিবলৈ নিবিচাৰে বুলি ক'ব পাৰে, এইটো কথা তেওঁ ভাবিবই নোৱাৰে।

ছাত্ৰ নৱকুমাৰৰ পৰিবাৰৰ সম্পৰ্কে তেওঁ অৱশ্যে সদায়েই অলপ সমীহ কৰি আহিছে, তথাপি আজি তাইৰ বিষয়ে সম্যক অৱহিত হ'ল।

কিঞ্চিৎ অভিভূতো হ'ল চাগেই।

তাৰ পাছত ধীৰ কণ্ঠেৰে ক'লে, "তিৰোতাসকলৰ বাবে আৰু ঢেৰ ভাল কাম আছে, সেইবোৰো কৰি থাকিব পাৰিবা। তাৰোপৰি আজৰি পৰত ঘৰতে লিখা-পঢ়াৰ চৰ্চা কৰিলেও—"

ভৱতোষৰ কথাষাৰ শেষ নোহওঁতেই চকু মোহাৰি মোহাৰি নৱকুমাৰ

শোৱাকোঠাৰপৰা ওলাই আহিল। সি নির্লিপ্তভাৱে ক'লে, "ছাৰ যে আকৌ ৰাতিপুৱাতে কষ্ট কৰি—"

"নাই নাই, কষ্টনো কি? মাত্র বনকৰা মানুহ এজনী বন্দবস্ত কৰি লৈ আহিলোঁ আৰু। এইক সকলো কথা বুজাই দিয়া। এইবাৰ এজন গুৱাল বন্দবস্ত কৰি দিব পাৰিলেই সকলো ব্যৱস্থা হৈ যাব।"

"আপুনিনো কিমান কষ্ট কৰে আৰু?

সত্যাই ক'লে।

আৰু লগে লগে নৰকুমাৰ চঁক খাই উঠিল।

দুৱাৰৰ শিকলি জোকাৰি থকাৰ পৰ্য্যায় পাৰ হ'ল কৌতিয়াৰপৰা! এই দৰে মুখামুখিকৈ মাত-বোল!

আচৰিত!

ভৱতোষে ক'লে, "মোক যদি তোমালোক পৰ বুলি ভাবা নৰকুমাৰ, তেনেহ'লেহে কুণ্ঠাবোধ কৰি থাকিবা। মই কিন্তু তোমালোকক পৰ বুলি ভবা নাই।"

"নাই নাই, কি কয় কি কয়? পৰ—মানে?"

নবকুমাৰে কথাৰ আঁত হেৰুৱাই পেলালে। আৰু, বোধ হয় 'আপোন' বুলি ভবাৰ প্ৰমাণ দাঙি ধৰিবলৈ ততাতৈয়াকৈ ক'লে, "মই তো আপোনাৰ সৈতে হাটৰপৰাই এপাক আহিম বুলি ভাবি থৈছিলোঁ।—ইযাত কি কি বাৰে হাট বহে?"

ভৱতোষে হাঁহিলে।

ক'লে, "কলিকতাত সদায় হাট বহে।"

"হয় নেকি! সদায় বহে?"

"বহে। এখন নহয়, বহুতো। পিছে আজি তুমি নোলালেও হ'ব, মই সকলো ব্যৱস্থা কৰিম। তুমি বৰঞ্চ ঘৰুৱা কামবোৰ—মানে—কি সুবিধা-অসুবিধা—"

"ঘৰুৱা কাম-বনত একো অসুবিধা নহয়—"

সত্যাৰ ধীৰ-গম্ভীৰ কণ্ঠস্বৰ শুনা গ'ল।

তাৰপাছত ভিতৰৰপৰা খৰাহি এটা উলিয়াই আনি নৰকুমাৰৰ সমুখতে থৈ ভিতৰ সোমাল সত্যা।

এনেকৈয়ে সত্যাৰ সংসাৰ আৰম্ভ হ'ল।

সত্যাৰ নিজৰ সংসাৰ।

কেইদিনমানৰ পাছত নিতাই আহিল।

নৰকুমাৰে ক'লে, "নিতাইৰ আগত লাজ-বিজ কৰিলে নচলিব আৰু। একেলগে থাকিম, ভাইৰ দৰে, ঘৰত আৰু দ্বিতীয় বুলিবলৈ কোনো নাই। গতিকে তাকো ভাত-টাত তুমিয়েই উলিয়াই দিবা—"

সত্যই মিচিকীয়াই হাঁহি মাৰি ক'লে, "সেই কথাটোনো আৰু এনেকৈ ক'ব লাগিছে কিয়? মোক বৰ বেছি লজ্জাশীলা যেন লাগেনেকি তোমাৰ?"

"এহ্ হে—মানে ঠিক তেনেকৈ নহয়। মানে—লাজ-কাজৰ যে হেৰোৰ হ'ল দেখিলোঁৱেই নহয়? ছাৰৰ লগত দেখোন তুমি বেছ সমানে মাত-বোল কৰিছাই। বুজিলিনে নিতাই, প্ৰথমদিনা, মই যে একেবাৰে তাজ্জৱ! ভাগ্যে ইয়াত মা নাই বুলিহে ৰক্ষা! খুব সাহস, বুইছ? ছাৰৰ স'তে মাত-বোল কৰিবলৈ বোলে মোৰেই—"

নিতায়ে সত্যলৈ এপলক চাই ক'লে, "নবৌক ইমান দিনেও চিনি নাপালা নব? তেওঁ তোৰ মোৰ দৰে একে মাটিৰে গঢ়া নহয়। তোমাৰ ভাগ্য ভাল, সেই দেখিহে—"

হঠাৎ সিহঁত দুয়োকো চঁক খুৱাই সত্যই জোৰেৰে হাঁহি উঠিল, "হ'ল আৰু, খোৱা-বোবা ধোঁৱাচাঙত তুলি দুয়ো বন্ধুৱে ভাগ্য-বিচাৰত ধৰিলা। বাবু—দেৱৰবোপা, তুমিয়েই কোৱাচোঁ, শিক্ষক মানে হ'ল গুৰু, হয়নে নহয়? তেনেহ'লেনো গুৰুৰ আগত লাজ কৰিলে হ'বনে? ভক্তি কৰিম, শ্ৰদ্ধা কৰিম, মান ধৰিম। ভয়-লাজ কৰিম কিহলৈ? মই দেখোন তেওঁৰ ওচৰত ইংৰাজী শিকিম বুলি ভাবি থৈছোঁ।"

"কি? কি ক'লা?"

নৰকুমাৰ জোৰ ছিগা ধনুৰ দৰে উফৰি গৈ ক'লে:

"কি শিকিবা?"

"ক'লোঁৱেই দেখোন!"

"পাগলামী নকৰিবা। বেছি অতিচাৰ কৰা ভাল নহয়। যেই লাও বুলিয়েই মণিকুট পায় জানো? হেঃ!—কলিকতালৈ আহিছা, বহা কৰি সংসাৰ-ধৰ্ম কৰিছা, ইমানলৈকে যি হ'ল হ'ল, সেইবুলি—"

"কি হ'ল? ইংৰাজী শিকিম বুলিহে কৈছো, গাউন পিন্ধি হোটেললৈ গৈ খানা খাম বুলি তো নাই কোৱা নহয়?"

বগুতে বাঙলী হ'ল তাইৰ মুখ-চকু। নিতাইলৈ পোনে পোনেই চাই ক'লে:

"তোমাৰ বন্ধুৰ সকলো কথাতে ভয়। ঘৰতে কিতাপ-টিতাপ পঢ়ি যদি অলপ জ্ঞান-বিদ্যা আৰ্জিব পাৰি, তাত দোষনীয় কি আছে কোৱাচোন? নে মেলেছৰ আখৰ ছুলেও জাতি যাব?"

নৰকুমাৰে গহীন মাতেৰে ক'লে, "কথা প্ৰায় তেনেকুৱাই। যিয়েই নোহোৱা—হিন্দুৰ ছোৱালী তো ?"

"আৰু নিজে হিন্দুৰ ল'ৰা নোহোৱা জানো ?"

"মতা মানুহৰ কথা বেলেগ।"

"একো বেলেগ নহয়, ধৰ্মৰ ওচৰত সকলো একেই। আৰু জাত যোৱাৰ কথাই কোৱা যদি—" সত্যৰ চকু আকৌ তিৰবিৰাই উঠিল, "তেনেহ'লে জাত বহুদিনৰ আগতেই গ'ল।"

"আঁ!"

"আঁ!"

যুগপৎ দুযোজন বন্ধুৱেই মুখ মেলি দিলে।

সত্য তেতিয়াও হাঁহিযেই আছে।

অলপ পাছতে নৰকুমাৰে ক'লে, "তুমি—তুমি ইংৰাজী পঢ়িলাই নেকি ?"

"অলপ অলপ। নিজৰ চেষ্টাৰে যি হয়। তোমাৰ কিতাপ দুখনমান ঘৰতে আছিল নহয় ?"

"তাজ্জৱ !"

নিতাইৰ কণ্ঠৰপৰা মাত্ৰ এই শব্দটোহে ওলাল।

"কি দেৱৰবোপা, মোৰ হাতেৰে খাবানে নোখোবা ? নে জাত যোবাৰ হাতেৰে নোখোবা ?

কথা নাই বতৰা নাই হঠাৎ নিতায়ে হাস্যকৰ কাম এটা কৰিলে।

প্ৰশ্নটোৰ উত্তৰ দিয়াৰ পৰিবৰ্তে হঠাৎ সি সত্যৰ ভৰিৰ ওচৰত হুৰুসকৰে দীঘল দি পৰিল।

সত্য অবশ্যে এনেহেন কাণ্ডৰ বাবে সাজু নাছিল। তাই দুখোজ পিছুৱাই গ'ল। তাৰ পাছত ধীৰ কণ্ঠেৰে ক'লে, "দেৱৰ বোপা, তেনেহ'লে—গুৰুজন বুলি মানি ল'লা, কি কোৱা ? বেছ বেছ। বাৰু, এইবাৰ বাধ্য ল'বাৰ দৰে মোৰ কথা শুনাচোন। তোমাৰ এতিয়াও দুদিনৰ ছুটি আছে, ভালকৈ গা-পা ধুই—ভতিজাকহঁতক লৈ—ইস্কুলত ভৰ্তি কৰি থৈ আহাগৈচেন ? এই কিদিন মাত্ৰ খাই-বই খেল-ধেমালি কৰিয়েই কটালে। ইমানবোৰ কাণ্ড কৰি যাৰ কাৰণে কলিকতালৈ আহিলোঁ—"

কালৰ বহীত কেইখনমান পাত সোঁফালৰপৰা বাঁওফাললৈ আহিল, বাগৰি গ'ল ভালেমান দিন।

অনভ্যস্ত জীৱন প্ৰায় স্বাভাৱিক হৈ আহিল নবকুমাৰৰ। গণিতত ভালেখিনিমান ক্ষিপ্ৰতা সঞ্চাৰিত হৈছে, ঘৰত অফিছৰ মেল মৰাও শিকিছে, অফিছলৈ যাওঁতে এটেমাকৈ পাণ-তামোল, আৰু পাণ-তামোলৰ সৈতে ধঁপাতো লৈ যোৱা হৈছে।

ল'ৰা দুজনে ইতিমধ্যে স্কুলত কেইবাটাও ক্লাছৰ ডেওনা পাৰ হ'ল আৰু সত্যবতীহঁতেও এবাৰ 'বহা' সলনি কৰিলে।

অৱশ্যে বহা সলনি কৰাৰ অতি সূক্ষ্ম গোপন ইতিহাস এটি আছে, সেই ইতিহাস মাথোঁ সত্যবতী আৰু ভৱতোষ মাষ্টৰৰ মাজতে নিবদ্ধ।

সংসাৰখন সুন্দৰভাবেই চলি আছিল।

সত্যই তাইৰ স্বামীৰ আৰু স্বামীৰ বন্ধুজনৰ বাবে ততাতৈয়াকৈ অফিছৰ ভাত ৰান্ধি দিছিল। দুটা টেমাত পাণ-তামোল ভৰাই দিছিল। স্বামী আৰু স্বামীৰ বন্ধুজন ওলাই যোৱাৰ লগে লগেই ল'ৰা দুটিৰ গা ধোৱা, খোৱা-বোৱা লৈ আস্তব্যস্ত হৈ পৰিছিল, 'দুৰ্গা দুৰ্গা' বুলি কৈ ল'ৰা দুটিক স্কুললৈ পঠিয়াইছিল, আৰু তাৰ পাছত সংসাৰখনৰ বাকী কাম-বনবোৰ সামৰি-সুতৰি একাণপতীয়া হৈ লিখা-পঢ়া শিকিছিল। শিকিছিল বাংলা আৰু ইংলিছ দুয়োটাই।

কিতাপৰ যোগানিযাৰ ভৱতোষ। শিক্ষকো ভৱতোষেই। নিয়মীয়াকৈ নহয়, মাজে-সময়ে সত্যই দুৰূহ বিষয়বোৰ শিকি-বুজি লৈছিল। কোঠাৰ ভিতৰত ওখ চালপীৰাত বহিছিল শিক্ষক, চালপীৰাৰ আগত মজিয়াত ঢাৰি পাতি বহী-কিতাপ লৈ বহিছিল সত্যৰ ল'ৰা দুটি, আৰু সত্যই ঢাৰিখনৰপৰা অলপ আঁতৰত মূৰত ওৰণি লৈ মজিয়াত বহিছিল।

কিন্তু কথা-বাৰ্তাত সত্য সদায় স্পষ্ট।

সেযেহে দুৰত্ব থকা সত্বেও প্ৰশ্ন বুজাত ভৱতোষে টান পোৱা নাছিল।

এই পঢ়া-শুনাৰ মাজতে সত্যই এদিন ক'লে, "আমাৰ কাৰণে আপুনি বহুত কৰিলে, আৰু অলপ কষ্ট কৰিব লাগিব।"

ভৱতোষ বিচলিত হ'ল, "কষ্ট? কষ্ট কিহৰ? কষ্ট মানে—?"

"কষ্ট তো হয়েই। এতিয়ালৈকে বহু কষ্ট কৰিলে। যি কি নহওক, আপুনি পিতৃতুল্য, মই আপোনাৰ ছোৱালীৰ নিচিনা, সেয়েহে মই 'কিন্তু কিন্তু' কৰাত নাই—"

সত্যৰ ডাঙৰ ল'ৰাটোৱে লক্ষ্য কৰিলে, মাষ্টাৰ মহাশয়ৰ মুখখন হঠাৎ যেন অলপ শেঁতা পৰি গ'ল। তেওঁ হঠাৎ ভয় খোৱা যেন বোধ হ'ল।

সত্য অৱশ্যে মূৰত ওৰণি লৈয়েই আছিল, তলমূৰ হৈ আছিল।

ভবতোষে যেন সৰু সৰুকৈ কিবা এটা ক'লে।

সত্যাই স্পষ্ট মাতেৰে উত্তৰ দিলে, "ও", তাকে তো কৈছোঁ—'কিন্তু' বোলাত নাই মই। আপুনি কাইথ দেৱৰ বোপাৰ বাবে আন কিবা বন্দবস্ত কৰি দিয়ক। কোৱা শুনিছোঁ, ইয়াত হেনো মেছ-ঘৰ নে কিবা আছে যে—গাইপতি খোৱাৰ খৰচ দি মতামানুহ একেলগে থাকে, অাপিচ-কাছাৰি কৰে—।"

কাইথ দেৱৰ বোপা মানে—নিতাই।

নিতাইৰ আগত কেৱল 'দেৱৰ বোপা' বুলি কয়, কিন্তু আনক বুজাবলৈ হ'লে 'কাইথ-দেৱৰ বোপা' বুলিয়েই উল্লেখ কৰে সত্যৱতীয়ে। কিন্তু কেৱল বুজাবলৈহে।

সি ইয়াত নৱকুমাৰৰ সৈতে ভাই-ককাইৰ দৰেই আছিল, আৰু নিতান্ত 'ভাত'ৰ ছোৱা-মেলা বাদে সেই বামুণ-কায়স্থৰ ভেদাভেদো সত্যাই বৰ নামানিছিল। যথেষ্ট সৌহাৰ্দ্যৰে সৈতেই আছিল সি ইয়াত।

হঠাৎ কি হ'ল ?

সেয়েহে ভৱতোষে অন্যমনস্কভাৱে ক'লে, "সি আছে দেখোন—।"

"ও", তাকে তো কৈছোঁ। তেওঁৰ থকা-মেলাৰ এটা ব্যৱস্থা কৰি দিবই লাগিব।"

ভৱতোষে মূৰ খজুৱাই ক'লে, "দিলেঁৱেই বেনিবা, পিছে হঠাতে যে—? মানে—সি কিবা ক'লেনেকি ? মানে—ইয়াত নাথাকিব বুলি—"

"নহয় নহয়, তেওঁ তেনেকৈ একো কোৱা নাই—" সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "মইহে কৈছোঁ। আৰু এই কামটি আপুনি কৰি দিবই লাগিব।"

ভবতোষ কেইমুহূৰ্তমান মনে মনে থাকিল। তাৰ পাছত লাহেকৈ ক'লে "তুমি কৈছা যেতিয়া, নিশ্চয়েই কিবা ন্যায্য কাৰণ আছে। তথাপি নুবুজাৰ কাৰণে অলপ চিন্তাত পৰিছোঁ।"

এই কথাৰ উত্তৰত সত্যাই একো নক'লে।

ভৱতোষ বহাৰপৰা উঠি থিয় হ'ল। তাৰ পাছত ক'লে, "নৱকুমাৰৰো এয়েই মত নে ?"

সত্যাই ক'লে, "ঘৰ-সংসাৰৰ সুবিধা-অসুবিধাত মতা মানুহৰ মতামত

সদায় নচালে। বন্দবস্ত হোৱাৰ পাছত ক'লেও হ'ব।"

ভৱতোষে বুজি পালে। বুজি পালে যে নিশ্চয় কিবা এটা গোলমলীয়া কাণ্ড হৈছে। কিন্তু নিতাই ল'ৰাজন দেখোন—কি হ'ল ?

কিন্তু হঠাৎ তেওঁ নিতাইক কয়েইবা কেনেকৈ, "হেৰা—তোমাৰ কাৰণে মেছত বন্দবস্ত কৰিলোঁ, অহাকালিৰপৰা তাতে থাকা গৈ যোৱা।" কথাটো কৈয়েই পেলালে :

"নিতাইক আগতে নক'লে—"

"ওঁ, ঠিকেই। কিন্তু—বাৰু, ঠিক আছে। ক'ব লাগিবই যেতিয়া—ময়েই ক'ম বাৰু।"

অগত্যা ভৱতোষ বিদায় লৈ গুচি গ'ল।

তুড়ুৱে সুধিলে, "খুড়া ইয়াত কিয় নাথাকে মা ?"

সত্যাই গম্ভীৰভাৱে ক'লে, "সৰু ল'ৰাই সকলো কথা জানিব নাপায়। যি হ'ব দেখিবাই। কিয় কি বৃত্তান্ত ইমানবোৰ কথা ভাবি নাথাকিবা।"

ঠিক কথা, সিহঁতে দেখিলেহে মাত্ৰ।

দেখিলে দেউতাক কেনিবা লুকাই থাকিলগৈ, মাকে দুৱাৰত ধৰি মনে মনে থিয় হৈ থাকিল, আৰু নিতাই খুড়াকে নিজৰ বাকচ আৰু বিছনাপত্ৰ লৈ লাহে-ধীৰে এখন ভাৰালৈ লোৱা ঘোঁৰাগাড়ীত উঠিলগৈ।

পৰিস্থিতিটো ইমানেই গহীন যে সিহঁতে এটা প্ৰশ্ন কৰিবলৈকো সাহস নকৰিলে।

পোনতে নৰকুমাৰেও সুধিবলৈ সাহস নকৰিলে। সেইদেখিহে সি পুৱাৰেপৰাই আলেঙে আলেঙে আঁতৰি ফুৰিছিল। ৰাতি ভালেমান পৰ হোৱাৰ পাছত প্ৰায় চোৰৰদৰে খুপি খুপি আহি নিতাই থকা কোঠাটোলৈ চালে। দেখিলে, দুৱাৰত শিকলি লগাই থোৱা আছে।

বুকুখন ধপধপাই উঠিল।

তাৰ এনে লাগিল—'অন্তৰ' নামৰ ঠাই টুকুৰাতো ঠিক তেনেকৈ শিকলি দিয়া দুৱাৰ এখন যেন গম্ভীৰ মুখেৰে থিয় হৈ আছে। সেই দুৱাৰখন যেন আৰু কোনোদিনেই খোল নাখাব। সেই বন্ধ কোঠাৰ ভিতৰত নৰকুমাৰৰ অনেক সুখ, অনেক আনন্দ বন্দী হৈ থাকিল।

হঠাৎ সত্যাই এই কাম কৰিলে কিয়, ঈশ্বৰেহে জানে।

নিতাইৰ কোনো ব্যৱহাৰত তাইৰ খং উঠাৰো তো প্ৰমাণ নাই। কালি ৰাত্ৰিনিবৰত নিতাইক ভাত বাঢ়ি দিওঁতে সত্যাই কান্দি থকা নৰকুমাৰে নিজ চকুৰে দেখিছিল। আৰু নিতায়ে খাই ভালপোৱা বস্তু কেইপদ যোৱা কেইবাদিনো ধৰি বন্ধা লক্ষ্য কৰিছে নৰকুমাৰে।—তেন্তে ?

অংক দেখোন নিমিলেই।

তেন্তে—সত্যাই খা-খৰচ লৈ মূৰ ঘমাইছেনেকি ?

কিন্তু—কিন্তু তাৰ মাজতো প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা নাযায়। নিতাযে ঘৰ-সংসাৰ চলোৱা খৰচৰ ভাগ নিদিয়াকৈ তো নাথাকে।

নবকুমাৰৰ মানত যেন সকলো সাঁথৰ সাঁথৰ লাগিছে।

সত্যাক প্ৰশ্ন কৰিও সদুত্তৰ পোবা নাই। তাই কৈছিল ঃ 'এই ব্যৱস্থা ভালেই হৈছে। দুসাজ বঢা ভাত সদায পাই থাকিলে দেৱৰ বোপাই আৰু পৰিবাৰক লৈ আহি বহা কৰাৰ চেষ্টাও নকৰিব'।

নৱকুমাৰে জ'কি উঠি কৈছিল ঃ 'তাৰ ঘৈণীযেকৰ কথা সি বুজে। সেই চেষ্টা যে কৰিবই লাগিব তাৰ কিবা অৰ্থ আছে জানো ? গাঁবৰ আটাইবোৰ বোবাৰীযেই জানো তোমাৰ দৰে বহা কৰি থাকিবলৈ ঠেং দাঙি আছে' ?

সত্যাই অৱশ্যে এই কথাত মৰ্মাহত হৈ নিথৰ হৈ পৰা নাছিল। আগতে যেনেকুৱা হৈছিল—। কিযনো যিকোনো কথাত সামান্যতম অসুবিধা বা অপছন্দ হ'লেই সত্যাৰ 'বহা কৰা'ৰ কথা লৈ উজকাৰ দিযা নৱকুমাৰৰ অভ্যাসেই হৈ পৰিছে। বহু বিধৰ স্বাচ্ছন্দ্য সুখৰ সোৱাদ পোৱা হৈছে যদিও, আৰু বহুবাৰ মনে মনে সত্যাৰ শলাগ ল'লেও, এই অভ্যাস নবকুমাৰৰ মাজত এটা মুদ্ৰাদোষৰ দৰে থাকি গ'ল।

পোনতে সত্য অভিমানত শিলৰ মূৰ্তিৰ দৰে ঠৰ লাগিছিল। আৰু সেই শিলৰ মূৰ্তি অসহ্য হোৱাত অৱশেষত নৱকুমাৰেইহে আপোচ কৰিব-লগীয়া হৈছিল। কৈছিল ঃ 'মোৰ অন্যায হৈছে, এশবাৰ অন্যায হৈছে। এই নাক-কাণ মূচাৰিছোঁ, আৰু সেই কথা মুখলৈও নানো। ৰং-ধেমালিও যে বুজি নোপোৱা, বৰ আচৰিত কথা'।

'ধেমালি' বুলি কৈ কৈয়েই নৱকুমাৰে কথাটো ক্ৰমান্বয়ে পাতল কৰি পেলালে। এতিয়া আৰু উজকাৰে সত্যাক অভিমান-ক্ষুব্ধ কৰি নোতোলে। গ্ৰাহ্যই নকৰা হ'ল তাই। সেযেহে, সেইদিনাও গ্ৰাহ্য কৰা নাছিল।

মাত্ৰ ভ্ৰূকুটি কৰি কৈছিল ঃ 'ঠেং দাঙি আছেনে নাই, অন্তৰ্যামী নোহোৱালৈকে কেনেকৈ' গম পাবা। পিছে মানুহৰ সংসাৰতো ন্যায্য হিচাপ বোলা থকা এটা আছে। মানুহে ঘৰ-সংসাৰ কৰিব বুলিয়েইহে বিয়া কৰায'।

নৱকুমাৰে একপক্ষীয়ভাৱেই আৰু বহুতো পৰলৈকে টাংবাং কৰিছিল। তথাপি, সি ভাবিছিল যে শেষত গৈ নিতাই গুচি যোৱা কথাটো ঢিলা পৰিব। কিন্তু তাৰ ধাৰণা ধাৰণাতে থাকি গ'ল, যোৱাটো খাটাং হৈ পৰিল।

কোনেও একো নকয, তথাপি যেন ক'ৰবাত কিবা হৈয়েই আছে। খোৱাপাতত বহি দুযো বন্ধুৰ মাজত কথা-বতৰাও নোহোৱা নহয়। কিন্তু

কিবা যেন — যেন ৰস-পম নথকা। অথচ নিতাইক জাতি-পাতি সুধিবলৈকো সাহস নকৰে।

সত্যকো সুধিবলৈ সাহস নকৰে।

কিন্তু আজি এই দুঃখৰ আবেগে তাৰ সেই হেৰোৱা সাহস ঘুৰাই আনিলে। কোঠাটোৰ ওচৰৰপৰা ততাতৈয়াকৈ আতৰি আহি তীক্ষ্ণ কণ্ঠেৰে সুধিলে, "বিনা দোষত নিৰপৰাধ মানুহজনক ঘৰৰপৰা উলিয়াই দিবলৈ তোমাৰ মনে এবাৰলৈকো নাকান্দিলেনে? ধন্য তিৰোতা তুমি।"

সত্যাই তেতিয়া চাকিৰ আগত বহি কিতাপ এখনৰ পাত লুটিয়াই আছিল। স্বামীৰ এই মন্তব্য শুনি এবাৰৰ বাবে মুৰটো দাঙিলে, তাৰ পাছত আকৌ নীৰবেই তলমুৰ হ'ল।

নৰকুমাৰ তেতিয়া ক্ৰুদ্ধ, সেয়েহে সি সকলো কথাতে বেয়া পাইছে। গতিকে কিতাপৰ পাত লুটিউৱা কথাতো সি বেয়া পাই তিহতিহাই উঠি ক'লে, 'মাই যি কয় ঠিকেই কয়, মাইকী মানুহৰ অধিক বিদ্যা সৰ্বনাশৰ মূল।"

সত্যাই পটকৈ কিতাপখন জপাই থৈ বহাৰপৰা উঠি ক'লে, "মাতৃবাক্য অবশ্যেই বেদবাক্য। গতিকে মই যে তোমাৰ সৰ্বনাশৰ মূল সেই কথাত সন্দেহৰ থলেই নাই, পিছে বিদ্যা তো কাঁহী-বাটি নহয় যে অসুবিধা হ'ল বুলিয়েই আঁতৰাই থ'ম। কিন্তু 'বিনা অপৰাধ'ত হয়নে নহয়, আৰু মনটোৱে কান্দিছেনে নাই তুমি সঠিককৈ জানানে?"

"মন। হেঁঃ। শিলতো বৰঞ্চ প্ৰাণ আছে, তোমাৰ মাজত নাই।"

নবকুমাৰে তাৰ বন্ধুক যে কিমান ভাল পায় সেই কথাটো সত্যাই নজনা নহয়, সেয়েহে এনেকৈ বেযাকৈ কোৱাতো তাই বিচলিত নহ'ল। তাই বুজিলে, যে খঙে-দুখে এইদৰে কৈছে সি। আৰু সেইটোৱেই হৈছে নৰকুমাৰৰ স্বভাব। সি খঙতে টান কথা কয়, আৰু খং জামৰিলে খোচামতি কৰে।

সেয়েহে সত্যাই অবিচলিতভাৱে ক'লে, "শিলেই যেতিয়া হ'লোঁ, তেতিয়া আৰু 'মন' বা 'কন্দা'ৰ কথা আহে ক'ৰপৰা। পিছে 'বিনা দোষত', এই কথা ভবাৰ হেতু? যিজনে গুৰুৰ নামতো খিলিংকাৰ ৰটিব পাৰে, সেইজনক মই অন্ততঃপক্ষে নিৰপৰাধী বুলি ক'ব নোৱাৰিম।"

গুৰুৰ নামত।

নৰকুমাৰ স্তম্ভিত। "তাৰ মানে—?"

"মানে তোমাক বুজাব নোৱাৰিম। তুমি মাইকী মানুহতকৈও ছাৰ মুখ-ঢিলা মানুহ, ক'লেই এতিয়াই জগতখনে সকলো বাৰ্তা পাই যাব। পিছে মোৰ ওপৰত এইকণ বিশ্বাস কৰিব পাৰা, অন্যায় কাম মোৰ দ্বাৰা নহ'ব, অবিবেচনাৰ কামো নহ'ব।"

নাই, তাতকৈ বেছি নৰকমাৰে আৰু জানিবলৈ পোৱা নাছিল।

জনাৰ কথাও নহয়।

বুদ্ধিৰে বুজি পোৱাৰ ক্ষমতা তাৰ নাই। আৰু সত্যাই হাতযোৰ কৰি কৈছিল: 'মোক আৰু একো নুসুধিবা, মই সেইকথা মুখলৈও আনিব নোৱাৰিম'।

ওহোঁ, নোৱাৰিব, সঁচাকৈয়ে নোৱাৰিব।

মুখেৰে ক'ব পৰা কথাও নহয়।

তথাপি নিতায়ে এদিন কৈছিল। ভবতোষ মাষ্টৰে সত্যাক পঢ়াখিনি দেখুৱাই-বুজাই যোৱাৰ পাছতে নিতায়ে কৈছিল, "সম্পৰ্কটো ভালেই পাতি লৈছে। গুৰু-শিষ্য! কিন্তু যিমান পৰলৈকে বহি বহি পাঠ বুজাই দিয়ে সিমানপৰলৈকে গুৰুৱে শিষ্যাক চকুৰে গিলি থাকে দেখোন।"

সত্যাই তীব্ৰ কণ্ঠেৰে কৈছিল: 'দেৱৰ বোপা!'

"খং-ৰাগ কৰিলে কি হ'ব, হক কথাকে কৈছোঁ। মাষ্টৰৰ ৰীতি চৰিত্ৰ আজিকালি মোৰ আৰু ভাল নলগা হৈছে। আইজালে-বাইজালে সদায় ইয়ালৈ অহা-যোৱা কৰা দেখিও বুজিব নোৱাৰেনে? কেৱল হিত কৰিবলৈ নাহে, আন কাৰণো আছে। মই ভৱিষ্যৎবাণী কৰিছোঁ, সময়ত সাৱধান নহ'লে সেই মাষ্টৰৰ পৰাই এদিন ডাঙৰ বিপদ হ'ব।"

সত্যাই টান মাতেৰে প্ৰশ্ন কৰিছিল: 'এই কথা ক'লাই যেতিয়া, সোধোঁ —সেই বিপদ যে তোমাৰপৰা নহ'ব তাৰেইবা নিশ্চয়তা কি'?

"মোৰপৰা! ম—মই! তাৰ মানে—?"

নিতাই সেন্দুৰীয়া আমৰ দৰে ৰঙা পৰি গৈছিল।

কিন্তু সত্যাও কঠোৰ।

"মানে ভিতৰত গৈ বুজি থাকা। নিজৰ মনটোক সুধি চোৱা। কোনে কাক চকুৰে গিলি খাইছে, সেই কথা তোমাৰ চকুৱেইবা দেখে কেনেকৈ সোধোচোন?"

"নেদেখিম কিয়?"

নিতাই উত্তেজিত হৈ উঠিল, "নৰৰ দৰে কণা মানুহৰ বাহিৰে সকলোৰে চকুতে পৰিব।"

নিজৰ চকুৰে নাচালে নপৰে, এয়ে মোৰ সহজ বাংলা কথা। কিন্তু ইমান বেয়া কথাবোৰে যেতিয়া তোমাৰ মনত উক দিয়ে, তেতিয়া আৰু আমাৰ পক্ষে একেলগে থকা ঠিক নহয়।"

"ঠিক নহয়!" নিতাইবিবুদ্ধি যেন হ'ল, "একেলগে থকা ঠিক নহয়?"

"নহয়!"

নিতাযে গর্জি উঠি কৈছিল : 'মোক আঁতৰালেই তোমালোকৰ বিপদ আঁতৰিব বুলি ভাবিছানেকি' ?

"বিপদ।"

সত্যই হঠাতে হা হা কৈ হাঁহি দিছিল : 'মোৰ আক' কিহৰ বিপদ ? কোনোবাই যদি জুইত হাত দিয়ে—বিপদ জুইৰ নে হাতৰ ? ৰামায়ণ-মহাভাৰতৰ কাহিনী কাহানিও শুনা নাইনে তুমি ? শুনা নাই সতী নাৰীৰ উপাখ্যান ? তোমাৰ ভালৰ বাবেই তোমাক আঁতৰ হ'বলৈ কৈছো' ।

নিতাযে ক'বলৈ আৰু একো বিচাৰি নাপাই কৈছিল : 'বাঁঢ়যা ! বিচাৰ বাঁঢ়য়াই হৈছে' ।

সত্যই কৈছিল : 'দৰৰ বোপা, এতিয়া বিভিন্ন কাৰণতে তুমি অন্ধৰ দৰে হৈ পৰিছা, সেয়েহে জ্ঞান-বুদ্ধিও নোহোৱা হৈছে । পিছে এই বিষয়ত অধিক কথাৰ আৱশ্যকো নাই । কুকথা হ'ল উৰহৰ বংশ এটাৰ পৰা এশ হয়গৈ । তাক মূলতে ধ্বংস কৰাই বুদ্ধিৰ কাম' ।

তাৰ পাছত ভৱতোষ মাষ্টৰক মেছত ঘৰ ঠিক কৰি দিয়াৰ কথা কৈছিল তাই ।

কিন্তু নিতাইৰ অনুযোগ বাস্তৱিকতে অমূলক আছিলনে ?

একেবাৰে অমূলক বুলি ক'লে ভুল হ'ব ।

ভৱতোষ মাষ্টৰৰ চকুৰ শ্ৰদ্ধা সমীহ আৰু মৰমকোমল মুগ্ধ বিহ্বল দৃষ্টিযে যে আত্মহাৰা হৈ সত্যৱতীৰ আনত মুখৰ পিনে চাই থাকে, এই কথা সত্যৱতীৰ অনুভৱৰ মাজত ধৰা নপৰেনে ?

পৰে । প্ৰস্তৰ-দেৱতাযো ভক্তৰ নিবেদন বুজে ।

তথাপি সত্যৱতীয়ে গ্ৰাহ্য নকৰে । সত্যৱতীয়ে বুজি পায়, এই দৃষ্টিৰ মাজত অনিষ্টৰ আশংকা নাই । সত্যৱতীয়ে জানে, এই দৃষ্টিয়ে সত্যৱতীৰ কেশাগ্ৰৰো ক্ষতি কৰিব নোৱাৰিব । যেনেকৈ নোৱাৰিব নিতাইৰ ঈৰ্ষাভৰা দৃষ্টিয়ে । সত্যৱতীয়ে দুয়োজনৰ দৃষ্টিকে একেদৰেই অগ্ৰাহ্য কৰিছিল । কিন্তু নিতাযে যেতিয়া খোলাখুলিকৈ ঈৰ্ষা প্ৰকাশৰ বাট ল'লে, তেতিয়া তাই বিবেচনাৰ পথ বাছি ল'লে । নিতাযে কোনোবা এদিন তাৰ এই নীচ সন্দেহৰ কথা নিৰ্বোধ নবকুমাৰৰ কাণত নেপেলাব বুলি কেনেকৈ কোৱা যায় ?

আৰু যদি মাষ্টাৰ মহাশয়ৰ কাণত পৰে ?

এই দৃষ্টিৰ মাজত কিবা দোষ আছে বুলি তেওঁ নিজেও নাজানে । সেয়েহে তেওঁৰ নিজৰ কোনো অনিষ্টও হোৱা নাই ।

কিন্তু নিতাইৰ কথা সুকীয়া ।

নিতাইৰ দৃষ্টিৰ মাজত যি আছে, সি নিভাঁজ শ্ৰদ্ধা নহয় । সেই দৃষ্টিয়ে দৃষ্টিদাতাৰো অনিষ্ট কৰিব পাৰে ।

তাৰ বাবে ব্যৱস্থা লোৱা দৰকাৰ।

সেইদেখিহে সত্যবতীয়ে নৰকুমাৰক দৃঢ়তাৰে ক'ব পাৰিছিল : 'মোৰ দ্বাৰাই কোনো অবিবেচনাৰ কাম নহ'ব, এইকণ বিশ্বাস কৰিবা'।

নিতাই যোবাৰ লগে লগেই নৰকুমাৰে ক'বলৈ ধৰিলে : 'ঘৰটোৱে যেন গিলি পেলাব খুজিছে'। কৈ থাকিল : 'চাৰিটাকৈ কোঠাৰ আমাৰ কি দৰকাৰ'?

সেই শিকাল লগাই থোৱা কোঠাটোবে যে তাৰ বুকুত শেলে বিন্ধাদি বিন্ধিছে সেই কথা সত্যবতীয়ে বুজিছিল। সেয়েহে এদিন তাই কোমল মাতেৰে কৈছিল : 'আন এটা 'বহা' ল'লে ভাল হয়'।

"কেলে'? আন এটা বহা কেলে'?" নৰকুমাৰৰ টিঙিচকৰে খং উঠিল।

"কেলেই মানে—অলপ নতুন ঠাই'ল যাব পাৰি অৰু। আৰু এই বহাৰ ভাৰাও বৰ বেছি। বজাৰত দিনে দিন বস্তুৰ জুই চাই দাম হৈছে। ছিপিনে ল'ৰাহ'তৰ কিতাপ-বহী ইস্কুলৰ মাচুলো বাঢ়িল—"

"ভালেই তো তোমাৰ পক্ষে। এটা মানুহে দুমুঠি ভাতৰ সলনি এমুঠিকৈ টকা দিছিল—"

সত্য নীৰৱে তাৰপৰা আঁতৰি গৈছিল। আৰু মনে মনে শপত খাইছিল, ঠিক আছে, আৰু নবকুমাৰক নকয়, ভৱতোষ মাষ্টৰকো অনুৰোধ নকৰে তাই, তাই নিজেই যি কৰে কৰিব। বনকৰা মানুহজনীৰ হতুৱাই বহা যোগাৰ কৰিব তাই। বনকৰা মানুহজনী পাঁচ ঠাইলৈ যায়, বহুত সা-সন্ধান ৰাখে।

সত্যাই হিচাপত ভুল কৰা নাছিল।

মুক্তাৰামবাবু ষ্ট্ৰীটৰ এই 'বহা' বনকৰা মানুহজনীয়েই পঞ্চুৰ মাকেই যোগাৰ কৰি দিছিল। ঘৰৰ মালিক ডাঙৰ ধনী মানুহ, সম্ভ্ৰান্ত ঘৰ। আগতে যেতিয়া এতিয়াতকৈও জাকজমক আছিল, তেতিয়া আমোলা-গোমস্তাহ'তৰ বাবে সৰু সৰু বহু কোঠা সজোৱা হৈছিল। এতিয়া কৰ্মচাৰীৰ সংখ্যা কম, সেয়েহে দুই-চাৰিটা কোঠা ভাৰালৈ দিছে।

তাৰেই এটাৰ সন্ধান আনি দিলে পঞ্চুৰ মাকে। নবকুমাৰে 'বহা' চাই ভাল নাপাই নোবাৰিলে। কিয়নো, সৰু হ'লেও বহাটো ভাল। বাটৰ দাঁতি-কাষৰীয়া।

ভৱতোষ মাষ্টৰে ক্ষুণ্ণ কণ্ঠেৰে ক'লে, "বহা সলনি কৰিবা—মোক জনোৱাই নাছিলা দেখোন নবকুমাৰ?"

নৱকুমাৰে 'ঘৰুৱা শিক্ষা'ৰে শিক্ষিত হৈ ক'লে, "মানে—আপোনাৰ ওপৰত নো আৰু কিমান বোজা জাপি দিওঁ? আমাৰ কাৰণে আপোনাৰ কামৰ শেষেই নোহোৱা হৈছে। কামটো যেতিয়া বনকৰা মানুহজনীয়ে কৰি দিব পাৰিলেই—"

"মোৰ বহাৰপৰা অলপ বেছি আঁতৰ হ'ল, কথা ইমানেই আৰু— ।"

ভৰতোষে নিশাহ এৰিলে ।

তথাপি বহা সলনি কৰা হ'ল ।

আৰু সত্য আৰু অলপ স্বাবলম্বী হৈ উঠিল। কথাইপ্ৰতি মাষ্টৰ মহাশয়ৰ মুখাপেক্ষিতাৰ অভ্যাস গুচাবলৈ যত্নপৰ হ'ল ।

পিছে এই ঘৰটোৰ এটা অসুবিধা, ঘৰৰ মালিক ধনী হ'লেও জাতত সৰু। গতিকে বামুণ-ভক্তি প্ৰবল। উৎসৱ-পাৰ্বণ হ'লেই তেওঁলোকে বামুণহঁতৰ ঘৰলৈ 'সিধা' পঠিয়ায়, বামুণৰ ছোৱালীলৈ পাণ-তামোল মিঠাই ৰঙাপাৰিৰ শাড়ী আদি উপহাৰ স্বৰূপে পঠিয়ায়।

ঘূৰাই পঠাবও নোৱাৰে, কেৱল লোৱাতো লজ্জা ।

নৰকুমাৰে অৱশ্যে লাজলগা বুলি নকয়। কয়, 'এই কথাতনো তোমাৰ আক' আপত্তি কিহৰ ? কথাত আছে—লাখ টকাতো বামুণ ভিখাৰী। আৰু এওঁলোক হ'ল স্বৰ্ণবণিক। সেঃ[illegible] [illegible]ৰবাৰী। বামুণক দান কৰি পুণ্য সঞ্চয় কৰিছে।"

"হ'লেই বা।" সত্যাই গেজেৰা মাৰি ক'লে, আমি কেতিয়াবা কিবা দিব পাৰিছোঁনে ? ল'বলৈ মোৰ লাজেই লাগে।"

"তোমাৰ সকলো ওলোটা। [illegible]লোঁ —[illegible] আশীৰ্বাদ দিছা [illegible] নাই দিয়া ?"

"আশীৰ্বাদ !"

সত্য খিলখিলাই হাঁহি দিলে, 'মোৰ আশীৰ্বাদ'লহে ইমান দিন বাট চাই আছিল। আৰু এওঁলোকৰ এই যে ৰাজ্যপাট—মোৰ আশীৰ্বাদতেহে হ'ল। যিয়েই নোকোৱা কিয়, এয়া এটা বিপদেই হ'ল।"

"লোকৰ অভিলাস, তোমাৰ বিপদ। আক' লোকৰ য'তে ভয়, তোমাৰ ত'তে আনন্দ, চিৰকাল ইয়াকেহে দেখি আহিলোঁ। তোমাক যে কোনজনা বিধতাপুৰুষে স্ৰজাছিল তাকেহে ভা[illegible]ছোঁ।"

এনে ধৰণৰ কথা-বতৰা প্ৰায়েই হয় ।

আকৌ মাজে-সময়ে পণ্টুৰ মাক কয় 'বৰ ঘৰৰ গৃহিণীয়ে মোক প্ৰায়েই কয়—'বোলোঁ হেৰ' পণ্টুৰ মাক, মোৰ স'তে আটাইকিজনীয়েই দেখা-সাইখাত কৰিবলৈ আহে, সেই সাত নম্বৰ ঘৰৰ গিৰিহঁতনীজনী নাহিলেই দেখোন এদিনো ?' মই কওঁ, 'অ—ৰাণীমা, গিৰিহঁতনীনো ক'ত দেখিলা, তেওঁ হ'ল একেবাৰে কুমলীয়া বোৱাৰী। পিছে যি বুলিয়েই নোকোৱা লাগে, দুই-এদিন যোৱাটো তোমাৰো কৰ্তব্য। সকলো পৰজায়েই যায় যেতিয়া—"

সকলো প্ৰজা !

সত্য দপ্‌কৈ জ্বলি উঠিল, "মই তেওঁলোকৰ প্ৰজা নহও" নহয় পণ্ডুৰ মাক। ভাৰা দিওঁ, থাকোঁ—ইমানেই।"

"কথা একেই হ'ল।" পণ্ডুৰ মাকে বিগলিত কণ্ঠেৰে ক'লে, "খাজানা দিলে পৰজা, ভাৰা দিলে ভাৰাতীয়া। গিৰিহঁতনীক অলপ গোঙোৰা যেন দেখিছে কৈছোঁ তোমাক। মানে—ডাঙৰ মানুহ তো— ? দিনে-নিশাই খোচামতি পাইছে, তাতেহে অংখাৰ ভাব। ভাবে, সাত নম্বৰে খোচামতি নকৰেহি কেলে' ? এদিন গ'লেই থং-ৰাগ পানী হ'ব।"

"মোৰনো সময় ক'ত ?" সত্যাই গম্ভীৰ ভাৱে ক'লে।

"তোমাৰো যে কথা!" পণ্ডুৰ মাক অতিপাত আচৰিত হ'ল, "এই গলিটোৰ ইপাৰ-সিপাৰ, এবাৰ অকণমান যাবলৈ সময় নোলাবনে ? তেনেহঁলে কওঁ নবো, অংখাৰ তোমাৰো কম নহয়।"

"তেনেহ'লে বুজিলিযেই ?" সত্যাই হাঁহিলে।

"নুবুজিম কেলে', বুজোঁ, বুইছোঁ। পিছে তোমাৰ ভালৰ বাবহে কৈছোঁ, পানীতে আছে যেতিয়া, ঘঁৰিয়ালৰ সৈতে সম্ভাব ৰখাই ভাল।"

"চা পণ্ডুৰ মাক, মই কাকো তেল-তুল দিব নোৱাৰিম। তাৰ কাৰণে ঘঁৰিয়ালে খালেও খাব।"

"এস এস, তেনেকে' কৈছা কিয ? ঘঁৰিযালে খোৱা-নোখোৱাৰ কথা নহয়। তোমালোক হ'লা কি বোলেনে—জগতখনৰ ছেষ্ট বামুণ। তোমালোকৰ মান্যিৰ আগত পইচাৰনো কি মান ? পিছে কালটো হ'ল কলিকাল তো, সেয়ে আৰু। কলিকালত বোলে পইচাহে মইক্ক। নহ'লেনো সেই এঘাৰ নম্বৰৰ চকৰত্তী গিহিণীয়ে দত্ত গিহিণীৰ ভৰিত তেল মালিচ কৰেনে ?"

"থাকক থাকক পণ্ডুৰ মাক, সেইবোৰ কথা নক'বিচোন। মোৰ খং উঠি যায়। ডাঙৰ লোকৰ ঘৰলৈ যোৱা মোৰ স্বভাৱ নহ'ব, এযে হ'ল পোন বাংলা কথা। তাৰ বাবে ইয়াৰপৰা গুচি যাবলগীয়া হ'লেও হ'ব।"

পণ্ডুৰ মাক মানুহজনী ভালেই। লগাই-ভগাই নুফুৰে। আৰু সত্যাৰ এই তেজস্বিতাক তাই সমীহো কৰে চাগেই। সেয়েহে বৰ ঘৰৰ গৃহিণীৰ কাণ নোছোৱালেগৈ কথাটো। নহ'লে সেই ঘৰত তাইৰ সদায় অহা-যোৱা।

কিযনো বন কৰি খালেওপণ্ডুৰ মাক মালীৰ ছোৱালী। তাইৰ ভনীয়েৰৰ ছোৱালীজনী মালিকৰ ঘৰত ফুলৰ যোগানিয়াৰ, তাত তাইৰ বৰ প্ৰতিপত্তি। সেইবাবে পণ্ডুৰ মাকেও তাত দৈনিক জলপানি পোৱাৰ বন্দবস্ত কৰি ল'ব পাৰিছে।

আৰু যতমানে বনকৰা মানুহ মালিনী, তাঁতিনী আদিক লৈয়েই মালিকৰ ঘৰৰ গৃহিণীৰ মেল।

সেইদেখিহে তাই ভাবিছিল যে এটা দিন তালৈ গ'লে মালিকৰ ঘৰৰ

গৃহিণীৰ মনটো প্ৰসন্ন হয় যদি, হওকেই। কিন্তু সতাই আমোলেই নিদিলে।

সতাই কয়, "ডাঙৰ মানুহৰ দুৱাৰডলি ডেই যোৱাৰ সাধ্য আছেনে ?"

কিন্তু তথাপি সত্যযো এদিন বৰ ঘৰৰ দুৱাৰডলি ডেই যাবলগীয়া হ'ল।

তেওঁলোকৰ ৰান্ধনী বামুণ মানুহজনী আৰু গিৰিহঁতনীৰ নিজা লিগিৰীযে আহি ঘৰৰ মালিকৰ নাতিয়েকৰ 'অন্নপ্ৰাশন'ত নিমন্ত্ৰণ কৰিলে। নতুন কাঁহৰ থালত চাৰিযোৰ সন্দেশ, আৰু নতুন পিতলৰ ঘটিত এসেৰমান তেল বাৰাণ্ডাত নমাই থৈ ক'লে, "নাতিয়েকৰ অন্নপাচন, নিমন্তণ কৰা হ'ল। ঘৰে-ঘৰোৱাহে যাব লাগিব। ঘৰত আখালে যেন জুই নাযায়—।"

সতাই গম্ভীৰভাৱে লাহেকৈ সুধিলে, "অন্নপ্ৰাশন কেতিয়া ?"

"এয়া—তোমাৰ পৰহি দিনালৈ।"

সত্য আৰু গম্ভীৰ হ'ল, "তেন্তে ? ছুটিৰ দিন নহয় দেখোন।" তেওঁ দহ বজাতে অফিছলৈ যাব লাগে। আখালে জুই নগ'লে হ'ব কেনেকৈ ? ইমান সোনকালে ভোজৰ ভাত নাপাব নহয় ?

"সেই কথা ক'ব নোৱাৰিছোঁ।" ৰান্ধনীজনীযে টপটপাই ক'লে, "চুবুৰিৰ কাৰোবাৰ ঘৰত আখাৰ ধোঁৱা ওলোৱা দেখা পালে গিৰিহঁতনীয়ে বৰ খং কৰিব, এয়ে হ'ল সম্বাদ।"

"তেনেহ'লে আমাৰ তেওঁ সেইদিনা পইঁতা ভাতহে খাব লাগিব, নহয় জানো ?"

সতাই অলৰ-অচৰভাৱে থিয় হৈ থাকিয়েই ক'লে।

ৰান্ধনী বামুণনীয়ে গালে-মুখে হাত দি ৰ' লাগি চাই থাকিল। আৰু তাৰ পাছত আকৌ টপটপাই ক'লে, "আও ! কেনে সৰ্বনাশী তিৰী ঐ। ৰাণীমায়ে ঠিকেই কৈছিল, 'আন আন ঘৰলৈ বনকৰা মানুহ এজনী গ'লেই হ'ব কিজানি, সাত নম্বৰ ঘৰলৈ তুমি যাবা বামুণীবাই। তেওঁৰ বৰ ডেমাকী, কোনে জানে—শূদিৰৰ মুখৰ নিমন্তণী গহণ নকৰে যদি'।"

"ভালৰে কথা। চকুৰে নেদেখাকৈও মানুহ চিনিব পাৰে তেওঁ। তোমালোকৰ ৰাণীমা দেখিছোঁ বেছ গুণী।"

ৰান্ধনীয়ে কথাষাৰৰ নিহিতাৰ্থ ধৰিব নোৱাৰিয়েই চাগে ক'লে, "সেই কথা আৰু ক'ব লাগিছেনে ? গুণী তো হয়েই। এবাৰ নালাগে এশবাৰ গুণী। গ'লেই গম পাবা। কেনে দয়াৰ শৰীৰ। আৰু ৰূপো তেনেকুৱা। যেন জগধাত্ৰী পতিমা।"

গিৰিহঁতনীৰ খাছ লিগিৰী লগতেই আছে।

গতিকে এই স্তুতি-নতি একেবাৰে যে ব্যৰ্থ নহ'ব সেই কথা ধুৰুপ।

সতাই ক'লে, "বাৰু ৰ'বা, ঘটি-কাঁহীবোৰ লৈ যোৱা।"

শুনি লিগিৰী-ৰান্ধনী দুয়ো হাঁহিলে, "অ' আই ! কি কৈছা তুমি ? লৈ যাম মানে ? এইবোৰ হ'ল সামাজিকভাৱে বিলাবলৈহে। বেপাৰীহঁতক আগধন দি একে জোখৰ একেই ধৰণৰ এইবোৰ এহেজাৰমান অনোৱা হৈছে। এইবোৰ আগতে কেতিয়াও নাই দেখা তুমি, নহয ?"

সত্যাই একো নকৈ বস্তু দুটা ভিতৰত থ'লে। সিহঁতৰ হাঁহিৰ শব্দই হৃদয়ে বিন্ধা দি বিন্ধি থাকিল।

নেদেখিব কেলেই ? দেখিছে।

ৰামকালী চাটাৰ্জিৰ জীয়েক সত্যাই বহুত কিবাকিবি দেখি আহিছে। বাচন-বৰ্তন বিলোৱাও দেখিছে তাই। কিন্তু সেইবোৰ কেতিয়া কিহৰ বাবে কিদৰে বিলোৱা হয তাকেহে জনা নাছিল।

ভাবিলে : কেনে আহুকলীয়া কথা ! পাঁচ টকাতে এনেকুৱা ধুনীযা বহাটো যদিওবা পোৱা গ'ল, লগতে এই পৰুৱাৰ কামোৰণি। ইমান দিন ঘৰৰ মালিকৰ ঘৰলৈ নোযোৱাকৈ হৈছিল, আৰু নোযোবাকৈ থাকিব নোবাৰিব। সামাজিক নিমন্ত্ৰণ বোলা কথা।

গাড়ি-দোলাৰ বাট নহয, তথাপি—এইবোৰ কামত দোলাত উঠি যোবাটোবেই ৰীতি।

পণ্টুৰ মাকে ক'লে, "মই এই বাচনকেইটা থুই, ঘৰৰপৰা ধোবা কাপোৰ পিন্ধি এতিযাই আহিছোঁ নবৌ, তুমি এতেবেলি সাজি-পাৰি ওলোবা, আৰু ল'ৰা দুটাকো সাজ-পাৰ পিন্ধাই—"

"সিহঁত ইস্কুললৈ যাব এতিয়া।" সত্যৱতীযে ক'লে।

"আঁ। কি কথা। সিহঁতে ভোজ নাখাব নেকি ?"

"ইস্কুল ছুটী লৈ—?"

পণ্টুৰ মাকে অতিপাত আচৰিত হৈ ক'লে, "এদিনৰ কাৰণে ইস্কুললৈ নোযোৱাটোহে ইমান ডাঙৰ হ'লনে নবৌ ? এই গোটেই চুবুৰিটোৰ কোনোবা ল'ছালী আজি যাবনে কিবা ইস্কুললৈ' ? বোলে যোবা বিছদিনৰপৰা দিন গণি আছে হেনো সকলোৱে—। ডাঙৰ লোকৰ ঘৰৰ নিমন্তণ, কত ৰকমৰ বস্তু বনাব, তাৰ লেখজোখ আছেনে কিবা ? তোমাৰ কি বোলে—বাৰে মাহৰ সংসাৰত সেইবোৰ কোনেও চকুৰেও দেখা নাপায়, খোৱাৰ কথা বাদেই—"

সত্যাই অলপ কঠিন স্বৰেৰে ক'লে, "বাৰমাহেই বেতিয়া দেখা নাপাব, এদিন দেখা পাযেইবা কি ৰাজ্যলাভ হ'ব ? তই ঘৰৰপৰা ঘূৰি আহগৈ যা, মই অকলেই যাম তালৈ।"

"ক'ব নোৱাৰিছোঁ তোমাৰ মতি-বুধিৰ কথা। বোলোঁ—ল'ৰাহঁত নগ'লে দেখোন গাইপতি পোৱাখিনিও লোচকানেই লোচকান !"

"তোৰ সৈতে লাভ-লোকচানৰ হিচাপ কৰিবলৈ সময় নাই মোৰ পঙ্কুৰ মাক, কাম-বনখিনি সামৰি-সুতৰি ঘৰৰপৰা ঘূৰি আহগৈ যা।"

তথাপি পঙ্কুৰ মাকে আশা নেৰিলে। ক'লে, "পিছে হেৰি নহয় নবৌ, ল'ৰাহঁতে ইস্কুলৰপৰা ঘূৰি অহাৰ পাছতো যাব পাৰিব। খোৱা-বোৱা তোমাৰ কি বোলে দুপৰীয়াৰপৰা সাঁজ-সন্ধিয়ালৈকে চলিব।"

"তই এইবোৰ বন্ধ কৰিবিনে ?"

সত্যাই ধমকি মাৰি আঁতৰি গ'ল।

নৰকুমাৰে কোটৰ জেপত পাণৰ টেমাটো ভৰাই থাকোঁতে সত্যাক ক'লে, "ল'ৰাহঁতক লৈয়েই যাব পাৰা দেখোন।"

"কিয় ?"

"কিয় আৰু' কিহৰ ? নিমন্ত্ৰণ—"

"নহয়, ধনী লোকৰ ঘৰলৈ নোযোৱাই ভাল। সৰু ল'ৰাৰ মন, ইমান জাকজমক দেখি অহাৰ পাছত নিজকে তেনেই তুচ্ছ বুলি ভাবিব পাৰে।"

"তোমাৰ যতমানে নোহোৱা-নোপজা কথা। এইবোৰে যে তোমাৰ মূৰত বাহ লয়নো কেনেকৈ! যি কি নহওক যাবাই যেতিয়া এটা টকা লৈ যাবা। সামাজিক আশীৰ্বাদটো দিব তো লাগিব ?"

সত্যাৰ ভুৰুযোৰ নাচি উঠিল। তাইৰ মুখত কৌতুক ফুটি উঠিল।

"এটকা! ধেৎ! ইমান দিন ধৰি কত মান-দান কাপোৰ-কানি পাই আহিছোঁ, এতিয়া যদিওবা তাৰ অলপ ঘূৰাই দিবলৈ সুযোগ ওলাইছে, টকা এটা দি পাল মাৰিম কেলেই ?"

"নহ'লেনো কি দিবা ? গিনিৰ হাৰ ?" নৰকুমাৰেও ধেমালিতে ক'লে।

"গিনিৰ হাৰ ? ওহোঁ, বেহিচাপী একো নকৰোঁ। এইটোকে দিম।"

সত্যাই বাকচ খুলি এটা বস্তু উলিয়াই আনিলে। মুঠিত ভৰাই ধেমালিতে ক'লে, "হাত চাই কোৱাচোন কি আছে মুঠিত ?"

"হাত-চাত চাব নাজানো অফিছৰ সময় হ'ল, দেখুৱাবা যদি দেখুৱা।"

সত্যাই মুঠি মেলি দিলে। আৰু জিকমিকাই উঠিল সোণৰ জেউতি। এধাৰ চিপাটমণি। পাঁচ তোলাতকৈ কম নহ'ব।

নৰকুমাৰে হাঁহি মাৰি ক'লে, "ঈস্! দিব আৰু! দিব পাৰিবা ? কলিজাই সহিবনে ?"

"নিশ্চয়। মোৰ কলিজা ইমান ঠুনুকা নহয়।"

"পাগলামি নকৰিবা।"

"পাগলামি নহয়, সঁচায়ে দিম।"

"এই ইমান দামৰ চিপাটমণিধাৰ সঁচায়ে দিবা ? ধনী মানুহৰ লগত কেৰ মাৰিবা ?"

"ফেৰ মৰাৰ কথা নহয়।" সত্যাই গম্ভীৰভাৱে ক'লে, "মান-সম্মান ৰক্ষা কৰা। আমাক বোলে প্ৰজা বুলিহে ভাবে।"

"তেওঁলোকৰ আগত তোমাৰ মান? তেওঁলোক হ'ল লাখপতি।"

"লাখপতি হ'ল পিছে মোৰ কি হ'ল?"

এইবাৰ নৰকুমাৰে বুজি পালে যে ধেমালি নহয়, কথা বিষমেই। নৰকুমাৰ ক্ৰুদ্ধ হৈ উঠিল।

নৰকুমাৰে ক'লে যে, সৰ্বনাশা বুদ্ধি নহ'লে কোনো মানুহে এনেকুৱা কাণ্ড নকৰে। কয় যে, য'ত মাত্ৰ এটকাৰে কাম হয়, তাত ইমান দামৰ সোণৰ হাৰ! এনেকুৱা কাম মাত্ৰ ধুম বলিয়াইহে কৰিব পাৰে। আৰু ধোঁবাখুলীযাৰ দৰে সোণৰূপ যেনেদৰে ইচ্ছা নষ্ট কৰাৰ অধিকাৰেইবা সত্যাক কোনে দিলে? এলোকেশীয়ে কেনেবাকৈ গম পালে ৰক্ষা হ'বনে আৰু?

সত্যাই গম্ভীৰভাবে ক'লে, "এই হাৰডাল তোমাৰ মাৰাই নাই দিয়া। তেওঁৰ বস্তু নহয়!"

"নহয় বুলি ক'লেই হ'বনে? তোমাৰ দেউতাৰাই যিস্থলত সালাংকাৰা কন্যা দান কৰিছিল—"

"এই হাৰডাল মোৰ বিয়াত দিয়া বস্তুৱেই নহয়। বিয়াৰ বস্তুবোৰ তোমাৰ মাৰাই আমাক দিয়াও নাই। এইবাৰ নিত্যানন্দপুৰলৈ যাওঁতে আমাৰ সৰু পোণাক পেহী আইতাই দিছিল।"

"দিছিল বুলিয়েই বিলাব লাগিবনে? নহয় নহয়, এইবোৰ অবৈষালি নকৰিবা কৈছোঁ।"

"তেনেহ'লে মই যাব নোবাৰিম।"

"যাব নোৱাৰিবা! বঢ়িয়া কথা কৈছা। বোলোঁ ইমানেই যদি ফুটনি মাৰিবৰ চখ হৈছে, নিজৰ কাৰণেও হীৰা মুকুতা বেনাৰচী আদি যোগাৰ কৰা।"

"কেলেই?" সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "বামুণৰ ছোৱালীৰ পক্ষে শাঁখ আৰু ৰঙা পাৰিৰ শাড়ীয়েই যথেষ্ট।"

অবশেষত সেই শাঁখে-সেন্দুৰে ৰঙাপাৰিৰ শাড়ী পিন্ধিয়েই সত্যা গৈছিল তালৈ পণ্টুৰ মাকৰ সৈতে। এখন নতুন তৰাহিৰ ওপৰত সেই চিপাটমণিধাৰ আৰু অলপ ধান-দুবৰি লৈ।

লৌকিকতাৰ আয়োজন দেখি পণ্টুৰ মাকো তথা লাগিছিল। পণ্টুৰ মাকে কৈছিল, "বোলোঁ অ' নবৌ, ডাঙৰ ডাঙৰ কুটুমহঁতৰ ঘৰৰ পৰাও দেখোন দুই-এটা টকাহে পঠিয়ায়। আৰু তোমাৰ দৰে চুবুৰীয়া-পৰজাহঁতে বৰ বেছি চাৰিগণ্ডা কি আঠগণ্ডা পইচা দিয়ে। এটা টকা হ'লে তো আৰু কথাই নাই। আৰু তুমি—"

"হওক, তই ব'লচোন।"

"ল'ৰাটি কোনটো কোঠাত আছে ?"

সত্যাই এজনীক সুধিলে।

সম্ভৱতঃ মানুহজনী চাকৰণী। কিয়নো পঞ্চুৰ মাকে খৰধৰকৈ আগুৱাই মুখখন হাঁহিৰে উজ্জ্বল ই ক'লে, "হেৰা সুখদাৰ পেহী, আমাৰ নবোক লৈ আহিলোঁ এইয়া। সাত নম্বৰৰ —"

"অঃ।"

সুখদাৰ পেহীয়েকে ভুৰুৰে ইংগিত দি দেখুৱাই দি ক'লে, "সৌ সিফালৰ কোঠাতে বহিবলৈ দিয়া।"

'বহিব বহিব। পিছে আগতে ল'ৰাটোক আশীৰ্বাদ কৰি —"

এতিয়াহে হাতত থকা বস্তুটোৰ ওপৰত সুখদাৰ পেহীয়েকৰ চকু পৰিল। অলপ বিস্ময আৰু সমীহৰে সৈতে ক'লে, "অ'—বাৰু, দোতালালৈ লৈ যোৱা তেন্তে। ল'ৰাটো মোক্ষদাৰ ওচৰতে আছে।"

মোক্ষদা এই ঘৰৰ ধাই চাকৰণী।

গিৰিহঁতনীৰ পিছতেই তাই।

ঘৰৰ বোৱাৰী-জীয়াৰীহঁতো তাইৰ ভয়তে তটস্থ। আৰু অন্যান্য চাকৰ-চাকৰণীৰ মানত তাই সাক্ষাৎ যম-ডাকিনী। ল'ৰাটো মোক্ষদাৰ দায়িত্বত আছে। কিয়নো আজি ল'ৰাটোৰ সৰ্বাংগতে আ-অলংকাৰ।

মূৰটো খুৰোৱা, সৰ্বাংগত অষ্ট অলংকাৰ, আৰু ৰঙচঙীয়া কাঁচৰ বনকৰা ভেলভেটৰ সাজ-পাৰেৰে গেলা গৰমত ল'ৰাটোৱে আটাহ পাৰি পাৰি কান্দি আছিল। 'মুখ চোৱা' ঠাইৰ কাষলৈ নি চিএৰত গগন দলা ল'ৰাটোক কোলাত হেঁচি ধৰি ক'লী মেনী ম'হজনীৰ দৰে মোক্ষদা বহি আছিল।

পঞ্চুৰ মাকৰ সতে সত্যাক দেখা পায়েই কঠুৱা মাতেৰে ক'লে, "এয়েনেকি তোৰ গৰাকিয়নী পঞ্চাৰ মাক ? যা হওক, ভৰিৰ ধুলা পৰিল তেন্তে ?"

সত্যাৰ ভ্ৰূযোৰ কোঁচ খাই আহিল।

তথাপি তাই ধীৰভাৱে আগুৱাই গৈ ধান-দূৰ্বাৰ লৈ ল'ৰাটোৰ মূৰত দি চিপাটমণিধাৰৰে সৈতে সৰু তৰাহিখন 'মুখচোৱা' থালখনৰ কাষতে নমাই থ'লে, যিখন প্ৰকাণ্ড থালত টকাতকৈ আধলি, আধলিতকৈ সিকিৰ সংখ্যাহে বেছি। আৰু লগে লগে মোক্ষদাৰো ভ্ৰূৰু কোঁচ খাই গ'ল।

"এইভাল নো কি পঞ্চাৰ মাক ?"

পঞ্চাৰ মাকে ভটস্থভাৱে ক'লে, "এয়া ল'ৰাটোৰ বাবে আশীৰ্বাদী মোক্ষদাবাই। আমাৰ নবোৱে কয়—টকা এটা দিলো কিটো হ'ব পঞ্চুৰ মাক ? ডাঙৰ মানুহৰ ঘৰ, সাগৰত কাঠিজাল দবাহে হ'ব—সেয়েহে—"

"কি বেৰোঁৰবাংখন বকিছ তই ?" সত্যৱতীয়ে তীব্ৰ কণ্ঠেৰে ধমকি দিলে পণ্ডাৰ মাকক। তীব্ৰ, যদিও মৃদু।

মোক্ষদাই এবাৰ সত্যাৰ মুখৰ পৰা ভাৰিলৈকে চাই ল'লে, হাৰডাল হাতত লৈ লিৰিকি-বিদাৰি চালে। তাৰ পাছত নীৰস কণ্ঠেৰে ক'লে, "এই হাৰডাল তুমি ঘুৰাই লৈ যোৱা সাত নম্বৰৰ বোৱাৰী, এওঁলোকৰ ঘৰৰ ল'ছালীহঁতে গিল্‌টি গহনা নিপিন্ধে।"

গিল্‌টি গহনা!

পণ্ডুৰ মাকৰ বুকুখন কৌচ খাই যায়।

হতমুখ বোৱাৰীজনীৰ হৰক-তৰক কথা-বতৰা শুনি ইমান দিনে তাই ভিতৰি ভিতৰি হাঁহিছিল। ভাবিছিল চহৰ-নগৰৰ ডাঙৰ মানুহ আগে দেখা তো নাই কাহানিও, সেযেহে তৰাসতে তাই বোঁহচাপী কিবা এটা লৌকিকতা কৰিলে। কৰক। ভাগিনীৰ গৰাকীহঁতৰ ঘৰত পণ্ডুৰ মাকৰ মান-সম্মান বাঢ়িব। কিন্তু এয়ানো কি কথা। একেবাৰে নাক উলিযাব নোৱৰা কথা! ছি ছি, কি যে মূৰ্খামী হ'ল! তই দত্ত পৰিয়ালৈলৈ লৈ আহিলি গিল্‌টি গহনা! পণ্ডুৰ মাক হতভম্ব।

কিন্তু তিমানতে সত্যাই উত্তৰ দিলেই। তীক্ষ্ন কিন্তু মৃদু।

"তুমি এওঁলোকৰ ঘৰত নতুনকৈ কামত সোমাইছা, নহয ?"

"নতুন ? মই নতুন ইয়াত ?" মোক্ষদা জুইৰ দৰে ভমভমাই উঠিল, "মোৰ কোন আহিল ঔ! তুমি আজি নতুনকৈ ভৰি দিলা বুলিয়েই মোক্ষদাও নতুন হৈ গ'ল ? এইখন ঘৰত কাম কৰি কৰি চুলি পকালোঁ। বোলোঁ—এই পশ্ন কৰিলা কিয় ?"

"প্ৰশ্ন দেখোন তুমিহে কৰিলা। ইমান দিন ধৰি এওঁলোকৰ ঘৰতে কাম কৰিছা, সোণ কাক বোলে চিনি নোপোৱা ?"

মোক্ষদাই ক'লা মুখখন একেবাৰে ধুমক'লা কৰি ক'লে, "তোমাৰ কথা-বতৰা দেখিছোঁ বৰ টেকটেকীয়া। যাচোন পণ্ডাৰ মাক, বৰ ৰাণীমাওৰ ওচৰলৈ লৈ যা। তাত গৈ মুখত অলপ লেকাম বান্ধি কথা-বতৰা পাতিবা, বুইছানে ভাল মানুহৰ জী ? সেই ঠাই দাসী-বান্দীৰ এজলাছ নহয়।"

পণ্ডুৰ মাক অলপ আগবাঢ়ি গ'ল আৰু ফুচফুচাই ক'লে, "এই মোক্ষদা-জনীৰ বৰ পত্তাপ মা। তাইক অলপ ভাল্লৰি বোলাইহে কথা ক'ব লাগে। যাওঁ—মোৰ ভাগিনীজনী ক'ত আছে চাওঁগৈ। তাই লগত থাকিলে অলপ ভাৰসা পাওঁ বুকুত। তাই হ'ল আক' ঘাই মালিনী। এই মস্ত ডাঙৰ পৰিয়ালত যিমান বোৱাৰী-জীয়াৰী আছে তেওঁলোকৰ খোঁপাত পিন্ধিবলৈ ফুল বিধে বিধে মালা গুণাৰ ফুল বাংপতাৰ জোন-তৰা সকলো আনি দিব সেই মোৰ ভাগিনীজনীয়ে। অ' চৈল—ক'ত গ'লি অ' চৈল —"

পগুৰ মাক সাউৎকৈ আগুৱাই গ'ল।

আৰু সত্যবতীয়ে দালানৰ খুটা এটাৰ ওচৰত থিয় হৈ ঘৰটোৰ নিৰ্মাণ-সৌন্দৰ্য্য কাৰুকাৰ্য্য সাজসজ্জা চাবলৈ ধৰিলে।

দালানটোৰ ছাদখন কিমান যে ওখ! যেন ক'ত ৰ'ব লাগিব পাহাৰি গৈ একে চোচাই বহু ওপৰলৈ উঠি গৈছে। সেই ছাদৰ তলত প্ৰকাণ্ড প্ৰকাণ্ড ঝাড়লণ্ঠন, সত্যই গণ্তি কৰিলেই, দালানটোৰ চাৰি চুকত চাৰিটা, আৰু সোমাজৰ পোনে পোনে এটাকৈ সৰ্বমুঠ আঠটা।

দালানটো উধৰপৰা মুধলৈ শ্বেতপাথৰেৰে সজোৱা হৈছে, মাত্ৰ দাঁতি-কাষৰত ক'লা আঁচ। প্ৰতিটো খুটাৰ মাজৰপৰা ওলমি আছে নানা আকৃতিৰ চৰাইৰ সজা। নানান বৰণৰ নানা ধৰণৰ চৰাই। আচৰিত! ইমানবোৰ চৰাইনো কেলৈ? ইমানবোৰ চৰাই পুহিনো কি হ'ব?

দালানটোৰ প্ৰতি চৰুতে এটাকৈ শিলৰ নগ্ন নাৰীমূৰ্তি। সেই অদ্ভুত মূৰ্তিবোৰলৈ চকু পৰাত সত্যই চকুৰ পচাৰতে চকু খুৰাই ল'লে। ভাবিলে, আই ঔ! মূৰ্তিবিলাক একেবাৰে জীয়া যেন লাগিছে। তাৰ পাছত মনে মনে খুৰকৈ হাঁহি এটা মাৰি ভাবিলে, যেচেবীহঁত জীয়ায়েই আছিল চাগেই, হাজাৰ হাজাৰ মানুহৰ চকুৰ আগত তেনেকৈ থিয় হৈ থাকিবলগা হোৱাত লাজতে শিল হৈ গ'ল!

বাহিৰৰপৰা চালে ঘৰটোৰ ভিতৰৰ ইমান শোভা-সৌন্দৰ্য্যৰ গমেই ধৰিব নোৱাৰি। ভিতৰত সোমালেহে তভক মাৰি বৈ দিব লাগে। সৰুতে দেউতাকৰপৰা নবাব-পৰিয়ালৰ বহু গল্প শুনিছিল সত্যই, তাইৰ অসীম কৌতুহলী মনৰ অসংখ্য প্ৰশ্নৰ উত্তৰত ৰামকালীয়ে বহুলাই ক'বলগা হৈছিল। দত্ত-পৰিয়ালৰ অন্তঃপুৰলৈ সোমাই অহাৰ পাছত সেই সৰুতে শুনা নবাব-পৰিয়ালৰ কথা মনত পৰিল তাইৰ। শুনা গল্পৰ সৈতে মনৰ ৰং আৰু কল্পনা সানি লৈ তাইৰ ধাৰণাৰ জখতখনত এনে ধৰণৰ ছবি আঁকি থৈছিল তাই। সেযেহে ভাবিলে, এয়া দেখোন একেবাৰে নৱাবী কাণ্ড!

"আহা—আহা নবৌ'—" তৰা-নৰা হিঙি দৌৰি আহিল পগুৰ মাক, "এতিয়াই ব'লা। এতিয়া ভিৰ পাতলিছে।"

সত্যই লাহে'কৈ ক'লে, "ইমান ডাঙৰ ভোজ হৈছে, পিছে মানুহ-দুনুহৰ চিন-মোকামেই নাই দেখোন অ' পগুৰ মাক! ঘৰৰ গিৰিহঁতনী আৰু আন সকলোইবা ক'ত?"

"অ' হৰি, কথা শুনা!" পগুৰ মাকে বিস্ময়ৰ চূড়ান্ত অভিব্যক্তি প্ৰকাশ কৰি গাল-মুখে হাত দিলে।

"কি হ'ল, মূৰ্চ্ছা গ'লিনেকি?"

"মুচুচা যোৱা কথাই যে ক'লা নবৌ। এয়া তোমাৰ মোৰ দৰে কিবা দুখীয়া-টোকোনাৰ ঘৰনে, যে নাতিয়েকৰ অন্নপাচনত আইতাকে ক'কালত আঁচল মেৰিয়াই কাম কৰিব ? এই পৰিয়ালৰ গিহিণীহঁত তললৈ নামেনে কিবা ?"

"তললৈ নানামে ?" সত্যাই হাঁহি মাৰি ক'লে, "কেলে' ? ভৰিত বাত বিষে ধৰিলে নেকি ?"

"যিহকে পাই তিহকে নক'বা নবৌ। হ'হুৰালা তুমি। তললৈ তেওঁলোকে বাৰু কি কামত নামিব ? দৰকাৰ কি ? আৰু ধৰা— সংসাৰখনত কিমানজনী যে এঘৰীয়া বাঁৰীক পোহপাল দিয়া হৈছে, সংসাৰখনৰ কাম-বন সিহঁতিয়েই কৰে। তাৰোপৰি ঘৰৰ প্ৰভু ডাঙৰীয়া তো আছেই। অবশ্যে সেইবুলি যে একেবাৰে কেতিয়াও নানামে, তেনে নহয়। নামে। উছবে-পৰবে বিয়াই-সবাহে গোসাঁই-ঘৰলৈ নহা নহয়, আহে। পিছে তাৰ বাবে আক' বেলেগে চিঁৰি আছে, ঘৰৰ ভিতৰেদি। এইফালে হ'লগে বাহিৰো নহব ভিতৰো নহয়, দুয়োটাৰে মাজতে। মানুহ-দুনুহৰ কথা সুধিছা ? মানুহ-দুনুহ এইফালে বৰ বেছি নাই। ভিৰ চাব খুজিছা যদি ভিতৰ-ঘৰৰ চোতাললৈ যাওঁ ব'লা। এয়া তিৰপালেৰে চাল দি ৰভা সজোৱা নহয় তো—পকাণ্ড পকাণ্ড দীঘল-বহল পকী ৰভা। তাৰে পানীপতাত বহি মাছকটাই মাছ কাটিছে, কিমান মোণ মাছ ভগমানেহে জানে, পিছে মৈদাবোৰলৈ চালেই মুছ'ক'ছ যাওঁ যাওঁ যেন লাগে। ডেকা-ল'ৰাবিলাকে পথমে মাছৰ মুৰ-ফিচা কাটি টুকুৰা কৰি দিযে, তা'পাছতহে মাইকী মানুহে চকল চকল কৰিছে। দেখুৰাম—সকলো দেখুৰাম, ঘুৰাই-পকাই সকলো দেখুৰাম। মই শৈলৰ মাহীয়েক বুলি মোক কোনেও একো নকয়। আৰু ক'বইবা কিয় ? মই ক'ম, মোৰ মালিকনী যে। গাঁৱৰ মানুহ, ইমানবোৰ চাহাবী কাণ্ড-কাৰখানা চহৰ-নগৰৰ কাণ্ড কাহানিও দেখা নাই তো আগে! সেয়েহে—"

দালানটোৰ ইমুৰৰপৰা সিমুৰলৈ গৈ থাকোঁতে এইবোৰ কথা কৈ আছিল পণ্ডুৰ মাকে। একেবাৰে শেষৰ ফালে চিঁৰি, পণ্ডুৰ মাকে চিঁৰিৰ ওচৰ প্ৰায় পাইছিলহিয়েই, হঠাৎ বৈ দিলে আৰু তীক্ষ্ণ অথচ চেপা মাতেৰে মাতিলে সত্যাই, "পণ্ডুৰ মাক!"

"কি হ'ল ?" পণ্ডুৰ মাকে থতমত খালে।

"চা, কথা ক'ব নাজানই যেতিয়া, হ্ৰস্ব ই দীৰ্ঘ ই জ্ঞান নায়েই যেতিয়া, ইমানকৈ চেলবেলাই আছ কেলেই ?"

"উয়া! মই আক' চেলবেলালোঁ কেতিয়া!"

"সেই জ্ঞান থাকিলেহে তোৰ। পিছে তোক এয়া স্পষ্ট কৈ থৈছোঁ, মোক

লৈ লোকৰ আগত মিছাকৈ কেপকেপাই নাথাকিব। যি কামলৈ আহিছ তাকে কৰি থাক।"

"উস্! ধইন তোমাৰ মিজাজ। তুমিও দেখিছোঁ বজা-বাদচাতকৈ কম নোহোৱা মিজাজৰ। এওঁলোকৰ এই ঘৰ-দুৱাৰ, বৈঠকখানা আৰু বাৰু সকলৰ ধনৰ দৌল হেনো ইমান বজনজনা আছিল যে সেই বিলাইতী চাহাবহঁতেও বোলে চাবলে' ঢপলিয়াই আহিছিল। আৰু তুমি—"

"ও", মই তেনেকুৱাই। উৱা! এও" কোন আক!"

"এও" কোন আক'—" বুলি কৈয়েই সত্য হঠাৎ থমকি ৰ'ল। তাৰ পাছত আগবাঢ়ি গৈ ভালকৈ চাই সৰু সৰুকৈ খিলখিলাই হাঁহি মাৰি ক'লে, "কাণ্ড চা! স'চাস'চিকৈ চিপাহী নহয় বুলি কোনে ক'ব?"

এইবাৰ পঞ্চুৰ মাকে অলপ গৌৰব অনুভব কৰিলে। গণ্ডপী মানুহজনী জব্দ হ'ল তেন্তে। এতিয়াহে বুজি পালে—নাই বুলিলেও হাতীৰ শুঁড়ত একলহ পানী থাকে!

চিৰিৰ গুৰিতে, চিৰিৰ ঠিক কাষতেই বন্দুক কান্ধত লৈ থিয় হৈ আছে, প্ৰথম দিনা সেইটোক দেখি পঞ্চুৰ মাকো উচপ খাই উঠি দহখোজ পিছ হুঁহকি গৈ দুৰ্গা-নাম জপ কৰিবলৈ ধৰিছিল। তেতিয়া তাইক দেখি শৈলৰ কি যে হাঁহি! আজি পঞ্চুৰ মাকৰো তেনেকৈ হাঁহিবৰ মন গৈছে, পিছে মানুহজনী একাচেকা বিধৰ, সেয়েহে সাহস হোৱা নাই। কেৱল মিচিকীয়াই হাঁহিয়েই ক'লে, "চোৱা তেন্তে, যিমানেই চাবা সিমানেই আচাৰিত হ'বা। এবাৰ এওঁলোকৰ এঘৰ কুটুমৰ তালৈ কিবা এটা খবৰ লৈ গৈছিলোঁ, পিছে ক'লে বিশ্বাসেই নকৰিবা চাগেই, তেওঁলোকৰ ফুলনিৰ নিজৰাৰ কাষত এনেকুৱা এজনী মাইকী মানুহৰ মূৰ্ত্তি থৈ দিছে যে দেখি লাজতে চোঁচা ল'বহে লাগে। মই কৈয়েই পেলাইছিলোঁ, অ'ই মৰতী মাইকী! ইমান মুকলিত এনেকৈ নাঙঠ হৈ থা ধুবলে' আহিছ নে মৰিবলে' আহিছ!' বগা পাথৰেৰে সজা তো, মই ভাবিছিলোঁ বোলো মেম বাইজী-টাইজীহে হ'ব কিজানি। পিছে মোৰ কথা শুনি সেই ঘৰৰ লগিৰী এজনীয়ে এনেকৈ হাঁহিলে যে তাইৰ হাতৰপৰা মিঠাইৰ পাত্ৰটোৱেই বাগৰি পৰিল।"

কিন্তু সত্যাই এই খুহুতীয়া নাটকত অংশ গ্ৰহণ নকৰিলে। অলপ টান মাতেৰে ক'লে, "তেনেকুৱা মূৰ্ত্তি ইয়াতো দেখোন ভালেমানেই আছে। দেখি লাজত মৰো কোঁচ খাই পৰিছিলোঁ। পিছে এইবোৰেই হ'ল বৰ বৰ মানুহৰ ঘৰৰ শোভা, নহয়? এওঁলোকৰ ৰুচি-পছন্দ অতি প্ৰশংসনীয় দেখিছোঁ। ধনেদি মঠ বান্ধিছা যদি দেৱ-দেৱীৰ মূৰ্ত্তি সাজি প্ৰতিষ্ঠা নকৰা কিয়? সেয়া নহ'ব—বৰ্তমানে অসভ্যতা। এইকালেদি বাপেকে পুতেকে মাকে পুতেকে

একেলগে অহা-যোৱা নকৰেনে বাৰু ? দেখি লাজতে মৰি যোৱাৰ নিচিনা নহয়নে তেতিয়া ?"

পঙ্কুৰ মাকে সত্যব্ৰতীৰ এই অবোধ নীতিজ্ঞানৰ মন্তব্য শুনি এক অৱহেলাসনা পৰিতৃপ্তিৰ হাঁহিৰে মুখ উজলাই ক'লে, "পিছে এইবোৰ তো এলাপেচা ঘৰৰ মানুহৰ কাণ্ড নহয়। এইবোৰ কি বোলে—সেই বিলাইতী চাহাব কাৰিকৰে গঢ়ি দিয়া। এইবোৰৰ মান-মৰ্য্যাদা বেলেগ।"

"হয়নেকি ? ভাল ভাল, মান-মৰ্য্যাদাৰ আহিঁটো ভালেই দেখিলোঁ। এতিয়া ব'লচোন, লেঠা মাৰি ভালে ভালে ঘৰ পালেহে ৰক্ষা !"

চিৰিয়েদি উঠি গৈ থাকোঁতে পঙ্কুৰ মাকে ফুচফুচাই ক'লে, "ক'লে তুমি কিজানি নামানিবাই, তথাপি মই মোৰ কৰ্ত্তব্য কৰোঁ, তুমি যিমানেই বামুণৰ ছোৱালী নোহোৱা লাগিলে, গিৰিহ'তনীক অলপ মান ধৰিবা। হাতযোৰ কৰি থকা দেখিবলৈ পালেই সন্তুষ্ট, আন ধৰণে দেখিলেই বেয়া পাব।"

সত্য আকৌ এবাৰ বৈ দিলে। তেনেকৈয়ে তীক্ষ্ন কণ্ঠেৰে ক'লে, "তেনেহ'লে —হাতযোৰ কেনেকৈ কৰিব লাগিব দেখুৱাই দে। মাথোঁ হাতযোৰেই নে গলবস্ত্ৰ ? ধন্য এই ধনৰ অতৰ্কী মহিমা। বোলোঁ সিহঁতক যে ইমানকৈ তুতি-নতি কৰিছ, তহঁতৰ অৱস্থাৰ কিবা সাল-সলনি হৈছেনে ? বাচন-বৰ্তন ধুৱেই খাব নালাগেনে ? হাতযোৰ কৰিলেও কৰিবি ভগবানৰ আগত, কৰিবি ভাল মানুহৰ ওচৰত, ধনৰ আগত ধৈয়ালি কৰি মৰ কেলেই ?"

সত্য বুদ্ধিমতী, তথাপি সত্য একেবাৰেই নিৰ্বোধ। মৰাৰ কথা কৈছে যে তাই, সেই মৰণ অকল পঙ্কুৰ মাকৰে নে ? তেনেকৈ আওমৰণে মৰিবলৈ কোননো আগুৱাই নাযায় ? সেই মৰণসাগৰত জঁপিয়াই পৰিবলৈ কোনে নিৰ্বিচাৰে ?

নহ'লে চক্ৰৱৰ্তী গৃহিণীয়ে দত্ত গৃহিণীক সদায় তেল মালিচ কৰি থাকে কিয় ? দত্তহ'ত যে স্বৰ্ণবণিক, আৰু স্বৰ্ণবণিকহ'ত যে 'জাত-পাত'ত অচল সেই কথাটো চক্ৰৱৰ্তী গৃহিণীয়ে নাজানেনে ?

সত্য যেতিয়া চিৰিয়েদি গৈ গৈ বৰ গৃহিণীৰ কোঠাৰ দুৱাৰৰ কাষত আহি থিয় দিলেহি, তেতিয়া চক্ৰৱৰ্তী গৃহিণীয়ে বিগলিত বিনয়েৰে, মুখৰ চেহাৰাতে হাতযোৰ কৰাৰ ভাব-ভংগী ফুটাই কৈ আছিল ঃ "তাকে কৈছোঁ মা, তোমাৰমান ডাঙৰ কলিজা কেইজনীৰ আছে ? ঘৰতো আমি কোবাকুই কৰি থাকোঁ, ওঁ, কলিজা বুলিবলৈ হ'লে সেই একেগৰাকীৰহে, দত্ত গিহিণীৰ !"

সত্য আহি পোৱাত কথা বন্ধ হ'ল। তাত থকা সকলোৱেই সত্যলৈ ঘূৰি চালে। লেমটোৰ স্ত্ৰীলিংগ কি মই নাজানো, যদি আছে কিবা তেনেহ'লে এওঁলোক হ'ল দত্ত গৃহিণীৰ সেইমথা। সেই পুৱাবেপৰা, অৰ্থাৎ দত্ত গৃহিণীয়ে তেতিয়াৰপৰা 'মেল' পাতি বহিছে, তেতিয়াৰেপৰাই এই

'জেমটোহ'তে এওঁক চাকে-জালে বেৰা দি ধৰিছে আৰু চট্ৰাই জোল খুৱাইছে। সকাম-নিকামৰ দিনবোৰত দত্ত গৃহিণীয়ে এইদৰেই চাটুকাৰিণী পৰিবৃতা হৈ বহে, বা হয়তো আন ধনী গৃহিণীহঁতেও বহেহি। নিমন্ত্ৰিত সকলে অকলে বা লগেভাগে আহি সাক্ষাৎ কৰেহি। এওঁলোকে মানুহ চাই জুখি-মাখি কথা কয়।

ইয়াতো আজি তেনেকুৱা মেল চলি আছিল।

সত্য আহি থিয় হ'লহি সেই মেলৰ মাজত। গোটেই দৃশ্যটোৰ ওপৰত এবাৰ চকু ফুৰাই ল'লে।

দেখিলে, প্ৰকাণ্ড চাৰিচুকীয়া কোঠাটো, মজিয়াখন দবা খেলৰ ছকৰ দৰে চাৰিচুকীয়া বগা-ক'লা পাথৰেৰে গঁথা। গোটেই কোঠাটোৰ দেৱালত ক'লা সেউজীয়া ৰং, আৰু তলৰপৰা তিনি হাতমান ওপৰৰ ফালে দীঘল পাচৰঙী ৰঙৰ বনকৰা শেল অঁকা হৈছে। কোঠাটোৰ ছাদৰ তলত ঝাড়-লণ্ঠন। দুৱাৰ খিৰিকীবোৰ ওখ বহল আৰু ওখ, তাত জাল দিয়া কপাট লগোৱা হৈছে, আৰু লগতে পাতল নীল ৰঙৰ কাঁচৰ কপাট।

দেবালৰ গাতে মেহগেনি কাঠেৰে সজোৱা আলমাৰী মেজ ষ্টেণ্ড লগোৱা প্ৰকাণ্ড এখন আৰ্চী বিৰাট ঘড়ি এটা। আলমাৰীৰ আগত মেজৰ ওপৰত দেবালৰ ব্ৰেকেটত নানাবিধৰ পুতলা-খেলনা টাইমপিছ ফুলদানী, ওপৰৰ ফালে দেৱালৰ গাত অয়েল পেইণ্টিং।

ইমান আহল-বহল ডাঙৰ কোঠাটো বস্তু-সামগ্ৰীৰে ঠাহ খাই পৰিছে। কোঠাটোৰ ঠিক সোমাজত এখন বিৰাট পালেং, পালেংখনৰ তুলিখন প্ৰায় এহাতমান ডাঠ, এখন ধকধকীয়া বগা বিছনাৰ চাদৰ পাৰি তুলিৰ তলত গুজি থোৱা হৈছে। সেই পালেংখনৰ চাৰিওফালে ঘূৰণীয়া আকাৰৰ গাৰু পৰিবৃত হৈ বগা হাতীৰ দৰে বিপুল বপুৰে হেঁতে বহি আছে দত্ত-পৰিয়ালৰ বৰ গৃহিণী।

বৰ গৃহিণী যে বিধবা সেই কথাটো সত্যই নাজানিছিল। কিন্তু এয়ানো আক' কেনেকুৱা বিধবা? সত্যৰ মনৰ মাজত প্ৰশ্নৰ প্ৰাবল্য। এয়ানো কেনেকুৱা সাজ-পাৰ? ডাঙৰ গৃহিণীৰ পিন্ধনত দৰ্শকৰ দৃষ্টিপীড়াদায়ক অতি মিহি চন্দ্ৰকোণাৰ উকা শাড়ী, আঁচলত ডাঙৰ একোচা চাবি, মূৰৰ আগফালে 'এলবাৰ্ট' ফেছনত ফাঁপউৱা চুলি, পিছফালে এটি সৰু খোঁপা। বৰ গৃহিণীৰ হাতৰ মণিবন্ধৰপৰা কিলাকুটিলৈকে উকা, কিন্তু বাহুত বোধ হয় নিভাঁজ সোণৰ মোটা মোটা বাজু, কেয়ূৰ। ভিতিত কটসিবীয়া হাৰ। আৰু ঠিক কোলাৰ ওচৰতে বুপৰ বাটিত এবাটি খিলীপাণ।

পালেঙৰ ওচৰত থিয় হৈ কোনোবা এজনী জিগিৰী বা আশ্ৰিতাই এখন কাপোৰৰ হাঁহিৰে বনকৰা বিচনীৰে লাহে লাহে বিচি আছে। পালেঙৰ ঠিক

তলতে ভঁৰিৰ ওচৰত এখন চালপীৰাৰ ওপৰত সোণৰ দৰে জকমকীয়া পিতলৰ ডাঙৰ পিকদান এটা, কাষৰে-পাজৰে চাটুকাৰিণীৰ দল। অৱস্থা সম্পৰ্কত আৰু মৰ্য্যাদা হিচাপে কোনোবাজনী গিৰিহঁতনীৰ গাতে গা লগাই পালেঙৰ ওপৰতে বহি আছে, কোনোবাজনী পালেঙৰ ওপৰতে কিন্তু গৃহিণীৰপৰা অলপ আঁতৰত বহি আছে, কোনোবাজনী আকৌ পালেঙৰ কাষতে থিয় হৈ আছে। এওঁলোকৰ মাজত সধৱা আছে, বিধবা আছে, ধামনী-ডেকেৰী সকলো আছে।

উকা হাতৰ ওপৰৰ ফা'ল, বাহুত মোটা সোণৰ বাজুপাট বৰ বিসদৃশ যেন লাগিল সত্যাৰ, আৰু বিসদৃশ লাগিল বিধবা মানুহ এজনীযে পাণৰ বাটি কোলাত লৈ পালেং শুবাই বহি থকাটো। ইয়াৰ আগতে সত্যাই আন কোনো বিধবাকে এইদৰে পালেং-শুবনি হৈ বহি থকা দেখা নাছিল।

হঠাৎ তাইৰ মনটো বিমুখ হৈ উঠিল। তাই ভাবিবলৈ চেষ্টা কৰিলে ঃ হওক, এযে যদি কালকতা চহৰৰ চাল-চলন হয়—হওক, মোৰ কি লোকচান? কিন্তু চেষ্টা বৰ বেছি সফল নহ'ল। সেই মোটা বাজু পিন্ধা সৰু ল'ৰাৰ কাষ-গাৰুৰ দৰে শকত উকা হাত দুখনলৈ চাই তাইৰ অতি বেয়া লাগিল।

গৃহিণীযে চকুৰে ইচাৰা কৰাৰ লগে লগেই এজনীযে খৰধৰকৈ চালপীৰাৰ ওপৰত থকা সেই পিকদানটো দাঙি নি তেওঁৰ মুখৰ আগত ধৰি থাকিল আৰু তেওঁ পেৰেককৈ পিক পেলাই ক'লে, "কোন আহিল ঐ? চিনি পোৱা নাই দেখোন—!"

আগবাঢ়ি আহিল পঞ্চুৰ মাক, ক'লে, "সেই যে সাত নম্বৰৰ ঘৰৰ—"

"অ'—। তাকে কওঁ—বোলো চিনি পোৱা নাই কেলেই, কেতিয়াও অহা নাই আগে। আহাঁ আহাঁ বাচা, অলপ আগুৱাই আহাঁচোন। অলপ হেৰি দিয়াচোন, কি বোলে—তোমাৰ ভৰিৰ ধূলো— ।"

'ভৰিৰ ধূলো' নামৰ বস্তুটো যে কোনোবাই নিজেই দিব পাৰে সেই অভিনৱ কথা সত্যাই তাইৰ জীৱনত ইয়াতেহে প্ৰথমে শুনিলে। এই বস্তুটি ল'বলৈ ইচ্ছা কৰাজনে নিজেই তলমূৰ হৈ লয়হি—তাই ইমান দিন ধৰি ইয়াকেহে জানিছিল।

কিংকৰ্তব্য স্থিৰ কৰিব নোৱাৰি তাই মনে মনে থিয় হৈ থাকিল।

"ক'তা—দিয়াহি, দিয়া।"

জনৈকা চাটুকাৰিণীয়ে তীব্ৰ কণ্ঠেৰে ক'লে, "ভৰিৰ তলুৱাৰ পৰা অকমান ধূলি লৈ এখেতক মূৰত লগাই দিয়া না।"

সত্যাই গম্ভীৰভাৱে ক'লে, "ভৰিত ধূলি নাই।"

ভৰিত ধূলি নাই! ইও কথা হ'লনে?

তাৰোপৰি দত্ত গৃহিণীয়ে খোজা বস্তু, সোণ নহয় ৰূপ নহয়, ভৰিৰ

ধূলি নিতান্ত তুচ্ছ বস্তু। সেই বস্তুৰ প্ৰাৰ্থনাৰ যে এনেকৈ অগ্ৰাহ্য কৰিব পাৰি, অভাৱনীয় কথা।

দত্ত গৃহিণীয়ে গাল-মুখে হাত দি কোনোপ্ৰকাৰে বিস্ময় আৰু অৱহেলাৰ ভাব আঁতৰাই ব্যংগ ভাব ফুটাই হাঁহি মাৰি ক'লে, "সেই যে কথাতে কয় নহয়—অভাগাই যিঁপিনে চায়, সাগৰ শুকাই যাব—মোৰ ভাগ্যতো দেখিছোঁ সেয়ে হ'ল। এধানিমান পদৰজো দুৰ্লভ হ'ল।"

সেই আকাৰ অবয়ববৰ্জিত মেদপিণ্ডলৈ সতাই অবাক দৃষ্টিৰে চাই থাকিল। এই মগুহৰ বোজাৰপৰা বয়স বিচাৰি উলিউৱা টান, কিন্তু যিগৰাকীয়ে নাতিয়েকৰ অন্নপ্ৰাশন পাতিছে, তেওঁ তো কদাপি গাভৰু নহয়, কমেও সত্যৰ আইতাকৰ বয়সৰ। তেনেহ'লেনো সতাৰ সৈতে এনে ৰসিকতা কৰে কেনেকৈ ?

'তামুলীৰ কাষত বহি বিলাহী নাম লোৱা' সদৃশ এগৰাকী মহিলাই ক'লে, "মানুহ চাই কথা ক'ব লাগে বাছা, কোৱাৰ আগতে কাক কি কৈছোঁ চাই ল'ব লাগে।"

কোৱা বাহুল্য, সতা নিমাত। কেবল তাইৰ প্ৰকৃতি অনুসাৰে মুখৰ পেশীবোৰ দৃঢ় আৰু কঠিন হৈ উঠিল।

"সোণৰ হাৰ দি লৌকিকতা তুমিয়েই কৰিছা, নহয় ?"

এইবাৰ সতাই মুখ মেলিলে। কোমল মাতেৰে ক'লে, "লৌকিকতা বুলি কৈছে কিয় ? ল'ৰাটিক সামান্য আশীৰ্বাদী—"

"একেই কথা—" দত্ত গৃহিণীয়ে গোমোঠা মুখেৰে ক'লে, "সেই হাৰ ঘুৰাই লৈ যাব লাগিব।"

ঘুৰাই লৈ যাব লাগিব! সতাই তবধ লাগি ক'লে, "ল'ৰাটিক দিয়া বস্তু ঘুৰাই নি কি কৰিম ?"

"কি কৰিবা-নকৰিবা সেইবোৰ তোমাৰ কথা, পিছে প্ৰজাৰ দানৰ সোণ আমি নলওঁ।"

আকৌ সেই 'প্ৰজা'।

সতাৰ দেহৰ মাজেদি বিজুলীপ্ৰবাহ বৈ গ'ল। তথাপি তাই কষ্টেৰে আত্মসংবৰণ কৰি ক'লে, "তেনেহ'লে—আমাৰ দৰে প্ৰজাহঁতক নিমন্ত্ৰণ কৰাটোৰেই আপোনাৰ ভুল হৈছে দেখিছোঁ। লৌকিকতাৰ বস্তু নিদিয়াকৈ কোনোবাই নিমন্ত্ৰণ ৰক্ষা কৰেনে ? আৰু ব্ৰাহ্মণ মানুহে আশীৰ্বাদী ঘুৰাই ল'ব পাৰেনে ?"

ব্ৰাহ্মণ! দত্তগৃহিণী অলপ ক'লা পৰিল।

"উৱা! এইজনীৰ দেখিছোঁ বৰ হুঁটা হুঁটা কথা!" দত্ত গৃহিণীয়ে ক'লে, "কুলকণী মোক্ষদাই তেন্তে ঠিকেই কৈছিল দেখোন। যি'ক, তেনেহ'লে

তুমিয়েই জীকলা। অতিথি নেৰায়ণ, যি ক'বা মানিবই লাগিব। পিছে কামটো ভাল নহ'ল। তুমি বামুণৰ ছোৱালী, তোমাৰ ভৰিৰ ধূলি হ'ল আমাৰ শিৰৰ ভূষণ, তোমাক মই সেই বুলি কোনো কঠুৱা কথা নকওঁ, মাত্ৰ ইয়াকে ক'ম যে পুঠি মাছো মাছ বৌ মাছো মাছেই, তথাপি কোনোবাই দুয়োটাকে একে বুলি ক'বনে? যি হওক, অতিথি নেৰায়ণ বুলি কৈছোঁৱেই! অ'—অ'ই সুবাস, এওঁক তই বামুণহঁতৰ খোৱাঘৰলৈ লৈ যাচোন।"

অৰ্থাৎ ইয়াতেই মোখনি।

সত্য লাহে-ধীৰে ওলাই গ'ল তাৰপৰা, আৰু হঠাৎ তাইৰ ভাব হ'ল—তাই ক'ৰবাত যেন হাৰ মানিলে।

সত্যাই নাথাবনে? গুচি যাবগৈনেকি? গা ভাল লগা নাই বুলি ক'বনেকি?

কিন্তু কোনো উত্তৰ দিয়াৰ আগতেই দত্ত গৃহিণীয়ে আকৌ ক'লে, "তোমাৰ ল'ৰাহঁতক লৈ অহা নাই?"

"নাই অনা।"

"কেলেই? ঘৰে-ঘৰোবাহে নিমন্ত্ৰণ কৰা নাছিলনেকি?"

সত্যৰ ভুৰু যোৰা অভ্যাসমতে কোঁচ খাই পৰিল আৰু কণ্ঠৰপৰা ওলাই আহিল মৃদু কঠিন স্বৰ, "নাই, আপোনাৰ নিমন্ত্ৰণত কোনো ত্ৰুটি হোৱা নাছিল। পিছে ঘৰে-ঘৰোৱাহে ওলাই মেলি আহিবলৈ সময়ে নুজুৰিলে আৰু উপায় কি? যি হওক, মই আহিছোঁৱেই নহয়, তাৰেই হ'ব। কথাতে আছে শিৰত পানী ঢালিলে সৰ্বাংগতে পৰে।"

তাত উপস্থিত মহিলাসকল সাত নম্বৰী ভাৰাটীয়াৰ ইমান গোঠালি মৰা কথা শুনি বিচুৰ্ত্তি খালে, আৰু ভাবলেশহীন মাংসপিণ্ডতো কঠিন ভাব ফুটি উঠিল। পিছে তেৰোঁ দত্ত-পৰিয়ালৰ বৰ গৃহিণী। সেয়েহে নিজক চম্ভালি লৈ ক'লে, "বামুণবাইৰ কথাৰ চেও বৰ ভাল। লিখাপঢ়া জনানেকি? ভাল ভাল। ইয়াৰ আগতে দেখা নাছিলোঁ তো—দেখি বৰ ৰং পালোঁ। য'ক—ভালকৈ খোৱা-বোৱা কৰা যেন, বুইছা। আৰু ল'ৰাহঁতৰ বাবে মিঠাইৰ টোপোলাটো লৈ যোৱা যেন।"

সেই সুবাস নে কোনোবা এজনীৰ লগতে সত্যাই যাবলৈ খোজ লৈও হঠাৎ ঘূৰি থিয় হৈ তীক্ষ্ন হাঁহিৰে সৈতে ক'লে, "মই গাঁৱলীয়া ছোৱালী, চহৰ-নগৰৰ ৰীতি নাজানো! নিমন্ত্ৰণ কৰি মতাই আনি অপমান কৰাটোৱেই কলিকতীয়া ৰীতি, নহয়?"

"উৰা। শুনা এওঁৰ কথা!"

দত্ত গৃহিণীৰ গাখীৰ হেন বৰ্ণ মুখখন হঠাৎ কেঁহৰাজবটা যেন হৈ পৰিল। তেওঁ সেমেনা-সেমেনিকৈ ক'লে, "তোমালোক হ'লা কুলৰ কুলীন,

সকলো বামুণৰে ভিতৰত ওপৰৰ বামুণ, যাক বোলে কেটী গোম। তোমালোকক অপমান কৰিব—এনে সাধ্য কাৰ আছে কোৱাচোন ভাই বামুণবাই ? যদি দোষ-জগৰ কিবা লাগিছে—নিজগুণে মাৰ্জনা কৰি আমাৰ ল'ৰাটিক অলপ আশীৰ্বাদ কৰা।"

সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "আশীৰ্বাদ সদায় কৰি থাকিম। কিন্তু মোক অলপ সোনকালে এৰি দিব লাগিব, খৰখেদা কৰিবলগা আছে।"

শুদিৰৰ ঘৰত বামুণৰ ভোজন।

দিন-দুপৰতে খনদিয়েক ভাঠ ভাঠ লুচি, ঠিকমতে নিমখ নোহোৱা বঙালাওৰ তৰকাৰী আৰু নিমখ একেবাৰে নোহোৱা বেঙেনা ভজা। অন্যদো হৰেক ৰকমৰ মিঠাই দিছে, দিছে দৈ, ক্ষীৰ।

এইবোৰৰ এটাও সত্যৰ মানত আকৰ্ষণীয় নহয়। তথাপি খৰধৰকৈ খাই উঠি তাই পণ্ডুৰ মাকক বিচাৰিলে। কিন্তু ক'ত পণ্ডুৰ মাক ? তাই ভেতিয়া 'ঢপ্-কীৰ্তন' শুনিবলৈ গৈছে। তিনি মহলাত প্ৰকাণ্ড হলঘৰত ঢপ-কীৰ্তন আৰম্ভ হৈছে। নাতিয়েকৰ অন্নপ্ৰাশনত দত্ত গৃহিণীয়ে 'ঢপ-কীৰ্তন'ৰ দল মতাই আনিছে।

মানদা 'ঢপী' আহিছে।

আৰু মানদাই নাকী-সুৰেৰে কিবা এটা গানৰ ধুৰা টানিছে।

পণ্ডুৰ মাকক বিচাৰি তাইৰ ভাগিনী শৈল থিয় হ'লহি।

গাৰ বৰণ ক'লা, পিন্ধনত ক'লা ৰঙৰ ফিতাপাৰিৰ শাড়ী, ধকধককৰে বগা সৰু সেওতাৰ দুফালে ক্লিপট খোৱা চুলি, সৰ্বাংগ নিৰাভৰণ, তথাপি ধাৰণা হয়, ছোৱালীজনীয়ে বেছ ধুন-পেচ মাৰিছে। চাফ-চিকুণ হৈ থকাৰ ধৰণ, বা পাণ খাই ৰঙা হোৱা ওঁঠদুৰিৰ বাবে এনেকুৱা লাগিছে চাগৈ।

বাৰ্তা শুনি শৈল আচৰিত হ'ল। তাই ক'লে, "গুচি যাবাগৈ মানে— ? ঢপ কীৰ্ত্তন নুশুনিবানেকি ?"

"নুশুনো।"

"কেনে আচৰিত কথা! শুনাৰ বাবে মানুহ ঢপালিয়াই আছে, আৰু তোমাৰহে ইমান অগ্ৰাহ্য! অ'—শুনিলেই বখ্‌চিচ্ দিব লাগিব বুলি ভাবিছা, নহয়? তুমি দিলেও হ'ব, নিদিলেও কথা নাই। তোমাৰ ইচ্ছাৰহে কথা।"

"তুমি পণ্ডুৰ মাকক মাতি দিবা ?"

"বাৰু দিছোঁ, দিছোঁ মাতি। মাহীয়ে তাকে কৈছিল—"

"শুনা, তোমাৰ মাহীয়েৰাক ক'বা যে লগতে সোণা এখন মাতি লৈ আহে যেন।"

"সোণা! হয়নেকি!"

শৈলাই তাইৰ পাণ-ৰঙা ওঁঠযুৰিৰে অপৰূপ ভংগী কৰি সেইফাললৈ আগবাঢ়ি গ'ল।

তীব্ৰ তীক্ষ্ন মিহি কণ্ঠস্বৰৰ গানৰ শব্দ ইয়াৰপৰাও শুনা গৈছে। মাত্ৰ ইয়াৰেপৰাই নহয়, কাষৰ-নিলগৰ চুবুৰিটোৰ সকলো ঘৰেপৰাই শুনা গৈছে নিশ্চয়। সুৰৰ কাৰণে যিমান, কণ্ঠস্বৰৰ কাৰণে তাতোকৈ বেছি বিখ্যাত এই মানদা 'ঢপী'। তাইৰ তীব্ৰ তীক্ষ্ন কণ্ঠস্বৰ, সেই কণ্ঠৰপৰা ওলোৱা সুৰ—গান বন্ধ হোবাৰ পাছতে বতাহৰ বুকুত তাৰ জনজননি ভাহি থাকে।

সত্যাই আগতে কাহানিও ঢপ-কীৰ্তন শুনা নাছিল।

সৰুতে সৰু ককাকৰ সৈতে মাজে-মধ্যে কীৰ্ত্তন গান শুনিবলৈ হৰিসভালৈ গৈছিল, সেযা বেলেগ ধৰণৰ আছিল। গানতকৈ খোল-ভোৰতালৰ থমথমনি আছিল বহুত চৰা। নিচেই সৰুতে দেউতাকৰ সৈতে নাৱত উঠি এবাৰ হালিচহৰ নে ক'ৰবালৈ গৈছিল যেন কালীকীৰ্ত্তন শুনিবলৈ, বিৱৰিণিকৈ মনত পৰে। আৰু নো ক'লৈ কেতিয়া গৈছিল— ?

বাৰুইপুৰত পাণৰ খেতি বিস্তৰ, গানৰহে নাই।

আজি মন-মেজাজ এনেকৈ বিমুখ নোহোৱাহেঁতেন, অলপ পৰ বহি গান শুনিলেহেঁতেন সত্যাই। কিন্তু শুনিবলৈ নহ'ল। মন-মেজাজ কেনেবাখন লাগি গ'ল।

নিজৰ 'বহা'ৰ বাৰাণ্ডাত থিয় হৈ শুনিবলৈ চেষ্টা কৰিলে তাই, কিন্তু সুৰৰ ক্ষীণ শব্দৰ বাহিৰে একো কাণত নপৰিল। অলপ পৰলৈ থিয় হৈ থাকি নিশাহ এৰি সত্য আঁতৰি আহিল তাৰপৰা। এই নিশাহ অবশ্যে গান শুনিবলৈ নোপোৱাৰ বাবে নহয়, অন্য কাৰণতহে।

জগতত ধনৰ প্ৰাধান্য আৰু গৰম দেখি তাইৰ মন উদাস হৈ পৰিল। কেনে অদ্ভুত আচৰিত এই কলিকতা চহৰখন! গুণৰ নহয়, বিদ্যাবুদ্ধিৰ নহয়, মানুহ-মনুষ্যত্বৰ নহয়, কেৱল ধনৰহে জয়জয়কাৰ। এইখন চহৰকে সেই শৈশৱকালৰেপৰা কিমান ভক্তি আৰু সমীহেৰে ধ্যান কৰি আহিছিল সত্যাই!

অলপ উদাস উদাস ভাবেৰে বহি থাকি সত্যাই আকৌ ভাবিলে, সেই বুলি এটা পৰিয়াল, বা এজনী মানুহৰ আচাৰ-আচৰণ দেখিয়েই মই ইমান হতাশ হৈছোঁ কিয়? ইমান বিশাল নখৰখনত অসংখ্য মানুহ, অসংখ্য ধৰণ-কৰণ। এইখন নগৰতে ৰজা ৰামমোহন আছিল, বিদ্যাসাগৰ আছে, আছে বঙ্কিমচন্দ্ৰ, পিৰালি ঠাকুৰ-পৰিয়ালৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ আছে, আৰু কত আছে। তেওঁলোকৰ জীৱনকথা মহিমাৰ কথা ভৱতোষ মাষ্টৰে সত্যক কিমান যে কৈছে, সেইবোৰ পাহৰি সত্যাই সেই দত্ত গৃহিণীৰেহে কলিকতাৰ বিচাৰ কৰিছে?

এইবোৰ চিন্তা মনৰপৰা জোকাৰি পেলাই বহাৰপৰা উঠিল তাই। আজি পপুৰ মাক নাহে, তাইৰ কামবোৰ সত্যবেইহে কৰিব লাগিব।

অলপ থানথিত লগাই লোবাৰ আগতেই তুতু আৰু খোকাই ইস্কুলৰ পৰা আহি যিহে দুপদুপনিখন লগাই দিলে।

"মা! ভীষণ ভোক খাই আহিলা, নহয়?" দুয়ো একেলগে ক'লে।

সত্যাই হাঁহি মাৰি ক'লে, "ও, অকল ভীষণেইনে? একেবাৰে বিভীষণ! যা যা, ইস্কুলৰ চোলা-তোলা সোলোকাই থ, হে বা-মেলা কৰি নাথাকিবি। হাত-মুখ ধুই লগে যা।"

"জলপান আছেনে? জলপান? মণ্ডা-মিঠাই খাজা-গজা ৰসগোল্লা প্ৰমৃতি? আমি ভাবি ভাবি আহিছো—"

সিহঁতৰ কণ্ঠত অসহিষ্ণুতা ফুটি উঠিল।

সত্যাৰ মনত অলপ মৰম উপজিল, সৰু ল'ৰাহঁতৰ কাণ্ড চোৱা! ওবে দিন পঢ়া-লিখা কাতি কৰি থৈ মণ্ডা-মিঠাইৰ চিন্তাহে কৰি আছিল। কিন্তু সেইবুলি মৰমক প্ৰশ্ৰয় দিলে নহ'ব এতিয়া। সেয়েহে বিস্মিত হোৱাৰ ভাও জুৰি ক'লে, "তহঁতে সপোন দেখিছনে কি? মইনো সেইবোৰ ক'ত পাম?"

কিন্তু সিহঁতে মাকৰ এই বিস্ময়ক মুঠেই আমোল নিদিলে, মাকৰ হাত ধৰি ওলমি হৈ হৈ কৰি উঠিল, "ঈ—ই স কৈছে চোৱা! চালাকি! তাৰপৰা মিঠাইৰ টোপোলা নাই অনা, নহয়—?"

সত্যাৰ মৰমসনা মুখখন কঠোৰ হৈ উঠিল। তীক্ষ্ণ কণ্ঠেৰে প্ৰশ্ন কৰিলে, "মিঠাইৰ টোপোলা আনিম বুলি কোনে ক'লে?"

"বাহ, দেউতাই অফিছলৈ যাওঁতে কৈ গ'ল নহয়, তহঁতৰ মাৰে কিমান মিঠাইৰ টোপোলা লৈ আহিব চাবি।"

"ভুলতে কৈছিল। নহ'লে ধেমালিহে কৰিছিল।" সত্যাই ক'লে।

কিন্তু তুতুৰ মনে নামানিলে। সি ক্ষুব্ধ কণ্ঠেৰে ক'লে, "তুমিহে আমাক মিছামিছিকৈ ইস্কুললৈ পঠালা। আজি আন কোনো ল'ৰা ইস্কুললৈ গৈছিলনে কিবা? সিহঁতে বেছ মজা মাৰি পেট ভৰাই খালে, আকৌ গাইপতি মিঠাইৰ টোপোলা আনিলে। আৰু আমিহে—হুঁউঁউঁ—সিহঁতে হেনো যোল্ল বিধৰ মিঠাই দিছিল—"

সত্যাই গম্ভীৰ কণ্ঠেৰে সুধিলে, "সেই কথাটোনো কোনে ক'লে তহঁতক অ—অফিছলৈ যাওঁতে সেই কথাও কৈছিল নহয়?

"নু নহয়, সেই কথা দেউতাই কেনেকৈ জানিব? কৈছিল পপুৰ মাকে।"

"অ'—আজি ওবে দিনটো তহঁতৰ মগজুত সোমাইছো সেই মিঠাইৰ টোপোলাইহে ঘূৰপাক খাইছে। দ্বিতীয়াৰ দৰে আকৌ মিঠাইৰ টোপোলা আনিম কিয় অ'? আহ, ঘৰতে যি আছে খাবি আহ।"

তদুপৰি বয়সত ডাঙৰ হ'লে কি হ'ব, সি খোকাতকৈ হাবাং। সেয়েহে সি হঠাৎ জাঁপ মাৰি উঠি ক'লে, "নালাগে মোক সেই মুড়ি, আখৈৰ লাড়ু আৰু নাৰিকলৰ লাড়ু। পঞ্চুৰ মাকে ঠিকেই কৈছিল—"

হঠাৎ নিজৰ কথাত নিজেই চ'ক খাই উঠি বৈ দিলে সি।

কিন্তু সত্যযো এৰা বিধৰ ভকতনী নহয়। পঞ্চুৰ মাকে কি কৈছিল সেই কথা উলিয়াবলৈ জেৰা কৰি থাকিল তাই। আৰু তদুপৰি ঠৰ হৈ পৰিল যদিও, খোকাই কৈ দিলে, "পঞ্চুৰ মাকে কৈছিল, এদিন ইস্কুললৈ নগ'লে নো ৰাজ্যখন ৰসাতলে গ'লহেঁতেননে? ইমান ডাঙৰ ভোজটো খোৱাৰপৰা ল'ৰা দুটাক বঞ্চিত কৰিলে! মাক নে ৰাক্ষসী—"

"কি? কি ক'লি? ক', ক'চোন আকৌ এবাৰ ক'চোন!"

সত্য বিবুদ্ধিত পৰিল। নিজৰ কাণকো তাই বিশ্বাস কৰিব নোৱৰা হ'ল। শেষত গৈ এয়ে হ'লগৈনে? তাইৰ ল'ৰাহঁতৰ এই শিক্ষাই হৈছেনে? এইবাবে ইমানখন কাণ্ড কৰি দেশ এৰি গুচি আহিছিলনে?

তাইৰ ল'ৰাহঁত সভ্য হ'ব, মাৰ্জিত হ'ব—এয়ে আছিল তাইৰ একান্ত বাসনা।

তেনেহ'লে এতিয়াৰপৰা সত্য নিজেই অসভ্য অমাৰ্জিত হৈ উঠিবনেকি? ল'ৰাহঁতক মাৰধৰ কৰিবনেকি?

নহয়, সত্যই ল'ৰাহঁতক মাৰধৰ কৰা নাছিল।

কেৱল এবাৰ সেই তীব্ৰ প্ৰশ্ন কৰি বৈ দিছিল। চুপচাপ বহি আছিল তাই। ল'ৰাহঁতে যে মুড়ি-লাড়ুও খোৱা নাই, তাই পাহৰি গ'ল। তাই তেতিয়া কেৱল ভাবি আছিল—ঘৰে-পৰে বিপদ, কাৰ পৰা কাক ৰক্ষা কৰিব? ল'ৰাহঁতক কেনেকৈ ৰক্ষা কৰিব?

অলপ পাছতে নৱকুমাৰ আহিল।

কেঁৰাহিকৈ এবাৰ সত্যৰ ওন্দোলোৱা মুখখনলৈ চাই ল'লে, তাৰপাছত ঠাৰে-চিঁয়াৰে খোকাক বাহিৰলৈ মাতি নি, সত্যৰ কি হৈছে ঠুক-ভাওৰে জানি ল'লে।

ওঁ, মতিগতি বেয়া দেখিলে নৱকুমাৰে এইদৰেই সকলো কথা জানি লয়। খোকাৰপৰাহে খবৰ লয়, তদুপৰিটো হাবাং, ঠিকমতে বুজিয়াই ক'ব নোৱাৰে কথাবোৰ।

কাৰণটো শুনি, এই তুচ্ছ ঘটনাতে সত্য হঠাৎ ইমান বিচলিত হোৱাৰ কাৰণ বুজিব নোৱাৰিলে নৱকুমাৰে। ল'ৰাহঁতে তো মাক ৰাক্ষসী বুলি কোৱা নাই, কৈছে পঞ্চুৰ মাকেহে।

সেয়েহে ঘৰত সোমাই শুকান হাঁহি মাৰি সুধিলে, "আকৌনো কি হ'ল?"

সত্য তেনেদৰেই বহি থাকিল, একো নক'লে।

নৰকুমাৰে ক'লে, "আহাহা, চিৰদিন একেদৰেই গ'ল। তোমাৰ এই 'কাঠ-কঠিন' স্বভাবৰ গুণতেহে পণ্টুৰ মাকে তেনেকৈ কৈছে। পিছে সেইকণ কথা কোৱাৰ বাবে ল'ৰা দুটাক এনেকৈ শাস্তি দিব লাগেনে? ধনীলোকৰ ঘৰৰ মিঠাই খাব বুলি ইস্কুলৰপৰা নাচি-বাগি আহিছে, তাৰ সলনি এই লঘোনৰহে শাস্তি। ধন্য তুমি, ধন্য!"

লঘোনৰ শাস্তি! মানে? অ'—হয়তো! ল'ৰা দুটাক জলপান খাবলৈও দিয়া নহ'ল দেখোন!

মুহূর্ততে সত্যৰ মন পমিল। অন্তৰখনে হাহাকাৰ কৰি উঠিল। তাই ল'ৰা দুটিক জা-জলপান খাবলৈ নিদিয়াকৈয়ে বহি আছে। খঙতে পাহৰিয়েই গ'ল তাই? এস! পণ্টুৰ মাকে দেখিছোঁ নিতান্ত ভুল কোৱা নাই। সৰু ল'ৰা, সিহঁতৰনো ভাল-বেয়া বোধ-বুদ্ধি আছেনে? সিহঁতৰ দেউতাকেই যদি ইমান বয়সস্থ মানুহজন হৈ ধনীৰ ঘৰৰ মিঠাই খোৱাৰ লোভলগা চিত্ৰ সিহঁতৰ আগত দাঙি ধৰিব পাৰে—ল'ৰাহঁতৰ নো কি দোষ? খং জামৰি আহিল কিন্তু মুখেৰে সেই কথা প্ৰকাশ নকৰিলে সত্যই। গম্ভীৰ মাতেৰে ক'লে, "সেই মুড়ি-লাডুবোৰ—সাধাৰণ-সামান্য জলপান নিদিলোঁৱেই যেনিবা, মণ্ডা-মিঠাই খাজা-গজাৰ গল্প কৰাগৈ ল'ৰাহঁতৰ ওচৰত, পেট নভৰাকৈ থাকিবনে?"

কথা ক'লে তেওঁ। ৰক্ষা পৰিল। নবকুমাৰৰ ভয়-ভীত আঁতৰিল।

সত্যই মাত-বোল কৰিছে যেতিয়া, অৱস্থা একেবাৰে মাৰাত্মক নহয়।

মাত-বোল নকৰি দাঁত কামুৰি নিমাতে বহি থকালৈহে বৰ ভয় নবকুমাৰৰ। অফিছত নৰকুমাৰৰ কৰ্মদক্ষতা আৰু বুদ্ধিমতাৰ ইমান সুনাম, তলতীয়াসকলে ইমান ভয়-ভক্তি কৰে তাক, তাত নিজকে 'বেছ গছগজীয়া' যেনহে লাগে। কিন্তু ঘৰলৈ অহাৰ পাছতেই কি যে হয়গৈ! তাৰ সেই চিৰ-অসহায়তা।

সত্যই আজি মাত-বোল কৰিলে বুলিহে!

সেয়েহে নৰকুমাৰে সাহসত ভৰ দি ক'লে, "এস ভোকত একেবাৰে পেটৰ কেঁচু-কুমটি মৰিব লাগিছে সিহঁতৰ। অফিছ-ইস্কুলপৰা অহাৰ পাছত কেনে ভোক লাগে জানোৱেই নহয়!"

অৰ্থাৎ এই ছেগতে নবকুমাৰে নিজৰ কথাষাৰো সুমুৱাই দিলে।

আৰু খঙতে পেট কাটি শুকনিত ছমাহ নিয়াব নোৱাৰি। সত্য বহাৰপৰা উঠিল।

নৰকুমাৰেও আৰু সুযোগ নাপাব বুলি বজি পাই খৰখৰকৈ ক'লে, "খং ভো দেখুৱালা, বোলে খৰমুৰীয়াকৈ দিয়া মিঠাইৰ টোপোলাটো ইমান

দিণ কিহৰ? ঘৰমুৰি কোনে নানে? কেলেই, তোমালোকৰ গাঁৱত ঘৰমুৰি নিয়াৰ চলতি নাইনে কি? আমি সৰুতে সেই ঘৰমুৰিৰ আশাতহে দেখোন নিমন্ত্ৰণ খাবলৈ গৈছিলোঁ। ইমানবণ সৰু পেটটোৰ! কিমান আৰু খাব পাৰিছিলোঁ। পাছদিনা ঘৰতে সেই ঘৰমুৰিৰ টোপোলাটো খুলি—"

"থ'ক থ'ক, গল্প বাদ দিয়া—হাত-মুখ ধোৱাগৈ—।" এই বুলি কৈ সত্য বহাৰপৰা উঠিল, মনটো হঠাৎ কোমল হৈ পৰিল। স'চা, ইমান খং উঠিছিল কিয়? ইমান খং উঠিবলগা কিবা হৈছিলনে? সৰুতে সিহঁতেও তো—। কিয় 'চলতি' নাথাকিব তাইৰ গাঁৱত। আছিল। সিহঁতৰ ঘৰতে সকামে-নিকামে কত মিঠাইৰ মলা, মিঠাইৰ টোপোলা আদি সজাইছিল সিহঁতে, নিমন্ত্ৰিত লোকসকলে খোৱা-বোৱাৰ পাছত ঘৰলৈ লৈ গৈছিল। ৰামকালীয়ে নিজেই তদাৰকি কৰিছিল, প্ৰত্যেকে পালেনে নাই। আকৌ সত্যহঁতো পেহীআইতাকৰ সৈতে যেতিয়া অ'ত ত'ত নিমন্ত্ৰণ খাবলৈ গৈছিল, তেওঁলোকেও দিছিল, লৈ অহাও হৈছিল।

আৰু এটা উছৱ আছিল বিশেষ আকৰ্ষণীয়। সেই উছৱটোৰ নাম 'আটকৌড়ে'। অৰ্থাৎ 'আঠকড়ীয়া'। গাবৰ কাৰযাৰ ঘৰত ল'ৰা উপজিলেই আঠদিনৰ দিনা অন্যান্য ঘৰৰ সৰু সৰু ল'ৰাহঁতে কুলা বজাই ছিলহি। এই সম্মান অৱশ্যে মাত্ৰ ল'ৰাহঁতেইহে পাইছিল।

পিছে আথৈ-মুড়ি আঠবিধৰ ভজাৰ সম্ভাৱৰপৰা ছোৱালীহঁত বঞ্চিত হোৱা নাছিল। আটিলকৈ বেণী গুঁঠি, ক'কালত গাঁৰিষলী শাড়ীৰ আঁচল মেৰিয়াই, চুবুৰিটোত খলক লগাই নেপুৰ বজাই গৈ থকা নিজৰ সেই চেহেৰাটো সত্যাই চকুৰ আগতে দেখা পালে যেন।

সেই গাঁৰি দিয়া শাড়ীৰ আঁচলকে কৌশলেৰে 'খোঁচোনা'লৈ পৰিবৰ্তিত কৰি তাত খাজা গজা আঠভজা বোজাই কৰিহে ঘৰলৈ উভতিছিল। তাৰ ভিতৰত কোনো কোনোবাই আকৌ আঠোটাকৈ পইচা দি থৈছিল, ঘৰলৈ উভতি অহাৰ পাছত সেই পইচা বিচাৰি উলিযাবলৈ কিমান যে উলহ-মালহ, চিঞৰ-বাখৰ!

ক'তা, নিজক তেতিয়া লুভীয়া বুলি ভবা নাছিল তো! কিয় নাভাবিছিল? তেনেহ'লে আজিয়েই বা—

স্বামী-পুত্ৰৰ জা-জলপানৰ যা-যোগাৰ কৰি থাকোঁতে কথাটোৱে তাইক খুন্দিযাইছিল, এটা কাৰণো নিৰ্ণয় কৰিলে। জলপান খাবলৈ দিয়াৰ পাছত কথাটো উলিযালে তাই।

"সুধিছিলা—আমাৰ নিত্যানন্দপুৰত মিঠাইৰ মলা বা টোপোলা বান্ধি দিয়াৰ চলতি আছিলনে নাই। নাথাকিব কেলে', আছিল। পিছে কথা হ'ল—সেই মিঠাইৰ মলা বান্ধি দিযাৰ মাজত নিমন্ত্ৰণকৰ্তাৰ দম্ভালি ফুটি

নোলাইছিল। বৰঞ্চ দিব পাৰিলেহে যেন কৃতাৰ্থ মানিছিল। সেয়েহে যিসকলে লৈছিল তেওঁলোকৰ মনত মান-অপমানৰ প্ৰশ্নই মূৰ দাঙি উঠা নাছিল। কিন্তু তোমাৰ এই দত্তহঁতৰ ঘৰৰ সকলো কথাতে অহংকাৰ। ইমান ডাঙৰ টৌ এটাত মিঠাই সজাই থৈছিল আসনৰ কাষতে, কিন্তু সেই টৌটো দোলাত তুলি দিব লাগিব তো? ঘৰৰ কোন ক'ত আছে তাৰ ঠিকনা নাই, কাকস্য পৰিবেদনা, এজনী লিগিৰীৰ দৰে মাইকীমানুহে ভগা কাঁহৰ দৰে টেংটেঙীয়া মাতেৰে চিঞৰি উঠিল, 'হেৰা বামুণ-বোৱাৰী, তোমাৰ মিঠাইৰ মলা পৰি থাকিল দেখোন!' ভাবি চোৱা অভব্যতাৰ কথা। মই নিজে তুলি ল'ব লাগিব।"

সত্যৰ স্বামী-পুত্ৰৰ মনত সেই বৰ্ণনা ৰকমৰ মিঠাযে কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে কোৱা টান, পিছে নৱকুমাৰে পত্নীৰ কথাত 'সেই কথা সঁচা' বুলি হুমভৰ দিবলগীয়া হ'ল। তাৰ পাছত কথাটো সি নিজেই সুধিলে, "তাৰ পাছত—সেই সোণৰ চিপাটমণিধাৰ সঁচাকৈয়ে দি থৈ আহিলানে কি?"

"সঁচাকৈ নিদি আৰু মিছাকৈ দিমনে? দিম বুলিযেই লৈ গৈছিলো—"

নৱকুমাৰে খেদ প্ৰকাশ নকৰি উদাস কণ্ঠেৰে ক'লে, "তোমাৰ বস্তু তুমি পেলাই দিব পাৰা, বিলাই দিব পাৰা—সেই কথা কোৱা নাই, পিছে চুবুৰিৰ দুই-এজনক সুধি চালো, খেনোৱে আধলিটো, খেনোৱে সিকিটো দিলে, এটকাতকৈ বেছি কোনেও দিয়া নাই।'

এই প্ৰসংগৰ ইমানতে আধ্যা পেলাবলৈ সত্যাই ক'লে, "থ'ক, কেঁচুৱা ল'ৰা এটিক দিয়া বস্তুৰ কথা লৈ উথনা-উথনি কৰাৰ দৰকাৰ নাই, এই কথা বাদ দিয়া। এইবাৰ মতা মানুহটোৰ দৰে এটা কাম কৰাচোন? এটা বহা বিচাৰি উলিউৱাচোন।"

"বহা? আক'? আক' সলনি কৰিবা?"

"তাকেতো স্থিৰ কৰিছো।"

ভাবিছো নহয়, সংকল্প কৰিছো নহয়, একেবাৰে 'স্থিৰ' কৰিছো।

নৱকুমাৰে জানে, সি হাৰিব লাগিবই। তথাপি যুঁজ দিয়াটোকে স্থিৰ কৰিলে, "স্থিৰ কৰিবাই তো, মূৰটোৱেই যে অস্থিৰ। সেয়েহে নিতৌ নতুন স্থিৰীকৰণ। বোলো ইমান কম ভাৰাত ইমান ভাল বহা আৰু পাবানে? দত্তহঁতৰ নিতান্ত পইচালৈ লালচ নাই বুলিহে বহাবোৰ ইমান সস্তাত ভাৰাত দিলে। আন কোনোবা হ'লে ইয়াৰ ডেৰগুণ দাম খুজিলেহেঁতেন। এইবোৰ কু-মতলব এৰা।"

সত্যৰ সেই ভ্ৰূৰ বোৰৰ তলৰ ক'লা চকুযুৰিত হঠাৎ কৌতুকৰসাপ্লুত বিদ্যুৎকটাক্ষ জিলিকি উঠিল, "সত্য বামুণীয়ে তাইৰ কু-মতলব কেতিয়া এৰিছিলনো?

নৰকুমাৰে সেই মুখখনলৈ ৰ' লাগি চাই ৰ'ল। সত্যৰ হাঁহি দুৰ্লভ বুলিয়েই ইমান অপুৰ্ব'নে ?

নহয়, নৰকুমাৰে এই অপবাদ দিব নোৱাৰে—সত্য বামুণীযে ভাইৰ মতলব কেতিয়াও এৰিছে বুলি অপবাদ দিব নোৱাৰে। কিন্তু নৰকুমাৰে বুজিবই নোৱাৰে, সত্যাই অকাৰণতে সুস্থ শৰীৰক ব্যস্ত কৰি তুলি কি সুখ পায়।

লগে লগে ৰ' লাগি টভং খাই চাই থকা চকুৰ দৃষ্টি আতৰাই বেজাৰ মনে ক'লে, "কিয়, এই বহাটোৱে কি জগৰ লগালে ?"

'সেই কথা ক'লেও তুমি নুবুজিবা।"

"ঠিক কথা, মই একোবেই নুবুজিম। বুজাৰ গৰাকী তুমিহে। বহা-টহা সলনি কৰা নহ'ব। বাৰে বাৰে একেটা ঘোষা ? চৰাই-চিৰিকতিনেকি যে সদায় বাহ সলাই থাকিম ? নহ'ব কৈছোঁ—নহ'ব, বচ।"

' বেছ, নহ'ব। স'চা, গিৰিহ'তৰ কথাই বজায় থাকক।"

কৈয়েই সত্য তাৰপৰা আঁতৰি গ'ল।

এই বহাটো সলনি কৰাৰ ইচ্ছা আচলতে সত্যৰো বৰ বেছি নাই। ঘৰটো সকলো ফালৰেপৰাই সুবিধাজনক। কিন্তু এই মুৰৰ ওপৰত প্ৰভুক লৈ 'প্ৰজা' হৈ থকাটোতহে তাইৰ আপত্তি। আৰু ৰংটো চোৱা, নিজৰ নিজৰ নিজৰ ইচ্ছামতে থকাৰো যো নাই, বনকৰা মানুহজনীয়ে ইঘৰ-সিঘৰ কৰি কৰি যন্ত্ৰণাৰ সৃষ্টি কৰিব। তাইক এৰি দিলে অলপ বেছাই পোৱা যাব ঠিকেই কিন্তু সেই কাম কৰিবলৈকো সত নোযোৱা হৈছে। মানুহজনী তাইলুকীয়া স্বভাবৰ নহয়। উপকাৰীও। কিন্তু অবোধ। আৰু অবোধ হোৱা গাবেই টেপাই-চেলাই কৰি ফুৰে। তাইৰ কথাৰ কোবতেই ল'ৰা দুটাৰ কুশিক্ষা হৈছে।

সেই কথা কৈহে পণ্ডুৰ মাকক কামৰপৰা বৰ্খাস্ত কৰিব লাগিব। ক'ব লাগিব ঃ "মোৰ ল'ৰাহ'তক তুমি যদি 'মাক নহয়, ৰাক্ষসী' বুলি শিকোৱা —তেনেস্থলত তোমাক কেনেকৈ' ৰাখিম কোৱাচোন বাচা ? অহা মাহৰে-পৰাই আন ঠাইত কাম বিচাৰি লোৱা।"

মনে মনে সেই কথাটোকে পাঙিলে।

ইঘৰ-সিঘৰলৈ আহ-যাহৰ কথা তুলিলে আৰু নহ'ব। কাইলৈ পুৱা আহক তাই।

কিন্তু পাছদিনাৰ পুৱালৈকে বৈ থাকিবলগীয়া নহ'ল সত্যাই, সন্ধিয়াতে পণ্ডুৰ মাক ওলালহি, সম্পূৰ্ণ অপ্ৰত্যাশিত এক সম্বাদ লৈ।

এয়া নো কি সম্বাদ !

এন্না নো কি বিপদে বাট চাই আছিল সত্যলৈ।

সন্ধিয়াৰ আগতেই তেন্তে দুপৰীয়াৰ কথাটো কৈ লোৱা যাওক।

দত্ত গৃহিণীয়ে পেৰেককৈ পিকাই ক'লে, "বোলো হুগ্রে—পণ্ডাৰ মাক, তেৰ মালিকনী বয়সত নিচেই কেঁচেলুৱা, তাইৰ ইমান অহম্‌কাৰ কিহৰ ক'চোন ?"

দত্ত গৃহিণীৰ চিৰকলীয়া লেমটো 'ভাগিন-বোৱাৰী'য়ে খিকখিকাই হাঁহি মাৰি ক'লে, "সেই কেঁচেলুৱা বয়সৰহে অংখাৰ মামী। নহ'লেনো ডেমাকী দেখুৱাবলৈ আৰু কি আছে ?"

দত্ত গৃহিণীয়ে মুখখন ওন্দোলাই ক'লে, "ওহো, এন্না বয়সৰ ডেমাক নহয়, স্বভাৱৰ ডেমাক। তাইৰ সংসাৰত আৰু কোন কোন আছে অ' পণ্ডাৰ মাক ?"

পণ্ডুৰ মাকক এই ঘৰত কোনোদিনেই কোনেও পণ্ডুৰ মাক বুলি নামাতে, পণ্ডাৰ মাক বুলিয়েই মাতে, সেয়েহে এই অগ্রাহ্য-অৱহেলাৰ ভংগী তাইৰ সহ্য হৈ গৈছে। কাজেই বিনয়-বিগলিত কণ্ঠেৰেই ক'লে তাই, "আৰু কোন— ? সেই তেওঁ, তেওঁৰ গৃহস্থ, আৰু দুটা সাত-আঠ বছৰীয়া ল'ৰা।"

"অঃ। তাকে ক'। কথাতে বোলে—মেঘ খাই ব'দ ওলায় তাৰ বৰ চেৰচেৰণি আৰু মোৱাৰী হৈ গিৰিহণী হয় তাইৰ বৰ ফৰ্ফৰণি। পিছে শাহুবুঢ়ীহে মৰিল কিজানি।"

পণ্ডুৰ মাকে কৌতুকৰ ভংগীৰে ক'লে, "চুঃ চুঃ। মৰিব কেলে' ? শাহুৱেক আছে, শহুৰেক আছে, আছে সকলো। দেশ-গাঁও আছে। গিৰিয়েক-পুতেক লৈ বহা কৰিছেহি। গিৰিয়েকে চাহাবৰ আপিচত চাকৰি কৰে—।"

"হয়নে হয়নে! তাকে তো কও'। তাৰ কাৰণেহে ইমান ডেও পাৰিছে। —মানুহ ক'ব ?"

"ক'ব কি বিস্তাস্ত কোনে সুধিব না ?" ভিতাৰ ভিতৰি সত্তাৰ প্ৰতি স্নেহশীল আৰু সমীহপৰায়ণ হ লেও দত্ত গৃহিণীক ভালৰি বোলাবলৈ পণ্ডুৰ মাকে ক'লে, "তেওঁৰ গল্প কৰিবলৈ সময়েই নোজোৰে নহয়— ? ঘৰুৱা কাম-বন হৈ গ'ল যদি, লগে লগেই কিতাপ-বহী লৈ উবুৰি খাই পৰিল—"

কিতাপ!

বিদ্রূপৰ হাঁহিৰে কোঠাটো গমগমাই উঠিল ঃ

"হয় নেকি! হুগ্রে অ' পণ্ডাৰ মাক, তই দেখিছো বৰ ভাল এঘৰত কাম লৈছ অ'। পিছে চাবি, গিৰিহঁতনীৰ বা লাগি তয়ো আক' ভাতক ভত্ৰ পাতক পত্ৰ নক'লেই ৰক্ষা।"

পঞ্চুৰ মাকেও হাঁহি হাঁহি ক'লে, "পাৰিলে মোকো চৈত্ৰালি গোৱাইহে ! উস্‌ ! ল'ৰা দুটাক 'পঢ়্‌ পঢ়্‌' বুলি ঘিহে দিগদাৰিখন দিয়ে ! সেই ল'ৰা দুটায়েই মোৰ স'তে অলপ গল্প-টল্প কৰে তেও। সিহঁতেই কৈছিল, বাবুইপুৰ নে ক'বাত সিহঁতৰ দেশ, আইতাক আছে ককাক আছে পেহীয়েক আছে—আৰু সেই 'ত্ৰিবেণী'ৰ ওচ'তে নিত্যানন্দপুৰ নে কি বুলি ক'লে তাতে মোমায়েকৰ ঘৰ। ককাক মস্ত ডাঙৰ কবিৰাজ বোলে—চহকী মানুহ—"

হঠাৎ এজনী মানুহৰ মুখখন যেন শেঁতা পৰি গ'ল। দেবালৰ কাষত এখন পিতলৰ চালপীৰাৰ ওপৰত পাণ থৈ খিলী সাজি আছিল তাই, তাইৰ হাতখন বৈ গ'ল। তাই পঞ্চুৰ মাকৰ মুখলৈ ৰ' লাগি চাই ৰ'ল, দত্ত-গৃহিণীৰ মন্তব্য কাণতো নোসোমাল।

"ডাঙৰ মানুহৰ জীয়াৰী বুলিহে সাত নম্বৰৰ সেইজনীৰ ইমান ভেমাক—" দত্ত গৃহিণীয়ে মন্তব্য কৰিছিল।

পঞ্চুৰ মাকেও মন্তব্যৰে মোখনি মাৰিলে, "তাকে তো কৈছোঁ— ।"

"শুনিলোঁ মিঠাইৰ মলা বোলে নুছুলেই তাই—" ভাগিন-বোবাৰীয়ে নুমাই যাবলৈ ধৰা জুইকুৰাত খৰিকাঠ দিলে, "ঢপ কীত্তনো নুশুনিলে ।"

"তাকে তো কৈছোঁ—নবোঁ— ।" পঞ্চুৰ মাকে খেদ প্ৰকাশ কৰি ক'লে, "ইমান মানুহৰ সময় হ'ল, আৰু তোৰহে সময়ে নুজুৰিলেনে ? চুবুৰিটোৰ অতবোৰ ল'ছালী ঘৰত বহি থাকিল, আৰু তোৰহে ল'ৰা দুটাৰ ইস্কুললৈ ইমান মান্যি হ'লনে ? ল'ৰা দুটাৰ কথা ভাবি মোৰ মনটো ডেই-পুৰি—"

"ঠিক আছে ঠিক আছে—মিঠাইৰ মলাটো তয়ে লৈ যাবি বাৰু। ল'ৰা দুটাক খুৱাবি গৈ।"

আন এজনী মহিলাই ক'লে।

কিন্তু পাণৰ খিলী সাজি থকা বাঁৰী মানুহজনীৰ কাণত যেন এইবোৰৰ এটা কথাও নোসোমাল। তাই পঞ্চুৰ মাকৰ মুখলৈ তেনেকৈয়ে ৰ' লাগি চায়ে থাকিল, পঞ্চুৰ মাকে আৰু কি কয় শুনিবলৈ কাণ থিয় কৰি থাকিল।

কিন্তু পঞ্চুৰ মাকে আৰু একো নক'লে। সত্যৰ বিৰুদ্ধে মাত মাতিবলৈ তাইৰ বিবেকে সঁহাৰি দিয়া নাই, পিছে এতিয়া পালৰ বতাহ বিপৰীতে বলিছে বুলিহে। ডাঙৰ মানুহৰ কথাৰ ঢোকা ধৰিবতো লাগিবই। আৰু আজি সত্যৰ ওপৰত তাইৰ খঙো উঠিছে বৰকৈ।

তাই সত্যক ধনী মানুহঘৰৰ জাকজমক দেখুৱাব বুলি আৰু তাইৰ ভাগিনী শৈলৰ যে এইখন ঘৰত কিমান মান-মৰ্য্যাদা তাকো দেখুৱাব বুলি পাঙি থৈছিল। এজনী মান্যবতী পেহীয়েক হোৱাটোও কম গৌৰৱৰ কথা নহয় তো !

মান্যৱতী তো হয়েই !

দত্ত গৃহিণীৰ মাজু লৰাৰ সৈতে শৈলৰ ছলিগলিৰ কথাত লুক-ঢাক নাই। মাজু ল'ৰাৰ ওপৰত শৈলৰ আধিপত্য একেবাৰে ফুটি-ফাটি যোৱা কথা। আচল মাজু বোৱাৰীজনীৰ বিহদাঁত ভাঙিবলৈ দত্ত গৃহিণীয়ে এই জুইত সদায় ইন্ধনৰ যোগান দি আহিছে। দত্ত গৃহিণীৰ নিজা ভঁৰালৰপৰা শৈলৰ বাবে গন্ধতেল, সুগন্ধি চাবোন আদিৰ যোগান ধৰা হয়। শৈলৰ বাবে পাণৰ মচলা আটাইতকৈ দামী 'কিমাম' দত্ত গৃহিণীয়ে তেওঁৰ খৰচতে অনাই দিয়ে। শৈলৰ ফিতপাৰিৰ শান্তিপুৰী হাফশাড়ীৰ যোগানদাৰ অবশ্যে স্বয়ং মাজু ল'ৰা, পিছে অলপ লেতেৰা যেন দেখিলে বা অলপ ফটা-ছিটা যেন চকুত পৰিলেই দত্ত গৃহিণীয়ে 'সুতিৰী ফেদেলী' মাজু বোৱাৰীয়েকক শুনাই শুনাই শৈলক কয় : "বোলো হক্রে শৈল—তোৰ কাপোৰ কানি ইমান লেতেৰা কিয় ? নাই নে কি ? তোৰ মাজু ভিনিহীক নকব কেলে' ?"

ইমানবোৰ মানুহ থাকোঁতে মাজু ভিনিহীক কিয়, সেই প্ৰশ্নটো অৱশ্যে উহ্য থাকে।

পিছে এইবোৰ ৰংগৰসৰ গল্প অৱশ্য পগুৰ মাকে তাইৰ মালিকনীৰ সৈতে ক'ৰিব নোৱাৰে। কিন্তু শৈলৰ কেৰামতালীৰ বেহ-ৰূপ দেখুৱাব পাৰিলেহে'তেন। কিন্তু এৰা নহ'ল।

নহওক। যাৰ যেনে বুদ্ধি।

বুদ্ধিৰ দোষতে মানুহ প্ৰতাৰিত হয়। নবো যে ইমান বুধিৰ সাগৰ, পিছে ক'তা—পুঠী মাছৰ চৰ্চৰিযই সাৰ হ'ল দেখোন। নিজেও ভালকৈ নাখালি, গিৰিয়েক-পুতেক দুটাকো খাবলৈ নিদিলি, গান নুশুনিলি, সকলোপিনেই বঞ্চিত। ধেৎতেৰি।

মনঃক্ষুণ্ন পগুৰ মাকে পাণ সাজি থকা মানুহজনীৰ পিনে আগুৱাই আহি ক'লে, "দিয়া বামুণবাই, বেছ মচমচীয়া খিলীপাণ দুখন দিয়াচোন চোবাওঁ—"

খপজপকৈ খিলীপাণ দুখন ক'পা ক'পা হাতেৰে পগুৰ মাকক দি বামুণবায়ে সৰু সৰুকৈ ক'লে, "ক'তা—তোৰ মালিকনীক মোক নেদেখুৱালি দেখোন—"

"উৱা। কথা শুনা। তেওঁ কেতপৰনো আহিছল ইয়াত ? আহিল আৰু গ'ল, আৰুনো কি ?"

"তহঁতৰ কথা-বতৰা শুনি অলপ চাবৰ মন গৈছে অ' ? বোলো ইমান দম্ভালি শুনিছো—এবাৰ নেদেখুৱাবিনে ?"

"আৰু দেখুৱাম—! নবো আৰু এইমুৱা হ'বনে কিবা ? এইখন থাকলে' আৰু আহিব জানো ? পিছে তুমি যদি —"

বামুণবায়ে আৰু কোমল মাতেৰে ক'লে, "তেন্তে তাকে ক', ব'ল চাই আহোঁগৈ।"

"উস্না! মোৰ মালিকনীৰ ওপৰত তোমাৰনো ইমান কিপাদিষ্টি কিয় বামুণবাই?"

"মনে মনে থাক। এতিয়াই গিৰিহঁতনীৰ কাণত পৰিব আৰু মোক যাবলৈ হাক দিব।"

"ভাল বাৰু, গধূলিৰ পাছত লৈ যাম।"

কিন্তু যোবাৰ সময়ত বামুণবাই অলপ যেন বিচলিত হ'ল, আগ্ৰহ কমি আহিল।

বামুণবায়ে ক'লে, "থ'ক পঞ্চুৰ মাক, নেযাওঁ দে।"

"কেলে'? তেতিয়া ইমান মন কৰিলা যে —।"

"ও', তেতিয়া হাউচতে কৈছিলোঁ হয়, পিছে যোবাৰ কথা কেনেবাকৈ গম পালে এওঁৰ যদি খং উঠে?"

'এওঁ' মানে দত্ত-গৃহিণী।

"তোমাৰো যে কথা! গম পাব কোনে? তোমাৰ মোৰ দৰে পুঠি-খলিহনাৰ খবৰ ৰাখিবলৈ তেওঁলোকৰ গৰজ পৰিছে। উছবৰ ঘৰত হাই-হুই হৈ-চৈ, দহজনী নতুন ৰান্ধনী চাকৰণীযে কাম-বন কৰিছে, ফাঁকি দিবলৈ হ'লে এযেহে সুবৰ্ণ সুযোগ।"

"নাই—নহয, আৰু ভাবিছোঁ গ'লেই বা লাভ কিটো হ'ব? শুনিছোঁ হেনো বৰ ডেমাকী, ৰান্ধনী পাণসজা মানুহ আদিৰ সৈতে যদি মাত বোল নকৰে?"

"এ—নহয নহয, তেনেকৈ' নাভাবিবা বামুণবাই, পঞ্চুৰ মাকে অভয দিলে, "তেওঁক কোনোবাই কিবা ধৰণে জোকাই নল'লে একোকে নকয। ঘৰলৈ অতিথি-আলহী গ'লে বৰঞ্চ আদৰ-আভ্যানেই কৰিব, ৰান্ধনী-চাকৰণী বিচাৰ নকৰিব। এযা সিদিনা তাঁতিনী বুঢ়ী গৈছিল, তাইক কিমান আথেবেথে বহিবলৈ' দিলে, খাবলৈ' পানী দিলে, পাণ-তামোল দিলে। কাপোৰ অবশ্যে নল'লে, ক'লে দৰকাৰ নাই বুলি, পিছে লেই লেই ছেই ছেই তো কৰা নাছিল।"

অনেক আগ-পিছ ভবা-গুণাৰ পাছত শেহলৈ 'আগ'ৰাহে জয হয।

উৰ্ণলি যোৱা পাটৰ চাদৰখন গাত লৈ সাঁজ লাগি নোভাগোতেই ঘৰৰ পিছ দুৱাৰেদি পঞ্চুৰ মাকৰ সৈতে বামুণবাই ওলাই বাটত ভৰি দিলে।

বামুণৰ ছোৱালী এদিন কাম বিচাৰি দত্তহঁতৰ ঘৰলৈ আহিছিল। তাইক চাকৰণীৰ কামত মকৰল কৰিব নোৱাৰি, সেয়েহে এই কামৰ ভাৰ

পালে। অৱশ্যে পাণৰ খিলী সজা কামটো শুনাত যেনে সহজ, এই পৰিয়ালত এই কাম সিমান সহজ নহয়। দৈনিক কমেও তিনি হাজাৰমান পাণৰ খিলী সাজিব লাগে আৰু জোখে-জোখাৰে চুপাৰীও কাটি ল'ব লাগে। তদুপৰি, আটাইবোৰ খিলী একেদৰে সাজিলে নহয়, তাৰো আকৌ শ্ৰেণী-বিভাগ আছে। কোনোবাই খায় মিঠাপাণ, খেনোৱে জায়ফল জাইপত্ৰী দালচেনি কবাবচেনি এলাচি কফুৰ দিয়া বজাঘৰীয়া পাণ, খেনোৱে খাব ধঁপাতৰে সৈতে মুখৰ ৰুচি অনুসাৰে খৈৰ-চুপাৰী। আকৌ চুপাৰীৰো মিহি-ডাঙৰ নানান ধৰণ। এইবোৰ পাণৰ নৈবেদ্য সজাই প্ৰতিজনৰ কোঠাত বেলেগ বেলেগ বটাত থৈ আহিব লাগে গোলাপ জলত জুৰুৰিউবা কানিৰে মেৰিয়াই।

ইয়াৰোপৰি গিৰিহঁত গোমস্তা মানুহ-দুনুহ অতিথি আলহী ফকীৰ 'আহন্তি-যান্তি' কৰা আশ্ৰিত অভ্যাগত আদিৰ বাবে সাধাৰণ বাংলা পাণৰ ব্যৱস্থা আছে। আটাইবোৰ পাণৰ খিলী এই বামুণ ছোৱালী স্বৰ্ণ যা-যোগাৰ কৰিব লাগে। এই পাণ লৈয়েই ওৰে দিন প্ৰাণ যাওঁ যাওঁ অৱস্থা। তদুপৰি ঘৰত ভোজ-টোজৰ আয়োজন থাকিলে তো কথাই নাই। ভোজৰ আয়োজনো যেতিয়াই তেতিয়াই হয়। বিয়া পঞ্চামৃত অন্নপ্ৰাশন আৰু এইবোৰৰ উপৰিও ঘৰৰ তিৰোতাসকলৰ বেলেগ বেলেগ 'ব্ৰত'ও গোটেই বছৰ জুৰিয়েই হয়। আৰু বিভিন্ন মানুহৰ অহা-যোৱা, খোৱা-বোৱাৰ তো শেষেই নাই। দত্ত গৃহিণীৰ সৰু জায়েকে অনন্ত চতুৰ্দশীৰ ব্ৰত পালন কৰিলে, তিনি-চাৰিশ মান মানুহে খোৱা-বোৱা কৰিলে। পাত-পুত্ৰহাৰা বিধৱা, তথাপি আয়োজন মহা-সমাৰোহৰে কৰা হ'ল। বৰ গৃহিণীয়ে ক'লে, "হওক তেও, তাইৰ কোনো নাথাকক নাই, মই আছোঁ যোতখা মযে তাইৰ বাবে সকলো কৰিম। তাইৰ ইহকাল তো অসাৰ হ'লেই, পৰকালটো ভাল হওক।"

সৰুজনী গৃহিণী অৱশ্যে অন্তৰ্দাহী।

আঁৰলে-নিৰলে চৰ্চা কৰি ফুৰে, "দত্তহঁতৰ সা-সম্পত্তিত মোৰ ভাগ নাই, নহয়? মই জীয়াই উট আছোঁ, নহয়? লাখ লাখটা এটা নোহোৱাকৈয়ে সোমাইছিলোঁহি, নহয়? এওঁলোকৰ একজনে মোক লগুণ-গাঁঠি দি লগত লৈ অহা নাছিল, নহয়—?"

তাইক আকৌ কোনো কোনোবাই উচটায়ো দিয়ে।

কিন্তু আঁৰতহে।

বৰ গৃহিণীৰ আগত সকলো ভিজা মেকুৰী।

কিন্তু সেই কথা থাওক।

গৈ থাকোঁতে বাটত বামুণবাইৰ সৈতে পঞ্চুৰ মাকৰ এইবোৰ কথা-বতৰা হ'ল, "যিমান যিয়েই নহ'ক, তুমি হ'লা স্বজাতি। তোমাক সমীহ কৰিবই।"

স্বজাতি অৱশ্যে সত্যৱতীৰ।

কিযনো তাযো বামুণ।

কিন্তু বামুণ ছোৱালী এই আশ্বাসত উল্লসিত নহ'ল। তাই উদাস কণ্ঠেৰে ক'লে, 'স্বৰ্ণবণিকৰ অন্ন খোৱা বামুণ আক' বামুণ হ'ল কেতিয়া! তযো যেনে পঞ্চুৰ মাক। তহঁতে 'বামুণ বাই বামুণবাই' কৰ বুলিহে, নিজকে বামুণৰ ছোৱালী বুলি চিনাকি দিবলৈ মোৰ সত নাযায। নিতান্ত কাম কৰিবলৈ আহিছোঁ—শুদিৰ বুলি ক'লে ভাঁৰ পিঢ়িকি দিবলৈ, তিযনি কাপোৰ পথালিবলৈ, চুবা বাচন-বৰ্তন ধুবলৈ যাতে নকয, তাৰ বাবেহে সেই চিনাকি দিছিলোঁ।"

"কেলেইনো বামুণবাই, তোমাৰ আচাৰ-বিচাৰ, চাল চলন দেখোন সদ বামুণৰ দৰেই। নহ'লে ৰান্ধনী, পাচলি কুটনী, ভঁৰাল-ৰখীযা আৰু আন যিকেইজনী বামুণনী আছে তেওঁলোকৰ আচাৰ-বিচাৰ, ধা-ধৰণ পঞ্চুৰ মাকৰ অবিদিত নহয। ঘেঁচাৰ মাকে দেখোন সিদিনা লুকাই চুৰকৈ গৰম গৰম ভজা মাছ খাবলৈ গৈ জিভাত কাইঁটে ফুটি হাতে-লুটে ধৰা পৰিল। তেও বুঢ়ী ধাদহীৰ লাজ-চৰম বোলা কিবা আছেনে? আচল কথা কি জানা বামুণবাই, স্বভাব-চৰিত্ৰ যিমানপৰলৈ ভালে থাকে, সিমানপৰলৈ কোনেও আচাৰ-বিচাৰ নেৰে। আচাৰ-বিচাৰ এৰিলেই বুজিবা যে মতি-গতি ভাল নহয। ধৰ্ম-কৰ্ম আচাৰ-আচৰণ হ'ল নৈৰ বান্ধ, এবাৰ বান্ধ ভাগিলে—"

বাচন-বৰ্তন ধোৱা চাকৰণী পঞ্চুৰ মাকৰ এই জীৱন-দৰ্শনৰ ব্যাখ্যাৰ শেষাংশ আপাততঃ বাদ দিয়া যাওক। দুয়ো সত্যৱতীৰ কোঠাৰ দুৱাৰমুখ পালেহিযেই।

পঞ্চুৰ মাকে তীব্ৰ তীক্ষ্ন কণ্ঠেৰে মাতিলে ঃ

"ক'লৈ গ'লানো নবৌ—এবাৰ ওলাই আহাঁচোন। তোমাক দৰ্শন কৰিবলৈ' নতুন মানুহ আহিছে চোবাঁহি— ।"

## চৌত্ৰিছ

বহুদিন হৈ গ'ল নিতাইৰ সৈতে দেখাদেখি হোৱা নাই, ছাতিটো হাতত লৈ নবকুমাৰ ব'দৰ মাজতে ওলাল। আজি বন্ধৰ দিনত ঘৰত আছে নিশ্চয়। নিতাই যোৱাৰ পাছত প্ৰথমে নিতাইৰ আগত মুখ উলিয়াবলৈকে লাজ লাগিছিল, নিজক অপৰাধী বুলি ভাব হৈছিল। কিন্তু সময়ত সকলো ঠিক হৈ যায়। সেই লাজ লাজ ভাব অলপ অলপকৈ কমিল। তাক নিমন্ত্ৰণ কৰি লৈ আহিবলৈ সত্যবতীয়েই নৱকুমাৰক বাৰে বাৰে পঠিয়াইছিল। আৰু আচৰিত কথা, সত্যই নিতাইৰ সৈতে সহজভাৱেই মাত বোল কৰিছে, নিতায়ে যিবোৰ বস্তু খাবলৈ ভাল পায় মনত পেলাই ৰান্ধিছে, আদৰ সাদৰ কৰি খুৱাইছে বুৱাইছে।

এইবোৰ অসম সাহসিক কাণ্ড সত্যই কেনেকৈ যে কৰে!

যি কি নহওক, আজি নবকুমাৰে নিজেই যাবলৈ ওলাইছে।

ঘৰত মন নবহা হৈছে।

যোৱা পৰহি গধূলি পৰত পণ্ডুৰ মাকে ক'ৰবাৰপৰা এজনী নাৰী তিৰোতাক লগত লৈ আহি যিবোৰ বৰ্ণনা দিলেহি, তাৰ পাছৰেপৰাই সত্যৰ মনটো কেনেবা যেন হৈ পৰিল। কথা নাই বতৰা নাই, ল'ৰাহঁতৰ লগত ৰং-ধেমালি নাই, যেনিবা আন কোনোবা জগততহে বাস কৰিছে!

কথাবাৰ সঁচা—যোৱা পৰহিৰপৰা সত্য এক সাধিৰৰ জগতত আছে।

পণ্ডুৰ মাকে কাকনো লৈ আহিছিল?

দত্ত পৰিয়ালৰ খিলীপাণ সজা মানুহজনীয়েইনে?

কিন্তু তাই আহিছিলেইবা কিয়?

সত্য দৰ্শন কৰাৰ ইমান প্ৰবল বাসনাৰ হেতু? আৰু যদি কথা সিমানেই, মন খুলি কথা-বাৰ্তা নাপাতিলে কিয়? কিবা যেন—বৈ বৈ, ফুচফাচকৈ কথা পাতিছিল, হুমুনিয়াহ কাঢ়িছিল, ভিতৰত যেন কিবা হৈছিল।

সেই বাৰী তিৰোতাজনীক সত্যই ইয়াৰ আগতে ক'ৰবাত দেখিছিল নে? সত্যৰ চিনাকি নেকি? কিন্তু সেইজনী ইমান পোৰা-পিঙলা যেন নাছিল তো?

তাইৰ নিয়তিয়েই জুই হৈ তাইক পুৰিলেনেকি?

দুয়োজনীৰ মনৰ মাজত দুৱাৰ গঁথিলা, কিন্তু কোনো এজনীয়েই নিজে আগবাঢ়ি আহি খপকৈ হাতত ধৰি নক'লে, 'তুমিয়েই সেইজনী নোহোৱানে?'

পঙ্কুৰ মাকে টপটপাই কৈছিল, "ক'তা বামুণবাই—ইমান হেঁপাহ কৰি আহিলা, অথচ মুখত বাইক-বচন নাই যে ?"

সেই বামুণবাযে লাহেকৈ কৈছিল, "মাত-বোল কৰিবলৈ অহা নাই নহয়, চাবলৈহে আহিছোঁ।"

এই কণ্ঠস্বৰ সত্যৰ চিনাকি নহযনে ?

যেন সাত সাগৰৰ বহু যুগৰ আগতে সত্যই এই কণ্ঠস্বৰ শুনিছিল। তথাপি ক'ব পৰা নাছিল : 'মোৰ দৃষ্টিক তুমি ফাঁকি দিব নোৱাৰিবা, মই বৰ ধুৰন্ধৰ ছোৱালী'।

বাধা অনেক।

'হয়নে নহয়, নহযনে হয'অৰ চকা-ছন্দা পোহৰৰ বাধা, সমাজ-সামাজিকতাৰ বাধা, অবস্থাৰ তাৰতম্যৰ বাধা, সৰ্বোপৰি পঙ্কুৰ মাকৰ উপস্থিতিৰ বাধা। সেই বাধাবেই আছিল আটাইতকৈ ডাঙৰ বাধা। হঠাৎ দুয়ো মুখামুখিকৈ থিয হোৱাহেঁতেন আন বাধাবোৰ কিজানি মুহূৰ্ততে নোহোৱা হ'লহেঁতেন, দ্বিধা-দ্বন্দ্ব জোকাৰি পেলাই ঘপকৈ ক'বপৰা গ'লহেঁতেন :

'শেষত গৈ তেন্তে এই দশাহে হ'ল ? ভাল। ভাল সুখেই কৰিলা'।

আগৰ দিন হোবা হ'লে ক'লেহেঁতেন, বহু যুগৰ আগতে সত্য আছিল নিচেই কেঁচেলুবা, এতিযা নহয।

গতিকে সেইবোৰ একো নহ'ল।

অলপ পাছত পঙ্কুৰ মাকে হাঁমযাই ক'লে, "ব'লা তেন্তে বামুণবাই, তোমাক দুবাৰমুখলৈকে আগবঢ়াই থৈ মই ঘৰলৈ যাওঁগৈ। গোটে' দিনটো কাম কৰি কাৰ আলি-আন্ধাৰ লাগ ভাগৰে জুগৰে আছোঁ, টোপনিয়ে জোকাইছে।"

"ব'ল!"

বামুণবাইও বহাৰপৰা থিয় হৈছিল। কোবা নাছিল : 'আৰু অলপ বহা দে ব'বি'।

সত্যয়ো কোবা নাছিল :

"আৰু অলপ বহাচোন।"

সেই তেতিযাৰেপৰাই সত্য মনমৰা হৈ আছে।

নৰকুমাৰে সুধিছিল, "পঙ্কুৰ মাকৰ লগত সেইজনী—কোন আহিছিল ? কোনোবা—"

তাৰ কথাষাৰ শেষ নোহওঁতেই সত্যই তীব্ৰ ভৎসনাৰে তাক বাধা দি কৈছিল : "ল'ৰাহঁতৰ আগত অভইচ মাত নমতাকৈ থাকিব নোৱাৰানে ?"

কৈছিল সতাই।

আৰু তেতিয়াৰেপৰাই তাই বিমৰ্ষ।

বন্ধৰ দিন পুৱাৰ ফালে দুদণ্ডমান সময় পাক-ঘৰৰ দুৱাৰত বহি গল্প-টল্প কৰিবলৈ কেনে ভাল লাগে। মন-মেজাজ ভাল থাকিলে সত্যজনী অপূৰ্ব।

সঁচা কথা ক'বলৈ হ'লে—মন-মেজাজ ভালে নাথাকিলেও কিবা যেন এক আকৰ্ষণ। নবকুমাৰক জুৰীৰে বান্ধি থয় যেন। নিতান্ত অফিছৰ সময়ছোৱা বাদে আৰু ওলাবলৈকো মন নাযায়। ল'ৰা-ছোৱালীৰ পঢ়া-শুনালৈ অলপ চকু দিব লাগে, কিয়নো মাষ্টৰ মহাশয় এতিয়া আৰু নিয়মীয়াকৈ নহা হৈছে। কিন্তু সেই বৰ্তমানে কৰ্তব্য কৰ্ম-চৰ্মহে সিমান ভাল নালাগে, কথাৰে ক'বলৈহে অলপ ভাল লাগে। তাৰ পাছত দুয়ো মুখামুখি হৈ বহি থাকিবলৈহে মন যায়।

সঁচা,—সংসাৰ কৰা কেইটাক এই ইমান গধুৰ কৰি তোলাৰ দৰকাৰটো বেইবা কি?

হাঁহিলোঁ মাতিলোঁ গল্প কৰিলোঁ খালোঁ শুলোঁ হৈ গ'ল। কিন্তু কত হয় সিমানতে, দিনে-নিশাই 'দহজনৰ মাজত এজন, হোৱাৰ সাধনা কৰা, ল'ৰাহঁতক 'মানুহৰ দৰে মানুহ' কৰি তোলাৰ চেষ্টা কৰা, মান মৰ্য্যাদা থাকিল নে গ'ল সেই কথা ভাবি ভাবি মূৰ ঘোলা কৰা, কিয় এইবোৰ?

গাঁও-ভুঁই এৰি বহালে আহি তেন্তে কিটো লাভ হ'ল?

আমোদ-আহ্লাদৰ মাজেদি বটাল পৰা যাব বুলিয়েই অহা নাছিলনে?

সেয়া সিদনা শুনিলে যে অফিছৰ বন্ধু ৰামৰতনে তেওঁৰ পৰিয়ালক লৈ থিয়েটাৰ চাবলৈ গৈছিল। 'নিমাই সন্ন্যাস' পালা। থিয়েটাৰ চাই ৰামৰতনৰ পৰিয়ালে হেনো হুৰাওৱাকৈ কান্দিছিল, ঘৰলৈ ঘূৰি অহাৰ পাছতো তিনি দিন ধৰি কান্দিয়েই আছিল। নবকুমাৰে সত্যক টানি ধৰিছিল থিয়েটাৰলৈ যাবলৈ।

নগ'ল।

ক'লে যে—

"এতিয়া মাহৰ শেষ, হাতত পইচা-পাতি নাই। থিয়েটাৰ চাবলৈ পইচা লাগিব তো। আৰু ল'ৰা-ছোৱালী লৈও সমস্যা। ইমান ৰাতিলৈকে সিহঁতক চাব কোনে?"

সিহঁতক লগত লৈ যোৱাৰ কথাত তো আমোলেই নিদিলে, ল'ৰাহঁতক যোৰাদোৰৰ খেলা দেখুওৱাবলৈ লৈ যাব খুজিছিল, তাতো বাধা পৰিল।

সত্য কিয় যে এনেকুৱা।

এদুগ ধৰি নবকুমাৰে এই প্ৰশ্নই কৰিছে নিজৰ মনক।

আজিও অভাগাৰ কপাল !

নিতাইৰ সৈতে দেখাদেখি নহ'ল। ক'ৰবালৈ গৈছে সি। তাৰ মেছৰ ভদ্ৰলোক এজনে ক'লে, "ক'ব নোৱাৰোঁ ডাঙৰীযা, নিতাযে মানুহৰ লগ-সংগ ভাল নোপোবা হৈছে। তেওঁৰ হাব-ভাব বৰ ভাল নহয যেন পাওঁ। অৱশ্যে নিজ চকুৰে নেদেখিলে কাৰো নামত অপবাদ দিব নাপায, তথাপি তেওঁৰ কাষৰ ছীটৰ হাৰানে কোবা মতে কও—নিতাইৰ স্বভাৱ-চৰিত্ৰ বৰ ভাল হৈ থকা নাই।"

আঁ!

"কি ক'লে?"

নবকুমাৰ প্ৰায মজিবাতে বহি পৰিল।

কেনে সৰ্বনাশীযা সম্বাদ!

ভদ্ৰলোকজনে ক লে, "আপোনাৰ বিশেষ বন্ধুনেকি? তেনেহ লে আপোনাক কোবাটোবেই মোৰ ভুল হ'ল। পিছে একপ্ৰকাৰে ভাল হ'ল বুলিও ক'ব পাৰি। চাওক—চেষ্টা কৰি চাওক—আপুনি যদি বুজাই-বৰাই সৎপথলৈ ঘূৰাই আনিব পাৰে। অবশ্যে সেই পথৰপৰা ঘূৰাই যনা বৰ টান।"

মনৰ মাজত নিদাৰুণ যন্ত্ৰণা লৈ নবকুমাৰ ভবতোষ মাষ্টৰৰ কাষ চাপিল। বোধকৰোঁ এযে প্ৰথমবাৰৰ বাবে সত্যৰ নিৰ্দেশ নোহোবাকৈ নবকুমাৰে এটা কাম কৰি পেলালে।

ভবতোষ মাষ্টৰ কিতাপ এখনৰপৰা জুপি জুপি বহী এখনত কিবাকিবি লিখি আছিল।

নবকুমাৰে নিচেই কাষতে বহি পাতনি নোমেলাকৈয়েই ক'লে, "ভয়ানক বিপদত পৰি আপোনাৰ ওচৰলৈ আহিছোঁ মাষ্টৰ মহাশয়।"

মাষ্টৰ উচপ খাই উঠিল। কি হ'ল!

কাৰো অসুখ-বিসুখ হোবা নাই তো?

ভাতৰ নিৰ্সানি উলিযাওঁতে হাত বা ভৰিত পৰি পোৰা নাই তো? চোতালত উজুটি খাই পৰা নাই তো?

তেওঁ অলপ বিতত যেন হৈ ক'লে, "বহাঁ বহাঁ, অলপ থিৰেৰে বহাঁচোন। কথানো কি?"

"কথা গুৰুতৰেই। নিতাইৰ চৰিত্ৰদোষ ঘটিছে।"

"কি হৈছে নিতাইৰ?"

কথাষাৰ কৈয়েই 'নবকমাৰ' লাজত পৰা যেন হ'ল। এবাৰ মুৰটো খজুৱাই সৰু সৰুকৈ ক'লে, "আজি নিতাইৰ মেছলৈ গৈছিলোঁ, তাত

নাপালোঁ তাক। এজন ভদ্ৰলোকে ক'লে যে নিতাই ক'লৈ যাষ-নাযায় ঠিক নাই, আৰু—আৰু তাৰ স্বভাৱৰ দোষ ঘটিছে বুলিও ক'লে।"

ভৱতোষ এমিনিটমান মনে মনে থাকিল। তাৰ পাছত ক'লে, "মানুহজন নিতাইৰ শত্ৰু-টত্ৰু নহয় তো ?"

"নহয় নহয, তেনেকুৱা একো নহয়।"

"তেনেহ'লে দেখিছোঁ স'চাস'চিকৈ বিপদেই।" ভৱতোষে নিজৰ মনতে ভোৰভোৰালে, "মোৰো এনেকুৱা ভয় এটা আছিল।"

নবকুমাৰে সুধিলে, "কি ক'লে ?"

"নহয। তোমাক একো কোৱা নাই।"

"আপুনি তাক লগ ধৰি এবাৰ বুজাই কওক।"

"বুজাই ক'ম ?"

ভৱতোষে হাঁহিলে।

"এইবোৰ ক্ষেত্ৰত মাষ্টৰৰ বুজনিয়ে কোনো গুণ নিদিয় নৱকুমাৰ।"

"কিন্তু—কিন্তু বিবা এটা তো কৰিব লাগিব।"

চিৰ-নিস্তেজ নবকুমাৰৰ এই ব্যাকুলতাই ভৱতোষৰ মন স্পৰ্শ কৰিলে। তেও' মৰমসনা মাতেৰে ক'লে, "বাৰু, এই চেষ্টা কৰিব চাম। পিছে কথা কি জানা—"

"কি কৈছে—?"

"কৈছোঁ—মানে—ক'ব খুজিছোঁ, বোৱাৰীয়ে ক'লে মই কোৱাতকৈ বহু বেছি কাম হ'ব।"

বোৱাৰী।

নবকুমাৰে বিমূঢ় নিৰ্বোধ কণ্ঠেৰে ক'লে, "কাৰ কথা কৈছে ? হেৰি মানে—ডুডুৰ মাক ?"

"ও', তাকে কৈছোঁ। তেও' এবাৰ নিতাইক শপত-টপত খুৱাই ক'ব পৰা হ'লে কাম হ'ব চাগৈ।"

নবকুমাৰে ক'লে, "আপুনি ক'লে কাম নহ'ব—হ'ব তাইৰ কথাত ?"

ভৱতোষৰ মুখত ৰহস্যাবৃত সূক্ষ্ম হাঁহি বিৰিঙি উঠিল। লাহেকৈ ক'লে :

"হলে তেও'ৰ কথাতে হ'ব। নহ'লে—"

"তেন্তে তাকে কৰিবলৈ ক'ম।"

বিমূঢ় নৱকুমাৰ বহাৰপৰা উঠি থিয় হ'ল।

পিছে মাষ্টৰৰ প্ৰস্তাৱ তাৰ মূঠেই হৃদয়ংগম নহ'ল। আৰু স'চা কথা ক'বলৈ হ'লে সি সিমান ভালো নাপালে। ভাল নাপালে নিতাইৰ সন্মুখত সতাক উপস্থিত কৰাৰ কথাটোত। নিতাই বিমানেই বন্ধু নহওক,

তাৰ চৰিত্ৰদোষ ঘটিছে যেতিয়া—বিশ্বাস কি তাক ? সি যে মদ খাবলৈ ধৰা নাই তাৰো কি ঠিক ?

মদাহী—চৰিত্ৰহীন—ইহঁতৰপৰা মাইকীমানুহে সদায় শতহস্ত আঁতৰ হৈ থকা উচিত।

নবকুমাৰৰ দেউতাক নীলাম্বৰ বানাৰ্জি নামৰ ব্যক্তিজনো যে সেইবোৰ অপৰাধতে অপৰাধী আৰু তেওঁ যে তথাপি চিৰদিনেই সমাজৰ বৰমুৰীয়াজন হৈ আছিল, সেই কথাটো অৱশ্যে নবকুমাৰৰ মনত নপৰিল।

নিতাইৰ এই অধঃপতনৰ খবৰটো আৰু ভবতোষ মাষ্টৰৰ এই নোহোৱা-নোপজা প্ৰস্তাবটো সত্যৰ আগত কেনেকৈ দাঙি ধৰিব আৰু সত্যইনো কেনেভাৱে ল'ব ভাবি ভাবি সি ঘৰলৈ উভতি আহিল।

বেলা বহুত হ'ল।

সত্যই বাট চাই বহি আছে।

খৰ খোজেৰে আহি দুৱাৰখনত ধকিয়াবলৈ গ'ল নবকুমাৰ, কিন্তু ধকিউৱাৰ আগতেই, দুৱাৰত হাত দিয়াৰ লগে লগেই দুৱাৰখন খোল খাই গ'ল। তাৰ মানে ভাং দিয়া নাছিল।

কাণ্ড চোৱা!

ভৰ দুপৰীয়া দুৱাৰখন খুলি থৈছে!

এই কথা ক'বলৈ ঘৰৰ ভিতৰত সোমায়েই দুখোজ পিছ হুঁহকি আহিল।

বাৰাণ্ডাৰ খুটাৰ ওচৰত সত্য কোনোবা এজনৰ হাতত ধৰি থিয় হৈ আছে!

নহয়, হাতত ধাৰৰ অপৰাধত জাত-পাত নাযায়, মতা মানুহ নহয়, মাইকী মানুহ। বিহ্বলদৃষ্টি এজনী বিধবা। ক্ষীণ-মিন দেহা, জুয়ে পোৰা বৰণ। নবকুমাৰেও বিহ্বল দৃষ্টিৰে চাই, সত্যই তাইৰ নিজস্ব সবল ভংগীৰে কোৱা শুনিবলৈ পালে, "তোমাক পালোঁ যেতিয়া, আৰু এৰি দিমনে? ছোৱালী-জনীক লৈ মোৰ ওচৰলৈ গুচি আহাঁ। আমাৰ দুসাজ দুমুঠি জুৰিলে, তোমাৰো এসাজ এমুঠি হৈ যাব। মোৰ ল'ৰা দুটাই খাবলৈ পালে, তোমাৰ ছোৱালীজনীয়েও নাখাই নাথাকে।"

শুনি গা'ৰ তেজ চেঁচা পৰিল নবকুমাৰৰ। এইবোৰ আক' কেনে কথা। এইনে কোন? এইৰ ছোৱালীযইবা ক'ত আছে? সত্যাৰ সৈতে এইজনীৰ সম্পৰ্ক কি? হঠাৎ সেই চেঁচা পৰি যোৱা তেজ গৰম হৈ উঠিল। পুৰুষৰ তেজ।

নবকুমাৰৰ সৈতে পৰামৰ্শ নকৰাকৈয়েই দুইজনী মানুহকে খোৱা-পিন্ধাৰ ভৰসা দি ঘৰত ৰাখিব খুজিছে সত্যই। মাইকী মানুহৰ ইমান সাহস? নবকুমাৰে একো মাত নমতাত সাহস বাঢ়ি গৈছে।

নবকুমাৰৰ চিৰদিনৰ প্ৰাণৰ বন্ধু নিতাই, বিনা অপৰাধত তাক ঘৰৰপৰা উলিয়াই দিয়া হ'ল। যাৰ বাবে মনৰ দুখত ধুপাত, অভিমানত ল'ৰাটোৱে নিজৰ স্বভাৱ বেয়া কৰি পেলালে। নবকুমাৰৰ সৈতে একেলগে থকাহেঁতেন এইবোৰ কেতিয়াও নঘটিলহেঁতেন। মেছত কিমান যে কুসংগ।

নৱকুমাৰৰ চকুৰ আগৰ সেমেকি আহিল। তাৰ পাছত ভাবিলে, এতিয়া ক'ৰবাৰ বাঁৰী মাইকী, যিজনীক নৱকুমাৰে সাত জনমতো দেখা নাছিল, তাইক ঘৰত থাকিবলৈ দিয়াৰ ষড়যন্ত্ৰ কৰা হৈছে।

চালাকি!

নচলিব, এইবোৰ নচলিব। নৱকুমাৰে স্পষ্টভাৱে কৈ দিব—নৱকুমাৰৰ ঘৰত এইবোৰ চালাকি নচলিব।

এইজনী নিৰ্ঘাত সংগ্ৰহ'তৰ গাঁৱৰ মানুহ। সেয়েহে ইমান পীৰিতি। সঁচা কথা ক'বলৈ হ'লে—নৱকুমাৰে অলপ ঈৰ্ষাও অনুভৱ কৰিলে। নৱকুমাৰৰ সম্পূৰ্ণ অচিনাকি জগতৰ কাৰোবাক সত্যই মনত ঠাই দিয়াৰ কথা তেনেই অসহ্য। হওক তাই মাইকী মানুহ, তথাপি।

মনৰ কথা যে মনৰ বাহিৰে আন কোনেও গমকে নাপায়, এইদৰে জীয়াই থকাৰ বাবেই পৃথিৱীখন বৰ্ত্তি আছে। নহ'লে পৃথিৱীযে তাৰ সমাজ-সভ্যতা শিক্ষা সংস্কৃতি সকলো বিধৰ ৰবাইৰে সৈতে কাহানিবাই ৰসাতলৰ অতল তলীত ডুব গ'লহেঁতেন।

মনৰ কথাৰ ভু আনে নাপায। মনৰ মানুহজনেও নাপায়।

মানুহে এই আনন্দতে ইচ্ছামতে নাচ-বাগ কৰি ফুৰিব পাৰিছে, বৰ বৰ কথাৰ ফুলজাৰি ছটিয়াব পাৰিছে। আৰু প্ৰেম ভালপোৱা মৰমৰ মহিমা দেখুৱাইছে। পিছে এই ৰহস্যলৈ মানুহে নিজেও মন নকৰে, এযে মজা।

নৰকুমাৰেও মন নকৰিলে যে সি বিধাতাৰপৰা কি বিৰাট প্ৰাপ্য পালে। সেয়েহে সি কেৱল সত্যকে মনে মনে বাক্যবাণেৰে বিন্ধ নকৰে, কৰে বিধাতা পুৰুষকো। কৰে বিধাতাই নবকুমাৰক পুৰুষ আৰু সত্যক তিৰোতা কৰা বাবে। সহ্য কৰিব পৰা নাই। এই হাতত ধৰা দৃশ্য আৰু সহ্য কৰিব পৰা নাই সি। নবকুমাৰে গলখেকাৰি মাৰিলে।

ইমান পৰ সত্য নিজৰ ৰাগীতে আছিল, আন এজন মানুহ যে দুৱাৰৰ ফালে পিঠি দি থিয় হৈ আছে, তালৈ মনেই কৰা নাছিল তাই। গলখেকাৰিৰ শব্দ শুনি সচকিত হ'ল। বিধবা মানুহজনী অলপ আঁতৰি গ'ল।

আৰু সত্যই মানুহজনীৰ হাতখন এৰি দি মুৰত ওৰণি ল'লে।

বুদ্ধিমতী সত্যই অবশ্যে তেতিয়াই আবিৰ্ভূতা মহিলাৰ চিনাকি দিবলৈ দপদপাই গিৰিয়েকৰ কাষ চাঁপি নাহিল। তদুপৰি লাজ চৰম বুলিও কথা এটা আছে। ডাঙৰসকলৰ আগত গিৰিয়েকৰ সৈতে কথা পতা অনুচিত। সেয়েহে মুৰত ওৰণি লৈ সৰু সৰুকৈ মানুহজনীক ক'লে, “ব'লা বোৱাৰী, সিটো কোঠাত বহিবাগৈ ব'লা।”

নৰকুমাৰে ভাবিছিল যে ক'বলগীয়াখিনি ডাঙৰ ডাঙৰকৈয়েই ক'ব, যাতে এই আগন্তুক মানুহজনীয়ে ঘৰৰ প্ৰকৃত গৰাকী কোন সেই কথাটো ভালকৈ বুজি পায। আৰু লগতে এই কথাটোও যাতে বুজি পায় যে—মিছা আশাত প্ৰলুব্ধ হৈ তাইৰ একো লাভ নহ'ব। সত্য তেনেই আজলী ছোৱালী, নুবুজা-নেমেলাকৈ কি ক'লে-নক'লে তাৰ মানে নাই। নৰকুমাৰে এইবোৰ ভাবিছিল, আশা কৰিছিল। কিন্তু ডাঙৰ ডাঙৰকৈ ক'ব নোৱাৰিলে।

ক'ব নোৱাৰিলে মানে—প্ৰায মাতেই নোলাল তাৰ। এটা ভমভমীয়া খঙাল ভাব লৈ গা ধুই আহি ভাত খাবলৈ বহিল।

ভাতৰ কাঁহীখন আগ বঢ়াই দিওঁতে সত্যই প্ৰশ্ন কৰিলে, “ইমান পৰলৈকে ক'ত আছিলাগৈ ?”

নৰকুমাৰে হুৰুসকৰে ভাতৰ ওপৰত আটাইখিনি ডাইল একেলগে ঢালি

লৈ ভাত পিটিকি পিটিকি গম্ভীৰ মাতেৰে ক'লে, "ৰ'লৈকে নাযাও" কিয়, তোমাৰ ওচৰত তাৰ কৈফিয়ৎ দিব লাগিবনেকি ?"

"কথা শুনা! কি কথাৰ কি উত্তৰ! কৈফিয়ৎ দিব লাগিব বুলি কোনে ক'লে ? গা ধোওঁতে ভাত খাওঁতে বেলা হ'ল সেইদেখিহে সুধিছো।"

"নালাগে সুধিব—" একেই খঙাল সুৰেৰে কলে নৰকুমাৰে, "সুধিবলৈ তোমাৰ কোনো এক্তিয়াৰ নাই। কি কাৰণে সুধিছাহে তুমি ? তুমি মোক মানি চলানে কিবা ? মই নো তোমাক মানিম কিয় ?"

সভাই অবাক হৈ ক'লে, "ৰ'দৰ তাপত মূৰটো গৰম হৈ গ'ল নেকি ? কি বেৰেৰিবাংখন বকিছা ?"

"বেৰেৰিবাং ? বেৰেৰিবাং বকিছো এতিয়া মইহে। আৰু তুমি—নিজে যেতিয়া নুসুধি-নেমেলি—"

চিঞৰি থলক লগাবলৈ গৈ 'চবচবণি' খালে নৰকুমাৰে।

অগত্যা সভাৰ চিকিৎসাধীন হোৱাৰ বাহিৰে উপায় নাথাকিল বীৰপুৰুষ স্বামীৰ। পানী-বিচনীৰে মূৰত বা' দিয়া। ধাতুস্থ হোবাত সময় লাগিল।

আৰু ধাতুস্থ হোবামাত্ৰেই সভাই সৰু সৰুকৈ ক'লে, "সংসাৰখনত আৰু দুজনী মানুহ বাঢ়িল, কৈ থ'লো তোমাক। নহ'লে তোমাৰ যেনে মতিবুধি —হঠাৎ হৈ-চৈখন লগাই দিবা—ইহঁত কোন, ক'ৰপৰা আহিল— ।"

নৰকুমাৰে ক'ব পাৰিলেহেঁতেন : সেই কথা মই নুসুধিমেইবা কিয় ? সঁচা কথা—ইহঁত কোন, ক'ৰপৰা আহিল ? কিয় আহিল ? আৰু মৱেইবা খামাখা দুজনীকৈ মানুহক ঘৰত ৰাখিম কিহৰ বাবে ?

ক'ব নোৱাৰিলে। নৰকুমাৰে সেই চবচবণি খোৱা কণ্ঠেৰে ক'লে, "সেইবোৰ কথা মোক ক'ব লাগিছে কিয় ? তুমি যি ভাল দেখা—"

কাৰ মাত ? নৰকুমাৰৰ ? নৰকুমাৰে এই কথা কিয় ক'লে ? ইমান সময় ধৰি এই কথাষাৰ ক'বলৈহে 'আখৰা' দি আছিল নেকি নৰকুমাৰে ?

সিদিনা পণ্ডুৰ মাকৰ সৈতে এবাৰলৈ দেখা কৰিবলৈ যোৱাৰ পাছত দত্ত পৰিয়ালৰ 'পাণ-সজা' মানুহজনীৰ প্ৰাণে কিয় যে দেৱালত মূৰ খুন্দিয়াবলৈ বিচাৰিছিল ভগৱানেহে জানে। সেই কথাৰ সাক্ষীও তেৱেঁইহে।

সেয়ে, আকৌ এদিন যেতিয়া বামুণবায়ে পণ্ডুৰ মাকক ক'লে, "মনে মনে আকৌ এবাৰ মোক লৈ যাবিনে ?" তেতিয়া পণ্ডুৰ মাক অবাক হ'ল।

ক'লে, "বোলো—সিদিনা দেখোন মাত-বোলকে নকৰিলা। আজি আকৌ যাবা—মানে ?"

"জানো— । মনটোৱে উগুল-থুগুল কৰি আছে। মোৰ সৰু ভনী এজনী আছিল পণ্ডুৰ মাক, দেখাত সাইলাখ—"

পশুৰ মাক এতিয়াহে অলপ আশ্বস্ত হ'ল। তেও অৰ্থ এটা বিচাৰি পালে। পিছে—দিনে-পোহৰে মনে মনে যোৱাটো কেনেকৈ সম্ভৱ হ'ব—এই প্ৰশ্নটো সুধিলে তাই।

সেই বুধি পাণ-সজা বামুণবায়েই উলিয়ালে। কালীথানলৈ যোৱাৰ চলতে ওলাব লাগিল। ঠনঠনিয়াৰ আই কালী, জাগ্ৰতা কালী গোসাঁনী, তেওঁৰ ওচৰলৈ যোৱাৰ সময়-অসময় নাই, সকলোৰেই যায়। বৰ বেছি দূৰ নহয়, এযা—ক'বলৈ গ'লে এখন তামোলৰ বাট।

পাণ-সজা বামুণবাই দেৱীদৰ্শনলৈ ওলাইছিল। আৰু দৰ্শন লাভো কৰিছিল। তাৰ পাছত নৱকুমাৰৰ প্ৰবেশ।

শংকৰীয়ে ক'লে, "ননন্দী বুলি মাতিবলৈ সাহে নুকুলায়, তথাপি ক'বলৈ বৰ মন গৈছে বুলিহে কৈছোঁ, মিছামিছিকৈ ল'ৰালিখন নকৰিবা সত্য ননন্দী, তুমি যি কৈছা সেইটো নহ'ব।"

"নহ'ব ?"

সত্যাই তীব্ৰ কণ্ঠেৰে ক'লে, "কিন্তু কিয় নহ'ব, সেই কথাটো মোক বুজাই কোৱা কাটোৱাৰ বোৱাৰী। ভুল-ভ্ৰান্তি মানুহেই কৰে, সেইবুলি কস্মিনকালেও সেই ভুল আৰু শুধৰাব নোৱাৰিবনে ?"

"শুধৰাই ল'ম বুলিলেই হ'লনে ? সমাজে শুনিবনে, মানিবনে ?" শংকৰীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, "মাইকীমানুহ যে মাটিৰ পাত্ৰ ননন্দী, পৰা মাত্ৰেই—গ'ল।"

"মাইকীমানুহ যে মাটিৰ পাত্ৰ সেইকথা বিধাতাপুৰুষে মাইকীমানুহৰ গাত লিখি ধৰালৈ পঠিয়াইছিল, নহয় ?" সত্যাই তীব্ৰ কণ্ঠেৰে ক'লে, "আৰু মতামানুহক সোণৰ পাত্ৰ বুলি ছাপ মাৰি পঠিয়াইছিল। সেয়েহে সিহঁতৰ বেলিকা সকলো ভাল, আমাৰ বেলিকা চুৰা। হয়, অন্যায় কৰিছিলা ঠিকেই, ডাঙৰ অন্যায়েই। তুমি বয়সতো ডাঙৰ, সম্পৰ্কত গুৰুজন, কোবাটো বৰ শোভন নহয়, তথাপি নকৈ নোবাৰোঁ, যি কৰিছিলা সি মহাপাতক। তেতিয়া জ্ঞান-বুদ্ধি নাছিল সিমান, বুজিব পৰা নাছিলোঁ, কিহৰ বাবে কি হয়গৈ। কিন্তু পাছত বুজিছিলোঁ। বুজাৰ পাছত—আসে নামাতোঁ—মনে মনে তোমাক মই শাওপাত নিদিয়াকৈ নাছিলোঁ। কেৱল মহাপাতক বুলিয়েই নহয়, দেউতাৰ দৰে মান্যবান লোকৰ মান-সন্মান নষ্ট কৰিছিলা বুলি তোমাক শতবাৰ ধিক্কাৰ দিছিলোঁ। পিছে এই কথাটোও তো সঁচা যে মহা পাতকীয়েও প্ৰায়শ্চিত্ত কৰিব পাৰে। তুমি যেনে মহাপাতক কৰিছিলা, তেনেকৈ মহা পৰাচিতো কৰিলা। দিনে-নিশাই তুঁহ জুইৰ দৰে জ্বলি জ্বলি যন্ত্ৰণা ভোগ কৰা নাইনে ?"

"সত্য ননন্দী!"

শংকৰীয়ে আবেগ-বিহ্বল কণ্ঠেৰে ক'লে, "মানাতাত সৰু বুলি নকও", পিছে বয়সত তুমি মোৰ অৰ্ধেক, সেয়েহে তোমাৰ ভাবিব খুলি মুৰেও নল'লোঁ। কিন্তু সোধোঁ, মই যে তুঁহ-জুইৰদৰে দিনে-নিশাই জ্বলি-পুৰি মৰিছোঁ, তুমিনো কেনেকৈ জানিলা?"

"তোমাৰো যে কথা! নাজানিবলৈ কি আছে [illegible]ৰ মাজত। নিজ চকুৰে দেখা নাই জানো? দৃষ্টিহীন তো নহওঁ। তুঁহজুয়ে পোৰাৰ কথা তোমাৰ এই জুয়েপোৰা যেন দেহাই সাথী নিদিয়েনে? কেনে সোণৰ বৰণ আছিল, দেহা আছিল মমেৰেহে গঢ়া যেন নিমজ, সেইবোৰ পাহৰা নাই নহয়? পিছে ম'ক—ৰূপ গ'ল আপদ গুচিল, থকা হ'লেনো তাৰে আৰু কি কৰিলাহেঁতেন? সেই ৰূপেইহে কাল হৈ দংশন কৰিলে তোমাক। ৰূপ গ'ল ভাল হ'ল, কিন্তু শৰীল-স্বাস্থ্যলৈ তো চকু দিব লাগিব। চিপজৰী লৈ যেতিয়া ইহকালৰ বিধিনি আঁতৰোৱা নাই এতিয়াও।'

শংকৰীয়ে কাতৰ কণ্ঠেৰে ক'লে, "সেই ইচ্ছা নোহোৱা নহয় ননন্দী, হৈছিল। দিনে-নিশাই সেই ইচ্ছাই মোৰ মনটোক জুমুৰি ধৰিছিল, কিন্তু পৰা নাছিলোঁ। সেই পেটৰ জন্মটোৰেই ভবিষ্যৎ বৈৰী হৈছিল। মায়েই মহাপাতকী, তাইৰনো অপৰাধ কি? তাইৰ ত্ৰিজগতত কোনো নাই, মৰিলেনো তাইক ক'ত উটুৱাই থৈ যাম?"

সতাই গেজেৰা মাৰি ক'লে, "সেই সুমতিকণ যে হৈছিল সিও মংগল। এনেয়ে এই পাতকৰ বোজা, তাত আক' আপোনঘাতী মৰণৰ পাপ। নৰকতো ঠাই নহ'লহেঁতেন। ম'ক—বাদ দিয়া, গতস্য শোচনা নাস্তি, গ'ল কথা গুচিল। এতিয়া আচল কথা হ'ল—ইমানদিন ধৰি কি কৰিলা ক বলা বাৰু, এতিয়া মোৰ চকুত ধৰা পৰিলাই যেতিয়া, তুমি আৰু শহুদিৰৰ দাস্যবৃত্তি কৰিব নোৱাৰিবা।"

শংকৰীয়ে বিষণ্ণভাবে হাঁহি মাৰি ক'লে, "বয়স হ'ল, ল'ৰাৰ মাক হ'লা, তেও তোমাৰ স্বভাৱ সেই আগৰ দৰেই আঁকোগোঁজীয়া হৈ আছে দেখিছোঁ। কিন্তু মোক আশ্ৰয় দিলে তোমাক ঘৰত থাকিব'ল দিব জানো?"

হঠাৎ সতাৰ মুখখন উজ্জ্বল হৈ উঠিল। ওঁঠ টিপি হাঁহিলে তাই। তাৰ পাছত ক'লে, "কোনে ঘৰত থাকিবলৈ নিদিব? তোমাৰ ননন্দৰ গিৰিয়েকে?"

"নহয় নহয়, সেই কথা কোৱা নাই। তেও' তোমাক চিৰকাল ৰাজৰাণীৰ দৰে মূৰৰ মণি কৰি ৰাখক। সমাজখনৰ কথা কৈছোঁ। জনাজানি হ'লে—"

"জনাজানি হ'বলগীয়া আক' কি আছে কাটোৱাৰ বোৱাৰী। মই কিবা লুকচাক কৰিছোনে? মই আজিয়েই দেউতলৈ চিঠি লিখিম বুলি ভাবিছোঁ—দেউতা, মই এই কামটি কৰিলোঁ, মোক এতিয়া মাৰিলে মাৰা, কাটিলেও কাটা আৰু ৰাখিলেও ৰাখা।"

'দেউতা' শব্দটো শুনাৰ লগে লগেই শংকৰীয়ে দুয়ো হাত কপালত দিলে। সেই 'দেউতা' নামৰ মানুহজনলৈনে ? নে ঈশ্বৰলৈ ? বোধকৰোঁ ঈশ্বৰলৈ।

সেই ঘৰ, সেই মানুহবোৰ, সৰ্বোপৰি সেই দণ্ডমূৰ্ত্তি দেৱোপম ব্যক্তিজনৰ সম্পৰ্কে কোনো প্ৰশ্ন কৰিবলৈ শংকৰীয়ে সাহস কৰিব পৰা নাছিল। ভয় লাজ অপৰাধৰ সংকোচ এইবোৰ আছেই, লগতে আশংকাজনিত আতংক। যদি প্ৰশ্ন কৰি মানুহজন আৰু নাই বুলি শুনে ? বৰ ভয়ানক কথা হ'ব। কিন্তু সত্যই কৈছে 'দেউতালৈ চিঠি লিখিম'। সেয়েহে দুয়োখন হাত কপালত দিছিল শংকৰীয়ে। আতংক নোহোৱা হোৱাৰ লগে লগে লাজ ভয় সংকোচ আদি যেন অলপ আঁতৰিল। বেঁনিবা শংকৰীৰ অৱস্থা চাই সিহঁতৰ দয়া উপজিল। সেয়েহে শংকৰীয়ে অলপ কওঁ নকওঁকৈ কৈয়েই পেলালে, "মোমাইদেউৰ শৰীল-স্বাস্থ্য ভালনে ?"

সত্যই হুমুনিয়াহ কাঢ়ি ক'লে, "বৰ ভাল নহয়, পিছে তেওঁক জানাই নহয় ? ভাগক ছিগক বৰ নাৰৱ খেলা। নহ'লে মা স্বৰ্গী হোৱাৰ পাছত ভিতৰি ভিতৰি দেহা ভাগি আহিল। কলিকতালৈ অহাৰ আগতে দেখা কৰি আহিলোঁ নহয় ?"

মাক মৰিল। শংকৰীয়ে ভাবিলে, এই 'মাক' ৰামকালীৰ মাকহে, দীনতাৰিণী। ভাবিলে, তেওঁৰ মৃত্যু কোনো আচৰিত কথা নহয়, দুখৰো কথা নহয়, পিছে ৰামকালী হৃদয়বান পুৰুষ, মাতৃশোকক মৰ্য্যাদা দিলে। তথাপি ক'লে তাই, "তেওঁ জ্ঞানবন্ত মানুহ, তেওঁ ইমান কাতৰ হ'লনে ? পিছে বৰ আইতা স্বৰ্গী হোৱাৰ কিমান দিন হ'ল ?"

"বৰ আইতা !"

সত্যই ভুৰু কোঁচাই ক'লে, "আইতাৰ কথা সুধিছা ? আইতা ঢুকোৱা তো আজি কেইবাবছৰো হ'ল। মই মাৰ কথাহে কৈছোঁ। মা ঢুকাল নহয়—?" সত্যই কথাষাৰ শেষ নকৰিলে।

কণ্ঠৰ কঁপনি কোনোবাই ধৰা পেলাব সেয়া সত্যৰ মানত বৰ লাজৰ কথা।

শংকৰীযে স্তম্ভিত দৃষ্টিৰে চাই ক'লে, "মাজুমামী ঢুকাল ?" বহুতো পৰৰ পাছত শংকৰীয়ে পৰিতাপজনিত হুমুনিয়াহ কাঢ়ি ক'লে, "কিমান দিন হ'ল ?"

"তেতিয়া মোৰ এই ডাঙৰ ল'ৰাটো চেৰাশালিত !"

লাহে লাহে উদ্বেলিত হুমুনিয়াহ জামাৰি আহিল। সেই হুমুনিয়াহৰ স্তৰ পাৰ হৈ কেতিয়া যে সিহঁত গল্প কৰাৰ স্তৰ পাইছিলহি, সিহঁতে মনেই নকৰিলে।

অতীতৰ স্মৃতি পাগুলি থকাৰ সময়ত সময়ৰ হিচাপ নাথাকে কিজানি।

শংকৰী প্ৰশ্নকৰ্ত্ৰী।

সত্য উত্তৰদাতা।

শংকৰীয়ে যেন গভীৰ সাগৰত খোঁপিয়াই খোঁপিয়াই কিবা এক হেৰোৱা মাণিক উদ্ধাৰ কৰিবলৈ বিচাৰিছে, আৰু সত্যই সেই প্ৰশ্নৰ মাজেদি ভ ইৰ হেৰোৱা শৈশৱ ঘূৰাই পাইছে।

নিত্যানন্দপুৰৰ ৰামকালী কবিৰাজৰ ভিতৰ চ'ৰা এসময়ত সশস্ত্ৰ প্ৰহৰীৰে আগুৰা কাৰাগাৰ যেন নালাগিছিলনে শংকৰীৰ? পিছে আজি সেই অন্তঃপুৰ আলোকোজ্জ্বল স্বৰ্গ যেন লাগিছে কিয় তাইৰ? শংকৰীয়ে সেই স্বৰ্গক স্বেচ্ছাই হেৰুৱালে। ভৱা মাটিৰ পাত্ৰৰ দৰে হেলাৰঙে বাটৰ ধূলিত দলিয়াই পেলাই চয়তানৰ ছলনাৰ স্বৰ্গলৈ গুচি গৈছিল।

অনেক কথা, অনেক হুমুনিয়াহ।

গধূৰ হৈ উঠিছে বতাহ।

তথাপি আকৌ গভীৰ হুমুনিয়াহ কাঢ়ি সত্যই ক'লে, "আজি তুমি এই দত্ত পৰিয়ালৰ খিলীপাণ সজাৰ কাম কৰিছা কাটোৱাৰ বোৱাৰী, কিন্তু কবিৰাজ-পৰিয়ালৰ চোতাল সাৰি খোৱাহে'তেনো ইয়াতকৈ হেজাৰগুণে মৰ্য্যাদা আছিল।"

"মতিচ্ছন্ন! আগৰ জনমৰ মহাপাতক! আৰু মোৰ ক'বলগীয়া একো নাই।"

"যি কি নহওক, তুমি আৰু এনৰে-গেনৰে কবি নাথাকিবা, ছোৱালী-জনীক লৈ পোনেই গুচি আহাঁ। পেটৰ ভিতৰত থকা অন্ন তো এক কথাত থুই-মচি নিকা কৰিব নোৱাৰি, পিছে সিহঁতৰ কাপোৰ-কানিবোৰ এৰিব লাগিব। সেইবোৰ এৰিব নোৱাৰিলে দোষ দূৰ নহ'ব। বাৰু, তোমাৰ ছোৱালীজনী কিমান ডাঙৰ হ'ল?"

"ডাঙৰ—? মানে বয়সৰ কথা সুধিছা?"

শংকৰীৰ চকুৰ ছাত অলপ ধূসৰ শূন্যতা যেন দেখা গ'ল। সেই শূন্যতাৰ স্পৰ্শই তাইৰ কণ্ঠতো কঁপনি তুলিলে।

"বয়স? তোমাৰ ওচৰত লুকুৱাক নকৰোঁ ননদী, স্পষ্টকৈয়েই কৈছোঁ—এই মাঘত তেৰ্ধা উকলিল।"

"মাঘত! তেনেহ'লে—পোন্ধৰ হ'লেই। পোন্ধৰ চলি আছে।" সত্যই বিমূঢ়ভাৱে ক'লে, "বিয়া—?"

"বিয়া!" শংকৰীয়ে ক্ষুব্ধভাৱে হাঁহিলে। অলপ ব্যংগ মিশ্ৰিত হাঁহি। এই ব্যংগ ভাগ্যক লৈ। এই কোন্ত সত্যৰ প্ৰশ্নৰ বাবে।

সত্য অলপ পৰ মনে মনে থাকিল। তাৰ পাছত তাই ক'লে, "পিছে যাব সংসাৰত আছা, সিহঁতে একো নকয় ? সিহঁতক কি বুলি কোৱা ?"

শংকৰীয়ে তেনেকৈয়ে আকৌ অলপকৈ হাঁহি ক'লে, "সেই উত্তৰ আগৰে পৰাই ঠিক কৰি থৈছিলোঁ। কৈছোঁ যে পাঁচ বছৰ বয়সত বিয়া হৈছিল, সাত বছৰ বয়সত বিধবা আৰু শহুৰেকৰ ঘৰ চকুৰেও দেখা নাপালে তাই।"

সত্য শিয়ঁৰি উঠিল, "কি কোৱাহে বোবাৰী, তুমি কেনে সৰ্বনাশী মাক! আবিয়ৈ ছোৱালীজনীক বিধবা বুলি ক'লা ? গোটেই পৃথিৱীত এনেহেন আচৰিত কথা কোনোবাই শুনিছেনে আৰু ? বোলোঁ—এই কাণ্ডটো যে কৰি থৈছা, গোটেই জনমটো তাই দেখোন আৰৈ চাউল আৰু কাঁচকল গিলিব লাগিব!"

"লাগিব তো। মোৰ যি তাইৰো সেয়ে। তাতকৈ বেছি পাবেঁইবা ক'ত ?"

সত্যাই ক'লে, "হ'ল যেনিবা। কিন্তু তাইৰ বিয়া দিবা কেনেকৈ ?"

শংকৰীয়ে উশাহ এৰি ক'লে, "সেইদৰে নক'লেই কিবা বিয়া দিব পাৰিলোহেঁতেননে ননন্দী ? বাপেক-ককাকৰ পৰিচয় নোহোৱা ছোৱালী এজনীক কোনোবাই বোবাৰী কৰি ল'লেহেঁতেন জানো ?"

সত্যাই অলপ পৰলৈ ভুৰু কোঁচাই বহি থাকিল, তাৰ পাছত ক'লে, "পিছে সেই নগেন নে কোন যেন—যাৰ লগত তোমাৰ বিয়া হৈছিল বুলি ক'লা—"

"ভুৱা ভুৱা, সকলো ভুৱা, বুজিলানে ননন্দী, সেই নাৰকী পাপিষ্ঠ চণ্ডালে মোক ফাঁকি দি—" ৰুদ্ধ কণ্ঠ শংকৰীয়ে চেষ্টা কৰি সহজ হৈ ক'লে, "কি বুলিনো কওঁ ননন্দী, সেই আড়ুৱাত নপৰাহেঁতেন জানো মোৰ এই দুৰ্গতি হয় ? কৈছিল, 'কলিকতাত এতিয়া বিধবা বিবাহৰ প্ৰচলন হৈছে। কত ফুলবাঁৰীয়ে আকৌ বিয়া কৰাই সুখে-সন্তোষে ঘৰ কৰিছে'। সেই আফুৰা কথাত ভোল গৈ পাতালৰ চিৰিত খোজ পেলালোঁ—।"

সত্যাই বিষন্ন মুখেৰে ক'লে, "তাৰ মানে—বিয়া কৰোৱা নাছিল তেন্তে ?"

"নহয়, মিছা নকওঁ, কৰাইছিল। বিধবা বিয়াৰ সপক্ষে থকা পুৰোহিত মাতি আনি অগ্নি-নাৰায়ণ সাক্ষী কৰি চং দেখুৱাইছিল হয়। কিন্তু সেই বিয়াক মনে-প্ৰাণে সঁচা বুলি ভবাহেঁতেন পেটলৈ সন্তান অহাৰ কথা শুনামাত্ৰকে মোক ফটাকানি দলিয়াই পেলোৱা দি দলিয়াই পেলাই গুচি গ'লহেঁতেননে ?"

"যাওক।" সত্যাই স্বস্তিৰ নিশ্বাহ পেলাই ক'লে, "তাৰ চৰিত্ৰৰ যোগ্য কামকে কৰিছে সি। কিন্তু তুমি ধৰ্মত খাটি হৈ আছা। আৰু

তোমাৰ ছোৱালীজনীকো অধৰ্মৰ সন্তান বুলি কব নোবাৰ। বিধবা বিবাহ অৱশ্যে মই ভাল নাপাওঁ, পিছে একেবাৰে বেয়া বুলিও নকওঁ। ডাঙৰ ডাঙৰ পণ্ডিতসকলে যেতিয়া শাস্ত্ৰ পঢ়ি জানি বুজি বিধান দি থৈছে, তেতিয়া একেবাৰে উৰাই দিব তো নোৱাৰি। মই তেওঁলোকতকৈ পণ্ডিত নহওঁ। তথাপি কওঁ কাটোবাৰ বোবাৰী, ছোৱালীজনীক মিছাকৈ বিধবা বুলি জনাজাত কৰাটো ঠিক হোৱা নাই। তাইকো কিবা এটা ক'ব তো লাগিব। তাই যেতিয়া ডাঙৰ হ'ব, আন দহজনীৰ বিয়াবাৰু, গহনা-কাপোৰ ঘৰ-বৰ দেখিব, তেতিয়া তাইৰ প্ৰাণৰ ভিতৰত কেনে যে কেনেবাধৰ নকৰিবনে? তেতিয়া তোমাক এদিন তাই নুসুধিবনে, 'মা অ' মা কিয় তই মোক এই দশা কৰিলি'—"

শংকৰীয়ে কথাৰ মাজতেই উদাস গভীৰ কণ্ঠেৰে ক'লে, "তাৰো মুদা মাৰি থৈছো ননন্দী। তাইকো সেই কথা বুজাই থৈছো। কেছো, পাচ বছৰ বয়সৰ কথা তোৰ মনত নাই।"

"বোৱাৰী।"

সতাই আবেগকম্পিত কণ্ঠেৰে মাথো এই শব্দটোহে উচ্চাৰণ কৰিলে।

শংকৰীয়ে সতাৰ সেই ক্ষুব্ধ বিস্মিত মুখত এবাৰ চাই ক'লে, "তুমি মোক শোটাবে উকাই-ঘূৰাই দোবাব পাৰা ননন্দী, কিন্তু মই আন কোনো উপায় পোৱা নাছিলো। মই মা নহওঁ—ৰাক্ষসী বুলি ক'ব পাৰা। কিন্তু তথাপি সেই দুৰ্দিনত গৰ্ভৰে সৈতে গংগাত ডুবি মৰিবপৰা নাছিলো। আৰু তাইৰ কাৰণেই দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছো, অশেষ লাঞ্ছনা-গঞ্জনা সহিছো, মান-অপমান জলাঞ্জলি দিছো, আৰু আজি এই স্বৰ্ণবণিকৰ দাসত্ব কৰি ভাত খাইছো। কিন্তু এও লোকৰ ঘৰখন ভাল নহয়। কথাতে বোলে —অন্নদাতাক নিন্দিব নাপায়—তথাপি নকৈ নোৱাৰো, গাভৰু ছোৱালী লৈ ভাত ভয়তে থৰ হৈ থাকিব লাগে। তুমি যদি মাত্ৰ তাইৰ—" শংকৰী ৰ'ল।

বহু সময়ৰ নীৰৱতাৰ পাছত সতাই লাহেকৈ ক'লে, "নাম কি থৈছা ?"

"নাম।" শংকৰীৰ কণ্ঠত যেন অপৰাধবোধ, "দুমহ বয়সৰেপৰাই তাইৰ মুখৰ হাঁহিটো ইমান মন-ভুলোৱা আছিল যে নাম থৈছিলো সুহাসিনী।"

অপৰাধবোধ অস্বাভাৱিক নহয়, সেই ধূতকপালী ছোৱালীজনীৰ নাম 'মলিনা' বা 'অশ্ৰুমতী' নাইবা 'ছায়া' 'দাসী' এনেকুৱা কিবা এটা হোৱা হ'লেহে যেন শুৱালেহেঁতেন !

কিন্তু সতাই সেইদৰে কথা নক'লে।

তাই ক'লে, "বেয়া নহয় নামটো। যি কি নহওক, ঘৰখন যেতিয়া

বৰ ভাল নহয় তাত আৰু থাকিব নালাগে। জীয়েৰাক লৈ এতিয়াই গুচি আহাঁগৈ বোৱা।"

"হয়, সিহঁতৰ ঘৰখন তেনেকুৱাই।" নবকুমাৰৰ ওচৰত বহি সত্যাই তীব্ৰ অথচ চেপা মাতেৰে ক'লে, "ভাল ঘৰৰ ছোৱালীয়ে এইবোৰ কথা মুখেৰে ক'লেও পাপ, পিছে অৱস্থাটো তোমাক ভালকৈ খুলিমেলি নক'লে নুবুজিবা। সেই ৰূপৰ আধাৰ ছোৱালীজনীক লৈ কিমান ভয়ে ভয়ে তাত থাকিবলগা হয় তুমিয়েই ভাবি নোচোৱা কেলে'? বয়, তল মহলত ৰান্ধনি-ঘৰৰ লগতে এটা সৰু কোঠা আছে, তাত খৰি-গোবৰখুটি আদি থাকে, তাৰে এফাল সাৰি-পুচি লৈ তাতে থাকে মাক-জীয়েক। কিয় থাকে তাত? কাৰো চকুত যাতে নপৰে সেই বাবেহে। দিনটোত মাত্ৰ এবাৰলৈহে গা ধুবলৈ আৰু ভাত খাবলৈ কোঠাটোৰপৰা ওলাবলৈ দিয়ে, তাকো মাকৰ কটকটীয়া পহৰাত। আবিয়ে ছোৱালীজনীক 'বিধবা' বুলি ক'বলগীয়া হৈছে। কেনে কষ্ট ভাবি চোৱা।"

কিন্তু নবকুমাৰ বৰ বেছি বিচলিত হোৱা যেন দেখা নগ'ল, বৰঞ্চ সি বিৰক্ত হোৱা যেন হৈ ক'লে, "যাৰ কথা তাক বুজিবলৈ দিয়া, তুমিনো ইমান আগবাঢ়িছা কিয়? গৰীব-দুখী ফুলবাঁৰী ভাই-বোৱাৰী হোৱাহেঁতেনো কথা নাছিল। পিছে এইবোৰ কি হৈছে? ওহোঁ, মোৰ ঘৰত এইবোৰ খিলিংকাৰ সোমাবলৈ নিদোঁ। বহা কৰিলোঁ বুলি বাৰটা মাহত তেৰটা জগৰ লগাই ৰাখিব নোৱাৰোঁ নহয়? মায়ে শুনিলে মোৰ মুখদৰ্শন কৰিবনে তোমাৰ হাতেৰে পানীকে খাব?"

সত্যাই স্থিৰ কণ্ঠেৰে ক'লে, "ক'বলগীয়া বহু কথা আছিল, কিন্তু সকলো নকওঁ। মাথোঁ ইয়াকে কওঁ—মই যদি তেওঁলোকৰ মত ল'ব পাৰোঁ, তেন্তে—?"

"হেঁ—এঃ! মত ল'বা! হৈছে আৰু!" নবকুমাৰে ক'লে, "এয়া তোমাৰ কাহুটি হেৰুৱা নবকুমাৰ বানাৰ্জিক পোৱা নাই নহয় যে তোমাৰ কথাতে উঠা-বহা কৰিব? তাত টিঁঘিলঘিলনি নচলিব।"

সত্যাই ভ্ৰূকুটি কৰি ক'লে, "নিজ মুখেৰে নিজৰ ব্যাখ্যান আৰু নকৰিবলেও হ'ব। ভাল, তেওঁলোকৰ মত পালেই হ'ব নহয়?"

"কি ঠিক, তুমি যিহে ডকাইতনী, শহুৰ-শাহুক শলঠেকত পেলাই তেওঁলোকৰ মত ল'বাই কিজানি। কিন্তু ইমান জঞ্জাল চপাই লোৱাৰ দৰকাৰেইবা কি শুনো? মই কৈছোঁ—মোৰ সংসাৰত সেইবোৰ নচলিব।"

সত্যাই ভ্ৰূকুটি এৰি ভেদেঙ্গীয়নী যেন হৈ ক'লে, "ভাল, সেয়ে ভাল। ভাই-বোৱাৰীক তাকে ক'ম। ক'ম, নহ'ল বোৱাৰী নহ'ল, এই সংসাৰত

তোমাৰ ঠাই নহ'ল, নহ'ব। ভুলকৈ এই সংসাৰখনক মোৰ বুলি ভাবিছিলোঁ, মস্ত এটা হাতুৰীৰ কোব খাই মোৰ ভুল ভাগিল। চকু গজিল। ভালেই হ'ল শিকনি পালোঁ।"

নৰকুমাৰ বহি পৰিল।

নৰকুমাৰে চকুৰে সবিস্ময় ফুল দেখা পালে!

নৰকুমাৰে সকলো বীৰত্ব পৰিহাৰি সেই চিৰপুৰণি কথাষাৰকে আওৰালে, "হ'ল আৰু। টিঙিচ কৰে খং উঠিলেইনে? মই খং উঠিবলগীয়া একো কথা নাই কোৱা নহয়? মায় ইমানকৈ কৈছোঁ যে সুখত থাকোঁতে ভুতৰ কিল খোৱা কেলেই।"

সতাৰ মুখখন অলপ কুমলিল।

সতাই স্থিৰ কণ্ঠেৰে ক'লে, "এদিন তোমাৰ এই প্ৰশ্নৰ উত্তৰ দিছিলোঁ, আজি আকৌ কওঁ, কিল কিয় খাব লাগে জানা? মানুহ জাতটো 'মানুহ' বুলি, গৰু গাধ চৰাই চিৰিকতি নহয় বুলি।"

"আৰু সেই যে ছোৱালী এজনী আছে—"

"আছে যে সেই কথা জানোৱেই।"

"তায়ো মাকৰ দৰে হ'ব নে নহ'ব—"

"যাতে নহয় তাৰ বাবে চেষ্টা কৰিব লাগিব।"

সত্য দৃঢ় সংকল্প মুখেৰে বহাৰপৰা উঠি থিয় হ'ল।

সুহাসিনী। মতা নাম সুহাস।

ওঁ, বয়সৰ লগে লগে জাকত জিলিকাজনী হৈ উঠিছে। শংকৰীৰ বাস্তুহাৰা কৈশোৰ মূৰ্তি যে তাইৰ ৰূপ-যৌৱনৰ মাজতে বিকশিত হৈ উঠিছে। ইমান দুখ বেজাৰ লাঞ্ছনা-গঞ্জনা মাকৰ ইমান কটকটীয়া শাসন, তথাপি কলা কলাকৈ পূৰ্ণ হৈ উঠিছে দেহ। পোন্ধৰ কলা পূৰ্ণ হওঁ হওঁ, আৰু এটি কলা হ'লেই সম্পূৰ্ণ।

জীয়েকৰ মুখলৈ চাই শংকৰীৰ বুকুত চলকচো যাগৰে। ৰূপ দেখি বুক কঁপি উঠে। সেয়েহে কেতিয়াবা জীয়েকক কোলাত লৈ কান্দে, কেতিয়াবা দাত কৰচে।

জীয়েকলৈ চাই দাঁত কৰচা নহয়, নিজকে নিজেই যেন জীততহে পিহিছে। কিন্তু কি কৰ শংকৰীয়ে, তাইৰ চৌদিশে জুই।

সতাই বিদিনা হাতত ধৰি বহঁছিল—সেইদিনা নিশা শংকৰীয়ে জীয়েকক হোৱাই-নোহোৱাই বকিলে। ক'লে, "জান ভেন্তে—লৈ আহ বিষ এসোপা, তয়ো খা ময়ো খাওঁ। সকলো পোৰাণিৰ শেষ হওক। সকলো সমস্যাৰ অন্ত পৰক।"

কথাটো আছিল এনেকুৱা :

মাঁকৰ মুখেদি সত্যৰ প্ৰস্তাৱ শুনি, সুহাস একেবাৰে অমত হ'ল। এইবোৰ নোহোৱা-নোপজা কথাৰ মাজত সোমাবলৈ তাই ৰাজী নহয়। বহু আলৈ-আপদ পাৰ হৈ, চলুৰে চলুৰে পানী খাই নগৰ-নাগতি হৈ ইমান দিনৰ মূৰত ভৰিৰ তলত অলপ মাটি পোৱা গ'ল, যাৰ তুল্য নাই, ৰজাঘৰত আশ্ৰয় পোৱা হৈছে, এতিয়া আক' অনিশ্চিতৰ সাগৰলৈ জাঁপ দিয়াৰ কি দৰকাৰ ?"

নিজা মানুহ ! হেঃ ! তিনিকুলত কেও নাছিল, এমুঠি পোৰামুড়ি লৈ কোনো আগবাঢ়ি অহা নাছিল, এতিয়া হঠাৎ নিজা মানুহ পাতাল ফালি ওলাল ! হ'ব পাৰে—এসময়ত গাঁৱৰ মানুহ আছিল, তাতনো কি চাৰিখন হাত-ভৰি গজিল ? হঠাৎ ইমান মায়া-মমতা উথলি উঠাৰ কাৰণেইবা কি ? কাৰণ আন একোৱেই নহয়, বিনা দৰমহাৰে চাকৰণী ৰান্ধনী এজনী পোৱা যাব। ভাবিছে যে দুখাৰয়ান ভালৰি বোলোবা কথাৰে ভোল নিযাই এবাৰ ঘৰত সুমুৱাব পাৰিলেই বছ। শংকৰী যেনে আজলী, সেয়েহে এই অভিসন্ধিৰ তলা-নলা বুজি নাপালে, তাৰ পাছত ইকুল-সিকুল দুকুল হেৰুৱাব লাগিব।

ও', পোনতে সুহাসে ইমানবোৰ কথাকেই কৈছিল। ইমান কথা ক'ব পাৰে তাই। অবশ্যে আন কাকো নহয়, কেৱল মাকক। মাকৰ ওপৰতে যিমান প্ৰতাপ। জন্মৰপৰা যিমান দুখ-কষ্ট অভাৱ-অসুবিধা পাই আহিছে, চিৰদিন তাৰ হোৰ তুলি আহিছে মাকৰ ওপৰত।

তথাপি সম্পূৰ্ণ ইতিহাস নাজানে। সঁচা ইতিহাস নাজানে। জানে— গৰ্ভৱতী অৱস্থাত বিধবা হোৱাত সেই সন্তানক 'অমঙ্গলীয়া' বুলি ঘৰৰ সকলোৱে লেই লেই ছেই ছেই কৰিছিল আৰু শংকৰী দুখে-অভিমানে তাইক লৈ ঘৰৰপৰা ওলাই আহিছিল।

সুহাসৰো এয়ে অভিযোগ।

মাকৰ মইমতালিৰ ফলতে যে সিহঁতৰ এই নাজল-নাথল অৱস্থা—সেই কথাত সন্দেহ নাই।

যি হওক—গ'ল কথা গুচিল। এতিয়া আকৌ এইবোৰ কি হৈছে।

মাক-জীয়েকৰ মাজত তৰ্কবাদ লাগিল।

শংকৰীয়ে জীয়েকক হোৱাই-নোহোৱাই বকিলে।

আৰু সুহাসে থঙতে ক'লে :

"ঠিক আছে, মই যেতিয়া তোমাৰ মূৰৰ বোজা, সেই বোজা আঁতৰাই থৈ যাম।"

কথাতে বোলে—মাটি বোবা।

কিন্তু কলিকতাৰ মাটিযে বোধকৰো কথা ক'ব পাৰে। বোধকৰো তাৰ মূল বুনিয়াদত অনন্তকালৰ সংস্ৰৱৰ ঐতিহ্য নথকা বাবেই কলিকতাৰ মাটিৰ প্ৰকৃতিত উঠন বয়সৰ ছোৱালীৰ চপলতা আৰু মুখৰতা। সেই মুখৰতাৰে কলিকতাৰ মাটিযে বোবাকো বাচাল কৰি তুলিব পাৰে। সেয়েহে কলিকতাৰ বাসিন্দাহঁত একো নিশিকাকৈও পণ্ডিত, একো নুবুজাকৈও বুজন।

সত্যৰ মতে, এয়া হয়তো কলিকতাৰ বা-বতাহতেই নহয়, কলৰ পানীৰো গুণ। হ'ব পাৰে।

আদি-অন্তকাল ধৰি মানুহে পৃথিবীৰ গহবৰেপৰাই আঁজলি ভৰাই তৃষ্ণা নিবাৰণ কৰি, জীৱনযাত্ৰাৰ সমল বুটলি আহিছে। য'ত সেই গহবৰ আছে ভালেই, য'ত নাই,, তাত কোদালেৰে গহবৰ খান্দি উলিয়াই লৈছে। তাৰ পাছত ঘট লৈ কলচী লৈ তাৰ ওচৰলৈ আহি ভৰাই লৈছে অসময়ৰ বাবে। মাটিৰ তললৈ নলী সুমুৱাই কোনে কেতিয়া পানীক হাতৰ মুঠিলৈ আনিলে আৰু তাক হুকুমৰ চাকৰ কৰাৰ কল গঢ়িবলৈ শিকিলে? নাই শিকা। কলিকতাইহে শিকি পেলালে। পানী হেন দুৰ্লভ বস্তু কল পকাই দিলেই পাবলৈ শিকিলে। এয়া কম তাজ্জৱ কথানে?

এই পানীৰ বিশেষ গুণ শৰীৰত ফুটি উঠিব নিশ্চয়। আন একো নহ'লেও কলৰ পানীয়ে সাহসৰ যোগান ধৰে।

নহ'লেনো নৱকুমাৰে ভৱতোষ মাণ্টৰৰ মুখে মুখে ক'বলৈ সাহস কৰিব পাৰেনে: "আমি আপোনাক এৰিলো মহাশয়, আগলৈ আপুনি আৰু আমাৰ ঘৰলৈ আমাৰ কথাত মূৰ ঘমাবলৈ নাহিব।"

কৈছে যে, সেই খবৰটো নৱকুমাৰে নিজেই ক'লেগৈ নিতাইক। ক'লে, "আৰু আৰ-বেৰ ৰাখি নক'লো, বুইছ? ভালকৈ শুনাই দিলো। যেতিয়া মান্যমান মানুহ হৈ আছিল, মান ধৰিছিলো, এতিয়া তেওঁ যদি নিজেই নিজৰ মান-মৰ্য্যাদা নষ্ট কৰি পেলায়, সেই মান ৰক্ষা কৰাৰ দায়িত্ব মোৰ নহয়। এই বুঢ়া বয়সতো তেওঁ যদি ধৰ্ম নষ্ট কৰে, লোকৰ শ্ৰদ্ধা ভক্তি ভালপোৱাৰ আৰু আশা নকৰাই ভাল। ছি ছি ছিঃ, মাণ্টৰৰ কেনেকৈ যে এনেহেন দুৰ্মতি হৈছিল, ভাবি কূল নোপোৱা হৈছো। অজান মুলুকত এজন অভিভাৱকৰ দৰে হৈ আছিল, নোহোৱা হ'ল আৰু।"

নিতায়ে অলপ তৃপ্তিৰে সৈতে হাঁহি মাৰি ক'লে, "অ'—তেনেহ'লে সম্পৰ্ক নাৰাখ আৰু ?"

"পাগল হৈছনেকি ? তেও দেখোন 'জাতিভ্ৰষ্ট'। জাতিভ্ৰষ্টৰ সৈতে আকৌ সম্পৰ্ক কিহৰ ?"

নহয়, নবকুমাৰে নিতাইক 'জাতিভ্ৰষ্ট' বুলি ত্যাগ কৰা নাছিল। সদায় সি তাৰ মেছলৈ আহিছিল, হাতে-ভৰিয়ে ধৰি কাবৌ-কাকুতি কৰিছিল, আৰু অৱশেষত ভৱতোষ মাষ্টৰৰ পৰামৰ্শ অনুসাৰে সত্যৰ হতুৱাই কোৱাই-মেলি নিতাইক সুপথলৈ, ঘূৰাই আনিছিল।

অৱশ্যে সেই কথা পুৰণি হৈ গ'ল। নবকুমাৰৰ ডাঙৰ ল'ৰা, যাৰ ভাল নাম বোলে সাধনকুমাৰ, সি তেতিয়া ফ'ৰ্থ ক্লাছত পঢ়িছিল, আৰু এতিয়া সি এণ্ট্ৰেন্স ক্লাছত পঢ়িছে। সত্যই কৈছে, বৃত্তি সি পাবই লাগিব। কৈছে সি জলপানি লৈ পাছ কৰিব নোৱাৰিলে সত্যৰ জীৱনযোৰা সাধনাই বৃথা হ'ব।

গাঁৱৰ ল'ৰাহঁতে পাঁচ মাইল বাট খোজকাঢ়ি আহি জিলা ইস্কুলত পঢ়া-শিখিনি কৰিলে, সত্যৰ সাধনকুমাৰেও যদি ইমান সুবিধা পাবো মাত্ৰ সেইকণেই কৰে, তেনেহ'লে সত্যৰ এই যুঁজ-বাগৰ শক্তিক্ষয়েৰে কি লাভ হ'ল ?

অৱশ্যে জলপানি পোৱাটোৱেই শেষ কথা নহয়। মানুহৰ দৰে মানুহ হ'ব লাগিব সত্যৰ ল'ৰাহঁত। কিন্তু লিখা-পঢ়াৰে মুখোজ্জ্বল কৰাটোহে তাৰ প্ৰথম সোপান।

পিছে ল'ৰাটোৱে মুখ ৰাখিব পাৰিব বোধ হয়। অন্ততঃপক্ষে তাৰ মাষ্টৰে তাকে কয়, মাহেকত নগদ দহ টকা দি নৱকুমাৰে মাষ্টৰ ধৰি দিছে।

কিন্তু নবকুমাৰৰ মাষ্টৰে যে এইদৰে নবকুমাৰৰ নাক-কাণ কাটিব, এই কথা কোনেনো ভাবিব পাৰিছিল ?

স্বস্তি নামৰ বস্তুটি ইমানেই আপুৰুগনে ?

নিতাইৰ সেই দুৰ্মতি হোৱাৰ কথাত লাগি কিমান দিন নষ্ট হ'ল। তাৰ মেছলৈ কিমান অহা-যোৱা কৰিব লাগিছিল, কিমান যে কাবৌ কাকুতি কৰিছিল। নিতায়ে হাঁহি উৰাই দিছিল। পোৰণিভৰা কাঠহাঁহি। কৈছিল : 'মোৰ দৰে অখাদ্য-অপদাৰ্থ এটালৈ আকৌ চিন্তা ! থাকিলো নে উছন হ'লো, ত্ৰিভুৱনত কাৰ কি হানি-বিঘিনি হ'ল ? ভালেই আছো। খাইছো বইছো ৰঙীন নিচাৰ বাগী লৈ পৰি আছো। তোমালোক হ'লা গুড্ বয়, জগতত তোমালোকৰ দৰকাৰ আছে, তোমালোকেই ভাল হোৱাগৈ'।

কিন্তু এই এটা বিষয়ত নৱকুমাৰে দৃঢ়তাৰে সৈতে গুৰিব'ঠা ধৰিছিল। নিতাইক সৎপথলৈ ঘূৰাই আনিবই লাগিব।

শেহান্তৰত ভৱতোষ মাষ্টৰৰ নিৰ্দেশ অনুসাৰে নৱকুমাৰে নিতাইক

সত্যৰ ওচৰলৈ টানি লৈ আহিছিল। কৈছিল, "ও", লোৱা, এইবাৰ দেওবৰ দিনতে মকামিলা কৰা। সংসাৰত তাৰ দাম আছেনে নাই বুজাই দিয়া।"

শংকৰীৰ কথাত সত্যৰ মন তেতিয়া উগুল-থুগুল, সেয়েহে গম্ভীৰভাৱে কৈছিল, "দাম আছেনে নাই মই কেনেকৈ' বুজাম সেই কথা ?"

নৰকুমাৰে মূৰ খজুৱাই কৈছিল, "সি তাকে কৈছে দেখোন। মানে—সি নষ্ট হৈ গ'লেও কাৰো কোনো অনিষ্ট নহ'ব বুলি কৈছে।"

হঠাৎ সত্যই নিতাইলৈ অপলক দৃষ্টিৰে চাই থাকি কৈছিল, "কাৰো একো অনিষ্ট নহ'ব বুলি জানিলাইনে ? তুমি সৰ্বজ্ঞান নেকি ?"

সেই দৃষ্টিৰ আগত নিতায়ে মূৰ দোঁৱাইছিল।

সত্যই তীব্ৰ কণ্ঠেৰে কৈছিল, "মই কৈছোঁ মোৰ অনিষ্ট হ'ব। কথাটো মানি ল'বানে ?"

নৰকুমাৰে এই তীব্ৰতাৰ কোনো অৰ্থ বিচাৰি পোৱা নাছিল, সি ভয় খাইছিল। তাৰ ধাৰণা আছিল—সত্যই কাকুতি মিনতি কৰিব, সইত-শপত খুৱাব। কিন্তু ক'তা! তেনেকুৱা একো নহ'ল দেখোন।

ডাবি-ধমকিও জানো দিলে ?

নিদিলে দেখোন, অথচ কথাষাৰ যে বেছ জোৰ দি কৈছিল তাতো সন্দেহ নাই। সত্যই আকৌ তেনেকৈ জোৰ দিয়েই ক'লে, "মই কৈছোঁ তুমি ভাল হ'ব লাগিব, সভ্য ভব্য ভদ্ৰলোক হ'ব লাগিব। মানুহ যে হাবিৰ জন্তু-জানোৱাৰ নহয় সেই কথা মনত ৰাখিব লাগিব। অফিছৰপৰা দহ দিনৰ বাবে ছুটি লোৱা, ঘৰলৈ যোৱা, পৰিবাৰক লৈ আহাঁগৈ। মই ইয়াত বহাৰ বন্দবস্ত কৰি থম।"

পৰিবাৰ! বহা! নিতায়ে লাহে লাহে মূৰ জোকাৰিলে।

"সেয়া—অসম্ভৱ।"

"অসম্ভৱ! কিয়, অসম্ভৱ কিয় ?"

"ঘৰত মান্তি নহ'ব।"

"কোন মান্তি নহ'ব ? তোমাৰ পৰিবাৰ ?"

সত্যৰ কণ্ঠস্বৰ তীব্ৰ হৈ উঠিল।

"নহয়—মানে—প্ৰায় তেনেকুৱাই আৰু।" নিতায়ে বিষণ্ণ কণ্ঠেৰে ক'লে, "মোমাই-মামীও মান্তি নহ'ব। গতিকে তায়ো—"

"গতিকে তায়ো ? বৰ স্বাৰ্থপৰ ছোৱালী দেখোন।"

স্বাৰ্থপৰ! নিতাই অবাক হ'ল।

যন্ত পৰাৰ্থপৰতাৰ চৰম নিদাৰ্শন, তাতে স্বাৰ্থপৰতাৰ অপবাদ!

"আপোনাৰ কথাষাৰ ঠিক বুজি নাপালোঁ নৰো।"

লগে লগে নৰকুমাৰেও ক'লে, "ঠিকেই তো, ঠিকেই তো। এইখাৰ কথা একেবাৰে যাক বোলে চালে-বেৰে কোবোৱাৰ নিচিনা কথাহে হ'ল যেন পাইছোঁ।"

"বুদ্ধি খৰচ কৰাহেঁতেন চালে-বেৰে কোবোৱা নহয় বুলি নিশ্চয়েই বুজি পালাহেঁতেন। বোলোঁ—ওপৰৱলাহঁতৰ কথাত যে হয়ভৰ দিব পাৰিবাৰে, শ্ৰদ্ধাৰে নে চেনেহৰে? মোক বুজাই দিয়া। তাই তাইৰ স্বামীতকৈও তেওঁলোককে বেছি ভালপায়নে? স্বামীৰ কাষত থাকি, স্বামীক বান্ধিবাঢি খুৱাই-বুৱাই আদৰ-সাদৰ কৰি তাই যি পৰিতৃপ্তি পাব, তাতকৈ বেছি পৰিতৃপ্তি তেওঁলোকৰ আলপৈচান ধৰি পাইছেনে? হক কথা ক'বা।"

প্ৰশ্নটো নিতাইক উদ্দেশ্য কৰি, পিছে উত্তৰ দিলে নৰকুমাৰে। ক'লে, "এঃ, ইও এটা কথা হ'লনে? বহা কৰি গুচি আহিম বুলিলে লোকে নিন্দা নকৰিব? দহো ৰাইজে বেয়া নুবুলিব? তোমাৰ দৰে—"

"ও", মোৰ দৰে ডকাইতনী আৰু কোন আছে। সেই কথাটো আওপুৰণি হ'ল। বোলোঁ কেইজনমানে বেয়া বুলিব এই ভয়তে মোৰ স্বামী হেন বস্তুক উটুৱাই দিম, হোটেলৰ ভাত খাই খাই শৰীল-স্বাস্থ্য জহন্নামে যাবলৈ দিম, তাক উচ্ছন্নতাৰ বাটলৈ যাবলৈ দিম, এয়া স্বাৰ্থপৰতা নহয়? কেইজনমানে বেয়া বুলিলেই মোৰ গাত পানীজোলা ফুটি উঠিবনে? কামটো যে বেয়া নহয়, সেই কথাটো মোৰ অন্তৰে নুবুজিবনে? তাই হ'লগৈ আক' বাঁজী। কি লৈ কি সুখেৰে আছে কোৱাঁচোন? পুৱাৰপৰা ৰাতিলৈকে সংসাৰৰ যতমানে অলাগতিয়াল কামবোৰ লৈ পৰি আছে তাত, তাৰ বাবে তাত তাইৰ গুণ-গান কৰিছে, এয়া কিবা মানুহৰ জীৱন হ'লনে? মই তোমাক কৈছোঁ দেবৰ বোপা, নিজৰ হিত চিন্তা কৰিছা যদি, তাইক নিজৰ ওচৰলৈ লৈ আহাঁ। বহা মই ঠিক কৰি দিম।"

হঠাৎ নিতায়ে আন এদিন কৰাৰ দৰে কাম এটা কৰিলে কুঁজা হৈ সত্যৰ ভৰি দুখন ছুই, তাৰ পাছত মূৰত হাত থৈ ক'লে, "নিজৰ হিত-অহিত মই নুবুজোঁ নবৌ, আপোনাকহে বুজোঁ। আপুনি হুকুম কৰিলে—"

"ও", হুকুমেই কৰিছোঁ মই—" সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "হুকুম কৰিছোঁ—মানুহৰ দৰে ঘৰ-সংসাৰ কৰা, মিছা সপোন ৰচি মূৰ নঘমাবা।"

নিতাই গুচি গ'ল।

সত্যাও নিজৰ কামত লাগিলগৈ। নৰকুমাৰ ভেবা লাগি থিয় হৈ থাকিল। প্ৰকৃত ঘটনা যে কি হ'ল, টলকিবই নোৱাৰিলে। অথচ তাৰ চকুৰ আগতে এনেকুৱা কিবা এটা ঘটিল, যি ঘটনা সচৰাচৰ নঘটে—সেই কথাও অনুমান কৰিব পাৰিছে। সত্য আৰু নিতায়ে যেনিবা উৰ্দু ফাৰ্ছী বা আন কিবা ভাষাতহে কথা পাতিছিল।

অথচ এতিয়া সত্যক সুধিবলৈকো সাহস নোহোৱা হৈছে। শংকৰীৰ কীৰ্তিত সত্য বিষণ্ণ।

সঁচা, শংকৰীয়ে সত্যৰ সৈতে এনে দুৰ্ব্বোধ শত্ৰুৰ পালিব বুলি সত্যই সপোনতো ভাবিছিল নে? এয়া যেন আগৰ জনমৰ শত্ৰুতাৰ হোৰ তুলিলে শংকৰীয়ে। নহ'লেনো চিৰদিনৰ বাবে হেৰাই যোৱা মানুহজনী, যিজনীয়ে এদিনৰ বাবেও মনৰ এচুকতে ভুমুকি মৰা নাছিল, সেইজনীযে হঠাৎ এইদৰে আহি দেখা দিবহিয়েইবা কিয়, চিনাকিয়েইবা দিব কিয় ?

বৰ সুখেৰে দিন কটাইছিল সত্যই, শংকৰীয়ে হঠাৎ সেই সুখৰ মূলত ছুৰীৰে খুচি খুচি ক্ষত-বিক্ষত কৰি থৈ গ'ল।

সেই যে গল্পত আছে কবৰৰপৰা প্ৰেতাত্মা ওলাই আহি মানুহক যন্ত্ৰণা দিয়ে, শংকৰীয়ে সেই প্ৰেতাত্মাৰ দৰেহে কৰিলে।

সত্যই শংকৰীৰ ওচৰত কি জগৰ লগাইছিল যে এইদৰে যাতনা দি গুচি গ'ল তাই ? শংকৰীক লগ পোৱাৰ খবৰ জনাই সত্যই দেউতাকলৈ চিঠি লিখিছিল দেউতাকে কি কয়-নকয় জানিবলৈ। সেই চিঠিৰ উত্তৰ পোৱাৰ আগতেই শংকৰী নিজেই এক নতুন খবৰ হৈ পৰিল।

তাই দুটামান দিনো ৰ'ব নোৱাৰিলেনে ? এয়া যেন সঁচায়ে সত্যক ধাৰয়েই চোকা অস্ত্ৰেৰে সত্যৰ বুকুখন হানি থৈ গ'ল।

এই দীৰ্ঘকাল ধৰি শত লাঞ্ছনা আৰু শত ধিক্কাৰৰ ভাত খাই খাই যিটো প্ৰাণ পুহি ৰাখিছিল শংকৰীয়ে, এটা দিনৰ বাবে সত্যৰ ওচৰত মৰমৰ ভাত খাই সেই প্ৰাণটোক হেলাৰঙে বিসৰ্জন দিলে।

ইয়াতকৈ ভয়ংকৰ নিষ্ঠুৰতা আৰুনো কি থাকিব পাৰে ?

খবৰটো শুনিয়েই সত্য মূৰে-কপালে হাত দি সেই কথাটোকে কৈছিল, "জানো, জানিছিলো। চিৰকালেই পাষাণী! মাইকী মানুহ ইমান নিষ্ঠুৰ!"

তাৰ পাছত হুৰাওৱাৰে কান্দি কান্দি চিঞৰি চিঞৰি কৈছিল, "অ' কাটোৱাৰ যোৱাৰী, কি কুক্ষণত মোৰ সৈতে তোমাৰ দেখাদেখি হৈছিল, কি কুক্ষণত মই তোমাৰ ছোৱালীজনীৰ ভাৰ ল'ম বুলি কৈছিলো—তোমাক মৰিবলৈ কৈছিলো। নোকোৱাহেঁতেন তুমি এইদৰে মুক্তি নল'লাহেঁতেন!"

কথাষাৰ নিতান্ত ভুল নহয়, সুহাসৰ দায়িত্ব থকা বাবেই অত দিন ধৰি ইমান গ্লানিকৰ জীৱন যাপন কৰিছিল শংকৰীয়ে।

সেই দায়িত্বৰপৰা মুক্ত হোৱা বাবেহে—

নে কেৱল সাময়িক উত্তেজনাৰ ফল ? জীয়েকে বোৱাৰীয়া মাকৰ সৈতে কন্দল কৰি কৈছিল, "মই বোৱাৰীয়া তোমাৰ মূৰৰ বোজা, সেই বোজা মই আঁতৰ কৰি থৈ যাম—" তেতিয়া শংকৰীৰ মুখত কুৎসিত আক্ৰোশৰ তীব্ৰ হাঁহি

বিৰিঙি উঠিছিলনে ? ভাবিছিল নে, হয়নে। মইহে চিৰকাল তোমাৰ ওচৰত বন্দ হৈ থাকিম ? পাপৰ পৰাচিত আৰু নহ'বইনে মোৰ ? তুমি মোক জনমৰেপৰাই বন্দ কৰি ৰাখিছা, আকৌ মৰি বন্দ কৰি থৈ যাবা ? বাৰু চাই লোৱা, এইবাৰ কাক কোনে বন্দ কৰে চোৱাঁ।

কোন কথাষাৰ সঁচা কোনে ক'ব ?

শান্ত ভাৱে ভাবি-গুণি শংকৰীয়ে তাইৰ দীৰ্ঘকালৰ পৰিকল্পনাৰ ৰূপ দিছিল, নে ক্ষণিকৰ অসতৰ্কতাৰ ফলত কূল পাযো নাওখনক ডুবালে ?

ওহোঁ, প্ৰকৃত কথা কোনেও ক'ব নোৱাৰে।

আত্মহত্যা কৰাৰ আগতে যে অলপ লিখি থৈ যাব লাগে 'মোৰ মৃত্যুৰ বাবে কোনো দায়ী নহয়'—সেই কথাও শংকৰীয়ে জনা নাছিল। নাইবা সেই প্ৰথা তেতিয়ালৈকো প্ৰচলিত হোৱা নাছিল।

লিখিবলৈ নিশিকা বাবেহে প্ৰচলিত হোৱা নাছিল কিজানি।

প্ৰচলিত হোৱা নাছিল, সেয়েহে ৰাতি পুউৱাৰ লগে লগেই দত্ত পৰিয়ালৰ ভিতৰ চ'ৰাত হুৱা-দুৱা লাগিল। ৰান্ধনিঘৰৰ কাষৰ কোঠাটোৰ চ'তিত চিপজৰী লৈ খিলীপাণ-সজা বামুণীবাই ওলমি আছে।

কিয় ? কিয়। কি দুখত ?

সেয়া, কালি গাঁৱৰ মানুহক দেখা পাই, গাঁৱৰ মানুহৰ ঘৰৰ আদৰৰ ভাত খাই কিমান হাঁহি-মাতি আছিল দেখোন। কৈছিল, 'চাকৰি এৰি গুচি ৰামেই', কৈছিল, 'গাঁৱৰ মানুহ, বহুদিনৰ চিনা-জনা, নোৰিলে আৰু, ছোৱালীজনীৰো ভাৰ ল'ব বুলি কৈছে, এই সুযোগ এৰিব নোৱাৰি আই। দাস্যবৃত্তি বহু কাল ধৰি কাৰলোঁৰেই'। কালীৰ থানত হেনো চিনাকি হৈছিল।

কিন্তু মানুহঘৰ আন কোনো নহয়, দত্তহঁতৰ সাত নম্বৰ ঘৰৰ সেই অহংকাৰী ভাৰাটীয়া। তাইৰ ওচৰতে আশ্ৰয়ৰ আশ্বাস পাইছিল তাই।

গ'লেইহেঁতেন। পিছে দিন-খেণৰ চেলু দেখুৱাই কৈছিল, "চ'ত পুহ ভাদ—এই তিনিটামাহত ঘৰৰ মেকুৰীজনীকো উলিয়াই দিব নাপায় আই, দিলে গিৰিহঁতৰ অমঙ্গল। ইমান দিন লোণ খালোঁ, তোমাৰ অমঙ্গল নকৰোঁ। এই মাহত নাযাওঁ।"

হঠাৎ সেই সংবুধি বিনষ্ট হ'ল কিয় ? কিয় আৰু কেনেকৈ বিস্মৃত হ'ল লোণৰ ঋণ ? সেয়েহেনে অদিন-অক্ষণতে গৃহস্থৰ অমংগল ঘটাই চিৰদিনৰ বাবে বিদায় লৈ গুচি গ'ল তাই ?

হৈ-চৈ হ'ল।

পিছে ডাঙৰ লোকৰ ঘৰ, আৰু নিছলা চাকৰণী বিধবাৰ প্ৰাণহে। সেয়েহে সেই হৈ-চৈ কুটুকাৰ ফেন যেন হ'ল। থানা-পুলিচ দূৰৈৰে কথা,

বৈঠকখানাৰ ভাঙৰীয়াসকলৰ সকলোটিয়ে গম পালেনে নাই সন্দেহ। অন্ততঃপক্ষে গম পোৱাৰ লা-লক্ষণ তেওঁলোকৰ আচৰণত ফুটি নোলাল। গুড়গুড়ীৰপৰা ওলাই থকা শব্দৰ অলপ ছন্দপতন হ'ল চাগে, ডিভিৰপৰা অলপ হুংকাৰ ওলাল এবাৰ, ইমানেই। তাতকৈ বেছি একো নহয়

দত্ত-পৰিয়ালৰ পিছ-দুৱাৰেদি শংকৰীৰ মৃতদেহ ওলাই গ'ল। নিজৰ ঘৰৰ দুৱাৰমুখত থৰ লাগি থিয় হৈ চাই থাকিল সত্যাই। যেতিয়া গুচি গ'ল, নেদেখা হ'ল, হাত দুখন দাঙি নমস্কাৰ কৰি মনে মনে ক'লে ঃ ইমান পতনতো ভিতৰি ভিতৰি তুমি তেজী হৈ আছিলা বোৱাৰী, বুজিলোঁ সেই কথা। সেইদেখিহে সৰু ননন্দেকৰ কৰুণাৰ আশ্ৰয়ত নাথাকিলা। সকলোৱে সুধিছে—'কাৰণ কাৰণ'। কাৰণ যে কি মই হাড়ে হিমজুৱে বুজি পাইছোঁ। কি কৰিম, মোৰেই নিয়তি। ভগৱানে যাক যাৰ নিমিত্ত কৰে!

ঠিক এনেতে দত্ত পৰিয়ালৰপৰা এজনী চাকৰণীয়ে সতাক ক'লেহি, "ভাঙৰ আয়ে মাতিছে।" সত্যাই শিৰুত্তি নকৰিলে।

তাই কিজানি এই মাতষাৰলৈ বাট চায়েই আছিল।

অৱশ্যে তাইক মতাই নি দত্ত গৃহিণীয়ে সন্দেশ খুৱাব বুলি তাই আশা কৰা নাছিল। পিছে সেইবুলি ইমানখিনিও ভবা না'ছিল। তেওঁ এইদৰে আগ-পিছ নুগুণি গুৱালগালি পাৰিব বুলি ভবা নাছিল তেওঁৰ সাত নম্বৰৰ প্ৰজাৰ পৰিবাৰক। এবাৰ যেন আওপাকে পুলিছৰ ভয়ো দেখুৱালে, কিয়নো দহে-ধৰ্মে সাক্ষী দিব, সত্যাৰ পৰামৰ্শত পৰিয়েইহে হঠাৎ ইমান ভাল মানুহজনী কিবা যেন হৈ গৈছিল।

"তুমিয়েই তাইৰ মৃত্যুৰ কাৰণ। নহ'লে ইমান দিন ধৰি তাই ভালেই আছিল।" দত্ত গৃহিণীয়ে ক'লে।

সত্য তলমূৰ হৈ সকলো অভিযোগ মূৰ পাতি লৈ ক'লে, "যি হ'বলগীয়া আছিল হৈ গ'ল, ছোৱালীজনীক মোক দিয়ক।"

"তোমাক দিম? ছোৱালীজনীক?"

এনেহেন চালে চকুবোৱা উঠন বয়সৰ ছোৱালী এজনীক ক'লেই বিলাই দিয়াৰ দৰে মূৰ্খ নহয় দত্ত গৃহিণী। এই সম্পদ হ'ল হাতৰ হাতিয়াৰ। এই সম্পদেৰে সময়-অসময়ত কিমান কাম সিজিব, কত কাম হাচিল হ'ব। সেয়েহে ভুৰু কোঁচাই ক'লে তেওঁ, "তোমাক দিম মানে? তুমি তাইৰ অভিভাৱিকানে কি? তাই মোৰ সংসাৰতে থাকিব। যেনেকৈ তাইৰ মাক আছিলে।"

সত্যাই মূৰ দাঙি সুধিলে' "খিলীপাণ-সজা চাকৰণী হৈ?"

দত্ত গৃহিণীৰ মুখখন কেঁহৰাজৰটো যেন হৈ পৰিল। তেওঁ কঠোৰ কণ্ঠেৰে ক'লে, "চাকৰণীৰ ছোৱালী চাকৰণী নহৈ ৰাজৰাণী হ'বনেকি?

পিছে আমাৰ সংসাৰৰ পুৰুষসকলৰ দয়াৰ শৰীল, চকুত পৰিলে তেনে হোৱাও বৰ আচৰিত কথা নহ'ব।"

এই বিষাক্ত হুল দত্ত গৃহিণীয়ে যে জানি বুজি ইচ্ছা কৰিয়েই বিন্ধালে, সেই কথাত সন্দেহ নাই। আচল কথা হ'ল—শংকৰীৰ মৃত্যুৰ বাবে তেওঁ প্ৰথমৰেপৰাই সত্যাক দায়ী কৰিছে, ভাবিছে এইজনীয়ে কাণত কিবা যেন কাণমন্ত্ৰ দিলে আৰু তেওঁৰ জল-জীয়াত চাকৰণীজনী কফুৰৰদৰে উৰি গ'ল। তাৰ ওপৰিও আকৌ ছোৱালীজনীক নিবলৈ আহিছে! মোৰেনো কোন অ' ?

তোমাৰ অহংকাৰ এইবাৰ চূৰ্ণ কৰিম ৰ'বা। তোমাৰ ভিতৰুৱা কথাৰ উমান মই পাইছোঁৱেই। এই সুহাসৰ মাক তোমাৰ 'গাঁৱৰ মানুহ'। কিজানি কুটুমেই হ'ব। তুমিও তেন্তে সেই একে চুপাৰ বাঁহ। মুখেৰে গপাই গজহস্তীটো বোলাই মোৰে সৈতে ফেৰ পাতিছা।

দত্ত গৃহিণীৰ মনৰ কথা সত্যবতীয়ে তেওঁৰ মুখৰ ভাষাৰেপৰাই আৱিষ্কাৰ কৰিলে। হয়তো সেয়েহে বিচলিত নহওঁ বুলি প্ৰতিজ্ঞা কৰিয়েই ক লে, "তেনেহ'লে বৰ ভ লৰে কথা। আপোনালোকৰ ঘৰৰ পুৰুষসকলৰ যেতিয়া ইমান দয়াৰ শৰীৰ, তেতিয়া মইনো আৰু তাইৰ কি হ'ব বুলি ভাবি কাতৰ হওঁ কিয় ? কিবা এটা সদ গতি হ'ব বুলিয়েই ধাৰণা হৈছে।"

দত্ত গৃহিণীয়ে ভ্ৰূ কোঁচাই ক'লে, "কি ক'লা ?"

"ক'লোঁ আৰু—"

"সদগতিৰ কথা কি ক'লা ?"

"ক'লোঁৱেই দেখোন, যদি বুজা নাই বুজাব নোৱাৰিম। পাছত বুজিব। বাৰু, মই আহিলোঁ তেন্তে।"

দত্ত গৃহিণীয়ে আকৌ নিজমূৰ্তি ধাৰণ কৰিলে। ক'লে, "জানানে তোমাক মই পুলিচৰ হাতত গটাই দিব পাৰোঁ পুলিচক কম, তোমাৰ উচটনিত পৰি মানুহজনী মৰিল।"

সত্যাই মিচিকীয়াই হাঁহি ক'লে, "তেন্তে তাকে কৰক। কিন্তু সদ্যহতে আপোনালোকৰ কোনোবা এজনী চাকৰণী বা সৰু ল'ৰা এটি মোৰ লগত দিবনে ? মই আপোনালোকৰ বৈঠকখানালৈ যাব খুজিছোঁ।"

"বৈঠকখানালৈ ? তুমি ? তোমাৰ মতলব কি কোৱাচোন ?"

"দয়াৰ শৰীৰ থকাসকলৰ ওচৰত অলপ ভিক্ষা খুজিম। বামুণৰ ছোৱালীয়ে ভিক্ষা খোজাত দোষ নাই।"

"এইজনী দেখিছোঁ বৰ নিমচ্যাহ'তী তিৰী!" দত্ত গৃহিণী পালেঙৰপৰা হুৰমুৰকৈ মজিয়ালৈ নামি আহি ক'লে, "তোমাৰ ৰীতি-নীতি তো বৰ ভাল দেখা নাই। বৈঠকখানালৈ গৈ মতা মানুহৰ আগত কি ছল-চ্ছন্দ কৰিবা শুনোচোন ? ওলাবলৈ অলপো লাজ নালাগিবনে ?"

সত্যাৰ মুখৰ ওৰণিখন খহি পৰিছিল, মুখখন বগা পৰি গৈছিল। কিন্তু সত্যাই শান্ত কণ্ঠেৰে ক'লে, "লাজৰ কিটো আছে? শূদ্ৰৰ মাজেই ব্ৰাহ্মণকন্যাৰ সন্তানতুল্য। সন্তানৰ ওচৰত মাকৰ 'লাজ'ৰ কি থাকিব পাৰে?"

তাৰ পাছত কিহবপৰা কি হ'লগৈ, দত্ত গৃহিণীয়ে ক'ব নোৱাৰে।

পিছে সুহাসিনীক সত্যাৰ সংসাৰতে থাকিবলৈ দিবলগীয়া হ'ল তেওঁ।

মাজু ডাঙৰীয়া, অৰ্থাৎ মাজু দেওৰেকে হেস্তেল ফটফটাই ভিতৰ চ'ৰালৈ আহি আদেশ দিলে, "সেই বামণী মাইকীজনীৰ ছোৱালীজনীক সাত নম্বৰ ঘৰলৈ চালান কৰি দিয়া ডাঙৰ বৌ, তাই বোলে সিহঁতৰ গাঁৱৰে।"

পৰিবাৰ নোহোৱা দেওৰ, ক'বলৈ গলে বৰ গৃহিণীৰ হাতৰ মুঠিৰ সম্পত্তি, সেয়েহে তেওঁ কোঁচাই প্ৰশ্ন কৰিলে তেওঁ, "কোন কাৰ গাঁৱৰ মানুহ, সেই খবৰ তোমাৰ কাণত পৰেহি কেনেকৈ?"

"কথা শুনা! কাণত ঢাকি দিলেও নপৰাকৈ থাকিবনে? সেই বানাৰ্জি'ৰ পৰিবাৰে নিজেই ক'লেগৈ দেখোন—"

"ক'লে! তোমাৰ সৈতে কথা পাতিলে তাই।"

"এস! খোলোচাকৈ ক'লেনে কিবা? এজনী চাকৰণীৰ হতুৱাই কোৱালে—"

"আৰু তুমি সুন্দৰ মুখখন দেখি গলি গ'লা! ধইন, ধইন! এইবোৰ ভিতৰ চ'ৰাৰ কথাত তুমি ভাগ নললেও হ'ব মাজু ডাঙৰীয়া! মতাহঁতৰ মনভুলোৱা মাইকীহঁতক কেনেকৈ পোনাব লাগে মই জানো।"

'এঃ, কি যিহকে পাই তিহকে বলকিছা। ভদ্ৰঘৰৰ তিৰোতা, ক'বলৈ গ'লে মোৰ ছোৱালীৰ বয়সৰ, এইবোৰ কি কথা! ছি ছি।"

বৰগৃহিণীয়ে চেপা ক্ৰুদ্ধ কণ্ঠেৰে ক'লে, "ঈ—হ! নিলগৰপৰা চুমাটো দিছে, গালৰ আদখন ছিঙি নিছে! কিমান যে ছল নাজানা! ছল পালে বিয়নি, নিতউ তিয়ায় তিয়নি। ছোৱালীৰ বয়সৰ মাইকী মানুহ মই আৰু কাহানিও নাই দেখা! বোলো—নাচ বগী নাচ, ঘাটৰ চেলেকনা মাছ, তয়ো বগী ময়ো বগী একেখন বিলৰে মাছ! যোৱা যোৱা, ঘ'ৰ মানুহ ত'তে থাকা। সুহাসক মই ক'লৈকো নপঠাওঁ, কচ।"

মাজু ডাঙৰীয়াই নিৰুপায় ভংগীৰে ক'লে, "কিন্তু—মই যে কথা দিলোঁ। মোৰ কথাৰ এটা দাম আছে তো—?"

"অঃ! আৰু মোৰ কথাৰ দাম নাই, নহয়—?"

"কি মুস্কিল! সেই কথা কোনে ক'লে—" মাজু ডাঙৰীয়াই কূট-কৌশলত ধৰিলে, "মই কওঁ—সহজেই যেতিয়া আপদ বিদায় হৈছে—বিদায় দিয়া। চিপজৰী দৈ মৰিলে যে সম্পত্তি নহয় জানাই নহয়? আৰু এইবোৰে

পৃথিৱীত আটাইতকৈ ভালপোৱাজনৰ ওচৰলৈহে ঘূৰি ঘূৰি আহে। এই ছোৱালীজনী আছিল তাইৰ একমাত্ৰ সন্তান, নিশ্চয় বৰ আকৰ্ষণ আছিল।"

দত্ত গৃহিণীয়ে উচপ খাই ৰাম নাম ল'লে। বৰ আকৰ্ষণ!

আকৰ্ষণ বুলিলে আৰু কিমানখিনি কোৱা হ'ল? সন্তানৰ প্ৰতি ইমান আকৰ্ষণ দত্ত গৃহিণীয়ে আগে কাহানিও দেখা নাছিল।

যি কি নহওক—বান্ধ এৰি কন্দা, কন্দা এৰি বান্ধ দিবলগীয়া নহ'ল, বামুণ চাই দক্ষিণা গণক চাই ভোজনী দিয়াত একেচিপে কাম সিজিল।

অনিচ্ছা সত্বেও সুহাসিনী সত্যৰ সংসাৰলৈ আহিল।

নবকুমাৰৰ যোল্ল অনাই অনিচ্ছা, সত্যাৰো আৰু আগৰ সেই মধুৰ কৰ্তব্যৰ আনন্দ নাথাকিল। নিতান্ত নিৰস কৰ্তব্যৰ খাতিৰত তাইক ঘৰলৈ লৈ আহিল। শংকৰীক কথা দিছিল বুলিহে।

পিছে এইবোৰ কথা প্ৰায় চাৰি বছৰৰ আগৰ কথা।

এতিয়া বেথুন স্কুলৰ তিনিটা শ্ৰেণী পাৰ হৈ গ'ল সুহাসিনীৰ।

স্কুলৰ সুবিধাৰ বাবেই হওক, বা দত্ত পৰিয়ালৰ পৰিবেশৰপৰা মুক্তিৰ বাবেই হওক—মুক্তাৰাম বাবু ষ্ট্ৰীটৰ সেই ঘৰটো এৰি সত্যবতীহঁত বাগবাজাৰলৈ আহিছিল। এই বহাটোৰ ভাৰা বেছি, অসুবিধা বিস্তৰ, পিছে এটা পৰম লাভ—গংগা নিচেই ওচৰত। নিতৌ গংগাস্নানৰ পুণ্যাৰ্জন হয়।

আৰু এটা আকৰ্ষণ আছে। যিটো আকৰ্ষণৰ কথা নবকুমাৰে নাজানে। সত্যাই নবকুমাৰক নোকোৱাকৈয়েই দুপৰীয়া দুপৰীয়া এঠাইলৈ অহা-যোৱা আৰম্ভ কৰিছে। সেই আহ-যাহ নবকুমাৰে নাজানেই, গতিকে সেই লৈ নবকুমাৰৰ সুখ-দুখৰো প্ৰশ্ন নুঠে, মোটামুটিভাবে সুখতে থকাৰ কথা তাৰ। কিয়নো ঘৰৰ ভাৰাও যেনেকৈ চৰিল, তেনেকৈ তাৰ অফিছৰ দৰমহাও বাঢ়িল। ল'ৰা দুজনে প্ৰতি বছৰে ফাৰ্ষ্ট-ছেকেণ্ড হৈ ক্লাছত প্ৰমোচন পাইছে, এজন ল'ৰাই পাছ কৰিলেই। সত্যাৰ অটুট স্বাস্থ্য আৰু অপৰিসীম কৰ্মক্ষমতাই সংসাৰখনক নিভাঁজ মুকুতা যেন কৰি তুলিছে।

গাঁৱৰ ঘৰত মাক-দেউতাকো কুশলেই আছে। নিতাইৰো মতি-গতি ভাল হৈছে বুলি ক'ব পাৰি। আৰু নো কি লাগিছে? একো নালাগিছিল।

একো নালাগিছিল আৰু। কিন্তু হঠাৎ ভয়ানক লোকচান এটা হ'ল। ওঁ, হঠাতেই। আৰু যি হ'ল তাৰ কোনো প্ৰতিকাৰ নাই। নবকুমাৰৰ মূৰত বিনামেঘে বজ্ৰাঘাত হ'ল। যোল্ল অনা সুখত বিষাদ যোগ।

ভৱতোষ মাষ্টৰে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিলে।

'পতিত' হ'ল।

গাঁৱত থাকোঁতে ভাবিনীৰ অন্য ৰূপ আছিল। গোটেই দিন গাধৰ দৰে খাটনি, ওৰে ৰাতি ম'হৰ দৰে টোপনি। চকিয়ালেও ৰাও নকৰা। মামা শহুৰৰ ঘৰৰ সকলোকে যম যেন দেখে।

কলিকতাৰ বহালৈ অহাৰ আগতে, ইমানখিনি বয়সলৈকে নিতাইৰ সৈতে তাৰ পৰিবাৰে কেইটা কথা পাতিছিল নিতায়ে আঙুলিৰ মূৰত গণিত কৰি কৈ দিব পাৰে কিজানি। মাত্র সেই বহু দিনৰ আগতে যেতিয়া এবাৰ বহালৈ অহাৰ কথা কৈছিল, তেতিয়াহে মাথোন বৈণীয়েকৰ স্পষ্ট মাত শুনিছিল নিতায়ে। বৈণীয়েকে কৈছিল, "ভিতিত ফাঁচ লৈ মৰো। লাজ-কাজ এৰি নাকত কলাখাৰ সানি তোমাৰ সঁতে বহালৈ যাব লাগিব ?"

গুচৰে পাজৰে যে নিশ্চয় কোনোবা-কুমন্ত্ৰিয়ে কাণ সৰালি দি থিয় হৈ আছে, এই জ্ঞান-বুদ্ধি থকা বাবেহে বোধকৰোঁ বৈণীয়েকৰ ইমান ডাঙৰ মাত।

শুনি নিতাই মুখত কোবোৱা দমৰা হেন হৈ পৰিছিল।

পাছদিনা মামীয়েকে কৈছিল, "কি অ' নেতাই, তোৰ সেই বুকুৰ বন্ধুটোৰ দৰে বৈণীয়েৰক বহালৈ লৈ যাবনেকি ?"

নিতায়ে সেই কথা টিলিকতে উৰাই দি কৈছিল, "কি যে কোৱা আৰু। বলিয়া হৈছো নেকি ?"

মামীয়েকে কৈছিল, "চা, আগলৈ মোক দুষেপ নধৰ যেন কৈ থৈছো। বোৱাৰীক মই কৈছিলোঁ যে মনৰ বাসনা মনত লৈ ইয়াত পৰি থকাৰ দৰকাৰ নাই, যাব যদি যাওঁক। পিছে তাই মৰতীয়ে কয়, 'তোমালোকৰ ভৰিত ধৰি পৰি থাকিম, মোক তোমালোকৰ আশ্ৰয়ৰপৰা কোনে নিয়ে চাওঁচোন' ।"

মামীয়েকৰ মাতত তৃপ্তিৰ সুৰ।

আৰু নিতায়ে তাৰ ধৰ্মপত্নীৰ ধৰ্মজ্ঞানৰ পৰিচয়েৰে পৰিতৃপ্ত হৈ কলিকতালৈ উভতি আহি নৰকুমাৰৰ সংসাৰতে থকা-মেলা কৰিছিল।

কিন্তু সেয়া সেই তেতিয়াৰ কথা।

তাৰ পাছত কিমান পানী বৈ গ'ল, কতই কত পানী ঘোলা কৰিলে। নিতাইৰ দহ দশা ঘটিল। আৰু অৱশেষত বন্ধুপত্নীৰ নিৰ্দেশক্ৰমে নাইবা আদেশক্ৰমে আকৌ সেই পুৰণি প্ৰস্তাৱ লৈ নিতাই গাঁৱলৈ গ'ল।

ভাবিছিল যে ভালকৈয়ে যুঁজ দিব লাগিব।

কিন্তু আচৰিত কথা, এইবাৰ বিনাযুদ্ধে ৰাজ্য জয় কৰিলে। ঈশ্বৰেহে জানে কোনে ক'ত কোঁতিয়া কি চাবিকাঠি পকাইছিল, পিছে নিতায়ে কিবা এটা কোৱাৰ আগতেই মামীয়েকে ক'লে, "আৰু নো কিমান দিন 'মেছ'ৰ ভাত খাব, বোৱাৰীক লৈ যা তই।"

মোমায়েকেও তাকে ক'লে। আৰু দেখা গ'ল যে ঘৈণীয়েকো বিনাবাক্যে সুৰসুৰকৈ নিতাইৰ পদাংক অনুসৰণ কৰিলে। তাইৰ হাৱভাৱ চাই নাক উলিয়াব নোৱৰা হোৱাৰ কোনো লা-লক্ষণ দেখা নগ'ল।

তেনেহ'লে কথা এয়েহে—

নিতাইৰ চৰিত্ৰ-স্খলনৰ খবৰ গাঁবতো ওলাইছিল। কিয়নো নিন্দা আৰু বেয়া খবৰৰ ডেউকা থাকেই। আৰু সেই ডেউকা বহু 'অশ্বশক্তি' সম্পন্ন।

শুনাৰেপৰা ঘৈণীয়েকে পাটী লৈছিল, আৰু অভিভাৱকসকল চিন্তাগ্ৰস্ত হৈ থিৰাং কৰিছিল, গড় ৰক্ষা কৰিবলৈ সেনাপতি পঠোৱা আৱশ্যক। আৰু গাঁৱৰ ভালেমান বোৱাৰীয়েই ইতিমধ্যে গাঁও এৰিলেই। মামীয়েকৰ নিজৰ গাঁৱৰে পৰাই চাৰিজনী বোৱাৰী জামালপুৰলৈ গুচি গ'ল। এই গাঁৱৰপৰা এজনী গ'ল কাঁচড়াপাড়ালৈ, এজনী ছাহেবগঞ্জলৈ। 'ৰেলৰ চাকৰি' পায়েই ডেকাল'ৰাহঁতে সাপৰ পাঁচ পাও দেখা পোৱা হৈছে, আবুৰ-হুৰ্মতৰ মূৰত গোৰ শোধাই ঘৈণীয়েকহঁতক লৈ বহা কৰিছেগৈ।

গতিকে নিতাইৰ ঘৈণীয়েক যদি কলিকতালৈ যায়েই, জাতি-মহত নষ্ট নহ'ব। তদুপৰি, নিতান্ত অগংগাৰ দেশলৈ যোবা নাই যেতিয়া। বৰঞ্চ তাত কালীঘাটৰ কালী গোসাঁনী বিদ্যমান।

মাটি মৈয়াই থোৱা আছিলেই।

পিছে নিতায়ে ইমানখিনি জনা নাছিল। নিতায়ে কোবা মাত্ৰকে সম্মতি পোৱাত অবাক হৈছিল। কিন্তু সেয়া হ'ল কুলাৰ আগৰ খুদু।

এতিয়া ভাবিনীয়ে নিতাইক মুহূৰ্তে মুহূৰ্তে অবাক কৰি তুলিছে। তাই অন্য মূৰ্তি পৰিগ্ৰহ কৰিছে যেন।

নিতায়ে সপোনতো ভাবিব পাৰিছিলনে ভাবিনীক ইমান 'মুখ চোকা' বুলি? কিন্তু ভাবিনীকো দুষিব নোৱাৰি।

প্ৰথম কথা হ'ল—তাই আহিছে গড় ৰক্ষা কৰিবলৈ, গিৰিয়েকক আঠুৱাৰ তলৰ মহ কৰাৰ সংকল্প লৈ। দ্বিতীয় কথা, ইমান দিনৰ বিবাহিত জীৱনত 'মুখখনত সদায় সোপা দিহে আছিল ভাবিনীয়ে, ভয়তে হওক বা ভমলা ভকতিতেই হওক। সেই সোপা দিয়াৰ এটা প্ৰতিক্ৰিয়া নহৈ পাৰেনে?

তৃতীয় কথা হ'ল—এতিয়া আৰু মুখত সোপা দিয়াৰ প্ৰয়োজনো নাই। গতিকে এই দীৰ্ঘকালৰ বন্ধ জলপ্ৰবাহে এতিয়া বান্ধ ভাঙি প্ৰবল জল-কল্লোলৰ আকাৰ ধাৰণ কৰিছে।

উঠোঁতে বহোঁতে নিতাই বাক্যবাণেৰে থকা-সৰকা হৈছে।

অথচ এই লচ্‌পচ্‌ যৈণীৰ খচ্‌মচ্‌ কথা নসহিও উপায় নাই, মুখ পতাবো উপায় নোহোৱা হৈছে, ক'ৰবাত যেন পৰাজয় হৈছে তাৰ। পৰাজয় কোনখিনিত বুজিব নোৱাৰে, অথচ কিবা এটা লাজত মূৰ দাঙিব নোৱাৰে।

আকৌ আটাইতকৈ মৰ্মান্তিক কথা এয়ে যে যত নিতাইৰ পূজাৰ বেদী হৃদয়ৰ নৈবেদ্য, ঠিক তাতেহে ভাবিনীৰ বৰ্তমানে আক্ৰোশ। তাই সত্যব্ৰতীৰ নাম শুনিলেই জ্বলি-পকি উঠে। অথচ কিয় এই ডেৰনি-পোৰণি, নিতায়ে নুবুজে। তিৰোতা জাতটো ইমানেই অকৃতজ্ঞনে?

নিতায়ে ভাবে ঃ তইনো কাৰ দয়াত 'বহা'লৈ আহিবলৈ পালি? কোনে তোৰ বাবে সংসাৰ এখন সজাই-পৰাই থৈছিল? তোৰ গিৰিয়েকক কোনে বিপথৰ পৰা সুপথলৈ আনিলে? সত্যব্ৰতীয়ে টানি নধৰাহেঁতেন তই ইমান মুকলিমূৰীয়া হৈ ইমান ফিতাহি মাৰিব পাৰিলিহেঁতেন কেনেকৈ? ধান সিজাই সিজাই, খাৰেৰে কাপোৰ-কানি ধুই ধুই আৰু ঢেঁকীৰে ঢেংকুৰুচ ঢেংকৰুচ কৰি কৰিয়েই দেখোন তোৰ জীৱনৰ বিয়লিবেলা চাপি আহিছিল, আৰু তেনেকৈয়ে থাকিলিহেঁতেন। পিছে তাৰবাবে কৃতজ্ঞতাৰ চিন-মোকামো নাই। নাজানেনে কিবা? নিতায়ে কলিকতাৰ 'বহা'ত ভৰি দিয়েই কৈছিল, "এই যে গৃহিণী হোৱাৰ স্বাধীনতাখিনি পালা, ইয়াৰ কাৰণ হ'ল সেই মানুহজনী। নবৌয়ে হুকুম নকৰাহেঁতেন কোন চালাই ইমান জঞ্জাল মূৰত চপাই ল'লেহেঁতেন।"

ভাবিনীৰো যে 'মুখ' বোলা বস্তু এটা আছে, সেইদিনাহে তাৰ অলপ আভাস পোৱা হৈছিল নিতায়ে। ভাবিনীয়ে কৈছিল, "সভ্য চহৰত বহা কৰিলে কথা-বাৰ্তাবোৰ এনেকৈ' লপা-লঠুৱাকৈ ক'ব লাগে, নহয়— ?"

কথাটো হও'তে একেবাৰে মিছা নহয়ো। আজিকালি নিতাইৰ কথা-বাৰ্তাবোৰ অলপ অধইচ-মধইচ হৈ পৰিছিল ঠিকেই। লগ-সংগৰ ফল। যিজন 'বন্ধু'য়ে তাক আওবাটলৈ যাবলৈ উদগাইছিল, সি নিজে বিমান চালক, তাৰ গতিবিধিও তেনেবোৰ ঠাইত। গতিকে কথাবাৰ্তা, চাল-চলনতো প্ৰভাৱ নপৰাকৈ নাথাকে।

'চালা' শব্দটো উচ্চাৰণ কৰিয়েই নিতাই অলপ লজ্জিত হৈছিল, ভাবিনীৰ মন্তব্যত আৰু বিব্ৰত হৈ ক'লে, "সেইয়া দেখিলা, বহাত ভৰি নৌদিওঁতেই গৃহিণীৰ আকন্ত হ'লেই !"

সেই দিনাৰে সিমানতে আখ্যা পৰিছিল। কিন্তু 'দিনে দিনে চন্দ্ৰকলা বাঢ়ে'। ভাবিনী এতিয়া যোল্ল কলাৰে বিকশিত হৈ উঠিছে।

আজি বাতিপুৱাতে এজাউৰি হৈ গ'ল।

ৰাতিৰেপৰাই মূৰ বিষাইছিল আৰু পানীলগা জ্বৰৰ নিচিনা হৈছিল

নিতাইৰ, কৈছিল ভাতো নাখাব, অফিছলৈকো নাযাব। শুনি ভাবিনীয়ে ভালেই পাইছিল। বাজী মানুহ, গোটেই দিন অকলে অকলেই কটাব লাগে, তেও থাকিব ঘৰত। চোৰৰ ৰাতিত আশ, দিনটো তো দিনেই। এতিয়া ছুটিৰ দিনবোৰ নিতায়ে নতুন নিচাত কটায়। ঠিক নতুন বুলিব নোৱাৰি, পুৰণি নিচাকে নতুনকৈ বঢ়াইছে। গাঁৱত সেয়ে আছিল একমাত্ৰ আনন্দ। নিতাই আৰু নৱকুমাৰে প্ৰতি দেওবাৰে দেওবাৰে বৰশী বাবলৈ যায়।

অফিছৰ সহকৰ্মীসকলৰ বহুতৰে অ'ত ত'ত বাগান পুখুৰী আদি আছে। সিহ তেই মাছ ধৰিবলৈ নিমন্ত্ৰণ কৰে। এতেকে শনিবাৰ দুপৰীয়াৰে পৰাই ছিপ হুইল বৰশী টোপ আদি লৈ দুয়োখন ঘৰ ব্যস্ত হৈ পৰে।

আজি দেওবাৰ নহয়। ভাবিনীয়ে ভাবি ভাল পালে। আৰু চহৰৰ 'বহাত' কম কাম কৰি কৰি আৰামী হোৱা বুলি মনতে ভাবিলে, য'ক —আজি আৰু নাৰাস্থোৱেই তেস্তে। তেও ঁযেনেকে' ভাতৰ সলনি চিৰা-মুড়ি খাব, ময়ো তাকে খাম। পিছে আজি আক' তিথিটো ভাল নহয়, দশমী। আয়তা ৰক্ষা কৰিবলৈকো এখুটুৰা মাছ খোৱা উচিত। পিছে সেই কামটি ৰাতি পালিলেও হ'ব। কলহত কাবৈ মাছ জীয়াই থোৱা আছে।

এইবোৰ গুণা-গঁথা কৰি অলপ বেলা হোৱাৰ পাছত আধাচিলোৱা কঁথাখন আৰু বেজি-সুতা লৈ বহিছিল ভাবিনীয়ে। নিতায়ে ঘৰত শুই শুই ভবি নচুৱাই আছিল। হঠাৎ শোৱাৰপৰা উঠি আহি ক'লে, "কি হ'ল—ৰন্ধা-বঢ়া এৰি ক'থা লৈ বহিলা যে— ?"

ভাবিনীয়ে মুখ কোঁচাই ক'লে, "তুমিয়েই যেতিয়া খোৱা-বোৱা নকৰা, তেতিয়া আৰু নিজৰ বাবে চৰুলৈ নাযাওঁ।"

নিতায়ে আচৰিত হৈ ক'লে, "তাৰ মানে ? মই নাখাওঁ বুলি তুমিও পেটত গামোচা বান্ধিবা ? ইও এটা কথা হ'লনে ? কি খাবা তেন্তে ?"

ভাবিনীয়ে উচ্চাংগৰ দাৰ্শনিক ভংগীৰে ক'লে, "মাইকী মানুহৰ আক' খোৱা-বোৱা ! তোমাৰ লগত বহি দুটামান আখৈ-মুড়ি চোবালেই হ'ব।"

"সেয়া দেখিছা ! সঁচাকৈয়ে তেনে আথাত জুই নিনিবা নেকি ?"

"কোনো দৰকাৰেই দেখা নাই দেখোন—"

নিতায়ে ক'লে, "তেনেহ'লে আৰু কথা নাই। নহ'লে ভাবিছিলোঁ—"

"কি ভাবিছিলা ?"

"নহয়, থাকক।"

ভাবিনীয়ে কঁথা আঁতৰাই থৈ ক'লে, "থাকিব কিয় ? কোৱাচোন শুনো ?"

নিতায়ে ক'লে "নহয়, মানে কৈছিলোঁ মানে—হেৰি, জৰ তো সিমান বেছি উঠা নাই, আলু-আলুকৰ আজ্ঞাৰে দুখনমান গৰম বুটি খালে—"

বুটি ! বুটিৰ নাম শুনিয়েই ভাবিনীৰ মুৰত বজ্ৰাঘাত হ'ল। তাই

ইমান দিন ধৰি বুটিৰ নামটোহে শুনি আহিছে, হাতেৰে বুটি আজিলৈকে বনাবলৈ নহ'ল। সিইঁতৰ গাঁৱৰ ঘৰত সেইবোৰ বস্তুৰ চিন-মোকামো নাই। ভাত খালে ভাত, নাখালে মুড়ি আছে চিৰা আছে, আধে বাতাচা কুলাৰ ক'লামাহ কপৌমাহ সিজোৱা আদি আছে, শৰীল খুজি সেৱা কৰা। বুটিৰ কথা নুঠেই।

কলিকতালৈ আহিহে নিতায়ে এই চহৰীয়া ভেমত ধৰিবলে। আন এদিন গধুলি পৰত কৈছিল, "গাটো কিবা জৰৰ জৰৰ জাৰ জাৰ লাগি আছে, দুখনমান বুটিকে বনোৱাচোন। আটা লৈয়েই আহিছোঁ।"

সিদিনা ভাবিনীয়ে অলপ চাঁচৰি কোবাইছিল। স্বামীৰ ওচৰত মিছা কে.বাৰ পা.পৰ বাবে নাক-কাণ মোহাৰি কৈছিল, "অ' হৰি! মই জানোনে কিবা! ভাত বহালোঁৱেই নহয় ?"

নিতায়ে অৰশ্যে খানাতালাচ কৰিবলৈ বান্ধনিবৰলৈ যোৱা নাছিল। 'থাকক থাকক তেন্তে' বুলি কৈ আটাৰ ঠোঙাটো মজিয়াত থৈছিল। সেই আটাখিনি আছিই, জানে নিতায়ে, গতিকে আজি আৰু আন একো নভবাকৈয়েই ভাবিনীক বুটিৰ কথা ক'লে। কিন্তু ভাবিনীৰ মুৰত দুশ্চিন্তাৰ পৰ্বত খহি পৰিল।

'বুটি বনাব নোবাৰিম' বুলি কোৱাটোও টান, 'বুটি বনাব নাজানো' বুলি কোবাটো আৰু টান। তথাপি তাই শেষ চেষ্টা কৰি চালে।

ক'লে, "এই দুপৰীয়াখন নো আৰু শুকান বুটিবোৰ খাব লাগিছে কিয় ? বৰঞ্চ অলপ খিচিৰী বহাই দিও', তাকে গৰমে গৰমে—"

"নহয় নহয়, খিচিৰী নাখাও'—"নিতায়ে ভাবিনীৰ আশাৰ মুৰত বাগি কুঠাৰ মাৰিলে, "অন্ন দ্ৰব্যটো খাব নাপায়, শৰীৰ বসন্থ হয়। বুটিয়েই বনোৱা, বৰঞ্চ অলপ ঘিউ সানি দিবা। বেছি বনাব নালাগে, এয়া ধৰা বাৰ চৈধ্যখনমান হ'লেই হ'ব, অল্পাহাৰেই ঔষধ।"

অগত্যা আটাখিনি লৈ ভাবিনী পাগঘৰত সোমাবলগীয়া হ'ল নিজৰ ভাগ্যক ধিকাৰ দি। আজিয়েই ক'থাখন চিলাই শেষ কৰিব বুলি ভাবিছিল, আথাৰ ওচৰলৈকো নাযাব বুলি স্থিৰ কৰিছিল, তেনেস্থলত মুৰৰ ওপৰত আকাশ ভাগি পৰিল।

কোৱা বাহুল্য, বুটি বনোৱাত বহু চেষ্টা কৰিও ভাবিনী সফল নহ'ল।

কিয়নো, প্ৰথমেই প্ৰয়োজনতকৈ অধিক পানী ঢালি আটাখিনিক প্ৰায় 'লুথুৰী' যেন কৰি পেলালে। তাৰ পাছত ভিঙা-কটা কেইবাচুকীয়া ধনাদিয়েক আটাৰ পিঠা কেনেবাকৈ কৰিলে যদিও, আথাৰ ওপৰত সেঁকিবলৈ লৈ আটাইকেইখনেই পুৰি বিচিত্ৰ বৰণৰ হৈ পৰিল। আকৌ ঠায়ে ঠায়ে কেঁচা হৈয়েই থাকি গল। ইপিনে দুপৰ পাৰ হ'ল।

নিতায়ে ভাবিলে, ভাবিনীয়ে নিজৰ বাবেও বুটি বনাইছে নিশ্চয়। আৰু

সেই ৰুটিৰ সংখ্যা অনুমান কৰি মনে মনে হাঁহি ধৈৰ্য্য ধৰি ৰুটিলৈ বাট চাই বহি থাকিল। কিন্তু ধৈৰ্য্যৰো সীমা আছে। পেটত কলমলনি উঠিছে!

কেইবাবাৰো মাত লগাই উচঁপিচাই থাকি অৱশেষত পাগঘৰৰ দুৱাৰমুখত থিয় দিলেহি নিতায়ে, "কিনো ইমানকৈ বিধে বিধে ব্যঞ্জন ৰান্ধিছা? ক'লো দেখোন কেইখনমান ৰুটি আৰু আলু-জালুকৰ আঞ্জা হ'লেই হ'ব—"

ভাবিনীয়ে আজিও মনে মনে নাক কাণ মোহাৰি ক'লে, "ইঃ! তাকো আক' মানুহে খাব পাৰেনে? অলপমান ধোৱামগুৰ ডাইল বহাইছোঁ—"

"সেয়া দেখিছা! আক' সেইবোৰ কেলে'? সেয়েহে ইমান দেৰি হৈছে। দৰকাৰ নাই দৰকাৰ নাই, যি হৈছে তাকে দিয়াচোন খাওঁ।"

দিব যে—আলু-জালুকৰ আঞ্জা ক'ত?

আলু দেখোন এতিয়াও খৰাহিতে আছে।

অগত্যা তাই ক'বলৈ বাধ্য হ'ল। তেও আটাইখিনি নহয়, ঠুক ভাওৰে, "অলপ ৰ'বা, বাকী আছে।"

নিতায়ে চটফটনি লগাই দিলে আৰু ক'লে, "যি কৰা পাছত কৰি থাকিবা, গুৰে-ৰুটিয়ে খাবলৈকো বেয়া নহয়।"

গতিকে ৰুটিৰ সৈতে গুৰ দি ভাবিনীয়ে গিৰিয়েকক খাবলৈ দিবলৈ বাধ্য হ'ল। আৰু পেটৰ কেঁচু-কুমটি মৰা ভোকৰ সময়ত সেই গুৰ আৰু আটাৰ বিচিত্ৰ ৰুটি দেখি নিতাইৰ তেজৰ কণিকাবোৰ নিমিষতে জুইৰ কণিকা হৈ 'খাওঁ খাওঁ' কৰি উঠিল।

ৰুটি আৰু গুৰৰ কাঁহীখন নিতাইৰ আগত থৈয়েই চেলু উলিয়াই পাগঘৰলৈ গৈছিল ভাবিনী। হঠাৎ কাঁহীখন দলিয়াই পেলোৱাত ঘেলেং ঘেটেংকৈ শব্দ উঠাত চঁক খাই উঠি ওলাই আহি থিয় হৈ থাকিল তাই। তাই ইমানখিনি হ'ব বুলি আশংকা কৰা নাছিল।

আটাইকেইখন ৰুটি একেলগে হাতত লৈ মুচ'ৰ-মোহাৰি নিতায়ে চিঞৰিছে, "কি—। বোলোঁ এইবোৰ কি—? কি বনাইছা? মোৰ শৰাধৰ পিণ্ড? বোলোঁ দুখন ৰুটি বনোৱাৰ ক্ষমতাও যদি নাই, আগে কোৱা নাছিলা কেলেই? কোন চালা মুৰুখে খাব খুজিলেহেঁতেন? মোৰো যে মুৰ্খামি। বজাৰৰ পৰা দুজনাৰ পুৰী-তৰকাৰী কিনি আনিলেই লেঠা ছিগিলহেঁতেন। তাকে নকৰি, গৰম ৰুটি খোৱাৰ চখ হ'ল মোৰ কাজভাগী পৰিবাৰৰ হাতেৰে। হেঁঃ! এইবোৰ সভ্য কাম-বন যে অসভ্যাহঁতৰ বাবে নহয় মই বুজিব লাগিছিল। সেই যে কথাতে বোলে— 'বাপেকৰ জনমত নাই চাহ, ধানক বোলে দুবৰিৰ ঘাঁহ'। এয়া হ'ল ঠিক তেনেকুৱা। পিছে চহৰলৈ আহিছাই যেতিয়া সভ্য কাম-কাজো শিকি ল'ব লাগিব। ইয়াত তোমাৰ সেই ধান সিজাই ঢেঁকী দিয়াৰ মহিমা নচলিব

নহয় ? সেয়েহে পৰামৰ্শ দিও'—দুই-চাৰিবাৰ নবৌৰ ওচৰলৈ গৈ মানুহৰ ঘৰে দুই-এটা কাম-কাজ শিকি আহাঁগৈ।"

ভোকৰ কলমলনিত আশাভংগ হৈয়েই বোধকৰোঁ নিতায়ে নিজক সংযত কৰিবপৰা নাছিল। কিন্তু ধৈৰ্য্যৰ সীমা সকলোৰে আছে।

বিশেষভাৱে অপ্ৰতিভ হৈ পৰা বাবেই হয়তো ভাবিনীয়ে নীৰৱে ইমানবোৰ কথা শুনি আছিল, ভোকত জ্বলা-কলা লগা মানুহজনটোৰ কথাত উত্তৰ-প্ৰত্যুত্তৰ নকৰিব বুলিয়েই ভাবিছিল তাই, আৰু খং-ৰাগ কমিলে বৰঞ্চ তুতি-নতি কৰি আধৈ-গাথীৰ এবাটিকে খাবলৈ দিব বুলি ভাবি থৈছিল—

কিন্তু মুৰকত একোটো নহ'ল। যন্ত্ৰৰ তাঁৰে আৰু শেষ আঁজোৰ সহিব নোৱাৰিলে। জন জন কৰে ছিগি থাকিল। ছিগিবই।

তোমাৰ গাত মোৰ ভৰিৰ আঙুলিটো অলপ লাগিল বুলিয়েই তুমি মোৰ শোধালে মই সহি থাকিমনে ? তোমাৰ গোহালিত মোৰ খোৱাখোৱাৰ এঙাৰ উৰ্ফাৰ পৰিলগৈ বুলিয়েই তুমি মোৰ ঘৰটোত জুই লগাবানে ? আৰু জুই লগালে মনে মনে থাকিমনে ? তোমাৰ বাৰীত মোৰ ছাগলীজনী সোমাল বুলিয়েই তুমি মোৰ বাৰীত এজাক গৰু মেলি দিবা আৰু মই ভেবা লাগি চাই থাকিম—ইও এটা কথা হ'লনে ?

খেমালি নেকি ? মানুহ মানে শিলতো নহয়।

সেয়েহে মুৰকত একোটো নহ'ল। নিতাইৰ কথা শেষ নোহওঁতেই ভাবিনীয়েও ঐয়া-হৈয়া কৰিবলৈ ধৰিলে।

"কি ? কি ক'লা ? আৰু এবাৰ কোৱাচোঁ শুনো ? তোমাৰ আদৰৰ নবৌয়েৰাৰ ওচৰলৈ মই যাম ৰন্ধা-বঢ়া শিকিবলৈ' ? বোলো আৰুনো কিমান অমুমান মোৰ বাবে থুকিয়াই থৈছা ? আটাইবোৰ অপমান একেলগে নুলিউৱা কেলেই ? এবাৰতে বুকুত ভৰাই লৈ আই গংগাৰ বুকুতে আশ্ৰয় লওঁগৈ। থৈ আহা, মোক আজিয়েই বাৰুইপুৰত থৈ আহাঁগৈ। ইমান অপমান সহ্য কৰি থাকিব নোৱাৰিম—এয়া কৈ থ'লোঁ চিধা বাংলা কথা। অ' আই, এই সুখ দিবলৈকে মোক তুমি কলিকতা চহৰলৈ লৈ আহিলানে ? এনে সুখৰ মুখত শোটাৰে কোবাও'। ভাবিছিলোঁ দোষ কৰিলোঁ, পাৰক গালি, লেঠা ছিগিব, তাৰ আৰু ঠাল-ঠেঙুলি নগজে। কিন্তু এয়া সেখোন নবয়হে নবয়। তুমি হ'লা শত্ৰুৰ ভক্ত নৰমৰ যম—নহয় ? উঠোঁতে-বহোঁতে চাওঁতে-চিতোঁতে খালী 'নবৌ আৰু নবৌ'। বোলো ইমানেই যদি বেতজৰা দি থৈছিল—মোক আনিবলৈ গৈছিলা কোন সতেৰে ? লোকৰ আগত মুখৰক্ষা কৰিবলৈ ? শাকেৰে মাছ ঢকা দিবলৈ ? তোমাৰ—"

আকৌ টেপৰ ঠুকা !

আকৌ বেৱ মৰা !

নিতায়ে জাঁপ মাৰি বহাৰপৰা উঠি চীৎকাৰ কৰি ক'লে, "কি ক'লি ?"

"অঁ! তই! তই-তোকৰা! তুমি মোক হাড়ি-কাওড়াহঁতৰ দৰে তুই-হঁয়া কৰিছা? ইও চহৰৰ সভ্যতা, নহয় নে?" ভাবিনীয়ে ঢপলা পিটিবলৈ, ধৰিলে, "তোমাকো মই কেঞা আঙুলিৰ সমান ছন্দাও নকৰোঁ বুইছা? ফুটা কড়িৰ সমানো নহয়। দুশ্চৰিত্ৰই আক' গিৰিয়েক বোলাবলৈ আহিছে। হেঁঃ! মইহে যাম সেই ডাকিনী-যখিনীৰ ওচৰলৈ' শিক্ষা ল'বলৈ! চিপজৰী ল'ব নোৱাৰিমনে তাৰ আগতে? যোৱ যোৱা—তুমিয়ে ইবেলা সিবেলা তাইৰ ভৰি ধোৱা পানী খোৱাগৈ যোৱা—"

হঠাৎ নিতাই গহীন হৈ পৰিল। হাত দুখন বুকুৰ ওপৰত পথালিকৈ থৈ দুবাৰমান ইফাল-সিফাল কৰি হঠাৎ বৈ ক'লে, "ভৰিধোৱা পানী অকল খাম কিয়—মূৰতো ল'ম। পিছে এই তোমাৰ দৰে মাইকী মানুহেও তাকে কৰা উচিত। তেওঁৰ ভৰিৰ ওচৰত বহি বিছু বছৰমান একেৰাহে শিকিলে, আৰু দুয়োবেলা ভৰিধোৱা পানী খালেহে যদি তেওঁৰ ভৰিৰ কেঞা আঙুলিৰ সমান যোগ্যতা লাভ কৰিব পাৰা।"

নিতায়ে চৰম অভিব্যক্তিৰে তাৰ হৃদয়ৰ শ্ৰদ্ধা প্ৰকাশ কৰিব পাৰে, কিন্তু স্ত্ৰীৰ পক্ষে যে পৰস্ত্ৰীৰ প্ৰতি এই শ্ৰদ্ধা নিবেদন কটা ঘাত খাৰণিৰ চাট— সেই কথাত সন্দেহ নাই। গতিকে তাৰ পাছত যদি ভাবিনীয়ে ক'কালত আঁচল গুজি লয়, তাইক দোষ দিব নোৱাৰি। ভাবিনীয়ে জনমৰেপৰা যি দেখি আহিছে তাকে শিকিছে। 'দেখা'ৰ বাহিৰে শিকাৰ অনুভূতি কিমান তিৰোতাৰ আছে?

তদুপৰি, তিৰোতা যিমানেই নিৰ্বোধ নহওক, স্বামীৰ মন পালোঁনে নাই বুজিবলৈ অলপো কষ্ট নহয়। আৰু সেই মনৰ অধীশ্বৰী যদি আন কোনোবা এজনী হয়, তাক চিনি পাবলৈ সৰহপৰ নালাগে। কলিকতাৰ মাটিত ভৰি দিয়েই ভাবিনীয়ে তাক চিনি পাইছিল, বুজি পাইছিল সেই জ্বলন্ত সত্যৰ কথা।

এই ভয়ানক জ্বালা যন্ত্ৰণা ভাবিনীয়ে মহান উদাৰতাৰে সহ্য কৰি থাকিব, এয়া সম্ভৱ নহয়।

গতিকে ক'কালত আঁচল গুজি লৈ কিবা এবাৰ ফকৰা মাতি ভাবিনী জাঁপ মাৰি কাষ চাপিলহি।

"হয়নে। বোলোঁ হয়নে? কেঞা আঙুলিৰ যুগ্য? চৰিত্ৰহীন পুৰুষৰ যুগ্য কথাকে কৈছা। যাৰ মানত আনৰ তিৰীৰ সকলো সোৱাদ সোৱাদ! বোলোঁ তোমাৰ সেই হিয়াৰ আমঠু নবৌয়েৰাৰ সকলো 'লীলাখেলা' জানানে? সেই কথা নকওঁ, ক'বলৈ' সত নাবায় বুজিহে নকওঁ। ক'লেই পুৰুষৰ মুখ বুকু সকলো খোজ খই যাব। যি দেখিবা নিজ চকুৰে

দেখিবা। নহ'লে বহুদিনৰ পৰাই জানো কথাটো। এইবাৰ তোমাক কওঁ—গিৰিয়েকক আভুৱা ভাঁৰি লুকাই-চুৰকৈ নিভৌ ভৰ-দুপৰীয়া এই চটাইপাথৰীজনী যেন সাজি-কাচি গিহিণী ক'লৈ যায়, জানানে ?"

"গিৰিয়েকক আভুৱা ভাঁৰি লুকাই-চুৰকৈ—মানে ?"

নিতাই যেন দুৰ্বল হৈ পৰিল। শক্তিকে সবলা ভাবিলীয়ে কুটিল হাঁহি এটা মাৰি ক'লে, "লুকাই-চুৰকৈ মানে লুকাই-চুৰকৈ। চাকৰণীজনীয়েই আমাৰ চাকৰণীক কৈছে কথাটো, ল'ৰা দুটাক 'নকৰি' বুলি কৈ থৈছে।"

সত্যব্ৰতীয়ে লুকাই-চুৰকৈ কিবা কৰিব, এই কথা নিতায়ে বিশ্বাস কৰিব নোৱাৰে। সেয়েহে গাঁজ' উঠি ক'লে, "বিশ্বাস নকৰো মই।"

"অঃ, হয় নেকি ? এইকণেই বিশ্বাস নকৰা ? বাকীখিনি শুনিলে কি ক'বা ঠিকেই নাই ! বোলো তোমালোকৰ সেই জাতিভ্ৰষ্ট মাষ্টৰটোৰ সৈতে তাইৰ তলে তলে যে কিমান হুলিগলি জানানে ? তোমাৰ স'তে লগ লাগি বাম্মধৰ্মৰ আপিচলৈকে যোৱা হৈছিল। ইমান দিন কোৱা নাছিলো, তাইৰ কথা তোমাৰ ওচ'তে ক'বলৈ ঘিণ লাগে বুলিহে নাই কোৱা। মই কৈছো সেইজনীয়ে এদিন—"

"খবৰদাৰ !"

গগনফলা চিঞৰ মাৰি নিতাই আগবাঢ়ি আহিল "মিছলীয়া। মিছাকৈ আৰু কিবা কৱ যদি তোৰ জিভা দুটুকুৰা কৰিম। চুপ্, একদম চুপ্ থাকিবি কৈছো।"

নিতাই উদভ্ৰান্ত হৈ পৰিল।

এনেয়ে তো দুয়োটা অপবাদেই অতি মাৰাত্মক, অথচ ইমানেই সৰ্বনশীয়া স'চা যে ফুৎকাৰে উৰাই দিবও নোৱাৰি। তদুপৰি আকৌ সেই ভৱতোষ মাষ্টৰ! মাষ্টৰে জাতি-ধৰ্ম বিসৰ্জন দি ব্ৰাহ্ম হৈছিল, নিতাইৰ বুকু জুৰ পৰিছিল। ভাবিছিল যে অন্ততঃপক্ষে নৰকুমাৰৰ ঘৰলৈ অহা-যোৱাৰ মুদা মৰিল তেওঁৰ।

কিন্তু এয়া নো কি কথা মন্থৰাৰ মুখত ? নিতাই বিভ্ৰান্ত।

এই হেগতে ক'কালৰ আঁচল আৰু কটকটীয়াকৈ বান্ধি ল'লে ভাবিনীয়ে।

"বোলো পাৰ জোৰেৰে মুখ বন্ধ কৰোৱালেই স'চাখিনি মিছা হৈ যাবায় নহয় ? মই তোমাক কৈ থ'লো, তোমাৰ সেই আদৰৰ নবোৱৰীজনী বাম্ম হ'ব হ'ব হ'বই। সেই যে এজনী বুঢ়ী খাদহাঁক পুহিছে, মিছাকৈ ভতিজী বুলি কয়, ঈশ্বৰেহে জানে বিধৱা নে আবিয়ে, বয়সৰ বন্দুবীজনী, সেইজনীক তো কোনো হিন্দুৰ ঘৰত শটাব নোৱাৰিব। সেয়েহে বাম্ম হৈ তাইৰ—"

"তুমি মনে মনে থাকিবানে ?"

ভাবিনীয়ে মুখত সোপা দিয়াৰ দৰে আঙুলি এটা দি ভেৰাকুটি কৰি ক'লে, "থাকিলো বাবু। কিন্তু মই মনে মনে থাকিলেই জগত-সংসাৰখন মনে মনে নাথাকিব নহয় ? সকলোৱেই জানিব কথাটো।"

তেতিয়া ভাবিনীয়ে সঁচাকৈয়ে মুখত সোপা দিছিল।

বোধকৰো অন্নাত অভুক্ত স্বামীক পৰাজিত শত্ৰুপক্ষ যেন দেখি অস্ত্ৰ সংবৰণ কৰিছিল।

কিন্তু নিতাই বলিয়াৰ দৰে চটফটাই ফুৰিছিল।

নৱৌয়ে এইবোৰ কৰিব পাৰেনে ?

লুক-ঢাক, অভিসাৰ, ব্ৰাহ্মসমাজলৈ অহাযোৱা, ভৰতোষৰ সৈতে লুকাই-চুৰকৈ হুলিগলি কৰা—। ভাবিনীৰ অভিযোগ যদি সঁচা হয়েই, তেনেহ'লে দেখোন ধৰ্ম মিছা, ভগৱান মিছা, জগতৰ সকলো বস্তুৱেই মিছা।

অসুস্থ শৰীৰ, স্নানাহাৰ নোহোৱাত আৰু উদ্‌ভ্ৰান্ত হৈ পৰিছিল। এসময়ত ভাবিনীয়ে ভৰিত ধৰি দুটামান নাৰিকলৰ লাড়ু আৰু এঘটি পানী আনি খোচামতি কৰিছিল, নিতায়ে খাব পৰা নাছিল, "পাছত খাম"— বুলি কৈ গাঁৰুত মূৰ থঁহাই থঁহাই এসময়ত টোপনিৰ কোলাত আশ্ৰয় লৈছিল।

এইবোৰ তয়া-তোকা দুপৰীয়াৰ কথা।

টোপনি ভাগিল আবেলি নৱকুমাৰৰ মাত শুনি।

নৱকুমাৰে আস্ত-ব্যস্তভাৱে হেঁচুকি সুধিছে, "নিতাই নিতাই,— তহঁতৰ নৱৌৱেৰা ইয়ালৈ আহিছিলনে ?"

নিতাই খপজপাই উঠি বহিল।

লঘোনে থকা শৰীৰ, মূৰটো আচন্দ্ৰাই কৰি গ'ল, প্ৰশ্নৰ কথাষাৰ তৎক্ষণাৎ হৃদয়ংগম নহ'ল। সেয়েহে সি নিজেই ঘূৰাই প্ৰশ্ন কৰিলে, "কি ? কোন আহিছিল ?"

"হেৰ'! তোৰ নৱৌৱেৰা—আৰুনো কোন ? আৰুনো কাক বিচাৰি ফুৰিম মই ? এবাৰ ভিতৰলৈ গৈ খবৰ লৈ আহচোন, ইয়ালৈ ফুৰিবলৈ আহিছিল নেকি ?"

নিতায়ে হতবুদ্ধিকৰ দৃষ্টি মেলি লাহেকৈ মূৰ জোকাৰিলে।

"কি মস্কিল—। বহি বহি ভাবি আছ কেলেই ? তই টোপনি-দগুৰাই কি জানিবি ? মৰ-টোপনিত আছিলি তই। ইতিমধ্যে আহিছিল নেকি—"

এতিয়াহে নিতায়ে ভাবি-চিন্তি সাৰ কথাটো সুধিলে, "কেলেই, ঘৰত নাইনে কি ?"

"কথা শুনো ইয়াৰ। থকা হ'লে মই তবা-নবা ছিঙি আহোঁনে? তই উঠচোন এবাৰ—"

অগত্যা নিতাই বহাৰপৰা উঠিল।

আৰু খৰত তৃতীয় ব্যক্তি এজন নথকাৰ অসুবিধা এতিয়া ফটফটীয়াকৈ উপলব্ধি কৰিবলে।

ভিতৰলৈ গৈ সেই প্ৰশ্নটো এতিয়া ভাবিনীক্হে কৰিব লাগিব। নিতায়েইহে সুধিব লাগিব, "নবৌ আহিছিলনেকি ইয়ালৈ?"

কেনে উত্তৰ যে পাব নিতায়ে জানেই ভালকৈ। নিতান্ত নৰকুমাৰৰ নেৰানেপেৰা অনুৰোধত পৰিহে উঠি আহিছিল। নহ'লে সত্যৱতী আহিল, আৰু নিতায়ে গম নোপোৱাকৈ থাকিলনে? টোপনিহে মাৰিছিল, মৰা তো নাছিল।

নৰকুমাৰ আৰু নিতাইৰ 'বহা'ৰ মাজত মাত্ৰ কেইটামান ঘৰৰ ব্যৱধান। অহা-যোৱা আছেই। ভাবিনী অহাৰ পাছত সুবিধা-অসুবিধাৰ খবৰ ল'বলৈ প্ৰথম প্ৰথম ঘনাই আহিছিল সত্যৱতী, কিন্তু ভাবিনীৰ আগ্ৰহ নেদেখি অহা-যোৱা কমাই দিলে।

কিন্তু সেই অহা-যোৱাৰ সৰহভাগেই নিতাইৰ অনুপস্থিতিত। উপস্থিতিত কাচিৎ কেতিয়াবাহে। আজিয়েই জানোচা হঠাৎ সেই সৌভাগ্য—

নৰকুমাৰৰ অধীৰতাত নিতাই ভিতৰ চ'বালৈ গ'ল। গৈ ইফালে-সিফালে ঘূৰি-পকি চাই-মেলি মূৰ জোকাৰিলে।

মান-সম্মান বিসৰ্জন দি আৰু সুধিবলগীয়া নহ'ল।

ভাবিনীয়ে সন্ধিয়াৰ অন্ধকাৰলৈ আওকাণ কৰি সেই ক'থাখনকে চিলাই থকা দেখা পালে। এই ভৰ-সন্ধিয়াখনত যে বেজি আৰু সূতা হাতত ল'ব নালাগে, ভাবিনীয়ে এই শিক্ষাও যেন পাহৰি গ'ল।

"কি হ'ব নিতাই?" নৰকুমাৰে প্ৰায় ভেঁকৈ কান্দিয়েই পেলালে।

নিতায়ে শুকান মাতেৰে ক'লে, "আন ক'ৰবালৈ গ'ল চাগে।"

"আৰুনো ক'লৈ যাব? অকলশৰে যাব ক'লৈ?" নৰকুমাৰে কাতৰ কণ্ঠেৰে ক'লে, "ভাগ্যে ঠিক এই সময়তে তুড়ু আৰু খোকাই দুদিনৰ বাবে আইতাক-ককাকক চাবলৈ বাৰুইপুৰলৈ গ'ল—"

"অকলেই গ'লনে?" নিতাই উচপ খাই উঠিল।

"নহয় নহয়। আমাৰ অৰুনী গৈছিলে লৈছিলে—আবেলো সিহঁত দুটাবো ইস্কুল বন্ধ, যাওক দুদিনৰ বাবে, ঘূৰি আহকগৈ। গৈৰৰ ঘৰ-ভেটি একো নিচিনিলেই নহয়—। এই সময়ত এনেকুৱা বিপদ হ'ব বুলিনো জানিম কেনেকৈ?"

নিতায়ে আৰু শুকান মাতেৰে ক'লে, "তোমাৰ চৈতে কিবা কন্দ-বাদ

হোৱা নাই তো ? মানে গংগাৰ কাললৈ—"

"এ—নহয় নহয়, সেইবোৰ একো নাভাবিবা। পিছে মোক নোকোৱাকৈ তুড়ুৰ মাকে তো ক'লৈকো—"

নিতায়ে আবেগতে কৈ পেলাইছিলেই প্ৰায়, "মায় তেওঁ। সেই খবৰ পাইছোঁ—"

কিন্তু আবেগ প্ৰশমিত কৰিলে। লাহে-ধীৰে অন্য কথা ক'লে, "সেই যে ছোৱালীজনী—মানে সুহাস—তাই ক'ত ?"

"তাই ইস্কুলৰপৰা আহিয়েই দেখা নাপাই চিন্তা কৰি আছে। বনকৰা মানুহজনীয়েও একো ক'ব নোৱাৰে।—কি হ'ব নিতাই ?"

কি হ'ব, কি হৈ আছে, কি হ'ব ধৰিছে, নিতায়ে একো নাজানেনে ? তাৰ উদং হৈ থকা মূৰটোৰ ভিতৰত যেন সহস্ৰ হুলে বিন্ধিলে। মূৰটো যেন গধুৰ গধুৰ লাগিছে। গাঁৰুৰ ওপৰত ধুপ্‌চকৈ মূৰটো পেলাই ভগা মাতেৰে ক'লে নিতায়ে, "মই দেখোন—একো বুজা নাই।"

কিন্তু আন এজনীয়ে সকলো কথা বুজিলে।

নিতাযে যেতিয়া নিশব্দে ভিভৰ চ'ৰাত ঘুৰি-পকি আছিল, তেতিয়াই বুজিছিল আৰু নিতাই গুচি অহাৰ লগে লগে ক'থা চিলোৱা বন্ধ কৰি বহাৰপৰা উঠি আহিছিল ভাবিনী।

দুৱাৰৰ সৰুঙাত চকু-কাণ থিয় কৰি এইফালৰ কথা-বতৰা শুনিছিল আৰু শুনিয়েই ৰহস্যৰ উ'হ ধৰা পেলাইছিল।

এজনী চটাইপাখৰীৰ বাবে দুজনকৈ শকত-আৱত মতা মানুহৰ লটিঘটি হ'ব, ই অসহ্য! চকুৰে চাই থাকিব নোৱাৰি।

এই অসহ্য বিষয়টো ভাবিনীয়ে আৰু সৰহপৰলৈ সহ্য কৰিব নোৱাৰি দুৱাৰৰ শিকলিডালত ধৰি জোৰেৰে লৰাই দিলে।

শিকলিৰ সেই জনজননিৰ মাজতেই যেন কিবা ৰহস্যৰ ইংগিত।

পো-বোৱাৰী যেনেকুৱাই নহওক, নাতিয়েক হ'ল আচল বস্তু। বংশধৰ, সৰ্বেশ্বৰ, নাড়ীৰ সৈতে নাড়ীৰ বন্ধন। ল'ৰা দুটা-অহাৰেপৰাই এলোকেশীয়ে উতল কাটি ফুৰিছে। অৱশ্যে লগতে বোৱাৰীয়েকৰ নিন্দাও মুখত আধে ফুটা দি ফুটিছে। 'থি নীহকুলীয়াৰ স'চে' তেওঁক এই পৰম বস্তুৰপৰা বঞ্চিত কৰি থৈছে, তাইৰ যে কপালত জুই লাগিবই, এই বিষয়ে শেষ বায় দি এলোকেশীয়ে নাতিয়েকহঁতৰ আদৰ-যত্নলৈ তৎপৰ হৈ উঠিছে। কিয়নো এইবাৰ সিহঁত দুটা লগ-সংগ নোহোৱাকৈ অকলেই আহিল। কোনো

কোনোবাৰ পূজাৰ সময়ত আহে, বাপেকৰ সৈতে আহে, মাত্ৰ তিনি চাৰি দিন থাকে, ৰব হাতে চুকি নাপায়। ওহোঁ, সত্য আৰু নাই অহা। এলোকেশীয়ে যে তাইৰ মুখখন চাবলৈও নিবিচাৰে, সেইকথা বংশিতা বজাই সকলোকে জনাই দিছেই। ল'ৰাহঁতৰ লগুণ-দিয়নিতো নৰকুমাৰ অকলেই আহিছিল। দুযোটা ল'ৰাৰ মূৰ একেলগেই খুৰুৱাইছিল। কৃপণসুতাৰ নীলাম্বৰৰ ঘৰত ধুমধাম কৰি সমাৰোহময় কাম-কাজ কাহানিও নহয়। গতিকে নৰকুমাৰেও শিকা নাছিল।

আৰু সত্য? তাইৰ যদি কিবা ইচ্ছা আছিলো, এলোকেশীৰ কথা সুঁৱৰি সেই ইচ্ছা খোঁৱাচাঙত তুলি থৈছে। বৈ বৈ যোৱাকে কিবা কৰিবলৈ হ'লেই তেওঁলোকৰ সৈতে যোগাযোগ কৰিব লাগিব। বৰঞ্চ এই দিনকেইটাৰ বাবে ৰাতি বনকৰা মানুহজনীক থাকিবলৈ ক'ব। পাৰিব তাই থাকিব। থাকিছিলো।

কিযেইবা বুজন মানুহ সাধন-সবল, তুড়ু-খোকা নামৰ বাহিৰে যাক কোনেও আজিলৈকে মাতি পোৱা নাই, আৰু থায়নো কিটো সিহঁতে, তথাপি সিহঁতৰ কাৰণে পৃথুৰীত আল পেলোৱা হৈছে, চিৰা খুন্দি উলিওৱা হৈছে, পিঠা-পায়স, লাড়ু, পাটীসাপটো পিঠা, গোকুলপিঠা, ক্ষীৰতক্তি আদি যিমানবোৰ কৰিব জানিছিল এলোকেশীয়ে, অলপ ভুলকৈ কোৱা হ'ল—যত ৰকমৰ কৰিব জানিছিল সদুয়ে, আটাইবোৰ কৰিবলৈ লোৱা হৈছে।

সদুয়ে চকুৰে জুই-আগুনি দেখিছে।

নীলাম্বৰে অৱশ্যে দুই-এবাৰ কৈছে: "হেৰ', তহঁতৰ পেট-টেট ভালে আছেনে? চাৰি, দিনকাল ভাল নহয়। কলিকতালৈ উভতি যোৱাৰ পাছত তহঁতৰ মাকে আৰু' নকয় যেন যে আইতাৰে আতালি-পুতালিকৈ খুৱাই ৰুগীয়া কৰি পঠালে।"

কিন্তু এলোকেশীয়ে সেই কথালৈ কৰ্ণপাতকে কৰা নাই।

নাতিয়েকহঁতৰ অসুখ আৰু যোৱাৰীয়ে 'কথা' শুনোৱাৰ সম্পৰ্কে তেওঁৰ মনত লেশমানো ভয় থকা যেন নালাগে। বৰঞ্চ তেওঁ খিঙখিঙাইহে উঠিল, "ৰ'বাচোঁ তুমি। অসুখ হ'ব কেলে'? মই কিবা সিহঁতক প'চা প'ইতাসোপা খুৱাইছোনে? অসুখ হ'লে সিহঁতৰ গৰবৰ্খাৰিণীৰ গুণতহে হ'ব। চহৰ-নগৰলৈ গৈ নগৰীয়া বাবু হ'ল, ল'ৰা দুটাক আধাপেটীয়াকৈ খুৱাই খুৱাই নাৰ্জা শুকুৱাই পেলালে। গোটেই দিনটোত এবাৰতকৈ বেছি ভাত নিদিয়ে নহয়? আৰু মোৰ নবুক মই দিনে তিনিবাৰকৈ ভাত খাবলৈ' দিছিলো। ল'ৰাহঁতে পুৱাৰ জলপান খুলি কি খাইছে—গজা জিলেপী ভিনকুট। দোকানৰপৰা কিনি আনি থয়। দোকানৰপৰা কিনি

অনা জলপানেৰে ল'ৰাহঁতৰ পেট ভৰেনে ? কেলে', ৰাতিপুৱা দুটামান মাছ-ভাত বান্ধি দিলে হাতত পোকে ধৰিবনে তাইৰ ? —ইচকুলৰপৰা আহি খাব কি ?—পৰঠা। হে হৰি। ভোকৰ সময়ত ময়দা ? দেখিলে কান্দিবৰ মন নাযায়নে ? নবুৱে মোৰ ইচকুলৰপৰা আহি মাছ-ভাতৰ সলনি আন কিবা দেখা পালে দলিয়াই পেলাই দি কান্দিছিল।"

সদুৱে দুই-এবাৰ ক'বলৈ চেষ্টা কৰিছিল, "পিছে নবুৰ ল'ৰাহঁতেও কান্দে বুলি সিহঁতে তোমাক কৈছেনে কিবা ?"

এলোকেশীয়ে সদুৰ কথালৈ কেৰেপেই নকৰিলে।

ক'লে, "ক'ব নো কি সাহসত ? যিহে বেতালচণ্ডী মাক, তাইৰ বিপক্ষে মাত মাতিবলৈ গ'লে ভয়তে হাত-ভৰি পেটত নুলুকাবনে ? ডাঙৰটোক খোচা-বিন্ধা কৰি কৰি যিওবা দুটা-এটা পেটৰ কথা উলিয়াইছোঁ, সৰুটো একেবাৰে সিয়নিত শোৱা। জানে, কথা ওলাই পৰিলে মাকে আৰু কাহানিও আমাৰ ইয়ালৈ নপঠাব। সেয়েহে—"

"ওলাই পৰিবলৈ আছেইবা কি ? বোৱাৰীয়ে কলিকতালৈ গৈ কিবা চুৰিডকাইতিত ধৰা নাই নহয় ?"

"চুৰি-ডকাইতিত নধৰিলেও, কাণ্ড বহুতেই কৰিছে। ক'ৰবাৰপৰা আনি এজনী বিজতৰীয়া ছোৱালীক ঘৰত সুমুৱাইছে, তাইক আক' গাঁঠিৰ ধন ভাঙি ইচকুলত পঢ়ুৱাইছে, কিতাপ-বহী কিনি দিছে,—কত কি কৰিছে। হ'ল বাবু সেয়া। পিছে নিজেও বোলে সদায় দুপৰীয়াতে ক'ৰবালৈ গৈ ছোৱালী পঢ়ায়। বিদ্যাৱতী লীলাৱতী! বোলোঁ চুৰি-ডকাইতিতকৈ কথাটো কম হ'লনে ? বাপেৰৰ জনমতো শুনিছনে এইবোৰ কথা ? ভদ্ৰঘৰৰ বো'ৱাৰীয়ে বিদ্যাশিক্ষা দিবলৈ যায় বুলি—?"

এই সম্বাদ পাই নীলাম্বৰেও অৱশ্যে গিজগিজাই উঠিছিল, গুৱাল গালি পাৰি নৰকুমাৰৰ পিতৃশ্ৰাদ্ধ কৰি সংকল্প ঘোষণা কৰিছিল যে, তেওঁ নিজে গৈ খৰমেৰে কোবাই পো-বোৱাৰীক পুনৰ গাঁৱলৈ ওভোতাই আনিব। কিন্তু পাছত কুৰুৱাৰ হাতৰপৰা পঞ্চমুখীয়াৰ হাতত পৰিব লাগিব বুলি ভাবি সেই সংকল্প এৰিলে। ক'লে, "নহয়, গাঁৱলৈ ঘূৰাই অনাৰ দৰকাৰ নাই। জাতি-মহত খেদালেই সিহঁতে, জাতি-কুল-মান নষ্ট যি হ'বৰ হ'লেই, সেই বোৱাৰীৰ হাতেৰে আমি তো নাখাওঁৱেই আৰু, তেনেহ'লেনো আৰু মিছামিছিকে জঞ্জাল চপাই লওঁ কিয় ? বৰঞ্চ বাহিৰে বাহিৰে আছে, থাকক। গাঁৱলৈ আহিলেই ৰটনা-ৰচনা হ'ব। তাই তো ওৰণি লৈ ঘৰৰ চুকত বহি থকা বিধৰ নহয়। পতিকে চকুৰ আঁৰত থাকিলেই মংগল। বৰঞ্চ এই ল'ৰা দুটাক যদি হাত কৰিব পাৰা চেষ্টা কৰি চোৱা। মৰণকালত বুঢ়া-বুঢ়ীৰ আলপৈচান ধৰিব পৰা কোনোবা এটা নালাগিবনে ?"

এলোকেশীয়ে কুটিল হাঁহি মাৰি সদু সদুকৈ কৈছিল, "সেই চেষ্টা নকৰাকৈ আছোঁনে ? মাকৰ নাম শুনিলেও বাতে মাটিত সাত কিল মাৰে, তাৰ বাবে মাকৰ সকলো গুণাগুণ বেকত নকৰাকৈ আছোঁনে ? পিছে এইজনীও যে এগুনিতে জেগুনি তাইৰ নাম সত্যৱতী, পগুলিতে একুৰি এটা ল'ৰা ফুকায়, পুৰা হ'লে গৰ্ভৱতী ! এই মায়াবিনীয়ে মহামন্ত্ৰ জানে। ল'ৰা দুটাও মাতৃ-ভকতিত ডগমগীয়া। তাই মৰতী মায়াবিনী হৈ লেলো মোৰ পেটৰ ল'ৰাটো এনেকে' পৰ হৈ যায়নে ?"

সাধন-সবলে অৱশ্যে ইমান ভিতৰুৱা কথাবোৰ নাজানে, সিহঁত উলাহৰ মাদলি যেন হৈ ছুটি উপভোগ কৰিছে। কলিকতীয়া ধৰা-বন্ধা জীৱনৰপৰা মুক্তি পাই, শৈশৱৰ লীলাভূমিলৈ আহি, মাজে-সময়ে মাকৰ ওপৰত অলপ খঙো নুঠাকৈ থকা নাই। আৰু মাকৰ অবৈয়ালী-আঁকোৰ গোঁজালীৰ বাবেই যে সিহঁত কলিকতাত থাকিবলগীয়া হৈছে, সেই কথাটো সবিস্তাৰে আৰু সনিন্দাৰে উঠোঁতে-বহোঁতে খাওঁতে-শোওঁতে শুনি আছেই।

পিছে সদুৱে ন্যায্য কথা কয়।

অৱশে মামীয়েকৰ আগত সিমানকৈ নকয়, কিয়নো এলোকেশীৰ কণ-ৰংগিণী মূৰ্তিলৈ তাইৰ বৰ ভয়। ৰাতিৰ সাজ খোৱাৰ সময়ত ভতিজাক-হঁতক অকলে পায়। এলোকেশীয়ে পখুলি হোৱাৰ প্ৰায় লগে লগেই পাটীত পৰেগৈ। সদুৱে ভতিজা-ল'ৰা দুটাক ভাত বাঢ়ি দি ওচৰতে বহি গল্প কৰে। কয়ঃ "আইতাৰৰ কথা শুনি মাৰক দুষিছ, বোলো মাৰে টানি-আজুৰি কলিকতালৈ নৈ নোবোৱাহেঁতেন এইৰূপ বয়সত যে ইমান পাৰ্চালি, ভালকৈ পাচ কৰিলি, ক'ত পাৰিলেহেঁতেন ? ইয়াত থকা হ'লে এইবোৰ হ'লহেঁতেন জানো ? ইয়াত তহঁতৰ বয়সৰ ল'ৰাবিলাকক দেখিছই নহয় ? কোনোবাই এতিয়া পঢ়া-লিখা খোৱাচাগুত তুলি থৈ মাছ খোৱা উদ হৈছে, কোনোবাটোৱে আক' খোৱাখোৱাত ধৰিছে, আকৌ কোনোবা কোনোবাৰ একোটা তিনি-চাৰি বছৰকৈ আছে। সভ্যতা ভব্যতা একো নাজানে। বামুণৰ ঘৰৰ ল'ৰা আৰু হালোৱাৰ ঘৰৰ ল'ৰাৰ মাজত পাৰ্থক্য বুজাবো উপায় নাই।"

সাধনে আইতাকৰ মুখৰ বচন আওৰাই ক'লে, "পিছে ইমান দিন, ইম্‌মান যুগে ধৰি মানুহে গাঁৱতে থকা নাছিল জানো ? সিহঁত বাৰু মানুহ নহয়নে কিবা ? মাৰ দেউতাকো সেখোন গাঁৱৰে মানুহ।"

"তহঁতৰ ককাৰৰ কথা কৈছ ? তেওঁৰ কথা বাদ দে। তেওঁ হ'ল হাজাৰৰ মাজৰ এজন। পিছে সেইদুলি তেওঁ তোৰ এইজন ককাৰৰ দৰে তোৰাণে ? তেওঁ হ'ল নৈৰ সমান। অকল গাঁৱতেইনে ? চহৰ-নগৰতো তেওঁ বহুকাল কটাইছে। পিছে—তহঁত মামাৰৰ ঘৰলৈ যাবনে নাযাব অ' ?"

"নাই যোৱা তো।"

"নাযায় ? মই ভাবিছিলোঁ, এতিয়া তোৰ মাৰ চাধীন হ'ল, কিজানি—"

হঠাৎ সৰলে টপকৰে ক'লে, "মানো আকৌ অকলে অকলে কি স্বাধীন হ'ল ? আমাৰ দেশৰ কোনো মানুহেই দেখোন স্বাধীন নহয়, ভাৰতবৰ্ষখনেই দেখোন পৰাধীন ?"

সদুৱে কথাষাৰৰ মৰ্ম পটকৈ বুজিব নোৱাৰি সুধিলে, "ভাৰতবৈশ্যখন কি ক'লি ?"

"পৰাধীন, পৰাধীন ! বগা চাহাবহঁত ৰজা নহয় জানো ?"

সদুৱে সবিস্ময়ে ক'লে, "উৱা ! কথা শুনা, সিহঁতৰ ৰাজ্যত সিহঁত ৰজা নহৈ কোন হ'ব ?"

"এঃ, সিহঁতৰ ৰাজ্য হ'ল কেনেকৈ ? সিহঁত আমাৰ দেশৰ মানুহ নেকি ?"

"হওক তেও। সিহঁত ৰজাৰ জাত তো ? আৰু সাগৰৰ সিপাৰৰপৰা আহি সিহঁতে তহঁতৰ কিমান ভাল কৰিলে ক'চোন ?"

"ভালনো কিডাল কৰিলে ? বৰঞ্চ বহুত বেযা কৰিলে। আৰু মাযে কয়, যাৰ যি দেশ সি সেই দেশৰ মালিক হ'ব এয়ে নিয়ম। যি পৰৰ দেশলৈ আহি লুভীয়াৰ দৰে তাত নিগাজী হৈ বহিছে, সিহঁতক—"

সদুৱে টঙং খালে, "তহঁতৰ মাৰে তহঁতক এইবোৰ কথা কয় ? তেনেহ'লে মাস্টীয়ে কোৱা কথাবোৰ গোকাট মিছা নহয় দেখোন ! মুৰত গণ্ডগোলেই আছে। কিন্তু এইবোৰ ক'ব নাপায় অ' খোকা, চাহাবহঁতেই তহঁতৰ দেউতাৰৰ অন্নদাতা।"

'অন্নদাতা' কথাষাৰৰ অৰ্থ হৃদয়ংগম কৰিব নোৱাৰিয়েই বোধহয় সৰলে আওপকীয়াকৈ ক'লে, "মায়ে চাহাবহঁতৰ নিন্দা নকৰে, খালী কয় যে, পৃথিৱীত মুৰ দাঙি থিয় হ'ব লাগিব—এই চিন্তা মনত লৈ সকলো ল'ৰাই মানুহৰ দৰে মানুহ হ'ব লাগে। পিছে দেশখনেই যদি পৰাধীন, সিহঁতেনো আৰু মুৰটো দাঙিব কেনেকৈ ?"

সদুৱে হতাশাৰ হুমুনিয়াহ কাঢ়ি ক'লে, "জানো, অতবোৰ কথাৰ মৰ্ম নুবুজোঁ মই। তোৰ মাৰৰ চিৰদিনেই কঠুৱা কথা,—বাৰেবিংকৰা চিন্তা। ইমান দেশ-ভেশ থাকোঁতেও চাহাব-বঙালী লৈ মুৰ কামোৰণি, কোন ৰজা কোন পৰজা তাকে লৈ গুণা-গঁথা। ওৰে জীৱন গ'ল পৰাধীন হৈ, চাধীনতা কাক বোলে তাকে নাজানিলোঁ। তাৰনো মৰ্ম কি বুজিম ? আমি জানো, মানুহ পৰাধীন হয়েই, দেশখনৰনো আক' চাধীন-পৰাধীন কি ? থ'ক—বাদ দে সিবোৰ কথা। অ' সাধন—তোৰ মাৰে বোলে মাষ্টৰ ক'ৰে হয়নে ?"

সাধন-সবল দুয়ো ভাই-ককায়ে এবাৰ মুখ চোৱাচুই কৰিলে। তাৰ পাছত সবলেই ঘপকৈ ক'লে, "ক'চোন ক'চোন 'কাই, ভয়টোনো কিহৰ? মায়েই কৈছে নহয়, লুক-ঢাক মিছা কথা ইয়াতকৈ পাপ নাই। পিছে দেউতাকহে ক'বলৈ মানা, যদিহে দেউতাই মাক যাবলৈ হাক দিয়ে! হাক দিলে কথা মিছিলেই। অথচ মাষ্টৰ মহাশয়ে কৈছে—"

সদুয়ে চকু কোঁচাই সুধিলে, "মাষ্টৰ মহাশয়নো কোন?"

"বাহ্, মাষ্টৰ মহাশয় কোন নাজানা? ভয়তোৰ মাষ্টৰ। যিজনে দেউতাক—"

"বুইছোঁ বুইছোঁ। পিছে তেওঁ বম্মাগিয়ানী হ'ল বোলে?"

সাধনে ভয়ে ভয়ে মূৰটো হলালে।

"তেওঁৰ সৈতে তোৰ মাৰে মাত-বোল কৰেনে?"

সাধনে ততোধিক নম্ৰভাৱে আকৌ এবাৰ মূৰটো হলালে।

"বম্মাগিয়ানী হোৱাৰ পাছতো তহঁতৰ ঘৰলৈ আহেনে?"

'ওহোঁ, নাহে—" সবলে গম্ভীৰভাৱে ক'লে, "দেউতাই তেওঁৰ মান নাৰাখিলে, তেওঁক ঘৰলৈ আহিবলৈ বাৰণ কৰিলে। সেইদেখিহে মায়ে কৈছে, 'ভাল কথা, মইয়ে তেন্তে তেওঁৰ ঘৰলৈ যাম। মাষ্টৰ মহাশয়ে আমাৰ যে কিমান উপকাৰ কৰিলে'—"

সদুয়ে গালত হাত দি ক'লে, "তহঁতৰ কথা শুনি অবাক হৈছোঁ ভুতু, তহঁতৰ মাৰাৰ আৰু দুখনকৈ হাত-ভৰি গজিলেই নোকি চাই আহিবলৈ মন গৈছে। কিন্তু এই কথাও নকৈ নোৱাৰোঁ, এসময়ত মাষ্টৰে উপকাৰ কৰিছিল বুলিয়েই যে জাতি-ধৰ্ম্ম ৰসাতলে যোৱাৰ পাছতো তাৰ ওচৰলৈ যাব লাগিব তাৰ কিবা অৰ্থ আছে জানো?"

যিটো কথা মনলৈ অনাও পাপ, হঠাৎ তেনেকুৱা কথা এটাই, সন্দেহ এটাই দংশন কৰাত সদুৰ এই প্ৰশ্ন।

কিন্তু সাধনে তিমানতে সদুত্তৰ দিলেই।

"পঢ়াশালি মাষ্টৰ মহাশয়েই সাজিলে দেখোন। বুঢ়া-বুঢ়ীহঁতেও অ আ ক খ শিকিবলৈ আহে। মহাশয়ে কয়, দিনটো গল্প-গুজৰ কৰি, তামুল খেলি আৰু কন্দল ক'ৰি—আৰু নহ'লেও বিছনাত পীৰিকা দি শুই-বহি এনেয়ে কটোৱাতকৈ লিখা-পঢ়া শিকাটো কিমান ভাল কাম—সেয়েহে তেওঁ 'সৰ্বমংগলাতলা' নামৰ ঠাইত পঢ়াশালি সাজিলে। তাত দুপৰীয়া পঢ়োৱা হয়। তোমালোকৰ বয়সৰ মানুহো পঢ়িবলৈ আহে।"

সদুয়ে হুমুনিয়াহ কাঢ়ি ক'লে, "এই জনমত যদি মৰোঁ কোঁতআবা, তেনেহ'লে আকৌ তহঁতৰ সেই কলিকতাতে জনম ল'ম, আৰু তোৰ মাৰাৰ ইচকুলত পঢ়িম দে।"

"এই জনমতে পঢ়িব পাৰা দেখোন।"

"পাৰিম। পিছে সেই যোঁতিয়া চিতাত শুমগৈ তোতিয়াহে। ওঁ, খা, ভাতমুঠি পাতত্তে পাৰি থাকিলা দেখোন।"

"খাওঁ বা! উস্, দিনে-নিশাই যেনেকৈ খাইছোঁ—পেটে আৰু নধৰা হৈছে।"

"থাকক তেন্তে, ইচ্ছা নাই যদি জোৰ কৰি নাখাবি।"

সাধনে সদুৰ সেই অকস্মাৎ স্থিৰ হৈ পৰা মুখননলৈ অলপ সময় চাই থাকি লাহেকৈ ক'লে, "পেহী, তুমিও ব'লানা—আমাৰ লগত—"

"মই—?"

সদুৱে হঠাৎ যেন জিকাৰ খাই উঠি ক'লে, "ওঁ, মই বুঢ়া-বুঢ়ীক চো ঠেঙাঁয়া কৰি থৈ আয়মেৰে কাল কটাবলৈ কলিকতালৈ যাওঁ আৰু বুঢ়া-বুঢ়ী দুটা নাখাই মৰক।"

"এহ্, চিৰকালৰ বাবেনে কিবা? দুই-এদিনৰ বাবে ফুৰিবলৈ—"

"থাওক থাওক বোপা। তই যে যাবলৈ ক'লি মুখেৰে, এয়ে ঢেৰ, ফুৰিবলৈ' এই জনমত আৰু ক'লৈকো নোলাওঁ, গ'লে আৰু চিৰকালৰ বাবে কালফুৰা সঁফুৰাৰ লগতে যামগৈ। পিছে ডাঙৰটো হৈছ তই, কাউৰী-কুকুৰায়ো গম নোপোৱাকৈ এটা কাম যদি কৰি দিব পাৰ —। কিন্তুক কাকো ক ব নোৱাৰিবি। কন্ন যদি মোৰ মৰা মুখহে দেখিবলৈ পাবি—"

"এহ্, কামটো কি তাকেনো নোকোৱা কেলেই?"

"কৈছো—"

সদুৱে সেপ ঢুকি ক'লে, "তহঁতৰ সেই বাগবাজাৰ ঠাই টুকুৰাতে, সেইদেখিহে কৈছোঁ। সেই ঠাইৰ 'বহা' এটাৰ ঠিকনাত এখন চিঠি দিম, চিঠিখন দিব পাৰিবিনে?"

সাধান মহা উৎসাহেৰে ক'লে, "কেলেই নোৱাৰিম, কিমান নম্বৰ কোৱাচোন?"

"লিখি থোৱা আছে, দিম নম্বৰটো। কিন্তুক—শুন, আন কোনেও কথাটো গম নাপায় যেন।"

"কিয় কোৱাচোন পেহী?"

"পাছত ক'ম বাৰু।"

## আঠত্ৰিছ

হেৰোৱা সত্য যোঁতিয়া ঘৰলৈ ঘূৰি আহিল, তেঁতিয়া সাঁজ লাগো লাগো। এখন ভাবালৈ লোৱা ঘোঁৰাগাড়ীৰপৰা সত্য নামি আহিল, লগতে এজনী দেখনে-দৰ্পণে শুৱনী বিধবা।

"তুমি অলপ ৰ'বাচোন, আগতে কচোৱানটোক বিদায় দিও'—।" এইবুলি কৈ সত্য ভিতৰ সোমালগৈ। সুহাসিনীয়েতেঁতিয়া ইখন খিৰিকীৰপৰা সিখন খিৰিকীলৈ চটফট কৰি ঘূৰি ফুৰিছে, নৱকুমাৰ তেঁতিয়ালৈকে নিতাইৰ ঘৰৰপৰা ঘূৰি অহা নাই।

সত্যবতীক দেখা পায়েই সুহাসে প্ৰায় চিঞৰি দিলে, "পেহী!"

সুহাসৰ সুৰত অভিযোগ।

সতাই খৰখৰকৈ ক'লে, "হ'ব, জবাবদিহি কৰা হ'ব। এতিয়া গংগাজলেৰে হাতখন ধুই মোৰ সেই সৰু বাকচটোৰ পৰা চাবি অনা পইচা উলিয়াই দেচোন, গাড়ীত অহা কাপোৰেৰে বাকচটো নোছোও' আৰু।"

আঁচলৰ গাঁঠি খুলি সতাই বাকচৰ চাবিকোচা সুহাসক দিলে।

সুহাসে বৰ বেছি মাত-বোল নকৰে, নিতান্ত অস্থিৰ হোৱা বাবহে চিঞৰি উঠিছিল। তাই আৰু একো নক'লে, নিঃশব্দে আদেশ পালন ক'ৰবলৈ ধাবলে। কিন্তু কেঁৰাহিকৈ বাৰে বাৰে সত্যলৈ চাই পঠিয়ালে। ৰহস্যময়ী সত্যলৈ।

গাড়ীৰ ভাৰাখিনি দি কচোৱানটোক বিদায় কৰি সতাই সেই বিধবা মানুহজনীক ক'লে, "ও", বহা, হাত-মুখ ধুই লোৱা, অলপ মিঠাই খাইহে যাবা।"

বিধবাজনীয়ে প্ৰসন্নভাৱেৰে ক'লে, "আকৌ মিঠাইলো কেলেই লাগিছে মা? তোমাৰ ঘৰ-দুৱাৰ দেখিলোঁ, চিনি পালোঁ, এয়ে যথেষ্ট। তোমাৰ মিঠা মুখৰ কথাই 'মিঠাই' মা, শুনিলে শৰীৰ শীতল হয়।"

"হওক বাৰু, তুমি মোৰ কাৰণে ইমানখিনি কৰিলা, অলপ মিঠাই নুখুউৱাকৈয়ে এৰিমনে?" এই বুলি কৈ সতাই পাটকৈ পাত থকা পাটৰ চাদৰখন সোলোকাই থৈ পা ধোৱা কোঠাত সোমাই শাড়ী-চোমিজ ধুই তিতা গাৰেই আখলৰ পৰা দুটামান নাৰিকলৰ লাড়ু উলিয়াই আনি এবাটি পানীৰে সৈতে খাবলৈ দিলে।

মানুহজনী বিদায় লৈ গুচি যোৱাৰ পাছত শুকান কাপোৰ পিন্ধি আহি সুহাসক ক'লে, "তাৰ পাছত ? মোৰ নামত হুলিয়া জাৰি কৰা হ'লেই, নহয় ?"

সুহাসে আন ফাললৈ মুখ কৰি ক'লে, "হুলিয়া আকৌ কিহৰ ? পেহাদেউ অস্থিৰ হৈ ওলাই গ'ল, ইমানেই।"

"এই এদিনতে তোৰ পেহাৰৰ ওচৰত মোৰ সকলো গুপুত কথা ওলাই পৰিল দেখিছোঁ—" সত্যই ক'লে, "পঢ়াশালিৰ খবৰটো ইমানদিনে নোকোৱাকৈ আছিলোঁ—"

সুহাসে বোধকৰোঁ আজিৰ এই সুযোগ পাই তাইৰ মনৰ সন্দেহ প্ৰকাশ কৰিলে। মুৰ দাঙি ঘপহকৈ ক'লে, "পিছে লুক-ঢাক কৰাটো ভালনে ? ইপিনে তোমালোকেই কোবা দেখোন স্বামী তিৰোতামানুহৰ দেৱতা।"

সত্যাই কও' বুলি মুখ মেলিছিল, "তোৰ দেখোন স্বামী নৌহও'তেই স্বামীভকতি।" কিন্তু চম্ভালি ল'লে নিজকে। তাইৰ কপালত 'স্বামী' আছেনে নাই কোনে ক'ব। নিৰুপায় বুদ্ধিহীন মাকে কুমাৰী ছোৱালীকে বিধবা বুলি চিনাকি দি তাইৰ ভবিষ্যতৰ ভৰিত বাগী কুঠাৰ মাৰি থৈ গ'ল। এই চালে চকুৰোৱা ছোৱালীজনী, সভ্য নম্ৰ, লিখা-পঢ়াতো কিমান ভাল বিজন স্বামীয়ে এইজনী ছোৱালীক পত্নীৰূপে পালেহেঁতেন, সেইজন স্বামী ধন্য হ'লহেঁতেন।

কিন্তু দুখুনীৰ ভাগ্য কিজানি দুখেৰেই যাব। তথাপি সত্যাই মনস্থিৰ কৰি থৈছে, এইৰ কাৰণে শেহলৈকে যুঁজ দি চাব। সেই দেখিহে ব্ৰহ্মজ্ঞানী সকললৈ সত্যৰ ইমান আগ্ৰহ, তেওঁলোকৰ সৈতে চা-চিনাকি হোৱাৰ বাসনা ইমান প্ৰবল।

ব্ৰহ্মজ্ঞানীসকল হেনো অতি উদাৰ।

বাল্যবিধবা ছোৱালীৰ বিয়াতো তেওঁলোকে নিন্দা নকৰে। সত্যাই পোনতে সুহাসক সকলো সঁচা কথা কৈ দিব বুলি ভাবিছিল।

তাইক কুমাৰীৰ পৰিচয়তে ইস্কুলত ভৰ্তি কৰাব বুলিও স্থিৰ কৰিছিল। কিন্তু সাত-পাঁচ ভাবি সেই ইচ্ছা স্থগিত ৰাখিবলগীয়া হৈছিল। প্ৰথম কথা হ'ল—ইমান ডাঙৰ আবিয়ৈ ছোৱালীৰ কৈফিয়ৎ বহুত, জাত যোৱাৰ প্ৰশ্ন আছে। পিছে সেইবোৰ কথাৰ কিজানি সত্যাই তাইৰ ন্যায়ভাষণৰ বলত মোটামুটিকৈ কিবা এটা বেহা লগাব পাৰিলেহেঁতেন, 'দুখীয়াৰ ছোৱালী এজনীক সমাজে বিবাহ দিব নোৱাৰে, জাত-পাত কাঢ়ি ল'ব পাৰে ?' এই তৰ্ক কৰিলেহেঁতেন।

কিন্তু বাধা আনফালেও।

ইমান নিষ্ঠুৰ সত্য প্ৰকাশ হৈ পৰাৰ পাছত সুহাসে তাইৰ সম্পৰ্কে কি

ধাৰণা কৰিব ? তাই কোনোদিনে আন্তৰিকভাৱে মাকক কথা কৰিব পাৰিবনে ? যেতিয়া শুনিব যে কেৱল নিজৰ সুবিধাৰ কথা ভাবি মাকে তাইৰ ভাগ্যত দুৰ্ভাগ্যৰ ছাপ দি থৈ গৈছে, আজন্মকাললৈ খোৱা পিন্ধাৰপৰা বঞ্চিত কৰি থৈ গৈছে, তেতিয়া মাকজনী তাইৰ চকুত হীন হৈ নপৰিবনে ? স্বাৰ্থপৰতাৰ নিৰ্মমতাৰে ? সেয়া দেখোন মৰণাধিক কথা।

আৰু তাই যদি মাকক দেবীৰ আসনত বহুৱাই থৈছে, বিশ্বাস ভালপোৱা ভক্তিৰ ইফাল-সিফাল নহয় যদি, তেতিয়া কিজানি সত্যলৈকে সন্দেহ উপজিব তাইৰ মনত। ভাবিব যে সত্যৱতীয়েহে এতিয়া তাইৰ বিয়াৰ সুবিধা কৰিবলৈ গৈ—

সুহাসৰ বিষয়ে সভাই এইবোৰ সাত-পাঁচ ভাবিছিল। ভাবিছিল, থাওক, জ্ঞান-বুদ্ধি আৰু অলপ বাঢ়ক, সঁচা-মিছা বুজাৰ দৰে চকু গজক, তেতিয়া দেখা যাব।

সেয়েহে এতিয়া সেইবোৰ কথা নুলিয়াই দোষ স্বীকাৰ কৰি লোৱাৰ ভংগীৰে ক'লে, "স্বামী যে দেৱতা এই কথা কেৱল আমিয়েই নহয়, ত্ৰিজগতে কয়। কিন্তু দেৱতাক অসন্তুষ্ট কৰাটোও তো দোষনীয়। মই পঢ়াশালিত শিক্ষকতা কৰাৰ কথা শুনিলে, তোৰ পেহাৰ অসন্তুষ্ট নহ'ব জানো ? তেনেহ'লেনো অবাবত খং তোলাই কি লাভ হ'ব ? মিছামিছি যন্ত্ৰণাৰ সৃষ্টি। আৰু কোনো কথা নগমি-নুবুজি যদি শাও-শপত দিয়ে, তেতিয়াও বিপদ।"

সুহাস অলপ সময় মনে মনে থাকিল। তাৰ পাছত লাহে লাহে ক'লে, "পিছে পেহাদেৱৰ খং উঠা কাম কৰা তোমাৰ উচিত হৈছে জানো ?"

সুহাসৰ এই শুবিবেচনাসমূলক কথাত সভাই ভাল পালে, পিছে ভিতৰি ভিতৰি তাইৰ হাঁহি উঠিল। তাই ভাবিলে, উচিত নোহোৱাহেঁতেন, তই ক'ত থাকিলিহেঁতেন ? ইমানবোৰ কথা ভবাৰ জোখাৰে বুদ্ধিয়েইবা ক'ৰপৰা পালিহেঁতেন ? তোৰ বাবে তেওঁৰ সেতে কৰ্মখিনি মুজিবলগীয়া হৈছিলোনে ? তোক আমাৰ ঘৰত ঠাই দিয়াৰ বাবে তো হয়েই, ইস্কুলত ভৰ্তি কৰাৰ কথাতো ?

চাহাবৰ ইস্কুলত পঢ়ুৱালে, সেই ছোৱালীৰ হাতৰ পানী বৰ্জন কৰিব লাগিব, এই কথা কৈও নৱকুমাৰে নিবৃত্ত কৰিবলৈ চেষ্টা কৰিছিল। তথাপি সভাই সকলো ঠিকেঠাকে কৰিলে।

'উচিত-অনুচিত'ৰ প্ৰসংগত এই কথাবোৰে সভাৰ মনত ভুমুকি মাৰিলে। ক'ব বুলিও ভাবিছিল, সংযত হ'ল, মুখত হাঁহি বিৰিঙাই ক'লে, "তই দেখিছো বহুত শিকিলি। ও", হওঁতে ঠিকেই কৈছ, উচিত হোৱা নাই। কিন্তু চা, সকলো নিয়ম সকলোতে নাখাটে। কত স্বামীয়ে হৰিনাম কৰিলে বেয়া পায়, হৰিনাম শুনিলেই জ্বলি-পকি উঠে, সেইবুলি সেই স্বামীৰ পত্নীয়ে

হৰিনাম নকৰিবনে? পিছে সেইবুলি কাণৰ ওচৰত খোল বজাই নাম-কীৰ্তন কৰাও ভাল নহয়। আচল কথা, যিটো কাম কৰি আছা, আগতে চাই ল'বা সেই কামটি ভালনে বেয়া, সেই বিবেচনাবোধ থাকিব লাগিব, তাৰ পাছত যিমানদূৰ পাৰি কাকো অসন্তুষ্ট নকৰাকৈ সেই কাম উদ্ধাৰ কৰিব লাগিব। যিসকলে ভাল নাপায়, তেওঁলোককো অগ্ৰাহ্য কৰা নহ'ল, কামটোও সিজিল।"

সত্যাই সুহাসকো ডাঙৰহ'তৰ শাৰীত পেলালেনে? সেয়েহে তাইৰ ওচৰত ইমান কৈফিয়ৎ? নে সুহাসক কোৱাৰ চলেৰে নিজৰ মনৰ ওচৰতে কৈফিয়ৎ দাখিল কৰিছে? স্বামীৰ সৈতে এই লুকাভাকু খেলা খেলি তাই ভিতৰি ভিতৰি যে সূক্ষ্ম বিবেকৰ দংশন-পীড়ন অনুভৱ কৰিছে, তাৰ বাবেই এই কৈফিয়ৎনে?

সুহাসে অৱশ্যে নিজকে ডাঙৰ বুলিয়েই ভাবে এজনী সম্পূৰ্ণ মানুহ বুলিয়েই ভাবে, সেয়েহে সত্যাৰ কৈফিয়ৎ শুনাৰ পাছতো আকৌ তাই মতামত প্ৰকাশ কৰিবলৈ সাহসী হ'ল। আৰু সত্যাৰ ওচৰত আন যিয়েই নহওক সাহসী হোৱাত অসুবিধা নাই। তাই লাহেকৈ ক'লে, "মোৰ বোধেৰে হৰিনাম লোৱাটো ভালেই, সেই কথাটো বুজাই—"

সত্যাই হাঁহিলে।

ক'লে, "সৰুতে ময়ো তোৰ দৰেই ভাবিছিলোঁ সুহাস, সকলো কথাতে যুঁজ-বাগৰ কৰিছিলোঁ। কিন্তু এতিয়া বয়সৰ লগে লগে বুদ্ধিও বাঢ়িল আৰু এই কথাটো বুজি পালোঁ যে অনবৰত যুঁজি থকা মানেই অনৰ্থক শক্তিক্ষয়। কাম কৰাৰ বাবে যি শক্তি থকা আৱশ্যক, সেই শক্তিৰ ভালেখিনি তৰ্কবাদতে খৰচ কৰিলে কামেই কম হ'ব। সেইদেখিহে যাতে সাপো মৰে লাঠিও নাভাগে, সেই পথ অৱলম্বন কৰোঁ। পিছে সেই যে ক'লোঁ—ক্ষেত্ৰ-বিশেষে। আৰু, সেই 'বিশেষ'টো চিনি পাব লাগিব। 'মাইকী মানুহ মানুহ নহয় নেকি' বুলি বহু তৰ্ক কৰিছোঁ, কিন্তু ক্ৰমে বোধ হৈছে এই তৰ্ক সাগৰত বালিৰ ভেটা মাথোন। আমাৰ এই দুৰ্ভগীয়া দেশত মাইকী মানুহ হোৱাৰ বহুত যন্ত্ৰণা, বুজিলিনে? এটা সজ কাম কৰিবলৈ ওলালেও পদে পদে বাধা। মাষ্টাৰ মহাশয়ে কয়, বিদ্যাদানত অন্নদানতকৈও অধিক পুণ্য। মানুহ আৰু জন্তু-জানোৱাৰৰ মাজত যি প্ৰভেদ সেয়া এই বিদ্যাৰ গুণতেই। নহ'লে যিকোনো প্ৰাণীয়েই খায়, শোৱে, পোৱালি জন্ম দিয়ে। মানুহৰ পৰা পোক-পৰুৱালৈকে। পিছে সেই বিদ্যা বস্তুটি যাৰ ভিতৰত অকণমানো আছে, তেওঁ আন এজনক সেই বিদ্যাৰ ভাগ দিয়া উচিত। এই বস্তু দান কৰিলে নকমে, বৰঞ্চ বাঢ়ে। কিন্তু এইবোৰ কথা কিমানে বুজিবলৈ বিচাৰে ক'চোন? নিবিচাৰে। আগতে ভাবিছিলোঁ, যি সঠিক কথা, সেই

কথা সকলোকে বুজাইছে এবিম। বুজাই পোনাম। কিন্তু এতিয়া বুজিছোঁ যে সেই চেষ্টা হ'ল হাতীৰে হাল জোৰাৰ নিচিনা, আকাশৰ তৰা গণ্তি কৰাৰ লেখীয়া কথা। তাতকৈ, নিজৰ বিবেচনাৰে যি শুদ্ধ বুলি ভাবিম, তাকে একাণপতীয়া হৈ কৰি থাকিম। এদিন নহয় এদিন মানুহে বুজিবই ঠিক নে ভুল। যিসকল বিৰক্ত হৈছিল, যিসকলে ভাল নাপাইছিল, তেওঁলোকেই তেতিয়া মানি ল'ব।"

বহু কথা একে উশাহে কৈ সত্যাই অলপ জিৰণি ল'লে। সেই ফাঁকতে সুহাস ঘপকৈ বহাৰপৰা উঠি গৈ আৰু এঘটি মিছিৰিৰ চৰবৎ আনি সত্যাক দিলেহি।

সত্যাই তেতিয়া বোধকৰোঁ এনে চেঁচাপানী এটোপালকে আশা পালি আছিল। কিমান সময়ৰ আগতে যে ঘৰৰ পৰা ওলাইছিল। তাই বিনাবাক্যে মিছিৰিৰ পানীখিনি ঘোটঘোটকৈ পি-থাই সৰুকৈ হাঁহি এটা মাৰি ক'লে, "মনৰ কথাৰ উমান লৈ পিয়াহৰ পানী দিবলৈ শিকিছ যেতিয়া আৰু একো নিশিকিলেও হ'ব তোৰ। জগত-সংসাৰত মাত্ৰ এইৰূপ শিক্ষাৰ সমল থাকিলেই যথেষ্ট।"

সুহাস লাজতে তলমুৰ হ'ল। সত্যাই তাইলৈ চালে।

ৰূপে-গুণে অপৰূপ ছোৱালীজনী। কিন্তু—কিন্তু তাইৰনো ইমান কি গুণ আছিল ?

প্ৰথম দিনটোৰ কথা মনত পৰিল সত্যাৰ। কেনে উদ্ধত অনম্ৰ মুখ-ওফোন্দা স্বভাৱ আছিল সুহাসৰ। সদায় তাইৰ কথাত সত্যাই বিমোৰত পৰিবলগীয়া হৈছিল। তাই সদো মাতৃহাৰা বুলিহে সত্যাই নিজকে চম্ভালি আছিল। আৰু তাৰোপৰি, তাইৰ মাকৰ মৃত্যুও আছিল বৰ মৰ্মান্তিক, আকস্মিক।

ক্ৰমাত সুহাসৰ প্ৰকৃতি সলনি হ'বলৈ ধৰিলে। আগৰ ঔদ্ধত্য অনম্ৰতাৰ ঠাইত নম্ৰতা সভ্যতা কোমলতাৰ স্ফুৰণ হ'ল। দত্ত পৰিয়ালৰ বহুবিধ বদ্ অভ্যাস, যিবোৰে সত্যাক পীড়িছিল, বিৰক্ত কৰিছিল, লাহে-ধীৰে সেইবোৰ নোহোৱা হ'ল আৰু তাই মানুহৰ দৰে মানুহ এজনী হৈ উঠিল।

পিছে তাই অলপ গোমোঠা, গম্ভীৰ স্বভাৱৰ।

হৃদয়বৃত্তিৰ বাহিঃপ্ৰকাশ কম। তাইৰ আনন্দ-বেদনা, সুখ-দুঃখ সহজে ধৰিব নোৱাৰি, বুজিব নোৱাৰি শ্ৰদ্ধা কৃতজ্ঞতা স্নেহ। সেয়েহে আজিৰ এই হৃদয়বৃত্তিৰ প্ৰকাশ দেখি সত্যাই ভাল পালে, পৰিতৃপ্ত হ'ল।

সুহাসৰ লাজুকবীয়া মুখখনলৈ চাই সত্যাই সুধিলে, "পিছে মোৰ ইমান পলম হ'ল কিয়, নুসুধিলি দেখোন।"

সুহাসে মুখখন হাঁহো হাঁহোঁকৈ ক'লে, "সুধিমনো কেলেই ? ক'বলগীয়া হ'লে তুমিয়েই ক'বা।"

"ক'বলগীয়া হ'লে ? কথা শুনা !" সত্যই ক'লে, "কোৱাৰ অযোগ্য কাম তোৰ পেহীয়েৰে কৰিব ফুৰে, নহয় ?"

"বাহ্, মই সেইবুলি ক'লোঁ নেকি ? কৈছোঁ - "

পিছে সুহাসে কথাষাৰ শেষ কৰিব নোৱাৰিলে। চোতালৰ জপনাখন ঠেলি সোমাই আহিল দুই মূৰ্তিমান। নৰকুমাৰ আৰু নিতাই।

দুয়োজনেই থৰ লাগি পৰস্পৰলৈ চালে।

সত্যই মূৰৰ ওৰণিখন টানি লৈ বহাৰপৰা উঠি থিয় হ'ল।

নৰকুমাৰ বহিল।

বহি লৈ ক'লে, ' কি কথা কোৱাচোন ? ভৰ-দুপৰীয়া সদায় তুমি ক'লৈ যোৱা কোৱাচোন ? আজি ইমান দেৰিলৈ আছিলা ক'ত ? তোমাৰ এইবোৰ ৰীতিনীতি মোৰ মুঠেই ভাল লগা নাই।"

সত্যই মুহূৰ্ততে নৰকুমাৰৰ সেই বিপৰ্যস্ত মূৰ্তিলৈ চাই, অলপকৈ হাঁহি ক'লে, "হয়নে ? মোৰ ৰীতিনীতি আৰু তোমাৰ ভাল নলগা হৈছে ?"

হাঁহি।

সত্যই হাঁহিছে।

তাৰ মানে, হয় তাইৰ মনত কোনো অপৰাধ-বোধ নাই, নহ'লে তাই নোম টেঙৰ। নিতায়ে যে সত্যৰ অৰ্ধঅৱগুণ্ঠিত মুখলৈ ৰ' লাগি চাই আছে আৰু ৰীতিনীতিৰ ফালৰপৰা সিও যে বৰ শোভন নহয়, সেই কথালৈ সি মনেই নকৰিলে।

নৰকুমাৰৰ কিন্তু এতিয়া বিহ্বলতা নাই। ইমানপৰে হৈ থকা উদ্বেগ অশান্তি দুশ্চিন্তা যন্ত্ৰণা আদিয়ে এতিয়া অমূৰ্তক খঙৰ ৰূপ লৈছে। সত্যৰ হাঁহিয়ে সেই খঙত ইন্ধন যোগাইছে। সেয়েহে সি জাঙুৰ খাই উঠি ক'লে, "নাই, ভাল লগা নাই। তোমাৰ মতি-বুদ্ধি আওবাটে গৈছে বুলিয়েই মোৰ ধাৰণা।"

তাত কেৱল নৰকুমাৰ থকাহেঁতেন সত্যই কিজানি দপকৰে জ্বলি উঠিলহেঁতেন। কিন্তু এতিয়া লগত নিতাই আছে। তাৰ আগত খং দেখুৱালে মান-সম্ভ্ৰম নাথাকে। সেয়েহে সত্যই তেনেভাৱেৰেই ক'লে, "তোমাৰ যেতিয়া ধাৰণা হৈছে, তাৰ নিশ্চয় কিবা এটা ন্যায্য কাৰণো আছে। তুমি বিজ্ঞ বিচক্ষণ পুৰুষ। তেনেহ'লে এতিয়া এই নোম টেঙৰ পৰিবাৰক লৈ কি কৰিবা কোৱা। বনবাস ? অগ্নি পৰীক্ষা ? নে কাটি টুকুৰা-টুকুৰ কৰি আই গংগাৰ বুকুত বিসৰ্জন ?"

কেনে দুঃসহ স্পৰ্ধা। ভাবি নৰকুমাৰ বোবা হৈ পৰিল।

অন্তপৰৰ মূৰত নিতায়ে মাত লগালে।

ক'লে, "কিন্তু নবৌ, আপুনি যে আমাক সাঁথৰৰ মাজত পেলাইছে, তাৰো উচিত বিচাৰ লাগে। এয়া আজি আবেলিবেপৰা এই হতভগীয়াৰ কি নিকৰুণ অৱস্থা। আৰু ময়ো আজি ও'ৰে দিনটো নেখাই-নোৱৈ আছোঁ, তাৰ ওপৰতো সিজনীৰ আগত তলমূৰ থাকিবলগা হ'লোঁ—"

"উবা। সাঁথৰৰ মাজত তুমিহে পেলালা দেখোন মোক। তোমাৰ খোৱা-বোৱাকেইবা মই বন্ধ কৰিলোঁ কেনেকৈ আৰু পৰিবাৰৰ আগত তলমূৰ হ'ব লগাৰ কাৰণইবা হ'লোঁ কেনেকৈ কোৱাচোন? মই দেখোন একো বুজা নাই। মুখখন দেখোন শুকাই ক'লা পৰিছে!'

বেচাৰা নিতাই, লঘোন-টঘোন একেবাৰে সহ্য কৰিব নোৱাৰে, তাতে গুৰে দিনটো নাখাই-নবৈ তাৰ আমঠুলৈকে ক'লা পৰি গৈছে, সৰ্বোপৰি এনেবোৰ মৰমিয়াল কথা-বতৰা, তাৰ চকুৰ স্নায়ুবোৰেও দুৰ্বল হৈ বিশ্বাসঘাতকতা কৰিলে। আৰু সেই বিশ্বাসঘাতকতাৰ লাজ ঢাকিবলৈ সি তাৰ পৰিবাৰ আগত তলমূৰ কৰা মুখখন আকৌ এবাৰ তলমূৰ কৰিলে।

"এঃ, এই বুঢ়া ল'ৰা দুজনেই সমান"—সত্তাই এইবাৰ ব্যংগ-বিদ্ৰূপ এৰি যেন দয়াশীল হৈ উঠিল, 'এই অবুজনহ'তৰ বাবেইহে এই বুঢ়া বয়সত ময়ো ছল-চাতুৰীত ধৰিবলৈ বাধ্য হৈছোঁ। কিন্তু তাৰ আগতে কিবাকিবি অলপ খাই লোৱাচোন, পৰিবাৰৰ সৈতে কাজিয়া কৰি লঘোনে আছা বোধকৰোঁ।

সুহাস, আগতে তেওঁৰ সৰু পেহাৰক অলপ কিবাকিবি খাবলৈ দেচোন—"

"নহয় নহয়, একো নালাগে মোক—" নিতায়ে প্ৰতিবাদ কৰিলে।

সত্তাই মিচিকীয়াই হাঁহি ক'লে, "লাগিবনে নাই তুমি তাৰ কি বুজিবা?"

সুহাসে বিনাবাক্যে দুখন জকমকীয়া কাঁহৰ কাঁহীত দুয়োজন পেহাকৰ বাবে খোৱাবস্তু আনিলে। নাৰিকলৰ লাড়ু, জিলেপী, আৰু এবাটিকৈ মুড়ি—ঘৰত খোৱাবস্তু যি আছিল আনি দিলে।

হঠাৎ নিতায়ে এই কথা ভাবি দুখ বোধ কৰিলে যে তাৰ ঘৰতো বস্তু-বাহানি নথকা নহয়, অথচ ক'তা—এনে পৰিপাটিকৈ বখাৰ কোনো চিনেই নাই দেখোন। এই যে নৱকুমাৰ মাজে-সময়ে তাৰ ঘৰলৈ যায়, ক'তা, নিতাইৰ পৰিবাৰে কোনোদিনে এগিলাছ পানীও আগবঢ়াই দিয়া তাৰ চকুত পৰা নাই দেখোন। ভোক দুৰ্দমনীয় হোৱাতো, হাত বঢ়াই খোৱাবস্তুখিনি লোৱাৰ ইচ্ছা নোহোৱা হ'ল যেন তাৰ।

নৱকুমাৰেও গোমোঠা মুখেৰে ক'লে, "মোৰ খোৱাৰ দৰকাৰ নাই।"

সত্তাই গম্ভীৰভাৱে ক'লে, "তোমালোকৰ দৰকাৰ বুলি খাবলৈ কোৱা হোৱা নাই, মোৰ দৰকাৰতহে কোৱা হৈছে। খোৱা, মই যাঁহি যাঁহি মোৰ অপৰাধৰ জবানবন্দী দাখিল কৰিম।"

অগত্যা দুৱোজনেই বস্তুখিনি তুলি ল'লে।

সত্যাই ক'লে, "সদায় ক'লৈ যাওঁ, সেই বৃত্তান্ত সুহাসে জানে, ল'ৰাহঁতে জানে, কেৱল তুমিহে নাজানা। তোমাক ক'ম, পিছে তাৰ আগতে কথা দিব লাগিব যে, যি কাম কৰি আছোঁ তাত বিঘি-পথালি নিদিবা।"

"বাহ্! এয়া দেখোন উকা কাগজত চহী দিয়াৰ নিচিনা কথা—" নৰকুমাৰে ক'লে, "কামটো ভালেইনে বেয়া নজনাকৈ—"

সত্যাই মুহূর্তমান মনে মনে থাকি শান্ত স্থিৰ কণ্ঠেৰে ক'লে, "মোৰ পিনে চোৱা। দুয়ো বন্ধু আছা, দুয়োজনেই চোৱা, স্পষ্টকৈ কোৱা, মই কিবা বেয়া কাম কৰিছোঁ বুলি তোমালোকৰ মনত সন্দেহ হৈছেনে? কোৱা —তাৰ পাছতহে মই তোমালোকৰ কথাৰ উত্তৰ দিম।"

কোৱা বাহুল্য, দুয়োজন বন্ধু তলমূৰ হৈহে থাকিল।

সত্যাই অলপ পৰলৈ মনে মনে থাকি তাৰ পাছত ক'লে, "বুজিলোঁ। শুনা, মই সদায় দুপৰীয়া পঢ়াশালিলৈ পঢ়াবলৈ যাওঁ।"

এইবাৰ নৰকুমাৰে মূৰ দাঙিলে।

উচপ খাই, শিয়ঁৰি উঠি।

নিতাইৰো সেয়ে অৱস্থা। ক'লে, "পঢ়াবলৈ!"

"ওঁ, পঢ়াবলৈ। সদায় দুপৰীয়া সৰ্বমংগলাতলাত তিৰোতাসকলৰ মেল বহে। গৃহিণী, আদ বয়সীয়া, বোৱাৰী-জীয়াৰীও দুই-চাৰিজনী আহে। কোনোবাজনীয়ে আই গোসানীৰ বাবে ফুল-বেলপাত বাছে, কোনোবাজনীয়ে মালা গোঁথে, এজনীয়ে মুখে মুখে পুৰাণ-কাহিনী ৰামায়ণ-মহাভাৰতৰ কাহিনী কয়, সকলোৱে শুনে। আকৌ গল্প-গুজৰো কৰে। এইবোৰ দেখি-মেলি মাষ্টৰ মহাশয়ৰ মুৰত সোমাল—"

আকৌ মাষ্টৰ মহাশয়!

নৰকুমাৰৰ মুখখন বিকৃত হৈ পৰিল। সত্যাই দেখিও নেদেখাৰ ভাউতি জুৰি ক'লে, "মুৰত সোমাল—এই তিৰোতাসকলক লৈ এখন পাঠশালা খুলিলে কেনে হয়? মিছা পৰনিন্দা পৰচৰ্চা আড্ডা আদিৰে সময় নষ্ট নকৰি লিখা-পঢ়াত ধৰিলে— ? বচ, খুলিলে তেওঁ সৰ্বমংগলা বিদ্যাপীঠ। মোক ক'লে পঢ়ুৱাবলৈ। ক'লে তেওঁ, 'গুৰুক এইবাৰ গুৰুদক্ষিণা দিয়া, এওঁলোকক পঢ়োৱাহি।' ভাবি চালোঁ—কামটো পুণ্যৰ কাম, কলোঁ, 'বাৰু পঢ়ুৱাম'।"

"ক'লা? পঢ়ুৱাম?" নৰকুমাৰ চঞ্চল হৈ উঠিল, "মোক এবাৰ সুধিবলৈকো প্ৰয়োজন বোধ নকৰিলা?"

"সেই অপৰাধ এশবাৰ মানি লৈছোঁ, কিন্তু তুমি যদি পটুকৈ শপত দিলাহেঁতেন? তেতিয়া তো মই পঢ়ুৱাব নোৱাৰিলোঁহেঁতেন? সেয়েহে

আই সৰ্বমংগলাৰ নাম লৈ ধৰিলোঁগৈ কামত।···কিতাপ বহী কীল সকলো খৰচ মাষ্টৰ মহাশয়ৰ।"

"তোমাৰ ইমানেই বিদ্যা হ'লনে যে মাষ্টৰী কৰিবলৈ ওলালা ?"

নৰকুমাৰৰ এই ইতিকিঙৰ উত্তৰত সতাই মুদুকৈ হাঁহি মাৰি ক'লে, "মাষ্টৰী কৰাটো সত্য বামুণীৰ জন্মগত অধিকাৰ নহয় জানো ? জন্মটোৱেই মাষ্টৰী কৰি আহিলোঁ দেখোন। স্বভাৱ-দোষতে জঁপিয়াই পৰিলোঁ। আৰু বিদ্যাৰ কথা কৈছা ? বিদ্যা পঢ়ুৱাই থাকোঁতেই হ'ব। যিমানখিনি পাৰো সিমানখিনিয়েই কৰিম।"

নিজৰে লাহেকৈ সুধিলে, "বয়সিয়াল তিৰোতাসকলে পঢ়াত মন বহুৱাইছেনে "

"ওঁ—খুব। দুই-এজনীৰ বাহিৰে আনসকলে পটাপট শিকিছেও। দেখিলেহে বুজিলাহেঁতেন, নিজে নিজে ৰামায়ণ মহাভাৰত পুৰাণৰ কাহিনী পঢ়িবলৈ কিমান যে আগ্ৰহ। দেখি মোৰ জীৱন সাৰ্থক হোৱা যেন লাগিছে।"

তথাপি ভাবৰ নাতঁৰিল। নৰকুমাৰৰ মুখ গোমোঠা হৈয়েই থাকিল। সি ক'লে, "মাষ্টৰে যে ধৰ্মৰ মুৰত গোৰ শোধাই ব্ৰাহ্ম হৈছে যে, সেই কথা তেওঁলোকে নিশ্চয় নাজানে ?"

"নাজানিব কেলেই ? পিছে আটাইবোৰ মানুহ তোমাৰ দৰে গোড়া নহয় তো। মাষ্টৰ মহাশয়ৰ হাতেৰে কোনোৱেই ভাত খাবলৈ লোৱা নাই নহয় ? আৰু ধৰ্মৰ মুৰত গোৰ শোধোৱাৰ কথা কৈছা কিয় ? ব্ৰাহ্মধৰ্মও হিন্দুধৰ্ম। কোনো কথা কাণেৰে নুশুনা তো। এয়া আজি যে ব্ৰাহ্মসমাজৰ ৰৰমুৰীয়া কেশৱ সেনৰ ঘৰলৈ পৰমহংসদেৱ আহিছিল—"

"কি কি ! ক'লৈ আহিছিল ? কোন ? কোন আহিছিল ?"

পোন্ধ চিলা নৰকুমাৰ উঠি থিয় হ'ল।

"পৰমহংসদেৱ,—বোলো তেওঁৰ নামটোও শুনা নাইনে ?"

"নুশুনিম কেলেই।" নৰকুমাৰে বিৰক্তভাৱে ক'লে, "বোৱাবাৰ আঁকাহৰ বন্ধুহঁতৰ লগ লাগি দক্ষিণেশ্বৰলৈ গৈ চাইও আহিলোঁ। তেওঁ পিছে—"

"ওঁ, তেওঁ। কেশৱ সেনৰ ঘৰলৈ আহিছিল। তেওঁক চাবলৈ বোৱাঙকে মোৰ ওচৰতে ইমান পলম হ'ল, আৰু তোমাৰ ওচৰত সকলো শুনৰ ফাঁক হ'ল।"

নৰকুমাৰে স্তম্ভিত দৃষ্টিৰে অলপ পৰলৈ চাই থাকি ক'লে, "তোমাক মোৰ ক'বলগীয়া একো বাকী নাথাকিল, তুমি যাই ঢুকি পোৱাৰ বহু ওপৰলৈ উঠি গৈছা। কিন্তু কেশৱ বাবুৰ ঘৰলৈ গলা কেনেকৈ ?"

"কেনেকৈ আৰু। এনেয়েই গৈছিলোঁনে কিবা ? আৰু কত তিৰোতা-

মানুহ গৈছিল— । দল বান্ধি যোবাব গাড়ি ভাবাত লৈ । ব'তে বল, ক'তে বল । কেনে শুৱলা গান শুনিলোঁ, হিয়া-মন জুৰ পৰি গ'ল ।"

"বুকুত ক'পনি নুঠিলনে ?"

"ক'পনি উঠিবলৈ আক' কিটো আছে !" সত্যাই অবাক দৃষ্টি মেলি ক'লে, "এই যে তিৰোতাসকল তীৰ্থলৈ ওলায়, যোগত গংগাস্নানলৈ ওলায়, মেলা চাবলৈ দেৱস্থানলৈ যায়, সাধু-সন্যাসী দৰ্শন কৰিবলৈ যায়, ক'তা— বুকুত ক'পনি উঠাৰ কথাতো নুশুনো ! মাজে-সময়ে এইবোৰ ঠাইলৈ যাবা, তেতিয়া দৃষ্টি মুকলি হ'ব ।"

"আমি যাম ? হেঁঃ !" নৱকুমাৰে ক'লে, "আমি হৈছোঁ উৰি-আপ্ৰাণী, আমাৰ ইমান সাহসেইবা ক'ত ?"

সত্য বহাৰপৰা উঠিল, "নিজকে চৌবিছ ঘণ্টাই 'উৰি-আপ্ৰাণী উৰি-আপ্ৰাণী' বুলি ভাবি থাকিলে মনটোও ক্ষুদ্ৰ হৈ পৰে । উৰি-আপ্ৰাণী বুলি ভাবিবা কেলেই ? সকলো মানুহৰ মাজতে যে ঈশ্বৰ আছে, এইকথা মানানে নামানা ? সেই ঈশ্বৰৰ বলেই বল । সেই ক্ষেত্ৰত সকলোৱেই ভাগুৰ ।"

নিতায়ে নীৰৱে এটা হুমুনিয়াহ কাঢ়িলে ।

তাৰ পৰিবাৰক সি নবোৰ ওচৰলৈ আহিবলৈ কয় । সাতোটি জনম পাৰ হৈ আহিলেও এইবোৰ ভাবিবলৈ গুণিবলৈ নিতাইৰ পৰিবাৰৰ সাধ্যে কুলাবনে ? নৱকুমাৰে ঠাঠক-ঠিঁয়াৰেই কৈছে, সত্য সিহঁতে চুকি পোৱাৰ উৰ্ধলৈ গ'লগৈ ।

সেয়েহে নৱকুমাৰে উৰ্ধ্বৰপৰা অধঃলৈ টানি নমাবলৈ চেষ্টা কৰিলে, "যি কি নহওক, ব্ৰাহ্মহঁতৰ তাৰপৰা আহি কাপোৰ-কানি সোলোকাইছিলানে ? মূৰত অলপ গংগাজল দিছিলা জানো ?"

সত্যাই মিচিকীয়াই হাঁহি ক'লে, "সেই কামখিনি নকৰা নহয়, পিছে ব্ৰাহ্মসকলৰ কাৰণে কৰা নাই, গাড়িত উঠি অহাৰ কাৰণেহে । গাড়িত উঠি অহা কাপোৰ-কানিৰে মই কেতিয়াও নাথাকোঁ । ভবা-গুণা কৰি কৰি ইমান পৰৰ মূৰত এয়াহে তোমাৰ বক্তব্য ? ভাল, পিছে ল'ৰাহঁত আহিব কেতিয়া ? সিহঁত নাই, ঘৰখন কিবা উদুঙা উদুঙা যেন লাগিছে—"

নৱকুমাৰে গোমোঠা মুখেৰেই ক'লে, "তোমাৰ আক' উদুঙা লাগিছে কিয় ! তোমাৰ মন-প্ৰাণ চব তত্ত্বজ্ঞানেৰে ঠাহ খোৱা । তাত আক' স্বামী-পুত্ৰৰ ঠাই ক'ত ? এটা কথা ভালকৈ বুজিছোঁ যে আগলৈ তুমিও তোমাৰ দেউতাৰাৰ দৰেই কাঠ-কঠিন হ'বা । আৰু—"

সত্যাই শান্ত কণ্ঠেৰে ক'লে, "দেউতাৰ দৰে ? দেউতাৰ শ্ৰীচৰণৰ নখৰ চুক এটাও হ'ব পাৰিলে নিজক ধন্য বুলি ভাবিম । কিন্তু আজি আকৌ এই কথা কিয় ? নিজ মুখেৰেই কৈছিলা নহয়, 'দেউতা মানুহ নহয়, দেৱতা' বুলি ?"

"সেই কথা এতিয়াও কৈছোঁ। কিন্তু দেৱতাই নিজগৰেপৰা শুংপাজুজি দিছেহে ভাল, দেৱতাক তৈ ঘৰ কৰাত কোনো সুবিধা নাই।"

সভাই হাঁহিলে আৰু ক'লে, "চোৱাচোন তোমাৰ বন্ধুৰ কিমান উন্নতি হৈছে চোৱা। কত বাক্য শিকিছে।"

আৰু নিতাই তিমানতে অলপ ধাতুস্থ হ'ল। সি ক'লে, "নিশিকিলে দেখোন শাস্ত্ৰকেই মিছা হয়, নবো। সম্পূৰ্ণ বুলি এটা কথা—"

কথাৰ মাজতে হঠাৎ সুহাসে কাষৰ কোঠাটোৰপৰা ওলাই আহি ক'লে, "কোনোবা অহা যেন পাইছোঁ।"

কাষৰ কোঠাটোৰ দুখন খিৰিকী বাটৰ ফালে, সুহাস খুব সম্ভৱ তাতে থিয় হৈ আছিল।

এওঁলোকে সন্ত্ৰস্ত হৈ ক'লে, "কোন? কোন আছিল?"

'চিনি নাপাওঁ। বুঢ়া মানুহ এজন। কিন্তু খুব ওখ, বগা—আৰু—"

সভাৰ বুকু চিৰিংকৈ গ'ল। আৰু পাছ মুহূৰ্ততে সেই চিৰিংকৈ যোৱা বুকুখন হিমচেঁচা কৰি চোতালৰ সিফালৰ পৰা মৃদু গম্ভীৰ গহীন মাতেৰে কোনোবাই সুধিলে, "ঘৰত কোন আছে?"

"দেউতা!"

সভা বিজুলীবেগেৰে ঘৰৰপৰা ওলাই আহিল। তাৰো আগতে নিতাই ওলাল, পিছে পিছে নৱকুমাৰ। আৰু তিমানতে সেই সাগৰসংকাশ কণ্ঠৰ-পৰা আন এটি প্ৰশ্ন ওলাই আহিল, "নৱকুমাৰ বন্দ্যোপাধ্যায়ৰ ঘৰ এইটোৱেইনে?"

"দেউতা! দেউতা অ'! তুমি!"

সভাই প্ৰণাম কৰাৰপৰা মুখটো নতভাৱেই ক'বলৈ ধৰিলে, "মোৰ যে স'চা বুলি বিশ্বাসেই হোৱা নাই—"

"তেনেহ'লে সপোন বুলিয়েই ভাবা।" এই বুলি কৈ কোমলকৈ হাঁহি মাৰি ৰামকালী বাৰাণ্ডালৈ উঠি আহিল।

নৱকুমাৰ আৰু নিতায়েও প্ৰণাম কৰিলে। আৰু মনে মনে ভাবিলে, এওঁ বহুদিনলৈ জীয়াই থাকিব। ঠিক যি মুহূৰ্তত এওঁৰ নাম লৈছিল সেই মুহূৰ্ততে এওঁ ওলালহি—

আবেগৰ উচ্ছ্বাস মাৰ যোৱাত আৰু কুশল বিনিময়ত অলপ সময় পাৰ হ'ল। তাৰ পাছত ৰামকালীয়ে তেওঁ অহাৰ কাৰণ ব্যক্ত কৰিলে। তেওঁ কাশীবাসী হোৱাৰ সংকল্প কৰিছে, আৰু সেয়েহে শেষ বাৰৰ বাবে সভাক চাবলৈ আহিছে।

কাশীবাস !

সত্য ভাগি পৰিল। তাই বৰুৰ কণ্ঠেৰে ক'লে, "দেউতা, তুমি এই সংকল্প কৰিলা ? সেয়েহেনে হতভাগী ছোৱালীজনীক চাবলৈ আহিলা ? মই যে একো খবৰ নাপাওঁ দেউতা, নহ'লে সকলো কাতি কৰি থৈ তোমাৰ ওচৰলৈ গুচি গ'লোহেঁতেন !"

ৰামকালীৰ এই আকস্মিক আবিৰ্ভাৱৰ ফলত সত্যাই তাইৰ চিৰ-অভ্যস্ত স্থিৰতা যেন হেৰুৱাই পেলালে।

অপ্ৰত্যাশিত আনন্দৰ আবেগ, আৰু লগতে অন্তৰ্নিহিত এক চিন্তা—সিহঁতৰ এই 'বহা'ত দেউতাকে জলগ্ৰহণ কৰে নে নকৰে। পানীও কলৰহে। এই পানী যদি নাখায় তেওঁ, গংগাজলৰে ব্যৱস্থা কৰিব লাগিব। কিন্তু 'বহা'ৰ দোষ খণ্ডনৰ উপায় কি ?

গৃহস্থঘৰলৈ গুৰু আহিলে কি ব্যৱস্থা অৱলম্বন কৰা হয় সত্যাই জানে, সেইদৰে ব্যৱস্থা কৰিব পাৰে তাই, কিন্তু দেউতাকে সেই অতি যত্ন অতি সেৱা গ্ৰহণ কৰিব জানো ? এইবোৰ চিন্তাৰ লগতে উপচি-উথলি উঠিছে এক অব্যক্ত বিচ্ছেদ-ব্যাকুলতা।

দেউতাকক তাই সদায় যে চকুৰে দেখি থকা নাই সেই কথা স'চা, কিন্তু তথাপি জানে দেউতা আছে, সত্যৰ সেই চিৰ-চিনাকি পৰিৱেশৰ মাজত দেউতাকৰ চিৰ-অভ্যস্ত জীৱনত।

কিন্তু কাশীবাস !

সেয়া যে চিৰ-বিৰহৰ সমতুল্য। এয়া তো একপ্ৰকাৰ মৃত্যু। কাশীবাসৰ সংকল্প মানেই সংসাৰ-বিমুখতা। এইবোৰ সাতপাঁচ চিন্তাতহে সত্যৰ এই আবেগ-আকুলতা।

ৰামকালীয়ে নুবুজা নহয়।

সেয়েহে ৰামকালীয়ে সত্যৰ এই অস্থিৰতাক ঈষৎ প্ৰশ্ৰয়ৰ দৃষ্টিৰে চালে। আৰু জীয়েকৰ কথাৰ উত্তৰত কোমলকৈ হাঁহি মাৰি ক'লে, "তুমি নগ'লা, ময়েই তোমাৰ ওচৰলৈ আহিলোঁ। কথা একেটাই হ'ল।"

প্ৰণাম কৰাৰ পাছত নিতাই গুচি গৈছিল। সত্যক মুকলিকৈ কথা পতাৰ সুবিধা কৰি দিবলৈ নৱকুমাৰ অলপ আঁতৰি বহিলগৈ।

সত্যাই খেদ প্ৰকাশ কৰি ক'লে, "কথা—একেটাই হ'লনে দেউতা ? মই যোৱাহেঁতেন দেউতাৰ ছোৱালীটি হৈ আগৰ দৰে সবুজনী হৈ পাৰিলোহেঁতেন। যি ইচ্ছা তাকে ক'লোহেঁতেন, কৰিলোহেঁতেন। আৰু তুমি এতিয়া কুটুমৰ ঘৰলৈ আহিছা, মই ঘৰৰ বোৱাৰী, মোৰ খোজেপতি বাধা। কি বুলিম, কিয়েই বা ক'ম ?"

নৱকুমাৰ আঁতৰি বহিছিলগৈ, তথাপি সত্যৰ বাক্যাৱলী নুশুনাৰ দৰে

আঁতৰ নহয়। কথা-বতৰাবোৰ ঠিকেই কাণত পৰিছে। হঠাৎ সি নৈৰ্ব্যক্তিক স্বগতোক্তি কৰিলে, "হে ঈশ্বৰ! খোজেপতি বাৰা! খোজ আৰু অবাৰ হোৱাহেঁতেন কি কাণ্ড যে নহ'লহেঁতেন!"

ৰামকালীয়ে চ'ক খাই উঠি ক'লে, "কি ক'লা বোপা?

নৰকুমাৰে গম্ভীৰ কণ্ঠৰে ক'লে, "নুনহয়, তেনে একো কোৱা নাই। আপোনাৰ জীয়েকে আক্ষেপতে ক'লে নহয়—'খোজেপতি বাৰা' বুলি? তাকেহে কৈছিলোঁ আৰু। আপোনালোকৰ নিত্যানন্দপুৰত কোনজনী জীয়ৰী বা আমাৰ বাবুইপুৰৰ কোনজনী বোৱাৰী আপোনাৰ জীয়েকৰ দৰে স্বাধীন তাকে সোধকচোন?"

নৰকুমাৰৰ কণ্ঠত অভিযোগৰ সুৰ।

ৰামকালীয়ে নুবুজাকৈ নাথাকিল। অলপ হঁহাৰ নিচিনা কৰিলে তেওঁ।

তাৰ পাছত ক'লে, "হ'লে ভালেই। মোৰ হোৱালীজনী যে 'উজানৰ কাৰে' হ'বলৈ ওপজা নাই, সেই কথা মই তাইৰ শৈশৱকালতে বুজিছিলোঁ।"

সত্যই দেউতাকৰ উপস্থিতি গিৰিয়েকৰ উপস্থিতি পাহৰি ওৰণিখন আৰু অলপ টানি লৈ ক'লে, "বাবু দেউতা তুমি ভালে-কুশলে আহিছা, এতিয়া এইবোৰ নালিছ-ফৰিয়াদ কৰাটো বৰ ভাল হৈছেনে? দুই-চাৰি দিনহে থাকিবা তুমি, তাৰপাছত ইচ্ছামতে—"

"আও! দুই-চাৰিদিন—মানে? এটা দিনৰ বাবেহে আহিলোঁ। কালিলৈ গুচি যাম।"

"এটা দিন! দেউতা, মাত্ৰ এটা দিনৰ বাবেহে আহিলানে?" সত্যই কান্দি পেলালে, "তোমাৰ স'তে মোৰ যে অনেক কথা—"

ওঁ, দেউতাকৰ সৈতে সত্যৰ অনেক কথা আছে।

কত দিন ভাবিছিল চিঠি লিখি দেউতাক সকলো কৈ প্ৰশ্ন কৰিব—কোনটো ঠিক, কোনটো ভুল। কিন্তু লিখিবলৈ লৈ দেখিলে—কথা বহুত। অগাধ। ইমানবোৰ কথা চিঠিত লিখিব পাৰিনে? তদুপৰি, উত্তৰ-প্ৰত্যুত্তৰৰ যোগেদি বক্তব্য বুজাই ক'ব পাৰি, একপক্ষীয়ভাৱে কোৱাটো কৈফিয়ৎ দাখিল কৰাৰ দৰে।

দেউতাকে যদি লিখি পঠিয়ায়, ইমান কথা মোক লিখি জনোৱাৰ উদ্দেশ্য কি?

অৰ্থাৎ—ব্ৰাহ্মধৰ্ম কি, কোনো একমাত্ৰ চিৰ-হিতৈষী পুৰুষে যদি হঠাৎ ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰে, তেওঁক ত্যাগ কৰাটোৱেই সমীচীন হয়নে নহয়, 'গৃহস্থ ঘৰৰ জীয়াৰী' নাইবা 'গৃহস্থ ঘৰৰ বোৱাৰী' এই অপৰাধত জগৎ-সংসাৰৰ সকলো প্ৰকাৰৰ কাম-কাজৰ পৰা বঞ্চিত হোৱাটোৱেই বিধি হয়নে নহয়, স্বামী যদি হিতাহিত জ্ঞানত অন্ধ হয় পত্নীয়ে সেই অন্ধ পথেদিয়েই চলিব লাগে

নেকি, এনেবোৰ অনেক প্ৰশ্ন তো আছেই—আৰু সৰ্বোপৰি আছে শংকৰীৰ ছোৱালীজনীৰ প্ৰশ্ন।

শংকৰীৰ কথা লিখি যেতিয়া তাই দেউতাকলৈ চিঠি দিছিল, তেতিয়া ৰামকালীয়ে উত্তৰত লিখিছিল ঃ 'যি যিমান ডাঙৰ অপৰাধীয়েই নহওক, যদি অনুতপ্ত হয়, ক্ষমা কৰাটোৱেই কৰ্তব্য! আৰু তোমাৰ বিবেচনাৰ ওপৰত মোৰ আস্থা আছে!'

সুহাসৰ সম্পৰ্কে কি সিদ্ধান্ত গ্ৰহণ কৰিব, এই কথাটো দেউতাকক সুধিবলৈ তাই আগ্ৰহান্বিত। কিন্তু দেউতাক মাত্ৰ এটা দিনৰ বাবেহে থাকিব।

তাৰ অৰ্থ হ'ল যে সত্যৰ এই 'বহা'ত তেওঁ খোৱা-বোৱা নকৰে! ফলমূল আৰু গংগাজল খায়েই কিজানি এটা দিন কটাব। সত্যই আৰু পিতৃসেৱাৰ পুণ্যাৰ্জন কৰিব নোৱাৰিব। অতবোৰ উচ্ছ্বাস মনৰ মাজত আলোড়িত হোৱাত চকুপানীয়ে বাধা নামানিলে।

ৰামকালীয়ে তাইৰ মূৰত হাতেৰে লাহেকৈ স্পৰ্শ কৰি ক'লে, "এটা দিন কিবা কম হ'লনে? কিমান কথা পাতিবি পাতেইচোন।"

"আৰু কথা। মোৰ দেখোন খালী কান্দিবৰহে মন গৈছে দেউতা!"

সত্যৰ শাড়ীৰ আঁচল তিতি জেপজেপীয়া হৈ পৰিল।

বহু সময়ৰ পাছত কান্দোন বন্ধ হ'ল। কথাও পাতিলে। সত্যই তাইৰ যিমানবোৰ ক'বলগীয়া আছিল ক'লে, তাইৰ চিৰদিনৰ শ্ৰদ্ধেৰতৰ ওচৰত।

ৰামকালীয়ে নৱকুমাৰক মৃদুভাৱে ভৰ্ৎসনা কৰিলে। ক'লে, "এয়া কি কথা! মাষ্টৰ মহাশয় হ'ল তোমাৰ চিৰহিতৈষী, তেওঁক ত্যাগ কৰিবা কিয়? তেওঁৰ ধৰ্ম তেওঁৰ বিশ্বাস তেওঁৰ নিজৰ ওচৰত। ধৰা এই যে মোক দেখিছা, মই শাক্তনে বৈষ্ণৱ তোমালোকে তাৰ বিচাৰ কৰিবানে? নে কৰিছা—বোপাই? গুৰু শিক্ষক এওঁলোকো পিতৃতুল্য। আৰু তেওঁ তেওঁৰ ধৰ্মবিশ্বাস তোমাৰ ওপৰত জাপি দিয়া নাই নহয়? তোমাৰ তো কোনো অনিষ্ট হোৱা নাই তেওঁৰপৰা।—তেন্তে?"

সত্যই পাঠশালাত পঢ়েৱাৰ কথা শুনি ৰামকালীয়ে অলপ পৰলৈ মনে মনে থাকি লাহেকৈ হুমুনিয়াহ কাঢ়িলে। তাৰ পাছত ক'লে, "সত্য, তোৰ মাৰলৈ তোৰ মনত পৰেনে?"

"মালৈ মনত নপৰে! কি কৈছা দেউতা?" সত্যৰ চকু চলচলীয়া হ'ল।

"নহয়—কৈছোহে। তোৰ মাৰ জীয়াই থকাহে'তেন—এই কথা শুনি ভয় খালেহে'তেন। নিৰ্ঘাত ভয় খালেহে'তেন। আকৌ অবিতে থাকি ক'লেহে'তেন, 'মই জানো, তাই মোৰ কপালজ্বলা ছোৱালী'।"

সত্যাই উত্তৰ পালে। তাইৰ কাম ভুলনে নিৰ্ভুল জানিলে।

তাৰ পাছত কেৱল সুহাসৰ কথা লৈ আলোচনা হ'ল। বোধ হয় অলপ বাদানুবাদো। তেতিয়ালৈকো সত্যাই সুহাসক ৰামকালীৰ আগত উপস্থিত কৰোৱা নাছিল।

ৰামকালীয়ে ক'ব খুজিছিল, বিবাহৰ চেষ্টা কৰাৰ আৱশ্যকতা কি? লিখা-পঢ়া শিকিছে—ভালেই কৰিছে। নিজৰ জীৱিকা অৰ্জন কৰিব পাৰিলে মংগল। কলিকতাত আজিকালি এইবোৰ হৈছেই। বিদুষী ছোৱালীহঁতে গৃহশিক্ষয়িত্ৰী হৈ বা ল'ৰা-ছোৱালীক পঢ়াই উপাৰ্জন কৰা হৈছে।

"কিন্তু দেউতা—" সত্যাই ক'লে, "মাকজনী তো চিৰদুঃখিনী হৈ, দুখে-শোকে জুৰুলা হৈ মৰিলে। ছোৱালীজনীয়েও কোনোদিনে ঘৰ-সংসাৰ নকৰিবনে?"

"মাক-দেউতাকৰ প্ৰায়শ্চিত্ত সন্তানেইহে কৰিবলগীয়া হয়, সত্য।"

"আৰু—কোনোবাজনে যদি তাইক নিজ ইচ্ছা বিয়া কৰাবলৈ বিচাৰে?"

ৰামকালীয়ে মুৰ জোকাৰি ক'লে, "কোনে বিচাৰিব? এনেয়ে তাইৰ জন্মৰ গুৰিতে জ'ট লগা, তাতে বয়সো যথেষ্ট হৈছে, বিধবা নে কুমাৰী তাৰো নিশ্চয়তা নাই—"

সত্যাই তেতিয়া নিজৰ গোপন ইচ্ছা ব্যক্ত কৰিলে।

তাই যদি ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰে আৰু ব্ৰাহ্মসমাজৰ কোনোবা সমাজ-সংস্কাৰক পৰহিতৈষী যুৱকে যদি তাইক বিবাহ কৰায়। সুহাসৰ যোগ্য বয়সৰ অবিবাহিত যুৱক সেই সমাজত আছে।

ৰামকালীয়ে এই প্ৰস্তাৱ সমৰ্থন কৰিবলৈ টান পালে। সামান্য এজনী ছোৱালীৰ বিয়াৰ কথাত ইমানবোৰ কাণ্ড কৰাৰ প্ৰয়োজনেইবা কি? সেয়েহে হঠাৎ তেওঁ গম্ভীৰ হৈ পৰিল আৰু ক'লে, "সুবিধাই যেতিয়া কওঁ, এটা কালিমা লগা বংশৰ সুৰ্তি বঢ়াই লাভেইবা কি?"

"লাভ হ'ল সেই ছোৱালীজনীৰ সংসাৰ। ছোৱালী হ'ল বুলিয়েই ভুলিলে দেউতা? এজনী মানুহৰ জীৱনেই তো?"

"জীৱন কেৱল ভোগেৰেই সাৰ্থক নহয় সত্য, ত্যাগতো সাৰ্থকতা আছে। তাই জানে যে তাই বিধবা, বালবিধবাসকলৰ জীৱন যেনেকৈ পাৰ হয়—"

"কেনেকৈনো আৰু পাৰ হয় তেওঁলোকৰ জীৱন—?" সত্যাই হতাশাৰ হুমুনিয়াহ কাঢ়ি ক'লে, "চিৰ-দুখেৰেই পাৰ হয়। সেইজাইতাৰ নিচিনা আৰু কেইজনী হয়? পিছে তেৰো মনৰ গোৱৰিশত দুচিন্তাগ্ৰস্ত হৈ মানুহক অতিষ্ঠ কৰি তুলিছিল—"

হঠাৎ ৰামকালী স্তব্ধ হৈ পৰিল। যেনেকুৱা যেন তেওঁৰ বুকুৰত জাহি

উঠিল ! আগৰ সেই কেঁচা সোণ যেন বৰণৰ তীব্ৰ দীপ্তময়ী মোক্ষদাকো দেখা পালে, আৰু তাৰ পিছফালে—কায়াৰ আঁৰত ছায়াৰ দৰে, সূৰ্য্যৰ আঁৰত ৰাহুৰ দৰে বৰ্তমানৰ ৰোগজীৰ্ণ মোক্ষদাৰ প্ৰেতাত্মাকো দেখা পালে। মিজনী মোক্ষদাই এতি চেৰা-বলিয়া যেন হৈ যা-তা কৰি ফুৰিছে। লুকাই-চুৰকৈ খাবলৈ তেওঁ হেনো এতিয়া সদায় ছেগ চাই ঘূৰি ফুৰে। তেওঁ হেনো 'দেখিলে তোৰ, নেদেখিলে মোৰ' নীতিৰে ভজা মাছ মুখত লৈ বহি থকা হৈছে !

আৰু সাৰদাই হেনো গালি-গালাজ পাৰি টানি-আঁজুৰি পুথুৰীলৈ নি জোবোৰা মৰাই অনাব লগা হৈছে। এইবোৰ কথা তো সত্যাই নাজানে।

সত্যাই সেই শুচিবায়ুৰ কথাটোহে জানে।

ৰামকালী অলপ পৰলৈ মনে মনে থাকিল। তাৰ পাছত ক'লে, "চা তেন্তে, তেনেকুৱা পৰোপকাৰী ভাল ল'ৰা পাৱ যদি।"

"তোমাৰ আশীৰ্বাদ নাপালে ইমান ডাঙৰ কাম কৰিবলৈ ভয় কৰিছোঁ দেউতা ! তুমি যদি আন্তৰিকভাৱে মত দিয়া—"

ৰামকালীয়ে অলপকৈ হাঁহি ক'লে, "মন বাৰু ঘৰৰ দুৱাৰ-খিৰিকীনে সত্য, তই যে গাৰ জোৰেৰে খোলাবি বুলি ভাবিছ ? পিছে—আশীৰ্বাদ দিছোঁ মই, তোৰ কামত ঈশ্বৰে সহায় কৰক।"

সত্যাৰ আশংকাই ঠিক।

ৰামকালীয়ে সামান্য ফলমূল খালে, আৰু ক'লে যে পাছদিনাও তেওঁৰ পূৰ্ণিমাৰ ব্ৰত।

"এই কথা জানিহে তেন্তে আহিলা দেউতা ?" সত্যাই কন্দনামুৱা হৈ ক'লে, "মই তোমাৰ ইমানেই অধম ছোৱালী যে জীৱনত এটা দিনো তোমাক এসাজ ৰান্ধি খুৱাব নোৱাৰিলোঁ।"

ৰামকালীয়ে হঠাৎ এটি গভীৰ হুমুনিয়াহ কাঢ়ি ক'লে, "জীৱনৰ কথা এতিয়াই কৈ শেষ কৰিব পাৰিবনে ? জীৱনৰ পৰিণতি হ'ল গুহাৰ অন্ধকাৰত।"

তাৰ পাছত আকো ক'লে, "ইমান কথা ক'লা, ক'তা—ছোৱালীজনীক নেদেখিলোঁ যে !"

"ক'ব নোৱাৰোঁ কি হ'ল, লাজতে কোঁচমোচ খাই কান্দি আছে তাই।"

কান্দিছে ! ৰামকালী চ'ক খাই উঠিল।

আৰু একো নক'লে তেওঁ।

কিন্তু পাছদিনা ৰাতিপুৱা বোঁৱাৰী স্নান-আহ্নিক সাং কৰি বহিলহি, তেতিয়া সুহাসে মুৰ দোৱাই ৰামকালীক সেৱা কৰিলেহি।

পুৰে ফালৰ খিৰিকীয়েদি এচেৰেঙা পুৱাৰ পোহৰ সুহাসৰ মুখৰ ওপৰত পৰি তাইক স্নিগ্ধ কুমাৰীত্বৰ দ্যুতিৰে উদ্ভাসিত কৰি তুলিছে। নম্ৰ অথচ দৃঢ় মুখৰ ৰেখাত প্ৰত্যয়ৰ আভা। লাহী ওখ দেহৰ গঠনতো সেই প্ৰত্যয়ৰ আভা বিকশিত।

ৰামকালীয়ে ইমানখিনিলৈ আশা কৰা নাছিল কিজানি।

ৰামকালী যেন বিচলিত হৈ পৰিল।. হঠাৎ বহুদিনৰ আগৰ এটা কথা মনত পৰিল তেওঁৰ। মনত পৰিল, পুখুৰী-ঘাটৰ কাষত বহি থকা এগৰাকী বিধবাৰ কথা। সেই বিধবাগৰাকীৰ মাজত ৰামকালীয়ে কি দেখিছিল?

মূৰত হাতেৰে স্পৰ্শ কৰি আশীৰ্বাদ কৰিলে ৰামকালীয়ে।

তাৰ পাছত শান্ত কণ্ঠেৰে ক'লে, "সত্য, এই দেখোন তপস্বিনী উমা!"

সত্যাই হাঁহি থকা মুখখনেৰে সুহাসলৈ চালে। এই প্ৰশংসা তাইলৈহে কৰিছে। সুহাস যে তাইৰ নিজ হাতেৰে গঢ়া প্ৰতিমা।

কেঁচুৱা নহয়, শিশু নহয়, পোন্ধৰ বছৰীয়া পাত-গাভৰু ছোৱালীজনীক লৈ আহিছিল সত্যাই, তাইৰ বহু বিধৰ অশিক্ষা কুশিক্ষা আৰু চৰিত্ৰগত বহু দোষৰ সমষ্টিৰে সৈতে। মাত্ৰ যোৱা কেইটামান বছৰৰ ভিতৰতে ভাঙি-ছিঙি গঢ় দিছে সেইজনী ছোৱালীক।

অৱশ্যে প্ৰকৃতিৰ নিয়মতে তাইৰ নিজৰ ভিতৰতো এক প্ৰবল ভঙা-গঢ়াৰ কাম চলিছে। মাকৰ সেই আকস্মিক বীভৎস মৃত্যু, আৰু তাৰ পৰৱৰ্তী-কালত মাকৰ জীৱনৰ ইতিহাস জনাৰ ফলতে সেই বিৰাট ওলট-পালট সংঘটিত হৈছিল।

তাৰ পাছত আৰম্ভ হৈছিল সুহাসৰ নৱজন্ম।

ক'ত দত্ত পৰিয়ালৰ সেই বিলাসিতাৰ পংকিল আবিল পৰিবেশ, আৰু ক'ত সত্যৰ দৃঢ় চাৰিত্ৰিক দৃষ্টান্ত। আৰু স্কুলীয়া জীৱন। সেয়া যেন স্বৰ্গৰ জগতখন।

সুহাসৰ অকল প্ৰকৃতিৰেই সলনি হোৱা নাছিল, আকৃতিৰো সাল-সলনি ঘটিছিল তাইৰ। বাচালতা ঘুচি যেনেকৈ মিতভাষী হৈছিল, তেনেকৈ হঠাৎ দীৰ্ঘাংগী হৈ লাহী চালে চকুৰোৱাজনী হৈ পৰিছে। অলপ কৃশ।

বি কৃশতা দেখি ৰামকালীৰ মনত পৰিছিল তপস্বিনী উমাৰ কথা।

সত্যাই ক'লে, "একেবাৰে দুবছৰ কাৰ্ষ্ট হ'ল—"

"সঁচা!" ৰামকালীয়ে ক'লে।

সুহাস লজ্জিত হ'ল। অলপ কুণ্ঠাবুজ্জাৰে হাঁহি মাৰি ক'লে, "ককাৰ নাতিহঁত ফাৰ্ষ্ট হোৱাৰ খবৰ নকৈ যোৱহে—"

লোকোৱাকৈ থকা নাই।

শুনিছিল ৰামকালীয়ে সেই কথা। নৱকুমাৰে কৈছিল। নাতিয়েকহঁতৰ

সৈতে দেখাদেখি নহ'ল বুলি দুঃখপ্ৰকাশো কৰিছিল। ৰামকালীয়ে কৈছিল, "সঁচা, বহুদিন হ'ল দেখা নাই। বুৰ্ত্তি পোৱা শুনি ভাল পালোঁ।"

এইবোৰ যোৱা ৰাতিৰ কথা।

সুহাসেও জানে। পিছে নিজৰ কথাত লাজ পাইহে সিহঁতৰ কথা উলিয়াইছিল।

ৰামকালীয়ে কোমলকৈ হাঁহি মাৰি ক'লে, "নাতিহঁতৰ ফাৰ্ষ্ট হোৱাটো আনন্দৰ কথা, কিন্তু নতুন কথা নহয়, নাতিনীয়ে ফাৰ্ষ্ট হোৱাটোৱে নতুন কথা। আশীৰ্বাদ কৰিছোঁ সুখী হোৱা, সৌভাগ্যৱতী হোৱা।"

সত্যৰ পিনে ঘূৰি চাই ক'লে, "আন্তৰিকতাৰেই আশীৰ্বাদ দিলোঁ সত্য।"

সত্যৰ চকু আকৌ চলচলীয়া হ'ল।

দেউতাকৰ কথা-বতৰাৰ ধৰণ-ধাৰণত পৰিবৰ্তন হৈছে। আগৰ সেই দূৰত্ব বজায় ৰখা জুখি-মাখি কথা কোৱাৰ ঠাইত এতিয়া নৈকট্যৰ সুৰ।

সংসাৰৰপৰা মুখ ঘূৰাই লোৱাৰ আগে আগে হঠাৎ ৰামকালী সংসাৰৰ প্ৰতি মমতাশীল হৈ উঠিল নেকি? নে তেওঁৰ এই অকাল-অসৃষ্টি সংসাৰ-ত্যাগী ছোৱালীজনীৰ কাৰ্য্যকলাপে তেওঁক বিচলিত কৰি তুলিলে?

যাত্ৰাকাল যিমানেই ওচৰ চাপিবলৈ ধৰিলে, সত্যৰ কণ্ঠস্বৰ গধুৰ হৈ পৰিল। 'থাকা' বুলি কোৱাৰেইবা উপায় কি? ইয়াত এমুঠি ভাত খোৱাৰ অনুৰোধো কৰিব নোৱাৰিব। যোৱাৰ বাটতো বাধা দিয়া সম্ভৱ নহয়।

সৰু সৰু কথা, সৰু সৰু উশাহ।

"কবিৰাজী এৰি দিবা নেকি দেউতা?"

"এৰিম? ওহোঁ, এৰি দিম কিয় সত্য? সেইকণ বিদ্যাৰে যাৰ যিমান উপকাৰ হয় হওক—পিছে জীৱিকা হিচাপেহে নল'ম আৰু।"

অৰ্থাৎ 'মাননী' বাদ।

"বৰ কষ্ট কৰি থাকিবলগা নহয় তো, দেউতা?

"বিশ্বনাথৰ খাচমহলত কষ্টনো কিহৰ অ' পাগলী।"

"শৰীৰ-অশৰীৰত এই অবাধ্য ছোৱালীজনীয়ে কিবা খবৰ-বাতৰি পাবনে দেউতা?"

"সেই কথাত বাচা সৈ কাঢ়িব নোৱাৰিছোঁ এতিয়াই।"

"জানো সেই কথা। সেই কথা জানিবলৈ বাকী আছেনে মোৰ?"

নৱকুমাৰে ভাবিব ধৰিলি লৈ ক'লে, "যাত্ৰা কেতিয়াকৈ?"

"এয়া অহা অষ্টমী তিথিত নাও এৰিব।"

"নাও!" নৱকুমাৰে সাহস গোটাই ক'লে, "কিয়, এতিয়া বেল আছে যেখোন—"

"আছে। নাৱো আছে তো—!" ৰামকালীয়ে হাঁহিলে, "নাৱো অচল হৈ পৰা নাই নহয় ?"

"বেলেৰে গ'লে এদিনতে পালাগেহেঁতেন—" সত্যাই আগবাঢ়ি আহি ক'লে।

ৰামকালীয়ে মিচিকীয়াই হাঁহিলে, "ইমান খৰখেদা কিহলৈ ? মুমূৰ্ষু ৰোগী চাবলৈ ওলোৱা নাই নহয় ? তীৰ্থলৈ যোৱা পথেই তীৰ্থ, পথছোৱা চকু মুদি অতিক্ৰম কৰি কি লাভ ? মা গংগাৰ কোলাত উঠি গৈ থাকিম, বৰ ভাল হ'ব।"

"দেউতা, ঠিকনা ?"

"ঠিকনা ? ঠিকনা মই ইয়াৰেপৰা ঠিকঠাক কৰি গৈছোনে কিবা ?"

"গৈ পোৱাৰ পাছত জনাবা তেন্তে ?"

"হ'ল আৰু ! তোৰ কেৱল সত্যবন্দী কৰি লোৱাৰ ফন্দী !"

"নহ'ব কেলেই ? যেনেকুৱা নাম ৰাখিছা।"

ৰাওণা হোৱাৰ আগ মুহূৰ্ততে, হঠাৎ ৰামকালীয়ে বনিয়নৰ জেপৰপৰা দুখিলা মেৰিযাই থোৱা কাগজ উলিয়াই আনি ক'লে, "এয়া লোৱা, এই বস্তু দুটি থৈ দিয়া।"

"কিনো দেউতা ?"

সত্যাই হাত পাতি ল'লে, চ'ক খাই উঠি চালে।

ৰামকালীয়ে ক'লে, "এখন তোমাৰ জন্মপত্ৰিকা। ইমান দিন ধৰি মোৰ ওচৰতে আছিল—"

"তাৰে মই কি কৰিম দেউতা ?"

"থৈ দিয়া, থৈ দিয়া। থকা ভাল। আৰু এইখন—" ৰামকালী এখন্তেক ৰ'ল, "গাঁৱৰ বিষয়-সম্পত্তি সকলো বংশৰ ল'ৰাহঁতৰ বাবেই থাকিল। ত্ৰিবেণীত আছুতীয়াকৈ অলপ লাখেৰাজ মাটি আছিল, সেইখিনি তোমাৰ নামত—"

"নহয় দেউতা নহয়—" সত্যাই কান্দিবলৈ ধৰিলে, "মোক নালাগে। মই তোমাৰ কন্যা-সন্তান, মাথোঁ স্নেহৰ অধিকাৰী—"

"এইখিনিও স্নেহৰ চিনস্বৰূপে নোলোৱা কিয় ?"

"দেউতা, চিনেৰে তোমাৰ মৰম-চেনেহ জুখিম ? নহয় নহয়, মোক নালাগে সেইবোৰ।"

সত্যাই হাতো আগ নবঢ়ালে, চকুৰপৰা আঁচলো নুগুচালে।

ইমান কান্দোন সত্যাই কিজানি জীৱনতো কন্দা নাছিল। মাকৰ মৃত্যুতো নহয়।

ৰামকালীয়ে মুখখন ঘূৰাই নিজক আত্মস্থ কৰি ল'লে, তাৰ পাছত নৱকুমাৰলৈ আগবঢ়াই দি ক'লে, "লোৱা, ৰাখি থোৱা।"

নৰকুমাৰে সত্যৰ এই অতিচাৰত উচপিচাই আছিল।

সি ভাবি আছিল, "ল'বা নাই, ছোৱালীয়েই দেখোন সকলো পোৱাৰ কথা। বোলে—মহাৰাণী ভিক্‌টৰিয়াই ৰাজ্যখনকে পাইছিল। তেনেকুৱা একো নহয়, মুষ্টিভিক্ষাৰ উপহাৰ, তাকো তাই নলয়! গতিকে নৰকুমাৰে হাতখন বঢ়াই দিয়াত হেঁহো-নেহো নকৰিলে।

ৰামকালী দোলাত উঠিলগৈ।

আপাততঃ দোলাতে উঠিলে। কলিকতাৰ কেইখনমান বিশিষ্ট দেৱস্থান দৰ্শন কৰি, তাৰ পাছত নাৱত উঠিব। ৰেলেৰে যাবলৈ ভাল নাপায় ৰামকালীয়ে। ক'লে, "বৰ বেছি খৰখেদা নাথাকিলে কি আৱশ্যক?"

দোলাখন যিমান দূৰলৈ চকুৰে মনিব পাৰি, দুৱাৰমুখত থিয় হৈ চাই থাকিল সত্যই। তাৰ পাছত ভিতৰলৈ গৈ বহি পৰিল। বহু সময়ৰ পাছত চকু মচি হুমুনিয়াহ কাঢ়ি ক'লে, "নিতান্ত নিৰুপায় নহ'লে মই দেউতাৰ সৈতে গুচি গ'লোহেঁতেন।"

নৰকুমাৰে ক'লে, "নিৰুপায়নো কিহৰ? এই দুটামান দিন সুহাসেই চলাই দিলেহেঁতেন, নগ'লা কেলেই? তেওঁ কাশীলৈ নোযোৱা দিনকেইটা থাকিব পাৰিলাহেঁতেন গৈ। নক'লাই দেখোন।"

সত্যই আকৌ এটা ৰুদ্ধ নিশাহ এৰি ক'লে, "সংসাৰ চলোৱাৰ কথা হোৱা নাই। কথা আন। মোৰ শৰীৰৰ অৱস্থা ভাল যেন লগা নাই। বুঢ়া বয়সত কপালৰ গাঁঠিত কি আছে ক'ব নোৱাৰোঁ—"

সত্যৰ সেই লজ্জা-বিক্ষুব্ধ বিপদাপন্ন মুখলৈ নৰকুমাৰে ভেবা লাগি চাই ৰ'ল, খবৰটো হৃদয়ংগম কৰাত তাৰ অলপ সময় লাগিল। তাৰ পাছত অকস্মাৎ এক অপ্ৰত্যাশিত পুলকেৰে সি ৰোমাঞ্চিত হৈ উঠিল।

হে ঈশ্বৰ!

এইবেলি তেন্তে সত্যৰ ভৰিত শিকলি লাগিল। ভৰিত শিকলিৰ কথাটোহে তাৰ আটাইতকৈ আগতে মনলৈ আহিল। আৰু তাৰ ফলত আনন্দত উজ্বল হৈ উঠিল। হঠাৎ সি সত্যৰ হাত এখনত ধৰি ক'লে, "সঁচা!"

লাহেকৈ হাতখন আঁতৰাই লৈ সত্যই ক'লে, "উলহৰ মাদলী হ'বলৈ একো হোৱা নাই।"

## উনচল্লিছ

ভৰ দুপৰীয়া ।

মাজ গংগাত নাও ।

বঠা মৰাৰ একসুৰীয়া শব্দৰ বাহিৰে আৰু কোনো শব্দ নাই । কেৱল খানিকমান সময়ৰ বাদে বাদে নাৱৰীয়াহঁতৰ একো একোটা দুৰ্বোধ্য হুংকাৰে স্তব্ধ প্ৰকৃতিক যেন জোকাৰি গৈছে ।

নাৱৰ ওচৰে-কাষৰে, বঠাৰ চাৰত মাৰ খোৱা পানীৰ বৃত্তৰেখা, দূৰৈত ঢউ খেলোৱা পানীৰ ৰেছম-চিকুণ গাত বতাহৰ মৃদু কঁপনি ।

সেই ঢউ খেলোৱা ঘিঁউ-বৰণীয়া ৰেছমী চাদৰৰ গাত ৰ'দৰ উজ্জ্বল সমাৰোহ ।

সেই সমাৰোহলৈ চাই ৰামকালী স্তব্ধ হৈ বহি আছিল ।

ভৰ-দুপৰৰ অচঞ্চল গংগা ।

নাৱৰ গতি মৃদু-মন্থৰ ।

সেয়েহে নাৱৰ ভিতৰত আলোড়ন নাই ।

কিন্তু মনৰ ভিতৰত ?

যিটো মন এই স্তব্ধ দেহ-দুৰ্গৰ মাজত চিৰদিন সমাহিত আছিল ?

নহয় ।

আলোড়ন নহয় ।

কেৱল সেই চিৰ-সমাহিত মনটোক আজি ৰামকালীয়ে অলপ মুক্তি দিলে । ইচ্ছামতে ঘূৰি ফুৰিবলৈ এৰি দিলে ।

এই আঠষঠী বছৰ ধৰি ৰামকালীয়ে যি দীৰ্ঘ প্ৰান্তৰ পাৰ হৈ আহিল, সেই প্ৰান্তৰৰ ইমূৰৰপৰা সিমূৰলৈকে মুক্তি পোৱা মনটোৱে অকাই-পকাই ঘূৰি ফুৰিছে ।

আগতে কাহানিও ৰামকালীয়ে এনেকৈ স্মৃতি ৰোমন্থন কৰা নাছিল । আজি কৰিলে ।

কিজানি অজ্ঞাতসাৰেই কৰিলে ।

আজি ৰামকালীয়ে সংসাৰৰপৰা বিদায় লৈছে, সংসাৰলৈ পিঠি দিছে । কিন্তু বিদায় গ্ৰহণৰ আগ মুহূৰ্তত কিমান যে ব্যৱস্থা ।

কত হিচাপ-নিকাচ ।

কত যে নিৰ্দেশ।

কিমান বন্দবস্ত!

গাঁৱত যি টোলখন স্থাপন কৰিছিল, যিকেইজন দুঃস্থ বিদ্যাৰ্থীক প্ৰতিপালনৰ ভাৰ গ্ৰহণ কৰিছিল, এগৰাকী কবিৰাজক নিযুক্ত কৰি যি চিকিৎসালয়টো প্ৰতিষ্ঠা কৰিছিল, গ্ৰীষ্মৰ দিনবোৰৰ বাবে যি জলসত্ৰ খুলিছিল, সেইবোৰ যাতে বন্ধ নহয়, তাৰ বাবে উচিতমতে নিষ্কৰ মাটি দানপত্ৰ কৰি থৈ আহিবলগীয়া হ'ল। যিকেইগৰাকী দুঃস্থ পণ্ডিতক বৃত্তি দিয়া হৈছিল, তেওঁলোকৰ বৃত্তি বজায় ৰাখিবলৈকো ভূমি-ব্যৱস্থা কৰিবলগীয়া হ'ল। তদুপৰি, সদায় গাঁৱৰ দৰিদ্ৰ কন্যাদায়গ্ৰস্ত পিতৃ, অসহায়া বিধবা, ৰুগ্ন অক্ষম পুৰুষ, নাইবা মাউৰা শিশুহ'তৰো আশ্ৰয়স্থল আছিল ৰামকালী।

দূৰ দুৰণিৰপৰাও মানুহ আহিছিল, আহি ৰামকালীৰ ওচৰত হাত পাতিছিল।

এইবোৰ মানুহ যাতে সমূলি বঞ্চিত নহয়, বিতাড়িত নহয, তাৰ বাবে ৰাসুক নিৰ্দেশ দিয়া হৈছে।

এখন ডাঙৰ তালুকৰ খাজনাৰপৰা এওঁলোকৰ বাবে যথাযোগ্য ব্যৱস্থা কৰাৰ দিহা কৰি থৈ আহিল তেওঁ।

অৱশ্যে ৰাসুৱে যদি নিযম বজায নাৰাখে, যদি ৰাসুৱে সেই তালুকৰ উপস্বত্ব আত্মসাৎ কৰে, তেন্তে একো কৰাৰ উপায় নাই। কিয়নো এয়া এক অনিয়মিত বিষয়।

তথাপি ৰাসুৰ ওপৰতে দায়িত্ব দি থৈ আহিবলগীয়া হ'ল। ৰাসুৰ বাহিৰে আৰুনো মানুহ হ'ব পাৰিলে কোন? নেড়ুৰ তো উদ্দেশেই পোৱা নগ'ল প্ৰায়। দুই-এখন চিঠি লিখিছিল অৱশ্যে, যদিও ঠিকনা জনোৱা নাছিল। তাৰ ফলত মাত্ৰ ইমানকে জনা গৈছে যে সি মৰা নাই, জীয়াই আছে।

ৰাসুৰ আন ভায়েক কেইটা তো অমানুহ। সৰু খুড়াকৰ ল'ৰা দুজন তো কোৱাই মৰা জৰাই কৰা বিধৰ। মহা আঘাইতং। ৰাসুৰ ডাঙৰ ল'ৰাটো গা ঘেলাই ফুৰাতহে পাকৈত।

সি কিছুদুৰলৈ সাৰদাৰ প্ৰশ্ৰয় পায়েই তেনেকুৱা হ'ল।

সাৰদাই তাইৰ গিৰিয়েকৰ সৈতে ফেৰ পাতিয়েই যেন ল'ৰাক বিলাসী কৰি তুলিবলৈ উঠি-পৰি লাগিছে!

সকলো কথাতে কয়—'সি নোৱাৰিব'।

এইজনীও যে! একেবাৰে একা-চেকা বিধৰ।

ৰামকালীয়ে হুমুনিয়াহ কাঢ়ি ভাবিলে, তাইৰ বিধাতা পুৰুষে তাইক

বাৰু কেতবোৰ আগ-পুৰি নোহোৱা বস্তুৰে গঢ়িছিল নেকি, নে তাইৰ জীৱনটো ওভতা সোঁতত পৰিল বুলিয়েই এনেকুৱা অৱস্থা তাইৰ ?

ৰামকালীয়ে সাৰদাৰ ৰেহ-ৰূপ বিচাৰি নাপায়।

কেতিয়াবা তাইৰ দায়িত্বপূৰ্ণ কৰ্মনিষ্ঠা, অসাধাৰণ নৈপুণ্য, অগাধ সহিষ্ণুতা দেখি ৰামকালীয়ে তব্ধ মানে।

আৰু কেতিয়াবা তাইৰ বিস্ময়কৰ নিৰ্লিপ্ততা, দৃষ্টিকটু উদাসীনতা দেখি স্তব্ধ হয়।

দুৰ্গোৎসৱৰ সকলো দায়-দায়িত্ব তাই অকলেই বহন কৰিবলৈ ভয় নকৰে, ভাৰ দি ৰামকালী নিশ্চিন্তও হয়।

কিন্তু এইবাৰ হঠাৎ সাৰদাই শান্ত ঘোষণাৰে ক'লে যে এইবাৰ তেওঁ এই ভাৰ যেন আন কাৰোবাক দিয়ে।

কিয় ?

'কিয়'ৰ একো হেতু নাই।

ঘৰত আৰু মানুহ আছে।

গাঁৱৰ কেইগৰাকীমান ব্ৰাহ্মণ-কন্যাক মতাই আনি ৰামকালীয়ে কৈছিল, বৰ বোৱাৰীৰ শৰীৰ অসুস্থ, গতিকে তেওঁলোকৰ কোনোবাই যদি—

তেওঁলোক আহিছিল।

পূজাৰ দায়িত্বও বহন কৰিছিল।

কিন্তু অধিক বাঢ়িত গুৰ ধমনা হয়েই।

পুৰোহিতে পূজাত বহি উপকৰণসমূহ হাতেৰে চুকি পোৱাতে নাপাই খঙতে অগ্নিশৰ্মা হ'ল।

তথাপি ৰামকালীয়ে যেন সাৰদাৰ ওপৰত খং কৰিব নোৱাৰে। অগ্ৰাহ্য কৰিব নোৱাৰে তাইক। অনুভৱ কৰে—

সাৰদাৰ মাজত 'বস্তু' আছিল, কিন্তু ভাগ্যৰ প্ৰতিকূলতাৰ ফলত সি খণ্ড-বিখণ্ড হৈ পৰিল।

ভাগ্যৰ প্ৰতিকূলতা ?

এইখিনিতে ক'ৰবাত যেন খোকোজা লাগিল।

ৰামকালীয়ে বহুবাৰ ভাবিছিল :

ভাগ্য নহৈনো আৰু কি ? মানুহ নিমিত্ত মাত্ৰ। কিন্তু সেই বিশ্বাসত অটুট থাকিব পৰা নাছিল তেওঁ।

যি কি নহওক, তথাপি সকলোটিবে সুব্যৱস্থা কৰি থৈ আছিল ৰামকালীয়ে। এতিয়া যাৰ যি নিয়তি। তথাপি কেতবোৰ মুখে যেন হতাশ দৃষ্টি মেলি ৰামকালীলৈ চাইছে। কৈছে যেন—

আমাক এৰি থৈ গুচি গ'লা ?

সঁচা।

ক'তা, গুচি যাবাগৈ বুলি কাহানিও কোৱা নাছিলা দেখোন।

আমি দেখোন অতি নিঃচিন্ত হৈ আছিলোঁ।

এই মুখবোৰৰ মাজত সাবদাৰ মুখখন অতি স্পষ্ট, সাবদাৰ চকুযুৰি বৰ তীব্ৰ।

হতাশা নহয়, সেই দৃষ্টিত যেন অভিযোগ।

কিন্তু বহু বছৰৰ আগতে এবাৰ যেতিয়া সংসাৰ এৰি গুচি গৈছিল ৰামকালীয়ে?

তেতিয়া এবাৰলৈও পিছলৈ ঘূৰি চাইছিলনে?

ওহোঁ।

কেনে বন্ধনহীন মন লৈ গুচি গৈছিল তেতিয়া!

সঁচা কথা, বৈৰাগ্যৰ হেতু আছিল তেনেই স্থূল। সেই বৈৰাগ্যৰ উদ্ভৱ দেউতাকৰ খৰমৰপৰা। খং দুখ অভিমান ক্ষোভ সকলো মিলাই তীব্ৰ এক অনুভূতিয়ে সিদিনাৰ সেই চেমনীয়া ল'ৰাটোক যেন ঘৰৰপৰা ঠেলি উলিয়াই দিছিল, যাক এতিয়া তেওঁ চকুৰ আগত দেখা পাইছে।

ল'ৰাটো নাও এখনৰ ছৈৰ ভিতৰত সোমাই ওৰে দিনটো বহি থাকিল, কোনোৱে তালৈ মনেই নকৰিলে।

এসময়ত নাওখনে ঘাট এৰিলে।

ল'ৰাটো জুপুকা মাৰি বহি থাকিল।

বহু সময়ৰ পাছত ধৰা পৰিল ল'ৰাটো।

তেতিয়ামানে নাও বহু দূৰ আগবাঢ়ি গৈছে।

ৰামকালীয়ে দেখা পাইছে, নাৱৰীয়াহঁতে ল'ৰাটোক জেৰা কৰি আছে। ল'ৰাটোৱে সহজভাৱেই উত্তৰ দি গৈছে—তাৰ কেও নাই, দুখীয়া ব্ৰাহ্মণ-সন্তান, ভাৰাৰ বাবদ টকা-কড়ি একো দিব নোৱাৰিব সি, নাও য'লৈকে যাব ত'লৈকে যদি সিহঁতে দয়া কৰি লৈ যায়।

অৱস্থা দেখি মৰমতে হওক বা ল'ৰাটোৰ দেহকান্তি ৰূপ দেখিয়েই হওক, নাৱৰীয়াহঁতে ল'ৰাটোক আতলি-পুতলিকৈ মুৰ্শিদাবাদলৈকে লৈ গৈছিল।

তাতে পালে গোবিন্দ গুপ্তৰ আশ্ৰয়।

সেয়া আছিল যেন ঈশ্বৰৰ প্ৰত্যক্ষ আশীৰ্বাদ।

সেই নিচেই চেমনীয়া ল'ৰাটোৰ তেতিয়া ধাৰণা হৈছিল, পৃথিৱীখন ইমান ভাল।

ঈশ্বৰ ইমান দয়ালু।

নে এয়েই ঈশ্বৰ?

পুৰাণ-উপপুৰাণৰ সাধুত থকাৰ দৰে এওঁ ছদ্মবেশ ধৰি ৰামকালীলৈ কৃপা কৰিছে নেকি ?

ল'ৰাটো গংগাৰ ঘাটতে বহি আছিল।

কবিৰাজ আহিছিল স্নান কৰিবলৈ।

থমকি থিয় হৈ কৈছিল : "তোমাক চিনি নাপালোঁ দেখোন ? তুমিনো কাৰ ল'ৰা বোপাই ?"

এতিয়া হাঁহিউঠা কথা যেন লাগে, ৰামকালীয়ে স্বচ্ছন্দে কৈছিল, "সেইবোৰ খোজ-খবৰ ল'বলৈ তোমাৰনো কি দৰকাৰ ?"

"দৰকাৰ আছে তো!" গোবিন্দগুপ্তই হাঁহি মাৰি কৈছিল, "কাৰ ল'ৰা, কিয় অকলশৰে ঘূৰি ফুৰিছা, ৰীতি-চৰিত্ৰইবা কেনেকুৱা, এইবোৰ নাজানিলে কেনেকৈ হ'ব ?"

"নহ'ব ?"

"ওহোঁ, নহ'ব। ভিন্ গাঁৱৰ ল'ৰাক বিশ্বাস কি ?"

পাছত জানিছিল ৰামকালীয়ে, সেয়া আছিল এটা চালাকিহে। খং তোলাই পৰিচয় উলিউৱাৰ চেষ্টা।

কিন্তু সিদিনা ল'ৰাটোৱে সেই কথা বুজা নাছিল।

বুজাৰ ক্ষমতা নাছিল তাৰ।

সেইদেখিহে সি ক্ৰুদ্ধভাৱে কৈছিল : "তোমাকনো বিশ্বাস কৰিবলৈ কোনে ভাৰত ধৰিছে ? মই ইয়াত বহি আছোঁ মোৰ ইচ্ছা। ঘাটটো তোমাৰ কিনা নেকি ?"

সেই সৌম্যদৰ্শন প্ৰৌঢ় মানুহজনে ল'ৰাটোৰ কথা শুনি বেছ ৰং পাইছিল, সেই কথাত সন্দেহ নাই। আৰু কৌতুক উপভোগ কৰিবলৈহে অলপ সময় ধৰি বাদ-বিতণ্ডা কৰিছিল।

তাৰপাছত কেনেকৈ কোন টলকতে যে সন্ধি হ'ল, ল'ৰাটোৱে তেওঁৰ ওচৰত আশ্ৰয় পালে, সেই কথা—

কিন্তু কেৱল আশ্ৰয়েইনে ?

নিঃসন্তান দম্পতিৰ হৃদয় উজাৰ কৰা মৰমৰ অধিকাৰী হোৱা নাছিলনে ল'ৰাটো ?

লাহে লাহে সেই মুখৰতা চপলতাৰ ঠাইত স্থিৰ শান্ত মেধাৱী ল'ৰা এটিৰ জন্ম হ'ল। আৰু কেৱল স্নেহৰ নহয়, তেওঁলোকৰ যথাসৰ্বস্বৰ উত্তৰাধিকাৰী হ'ল।

আশ্চৰ্য্য! তথাপি কবিৰাজ-গৃহিণীয়ে এদিনৰ বাবেও নিজ হাতেৰে ৰান্ধি খুউৱা নাছিল, আন এখন ব্ৰাহ্মণ-পৰিয়ালত খোৱাৰ বন্দৱস্ত কৰি দিছিল ল'ৰাটোৰ বাবে।

আটাইবোৰ দৃশ্য চকুৰ আগত ভাহি উঠিছে।

ৰামকালীয়ে আবদাৰ কৰিছিল, জেউৰ ধৰিছিল, "মই তোমালোকৰ জাতৰ হ'লোঁৱেই নহয়' বুলি কৈ যুক্তি দাঙি ধৰিছিল, কবিৰাজ-গৃহিণীয়ে হাঁহিভৰা মুখ আৰু পানীৰে চলচলীয়া চকুৰে কৈছিল, "বলিয়াটো ক'ৰবাৰ, সিও হ'ব পাৰেনে ?"

"তোমালোকৰো লগুণ আছে দেখোন—"

ৰামকালীয়ে কৈছিল।

গোবিন্দ গুপ্তই হাঁহি মাৰি কৈছিল, "আছে, সঁচা কথা। পিছে কথা কি জানিছ, সকলোতে জাত বোলা কথা এটা আছে নহয় ? যেনেকৈ ধৰ— ফেটী সাপ আৰু ঢোঁৰা সাপ এক নহয়, তেনেকৈ তোৰ লগুণ আৰু মোৰ লগুণো একে নহয়। তোক তোলনীয়া হিচাপে ল'বলৈ মোৰ বৰ ইচ্ছা, কিন্তু নলওঁ। কেতিয়া কি অপৰাধ হয় কোনে ক'ব।"

স্নেহৰ সৈতে শ্ৰদ্ধাৰ এক আশ্চৰ্য সংমিশ্ৰণ।

পোনতে ৰামকালীয়ে কৈছিল ঃ

"মোৰ ক'তো কেও নাই।"

তাৰ পাছত ধীৰে ধীৰে সকলো কথা ওলাই পৰিছিল।

গোবিন্দ গুপ্তই কৈছিল, "চা, তোৰ মা-দেউতাৰলৈ খবৰ নিদিয়াটো মোৰ পক্ষে মহাপাপ হৈছে, তই বিধি-পথালি নিদিবি, মই কেনেবাকৈ খবৰ এটা দিওঁ।"

ৰামকালীয়ে কৈছিল, "কেলে ? মই এতিয়া তোমালোকৰ চকুৰ কুটা হ'লোঁ, নহয় ? ভাল—ভাল, পুণ্যৰ ভুৰ বনাই খবৰ দিয়া তেন্তে, পিছে চৰায়েও ভুৰুং কৰিব।"

কবিৰাজ-গৃহিণীয়ে কৈছিল, "তুমিযেইবা পাপ পাপ কৰি ইমান ব্যস্ত হৈ পৰিছা কেলেই কোৱাচোন ? তাৰ মাক-দেউতাক, সি বুজিব। ল'ৰাৰ প্ৰাণে যদি 'মা' বুলি নাকান্দে, তেনেহ'লে মাকৰ প্ৰাণতো ক'ৰবাত টুটনি আছে নিশ্চয়।"

"মাকৰ প্ৰাণতনো আক' টুটনি কেনেকৈ হয় ?"

কবিৰাজে হাঁহি হাঁহি কৈছিল।

ৰামকালীৰ খং উঠিছিল। কৈছিল ঃ "হয়। কেলেই নহ'ব ? মায়ে মোক চকু পাৰি চাব নোৱাৰে। নহ'লে পেহীয়ে যেতিয়া শাসন কৰে, তেতিয়া মায়ে ইচ্ছা কৰিয়েই মোৰ নামত আৰু বেছিকৈ লগায়।"

"সেয়া কিজানি ননন্দেকৰ ভয়তে—"

"ইঃ, ভয়। মৰমতকৈ ভয়হে ডাঙৰ হ'ল।"

পাছত বহু দিন ভাবিছিল, ভাবি আচৰিত হৈছিল এটা কথাত, মাকৰ

বাবে তেওঁৰো অলপো বেয়া লগা নাছিল। বৰঞ্চ কবিৰাজ-গৃহিণী যেতিয়া অসুখত পৰিছিল আৰু অৱশেষত যেতিয়া তেওঁৰ মৃত্যু হৈছিল, তেতিয়া কান্দি কান্দি ৰামকালীৰ শিৰঃপীড়া হৈছিল।

কিয় হৈছিল এনেকুৱা?

ৰামকালী নিষ্ঠুৰ?

নে তেওঁৰ মাক-দেউতাকেই নিমৰমিয়াল?

দেউতাকৰ সম্পৰ্কে এক কথাত ৰায় দিলেও মাকৰ সম্পৰ্কে তেনেকুৱা ৰায় দিবলৈ টান পাইছিল।

কিন্তু জীৱনৰ এই শেষ প্ৰান্তলৈ আহি জীৱনটোক যেতিয়া সেই এৰি অহা গংগাৰ সোঁতৰ দৰেই সম্পূৰ্ণ আৰু স্পষ্টকৈ দেখা পালে, তেতিয়া ৰামকালীয়ে হুমুনিয়াহ কাঢ়ি ভাবিলে, মৰম তেওঁৰ জীৱনত তেওঁ সেই এ যাবেইহে পাইছিল।

সেই প্ৰৌঢ় দম্পতিৰ পৰা।

জীৱনত ৰামকালীয়ে শ্ৰদ্ধা সমীহ ভয় ভক্তি সকলো পাইছে—পোৱা নাই মাথোঁ ভালপোৱা। সকলোবে তেওঁক আঁতৰ কৰি ৰাখিছিল, আঁতৰৰেপৰা প্ৰণাম কৰিছিল।

দোষ ৰামকালীৰেই।

দূৰত্বৰ গণ্ডি তেওঁ নিজেই সৃষ্টি কৰিছিল। ইচ্ছা কৰি কৰা নাছিল, স্বভাৱ-দোষতহে।

গাঁৱৰ কোনো সকাম-নিকামত তেওঁ ব্ৰাহ্মণ-ভোজনৰ শাৰীত একেলগে বহি খোৱাৰ কথা চিন্তাও কৰিছিলনে? কাৰবাৰ বা কাৰোবাৰপৰা 'দান' গ্ৰহণ কৰাৰ কথা ভাবিব পাৰিছিলনে?

আন কাৰোবাৰ চণ্ডীমণ্ডপত বহি মেল মাৰিছিলনে? তাছ-পাশা খেলিছিলনে?

ভাবিলে হাঁহিও নুঠিব, কিয়নো ভাবিবই পৰা নাছিল।

অথচ গাঁৱৰ অনেক কুলীন সন্তানেই এনেকৈ সাধাৰণৰ ভূমিকাৰে জীৱন কটাইছে।

তেনেহ'লেনো কৌলীন্যৰ প্ৰকৃত ঠাই ক'ত?

কিন্তু আজি সংসাৰ পৰিত্যাগ কৰি যোৱাৰ সময়ত হঠাৎ ৰামকালীৰ ভাব হ'ল ঃ

গোটেই জীৱনকাল বিজয়ীৰ ভূমিকা লৈ কটালোঁ, কিন্তু সঁচাকৈ বিজয়ী হ'ব পাৰিছোঁনে?

তেনেহ'লেনো গোটেই জীৱন ধৰি লোকচানৰ বোজা কঢ়িওৱা বুলি ভাব হৈছে কিয় আজি?

লোকচান কিহৰ ?

পৰাভৱ কোনখিনিত ?

লোকচানৰ কথা মনত উক দিয়াত এটা অপ্ৰাসংগিক কথা ৰামকালীক মনত পৰিল।

নাইবা অপ্ৰাসংগিকো নহয়।

সত্যাই আক্ষেপ প্ৰকাশ কৰি কৈছিল ঃ

"এটাই খেদ থাকি গ'ল দেউতা, তোমাক এদিনৰ বাবেও নিজ হাতে ৰান্ধি খুৱাব নোৱাৰিলোঁ।"

বাৰু, সত্যাৰ এই খেদ প্ৰশমিত কৰাহেঁতেন ৰামকালীৰ কিমান লোকচান হ'লহেঁতেন ? নিয়মৰ সেই সামান্যতম লোকচানেই এক বিৰাট লোকচান হ'লহেঁতেননে ?

ৰামকালীয়ে তেওঁৰ জীৱনত যিবোৰ বস্তুৰ ওপৰত পৰম মূল্য আৰোপ কৰিছিল, সঁচায়ে সেযাই মূল্যৰ শেষ কথা আছিলনে ?

যদি সেয়ে হয়, তেনেহ'লেনো ভুবনেশ্বৰীযে অদ্ভুত বিজয়িনীৰ হাঁহিৰে বাৰে বাৰে চকুৰ আগত থিয় হয়হি কিয় ?

কিয় কিয়, "জীৱনত বহুত পালা, পোৱাৰ গৌৰৱৰ বাবে পৃথিৱী-খনলৈ ঘূৰিও নাচালা। কিন্তু তোমাৰ আচল ঘৰটো যে শূন্য হৈ পৰি থাকিল সেই কথা কাহানিবা হিচাপ কৰি চাইছানে ? চিৰকাল কৰ্তব্য কৰিলা, পিছে কাৰবাক ভাল পাব পাৰিলানে ?"

ৰামকালীয়ে মনৰ মাজত ডুব দিলে।

ভালপোৱা ? কাৰ বাবে সাঁচি থোৱা আছিল ?

সত্যৱতীৰ মুখখনৰ বাহিৰে আন কোনো এখন মুখো ভাহি নুঠিল।

আন সকলো যেনিবা জীৱৰ প্ৰতি কৰুণাহে !

হৃদয়ৰ নিভৃতত বহু ঠাই জুৰি আছে সত্যৱতী।

কিন্তু সেই কথাটিও সত্যৱতীক কেতিয়াবা জানিবলৈ দিছিলনে ৰামকালীয়ে ?

সেই কথা প্ৰকাশ কৰাটো দুৰ্বলতা বুলি ভাবি সদায় সুগুপ্ত ৰখা নাছিলনে তেওঁ ?

হঠাৎ ৰামকালীয়ে 'দুৰ্গা দুৰ্গা' বুলি কৈ সম্বিৎ ঘূৰাই পোৱাৰ চেষ্টা কৰিলে। উৰণীয়া মনটোক বান্ধি পেলালে যেন। ক'লে, "হেৰা নাৱৰীয়াহঁত, কেতিয়াকৈ মুংগেৰ পাবাগৈনো ?"

গুৰিয়ালে ক'লে, "ডাঙৰীয়া আৰু সৰহ পৰ নালাগিব যেন পাওঁ—"

"ভাল বাৰু। কষ্টহাৰিণীৰ ঘাটত নাও চপাবা।"

সাধন-সৰলে পেহীৰ ওচৰত কৰা প্ৰতিশ্ৰুতি ভংগ কৰা নাছিল, তথাপি সকলো কথা ওলাই পৰিল। ওলাই পৰিল সদুৰ দীনতা, আৰু তাইৰ ভতিজাকহঁতৰ মিছালি।

কেঁচা-পকা চুলি, গাঠলু চেহেৰাৰে শকত-আৱত যিজন মানুহৰ বহা বিচাৰি উলিয়াই সিহঁতে পেহীয়েকে দিয়া চিঠিখন দি আহিছিলগৈ, সেই মানুহজন পিছৰ দেওবাৰে ৰাতিপুৱাতে সিহঁতৰ ঘৰলৈ আহিল।

এনেকুৱা সম্ভাবনা এটাৰ কথা সিহঁতে সপোনতো ভবা নাছিল। অৱশ্যে সিদিনা ভীত-সন্ত্ৰস্ত ল'ৰা দুজনক প্ৰায় জোৰ কৰি ৰখাই সিহঁতৰ নাম কি, ঘৰ ক'ত, কলিকতাৰ বহা কোনটো ৰাস্তাত ইত্যাদি খবৰ মানুহজনে তন্নতন্নকৈ সুধিছিল। তথাপি সেই সোধ-পোছক সাধন-সৰলে সিমান গুৰুত্ব দিয়া নাছিল, মানুহজনৰ কৌতূহলৰ নিবৃত্তি বুলিয়েই ভাবিছিল সিহঁতে। দুটা দিন পাৰ হোৱাৰ পাছতেই মানুহজন আহি 'বোপাহঁত আছানেকি' বুলি ওলাবহি পাৰে বুলি ভবাই নাছিল।

এযা যেন বিনামেঘে বজ্ৰাঘাত।

ভয়ত সিহঁতৰ অণ্ঠকণ্ঠ শুকাই গ'ল।

দুয়ো ভাই-ককায়ে পৰস্পৰলৈ সভয়ে চালে, তাৰ পাছত সৰলে নিঃশব্দে দুয়োখন হাতৰ তলুৱা মেলি এনে এক ৰেপৰোৱা ভংগী কৰিলে, যাৰ অৰ্থ হ'ল—'পিছে আমাৰনো কি দোষ? আমি এওঁক ইয়ালৈ আহিবলৈ কোৱা নাছিলো নহয়? পেহীয়ে বাৰণ কৰিছিল বুলিহে—'

কিন্তু—

এই কথাটোও নিশব্দে চকুৰ ইংগিতেৰে উচ্চাৰিত হ'ল যে, আমি কিন্তু সিদিনা মিছা কথা কৈছিলো। মায়ে যেতিয়া সুধিছিল, ইস্কুলৰপৰা ওভতোঁতে পলম হ'ল কিয়, তেতিয়া ইস্কুলত বল খেলা আছিলে বুলি কৈছিলো।

কিন্তু ইমানবোৰ ভাৱ-বিনিময় মুহূৰ্ততে ঘটিল, কিয়নো ইতিমধ্যে মানুহজনে ঘৰৰ ভেওনা পাৰ হৈ চোতালত ভৰি দি টেংটেঙীয়া মাতেৰে পুনৰ প্ৰশ্ন কৰিলে, "বোপাহঁত ঘৰত নাইনে কি?"

আৰু সত্যৱতীয়ে মুৰত ওৰণি লৈ পাকঘৰৰপৰা ওলাই আহি সুধিলেই, "তুক্কু, চাচোন কোন আহিল! কাক লাগে সোধচোন!"

তড়ুৱে কষ্ট কৰি আৰু সুধিবলগীয়া নহ'ল, স্বচ্ছন্দে মানুহজনৰ কাণত পৰিল। আৰু তেওঁ সে সেকৈ হাঁহি মাৰি আগবাঢ়ি আহি লাহেকৈ ক'লে, "ননন্দ-জোঁবাই—ননন্দ জোঁৱাই, আপুনি হ'ল খুলশালী-শাহুবেক।"

শুনি সত্যৱতী তথা লাগিল।

এইমাত্র নৰকুমাৰো বজাৰলৈ ওলাই গ'ল আৰু এই মূৰ্তিমান বিপদ উপস্থিত হ'লহি। মানুহজন কোন কোনে জানে। কোনোবা বদবুদ্ধি মানুহে বহা ভুল কৰি—সত্যবতীয়ে ল'ৰাহঁতক মাধ্যম কৰি সেই কথাটোক ক'লে, "তুড়ু, ক'চোন, আপুনি বোধকৰো বহা ভুল কৰি—"

"ভুল কৰি।"

মানুহজনে হাঁহি এটা মাৰি ক'লে "মুকুন্দ মুখাৰ্জি ইমান কেঁচেলুৱা ল'ৰা নহয় যে উচিতমতে খবৰ-বাতৰি নোলোৱাকৈযেই কাৰোবাৰ ভিতৰ চ'ৰা সোমাবহি। চুবুৰিৰ লোকক দস্তুৰমত সোধ-পোছ কৰি খাটাং খবৰ লৈহে সোমাইছোঁহি। বোলোঁ—তুমি বাৰুইপুৰৰ নীলাম্বৰ বানাৰ্জিৰ ল'ৰা নৰকুমাৰ বানাৰ্জিৰ পৰিবাৰ নোহোবানে? অস্বীকাৰ কৰানে কি?"

কৈযেই নিজৰ ৰসিকতাত নিজেই হেঁ হেঁ কৈ হাঁহিবলৈ ধৰিলে।

কথা কোৱাৰ ভাব-ভংগী ইমান অমাৰ্জিত যে খণ্ডতে সত্যবতীৰ আপাদ-মস্তক জ্বলি উঠিল। ই নিঃসন্দেহে কোনোবা বেয়া মানুহ, নাম আৰু পৰিচয় কেনেবাকৈ জানি লৈ ঘৰত সোমাই ভয় খুৱাব খুজিছে।

বাৰু, খুউৱাচোন ভয়। সত্য বামুণীক চিনি নোপোৱা।

দৃঢ় আৰু বিৰক্ত কণ্ঠেৰে সত্যবতীয়ে ক'লে "তুড়ু, কোৱা যে চুবুৰিৰ লোকৰপৰা নাম-ধাম পৰিচয় জানি লোৱা বৰ টান কাম নহয়। আমি এই নামৰ কোনো মানুহক চিনি নাপাওঁ। তেওঁ গুচি যোৱাই ভাল।"

কিন্তু মুকুন্দ মুখাৰ্জিও ইমান সহজে অপমান বোধ কৰা ভকত নহয়। হাঁহিৰ সুৰ বজায় ৰাখিযেই ক'লে, "চিনি যে নোপোৱা, সেই কথা হওঁতে সঁচায়ে। চিনা-জনা হোৱাৰ সুযোগনো ঘটিল ক'ত? তোমাৰ ননন্দেকে মোক এৰি থৈ আহি নিশ্চিন্ত। কিন্তু ইমান দিনৰ পাছত যে আকৌ মাৰি খোৱা হাঁহক চাৰি পাৰি বহুৱাবলৈ ল'লে কিয়, আহিলোঁ সেই কথাটো সুধিবলৈহে। কিন্তু হেৰা বোপাহঁত, তোমালোকেনো মুখত একেবাৰে সোপা দি আছা কেলেই? সিদিনা ইমানকৈ আলাপ-পৰিচয় হ'ল, চিঠি দিলা, আৰু আজি একেবাৰে চিনিকে নোপোৱা হ'লা দেখোন। অ'—মাৰাক কোৱা নাছিলা হ'বলা? সেই দেখিহে তেওঁ মোক গুণ্ডা-বদমাছ বুলি চোভা কৰিছে।"

ইমান পৰে এই কথাটোকে ভাবি আছিল সত্যৱতীয়ে, কিন্তু মানুহজনৰ শেষৰ কথাষাৰ শুনি অঠাই সাগৰত পৰা দি পৰিল।

এইবোৰ কি কথা !

সত্যব্ৰতীয়ে বিন্দুবিসৰ্গও বুজা নাই দেখোন। নিজৰ ল'ৰাহঁতৰ মুখলৈ চালে। দুয়োজনৰ মুখতে স্পষ্ট অপৰাধৰ চিন! কথা কি?

মানুহজন বাৰুইপুৰৰ কোনোবা নে কি?

তুড়ু-খোকা যেতিয়া বাৰুইপুৰলৈ গৈছিল, তেতিয়া দেখিছিল, এতিয়া চিনি নোপোৱা হ'লনে? কিন্তু 'চিঠি' কিহৰ? ভগৱানেহে জানে! এনেয়ে শহুৰেকৰ ঘৰত সত্য ডাংকাটী বোৱাৰী বুলি জনাজাত, তাতে এতিয়া আৰো বদনামৰ একাঠী চৰিলহে চাগৈ। ল'ৰা দুটাই যেনেকৈ মন মাৰি থিয় হৈ আছে, কিবা এটা যে ঘটিল সেই কথা ধ্ৰুৱ।

কিন্তু তথাপি সত্যই পিছ হোঁহকা নিদিলে। দৃঢ়ভাৱে, কিন্তু অলপ কোমল মাতেৰে ক'লে "খোকা, কোৱা, এতিয়া গিৰিহঁত ঘৰত নাই, আপুনি অলপ ঘূৰি-পকি আহকগৈ। যি ক'বলগীয়া আছে তেওঁকে ক'ব।"

এইবাৰ মুকুন্দ মুখাৰ্জি অলপ গম্ভীৰ হৈ পৰিল। তেওঁ ক'লে, "মোৰ ক'বলগীয়া একোৱেই নাছিল। পিছে আপোনাৰ ননন্দেক শ্ৰীমতী সৌদামিনী দেৱীয়ে হঠাৎ তেওঁৰ পৰিত্যাগ কৰা স্বামীলৈ কিয় এখন পত্ৰ লিখিলে, সেই কথাৰ ভু-ভা ল'বলৈ—"

"ননন্দীয়ে পত্ৰ লিখিলে? আপোনালৈ। মানে আপুনি—"

"হয়'ক, চিনিলা তেওঁ ইমানপৰে। ভাবিছিলোঁ যে খুলশালিৰ ঘৰলৈ গ'লে অলপ জোঁবাই-আদৰ পাম, সি তো নহ'লেই—"

"কিন্তু ননন্দে চিঠি লিখিলে?" সত্যই ক'লে, "মোৰ ঠিক বিশ্বাস হোৱা নাই—অসম্ভৱ।"

মুকুন্দ মুখাৰ্জিয়ে কথাষাৰৰ অন্য অৰ্থ কৰিলে। তেওঁ ক'লে, "নিজে আৰু ক'ত লিখিব, কাৰোবাৰ দ্বাৰা লিখোৱাইছে নিশ্চয়। এয়া তোমাৰ ল'ৰাহঁতেই বোৱা পৰহি দি আহিলগৈ—"

"মোৰ ল'ৰাহঁতে? পৰহি?"

সত্যৱতী বিচলিত হ'ল।

বিচলিত কণ্ঠেৰেই ক'লে, "তুড়ু! খোকা!"

তুড়ু-খোকা তলমুৰ হ'ল, মুখত অপৰাধৰ কালিমা।

সত্য অলপ যেন অসহায় হৈ পৰিল, আৰু বোধকৰো জীৱনত এই প্ৰথমবাৰৰ বাবে নৱকুমাৰৰ অনুপস্থিতিৰ ফলত কাতৰতা অনুভৱ কৰিলে। মুকুন্দ মুখাৰ্জিৰ চকুত সত্যৰ এই বিচলিত ভাব ধৰা পৰাত পলম নহ'ল। আৰু বিষয়টো অনুধাৱনো কৰিলে। ল'ৰা দুটাক সৌদামিনীয়েই যেনেকৈ নহওক বুজাই-মেলি চিঠিখন দি পঠিয়াইছিল। এই কথাটো আগতে ভবা হ'লে মুকুন্দ মুখাৰ্জিয়ে নিজক আন ধৰণে দাঙি ধৰিলেহেঁতেন! ল'ৰা

দুটা অথন্তৰত পৰিল, পৰিবই, মা-জননী যিহে ৰণচণ্ডী কেঁচাইখাতী! উস্‌! যেন পুলিছৰ জেৰা।

কিন্তু মুকুন্দ মুখাৰ্জিও পুলিছৰ বাপেক। সকলো ফালৰে পৰাই সাজু হৈয়েই আহিছে তেওঁ। চিঠিখনো লগতে আনিছিল। পিছে তেওঁৰ ধাৰণাত অলপ ভুল হৈছিল। সোদামিনী নিশ্চয় কলিকতাত ভায়েকৰ বহাতে আছেহি বুলি ভাবিছিল, আৰু ভাবিছিল যে সোদামিনীয়ে সেই খবৰটো তেওঁৰ আগত ক'বলৈ ল'ৰা দুটাক হাক দিছিল নিশ্চয়। নহ'লে সাত জনমতো যিজনীয়ে কোনো সম্বাদ নিদিলে, তাইনো কিয় হঠাতেই কিন্তু ধাৰণা যে ভুল এতিয়া তেওঁ বুজিলেই। বুজিলে যে সোদামিনী ইয়াত নাই।

সঁচা, তেনেহ'লেনো কিয় হঠাতে—

বাৰু যি হয় হওক, সেই চিন্তা এতিয়া নকৰিলেও হ'ব। ফটুৱৈ চোলাৰ জেপৰপৰা সোদামিনীয়ে লিখি পঠিউৱা সেই গোপনতম দুৰ্বলতাৰ ইতিহাস উলিয়াই আনি মুকুন্দ মুখাৰ্জিয়ে বাৰান্দাৰ মজিয়াৰ ওপৰত মেলি ধৰিলে। আৰু সত্যাই মুহূৰ্ততে চিনি পালে, হাতৰ আখৰ তাইৰ ডাঙৰ ল'ৰাৰ। অৰ্থাৎ সোদামিনীয়ে তুড়ুৰ দ্বাৰাই লিখোৱালে।

সকলো ঘটনাৰ বুজ ল'বলৈ আৰু বেছি সময় নালাগিল। সকলো দিনৰ পোহৰৰ দৰে ফটফটীয়া হৈ পৰিল। কেৱল নিজৰ ল'বাহঁতৰ এই দুৰ্বোধ্য আচৰণৰ কোনো ব্যাখ্যা কৰিব নোৱাৰিলে। সত্যৱতীক বিন্দুবিসৰ্গ নোকোৱা-নেমেলাকৈ ইমানবোৰ কাণ্ড কৰাৰ সাহস সিহঁতে পালে ক'ৰপৰা?

বাৰান্দাৰ মজিয়াত পৰি থকা চিঠিখনৰ পাঠোদ্ধাৰ হৈ গ'ল, কিয়নো আখৰবোৰৰ মাত্ৰা, চুক-কোণ সকলো সত্যৱতীৰ মুখস্থ।

নহয়, প্ৰেমপত্ৰ নহয়, ভাতিজাকৰ হতুৱাই লিখোৱাত আপত্তিকৰ একো নাই।

সোদামিনীয়ে লিখিছে:

পৰম পূজনীয় শ্ৰীচৰণকমলেষু—

বহুকাল ধৰি আপোনাৰ সম্বাদাদি একো নাজানো, আপুনিও সম্বাদ নলয় যে অধীনা জীৱিত নে মৃত। মোৰ কথা থাকক বাৰু, আপোনাৰ সম্বাদ পাবলৈ মন যায়। মোৰ ভাতৃ নৱকুমাৰ কলিকতাত বহা' লৈ থাকে, তেওঁৰ সৈতে আপোনাৰ সাক্ষাৎ হ'লে কুশলবাৰ্তা জানিব পাৰিলোঁহেঁতেন। এওঁলোক দুজন নৱকুমাৰৰ পুত্ৰ সাধনকুমাৰ আৰু সৰলকুমাৰ। পত্ৰদানৰ ধৃষ্টতা মাৰ্জনা কৰিব।

অধিক কি লিখিব। ঈশ্বৰৰ ওপৰত আপোনাৰ কুশল প্ৰাৰ্থনা কৰিছোঁ।

শতকোটি প্ৰণামান্তে
চৰণৰ দাসী
শ্ৰীমতী সোদামিনী দেৱী

পত্ৰখন পঢ়ি সত্যব্ৰতী যেন স্তব্ধ হৈ পৰিল। এই সৌদামিনী দেৱী কোনজনী সৌদামিনী? সিহঁতৰ সেই সদৰা'য়েইনে? সেই সদৰা'ই সদায় এই মানুহজনৰ মংগল কামনা কৰি ভগৱানলৈ প্ৰাৰ্থনা কৰে? এই চুটি-চাপৰ গাঠলু আদহীয়া মানুহজনলৈ?

ইও সম্ভৱনে বাৰু?

সৌদামিনী যে বিধবা নহয়, কেৱল খোৱাৰ পৰতেহে সেইকথা বুজা গৈছিল। তাই মামীযেকৰ সৈতে, ভাই-বোৱাৰীৰ সৈতে, মাছ লৈ ভাত খাবলৈ বহিছিল। ইমানেই।

তাৰ বাহিৰে আৰু সদুৰ স্বামী থকা বুলি কোনোদিনে কোনো সময়তে গম পোৱা নগৈছিল। আচৰিত। আচৰিতেই। মানুহ যে কেনে অদ্ভুত প্ৰাণী। কেৱল মনত ৰখাই নহয়, স্বামীৰ খবৰ বিচাৰি তাই উতল-পাতলো হয়। ইমানেই উতলা হয় যে মান-মৰ্য্যাদা বিসৰ্জন দি 'চৰণৰ দাসী' বুলি চহী কৰি চিঠি পঠায়।

কি যে দীনতা! কিমান যে দুৰ্বলতা!

গাভৰুকালত চিৰদিন স্থিৰ হৈ থাকিল, এতিয়া এই ভাটি-বয়সত অস্থিৰ হৈ মান-অপমান জ্ঞান হেৰুৱালে। সৌদামিনীৰ এই পদস্খলনে সত্যব্ৰতীৰ মুৰটোকহে যেন ধুলিত বগৰাই পেলালে।

পদস্খলন!

ওঁ, পদস্খলন বুলিয়েই বোধ হ'ল সত্যব্ৰতীৰ। আৰু অকস্মাৎ—তাইৰ ক্ষেত্ৰত নোহোৱা কাণ্ড এটা হ'ল—তাইৰ চকু চলচলীয়া হৈ উঠিল।

তথাপি বহু কষ্টেৰে নজক চণ্ডালি ওৰণিখন আৰু অলপ টানি লৈ সতাই ননন্দ-জোঁৱাইৰ ভৰিৰ ধূলি লৈ শান্ত কণ্ঠেৰে ক'লে, "বেয়া নাপাব যেন, কাহানিও চিনা-জনা নাই বুলিহে—। বাৰান্দাত উঠি বহক। তেওঁ বজাৰলৈ গ'ল, এতিয়াই আহি পাবহি।"

'তেওঁ' মানে কোন, কাৰ কথা কৈছে, সেই কথাটি বুজাত মুকুন্দ মুখাৰ্জিৰ অসুবিধা নহ'ল। এতিয়াহে তেওঁ খুলশালি-পৰিবাৰৰ আচৰণত সন্তুষ্ট হ'ল আৰু প্ৰণামকাৰিণীক 'থাওক থাওক, হ'ব হ'ব' বুলি কৈ সৌজন্য প্ৰদৰ্শন কৰি গৰ্বিত ভংগীৰে বাৰান্দালৈ উঠি আহি চালপীৰাত লেপেটা কাঢ়ি বহিল।

সত্যব্ৰতীৰ চকুৰ ইংগিতত ল'ৰাহঁতেও নতুনকৈ পোৱা পেহাকক প্ৰণাম কৰিলে আৰু আকৌ চকুৰ ইংগিত মতেই সৰলে পেহাকৰ কাৰণে খোৱা-খোৱাৰ বন্দবস্ত কৰিবলৈ গ'ল। নৱকুমাৰে যদিও ধঁপাত নাখায়, তথাপি ধঁপাত হোকাৰ যা-যোগাৰ ইয়াত আছে অতিথি-অভ্যাগতসকলৰ কাৰণে।

আপ্যায়ন তো কৰিব লাগিব।

পিতৃঋণ মাতৃঋণ দেৱঋণ গুৰুঋণ হ'ল অলক্ষ্য জগতৰ, আৰু সেই ঋণ পৰিশোধৰ কথা তো কথাৰ কথা মাথোন। আচলতে কুটুম্ব-ঋণৰ সমান ঋণ নাই, আৰু তাৰ পৰিশোধ তেনেই বাস্তব কথা। এই মানুহজন কুটুম্ব নামৰ অযোগ্য বুলিযেই সত্যাই সেই অলংঘ্যনীয় দুৰ্লংঘ্য নীতিক লংঘন কৰিবনে?

নোৱাৰে কৰিব। এতিয়া আৰু নোৱাৰে।

এযা সিদিনাৰ সেই কিশোৰী সত্যবতীজনী নহয়, যিজনীয়ে এসময়ত শহুৰেকক অপবিত্ৰ বুলি জ্ঞান কৰি তেওঁৰ পূজাৰ যা-যোগাৰ কৰি দিবলৈ অমান্তি হৈছিল। এতিয়াৰ এই সত্যৱতীৰ বহুখিনি বাস্তৱ বুদ্ধি হৈছে। এতিয়াৰ এই সত্যবতীযে জানে, কেতবোৰ বিষয়ত মনৰ সৈতে আপোচ কৰিব নোৱাৰিলেও বাহ্যিকভাৱে অলপ ৰফা কৰিব লাগে। নহ'লে অসামাজিকতা, অভদ্ৰতা ইত্যাদিৰ জগৰ লাগে। সংসাৰ যেতিয়া কৰিব লাগিব, সামাজিকতাৰ দাযিত্বও বহন কৰিবই লাগিব।

সেয়েহে এটা নিশাহ পেলাই পাগঘৰত সোমাই তাই আখাত তুলি দিযা চৰুটো নমাই থ'লে। তাৰ পাছত হাত বাউল দি সাধনক মাতি তাৰ হাতত ৰচগোল্লা আনিবলৈ পইচা দি দুৱাৰৰ কাষতে আঁহি বহিলহি তাই। তাৰপৰা পোনে পোনে নহ'লেও ননন্দ-জোঁৱাইক দেখা পোৱা যাব।

নৱকুমাৰ উভতি নহালৈকে তাই এই বন্ধন-যন্ত্ৰণা সহ্য কৰিবই লাগিব।

হোঁকাত দীঘলকৈ হোপা এটা মাৰি মুকুন্দ মুখাৰ্জিয়ে গহীন মাতেৰে সুধিলে, "বহা লৈ কলিকতাত থকা কিমান দিন হ'ল?"

সত্যাই সৰুকৈ ক'লে, "বহু দিন। সাত-আঠ বছৰমান হ'ল।"

"কি কোৱা! তেতিয়া তুমি ক'বলৈ গ'লে পাত-গাভৰুজনীহে আছিলা! পিছে বুঢ়া-বুঢ়ীয়ে মত দিলে যে বৰ! নে তেওঁলোক ঢুকাল।"

মুখৰ আগত দুৱাৰ বন্ধ কৰি নিমাতে বহি থাকিবলৈ মন গ'ল সত্যাৰ। কিন্তু নোৱাৰিলে। ঠুক-ভাওৰে ক'লে, "আছে, জীয়ায়ে আছে। মত নিদিলে হ'বনে? ল'ৰাহঁতৰ লিখা-পঢ়া—"

"হয় হয়, ঠিকেই। আজিৰ দিনত তো আৰু পাঠশালাৰ বিদ্যাৰে কোনো কাম নহ'ব। পিছে মাত্ৰ সেই দুটিয়েই নেকি? আৰু ল'ছালী দেখা নাই দেখোন।"

এই কথাৰ সত্যাইনো কি উত্তৰ দিব? তাই মনে মনে থাকিল। 'আৰু নহ'ল'—এইবুলি ক'বলৈকো ক'ৰবাত যেন কাঁইটে বিন্ধা দি বিন্ধে। নেদেখা সেই কাঁইটডালে যেন এক নিভৃত অন্ধকাৰৰ মাজত মূৰ্ত্তি ধাৰণ কৰিছে।

কিন্তু মুকুন্দও আঁকোৰগোজ, আকৌ সুধিলে, "দেউতাকৰ সৈতে ওলাই গ'ল নেকি ?"

এই প্ৰশ্নৰ উত্তৰ সৰলেই দিলে, "আমি কেৱল দুজন—"

মুকুন্দই যে এই কথাৰ মাজত কি "ভাল'টো আৱিষ্কাৰ কৰিলে তেওঁহে জানে, তেওঁ ক'লে, "ভাল, ভাল। আপদৰ শান্তি। বেঁছ মাই-লেঠীয়াটো হৈ ইচ্ছামতে ঘূৰি ফুৰিব পাৰি। এতিয়া তীৰ্থ কৰা, ধৰ্ম কৰা, গেবাৰি থাটি ঘৰ-সংসাৰ চলোৱা, সংসাৰ কৰা, কোনো লেঠা নাই। উস্, মোৰ ঘৰৰ ল'ৰা-ছোৱালীমখালৈ চালে মোৰ মূৰ ঘূৰাই যোৱা যেন লাগে। মানুহৰ পোৱালি তো নহয়, যেন হাঁহ-কুকুৰাৰ জাক।"

এইবাৰ সত্য আৰু বিৰক্ত হ'বলৈকো পাহৰি যোৱা যেন হ'ল, তাই ভধা লাগি চাই থাকিল। মতা মানুহে যে এনে ধৰণৰ কথা ক'ব পাৰে, এই ধাৰণা তাইৰ নাছিল। তাইৰ নিজৰ গাঁৱত বহুতকে দেখিছিল, মাইকীমুৱা মতা মানুহো দেখা পাইছিল, দেখিছিল নীলাম্বৰক, নৱকুমাৰক, সত্যৰ আদৰ্শ অনুযায়ী 'পুৰুষ মতা মানুহ'ৰ ৰূপ ক'তো দেখা পোৱা নাছিল সত্যই। কিন্তু এয়া নো কি।

গাঁৱৰ গ্ৰাম্যতাৰ মাজতো এক ধৰণৰ শোভন সভ্যতা আছে, এই চহৰীয়া গাঁৱলীয়া ভূতটো এক কথাত অতি কুৎসিত প্ৰকৃতিৰ।

অথচ মানুহটো যে এসময়ত 'সুপুৰুষ' বুলিযেই গণ্য হৈছিল, সেই কথা দেখিলেই বুজিব পাৰি। অলপ চুটি-চাপৰ, কিন্তু গাৰ বৰণ পকা থেকেৰা যেন, মুখাকৃতিও ধুনীয়া, কেঁচাই-পকাই মিহলি চুলিকোচাও সযত্ন-বিন্যস্ত, আৰু সৰ্বাংগত এটা টপতৈযাৰ ভাব পৰিস্ফুট।

হাঁহ-কুকুৰাৰ জাকৰ সংসাৰ হ'লেও মানুহজনে যে নিজে বৰ আয়মেৰে থাকে, সেই কথাত সন্দেহ নাই। সদুবা'ৰ সতিনীয়েকৰ সত্যই মনে মনে ব্যংগাত্মক ভাবে শলাগ ল'লে।

অলপপৰলৈ সকলো নিমাত।

মুকুন্দই ধঁপাত হুপিছে, সত্যই উৎকণ্ঠিত দৃষ্টিৰে বাহিৰলৈ চাই আছে, আৰু বেচাৰা সৰলে যেন উদ্যত বজ্ৰৰ তলত থৰ লাগি থিয় হৈ বৈ আছে। এই মানুহজন গুচি যোৱাৰ পাছত সিহঁতৰ বিচাৰ যে হ'বই, সেই বিষয়ে কোনো সন্দেহ নাই।

প্ৰতীক্ষাৰ মুহূৰ্ত দীৰ্ঘ। নৱকুমাৰ বজাৰলৈ যোৱা যে কিমান সময় হৈ গ'ল! ভাবিলে সত্যই। আৰু তুড়ুটোৱেও বৰ দেৰী কৰিছে। মিঠাইৱলাৰ দোকানো দেখোন এবিত্তৰ বাট।

নীৰৱতা ভংগ কৰিলে মুকুন্দই।

তেওঁ ক'লে, "পিছে—তোমাৰ ননন্দেকেই বোধকৰো মামাৰ মামীয়েৰাৰ সেৱা কৰি আছে ?"

তেওঁৰ কথাৰ ধৰণত যেন প্ৰচ্ছন্ন অসন্তোষ।

সত্যাই লাহেকৈ ক'লে, "কেৱল তেওঁহে তেওঁলোকৰ ওচৰত থাকে।"

"লাগিব তো, থাকিবই লাগিব, পো পো-বোৱাৰীৰ যেতিয়া পাখি গজিছে থাকিবই লাগিব। কিন্তু সংসাৰত স্বামীৰ প্ৰতিও তো কৰ্তব্য বোলা কথা এটা আছে। এয়া—মোৰ ঘৰখনৰ কথাকে কওঁ, সংসাৰখন এজনী 'মানুহ'ৰ অবিহনে ফুটানাবৰ দৰে হৈ পৰিছে। মোৰ দ্বিতীয়জনী হ'ল ঘন-আনজৰ, ল'ৰা-লুৰিবোৰৰ একেবাৰে লেলোৱা-ধেন্দোৱা অবস্থা। মোৰ হ'ল সেই যে—কথাতে বোলে—ঘন-আনজৰ ছোৱালী নানিয়াঁ, বছৰি একোটা পায়। এতিয়া প্ৰথমজনীয়ে আহি সংসাৰখনৰ ভাৰ ল'লেহে সকলো ৰক্ষা পৰে, আৰু তাইৰো—'

বোধকৰোঁ অসহ্য বিস্ময়ৰ কোবত স্তব্ধ হোৱা বাবেই সত্যাই এই মানুহ-জনক ইমানবোৰ কথা ক'বলৈ দিছিল। কিন্তু তাইৰ স্তব্ধতাৰ ওৰ পৰিল। আৰু এই মানুহজন যে আগন্তুক, আৰু হিচাপ মতে গুৰুজন, সেইকথা সমূলি পাহৰি গৈ মৃদু অথচ তীব্ৰ কণ্ঠেৰে সত্যাই ক'লে, 'অৱশ্যে আপোনাৰ সংসাৰ ৰক্ষা পৰিব, বিনা দৰমহাৰে ৰান্ধনী-চাকৰণী ঘৰণী সকলো পাব। কিন্তু তেওঁৰনো কি উপকাৰ হ'ব কওকচোন?"

মুকুন্দ মুখাৰ্জিৰ এখন্তেকৰ বাবে ঠোঁটা-মোজা লাগিল, কিয়নো এনে ধৰণৰ তীব্ৰতাৰ মুখামুখি হ'ব লাগিব বুলি তেওঁ কল্পনাও কৰা নাছিল। কিন্তু সেই বুলি আত্মস্থ হ'বলৈ বেছি পৰ নালাগিল—তেবোঁ সাত কালৰ চেং, পোনে-গুছিয়ে ডুব মাৰিব জানে। তেওঁ আত্মস্থ হৈ, মুখত মৃদু হাঁহি বিৰিঙাই ক'লে, "মোৰ খুলশালিৰ পৰিবাৰৰ ভাগ্যখন দেখিছোঁ বেছ ভালেই। এনেয়ে ৰূপহী, তাতে বিদুষী, নাটক-নভেল পঢ়াৰ অভ্যাস আছে চাগে'? যেই কি নহওক, সুধিলাই যেতিয়া কওঁ, উপকাৰ যদি নহয়ো, পৰকালৰ কাম নহ'ব জানো? মোমায়েকৰ ঘৰত চাকৰণী খটাতকৈ স্বামীৰ ঘৰত গেবাৰি খটাটো একো অপমানৰ কাম নহয়।"

সত্য বহাৰপৰা উঠি থিয় হ'ল, ধীৰ কণ্ঠেৰে ক'বলৈ চেষ্টা কৰি ক'লে, "তিৰোতামানুহৰ কোনটো মানৰ আৰু কোনটো অপমানৰ সেই জ্ঞান-বুদ্ধি থকা হ'লে এই কথা ক'ব নোৱাৰিলেহেঁতেন। পিছে ননন্দীয়ে যে আপোনাক এৰা নাছিল, আপুনিয়েই যে এৰিছিল, সেই কথাটো মই জানো। এতিয়া সংসাৰত চাকৰণীৰ দৰকাৰ হৈছে বুলিহে খেৰ-শনীজনীকো দৰকাৰ হৈছে, আৰু তেওঁৰ পৰকালৰ চিন্তাত মূৰ ঘমাইছে। আৰু—"

যিমানেই ধীৰভাৱে ক'বলৈ চেষ্টা নকৰক তথাপি, উত্তেজনাত সত্যৰ মুখখন ৰঙা পৰিল। আৰু এই উত্তেজনা এই নিধক বৰ্বৰটোৰ নিৰ্লজ্জতাৰ বাবেই নহয়, সদুৰ নিৰ্লজ্জতাৰ বাবেও। এই ভাৱৰ ধুলি মানুহটোক এইবোৰ কথাৰ মালিহা মৰাৰ সুযোগ সদুৱেই দিলে।

মুকুন্দ মুখাৰ্জিয়ে এই কথাৰ উত্তৰত কি ক'লহেঁতেন, নাইবা সত্যই কেনেদৰে কথা শেষ কৰিলেহেঁতেন সেই কথা ক'ব নোৱাৰি। বাধা পৰিল পিতা-পুত্ৰৰ আগমনত। সাধন আহিল ৰসগোল্লা লৈ, লগে লগে নৰকুমাৰ। বাটত দেউতাকৰ সৈতে দেখাদেখি হোৱাত সাধনে সকলো সংবাদ নৰকুমাৰক জনালে। দেউতাকক দেখা পাই আপাততঃ সি ৰক্ষা পৰা যেন পালে, পোনেই মাকৰ মুখামুখি হোৱাত অলপ দেৰি হ'বই।

নৰকুমাৰে অৱশ্যে গুৰুজন আৰু দুৰ্লভ কুটুম্বৰ সম্মান ৰক্ষা কৰিব জানে। খৰধৰকৈ হাতত থকা বয়-বস্তুখিনি নমাই থৈ মুৰ দোৱাই ভৰিৰ ধূলি লৈ ক'লে, "কি ভাগ্য মোৰ, ইমান দিনৰ মূৰত পদধূলি দিলেহি আমাৰ ইযাত। কেতিয়া আহিল?"

তিমানতে সত্য ৰসগোল্লাৰ পাত্ৰটো লৈ ঘৰত সোমালেই। মুকুন্দই ভিতৰত শুনিব পৰাকৈ গলগলীয়া মাতেৰে ক'লে, "অহা ভালেমান পুৰাই হ'ল। ইমান সময় ধৰি তোমাৰ বিদ্যাৱতী ভাৰ্য্যাৰ লেকচাৰ শুনি আছিলোঁ। কলিকতাৰে ছোৱালী হ'ব পায়? মেমৰ ওচৰত লিখা-পঢ়া শিকা, নহয়— ?"

নৰকুমাৰ লাজতে তলমূৰ হ'ল, মুখখন ৰঙা-ছিঙা পৰিল। আৰু সত্যৰ প্ৰতি অপৰিসীম খঙত জ্বলিম যেন হৈ হতবাক হ'ল।

স্পৰ্দ্ধাৰ এটা সীমা থাকিব নালাগেনে? মুখখন আছে বুলিয়েই ইচ্ছামতে বেলবেলাই থাকিবনে? ইমান ডাঙৰ বয়সস্থ বুঢ়া ননন্দ-জোঁৱাই, তাতে আকৌ কোনোদিনে নেদেখা, একেবাৰে অচিনাকি, তেওঁৰ সৈতে মাত-বোলকে কৰিব নালাগে, ওৰণি লৈ ঘৰত সোমাইহে থাকিব লাগে, তেনেস্থলত এওঁক মুখেৰে এনেকৈ কথা শুনাইছে যে এতিয়া নৰকুমাৰেহে এওঁৰ উপহাসৰ জোতাৰ কোবটো খাবলগাত পৰিল। ছি ছিঃ।

কিন্তু এতিয়া মনৰ খং মনতে মাৰ নিয়াব লাগিব, কিল খায়া ভালৰি বোলাব লাগিব। গতিকে স্ত্ৰোতাৰ কোবটোক ভিনিহীয়েকৰ ৰসিকতা বুলি ধৰি লৈ নৰকুমাৰে হেঁ হেঁকৈ হাঁহিলে।

নৰকুমাৰে তেনেকৈয়েই হাঁহি থাকিল আৰু এসময়ত সত্যই নিঃশব্দে ৰসগোল্লাৰ কাঁহীখন আৰু পানী এগিলাছ থৈ বজাৰৰপৰা অনা বয়বস্তুখিনি লৈ যেতিয়া পুনৰ ভিতৰলৈ সোমাই গ'ল, তেতিয়া ভিনহীয়েকে যেতিয়া নিজেই ৰসগোল্লাৰ কাহীখন হাতত লৈ ইতিকিঙৰ সুৰতে ক'লে, "অসভ্যৰ সদজ্ঞান, গৰুচোৰৰ গংগাস্নান। জোতা মৰাৰ পাছত গৰু দান। খি হওক —বেয়া নহয় তেওঁ। বামুণে মুচিয়াৰৰ ঘৰলৈকো লুচি খাবলৈ লৰ ধৰে —"

তেতিয়াও নৰকুমাৰে সেই হেঁ হেঁ হাঁহিৰ নিজৰা বোৱায়। ৰঙৰ মাত্ৰাটো আৰু অলপ বঢ়াইহে দিয়ে।

গতিকে সত্য আৰু ভিতৰৰপৰা নোলোৱা হ'ল।

ল'ৰা দুটাই খুপি খুপি ভিতৰলৈ গৈ কিতাপ লৈ লিখা-পঢ়াত মন দিলে। মুকুন্দই নবকুমাৰৰ সৈতে বহুতো পৰলৈকে কথা পাতি থাকিল।

*সুহাসিনী ঘৰত নাই, দেওবাৰে দেওবাৰে তাই চুবুৰিৰে এঘৰ চহকী মানুহৰ পৰিবাৰৰ ওচৰলৈ যায় লেছ গোঁঠা শিকিবলৈ। মানুহ গৰাকীৰ* ল'ৰা-ছোৱালী নাই, ঘৰত ভালেমান চাকৰ-চাকৰণী, দেওবাৰে দেওবাৰে ৰাতিপুৱাতে গিৰিয়েক গুচি যায তাছৰ আড্ডালৈ, গতিকে দেওবাৰটোত তো হয়েই, আন দিনবোৰতো এওঁৰ অফুৰন্ত অবকাশ।

সুহাসিনীয়ে স্কুললৈ যাওঁতে মানুহ গৰাকীয়ে খিৰিকীযেদি মাত লগাই নিজেই চা-চিনাকি হৈছিল সুহাসৰ লগত।

'এই মানুহজন ইয়াত থকালৈকে সুহাস নুঘূৰিলেই ৰক্ষা'—ৰান্ধি থাকোঁতে সত্যই ভাবিলে। তাই উভতি অহাৰ পাছত এই মানুহজনৰ চকুৰ আগেদিয়েইহে আহিব লাগিব। অ ত অসৎ প্ৰকৃতিৰ মানুহজন। সুহাসক দেখা পালেই নিশ্চয় বুৰিয়ে বুৰিয়ে কৈফিয়ৎ বিচাৰিব।

মানুহনো কিয় ইমান অসভ্য হয!

সত্য লাহে লাহে অন্য ভাব-চিন্তাৰ জালত মেৰ খালে। মানুহ কেৱল অসভ্যয়েই হয়নে? লম্পটো হয নেকি? নহ'লেনো সদুৱে এই সিযনিত পোৱাটোকে এতিয়াও স্বামীজ্ঞান কৰেনে? নৱকুমাৰৰপৰা ইতিহাস শুনিছিলেই তাই। নিৰ্য্যাতন সহিব নোৱাৰিহে সদু গুচি গৈছিল, তাৰ পাছত সেই নিৰ্য্যাতকে যে স্বামীৰ ঘৰত সতিনী হুল পুতিছিল, সেই খবৰো জানে তাই। তেনেহ'লে? ইমানবোৰ কথা-কাণ্ডৰ পাছতো সৌদামিনীয়ে চিৰদিন মনে মনে এই চেলেপুটোৰ চৰণৰ দাসী হৈ আছিলনে? নে এযা এক নিয়মৰক্ষাৰ ছল-ছন্দ?—সদুৱে কিজানি তাইৰ মামীয়েকৰ নিৰ্য্যাতনত সাময়িকভাবে বৈৰ্য্যচ্যুত হৈ এই কামকৰিৰ পেলালে!

কিন্তু কথা সিমানেইহে?

এয়া দেখোন বেছ আচাঁনি কৰিযেই কৰা হৈছে যেন লাগিছে। হঠাৎ খণ্ডতে মতলীয়া হৈ কৰা কাম নহয়। চুবুৰিৰ কোনো ল'ৰাৰ স্বাৰা লিখোৱালে সদাৰি হৈ পৰাৰ ভয়তে ইমান দিন ধৰি কৰিবৰ পৰা নাছিল কিজানি। এতিয়া নিজৰ ভতিজাকহঁতৰ হতুৱাই—

কথাটো যে সিহঁতক ক'বলৈ মানা কৰিছিল সেই বিষয়ে সন্দেহ নাই। এই কাৰণেও সদুৰ ওপৰত সত্যৰ খং উঠিল। পেহীয়েকজনী হৈ লুক-চাক কৰাৰ বিদ্যা শিকাই দিলা তুমি!

এতিয়া সত্যই সিহঁত দুটাক ককৰ্থনা কৰিবনে নকৰে?

ককৰ্থনা কথাটো ঠিক হ'বনে ?

পেহীয়েকো ডাঙৰ। ডাঙৰৰ ওচৰত কথা দিছিল সিহঁতে। 'দৰিদ্ৰতা' যে মানুহৰ জীৱনৰ সাৰমৰ্ম সেই কথা সত্যয়েই ল'ৰাহঁতক শিকাইছিল।

কিন্তু যিমানেই নিশিকোৱা লাগিলে, অতুলো সাইলাখ তাৰ বাপেকীটোৰ দৰে। পিছে নৱকুমাৰ অজলা হৈও মুখচোকা, ই তেনেকুৱা নহয়। ল'ৰাটো ভাল। কিন্তু অকল 'ভাল'টো হ'লেই হ'বনে? সেই 'ভাল'টো বাদ দি যিটো হয়, সত্যক সেইটোহে লাগে।

সৰল কিজানি বেলেগ ধৰণৰ হ'ব। কিন্তু কেনেকুৱানো ?

সত্যৱতীৰ মনত 'মানুহ' হোৱাৰ যি যোগ্যতাৰ মাপকাঠি গঢ় লৈ উঠিছে, তাৰ ওচৰে-কাষৰেও পাবনেগৈ ?

ওহোঁ, সত্যই সিমান আশা কৰা নাই। লিখা-পঢ়া শিকিব, আয়-উপাৰ্জন কৰিব, দহো ৰাইজে 'ভাল' বুলি ক'ব—ইমানলৈকে। তাতকৈ বেছি নহয়। সত্যই সেই কথা বুজিছে। তাতকৈ বেছি কিবা হোৱাহেঁতেন, ইমান দিনৰ ভিতৰত তাৰ পোহৰ দেখা পালেহেঁতেন সেই উজ্জ্বলতাই চকুত চাট মাৰি ধৰিলেহেঁতেন।

বৰঞ্চ সত্যই সুহাসিনীৰ মাজতহে বস্তু থকা দেখা পাইছে। তাইৰ মাজতে পোহৰৰ ঔজ্জ্বল্য দেদীপ্যমান, যিজনী সুহাসে কৈশোৰকাললৈকে এক জঘন্য পৰিবেশ পৰিস্থিতিৰ মাজত দিন কটাইছিল। যিজনীৰ জীৱনৰ বুনিয়াদ মাথোন শূন্যতাৰে ভৰা আছিল।—

সেইবাবেই কিজানি।

পোহৰ আৰু অন্ধকাৰৰ পাৰ্থক্য সত্যৰ মনত প্ৰকট হৈ ধৰা দিলে। ল'ৰাহঁতৰ মাজত সেই তীব্ৰতা নাই। সেয়েহে ইহঁত অনুজ্জ্বল। বয়স চৈধ্য-পোন্ধৰ বছৰ হ'ল। সিহঁতে নিজৰ সম্পৰ্কে একো ভাবেনে নাজানে, ভাবিবলৈ শিকিছে নে শিকা নাই, তাকো বুজিব পৰা নাই। বুজিব পৰা নাই—ভাল-বেয়াৰ বিচাৰ কৰিব পাৰেনে নোৱাৰে সিহঁতে।

আচৰিত !

সত্যৱতীৰ মনৰ গঠনে সত্যৱতীৰ গৰ্ভৰ গঠনৰ কাষেই চাপিব নোৱাৰিলে।

ঈশ্বৰেহে ক'ব পাৰিব, এই সুদীৰ্ঘকালৰ পাছত সত্যৱতীৰ সত্তাৰ মাজত আকৌ কি ভাব-চিন্তাই ঠন ধৰি উঠিছে। প্ৰথমৰ ফালে সত্যৰ মনে বিপদৰ আশংকাতহে আকুল হৈ উঠিছিল, ঘটনাটোক বিপদজনক বুলিয়েই ভাবিছিল তাই। ক্ৰমাত মনটো কুমলি আহিছে। আনকি এই কথাও ভাবিছে যে অলপ পাখি সৰাল দিলেও বেয়া নহ'ব কিজানি, এজনী জোৱালী আহেই যদি আহক।

আজি অকস্মাৎ সত্যব্ৰতীৰ ধাৰণা হ'ল, যদি এইবাৰ ছোৱালী-সন্তানেই ওপজে, তাই যে তাইৰ আইতাকৰ আকৃতি আৰু প্ৰকৃতি লৈ অৱতীৰ্ণ নহ'ব সেই কথা কোনে ক'ব পাৰে ?

হয়তো সেয়ে হ'ব।

সত্যব্ৰতীৰ একাগ্ৰ ইচ্ছাৰ নিৰন্তৰ তপস্যা কোনো কামতে নাহিব। তিৰোতা-মানুহৰ এয়া এক অদ্ভুত নিৰুপায়তা! নিজৰ তেজ মঙহ মন বুদ্ধি আত্মা সকলো উজাৰ কৰি দি যাক গঢ়িছোঁ, সেই সন্তান যে কি হ'ব জনা নাযায়!

নিশাহ এৰি ভাবিলে তাই, শুনিছিলোঁ নৰাণাং মাতুলক্ৰমঃ। কিন্তু মাতুল যদি নাথাকে ? ককাকৰ আত্মজহে মাতুল। তেন্তে ? ককাকৰ কথা শাস্ত্ৰত লিখা নাই।

বাহিৰত সেই কৰ্কশ কণ্ঠস্বৰ শুনা গ'ল, "ক'লৈনো গ'লাহে ঘৰৰ লখিমী, ইমানবোৰ লেকচাৰ-টেকচাৰ মাৰি হঠাৎ একেবাৰে তাপ মাৰিলা যে ? অধমে এতিয়া বিদায়হে লয় তেন্তে। মাজে মাজে আহিবলৈ অনুমতি দিয়া হ'বনে ?"

সত্য ভিতৰৰপৰা ওলাই আহি মুৰ দোঁৱাই প্ৰণাম কৰি শান্ত কণ্ঠেৰে ক'লে, "আহিব, নাহিব কেলেই ? নিশ্চয় আহিব।"

কিন্তু এই বিনম্ৰ বচনেৰেও কোনো কাম নিসিজিল।

মুকুন্দ ওলাই যোৱাৰ লগে লগেই নবকুমাৰে উপাক পাক দি ধৰিলে।

"বোলোঁ—তোমাৰ কথা-কান্ডনো কি ? মুখাৰ্জি ডাঙৰীয়াক কি বাৰেভচহু কথাবোৰ ক'লা তুমি ?"

সত্যাই বিৰক্ত হৈ ক'লে, "কিনো বাৰেভচহু কথা ক'লোঁ।"

"বাৰেভচহু নহয়নো কি ? তেওঁ তো উপযাচি আমাৰ ইয়ালৈ অহা নাছিল। বাইদেৱে খবৰ লৈছিল বাবেহে—"

সত্যাই নৱকুমাৰৰ মুখৰ ওপৰতে ক'লে, "সেই কথাতহে মোৰ চিপজৰী লোৱাৰ মন গৈছিল।"

"তাৰ মানে ?"

"খাই-বই নিচিন্ত হৈ মানেবোৰ ভাবি থাকিবা। এতিয়া গা ধুই আহাঁগৈ যোৱা।"

"থাম বাবু। পিছে—বাইদেৱেনো কি জগৰ লগালে ? স্বামী নহয় জানো ?"

"স্বামী তো হয়েই।"

"তেন্তে ?" নৱকুমাৰে উৎসাহৰে সৈতে ক'লে, "মুখাৰ্জি মহাশয়ে কি

ক'লে, তাৰপৰা তেওঁৰ দুখ বুজিলো। আন বিয়েই নহওক, মানুহজন পেটে কপটীয়া স্বভাৱৰ নহয়। ক'লে যে এসময়ত ঢেৰ দোষ-ত্ৰুটি কৰিছিল, কুসংগত পৰি নিচা-ভাং আদি কুকৰ্ম সকলো কৰিছিল, সতী-সাধ্বীক গঞ্জনা-যন্ত্ৰণাও দিছিল। কিন্তু পাছত চেতনা হৈছিল।"

সত্যাই নিৰীহ কণ্ঠেৰে ক'লে, "হৈছিল নেকি!"

"হৈছিল তো! এতিয়া আৰু ধৰ্মপাত ছিলিমৰ বাহিৰে কোনো নিচাই নাই। কৈছিল, 'পাছত ক্ষমা খুজিবলৈ মোৰ কিমান যে ইচ্ছা হৈছিল, মোমাইদেউৰ ভৰিত ধৰি ক্ষমা খুজি ওভোতাই আনিম বুলি কিমান বাৰ ভাবিছিলো, কিন্তু লাজতে যাবই নোৱাৰিলো। এতিয়া তোমাৰ কিবোলে—বাইদেউৰাৰেই যেতিয়া আগবাঢ়ি আহিল'—"

"ভালেই তো, সুখৰ কথা। বাইদেউক কলিকতালৈ আনি আৰু' নতুনকৈ যোৰা পাতি নিদিয়া কেলে'? দুই সতিনীয়ে মিলি সুখে-সন্তোষে সংসাৰ কৰি থাককহি—" ইমানলৈকে কৈয়েই কুটিল হাঁহি এটা মাৰি সত্যাই ফালৰি কাটিব খুজিছিল, কিন্তু মুহূৰ্ততে এটা বিপৰ্যয় ঘটিল।

নৱকুমাৰে বোধকৰো একো নভবা-নিচিন্তাকৈয়েই অলপমান আগতে শুনা এষাৰ কথা হুবহু দাঙি ধৰিলে, "পিছে সেই সতিনীৰ আৰু বেছিদিন নাই। শুনিলো এতিয়াৰজনীক বোলে সূতিকা ৰোগত ধৰিছে। —তেন্তে? সেই ডেৰনি-পোৰণি আৰুনো কেইদিন?"

মুহূৰ্ততে যেন এটি বোমা বিস্ফোৰণ হ'ল। সত্যৱতীয়ে উন্মাদৰ দৰে নিজৰ কপালতে চৰা-চাপৰ মাৰি চিঞৰি উঠিল, "তুমি মনে মনে থাকিবানে? দয়া কৰি এইবোৰ বন্ধ কৰিবানে? যদি এইবোৰ বলকনি বন্ধ কৰিব নোৱাৰা তেন্তে মোকেই জনমটোৰ বাবে কালৰী কৰি দিয়া।"

ভিতৰি ভিতৰি দুৰ্বল হোৱা দেহাই এই উত্তেজনাৰ ভাৰ ব'ব নোৱাৰি মজিয়াতে বাগৰি পৰিল। ল'ৰা দুজনে চেবেউ-ফেবেউকৈ কান্দি কান্দি পানী আৰু বিচনী আনিবলৈ দৌৰি গ'ল, নৱকুমাৰে ভিতৰৰপৰা গাৰু এটা আনি বাগৰি পৰা সত্যাৰ মূৰটো দাঙি গাৰুটো মূৰৰ তলত গুজি দিলে, আৰু ঠিক এনেতে সুহাসিনী আহি স্তব্ধ হৈ শিলৰ দৰে থিয় হৈ থাকিল।

সুহাস আজি বৰ ৰঙতে বাঙলীজনী হৈ আহিছিল, কিয়নো তাইৰ শিক্ষাগুৰু বোৱাৰীজনীয়ে কৈছিল, "তুমি যদি ৰাজী আছা, মোক লিখা-পঢ়া শিকাবাহি। কেৱল খাই-শুই জীৱনটো বিতুষ্ণা লাগি গৈছে। তোমাৰ দৰে কিতাপ পঢ়িব পৰাহেঁতেনো দিনটো পঢ়ি-মেলি কটাব পাৰিলোহেঁতেন। পিছে এই জীৱনত ইস্কুললৈ যোৱা আৰু নহ'বই। গতিকে তুমি যদি—"

মাহেকত আঠ টকাকৈ দিব বুলি কৈছিল। সুহাসে অৱশ্যে টকাৰ কথাত



আপত্তি কৰিছিল, কৈছিল, "টকানো কেলেই লাগিছে আকৌ ? তুমি মোক এটা বিদ্যা শিকাইছা, ময়ো তাৰ সলনি তোমাক—"

কিন্তু বোৱাৰীজনীয়ে হাত দুখনত ধৰি কাকুতি-মিনতি কৰিছিল। কৈছিল, "মোৰ চখৰ বাবে টকা খৰচ কৰিবলৈ মোৰ তেওঁ সদায় সম্মত। এদিন থিয়েটাৰলৈ গ'লেও পঁচিছ ত্ৰিছ টকা খৰচ কৰে। ইও মোৰ এটা চখ বুলিয়েই ধৰা। গুৰুক দক্ষিণা নিদিলে বিদ্যা হ'ব জানো ?"

সুহাসে ৰঙতে ৰাঙলী হৈ সত্যাক ক'ব বুলি আহিছিল, "চোৱা পেহী, ধনী হ'লেই বেয়া নহয়। তেওঁলোকৰ মাজতো মহৎ মানুহ আছে—" কিন্তু ঘৰ পায়েই এই দৃশ্য !

তৎক্ষণাৎ আটাইকেইজনকে আতৰ হ'বলৈ কৈ তাই নিজে সেৱা-শুশ্ৰূষাৰ ভাৰ ল'লে। আৰু তেতিয়াহে প্ৰথমে খবৰটো জানিলে। নৱকুমাৰে আপোন মনে কৰ'লৈ ধৰিলে, "শৰীৰত পদাৰ্থ বোলা বস্তু নায়েই দেখিছোঁ। ল'ৰা-ছোৱালী হোৱাৰ আগতে মাইকীমানুহ মাক-আইতাকৰ ওচৰলৈ যায়, পিছে সেইফালেও আধ্যা। বাবুইপুৰলৈকে পঠাব লাগিব দেখিছোঁ।"

কি কৰোঁ কি নকৰোঁকৈ অলপ সময় পাৰ হ'ল সুহাসৰ। তাৰ পাছত নিজৰ ওপৰতে ধিক্কাৰ উপজিল। ছি ছি, তাই ইমান ডাঙৰজনী হৈও ইমান অবোধ ! একেখন ঘৰতে একেলগে থাকিও একো গম নাপালে। তেনেহ'লেনো ডুডু-খোকাৰ সৈতে তাইৰ প্ৰভেদ কি হ'ল ? পেহীয়েকৰ শৰীৰ-স্বাস্থ্যৰ অৱস্থা যে ইমান বেয়া, তাইহে প্ৰথমে বুজা উচিত আছিল আৰু যত্ন ল'ব লাগিছিল। বুজি নাপালে তাই। সত্যবতীৰ ল'ৰা দুটি ইমান যে ডাঙৰ হৈ আহিছে, এনে ধৰণৰ চিন্তা তাইৰ মুৰতেই সোমোৱা নাছিল। পিছে কেবল লাজেই নহয়, আজি সত্যৰ সেই ভাৱলেশহীন শেঁতা মুখখনলৈ চাই এক অজ্ঞান ভয়তো সুহাসৰ বুকুখন চিৰিংকৈ গ'ল।

সুহাসৰ চাপ্দা-ভাঙা জীৱনত যদি এই আশ্ৰয়ৰ ভেলাও ডুব যায় ! তেতিয়া ? যদি সত্যৰ কিবা এটা ঘটে ?

বহুদিনৰ পাছত ল'ৰা-ছোৱালী হ'লে বিপদ হ'ব পাৰে বুলি শুনিছে তাই। সুহাসৰ বুকুখন কঁপি কঁপি নিথৰ হৈ পৰিল। আৰু আজিহে বোধকৰোঁ প্ৰথম বাৰৰ বাবে তাই উপলব্ধি কৰিলে যে সত্যাক যে তাই কিমান ভাল পায়। মাথোঁ আশ্ৰয়ৰ ভেলা বুলিয়েই নহয়, 'মানুহ'জনী বুলিও সুহাসে সত্যাক প্ৰতি মুহূৰ্তৰ সংস্পৰ্শত প্ৰাণৰ আসনত অধিষ্ঠিত কৰি থৈছে।

মাক-আইতাক কাষত নাই বুলিয়েই সত্যই আদৰ-যত্ন নাপাবনে ? এইবোৰ সেৱা-শুশ্ৰূষা কৰিবলৈ সুহাসৰ বয়স হোৱা নাই জানো ?

## একচল্লিছ

অনুতাপ-দগ্ধ সুহাসৰ দৃঢ়-সংকল্পৰে অৱশ্যে কোনো কাম নহ'ল। কিয়নো, সত্যৱতী এবেলাতকৈ বেছি সময় বিছনাত পৰি নাথাকিল। সুহাসৰ অনুৰোধ-উপৰোধ, আৰু নৱকুমাৰৰ ভৎ'সনাক উপেক্ষা কৰি তাই শোৱাৰ পৰা উঠি বহিল। তাই ক'লে, "চব ঠিক হৈ গ'ল। তোমালোকে তিলকে তালটো নকৰিবাচোন।"

কিন্তু এই আকস্মিক দুৰ্বলতাৰ ঘটনাৰ ফলত সত্যৱতীৰ মনৰ মাজত গভীৰ চিন্তাই দেখা দিলে। সেই চিন্তা তাইৰ স্বামী-পুত্ৰৰ বাবে নহয়, এই অনাথিনী সুহাসিনীৰ বাবেহে। সত্য নিশ্চিন্ত হৈ বহি আছে, কিন্তু সত্যৰ যদি কিবা এটা ঘটে, তাইৰ কি হ'ব ? অৱশ্যে সত্য যে এতিয়াই মৰি থাকিব তেনে নহয়, তথাপি—ক'ব তো নোৱাৰি। বুঢ়ী বয়সতো আকৌ যেতিয়া চেৰাগালি সোমাবলৈ লাগিব, তেতিয়া একেবাৰে ভয় নাই বুলিয়েইবা কেনেকৈ কোৱা যায় ? ল'ৰাহ'তৰ কাৰণে চিন্তা কৰা নাই তাই, সিহঁত ডাঙৰ-দীঘল হৈ উঠিছেই প্ৰায়, নৱকুমাৰৰো মাক-দেউতাক এতিয়াও জীয়াই আছে, কিবা নহয় কিবা এটা ব্যৱস্থা হ'বই। কিন্তু এই সুহাসজনীৰহে নাজল-নাথল অৱস্থা হ'ব। এই কেঁচা সোণ যেন সুহাসজনীকহে এলোকেশীয়ে নিশ্চয় ভাল চকুৰে নাচাব। তদুপৰি, চোৱা-নোচোৱাৰ প্ৰশ্ন নহয়।

কথা আন।

ইমান দিন ধৰি নিশ্চিন্তে বহি থকাৰ বাবে সত্যই নিজকে ধিক্কাৰ দিলে আৰু পাছদিনাই নৱকুমাৰৰ ওচৰত এক বিষম আবেদন পেছ কৰিলে।

সত্য মূৰে ধুৰাই বাগৰি পৰাৰ লগে লগে নৱকুমাৰৰো মূৰ আচন্দ্ৰাই কৰিছিল।

আৰু এই কেইদিন ধৰি বেচেৰাই সত্যৰ সন্তোষ বিধানৰ অৰ্থে অহোপুৰুষাৰ্থ কৰি আছিল।

কিন্তু সত্যৰ আবেদনৰ কথা শুনি তাৰ মূৰ আকৌ আচন্দ্ৰাই কৰিলে।

সি আচৰিত হৈ সুধিলে, "তুমি মাষ্টৰৰ ঘৰলৈ যাবা ? কিয় ? হঠাৎ কিনো দৰকাৰ হ'ল ?"

"আছে দৰকাৰ।"

"কিন্তু নিতাৱে গম পালে মোক শুদ্ধাই এৰিবনে ?"

"শুদাই নেৰিব ?"

সত্তাই বিদ্ৰুপৰ হাঁহি মাৰি ক'লে ঃ

"একেবাৰে দফা-ৰফা কৰি দিবনে ?"

"প্ৰায় সেয়ে কৰিব। আৰু—কিন্তু তোমাৰ দৰকাৰটো কি ?"

"ক'লোঁ নহয়, দৰকাৰ আছে বুলি ?"

নম্ৰতা পাহৰি উগ্ৰ হৈ উঠিল নবকুমাৰ, "সেই বিধৰমীটোৰ সৈতে তোমাৰ কি সকাম আছে শুনোচোন ?"

কৈয়েই অবশ্যে সি ভয়তে থৰ লাগিল। এই কথা শুনি আকৌ সত্য অচেতন হৈ বাগৰি নপৰিলেই ৰক্ষা। কিন্তু নহ'ল, সত্য অজ্ঞান নহ'ল, মাত্ৰ এমিনিটমান নবকুমাৰৰ চকুযুৰিলৈ অপলক দৃষ্টিৰে চাই থাকিল আৰু তাৰ পাছত ক'লে, "এটা পৰামৰ্শ কৰিম।"

"পৰামৰ্শ! ঈ-ই-স! আমৰ গছত ডাব-নাৰিকল তামোলৰ গছত বেল, সাতোটা হাতীযে আলচখন পাতিছে এন্দুৰৰ গাতত মেল! জাতে-গিয়াতে পৰামৰ্শ কৰিবলৈ মানুহ নোলাল, পৰামৰ্শ বিচাৰি যাব লাগিব সেই জাতিভ্ৰষ্ট হৈৰিয়টোৰ ওচৰলৈ।"

সত্য হয়তো খং নকৰিবলৈ দৃঢ়সংকল্পবন্ধ, সেয়েহে তাই স্থিৰ কণ্ঠেৰে ক'লে, "জাতে-গিয়াতে মানুহ পাওঁনো ক'ত? চৰাই-চিৰিকতিৰ সৈতে তো পৰামৰ্শ কৰিব নোৱাৰি। থাওক—তুমি যেতিয়া লৈ যাব নোৱাৰিবাই, যেনেকৈয়ে নহওক মই নিজেই—"

"নিজেই? নিজে নিজেই যাবা?"

"নহ'লেনো কোনে—"

নবকুমাৰে ক্ৰুদ্ধ কণ্ঠেৰে ক'লে, "এইকো দেখিছোঁ বৰ অ'কৰামুৰী! যি ক'ম, কৰিহে এৰিম। ভাল, ইমানেই যদি দৰকাৰ পৰিছে, তেওঁক মাতিয়েই আনিমগৈ গলবস্ত্ৰ হৈ।"

"নালাগে।"

"নালাগে ?"

"নালাগে তো! এদিন তুমি নিজ মুখেৰে ইয়ালৈ আহিবলৈ বাৰণ কৰিছিলা—"

"কৰিছিলোঁ। এতিয়া আকৌ গলবস্ত্ৰ হৈ সেই অপৰাধ মৰিষণ কৰিম।"

"মৰিষণ নেহোৱা অপৰাধো জগতত নথকা নহয়। যি কি নহওক, মই তৰ্ক কৰিবলৈ নোখোজোঁ, পিছে আমাৰ ঘৰলৈ তেওঁক আৰু কোনোদিনে আহিবলৈ নকওঁ। তাতকৈ বৰঞ্চ নিজেই যি পাৰোঁ—"

"তোমাৰ কাৰণেহে এদিন মই দেশত্যাগী হ'ব লাগিব কৈ থলোঁ।"

নবকুমাৰে তাৰ মুখত বিৰক্তিৰ চিহ্ন প্ৰকট কৰি তুলিলে।

কিন্তু সত্যাই নির্বিকাৰভাৱে ক'লে, "দেশত্যাগী হ'ম বুলিলেই হ'ব পাৰিবনে ? নোৱাৰি। যি কি নহওক—তুমি আৰু এইবোৰ কথা লৈ মূৰ নঘমালেও হ'ব। ব্যৱস্থা যি কৰিব লাগে ময়েই কৰিম। পিছে, তোমাক আগতীয়াকৈ কৈ থ'লোঁ।"

মূৰ ঘমাবলৈ মানা কৰিলেই নৱকুমাৰে নিজৰ দায়িত্ব ত্যাগ কৰিব পাৰেনে ? মূৰ ঘমাইছেই। অৱশেষত ভাবি ভাবিও পাৰ নাপাই নৱকুমাৰে পাৰ পোৱাৰ আশা পৰিত্যাগ কৰিলে, আৰু ইতিমধ্যে সত্যাযো তাইৰ স্বাধীন অভিযান আৰম্ভ কৰিলে।

তাই ভৱতোষৰ ঘৰলৈ বুলি ৰাওণা হ'ল।

বাটৰ লগৰী ?

আন কোনো নহয়, সুহাস।

ওঁ, সত্য সুহাসৰে সৈতেই গৈছিল।

সুহাসে ঠিকনাটো শুনিয়েই কৈছিল, "আঁ!—এয়া দেখোন আমাৰ স্কুলৰ ওচৰতে—"।

"ঠিক আছে, তেনেহ'লে তয়ে ময়ে যাম।"

সত্যাই কৈছিল, আৰু হয়তো তাইৰ মনৰ নিভৃত কোণত এই বাসনাও আছিল যে—

ভৱতোষক 'কইনা'জনীও দেখুৱাব।

এইবাৰ আৰু মাধ্যম নহয়, পোনে পোনে নিজেই কথা পাতিলে।

শুনি ভৱতোষৰ মুখৰ মাত হৰিল।

সত্যৱতীয়ে এজনী অনাথিনী ছোৱালী যে ঘৰতে ৰাখিছে, সেই কথাটো তেওঁ জানিছিল। কিন্তু সেই ছোৱালীজনী যে ইমান ডাঙৰ সেই ধাৰণা তেওঁৰ নাছিল।

বিহ্বল দৃষ্টিৰে অলপ পৰ চাই থকাৰ পাছত তেওঁ তলমূৰে হৈ ক'লে, "এনেহেন ছোৱালীৰ বাবে আকৌ পাত্ৰৰ কি চিন্তা ?"

"আপুনি মৰমতে কৈছে। ঠিক আছে, দিয়ক তেন্তে,—এই নাতিনী-জনীৰ বাবে কিবা এটা ব্যৱস্থা কৰি। আপোনালোকৰ সমাজত বিধবা বিবাহ কৰিবলৈ বহুতো উদাৰচিতীয়া ল'ৰা আছে বুলি শুনিছো—"

বিধবা!

ভৱতোষৰ ঠোঁট-মোজা লাগিল, "বিধবা! এই ছোৱালীজনী দেখোন সাক্ষাৎ প্ৰতিমা! বিধবাৰ কোনো লক্ষণ—"

হঠাৎ সত্যাই সুহাসক ক'লে, "তই এবাৰ সিটো কোঠালৈ যাচোন সুহাস, মোৰ এখেতৰ সৈতে অলপ কথা আছে।"

সত্যৰ এই দুঃসাহসিক স্পৰ্ধা দেখা পাই সুহাসো স্তম্ভিত হৈ পৰিল। এনেয়ে এইদৰে এজন ডাঙৰ লোকৰ ঘৰলৈ দুজনীকৈ মাইকী মানুহ অহাটোৱেই এটা ভয়ংকৰ ঘটনা, তাতে আকৌ—

'সুহাস তাই কাষৰ কোঠাটোলৈ যা' ?

সুহাস প্ৰায় হতভম্বৰ দৰে ওলাই গ'ল।

ভৱতোষেও হতভম্ব দৃষ্টিৰে এই পাৰ-কূল নোহোৱা দুঃসাহসলৈ চালে। আৰু সত্যাই নিষ্কম্প মৃদু কণ্ঠেৰে ক'লে, "আহিলোঁৱেই যেতিয়া, তাইৰ আনুপূৰ্বিক ইতিহাস আপোনাক কম।"

ও', সিদিনা ভৱতোষ মাষ্টৰৰ ওচৰত সত্যাই সুহাসৰ সকলো ইতিহাসেই কৈছিল। সুহাসৰ জন্মৰ আগৰ বৃত্তান্তৰপৰা আৰম্ভ কৰি বৰ্তমান পৰিচয়ও বাদ দিয়া নাছিল। শংকৰীযে কুলত্যাগ কৰাৰ পাছত ৰামকালীৰ স্পষ্ট স্বীকাৰোক্তিৰ কথাটোও ওলাইছিল।

সকলো কথা শুনি ভৱতোষৰ বুকু ভেদি এটা অস্ফুট দীঘল হুমুনিয়াহ ওলাই আহিল আৰু ক'লে, "এতিয়াহে বুজিলোঁ—তুমি ক'ৰপৰা ইমান সাহপিত পাইছা। দেউতাৰৰপৰাই পাইছা। কিন্তু কথা হ'ল যে মোৰ এই নতুন সমাজখনক তুমি যেনেকুৱা উদাৰ বুলি ভাবিছা আচলতে ঠিক তেনেকুৱা নহয়। এই সমাজতো দলাদলি, হিংসাহিংসি আছে, আৰু— যিজনী ছোৱালীৰ বংশ-পৰিচয় নাই, তেনেকুৱা ছোৱালীক বিবাহ কৰিবপৰা মনোবলসম্পন্ন ডেকাল'ৰা বিচাৰি পোৱাও টানেই।"

সত্যাই দৃঢ়তাৰে ক'লে, "টান-সহজ নুবুজোঁ, মোৰ কথা আপুনি ৰাখিব এই বিশ্বাস মোৰ আছে, আৰু সেয়েহে জোৰ দি ধৰিবলৈ আহিছোঁ মই। এই ছোৱালীজনীৰ বাবে কিবা এটা ব্যৱস্থা আপুনি কৰিবই লাগিব।"

ভৱতোষ বিচলিত কণ্ঠেৰে ক'লে, "মই তোমাৰ কথা যে ৰাখিমেই এই কথানো তুমি জানিলা কেনেকৈ ?"

সত্যাই মূৰ দাঙি পৰিষ্কাৰ আৰু শান্ত কণ্ঠেৰে ক'লে, "এই কথাটো জানিবলৈ বৰ বেছি একো কৰিব নালাগে, মইতো মাটি বা শিল নহও'। কিন্তু সেইবোৰ কথা বাদ দিয়ক, আপুনি মোক ভৰসা দিয়ক—"

ভৱতোষে অলপ হাঁহি মাৰি ক'লে, "চেষ্টা অৱশ্যে কৰি চাম, কিন্তু সেইবুলি খাটাংকৈ একো ক'ব নোৱাৰিম। মোৰ স্বাৰাই ছোৱাহে'তনে আজন্মৰ ব্ৰত ভাঙি তোমাৰ এই ৰূপহী ছোৱালীজনীৰ কাৰণেই কিজানি দৰাৰ সাজ পিন্ধিলোহেঁতেন।"

সত্যায়ো হাঁহিলে। তাৰ পাছত ধেমালিৰ ছলেৰে ক'লে ঃ

"তেনেকুৱা ভাগ্য তাইৰ হ'বনে ? কিন্তু তাইৰ সকলো দায়িত্ব এতিয়াৰপৰা আপোনাৰ—কৈ থলোঁ মই।"

ভৰতোষ আকুল হ'ল।

ব্যাকুলতা প্ৰকাশ কৰি বাৰে বাৰে কৈ থাকিল ঃ

"এয়া কি কৰিলা তুমি? মোক এইদৰে সত্যবন্দী কৰিলা—"

সত্য বিচলিত নহ'ল।

সত্যাই দৃঢ়তাৰে ক'লে, "মই ঠিক ঠাইত সঠিক কথাকে কৈছোঁ মাষ্টৰ মহাশয়, এতিয়া আপুনিয়েই ভৰসা।"

ক'ত পাওঁ সেই পাত্ৰ—যাৰ হাতত এনেহেন সোণৰ প্ৰতিমাটি সমৰ্পণ কৰিব পাৰি।

ভৰতোষে আকাশ-পাতাল ভাবি থাকিল। ভাবি থাকিল—

এইজনীৰ সমগ্ৰ ইতিহাস জনাৰ পাছতো গ্ৰহণ কৰিব পৰা কোনো পাত্ৰ ওলাবনে?

তেওঁ একো ভাবি উলিয়াব নোৱাৰিলে।

ভৰতোষে এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, "এতিয়াই একো ভাবি উলিয়াব পৰা নাই, চাওঁ বিচাৰ-খোচাৰ কৰি। কিন্তু এটা কথা সোধোঁ, তুমি যে মোৰ ঘৰলৈ আহিছা, নৰকুমাৰে জানেনে কথাটো?"

সত্যাই তলমূৰ কৰিলে।

অৰ্থাৎ—হয়, জানে।

"জানে। ভাল কথা। কিন্তু তুমি এই যে ব্ৰাহ্মৰ ঘৰলৈ আহিছা আৰু এই ছোৱালীজনীৰ বিবাহৰ সম্বন্ধে যি প্ৰস্তাৱ দিছা—তাত তাৰ সম্মতি আছেনে?"

সত্যাই মূৰ জোকাৰিলে।

অৰ্থাৎ—নহয়, সম্মতি নাই।

ভৰতোষে উদ্বিগ্ন কণ্ঠেৰে ক'লে, "তেন্তে?"

"তেন্তে—কি? তেওঁৰ মত নাথাকিলেও হ'ব লাগিব?"

"কামটো ভাল হ'বনে?"

সত্যাই মূৰ তুলি ক'লে, "কিন্তু ছোৱালীজনীৰ ভৱিষ্যতৰ কথা নভবাকৈ নিশ্চিন্তে বহি থকাটোৱেই ভাল হ'বনে? মোৰ সংসাৰত অলপ মনোমালিন্যৰ সৃষ্টি হ'ব পাৰে, শহুৰৰ ঘৰেও মোৰ মুখ দৰ্শন নকৰিব পাৰে, কিন্তু মোৰ সেই সামান্য ক্ষতি একনী ছোৱালীৰ জীৱন বৰ্বাদ হৈ যোৱাতকৈও বেছি ক্ষতিকৰ হ'বনে?"

ভৰতোষে এখন্তেক অপলক দৃষ্টিৰে সত্যৰ মুখলৈ চাই থাকিল আৰু তাৰ পাছত হঠাতে ব্যাকুল ৰুদ্ধ কণ্ঠেৰে ক'লে, "সাঁজ হ'বৰ হ'ল, তুমি ঘৰলৈ যোৱাগৈ। তোমাক কথা দিছোঁ, ছোৱালীজনীৰ বিবাহৰ দায়িত্ব মই ল'লোঁ।"

সত্যই আকাশলৈ চাই পঠিয়ালে।

তাত সন্ধ্যাৰ চিনমাত্রও নাই।

সত্য তলমূৰ হ'ল। তাৰ পাছত অলপ বৈ ক'লে, "চিৰকাল আপোনাৰ ওচৰত অন্যায় অনুৰোধ কৰি কৰি সাহস বাঢ়ি গৈছে। মোক ক্ষমা কৰিব।"

"ক্ষমা? তোমাকনো মই কি ক্ষমা কৰিম? নিজকে ক্ষমা কৰিব পৰাহে'তেনহে! বাৰু, পিছে ছোৱালীজনী ক'লৈ গ'ল?"

ছোৱালীজনী!

হয় তো!

তাইৰ দেখোন তেতিয়াৰেপৰা কোনো সাৰসুৰেই নাই। সত্য খৰধৰকৈ কোঠাটোৰপৰা ওলাই আহিল, আৰু তাই যে তৃতীয় প্রাণী এটা নথকা কোঠাটোত এজন পুৰুষৰ সৈতে বহুতোপৰলৈকে কথা পাতি আছিল, সেই কথালৈ মন কৰিলে।

সুহাস বিৰক্ত হ'লনেকি?

কাষৰ কোঠাটলৈ যাবলৈ কোনোবাত অপমান পালে নেকি?

কাষৰ কোঠাৰ ওচৰত থিয় হ'লহি সুহাস, তাতো নাই।

অকলৈ গুচি গ'লনে কি?

হঠাৎ এটা আতংকৰ বিজুলীপ্রবাহ মূৰৰপৰা ভৰিলৈকে বৈ গ'ল তাইৰ। নিশ্চয় সেয়ে হ'ব!

"ক'ত?"

ভৱতোষে সুধিলে।

সত্যই ফুটো-নুফুটোকৈ ক'লে, "দেখা নাই দেখোন! অকলেই গুচি যোৱা নাই তো!"

অকলে?

অকলেই গুচি যাবগৈ?

ভৱতোষে সন্দেহৰ সুৰতে ক'লে, "সিও হ'ব পাৰেনে? সৌ সিফালৰ কোঠাটোতে আছে বোধকৰো—"

"সিফালৰ কোঠাত? তাত কি আছে?"

"বিশেষ একো নাই। কেৱল কেতবোৰ—"

কথা শেষ নহ'ল। মুখত এচেৰেঙা পোহৰ বিৰিঙাই সেই কোঠাটোৰ পৰা সুহাস দৌৰি ওলাই আহিল, তাইৰ প্রকৃতিত নথকা উচ্ছ্বাসৰে ক'লে, "পেহী, অ'—পেহী, আহাঁ, চোৱাঁহিচোন কিমান কিতাপ! উস! মোৰ ইয়াৰপৰা আৰু যাবলৈ মনেই নোযোৱা হৈছে।"

সময়তকৈ ডাঙৰ কাৰিকৰ আন কোনো নাই।

সময়ৰ ৰেন্দাৰ তলত পৰি সকলো অসমানেই সমান হয়, সকলো ওখোৰা-মোখোৰাই নিমজ হয়।

সকলোৰে সংসাৰত হোৱাৰ দৰেই নিতাইৰ সংসাৰতো এই লীলা চলি আছে। প্ৰথমৰ ফালে কোনো কোনো দিনা ভাব হৈছিল যে, নিতায়ে চাগৈ এই মুহূৰ্ততে যৈণীৰেকক গাঁৱত থৈ আহিবগৈ। নাইবা যৈণীয়েক ভাবিনীয়ে সেই নিশাই চ'তিত চিপজৰী লগাই ওলমি দিব। কিন্তু কামত তেনেকুৱা একো নহ'ল।

সময়ৰ লগে লগে, বোধকৰোঁ সিহঁতে মন নকৰাকৈয়েই ভাবিনী স্বাধীন সংসাৰৰ বসত আৰু নিতায়ে আন এক স্থূল বসত মজ গ'ল, আৰু অৱশেষত দুয়ো দুয়োৰো ওচৰত অপৰিহাৰ্য্য হৈ উঠিল।

গতিকে, খণ্ডপ্ৰলয়ৰ সেই অৱস্থা এদিন নিস্তেজ হৈ হৈ নোহোৱা হৈ গ'ল।

এতিয়া দেখা গ'ল—নিতাইৰ পৰিবাৰে বুটি বনাবলৈ শিকিলে আৰু নিতায়ে তাৰ পৰিবাৰক ভয় কৰিবলৈ শিকিলে।

ভীতিৰ পৰাই মনোৰঞ্জনৰ চেষ্টাৰ উদ্ভব হয়। নিতায়ে ক্ৰমে ক্ৰমে অনুভৱ কৰিলে যে সতাৰতীৰ নিন্দা কৰাই হ'ল পৰিবাৰৰ মনোৰঞ্জনৰ এটি প্ৰশস্ত পথ, মনোবৈকল্যৰ এটি প্ৰকৃষ্ট ঔষধ।

গতিকে, সেই প্ৰশস্ত আৰু প্ৰকৃষ্ট উপায়কে নিতায়ে বাছি লৈছে। নলৈ কৰেইবা কি? পৰিবাৰৰ চক্ষুৰ মাজেদি জগতখন চাবলৈ নিশিকিলে জগত দুঃসহ হৈ পৰে। অন্ততঃপক্ষে নিতাইৰ দৰে নিতান্ত ঘৰগোনা গৃহস্থ জীৱসকলৰ ক্ষেত্ৰত। এই জীৱহঁতৰ পক্ষে আৰু অন্য উপায় নাই।

জুই একুৰা কোলাত লৈ তো ঘৰ কৰিব নোৱাৰি। জুইত চেঁচা পানী ঢালিবই লাগিব। একান্তভাৱে বশৱৰ্তী হোৱাটোহে সেই চেঁচা পানী।

নাৰী জাতি যিমানেই অবলা আলসুৱা নহওক, নিজৰ বেলিকা তেওঁ বাঘিনী। আৰু, ইচ্ছা পূৰণৰ অভাৱ দেখা দিলে নাগিনী হৈ ফেঁট মেলিবলৈকো পিছ নোহোঁহকে। শান্তিকামী পুৰুষ জাতিয়ে এই কথাটো যিমান পৰলৈকে ধৰিব নোৱাৰিব, সংঘৰ্ষৰ সৃষ্টি হ'ব, যিমান পৰলৈকে মানি নল'ব অৱস্থা আয়ত্তাধীন নহ'ব। অথচ এবাৰ সেও মানিলেই অৱস্থা শান্ত, গণ্ডগোল বন্ধ। তুষ্টিবিধানৰ উহটো বিচাৰি উলিয়াব পাৰিলেই বিশ্বশান্তি।

গতিকে, ভাবিনীয়ে এতিয়া যিকোনো কাৰণতে মুখ [illegible] নকৰক বা মাত-বোল নকৰক, নিতায়ে আইজালে-বাইজালে সত্যৱন্তীৰ প্ৰসংগ টানি-আজুৰি আনে। সেই প্ৰসংগ আন যিয়েই নহওক, প্ৰশস্তিৰ পৰ্য্যায়ত নপৰে।

এইদৰে বাৰদিয়েক চেষ্টা কৰাৰ পাছতে কাৰ্যসিদ্ধি হয়, মৌনব্ৰতধাৰিণীয়ে গেজেৰা মাৰি কয়, "কেলেই? এতিয়ানো কেলেই। চিৰদিন ধৰি শুনি আহিছোঁ দেখোন তেওঁ গুণৰ গুণমণি, তেওঁৰ ভৰি ধোৱা পানী খালেহে যদি আমাৰ নিচিনা অকাজভাগীহঁতৰ উদ্ধাৰ হয়—। হেঁঃ বোলে—গুৰুতকৈ শিচ শিয়ান, খুচৰি খুচৰি লয় গিয়ান।

নিতায়ে উৎসাহৰে সৈতে কামত আগবাঢ়ে, "ক'ব পাৰা অৱশ্যে, এই মুখেৰেই বহু গুণ-কীৰ্তন কৰিছিলোঁ। কিন্তু এতিয়া? এতিয়া আৰু নকৰোঁ। তেওঁক চিনিবলৈ একো বাকী নাই। কি আৰু ক'ম তোমাক, সেই 'ব্ৰাহ্ম'টোৰ সৈতে কি চাবা! দেখি-মেলি মোৰ মূৰ গৰম হৈছে। অৱশ্যে—" নিতাযে নাক-মুখ কোঁচাই ক'লে, "সন্দেহ মোৰ সদায় আছিলেই অলপ অচৰপ, পিছে সেই সন্দেহক আমোল দিয়া নাছিলোঁ। ভাবিছিলোঁ, নাই নাই, চেঃ। বামুণৰ ঘৰৰ ছোৱালী—এতিয়া দেখিছোঁ একেবাৰে লাজ-কাজ নথকা চটাইপাথৰীহে! অকলে অকলে ঘোঁৰাবাগী ভাবা কৰি সেইটোৰ ঘৰলৈ গৈ গৈ—"

"পিছে—তোমাৰ বন্ধুজন কিবা কণা নে বোবা?" ভাবিনীয়ে ফোৰণ দিয়ে।

নিতায়ে মিচিকৰে হাঁহি মাৰি কয়, "তিৰোতাসেৰুৱাবোৰ অকল কণা-বোবাই নহয়, বোবা কলা কণা ভেবা হেবাং ভেড়া। লাহে লাহে মোৰো বিৰক্তি হৈছে আৰু!"

ভাবিনীৰ কেটোৰ ক'লা ডাবহী মুখখনত আহ্লাদৰ হাঁহি উছলি পৰিল। তায়ো মুখ ভেঙুচাই ক'লে, "আ—হা! ক'ত মৰোঁ গৈ মই! তেও যদি এই বান্দীয়ে সদায় থৰহৰি কম্প হৈ নাথাকিলেহেঁতেন। ভেড়া-মতাবোৰনো কেনেকুৱা হয় এবাৰ চাবৰ বৰ মন।"

সিদিনা নিতায়ে কথাই কথাই ক'লে, "মন আছে যদি ব'লানা যাওঁ তালৈ। তুমি আক' যাবলৈকে মন নকৰা।"

"আনৰ ভেড়া চাইনো কি সুখ হ'ব?"

ভাবিনীয়ে চকু টিপিয়াই কটাক্ষ কৰিলে।

নিতায়ে ক'লে, "হেই ছোৱালী! সকলো বস্তু ঘৰতে পায়নে কিবা? তথাপি দৃষ্টি সাথক কৰিব খুজিছা যদি ওলোৱা। শুনিলোঁ গাঁৱৰপৰা সদুৰা' আহিছে নৱৰ পৰিবাৰৰ চেৰাশালিৰ ছোৱা-মেলা কৰিবলৈ। সদুৰা'ৰ সৈতেও দেখাদেখি হ'ব।"

"সদৰু বাইদেউ আহিছে ?" ভাবিনীয়ে কপালত হাত দি ক'লে, "ইয়াতো অশৌচ লাগিব জানো ? কলিকতাতেই ? পোৱাতী গাৰৰ নাযায় নেকি ? এই সময়তো শাহুৱেকৰপৰা সহায় নলয় ?"

"তাকে তো শুনিলো। কৈছে বোলে, কেলেই, কলিকতাত জন্ম-মৃত্যু হোৱা নাইনে কি ?"

"আই ঔ ! ভাল—ভাল কথা।"

নিতাইৰ বৈণীয়েকৰ মুখখন গোমোঠা হৈ পৰিল। সত্যৰ 'খবৰ'টো শুনাবেপৰা এইজনী—এই বুকুৰ হুল চকুৰ কুটাজনী কিছুদিনৰ বাবে চকুৰ আঁতৰ হ'ব। আৰু সেই ছেগতে ভাবিনীয়ে সত্যৱতীৰ স্বামীপুত্ৰক নিমন্ত্ৰণ-আমন্ত্ৰণ কৰি খুৱাই-বুৱাই বশ কৰি তাইৰ মতাটোক অবাক কৰি পেলাব।

এতিয়া গৈ-থৈ এই খবৰ।

বহাতে চেৰাশালি পাতিব তাই !

ভাবিনী খেচখেচাই উঠিল, "পিছে সেই তিৰোতা সেৰুবাটো সেই কথাতে ৰাজী হ'লনে ? মাক-বাপেকৰ নাককাটী তিৰীয়ে চাধীন হৈ ইয়াতে ল'-ছালী ফুকাব—"

নিতায়ে চকু টিপিয়াই ক'লে, "হওক তেও—। সি বৰ্কা পৰিল। পৰিবাৰক চকুৰ আঁৰ কৰিব লগীয়া নহ'ল সি।"

কথাষাৰ নিতায়ে উমানতে কৈছিল। প্ৰকৃত ঘটনা কিন্তু তেনেকুৱা নাছিল।

সত্যৱতীৰ এই প্ৰস্তাৱ শুনি নৱকুমাৰে উচপখাই উঠিছিল, আৰু 'অসম্ভৱ' বুলি কথাটো উৰাই দিছিল।

'চেৰাশলীয়া' কামবোৰ যে গাঁৱৰ ঘৰৰ সলনি আন ক'ৰবাত হ'ব পাৰে—এই কথা তাৰ ধাৰণাৰ বাহিৰ।

কিন্তু শেহাস্তৰত যি হ'বলগীয়া আছিল সেয়ে হ'ল। সত্যৱতীৰ তীক্ষ্ন যুক্তিৰ বাণেৰে নৱকুমাৰৰ দ্বিধা লাজ ভয় সকলো থকাসৰকা হ'ল।

ভয়নো কিহৰ ?

কলিকতাত জন্ম-মৃত্যু হোৱা নাই ? ইয়াত ভূমিষ্ঠ শিশুৰ নাড়ী কটা হোৱা নাইনে ?

লাজ ?

লাজৰ অৰ্থ ?

বুঢ়া বয়সতো যদি পুনৰ ল'ৰা-ছোৱালী হ'ব পাৰে, তেনেহ'লেনো বহাত চেৰাশালি পাতিলে কিহৰ লাজ ?

গতিকে ?

স্বিধাৰ প্ৰশ্নটো অবাস্তৱ।

'বুঢ়া বয়স' বুলি কোৱাত নৰকুমাৰৰ অৱশ্যে খং উঠিছিল। কৈছিল, "সদায় বুঢ়া বুঢ়া কিয় কৰি থাকা কোৱাচোন। মোৰ সৰু মাহীৰ নাতিয়েকৰ লগুণ-দিয়নি হৈ যোৱাৰ পাছতো আকৌ এজনী ছোৱালী উপজিছিল—"

সত্যাই এবাৰ জুইহেন দৃষ্টিৰে চাইছিল, তাৰ পাছত ঠুক-ভাওৱে কৈছিল, "সেইবোৰ কথা বাদ দিয়া, ব্যৱস্থা ইয়াতে কৰিব লাগিব—ইমানেই কৈ থলোঁ।"

কোৱা বাহুল্য, মাত্ৰ এইখিনিৰেই কাম সিজা নাছিল।

নবকুমাৰে বৰকৈ ইচাট বিচাট কৰিছিল, বিস্তৰ খেদ প্ৰকাশ কৰি কৈছিল, "মই সেইবোৰৰ কি জানো ? ইয়াত মই কাৰবাক চিনি পাওঁনে কিবা ? ব্যৱস্থা কৰিব লাগিব বুলি ক'লেই হ'বনে ?"

তাৰ পাছত সত্যৱতীয়ে তীব্ৰ মন্তব্য এটা শুনি হঠাৎ বৈ দিছিল। আৰু অবশেষত এদিন বুদ্ধি কৰি মনে মনে সদুৰ গিৰিয়েকৰ কাষ চাপিছিলগৈ। শুনিছিল যে তেওঁৰ হেনো তিনি-চাৰি গণ্ডা ল'ৰা-ছোৱালী! সেইবোৰে হেনো কলিকতাতে জন্মগ্ৰহণ কৰিছিল! গতিকে এই বিষয়ত মুকুন্দ মুখাৰ্জি ডাঙৰীয়া নিশ্চয়েই অভিজ্ঞ।

অভিজ্ঞ মানুহজনে মুক্তকণ্ঠে ভৰসা দি নৰকুমাৰক আশ্বস্ত কৰিলে আৰু তেৱেঁই সদুক লৈ আহিবলৈ পৰামৰ্শ দিলে।

আৰু নৰকুমাৰে অফিছৰপৰা তিনি দিনলৈ ছুটি লৈ বাৰুইপুৰলৈ গৈ সদুক লৈ আহিল।

কিন্তু যিমান সহজে কোৱা হ'ল সিমান সহজেই লৈ আহিব পাৰিছিলনে সদুক ? কামটো সিমান সহজতে হৈছিলনে ?

পাগল! সিও সম্ভৱ জানো ?

এলোকেশীয়ে একেধাৰে ৰান্ধনী আলপৈচানধাৰিণী আৰু নিৰ্মীগ সংসাৰৰ সংগিনী সোদামিনীক লৈ যাম বুলি কোৱাৰ লগে লগেই যাবলৈ দিছিলনে ?

হাৰামজাদী নিমচ্যাহ'তী নাটেশ্বৰী বোৱাৰীৰ নামত এশখন মুখেৰে গুৱালগালিৰ শতনাম গাই, কাণ্ডজ্ঞানহীন নিধক বোৱাৰীৰ দাসানুদাস পুতেকক শুদা হাতে ওভোতাই পঠাবলৈ বিচৰা নাছিলনে তেওঁ ?

বিচাৰিছিল।

কিন্তু স্বয়ং সদুৱেহে এলোকেশীৰ আশাত বাগি কুঠাৰ মাৰি ফাইদাং মাৰিলে।

তাই ক'লে, "মই যাম।"

"যাবি তই—?" এলোকেশীয়ে গাজি' উঠিছিল, "আকলখাতী কুকুৰীকানী নিমখহাৰামী কুলক্ষণী। তই খাই পাতফলাই আমাক এইদৰে হেমতালৰ কোব দি সেই চৰুত খাইতীৰ ভৰি ধোৱা পানী খাবলৈ গৈছ ?"

কিন্তু সদু আঁকোৰগোঁজ।

সদুৰো যে ইমান জেদ আছে কোনে জানিছিল ?

এয়া যেন আন এজনী সদু।

সামান্য দুই-চাৰিখন কাপোৰ-কানিৰ সম্বল লৈ সদু যাবলৈ সাজু হ'ল।

আজন্ম গংগাৰ দেশত মুখ থেকেচা খাই খায়েই সদু হা হা কা কা কৰি মৰিল, এতিয়া আৰু কালীগংগাৰ দেশলৈ যাবলৈ সুযোগ পায়ো হেৰুৱাবনে তাই ?

তোমালোকৰ বন বাৰি ? চিৰকালেই কৰিলে দেখোন। সদুৰ জীৱনত আহৰিয়েই নাই নেকি ? সদু যদি মৰি থাকে ? তোমালোক ম খাই মৰিবানে তেতিয়া ?

কোনে যে সদুক এই বিদ্রোহৰ শক্তি দিলে ঈশ্বৰেহে জানে।

এলোকেশীৰ চকু ঢেলুকাঢেলুক হ'ল, নৱকুমাৰে বিচুৎ' খালে।

নীলাম্বৰ বানাৰ্জিয়ে দাং খাই উঠি ক'লে, "বাৰু, যাব খুজিছ যা, কিন্তু আৰু কাহানিও যেন এই ভিঠাত ভৰি নিদিয়হি, কৈ থলোঁ।"

সদুৱে সেৱা কৰি নম্ৰ কণ্ঠেৰে ক'লে, "বাৰু।"

বিতত-বিবুধি হোৱা নৱকুমাৰে ক'লে, "ভয়তে মোৰ হাত-ভৰি পেটত লুকোৱা যেন হৈছে অ' বাইদেউ, থ'ক, তাই নগ'লেও হ'ব। তাইৰ যদি পৰমায়ু আছে বাচিব, আৰু কপালত যদি মৃত্যু আছেই—"

সৌদামিনীয়ে মিচিকীয়াই হাঁহি ক'লে, "তোৰ পৰিবাৰৰ কাৰণেহে গৈছোঁ বুলি ভাবিছনেকি ? নিজৰ ভাগ্য আকৌ এবাৰ চাবলৈ মন গৈছে বুলিহে গৈছোঁ।"

নৱকুমাৰে সৌদামিনীৰ এই কথাৰ অৰ্থ ধৰিব পৰা নাছিল, মুখত কোবোৱা দমৰা হেন হৈ মাক-দেউতাকৰ সম্মুখৰপৰা পলাই আহিল।

এলোকেশীয়ে সৰৱে ভগৱানক মাতি আদেশ কৰিলে—"ভগৱান, যি সৰ্বনাশীয়ে আজীৱন মোৰ বুকুৰ ওপৰত কাৰী কাঠৰ এডাৰ জুলাজি মোক ভেই-পুৰি মাৰিলে, আৰু বুঢ়ী বয়সত ক'কাল ছিগা কৰি হে'কাই টিটিলিকি বাও কৰিলে, হে ভগৱান—তুমি তাৰ বিচাৰ কৰিবা। তুমি যদি 'নিৰায় পৰায়ণ' হোৱা, তেনেহ'লে সৰ্বনাশী যেন খোলাই পাতিয়ে যায়। তাই যেন ভেলা-ভাহা দিয়ে, তাইৰ মুখৰ প্ৰবাহ যেন বাহী আধাৰ ছাই হয়, ইহকাল পৰকালতো তাইৰ যেন গতি নহয়—।"

এলোকেশীয়ে ছন্দোবদ্ধভাৱে বাগ টানি টানি সত্যৱতীৰ আৰু বহুতো ভয়াবহ পৰিণতিৰ বাবে ন্যায়পৰায়ণ ভগৱানৰ ওচৰত আবেদন কৰিলে।

ওহো, কথাষাৰ মিছা বুলি ভবাৰ হেতু নাই, বঢ়াই কোৱা বুলি ভাবিলেও ভুল কৰা হ'ব, সত্যৱতীহঁতৰ দিনত এলোকেশীহঁতৰ সংখ্যা নিচেই বিৰল নাছিল।

আৰু, আজিৰ দিনতো বিৰলনে ?

বিৰল নহয়। কেৱল অভিশাপৰ ধৰণ-কৰণ অলপ সভ্য মাৰ্জিত সূক্ষ্ম হৈছে। তীব্ৰ চিঞৰৰ ঠাই তীক্ষ্ণ মন্তব্যই দখল কৰিছে।

যি কি নহওক, এইবোৰ কথা-কাণ্ড সত্যবতীৰ কাণত নপৰিল। পিছে আগতীয়াকৈ খবৰ-বাতৰি নিদিয়াকৈ সৌদামিনী যেতিয়া হঠাৎ ওলালহি, তেতিয়া তাই অলপ বিমূঢ় হৈ পৰিছিল মাথোন্। লগে লগেই অৱশ্যে নিজক চম্ভালি ল'লে। হাঁহিমুখীয়া সত্যৱতীয়ে ক'লে, "ধ'ক—ভালেই হ'ল। এতিয়া সংসাৰখন এজনী জনা-বুজা মানুহৰ হাতত গটাই দিবপৰা হ'লো। এইবাৰ নিঃচিন্তে মৰি ৰক্ষা পৰিম।"

সদুৱে ভুৰু কোঁচালে, "কেলেই? মৰিবা কেলেই? সংসাৰখনত মাইকীমানুহবোৰ মৰিছেনে কিবা ?"

সত্যৱতীয়ে হাঁহিলে। ক'লে, "জানো, এইবাৰ দেখোন সদায় মৰিম মৰিম যেন লাগি আছে। কালৰ টিলিঙা কাণত পৰিছে যেন।"

পিছে যি টিলিঙাই কাণত নপৰক, সত্যৱতী নমৰিল। কেৱল দীৰ্ঘকাল ধৰি যমে-মানুহে টনা-আঁজোৰা লাগিছিল, সত্যৱতীৰ সংসাৰতহে কেৱল বহু ওলট-পালট কাণ্ড ঘটিল, আৰু সত্যৱতীৰ মনোজগতত বহুতো বিপৰ্যায়ে খুমাখুন্দা লগাই সত্যৱতীক আগতকৈও দৃঢ় কৰি তুলিলে।

ইয়াৰ মাজতে সত্যৱতীৰ নৱজাত কন্যাই ক্ৰন্দনৰ জগতৰপৰা হাঁহিৰ জগতখনলৈ জুমি চাব পৰা হৈ উঠিল।

সাধন আৰু সৰলে কাঁচৰ পুতলা যেন কেঁচুৱা ছোৱালীজনীক 'গলৰ মণি' কৰি তুলিলে, আৰু নৱকুমাৰৰ মাজত এক প্ৰবল বাৎসল্য ৰসৰ নিজৰা ব'বলৈ ধৰিলে। তথাপি তাৰ যেন ন-কইনাৰ লাজ।

যদিও ছোৱালী-সন্তান ফুটাকড়ি মাত্ৰ, তথাপি চাই থাকিবৰ মন যায়, ল্যাবিচাবি চাবলৈ ইচ্ছা হয়। আৰু মৰমৰ বস্তু বুলি মিঠা এক অনুভূতিৰ সৃষ্টি হয়।

সাধন-সৰল হ'ল তাৰ অপৰিণত বয়সৰ ফল। সেই বয়সত তাৰ মনত বাৎসল্য ৰসৰ সৃষ্টি হোৱা নাছিল। বৰং সেই নৱযৌৱনৰ কালত সিহঁতক জঞ্জাল যেনহে লাগিছিল।

এতিয়া দুই দিন আৰু নাই।

এতিয়া সত্যৱতী হাত এবা হ'ল। তথাপি এই ছোৱালীজনীৰ এনাজৰীয়ে বান্ধিছে আকৌ দুয়োকো অকণমান সৰস কৰি তুলিব পাৰে—এয়ে আশা। যমে-মানুহে টনা-আজোৰাৰ মুহূৰ্তত মানুহেই জিকিলে, সেয়েহে এই ছোৱালীজনীক নৱকুমাৰে মংগলৱতী বুলি ভাবে।

মুঠতে নৱকুমাৰৰ সংসাৰ-তৰণী এতিয়া নিৰ্বিঘ্নে চলিছে।

কিন্তু ইয়াত সুহাস নামৰ ছোৱালী এজনী আছিল যে? তাইনো ক'ত? তাই নেদেখাই হ'ল সেখোন। তাই ঢুকাল নেকি তেন্তে? নে তাইৰ কুলত্যাগিনী মাকৰ পদাংক অনুসৰণ কৰি তায়ো কুলত্যাগ কৰিলে?

নৱকুমাৰে তেনেকৈয়েই কয়।

প্ৰায় কুলত্যাগৰ ধিক্কাৰেই দিলে তাইক। জীৰ্ণদেহ সত্যৱতীৰ আগত তীব্ৰ কণ্ঠেৰে সেই ধিক্কাৰ ঘোষণা কৰিবলৈকো তাৰ দ্বিধা হোৱা নাছিল। কৈছিল, "তাই যেন আৰু এই ঘৰলৈ নাহে। কুলত্যাগ আৰু ধৰ্মত্যাগৰ মাজত প্ৰভেদ কিহৰ? বিয়া নহ'লেও কোনো ক্ষতি নাছিল। তাই হিন্দুৰ ঘৰৰ ছোৱালী, ঠাকুৰ-দেৱতাৰ পূজা-পাতল কৰি তাই জীৱনটো কটাব নোৱাৰিলেহেঁতেননে? এটা বাপেকৰ বয়সৰ বুঢ়াৰ সৈতে—ছি ছি ছিঃ! বুইছা তুড়ুৰ মাক, অমবা গছত কেতিয়াও আম নালাগে। এই যে ইমান দিন ধৰি তুমি গুবিত সাৰ-পানী দিলা, আম জানো লাগিল? কথাত বোলে—সু-বাৰী নষ্ট হয় মাছে লয় বাট, সু-তিৰী নষ্ট হয় নিতৌ বেহায় হাট, সু-কাপোৰ নষ্ট হয় যদি লয় জাপত, সু-পুত্ৰও নষ্ট হয় নুসুধিলে বাপত।"

সত্যৱতীয়ে হাতখন দাঙি নৱকুমাৰক মনে মনে থাকিবলৈ ক'লে আৰু সিকাতি হৈ শুলে।

সত্য এতিয়া আৰু শয্যাগত নহয়, তথাপি বেছিভাগ সময় বিছনাতে পৰি থাকে। সদাহতে সদুৱে সংসাৰৰ দায়িত্ব মূৰ পাতি লোৱাত সত্যৱতী এক অনাস্বাদিত মুক্তিৰ স্বাদত মগ্ন হৈ আছে। যেই সদুৱে কয়, "থ'ক থ'ক বোৱাৰী, তুমিনো আকৌ উঠি আহিলা কেলেই, বেমাৰী মানুহ—" লগে লগেই সত্য বিছনাত দীঘল দি পৰে। আগৰদৰে তৰ্ক নকৰে, নকয় যে এতিয়া ভালেই আছোঁ সেখোন। শুই শুই—

আৰু সৰহ পৰ শুই থাকিলেই সিদিনাৰ অভিনীত সেই নাটখনৰ দৃশ্যবোৰে তাইৰ চকুৰ আগত অহা-যোৱা কৰিবলৈ ধৰে।

সত্যই শুনিবলৈ পোৱাই সকলো কথা জানে।

সত্যৰ জ্ঞান-চৈতন্য নাই বুলি ভাবি ঢেকাৰ্যালিৰ দুয়োৰত বহি সদু আৰু ভাবিনীয়ে মুকলিকৈয়েই আলোচনা কৰিছিল। কিন্তু অৰ্ধ চেতন অৱস্থাৰ

মাজতো সত্যই সকলো কথা মোটামুটি বুজি পাইছিল, আৰু সিহঁতৰ কথাবোৰে তাইৰ মূৰত যেন টঙনিয়াইছিল। অথচ সিহঁতক নিষেধ কৰাৰ ক্ষমতা তাইৰ নাছিল। হাত-ভৰি লবাব নোৱাৰে, মাত-বোল কৰিব নোৱাৰে।

আৰু ভাবিনীয়ে হাত-মুখ জোকাৰি—ও', ভাবিনীয়েই বক্তা, আৰু সদু শ্ৰোতা। গাঁৱত থকা কালত ভাবিনীয়ে বয়সস্থসকলৰ আগত মুখ মেলিব নোৱাৰিছিল। কিন্তু ইয়াত কথা বেলেগ, ইয়াত ভাবিনীও 'এজনী'। সেয়েহে হাত-মুখ জোকাৰি কথাৰ ধাৰ বোৱাবলৈ কোনো অসুবিধা নহয়। তাই কয়, "আৰু নক'বা বামুণ ননন্দী, দেখি-শুনি আমাৰ মুখৰ মাত হৰিল। সেই এজনী অজাত বজ্জাত বামুণৰ জহৰাজনীক লৈ যে কিমান নাচন-বাগন।"

"জন্মৰ কথা কি বুলি ক'লা কাইথ-বোৱাৰী ?"

উচপ খাই উঠিছিল সদু।

নাইবা উচপ খাই উঠিছিল চিৰদিনীয়া সংস্কাৰপুষ্ট ৰক্তকণিকা।

সদুৱে সেই ছোৱালীজনীৰ হাতেৰে খোৱা-বোৱা কৰা নাই জানো ?

সদুৱে কথাটো নোকোৱাকৈ নোৱাৰিলে।

"কোনেনো নোখোৱাকৈ আছে ?"

ভাবিনীয়ে মুখ বেকেটাই ক'লে, "গোসাঁই ঘৰৰ ভোগ ৰান্ধিবলৈ হ'লেও গিৰিহঁতনীয়ে সেই ভতিজীজনীকে ক'ব চাগে—"

"ভতিজী !"

সদুৱে কৈছিল, "ৰ'চোন ৰ', আগতে মোক কথাটোৰ বুজবাজ ল'বলৈ দেচোন। এয়া সিদিনা শুনিলোঁ বিধবা বুলি, তুমি আক' আবিয়ৈ বুলিও ক'লা, আকৌ জন্মৰ কথা লৈ খোঁচা-বিন্ধা কৰিলা, আকৌ ভতিজী বুলি কৈছা—সকলো কথাত আউল লাগি যোৱা যেন পাইছোঁ।"

'অচৈতন্য' সত্যৱতীৰ কাণত বিহ-কাঁড়ে বিন্ধা দি বিন্ধিলে, "ভতিজী বুলি মই কোৱা নাই ঔ। গিহিণীয়েই এই পৰিচয় ৰটি ফুৰিছে। যিজনী ননন্দেক বাৰ বছৰতে বাঁৰী হ'ল, তাইৰ বাইছ বছৰ বয়সৰ গৰ্ভৰ বস্তু এইজনী। কি বুজা বুজা! মাকে কুলত কলংকৰ চেকা দি ঘৰৰপৰা ওলাই গ'ল, মামাশহুৰ—মানে হেৰি তোমালোকৰ বোৱাৰীৰ দেউতাক—ভেও' হেনো ঢোলে-দগৰে দহো ৰাইজক আদৰি আনি সেই বাত্তা শুনালে। আক' ইমান দিনৰ মূৰত এও' সেই গেৰেকানিৰ জাৰৰ মূৰত কাঢ়িয়াই আনি ঘৰত দেৱীপ্ৰতিষ্ঠা কৰিছে। কিনো ক'ম তোমালোকৰ বামুণৰ ঘৰৰ ৰীতি-নীতি চাই আমি অবাক হ'লোঁ। বিধবা বুলি কৈছিলা নহয় ? বিধবা নহয়, আবিয়ৈ ধৰ্মুৰী। এই জাতি-জনম নোহোৱা জহৰা-পোৱালিক কোনে বিয়া

কথাৰ যে বিয়া হ'ব ? মাকে লোকলজ্জাত আৰু জীয়েকৰ ওচৰত সঁচা কথা আৰু কৰিবৰে কি ফুৰিছিল যে, পাঁচ বছৰ বয়সত বিয়া হৈছিল, সেই পাঁচ বছৰ বয়সতে বিধবা। এবো সেই কথাকে গাইবাই আহিছে। আক' বাহ্মৰ ঘৰত বিয়া দিব বুলি দৰা বিচাৰি ফুৰিছে বুলিও শুনিলোঁ।"

সদু অলপ পৰলৈ গালে-মুখে হাত দি জুপুকা মাৰি থাকিল। তাৰ পাছত হঠাৎ ক'লে, "দিব পাৰে, তাইক ইস্কুলত পঢ়ুৱাইছে তো! বোৱাৰীৰ গাত বহুত গুণ আছিল, সেই সাহসৰ জোৰতে সকলো হৈ গ'ল। অতিৰিক্ত জেদ, অত্যন্ত স্পৰ্ধা! নহ'লে নলা-নৰ্দমাৰ পৰা জাবৰ-গোবৰ তুলি আনি পূজা কৰাৰ সাহস কোনোবা মাইকীমানুহৰ হ'বনে? শুনি মই তবধ মানিছোঁ কাইথবোৱাৰী। আনিছ, আনি ৰাখিছ, বুজিলোঁ বাৰু। তাইৰ হাতৰ ভাত-পানী খাইছ কোন আকলত ? নৱাটোৱো তো—"

"তেওঁৰ কথা আৰু নক'বা ননন্দী। তেওঁ একেবাৰে কামৰূপ-কামিখ্যাৰ ভেড়াটো! নহ'লেনো আৰু ইমান লাই পাই মূৰলৈ জ'পিয়'ব পাৰেনে? তেবেঁা সেই একেই—হা সুহাস হা সুহাস! তাইৰ ৰূপেই চাবা নে শৰীলেই চাবা। যিহে তাইৰ ৰূপ—দেখিলে মুনিৰো মন টলিব। তাই আৰু ভালটো হৈ থাকিব পাৰেনে? কোন দিন কি কৰে চাই থাকা! মিছা নকওঁ ভাই, এই ভয়তে মই তোমাৰ ভায়েৰাক ইয়ালৈ পাৰ্বতপক্ষে অকলৈ আহিবলৈ নিদিওঁ। মতা মানুহ হ'ল মাখিৰ জাত, ফুলৰপৰা উৰি ফোঁহাৰ ওপৰতে পৰিবগৈ। সেইজনীয়ে—"

সহ্যৰ সীমা চেৰাই গ'লে বোবাবো কথা ওলায় বোধকৰোঁ। সেয়েহে 'অজ্ঞান-অচৈতন্য' সত্যবতীৰ মুখৰপৰা অকস্মাৎ ক্ৰুদ্ধ গৰ্জন ওলাল। যেন মুখত সোপা দিয়া কোনো এটা ক্ৰুদ্ধ জন্তুৰ আৰ্তনাদ!

ইহঁত দুয়ো চঁক খাই জাঁপ মাৰি উঠিল।

"কি হ'ল—" বুলি কৈ চেৰাশালিৰ চাকৰণীজনীক মাতিবলৈ ধৰিলে আৰু তাৰ কেইঘণ্টা মানৰ পাছতে গোটেই ঘৰটোতে হুলস্থুল লাগি গ'ল।

প্ৰশ্ন আৰু বিস্ময়!

নাই ?

ক'লৈ গ'ল ? সৰ্বশেষত কোনে কেতিয়া ক'ত দেখিছিল ?

কোনে দেখিছিল, কোনেও মনত পেলাব নোৱাৰিলে। সকলোৱেই সদা-সৰ্বক্ষণ দেখি আছিল, হঠাৎ জল-জীয়া‌ত মানুহ এজনী নোহোৱা হ'ল কেনেকৈ ?

অথচ সেয়ে হ'ল।

সুহাসক বিচাৰি পোৱা নগ'ল।

সত্যাই চকু মুদিলেই সেইবোৰ কথা কাণত পৰে। সদু আৰু ভাবিনীৰ সেই নিচেই সহজ আৰু অসতৰ্ক উক্তি।

তাৰ পাছত পট পৰিবৰ্তিত হ'ল।

আন এটা দৃশ্য চকুত পৰিল।

যি কথা লৈ পাছত সত্যাই অনেক বিদ্ৰূপাত্মক কথা শুনিবলগাত পৰিছিল। কিন্তু নাটকৰ সেই দৃশ্যৰ ওপৰত সত্যৰ কোনো হাত নাছিল। সত্যৰ দুচকুৰ আগতহে ঘটিছিল মাথোন।

চোৰাশালিৰ দুবাৰৰ ওচৰত ভবতোষ মাষ্টৰ থিয় হৈছিলহি। দুৱাৰ এচলাত ধৰি তেওঁ ভগা মাতেৰে আৰ্তনাদ কৰি উঠিছিল:

"বোৱাৰী!"

সত্য উচপ খাই ঘূৰি চাইছিল।

অবাক দৃষ্টিৰে চাইছিল চাৰিওফালে।

তেওঁ ইয়াত কিয়!

এয়া কেনে অঘটন!

তেওঁ ইমান উদ্‌ভ্ৰান্ত কিয়?

এইবোৰ কি কৈছে তেওঁ!

বুজিবলৈ সময় লাগিছিল।

সময় লাগিবই।

কোনে ভাবিব পাৰিছিল এই কথা? এই ঘৰৰপৰা পৰাই গৈ সুহাসে আশ্ৰয় বিচাৰি ভবতোষ মাষ্টৰৰ ঘৰ ওলাবগৈ বুলি কোনো ভাবিব পাৰিছিল? কোনে ভাবিব পাৰিছিল যে জীৱনত এবাৰ মাত্ৰ যিজন মানুহৰ ঘৰলৈ গৈছিল তাই, আৰু জীবনত যাৰ সৈতে তাই এবাৰ এষাৰো কথা পতা নাছিল—তেওঁৰ ঘৰলৈ আশ্ৰয় বিচাৰি যাব বুলি?

কিন্তু এইবাৰ গৈ কথা পাতিছিল।

অনেক—অনেক কথা।

ভৱতোষে তেনেকৈয়ে বুদ্ধ কণ্ঠেৰে ধীৰে ধীৰে উচ্চাৰণ কৰিলে, "কয় যে—আপোনাৰ ঘৰত এজনী চাকৰণীৰো তো দৰকাৰ আছে। মই তেনেদৰেই থাকিম। সকলো কাম-বন কৰিম। আপুনি উদাৰধৰ্মী লোক, আপুনি মোৰ হাতৰ খাবলৈ ঘৃণা বোধ নিশ্চয় নকৰিব। কথা শুনা—তোমাৰ এই দেৱকন্যাৰ নিচিনা ছোৱালী, তাইৰ হাতেৰে খাবলৈ আকৌ ঘৃণা বোধ!"

সত্যৰ মাত-বোল কৰিব পৰা শক্তি আছিল সিদিনা। সত্যাই লাহেকৈ কৈছিল:

"আপুনি ঘৃণা বোধ নকৰিলেও—। মানুহে ঘিণ কৰে তো!"

"ঘিণ কৰে ?"

"কৰে তো।"

সত্যৱতীয়ে গাঁৰুৰপৰা মুৰটো অলপ দাঙি ক্ষুণ্ণতাৰে হাঁহি ক'লে ঃ

"নকৰিবইবা কেলেই ? আপুনি তাইৰ সকলো বৃত্তান্ত জানেই মাষ্টৰ মহাশয়, তাইক জগতৰ সকলোৱেই ঘৃণা কৰে।"

"কৰিব পাৰে—"

ভৱতোষে আবেগৰুদ্ধ কণ্ঠেৰে ক'লে ঃ

"মই তেন্তে তোমাৰ সেই জগতৰ কোনো নহও' বোৱাৰী।"

সত্যাই এক মুহূৰ্তৰ বাবে ভৱতোষ মাষ্টৰৰ মুখলৈ তীব্ৰ দৃষ্টিৰে চাই থাকিল আৰু ক'লে, "জানো মই। আৰু সেই হতভাগীয়েও নিমিষতে সেই কথাটো নিখুঁটকৈ বুজি পাইছিল। সেয়েহে জুইৰ পোৰ্বাণৰপৰা ৰক্ষা পৰিবলৈ আপোনাৰ ওচৰলৈ শৰণ বিচাৰি গৈছে।"

"কিন্তু এই ক্ষেত্ৰত মই কি কৰিব পাৰো ?"

ভৱতোষ ব্যাকুল বিব্ৰত বিভ্ৰান্ত—

"মোৰ ঘৰত মহিলা বুলিবলৈ যে কোনো নাই—।"

"নেথাকিলেই বা—"

সত্যাই মিচিকীয়াই হাঁহিছিল, "তাই সকলো ঠিকঠাক কৰি ল'ব পাৰিব।"

সকলো ঠিকঠাক কৰি ল'ব পাৰিব ?

ভৱতোষে হতাশ কণ্ঠেৰে ক'লে, "তুমিও তোমাৰ ভাতিজীৰ দৰে বলিয়া হ'লা নেকি ? তাইক মই কোনোপধ্যেই বুজাব নোৱাৰিলো। গাড়িখন ৰখাই কিমান বুজালো, তাইৰ সেই এক কথা, আপোনাৰ সকলো কাম-বন কৰি দিম, তাৰ সলনি ঘৰৰ এচুকত থাকিবলৈ দিয়ক, আৰু আপোনাৰ কিতাপপত্ৰ পঢ়িবলৈ দিয়ক। মোক আন একো নালাগে।' বলিয়ালীৰো সীমা থাকিব লাগে।"

হঠাৎ সত্যাই গাঢ় কণ্ঠেৰে ক'লে, "বলিয়ালী বুলি কিয় কৈছে মাষ্টৰ মহাশয়, তাতকৈ ভাল আশ্ৰয় তাই আৰু ক'ত পাব ? তাইৰ জন্মৰ বৃত্তান্ত শুনাৰ পাছত তাইকনো আৰু কোনে শ্ৰদ্ধা কৰিব, মৰম-চেনেহ কৰিব ?"

ভৱতোষে আগতকৈও অধিক ব্যাকুলভাৱে ক'লে, "বুজিলো বাৰু, আৰু সেই কাৰণেই তাইৰ বাবে পাত্ৰও বিচাৰি উলিয়াব পৰা নাই। অথচ তুমি পাত্ৰৰ আগত সকলো বৃত্তান্ত অকপটে ক'বলৈ কৈছিলা মোক। কিন্তু এটা কথা তুমি বুজা নাই যে—"

ভৱতোষ ৰ'ল।

সত্যাই শান্ত কণ্ঠেৰে সুধিলে ঃ

"কওক ?"

"কওঁ—" ভৱতোষে গলখেকাৰি মাৰি ক'লে, "মোৰ কথা মই ভবা নাই, মোৰ তিনিকুলতো কোনো নাই, কিন্তু তাইৰ কথা ভাবিহে কৈছোঁ—মই যিমানেই বয়সস্থ মানুহ নহওঁ লাগিলে, লোকনিন্দাৰপৰা নিস্তাৰ পাম জানো ? মোৰ বহাত তাইক কি পৰিচয়েৰে ৰাখিম ?

সত্যাই হাঁহ মাৰি ক'লে, "চাকৰণীৰ চিনাকীৰেই নাৰাখে কিয় ?"

"তুমি মোক লৈ ৰংহে চাইছা কিজানি।"

ভৱতোষে খেদ প্ৰকাশ কৰিলে।

চেৰাশালিৰ দুবাৰমুখত এই দীৰ্ঘস্থায়ী দৃশ্য।

সদু গালে-মুৰে হাত দি বহি আছে, আৰু নৰকুমাৰে গড়ালৰ বাঘৰ দৰে ছটফটাই আছে। এসময়ত ধৈৰ্য্যৰ বান্ধ ভাগিল। নৰকুমাৰ আগ বাঢ়ি আহিল আৰু ক'লে ঃ

"ছাৰ, বাহিৰত আপোনাৰ গাড়ি ৰৈ আছেনে—? নে গাড়ি এখন মতাই অনাম ?"

ভৱতোষে বিমূঢ় দৃষ্টিৰে তেওঁৰ একালৰ ভক্ত শিষ্যৰ মুখলৈ চালে আৰু সেই মুহূৰ্ত্ততে সত্যবতীৰ ক্ষীণ কিন্তু স্পষ্ট কণ্ঠস্বৰ আদেশৰ সুৰেৰে ধ্বনিত হ'ল, "নালাগে, গাড়ি বিচাৰি কোনো ব্যস্ত হ'ব নালাগে। মাষ্টৰ মহাশয়ৰ সৈতে মোৰ কেইটামান জৰুৰী কথা আছে, আনসকল অলপ আঁতৰ হ'লে ভাল হয়।"

আঁতৰ হ'লে ভা য।

ইয়াতকৈ সত্যাই নবকুমাৰৰ মুৰলৈ এটুকুৰা ইটা দলিয়াই নিদিলে কিয় ? কিন্তু উপায় নাই। ডাক্তৰে দঢ়াই দঢ়াই কৈ গৈছে, ৰোগী খং দুখ বেজাৰ কোনো কাৰণতে বৰ বেছি উত্তেজিত নহয় যেন। বেছি উত্তেজিত হ'লে বিপদ ঘটিব পাৰে। গতিকে মনৰ খং মনতে মাৰ নিয়াব লাগিব।

ওঁ, ডাক্তৰ মতাই অনাবলগীয়া হৈছিল। চেৰাশলীয়া অৱস্থাত ডাক্তৰ—সদুৰ নৰকুমাৰৰ সকলোটিৰ জ্ঞানমতে এয়ে প্ৰথম। পিছে উপায়নো কি ?

সদুৱেই অনাবলৈ জোৰ কৰিছিল। কৈছিল, "যি কালৰ যি শাস্তৰ। তই আৰু হেঁহো-নেহো নকৰিবিচোন নবু। কলিকতাতে বহা কৰি আছ যেতিয়া, কলিকতীয়া মতেই হওক। বাবুইপুৰৰ সেই গাঁৱত এই অৱস্থা হোৱাহেঁতেন মৰিয়েই থাকিলহেঁতেন। এয়া যদি—"

সেই ডাক্তৰৰ নিৰ্দেশ মতেই গা-মুৰ ধোৱা বন্ধ, গতিকে একৈছদিনীয়া ষষ্ঠীও বৰ্বাদ। একৈছদিনীয়া চেৰাশলীয়া কাম-কাজে একাত্ৰিছ দিন পাইছেগৈ।

আৰু মশ্কিলেই জানো কৰ্মখিনি ?

ঘৰৰ মানুহৰ সেবা-যত্ন পোৱা তো নাই। সেবা-শুশ্ৰূষা বুলিলে সেই হাড়ি খাই মাতংগিনী।

ভাল হৈ উঠেনো কেনেকৈ ?

অথচ চেৰাশালিৰ দুৱাৰমুখতে এইবোৰ কাণ্ড।

"আঁতৰ হ'ব লাগিব। অঃ, বাবু।" বুলি কৈ নবকুমাৰ দুপদুপাই গুচি গ'ল।

ভবতোষে অত্যন্ত অপ্ৰভিত হৈ ক'লে, "মই তেন্তে আহিলোঁ এতিয়া—"

"নহয়, ৰ'ব।"

সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "কথা শেষ হোৱা নাই এতিয়াও। আপুনি ক'লে যে আপোনাক লৈ মই ৰংহে চাইছোঁ, এয়ানো কেনে কথা হ'ল ?"

"কি যে কৰোঁ এতিয়া মই, বৰ বিমোৰতহে পৰিলোঁ—"

"কেলেই ?" সত্যাই স্থিৰ কণ্ঠেৰে ক'লে, 'সমাধান আপোনাৰ হাতত আছে। আপুনি সিদিনা ধেমালিৰ চলতে হ'লেও কৈছিল যে ধুনীয়া নাতিনীজনীৰ বাবে ল্যাগিলে দৰাৰ সাজ পিন্ধিলেহেঁতেন। সেই ধেমালিকে এতিয়া সঁচা কৰি তোলক।"

"কি কৈছা।"

"অস্থিৰ নহ'ব মাষ্টৰ মহাশয়, মই কৈছোঁ এয়ে ভাল হ'ব।"

"এয়ে ভাল হ'ব !"

"ওঁ। আপুনি আৰু দ্বিধা নকৰিব। আপুনিয়ে তাইৰ অপৰিচয়ৰ পৰিচয় হওক।"

"তুমি মোক মোৰ চিৰদিনৰ অপৰাধৰ শাস্তি বিহিব খুজিছানেকি ?"

ভৱতোষৰ কণ্ঠত দীনতাৰ উপৰিও জ্বালা-যন্ত্ৰণা ফুটি উঠিল।

কিন্তু সত্যৱতীৰ কণ্ঠত ফুটি উঠিল স্নিগ্ধ স্নেহৰ কৰুণা।

"ছি ছি, তেনেকৈ নক'বচোন মাষ্টৰ মহাশয়। বৰঞ্চ কওক—এয়া মোৰ অত দিনৰ শিক্ষাৰ গুৰুদক্ষিণা। লিখা-পঢ়াত বাপ থকা বুদ্ধিমতী ছোৱালীহঁতক আপুনি ভাল পায়, জানো মই. সুহাসকো আপুনি ভাল পাব পাৰিব।"

ভৱতোষে ক্ষুব্ধ হাঁহিৰে ক'লে, "ভাল পোৱা-নোপোৱাৰ বিষয়টো মাত্ৰ পুৰুষৰ একচেটিয়া সম্পত্তি নহয় বোৱাৰী। তাই তাইৰ বৰপিতাকৰ বয়সৰ এই বুঢ়াটোক—"

"পিছে কি হ'ল ?"

সত্যাই তাইৰ মুখখন সকৌতুক হাঁহিৰে উজলাই ক'লে, "শিবও বুঢ়া, তথাপি ছোৱালীহঁতে তেওঁক স্বামীৰূপে পাবলৈ 'ব্ৰত' কৰে। সুহাসে সেই কথা নজনাহেঁতেন আপোনাৰ ওচৰলৈ নগ'লহেঁতেন।"

সত্যব্ৰতীৰ কণ্ঠস্বৰ ধীৰে ধীৰে গাঢ় হৈ আহিল।

কেইমুহূৰ্তমান দুয়ো নিমাত।

তাৰ পাছত সত্যব্ৰতীয়ে নীৰবতা ভংগ কৰি ক'লে, "সুহাসৰ মনত আপোনালৈ অপাৰ শ্ৰদ্ধা। তাই জানি-বুজিয়েই আপোনাৰ কাষ চাপিছেগৈ। আপুনিহে বুজিব পৰা নাই। ছোৱালী এজনীয়েনো মুখ খুলি আৰু কিমান ক'ব?"

"কিন্তু মই তো ভাবিযেই পোৱা নাই যে—হঠাৎ কি নতুন ঘটনা ঘটিল—যাৰ ফলত তাই তেনেকৈ যাবলগীয়া হ'ল—"

"ক'ম ক'ম, সকলো কথা ক'ম মই। কিন্তু আজি আৰু নোৱৰা হৈছোঁ।"

সত্যাই ক্লান্তিৰে হাঁহিলে।

তথাপি ভৱতোষে আকৌ মাত লগালে।

কাতৰ কণ্ঠেৰে ক'লে তেওঁ, "এয়ে তোমাৰ শেষ ৰায়নে বোৱাৰী? এই শাস্তি মই মূৰ পাতি ল'বই লাগিবনে?"

সত্যাই আকৌ হাঁহিলে আৰু ক'লে, "এইবাৰ কিন্তু মোৰ উগ্ৰ খং উঠিব মাষ্টৰ মহাশয়। কওক—মোৰ জোঁৱাই হোৱা মানে আপোনাৰ শাস্তি নেকি?"

ভৱতোষ স্থিৰভাৱে নিমাতে থিয় হৈ থাকিল। তাৰ পাছত পোনেই সত্যব্ৰতীলৈ চাই ক'লে, "তথাপি—মই কিজানি কোনোদিনেই নিজক ক্ষমা কৰিব নোৱাৰিম বোৱাৰী! মোৰ ধাৰণা হ'ব—"

"ভুল ধাৰণাৰে মনক কষ্ট নিদিব। কিন্তু মই এতিয়া কি ভাবিছোঁ জানেনে? ভাবিছোঁ—"

শেষৰ কথাষাৰ তাই নিজকে কোৱা দি আত্মগতভাৱে ক'লে:

"ভাবিছোঁ, কিজানি আপোনাৰ কথা ভাবিহে মই সুহাসক এইদৰে গঢ়ি তুলিছিলোঁ। কেৱল মইহে ইমান দিনে সেই কথা গম পোৱা নাছিলোঁ!"

'পৰকীয়া ভাব'—বোধকৰোঁ ইয়াকে বোলে।

ভগৱানক ভজনা কৰাৰ হেনো ই এক সহজ উপায়। মুখাৰ্জি মহাশয়ে এই উপায়কে লৈছে। মুখাৰ্জি মহাশয়ে অৱশ্যে ভগবানৰ কথা লৈ মুৰ নঘমায়, মানুহ লৈহেই তেওঁৰ কাৰবাৰ। পিছে তাঙ্কৰ কথা এয়ে যে, যিজনী মানুহক এদিন তেওঁ দলি চপৰাৰ দলে দলিয়াই পেলাইছিল, এতিয়া সেইজনীৰ ওচৰতে মৰ ঢেং দি ফুৰিছে।

মুখাৰ্জি মহাশয় এতিয়া নবকুমাৰ সংসাৰত প্ৰায় প্ৰতি দিনৰ অতিথি। প্ৰায়েই সন্ধিয়াৰ ফালে আহে, যেতিয়া সদু সাংসাৰিক কাম বন সামৰি-সুতৰি আজৰি হয়, তেতিয়া। ও, সদুৱে সত্যবতীৰ সংসাৰৰ যাৱতীয় কাম স্বেচ্ছাই নিজৰ কান্ধত তুলি লৈছে, হয়তো ভগ্নশৰীৰ সত্যৰ প্ৰতি মৰমতে, বা নিজৰ অভ্যাসবশতঃ, আৰু নহ'লেবা এই সংসাৰত তাইৰ আৱশ্যকতাক প্ৰত্যক্ষভাৱে দাঙি ধৰিবলৈ।

তাই কিজানি ভাবিছে যে—

'সদুৰনো আৰু কি প্ৰয়োজন'—বুলি নবকুমাৰে নাভাবে যেন। সত্যক হীৰিণ কুটা তীৰিণ কৰিবলৈ দিলেও কিজানি সদুৰ ওপৰত নবকুমাৰৰ আস্থা তথা নিৰ্ভৰতা কমি যাব পাৰে—

এয়ে তাইৰ ভয়।

পিছে মনৰ কথা মনেহে জানে। মুঠৰ ওপৰত, সদু এতিয়াও কলিকতাতে আছে আৰু এই সংসাৰৰ জোতা চিলাইৰ পৰা চণ্ডী পাঠলৈকে সকলো দায়িত্ব বহন কৰিছে।

তথাপি সদুৱে সন্ধ্যাৰ ফালে আজৰি পায়।

এনেয়ে ইয়াৰ এই চহৰীয়া সংসাৰৰ কাম-বন তাইৰ মানত কুটাহেন, তাতে আকৌ প্ৰচণ্ড উৎসাহৰে ৰাতিৰ সাজৰ বন্ধা কাম তাই আবেলি পৰতে সামৰি বহি থাকে।

আৰু সাঁজ লগাৰ লগে লগে মুখাৰ্জি মহাশয়ৰ শুভাগমন হয়।

সদুৱে মনত ন-কইনাৰ লজ্জা আৰু মুখত ন-কইনাৰ আভাৱে ভাতিজাকহঁতে নেদেখাকৈ চিলিমত ফু দি দি হোকাটি হাতত লৈ মুখাৰ্জিৰ মুখৰ আগত থিয় দিয়েহি।

এই খোটালীটো হ'ল সেই চুকৰ কালৰ সৰু খোটালীটো, যিটো খোটালীত সুহাস আছিল।

সুহাসে তাইৰ ব্যৱহাৰ্য্য সকলো বয়-বস্তু এৰি থৈ গৈছে।

সুহাসৰ স্মৃতিক আঁকোৱালি লৈ সেই খোটালীটো তাই থকাৰ দৰে সজাই থোৱাৰ ভাৱপ্ৰৱণতা এই সংসাৰৰ নতুন ব্যৱস্থাৰ মাজত নাই।

সত্য এই খোটালীত একেবাৰে নোসোমোৱা হৈছে।

সদুৰে এই খোটালীটোত সংসাৰৰ অলাগতিয়াল বস্তুবোৰ আনি ঠাহ খুবাই থৈছিল।

কেৱল সুহাসৰ খাটখনৰ ওপৰত এখন সভ্য ভব্য কপাহী দলিচা পাৰি থোৱা আছে। আছে গাৰু কেইটামান।

মুখাৰ্জি মহাশয়ে প্ৰায় থুপি থুপি আহি সেই গাৰুতে কিলাকুটিৰে ভেজা দি সেই চালপীৰাখনত বহে, আৰু—

সদুৰে চিলিমটি আগবঢ়াই দিযে।

মুখাৰ্জি মহাশযে অলপ ৰহস্যঘন হাঁহিৰে মুখখন উজলাই চিলিমটো ধৰি থকা হাতখন ওচৰলৈ টানি আনি কয়, "এতিযাও তোমাৰ সেই ন-কইনাৰ লাজ নাত"ৰিল। বহাঁচোন, ইযাতে বহা।"

কোৱা বাহুল্য, 'ইযাত' মানে সেই চালপীৰাখনৰ এচুকে গা-গাঁৰিয়ে থুলস্তৰ মুখাৰ্জি মহাশযে প্ৰায গোটেইখন চালপীৰা জুৰি বহিছেই। গতিকে এতিযা বহিবলৈ হ'লে ঘনিষ্ঠ হোৱাৰ বাহিৰে উপায়ো নাই।

পিছে সদুবে পতিদেৱতাৰ এই অনুৰোধ ৰাখিব নোৱাৰে।

"নহয় নহয়, এযা ইযাতে বহিছোঁ— ।"

বুলি কৈ চালপীৰাৰ ওচৰত মজিযাতে বহি দিযে।

ইমান দিনৰ মুৰত ঘুৰাই পোবা গিৰিযেকৰ সৈতে সদুৰে বৰ বেছি গল্প-টল্প কৰে নেকি বাৰু?

নহয়, নকৰে।

কথানো কি আছে?

কথাৰ বয়সেইবা ক'ত?

টোৰোক টোৰককৈ মুখাৰ্জি মহাশয়ে ভালেমান পৰলৈ ধ"পাত হ"পি থাকে, তাৰ পাছত এসময কয়, "তেনেহ'লে—দুখীয়াৰ ঘৰলৈ কাহানিকৈ যাবা?"

সদুৰে ইমান পৰে বহি বহি হাতৰ নখ দাঁতেৰে কামুৰি আছিল, বা আঁচলৰ আগটো আঙুলিত মেৰিয়াই আছিল, এই প্ৰশ্ন শুনি সচকিত হৈ ভালকৈ বহি লৈ ক'লে:

"হাঁ-দৈ বোলোতে ওলাল হাড়ডাল, এতিয়াহে পালেহি বুঢ়া ফৰিঙৰ মৰণৰ কাল। এৰি দিয়াৰ পাছত খেদা মাৰি ধৰি কি হ'ব আৰু। জীৱনটোৰ আৰু কিবা আছেনে?"

মুখাৰ্জি মহাশয়ে থুলন্তৰ বপুটি লৰাই হেঃ হেঃ কৈ হাঁহি মাৰি ক'লে, "সেই কথা কোনো শুনিব— । দেখন-শুনে এতিয়াও পাত-গাভৰু যেন হৈয়ে আছা। বৰঞ্চ মোৰ ঘৰৰজনীহে একেবাৰে বুঢ়ীৰো বুঢ়ী তস্য বুঢ়ী হৈছেগৈ। মাজ মূৰৰপৰা কপাললৈকে টপা, দাঁতবোৰ লৰক-ফৰক কৰিছে, হাত-ভৰি শামুকীয়া লাগি উৰ্থহি গৈছে, আৰু দেখাত ? সেই কথা আৰু কি ক'ম তোমাক—"

মুখখন বেকেটাই কথাষাৰ শেষ কৰিলে মুখাৰ্জি মহাশয়েঃ

"চাবলৈকো ঘিণ লাগি যায়। মই বুলিহে এতিয়াও ঘৰতে ৰাখিছোঁ, আন কোনোবা হোৱা হ'লে কাহানিবাই চোঁচৰাই নি মাকৰ ঘৰত পেলাই থৈ আহিলহেঁতেন।"

সদু অৱশ্যে সতিনীৰ সম্পৰ্কে স্বামীৰ এই অৰুচিকৰ মন্তব্য শুনি পুলকিত ন'হল, বৰঞ্চ দুখ মনেৰে ক'লে, "সেই কথা এতিয়া ক'বাহি তো, নক'বা কেলে' ? তেওঁৰ শাহখিনি খাই চোকোৰাখিনি দলিয়াই পেলোৱাৰ কথা তোমাৰ মুখতহে শুনিবায়। এনেযে কৈছনে যে পুৰুষ হ'ল পখিলাৰ জাত !"

এই অপবাদত মুখাৰ্জি অলপো লজ্জিত নহ'ল। বৰঞ্চ সে সেঁকৈ হাঁহি মাৰি ক'লে, "সেই দোষ তেন্তে বিধতা-পুৰুষৰহে। তেওঁ যি জাতক যেনেকৈ গঢ়িছে। কিন্তু বিয়েই নোকোৱা কিয় তুমি, মায়াচোন অন্ত কেইটা ল'ৰা-ছোৱালীৰ বাপেকী হ'লোঁ, তাৰ পাছত ধৰা—তোমাৰ হেৰি— দুজনীকৈ ছোৱালীক বিয়া দিলোঁ, নাতিহঁতৰ অন্নপ্ৰাশনতো ধুমধাম কৰিলোঁ, এই সংসাৰৰ সমুদায় কৰণ-কাৰণ কৰি আছোঁ, আৰু সেই গাহৰিৰ পালটো পুহি আছোঁ। চোৱাচোন—চোৱা—পোটোকা পৰিছোঁনে কিবা অলপো ? হে হে—ৰূপ-যৌবন কেনেকৈ অটুট ৰাখিব লাগে জানিব লাগে—বুইছা।"

এই বুলি কৈয়েই হাতখন মেলি সদুৰ গালত টোকৰ এটি মাৰি ক'লে, "পিছে তোমাক সেইবোৰ ক'ব নোৱাৰি। তুমিও নিশ্চয় জানাই, নহ'লে তুমি আৰু মোমায়েকৰ সংসাৰত সোণৰ পালেঙত গা আৰু ৰূপৰ পালেঙত ভৰি তুলি বহি থকা নাছিলা নহয় ? দাসীবৃত্তি কৰি কৰি জীৱন গ'ল— তথাপি জেউতি কি চাবা !"

সদু এইবোৰ ভালকৈ বোলোৱা কথাত ভোল যাবনে ?

সদুৱে ক'বনে, 'এই বুঢ়ী বয়সত তুমি মোৰ মনলৈ নাচাই দেহৰ ৰূপ-জেউতিলৈহে চাইছা ? লাজ লগা নাইনে তোমাৰ ?'

কিন্তু কয়েই বা কেনেকৈ ?

সদুৰ এই তুচ্ছ দেহটোলৈ কোনোবাই কেতিয়াবা ঘূৰি চাইছিলনে ? এইজন মানুহেই মৰিয়াই মৰিয়াই তাইক ঘৰৰপৰা উলিয়াই দিয়া নাছিলনে ?

তেতিয়া সদৰ জীৱনৰ ভৰ-যৌৱন, কেনে তজবজীয়া স্বাস্থ্য, আৰু ৰূপো পেলনীয়া বিধৰ নাছিল।

তেতিয়া তাই কিমান ৰঙিয়াল স্বভাবৰ আছিল।

সদৰে তেতিয়া বুজা নাছিল, কিজানি এতিয়াও নুবুজে, তাইৰ সেই অটুট স্বাস্থ্য আৰু খাওঁ খাওঁ ৰূপেই তাইৰ অনিষ্ট কৰিছিল। ৰঙিয়াল স্বভাৱেও।

সংসাৰত তেতিয়া অনেক মানুহ—দেওৰ, বৰজনা, ডাঙৰ ডাঙৰ ভাগিন ল'ৰা—সিহঁতৰ চকুৰপৰা এই ৰূপ স্বাস্থ্য স্বভাৱ আঁৰ কৰি ফুৰাৰ কথা সদৰ মগজুৱে ভাবিবই পৰা নাছিল। সেযেহে সদৰ দুৰ্দান্ত গিৰিয়েকৰ মুখৰ তেজ সদায় উতলি আছিল।

গতিকে যিটো ডকাইতে যিটো দেহক দিনে-নিশাই হাতেৰে মোহাৰিবলৈ ইচ্ছা কৰিছিল, সেই দেহটোকে সি ফুটবলৰ দৰে লথিয়াই লথিয়াই ঘৰৰ বাহিৰ কৰি দিছিল।

সদৰো যে ৰূপ আছে স্বাস্থ্য আছে, সেই কথা সদৰে কাৰোপৰা কোনো দিনে শুনা নাছিল।

তাৰ পাছত গংগাৰ কিমান পানী বৈ গ'ল, কত দিন-ৰাতি মাহ-বছৰ পাৰ হৈ গ'ল, সদৰ যৌবন নামৰ বস্তুটোৱে কোনো খবৰ-বাতৰি নিদিয়াকৈয়ে মেলানি মাগিলে, তথাপি সদৰ আটিল দেহটো টুটিল বুলি কোনেও ক'ব নোৱাৰে। এতিয়া এক কামাতুৰ লুব্ধ প্ৰৌঢ়ই তাইৰ ফালে লোভ লগা দৃষ্টিৰে ঘূৰি চাইছে।

এই দৃষ্টি স্বামীৰ দৃষ্টি নহয়।

পৰপুৰুষৰ দৃষ্টি।

বাটৰপৰা বুটলি অনা পৰস্ত্ৰীৰ দৰেই মুখাৰ্জিয়ে তাৰ গাভৰু কালতে বিতাড়িতা পত্নীলৈ চালে।

তথাপি সৌদামিনী বিহ্বল হ'ল।

জীৱনত এবাৰলৈ হ'লেও—বিহ্বলতাৰ এই আস্বাদ উপভোগ কৰিবলগা হ'লেইহেঁতেন।

কিন্তু নিজৰ ঘৰলৈ লৈ যাব নোৱাৰিলে সদৰ স্বামীপুংগৱৰ সুবিধা ওলায় ক'ত?

সদায় গোধূলি লগনতে স্বামীপুংগৱ নবীন নায়কৰ ভংগীৰে আহি মেল মাৰি প্ৰথমৰ ফালে ভালেই পাইছিল। কিন্তু এতিয়া আৰু মাত্ৰ সিমান-খিনিৰে নোজোৱা হ'ল। তদুপৰি, দ্বিতীয়জনীৰ বোধকৰো সঁচাসঁচিকৈয়ে মৰণকাল চমু চাপি আহিছে।

সময়ে-অসময়ে ডাঙৰ ছোৱালীজনীয়ে শহুৰেকৰ ঘৰৰপৰা আহি আছি

অন্ত-পানী যতনাই দিছিল, কিন্তু তায়ো এতিয়া আসন্নপ্রসবা। মাজুজনী এই বয়সতে আই-ষষ্ঠীৰ বৰপুত্ৰী, তাই সদায় পোৱাতী হৈয়েই থাকে। তাইক আনি লাভ নাই।

সেয়েহে সদুক ইমান অনুনয়-বিনয়।

সদুৱে কিন্তু সহজে 'হয়' বুলি নকয়।

তাই কয়, "কেলে' ? এয়ে দেখোন বেছ ভাল। আহিছা বহিছা দেখিছা দেখিছো—"

মুখাৰ্জিয়ে চকু টিপিয়াই ক'লে, "এঃ, কেৱল দেখি থাকিলেহে পেট ভৰিবনে ?"

"আৰু পেট ভৰাব নালাগে।"

"তুমিতো নালাগে বুলিয়েই ক'লা। মই যে ইপিনে লঘোনে থকা আজি এবছৰেই হ'ল। আৰু মোৰে শপত—বিশ্বাস কৰা, মাহেকত পাঁচ-সাত দিন সঁচাকৈয়ে লঘোনত থাকিবলৈ বাধ্য হও। হাৰামজাদী মাইকীজনীয়ে যদি এবাৰ আৰু 'নোৱাৰো' বুলি কৈ পাটীত পৰে, তাইক আৰু উঠাবই নোৱাৰি। বজাৰৰ পৰা চিৰামুড়ি আনি সেই ৰাৱণৰ গুণ্টীৰ পেট পুৰাব লাগে।"

সদুৱে ভুৰু কোঁচাই সুধিলে ঃ

"আৰু—নিজে ?"

"নিজে ? মোৰ কথা সুধিছা ? মই—সেই আমাৰ চুবুৰিতে বামুণৰ হোটেল এখন আছে—তাতে গতি। নগদে নগদে চাৰিগণ্ডা পইচা দলিয়াই দি—"

সদুৰ মনটো দুলি উঠিলনেকি ?

তাই ভাবিলেনেকি, যে চিৰজীৱন ধৰিয়েই টৌ খুঁটিয়া মাৰিলো, কিন্তু সাৰ্থক ৰান্ধন কেতিয়াও ৰান্ধিলোনে ? ভাত বাঢ়ি স্বামী পুত্ৰৰ মুখৰ আগত দিব পাৰিলোনে ?

স্বামী-পুত্ৰলৈ ভাতৰ কাঁহী আগবঢ়াই দিব নোৱাৰিলে আৰু—

পুত্ৰ ?

মুকুন্দৰ সংসাৰত যিবোৰ আছে—

সিহঁত সদুৰ পুত্ৰনে ?

পুত্ৰ বুলি কোৱাত দোষ কি ?

স্বামীৰ সন্তানেই তো সিহঁত !

ব্ৰতকথাত আছে—

'জিয়াতিৰ ভাত হওক, সতিনীৰ পুত হওক'।

মৰিলে সতিনীয়েকৰ ল'ৰায়ো মুখাগ্নি দিয়ে, ভিতত 'কাচা' ওলোমায়।

ও', সদুৰ মুৰত এইবোৰ চিন্তা পাক খাবলৈ ধৰিলে।

তথাপি তাইমুখেৰে ক'লে, "মইনো এতিয়া নবুৰ সংসাৰখন উটুৱাই দি কোন মুখেৰে—"

"এ—হে—হে—তাৰ সংসাৰ উটুৱাৰ প্ৰশ্ন আহে কেনেকৈ? তাৰ ঘৰ নাৱৰ কাণ্ডাৰীজনী খুব পাকৈত বুইছা! নিতান্ত তুমি আছা বুলিহে তেও' ঘোঁৰা দেখি খোঁৰা হৈ বহি আছে। তুমি গুচি গ'লে ঠিক পাৰিব।"

পিছে সদুৱেও সেই কথা নুবুজা নহয়।

বুজি পায় যে—এই যে বোবাৰীয়ে মন মাৰি বহি থাকে, শৰীৰৰ দুৰ্বলতাতকৈও মনৰ অবসন্নতাহে বেছি। সেই হাৰমালজনী সত্যৰ প্ৰাণৰ পুতলী যেনহে আছিল। তাই ওলাই গ'ল।

ইপিনে নবুৱে বৰকৈ শপত দিয়াত তালৈকো অহা-যোৱা বন্ধ তাইৰ।

যিমানেই খামী ডাঠ মাইকী মানুহ নহওক, স্বামীৰ 'মৰা মুখ দেখা'ৰ শপতটো তো উলাই কৰিব নোৱাৰে।

এনেহেন কেঁচা সোণ যেন ছোৱালী এজনী যে হৈছে তাইকো সজোৱা-পৰোৱাত মনেই নাই সত্যৰ। সদু গুচি যোৱাৰ পাছত নিজৰ ওপৰত পৰিলেই আকৌ সকলো ঠিক হৈ যাব।

কিন্তু সদু?

বৰ লাজৰ কথা!

লাজৰ কথা বৰ!

নিজৰ ঘৰত ধঁপাত চিলিম যতনাই দিয়া, বা ভৰিত হাত বুলাই দিয়া এক কথা, আৰু কেন্দ্ৰচ্যুত হৈ সেই অজান ৰাজ্যলৈ যোৱা—

কথা বেলেগ।

সেই সতিনীজনী কেনে, কেনেকুৱা সেই ল'ৰা-ছোৱালীবোৰ, কোনে ক'ব।

সিহঁতে যদি সদুক সহ্য কৰিব নোৱৰা হয়? আকৌ যদি স্বামীৰ ঘৰলৈ গৈ লাঞ্ছনা-গঞ্জনা পাবলগীয়া হয়?

আকৌ যদি খুন্দি তাও কৰে?

সিদিনা কথাই কথাই এই সন্দেহৰ কথা উলিয়াইছিল সোদামিনীয়ে, কিন্তু মুখাৰ্জিয়ে একে ফুঁতে সদুৰ সন্দেহ দূৰ কৰিলে। সদু নিশ্চিত হ'ল।

তেওঁ প্ৰবলভাৱে আশ্বাস দিলে, "ল'ছালীৰ কথা কৈছা? সিহঁতেই দেখোন সদায় মোক 'মাহী আইক আনা, মাহী আইক আনা' বুলি খুলি খুলি খাইছে। আৰু তোমাৰ সতিনীৰ কথা? হুঁঃ, দিনে-নিশাই যমক নিমন্ত্ৰণ কৰি আছে। কয়, 'তোমাৰ প্ৰথমজনীক লৈ আহাগৈ, এবাৰ তেওঁৰ ভৰিৰ

খুলি মুৰত লৈ এই খুতকপলীয়াবিলাকক তেওঁৰ হাতত গটাই দি নিশ্চিন্ত হৈ মৰোঁ—।"

হঠাৎ সদুৰ চকুযুৰি চলচলীয়া হ'ল। চকুপানী মচি সদুৱে ৰুদ্ধ কণ্ঠেৰে ক'লে, "তোমালোক—মতামানুহবোৰ বৰ নিষ্ঠুৰ। ইমান দিন ধৰি ঘৰ কৰি আছা, প্ৰাণত অলপ মযা-মোহো নাইনে?"

"কি মুস্কিল। মৰম-বেথা কৰা নাইনে? নে কৰা নাছিলোঁ? এতিয়ালৈকে কোনে তাইৰ এখাৰ বাৰ চেৰাশলীয়া কাম-কাজৰ বন্দবস্ত কৰিলে, কোনে তাইৰ খেজমত কৰিলে? তাইক চপাই লোৱাৰ পাছৰেপৰাই আমাৰ ভাই-ককাইহঁতৰ চকু বেলেগ বেলেগ হ'ল। মাই আছিলগৈ তেওঁৰ সৰু ল'ৰাৰ সংসাৰত, তাৰ পাছত তাতে মৰিল। মই চিৰদুখী। নহ'লেনো তুমি মোৰ বিয়া কৰাই অনা পৰিবাৰ, তোমাৰপৰা দয়া ভিক্ষা কৰিব লাগেনে?"

"থ'ক থ'ক, মোৰ আৰু পাপৰ বোজা বঢ়াব নালাগে।" সদুৱে ক'লে, "সতিনীয়ে বাৰু মৰি ৰক্ষা পৰিবলৈ বিচাৰে, পিছে ল'ৰা-ছোৱালীহঁতে মাহীআইক কিয় বিচাৰিছে তাকেহে বুজা নাই।"

"কিয় আকৌ, নাই বুজা?"

মুখাৰ্জিয়ে কণ্ঠস্বৰ কৰুণ কৰি তুলিলে :

'অলপ মাতৃস্নেহৰ আশাত। সময়মতে ভাত-পানী পোৱাৰ আশাত।"

তিল তিল পানীৰে শিলো ক্ষয় যায়। আৰু এয়াচোন আপোনা-আপুনি গলি থকা বোকামাটি। অৱশেষত এদিন সদুৱে তলমূৰ হৈ ৰুদ্ধকণ্ঠেৰে ক'লে, "ভাল তেন্তে, নবুক কোৱা। মই নিজ মুখেৰে একো ক'ব নোৱাৰিম।

পিছে নবুৰে সতাক ক'বলৈ হেঁহকা-পিছলা কৰিছিল। পাছত এদিন ঠোঁটা-মোজা লাগি কেনেবাকৈ কৈ পেলাইছিল, "হেৰি নহয়—মুখাৰ্জি ডাঙৰীয়াই মোক একেবাৰে জ্বলা-কলা কৰি মাৰিছে।"

সতাই মুৰটো দাঙি চাইছিল মাথোন।

এই চাৰিনিয়েই প্ৰশ্ন।

তাৰ পাছত নবকুমাৰে টপটপাই মুকুন্দ মুখাৰ্জিৰ সংসাৰৰ শোচনীয় অৱস্থাৰ কথা বৰ্ণাই, এটি বিবেচনামূলক কথাৰে সামৰিছিল।

"এনেকুৱা পৰিস্থিতিত বাইদেউক নপঠালে আমাৰ পক্ষে গৰ্হিত কাম নহ'বনে? বাইদেউক স্বাৰ্থপৰৰ দৰে ইয়াত আটক কৰি থৈছোঁ বুলি যদি লোকে—"

"আটক কৰি ৰখাৰ কথা কৈছাইবা কিয়?"

সতাই শান্ত কণ্ঠেৰে কৈছিল :

"ননন্দীয়ে তালৈ যাব বুলিহে কলিকতালৈ আহিছিল।"

তালৈ যাবলৈ!

নৰকুমাৰ হতভম্ব হৈ পৰিছিল। সত্যৰ অশলাগী মনোভাবৰ বাবে ধিক্কাৰ দিছিল। ভাবিছিল, চেৰশলীয়া অৱস্থাত যে সদৰে হাড়ভঙা খাটনি খাটিছিল, এতিয়াও যে সত্যক কুটা এগছিও ছিঙিবলৈ নিদিয়ে—এইবোৰ একোৱেই নহয়নে সত্যৰ মানত?

মুকুন্দ মুখাৰ্জিৰ সৈতে দেখাদেখি হ'ব বুলি বাইদেৱে আগৰেপৰাই জানিছিল জানো?

জানিছিল জানো মুকুন্দই বাইদেউক ইমান কাবৌ-কোকালি কৰি আকৌ তেওঁৰ সংসাৰৰ গধুৰ বোজা কঢ়িয়াবলৈ ক'ব বুলি?

কিন্তু মনৰ ভিতৰত মূৰ দাঙি উঠা এইবোৰ কথা নৰকুমাৰে সত্যক ক'ব পৰা নাছিল। কৈছিল, "ভাল, তেন্তে তাকে কওঁগৈ। জানো, তোমাৰ অলপ কষ্ট হ'বই—"

"মোৰ কষ্ট!"

সত্যাই কৈছিল: "মোৰ কষ্ট কিহেৰে হয় আৰু কিহেৰে যে নহয়, সেই জ্ঞান তোমাৰ থকাহেঁতেন!—বাদ দিয়া এইবোৰ কথা, মুখাৰ্জি ডাঙৰীযাক এটা ভাল দিন-খেণ চাবলৈ কোৱাঁগৈ।"

জগন্নাথৰ ৰথৰ চকাৰ ঘৰঘৰাই আগবাঢ়ি যায়, কেতিয়াবা বালিৰ মাজত পোত খাই পৰে। পোত খুই পৰা ৰথৰ ৰছীত ধৰি টানিবলৈ লক্ষ মানুহৰ হাত আগবাঢ়ি আহে। শ্ৰেণীহীন নিৰ্বিচাৰ।

মানুহৰ হাততে জগন্নাথৰ মুক্তি।

ৰূপকৰ ৰূপত দেৱতাৰ ৰূপ।

জগন্নাথৰ ৰথ যুগৰ প্ৰতীক। যুগৰ চকাৰৰ গতিও কেতিয়াবা উদ্দাম কেতিয়াবা মন্থৰ। সেই মন্থৰতাৰ মুক্তিও মানুহৰ হাততে। জনগণৰ জাগৰণেৰে যুগৰ জাগৰণ।

তথাপি ক'বই লাগিব, যুগৰ দেৱতা অলপ নগৰমুখী। নগৰ-চহৰ দ্ৰুত ছন্দেৰে আৱৰ্তিত হয়, গাঁৱে ছায়াচ্ছন্ন চোতালত পৰি ঘুমটি মাৰে। 'নগৰীয়া বা' যেতিয়া তাৰ ওচৰ পায়হি, তেতিয়া নগৰে সেই বায়ুক পৰিত্যাগ কৰি আন এক নতুন বায়ুলৈ মন মেলিছেই।

কিন্তু চহৰ আৰু গাঁও কেৱল মানচিত্ৰৰ বৰ্গমাইলৰ ওপৰতে নিৰ্ভৰশীলনে? চহৰ আৰু গাঁও একেখন ঘৰতে নাথাকেনে? জাগ্ৰত আৰু নিদ্ৰিত? মানুহৰ সৈতে মানুহৰ মনৰ গঠনত পাৰ্থক্য নাইনে?

মনৰ গঠনৰো চহৰ গাঁও নথকা নহয়। নহ'লেনো যুগচক্ৰৰ আবৰ্তনৰ ফলত সত্যব্ৰতী কিয় ইমান অধীৰ হয়, চঞ্চল হয়, আন্দোলিত হয়, আৰু নৰকুমাৰে কিয় সেই আৱৰ্তনৰ কথা গমকে নাপায়?

সত্যব্ৰতী থাকে ঘৰত।

নৰকুমাৰ ঘূৰি ফুৰে বাহিৰত।

নৰকুমাৰ বাহিৰতে ঘূৰি ফুৰে। অৰ্থাৎ নৰকুমাৰ বজাৰলৈ যায়, গেলা মালৰ দোকানলৈ যায়, তাছ খেলিবলৈ নিতাইৰ বহালৈ যায়, সদুৰ ঘৰলৈ আও-ভাও ল'বলৈকো যায়। এই বহিৰ্জগৎ নৰকুমাৰৰ।

কিন্তু সত্যব্ৰতীয়েইবা কি উল্লেখযোগ্য কাম কৰে?

সত্যব্ৰতীয়ে পাচলি কুটে, মচলা বাটে, ৰান্ধে, বড়ি দিয়ে, মুড়ি ভাজে, কাহুন্দি তৈয়াৰ কৰে। কেৱল আজৰি পৰত কিতাপ পঢ়ে সত্যব্ৰতীয়ে। পঢ়ে বাতৰি-আলোচনী আদি।

এইকণ খিৰিকী। খোলা খিৰিকী।

এই খিৰিকীয়েই সত্যলৈ বহিৰ্জগতৰ বাৰ্তা কঢ়িয়াই আনি দিয়ে।

এই খিৰিকীখন সৰুটো ল'ৰা সৰলৰ সহায়েৰে খুলি ৰাখিব পাৰিছে সত্যব্ৰতীয়ে। তাৰ বৰ্তমানে গল্পকথা মাকৰ লগত। আৰু কিতাপ যোগাৰ কৰি অনাত তাৰ বিৰাট উৎসাহ।

নৰকুমাৰে এই খবৰ নাপায়।

কেতিয়াবা কেতিয়াবা নবকুমাৰে তাছৰ আড্ডাৰপৰা শুনি অহা গল্প জুৰি ধিক্কাৰ দি কয়, "শুনিছা খিলিংকাৰৰ কথা, মাইকীমানুহ বোলে বিলাতলৈ যায়। বোলে—তাতে এম এ বি এ পাছ কৰিব। বিদ্যাৰ টিঙত উঠিব লাগিব তো। কালো কাল বিপৰীত কাল। কাণ্ড শুনিছানে আক', পিৰিলি-পৰিয়ালৰ কোনোবা এজনী বোৱাৰীযে বোলে—"

সত্যাই কয়, "মনে মনে থাকোচোন, মনে মনে থাকা।"

নৰকুমাৰে বিচলিত কণ্ঠেৰে ক'লে, "উস্! বুঢ়া হ'লোঁ, তথাপি জীৱনত প্ৰাণ খুলি দুদণ্ডমান গল্প কৰিবও নোবাৰিলোঁ।"

সত্যাই কয়, "কিয় গল্প নকৰা। তুমি যিবোৰ কৰিব পাৰা সেইবোৰ কৰা। বজাৰৰ দৰ-দামৰ গল্প আছে, কাইথ জোঁৱাইৰ পৰিবাৰে কি খুৱালে তাৰ গল্প আছে, অফিছৰ বৰবাবুৰ গল্প আছে "

নবকুমাৰে ক্ৰুদ্ধ কণ্ঠেৰে ক'লে "কিয়, দেশৰ দহৰ কথা কোৱা মোৰ নিষিদ্ধনেকি ?"

"নিষিদ্ধ নহয়! নিষিদ্ধ হ'ব কেলেই? নিজে জানি-বুজি কথা ক'লে তাৰ অৰ্থ হয়, তুমি যে আকৌ পৰৰ চকুৰেদি বাট বুলিবলৈ—"

"ঠিক আছে, জানিও দৰকাৰ নাই বুজিও দৰকাৰ নাই।" সত্যব্ৰতীৰ কথাষাৰ শেষ নোহওঁতেই অভিমানী নবকুমাৰে ক'লে, "তুমি আৰু তোমাৰ বিদ্বান ল'ৰাহঁতে কথা কৈ থাকা। আহ সুৱৰ্ণ, আমি দুয়ো গল্প কৰোঁ আহ।"

সুবৰ্ণ ?

ওঁ, সুবৰ্ণ।

সোণৰ পুতলাৰ দৰে ছোৱালীজনীৰ নাম সুৱৰ্ণলতা নহৈ কি হ'বনো ? ছোৱালীজনীৰ বয়স চাৰি বছৰমান হৈছে, বাপেকৰ বৰ সুৱাগী হৈ উঠিছে।

চৰাইৰ দৰে যেন কথা কয়।

ইতিমধ্যেই চৰু-বাটি লৈ ৰন্ধা-বঢ়া খেলা শিকিলেই তাই। কয়, "আহাঁ দে'তা—ভাত খোৱাহি।" কয়, "মই মাৰ দৰে ৰান্ধিব-বাঢ়িব পাৰোঁ। নোৱাৰোঁনে দে'তা ?"

নৰকুমাৰে সত্যাক শুনাই শুনাই কয়, "পাৰি থাকা আই, পাৰি থাকা। পিছে মাৰাৰ দৰে কুঠাৰ জৰা নিদিয়া যেন।"

এইদৰেই গৈ আছিল দিনবোৰ, অলপ মন্থৰ ছন্দেৰে।

সেই মন্থৰভাৱ মাজতে হঠাৎ এদিন এক আলোড়ন উঠিল। সেই আলোড়নে দেখা দিলে সত্যৰ 'ঘৰবপৰা পলাই যোৱা বন্ধু' নেড়ুৰ মূৰ্তি ধৰি। নেড়ু তাইৰ বন্ধু নহয়নো কি, তাক তাই ককাইদেউ বুলি কাহানিও মতা নাছিল। নেড়ু সত্যতকৈ বয়সত ছমাহৰ ডাঙৰ। সত্যাই সেই কথা নামানে। এতিয়াও নামানে।

কেৱল ৰুদ্ধ কণ্ঠেৰে ক'লে, "নেড়ু—তই?"

নেড়ুৱে হাঁহি মাৰি ক'লে, "বিশ্বাস হোৱা নাই, নহয়? নেড়ুৰ ভূত বুলি ভাবিছ? পিছে চিকুটি চাব পাৰ, তেতিয়া আৰু সন্দেহ নাথাকিব।"

"ভূত বুলি ক'লে অন্যায় নহ'ব—" সত্যৰ ৰুদ্ধ কণ্ঠত এইবাৰ উচ্ছ্বাস ফুটি ওলাল, "গাৰ বৰণটো অন্ততঃ ভূতৰ দৰেই কৰি তুলিছ ঐ! বোলোঁ নেড়ু, তোৰ সেই মাগুৰ বৰণীয়া গাৰ বৰণটো কি কৰিলি অ'?"

নেড়ুৱে হো হোকৈ হাঁহি দিলে, "কি কৰিলোঁ ক'চোন? বেচি খালোঁ। পিছে কেতিয়াবা কেতিয়াবা যি অৱস্থা হয়—তেতিয়া 'চুলি নখ হাত ভৰি বেচি খাবলৈ' মন যায়। গাৰ বৰণটো বেচিব পৰা হ'লে বেচিলোঁহেঁতেন বেচিব নোবাৰি নহয়? ব'দত পুৰি পুৰিয়েই—"

ধেমালিতে ক'লেও, এই কথাকেইটাৰপৰাই নেড়ুৰ প্ৰকৃত অৱস্থা ধৰা পৰিল, আৰু ধৰা পৰাৰ লগে লগে সত্যৰ চকুযুৰি চলচলীয়া হৈ পৰিল।

কিন্তু চকুপানী চকুতে বন্দী কৰি সত্যাই সেই আগৰদৰেই গেজেৰা মাৰি উঠিল, "অৱস্থাৰ খুব ব্যাখ্যা কৰিছ, বোলোঁ হঠাৎ নকৈ-নেমেলি নিৰুদ্দেশ হ'বলৈ কিহে পাইছিল তোক, ক'চোন? এনেকৈ ছেলোৱা কপোটো হৈ ঘূৰি ফুৰি তোৰ লাভটো কি হৈছে?"

নেড়ুৰ কৰ্কশ মুখখনৰ ওপৰত হঠাৎ বিজুলীৰ পোহৰ চিকমিকাই গ'ল। সি উদ্ভাসিত মুখেৰে উত্তৰ দিলে, "লাভ? অৱশ্যে তহঁতৰ কড়া-ক্ৰান্তিৰ হিচাপ মতে লাভ নহ'ল ঠিকেই, তাক ক'ব পাৰ—'অদৃশ্য বস্তু' বুলি। পিছে লাভ হৈছে তো! ভগৱানৰ ৰাজ্যত এই পৃথিৱীখন যে কেনে তাৰ আস্বাদ লাভ হৈছে।"

সত্য নেড়ুৰ এই উত্তৰ শুনি উচপ খাই উঠিলনে? সত্যৰ মুখখন হঠাৎ ছাইৰ দৰে শেঁতা পৰিলনে? নে হঠাৎ এটা বিৰাট লোকচানৰ খবৰ কোনোবাই সত্যক দি গ'ল? সত্যৰ মুখত কিয় দিশহাৰা উদভ্ৰান্তিৰ ছাঁ?

সেয়েহে পুনৰ কথা ক'বলৈ সত্যৰ কেইমুহূৰ্তমান সময় লাগিল। সত্যাই ওলাই আহিব খোজা দীঘল হুমুনিয়াহ এটা গোপন কৰিলে।

পাছত ক'লে, "খোজ কাঢ়ি কাঢ়ি পৃথিৱীৰ কিমানখিনি দেখা পাবি ক'চোন?"

নেড়ুৱে হাতেৰে এক বিশেষ ভংগী কৰি ক'লে, "হ'ল আৰু! পৃথিৱীৰ

সকলো ঠাইলৈ গৈ গৈ পৃথিৱীখন চোৱাৰ কথা কৈছোঁনে কিবা ? আচল কথা হ'ল চিনা-জনা সংসাৰখনৰ চৌহদৰ বাহিৰলৈ খোজ পেলালেই আন এক জগৎ, বুজিছ ? তাৰ মজা একেবাৰে সুকীয়া। স'চা কথা, তহঁত সংসাৰীহঁতে আমাক ভিকহু নিছলা বুলি ক'ব পাৰ, কিন্তু মই ক'ম যে বৰ সুখতে আছোঁ। 'ভোজনং যত্র তত্র, শয়নং হট্ট মন্দিৰে'—এযা কিবা কম মজা নে ? কোনো দিনা খাবলৈ জুৰিছে, কোনোদিনা নুজুৰিলে নেখাবেঁই, কোনোদিনা অট্টালিকাৰ তলত, কোনোদিনা গছতলত। কেতিয়াবা কেতিয়াবা কাৰোবাক এলোটা পানী খুজিও লালোডিঙি হওঁ, কেতিয়াবা আকৌ মুখলৈ চায়েই ক্ষুধাৰ্ত ব্ৰাহ্মণ বুলি কাবৌ-কাকুতি কৰি মাতি নি খোচামতি কৰি খুৱায়, পৃথিবীৰ কত যে লীলা-খেলা ! কত যে ঢঙৰ মানুহ আৰু চঙৰ বজাৰ !"

নেড়ুৰ এই অভিনৱ অভিজ্ঞতাৰ কাহিনী সত্যাই অবাক হৈ শুনে। আশ্চৰ্য্য ! আশ্চৰ্য্য ! সেই তাইৰ চিৰদিনৰ পুতৌৰ পাত্ৰ নেড়ু হঠাৎ যেন সত্যাই হাতেৰে ঢুকি পোৱাৰ বাহিৰলৈ গুচি গ'ল !

ধীৰভাৱে হুমুনিয়াহ কাঢ়িলে সত্যাই। লাহেকৈ ক'লে, "খুব ভাল লাগে, নহয় নেড়ু ?"

নেড়ুৱে তাৰ জুটুলা-জুটুল চুলিবোৰ হাতেৰে মোহাৰি মোহাৰি ক'লে, "ভাল লগা বেয়া লগা নুবুজোঁ সত্যা, এই জীৱন অন্য ধৰণৰ জীৱন, এয়ে আৰু ! কুমাৰৰ চাকত গঢ়া চৰু-কলহৰ দৰে একেটা সাঁচৰ নহৈ, নিজ হাতেৰে গঢ়া যি হওক এটা বেলেগ সাঁচৰ—কথা ইমানেই আৰু। তহঁতে ক'বি লাঠুৱা লুঠুৰঠুঙীয়া অঘৰী। ক'বি 'এস্ কি কষ্ট' ! মই পেটে পেটে হাঁহি থাকিম। ভাবিম এই লুঠুৰঠুঙীয়া অঘৰী হৈয়েই চোৱাচোন, তাৰ ৰহস্য-ৰস ভেতিয়াহে বুজিবা।"

সত্যাই আকৌ এবাৰ গেজেৰা মাৰি উঠিল, "বৰ কথা কৈছ দেখিছোঁ। বোলোঁ—তোৰ দৰে অঘৰীটো হৈ ছনে-বনে অনাই-বনাই ঘূৰি ফুৰিব পাৰেনে মাইকীমানুহে ? মটা ল'ৰা হৈ উপজিছ, যি ইচ্ছা কৰিবলৈ সুবিধা পাইছ। দেউতায়ো ঘৰ এৰি ওলাই গৈছিল—"

নেড়ুৱে আঙুলি এটা দাঙি ক'লে, "তাকে তো কৈছোঁ, গৈছিল বুলিহে এজন মানুহৰ দৰে মানুহ হ'ব পাৰিছিল। গাঁৱতে পৰি থকাহেঁতেন মোৰ দেউতাৰ দৰেহে হ'লহেঁতেন।"

"ঐ নেড়ু, পিতৃনিন্দা কৰিছ যে ?"

"নিন্দা-টিন্দা একো নুবুজোঁ সত্যা, মোৰ হ'ল হক্ কথা। যো হুৱা হো হুৱা—বাবু, তই কেনে আছ ক'।"

সত্যাই উদাস কণ্ঠেৰে ক'লে, "মোৰ কথা বাদ দে। মাইকী মানুহ হৈ উপজি—"

"হে—হ'ল আৰু!" নেড়ুৱে ক'লে, "তয়ো এতিয়া আক্ষেপ প্ৰকাশ কৰিবলৈ শিকিলি? আগতে তো এনেকুৱা নহী থী—এনে নাছিলি তো! 'মাইকীমানুহ মানুহ নহয' বুলি ক'লেই তোৰ উগ্ৰ খং উঠিছিল, আৰু—"

সত্যাই আগৰ দৰেই ক'লে, "সেই খং এতিয়াও উঠিব। পিছে তোক দেখিহে আক্ষেপটো হোৱা যেন পাইছোঁ অ'। কন্ত আছিলি তই, কিটো বা হৈ আছিলি। আসৈ নামাতোঁ, তোক আমি এটা অপদাৰ্থ বুলি ভাবি পনুতো কৰিছিলোঁ। কিন্তু এতিয়া দেখিছোঁ তইহে সাতকালৰ চেং, আমিবোৰহে টটুৱা বেং। থ'ক, বেছিকৈ নকওঁ আৰু, তেতিয়া অহংকাৰ হ'ব। পিছে এই কথা ঠিক, ঈশ্বৰে মোক মাইকী মানুহকৈ নগঢ়ি মতা মানুহৰ ৰূপ দিযাহে'তেন, ময়ো তোৰ দৰে ঘৰ এৰি ওলালোঁহে'তেন। পিছে নহ'লোৱেই যেতিয়া, ভগৱানৰ ভুলৰ খেচাৰত ঘৰত বহি বহি দিব লাগিবই। হ'ল বাধু, পিছে ক'চোন—তই আমাৰ ঘৰটো বিচাৰি উলিয়ালি কেনেকৈ ক'চোন?"

ওঁ, সেইটোহে কথা!

পলৰীয়া ল'ৰাটো ইমান দিনৰ অন্তত সত্যৰ ঘৰ বিচাৰি ওলালহি কেনেকৈ?—ক'বলৈ গ'লে দৈৱইহে তাক সহায় কৰিছিল।

উত্তৰ-প্ৰত্যুত্তৰৰ যোগেদি যিখিনি কথা বুজা গ'ল তাৰ সাৰমৰ্ম হ'ল এয়ে যে, নেড়ু অনাই-বনাই ঘূৰি ঘূৰি কলিকতালৈ অহা মাত্ৰ কেইদিনমানহে হ'ল। আৰু এইদৰে ঘূৰি ঘূৰি আজি আগবেলাতে কালীৰ থানলৈ আহিছিল, আৰু দৈৱক্ৰমে সত্যাও গৈছিল তেতিয়া তালৈ পূজা আগ বঢ়াবলৈ।

সত্য এনেকৈ যায় মাজে-মধ্যে। বাৰব্ৰত থাকিলেই যায়।

আজি আছিল অষ্টমীৰ উপবাস, গৈছিল। নেড়ুৱে দেখা পালে। কিন্তু বাটত বা মন্দিৰৰ চোতালত এজনী তিৰোতা মানুহক মাত লগোৱাটো বৰ শোভন নহয়, সেয়েহে নেড়ুৱে সত্যাৰ পিছে পিছে আহি অলপ আলেঙে আলেঙে থাকি, সত্যাৰ ঘৰটো চাই লৈছিল। সত্যাৰ সৈতে চুবুৰিৰ আন এজনী গৃহিণীও আছিল। তেওঁ বিদায় লৈ গুচি যোৱাৰ পাছতে নেড়ুৱে সত্যাহঁতৰ দুৱাৰত খটখটাইছিলগৈ।

সত্যাই চুবুৰীয়া গৃহিনীজনীক বিদায় দি দুৱাৰত খিলি তুলি দি পিছ হৈছেহে মাত্ৰ, তেতিয়াও বাৰাণ্ডাত ভৰি দিয়া নাই, ভাবিলে যে সেই মহিলাগৰাকীয়েই বোধকৰোঁ কিবা এটা ক'বলৈ পাহৰি থাকিল, বা কিবা দৰকাৰত পৰি আকৌ উভতি আহিল। সেয়েহে নিশ্চিন্ত মনেৰেই দুৱাৰখন খুলিছিল তাই, আৰু খুলিয়েই থতমত খাই দুখোজ পিছহুঁহকি গৈছিল।

কিন্তু পিছ হুঁহকি গৈয়েই সত্যাই দুৱাৰ বন্ধ কৰি দিছিলনে? নিয়ম মতে তাকে কৰিব লাগিছিল! পিছে সত্যাই উচিত কাম কৰা নাই

বুলি ক'বই লাগিব। তাই তভক খাই সন্মুখৰ মূৰ্তিটোৰ পিনে ৰ' লাগি থিয় হৈ থাকিল। বুক্ক ধূসৰ জপৰা চুলি, তাম-বৰণীয়া গাৰ বৰণ, খীণ পেশীবহুল মুখ, আৰু যেন চোতাল-ঘৰ কৰিব নোৱৰা হাড়ে-ছালে লগা চেহাৰা। ওখৰ তুলনাত পথালি নিচেই কম। আৰু সেই দৈৰ্ঘ্যৰ কাৰণেই পিন্ধনৰ সেই চুৰিয়াখন বৰ চুটি যেন লাগিছে। গাৰ বৰণ ৰ'দে পোৰা, গলাবন্ধ কোটচোলাটোৱেও যেন মানুহজনৰ তলৰ ফালে ভালেখিনি অংশক বঞ্চিত কৰি হঠাৎ বৈ দিছে।

হাতত এটা কেম্বিছৰ বেগ, বেগটো ওলোমাই জোকাৰি জোকাৰি মানুহ-জনে মিচক-মাচাককৈ হাঁহিছে। হঠাৎ কোনোবাই সত্যক এই অৱস্থাত দেখা পালে কি ক'ব বা ক'ব পাৰে, সেই কথা নভবা-নিচিন্তাকৈযেই সত্য থৰ হৈ থিয় দি থাকিল। তাৰ পাছত মানুহজনে হো হোকৈ হাঁহি মাৰি ক'লে, "কি অ' সত্য, চিনি পোৱা নাইনেকি ?"

অথচ সত্যই তিমানতে চিনি পাইছিলেই, ঠিক সেই মুহূৰ্ততে চিনি পাইছিল। আৰু সেই আকস্মিকতাৰ মুহূৰ্তত ৰুদ্ধকণ্ঠেৰে উচ্চাৰণ কৰিছিল, 'নেড়ু তইহে !"

বাৰান্দাত ভালকৈ বহি লৈ নেড়ুৱে ক'লে, "ৰক্ষা তেও ! ভাগ্যে চিনি পালি যে ! চোৰ-জুৱাচোৰ বুলি ভাবি যে মুখৰ আগতে দুৱাৰখন জপাই নিদিলি, এযে ঢেৰ !"

সত্যই তিৰস্কাৰৰ সুৰেৰে ক'লে, "দিলেও মোৰ দোষ ধৰিব নোৱাৰিলি-হেঁতেন। যিহে চেহেৰা কৰিছ—দেখাত চোৰতো অধম হৈছ ! তোক দেখি বঙতে নাচিম নে দুখতে কান্দিমেই ধৰিব পৰা নাই। যি কি নহওক, এতিয়াই কৈ থ'লোঁ, ইয়াৰপৰা হঠাৎ গুচি যাব নোৱাৰিবি, মোৰ ওচৰতে থাকিব লাগিব।"

নেড়ুৱে হাঁহি মাৰি ক'লে, "তোৰ হাতৰ খাই শকত হ'ম ?"

"হ'বিতো ! মিছা কৈছোঁ নে কিবা ?" সত্যই সতেজে ক'লে, "কিছুদিন খাই-শুই শৰীৰ-স্বাস্থ্য টঙাই ল'। এনেদৰে টলোঁ টলোঁকৈ ঘূৰি ফুৰিলে বেছিদিন আৰু পৃথিৱী চাই ফুৰিব নালাগিব তোৰ।"

সত্যৰ কথাবোৰ একেবাৰে আওহেলা কৰিব নোৱাৰিলে নেড়ুৱে। বেইটামান দিন আছিল ইয়াত। বৰ ৰং মনেৰেই দিন কটাইছিল। দুয়ো সাজত খাবলৈ বহি ৰন্ধা-বঢ়াৰ প্ৰশংসাত পঞ্চমুখ হৈছিল আৰু কৈছিল, "ওহ, যিমান দূৰ বুজিছোঁ ভিনদেওৰ ঘৰৰপৰা মোক তই আৰু ওলাবলৈকে নিদিয় সত্য। তোৰ এই শোকোতা, কলডিলৰ ঘণ্ট, কঠালৰ গুটিৰ আঞ্জা আৰু মাছৰ জোলৰ বন্ধনেৰেই বান্ধি থবি মোক।" কৈছিল, 'ভিনদেওৰ বপুটি কি কাৰণে যে এই বয়সতো ইমান লাড়ুৰা গোপালটিৰ

দৰে হে আছে এতিয়াহে বুজিলোঁ।" ল'ৰাহঁতক কৈছিল, "বুজিলানে বাপধনহঁত, তোমালোকে যিটি জননী-বস্তু পাইছা, লাখৰ ভিতৰতো বিচাৰি নাপাবা!"

সত্যাই মুগ্ধ বিগলিত চিত্তেৰে তাৰ কথাবোৰ শুনিছিল, কেতিয়া বা কেতিয়াবা উত্তৰ দিবলৈকো পাহৰি গৈছিল। ঘৰ এৰি বাটে-ঘাটে ঘূৰি ঘূৰি নেড়ুৰ কহন-ৰহণ কেনে আচৰিত ধৰণে সলনি হৈছে! এই ভাষা এই সুৰ নিত্যানন্দপুৰৰ নহয়। এনেকুৱা সহজ সৰল লঘুসুৰৰ ধেমেলীয়া কথা বাৰুইপুৰত সত্যাই শুনিছিলনে? নাইবা কলিকতাতো? ও'হো, নাই শুনা।

সত্যাই দেখা মানুহবিলাকে যেন সত্যক চাপন দি ধৰিলেহি। কোনোবা চঞ্চল, কোনোবা গম্ভীৰ, কোনোবা ব্যস্ত, কোনো লেহেম। খেনো ভয়ংকৰ, খোনোবা হাস্যকৰ। ইমান ৰহিমুখীয়া উজ্জ্বল ধেমালি-ধুমুলাত সহজ, অথচ ভাৰহীন নিৰ্লিপ্ত, ক'ত—ক'ত দেখা পাইছিল তাই?

নেড়ুৰ 'কথা' শুনাৰ বাবেই সত্যাই হাতৰ বন খৰধৰকৈ ক'ৰি অ'ত্তাইছিল, সত্যৰ ল'ৰাহঁতে পঢ়া-লিখাৰ কাম ততাতৈয়াকৈ কৰিছিল। ও, সত্যৰ ল'ৰাহঁতো সত্যৰ দৰেই মুগ্ধ বিমোহিত। নেড়ুৱে নানান দেশ-বিদেশৰ গল্পৰ বকলা মেলিছিল, নানান অভিজ্ঞতাৰ কথা কৈছিল

"জেপত নাই ফুটাকাড়, পেটত নাই ভাত-মুড়ি। অথচ মুখেৰে সাত হাল নাবাযো নোবাৰোঁ—বুইছ? ধৰমশালাৰ সেই মানুহজনক ডাঠি কৈছোঁ—'মই ৰান্ধিছোঁ নে খাইছোঁ তোমাক কিয় লাগিছেহে? তোমাৰ এই ধৰমশালাত ৰান্ধিবই লাগিব বা খাবই লাগিব বুলি কিবা নিয়ম বন্ধা আছেনেকি?' মানুহজন একেবাৰে গৰুড়ৰ অৱতাৰ বুইছ? হাত যোৰ কাৰ কৈছিল, 'মোৰ লিখন-পঢ়ন একো নাই বুইছে, পিছে আপুনি ব্ৰাহ্মণ সন্তান, চকুৰ আগত নেখাই-নবৈ পৰি থাকিব—চাইনো থাকোঁ কেনেকৈ'? আপুনি যে ৰন্ধা-বঢ়া খোৱা-বোৱা একো কৰা নাই—হওঁতে দেখি আছোঁৱেই। ওলাই গৈ পুৰী-কচুৰীওতো অনা নাই—', ক'লোঁ যে মোৰ 'ব্ৰত' আছে।

"ৰেটাই ঘুৰাই সুধিলে, 'কি বও'?

'আগতকৈয়ো গম্ভীৰভাৱে ক'লোঁ, তুমি নুবুজিবাহে'।

'পিছে কিনো এনেকুৱা বস্তু যে গাখীৰ গংগাজল ফল-টল খাবলৈকো নিষেধ'?

'মই খং ভাব দেখুৱাই ক'লোঁ, 'তোমাক নো ইমান কৈফৎ কেলেইহে? ঠিক আছে, আন ধৰমচালা নাই নেকি। তালৈকে গুচি যাওঁ!' অথচ —বুইছ নহয়, পেটে পেটে মোৰ ভাব হৈছে, ইমান পেকপেকাই নাথাকি এআঁৰ মালভোগ কলকে দেচোন আনি, লগতে কেইটামান পুৰঠ আম, আৰু এসেৰমান মালাই আৰু আঠগন্ডামান মণ্ডা—"

সাধন-সৰলে কথাৰ মাজতে হাঁহি হাঁহি লুটি-বাগৰ খাইছিল। সৰলে কেতিয়াবা নেড়ুৰ কথাৰ লগত যোগো দিছিল—'বাৰগণ্ডামান চম্‌চম্‌, এখৰাহি গৰম জিলাপী—'

"হওঁতে তই বেয়া কোৱা নাই" নেড়ুৱে কৈছিল, "তেতিয়া বিশ্ব-ব্ৰহ্মাণ্ডকে চোবাই খোৱাৰ ভোক। অথচ খুজিখোৱা বামুণ হ'বলৈকো সত নাযায়। পিছে কি আৰু ক'ম—সিদিনা সেই বেটাই স'চাকৈয়ে লৈ আহিল ইমান ডাঙৰ এটা ঘটীত ক্ষীৰৰ দৰে ঘন গৰম গাখীৰ, আৰু মস্ত মস্ত চাৰিটা মালভোগ কল। ক'লে, 'এইকণ খালে তোমাৰ বস্তু নষ্ট নহ'ব—' মই বুইছু, তাক যেন কিৰূপাহে ধৰিছোঁ—এই ভাও জুৰি পোনেই পেটলৈ চালান কৰি দিলোঁ সেইবোৰ। গাল আছোঁ আৰু ভাবি আছোঁ—আৰু ইটো-সিটো অলপ লৈ নাহিলি কিয় বেটা ?"

সাধন সৰল সত্যাই প্ৰাণখুলি হাঁহে।

কেতিযাবা কেতিযাবা নবকুমাৰেও এই মেলত যোগ দিছিল। এই অঘৰী খুলশালিজনলৈ তাৰ মনতো মৰম উপজিছিল। তলে ত'ল সত্যাক কৈছিল, "কাযদা কৰি ইয়াতে ৰাখি বইনা টইনা এজনী যোগাৰ কৰি বিযা পাতি দিয়া। তেতিয়া বাচা কেনেকৈ অঘৰী হয চাবা।"

সত্যাই কৈছিল, "থাকক, ঘূৰিযেই ফুৰক সি। এটা মানুহ বেলেগ ধৰণৰ হ'লেই বা। সকলোবেই বিয়া-বাৰু, ঘৰাই সংসাৰী হ'বই লাগিব বুলি কিবা বন্ধা-ধৰা নিযম আছেনে ?"

"আস্‌! সন্ন্যাসী হ'লে কথা বেলেগ আছিল। ই দেখোন গেৰুৱাও নহয়, সংসাৰীও নহয়।"

"হওক তেও।"

নবকুমাৰে কৈছিল, 'তেনেহ'লে মই আৰু কি ক'ম ?" তাৰ পাছত আড্ডালৈ গৈ কৈছিল, "তাৰ পাছত খুলশালি, কোন কোন তীৰ্থলৈ গ'লা কোবাচোন শুনো ?"

নেড়ুৱে কৈছিল, "তীৰ্থ-চীৰ্থ একো নাই বৰ, তীৰ্থ-ধৰ্ম লৈ মূৰ ঘমোবা নাই। পিছে ভ্ৰমণলৈ ওলোৱা মানেই তীৰ্থ। পৃথিবীৰ য'তে যিমান শোভা সৌন্দৰ্যৰ ঠাই তাতেই মানুহে সুন্দৰ একো একোখন তীৰ্থ সজাই থৈছে—"

সত্যাই সুধিছিল, 'একেবাৰে শেষত তই ক'ৰপৰা ঘূৰি আহিলি ?"

"কাশী। কাশীলৈ অবশ্যে ইযাৰ আগতেও গৈছিলোঁ। প্ৰথমে কাশীলৈ যাব তো লাগিবই।"

"কাশী? সদ্যহতে তই কাশীলৈ গৈছিলি ?" সত্যাই রুদ্ধ কণ্ঠেৰে ক'লে, "দেউতাক লগ ধৰিছিলিনে ?"

"দেউতা মানে—মাজুখুড়াৰ কথা কৈছ ?" নেড়ু আচৰিত হ'ল, "তেও কাশীলৈ গ'ল নে কি ?"

"গ'ল মানে— ? তাতে থাকিব বুলিয়েই ঘৰ এৰি গ'লগৈ। দেউতা কাশীবাসী হ'ল।"

এই প্ৰসংগটোত নেড়ু গম্ভীৰ হৈ পৰিল। লাহেকৈ হুমুনিয়াহ এটি এৰি ক'লে, "মই তো নাজানো ! জনাহেঁতেন বিচাৰি উলিয়াবলৈ চেষ্টা কৰিলোঁহেঁতেন। মাজুখুড়া নিত্যানন্দপুৰত নাই—কথাটো যেন—"

সত্যাই একো উত্তৰ নিদিলে। সত্যাই মুখ তুলিও নাচালে। সুবৰ্ণক কোলাত লৈ বহি থাকিল।

আকৌ, এসময়ত পুণ্যৰ প্ৰসংগ ওলাল।

নেড়ু এবেলাৰ বাবে শ্ৰীৰামপুৰত পুণ্যৰ ঘৰলৈ গৈছিল। পিছে এবেলাতকৈ বেছি সময় থাকিব পৰা নাছিল তাত। পুণ্য বোলে বৰ ডাঙৰ গৃহিণী হৈ পৰিছে যিমান পৰ আছিল তাত, সিমান পৰেই পুণ্যই তাক উপদেশ আৰু ধিক্কাৰ দিলে।

"জগতখনৰ কমান যে সলনি হৈছে।" সত্যাই সৰুকৈ হুমুনিয়াহ কাঢ়ি ক'লে 'নেড়ু। সৰুকালৰ কথা তোৰ মনত নপৰেনে ?"

"পৰে। নপৰাৰ কি লই ? পিছে—কথা কি জান সত্য, এনেয়ে তই মাক দেউতাকৰ একমাত্ৰ সন্তান আৰু আমি মাজুখুড়া মাজুখুড়ীৰ দৰে মাক-দেউতাক। তোৰ মনত পৰাত আৰু মোৰ মনত পৰাত পাৰ্থক্য আছে। চৌধ্যটা ল'ৰা-ছোৱালীৰ মাজৰ মই এটা।"

এনেবোৰ প্ৰসংগ ওলালে লাজ-পাই সত্যাই অন্য কথাৰ পাতনি তৰিছিল। কেতিয়াবা আকৌ পুণ্যৰ কথাকে উলিয়াইছিল। পুণ্যজনী আগৰদৰে খীন-মীন হৈ আছে, নে শকত-আৱত হ'ল। চুলিবোৰ এতিয়াও আগৰ দৰেই আছেনে তাইৰ ?

"চুলি ?" নেড়ুৱে হো হোকৈ হাঁহি দিছিল, 'এই ইমানখন তালু ওলাল। তাৰ ওপৰত সেন্দুৰৰ ফোঁট থোৱা। সাইলাখ সৰু আইতা। মই ক'লো, 'আই শান্তা গোসানী, সেৱা কৰিলোঁ। আৰু নাহোঁ'।'

সত্যাই হাঁহি মাৰি ক'লে, 'তই ইমান গম্ভীৰ্য হৈ গৈছ আছিলি নেড়ু, ইমান কথা শিকিলি কেনেকৈ অ' "

নেড়ুৱে ক'লে, "মানুহ দেখি দেখি 'সমানেহ বুধি বাঢ়িব।"

নেড়ু এনেকৈয়েই আছিল তাত। আৰু সঁচা কথা ক'বলৈ হ'লে, দহ-বাৰ দিনতে তাৰ শৰীৰ-স্বাস্থ্যও বহু ভাল হৈছিল। গাৰ বৰণ-গঠন ঘূৰি আহিছিল। ডেৰ-দুমাহমান ইয়াত থকাহেঁতেন লিহলিহীয়া নেড়ু কিজানি 'বছ হৃষ্ট-পুষ্ট হৈ উঠিলহেঁতেন। কিন্তু নাথাকিল।

হঠাতে এদিন ভুটুংকৰে ক'লে, "আৰু নহয়, তোৰ ইয়াত শিপা গজিল, এইবেলি পলায়নেই একমাত্ৰ পথ।"

সত্য উচপ খাই উঠিছিল। সত্যাই বহি দিলে। "যাবিগৈ?"

"সেয়া চোৱা, নাযাও' মানে? ভিনদেউৰ ঘৰত মৌৰুচী-পট্টা লৈ সোমাই থাকিবলৈ আহিছোঁনে কি? ওহোঁ, নাথাকোঁ, আৰু এটা দিনো নাথাকোঁ।"

সত্যাৰ কাকুতি-মিনতি, সত্যৰ ল'ৰাহ'তৰ ধা-ধৰণ আৰু নবকুমাৰৰ অনুৰোধ-উপৰোধ সকলো নেওচি কেঁশবছৰ বেগটোত মাল-মতংখিনি ভৰাই লৈ নেড়ুৱে পুনৰ বাটলৈ বুলি খোজ ল'লে। কেবল যাত্ৰাৰ সময়ত ক'লে, "দে—ডেচোন, তোৰ সেই নাৰিকলৰ লাড়ুকে এটোপোলা ভৰাই দে। নপঁচে, ভালে দিন ধৰি খাব পাৰিম। যেতিয়াই খাম, তহঁতলৈ মনত পৰি থাকিব।"

পিছে কেবল নাৰিকলৰ লাড়ুৱেই নহয়, চকুপানী মচি মচি এবেলাৰ ভিতৰতে বহুতো কিবাকিবি তৈয়াৰ কৰিছিল সত্যাই।

তিলৰ লাড়ু, ক্ষীৰৰ সন্দেশ, মগুৰ বৰ্ফি, সৰু গজা, আখৈৰ লাড়ু।

জোৰ কৰি আটাইখিনি বস্তু তাৰ বেগটোত ভৰাই দিছিল। আৰু মূৰত ধৰি শপত খুৱাই লুক-চুককৈ তাৰ হাতত দহটা টকা গুজি দিছিল।

অঘৰী নেড়ুৰ চকুৰ কোণ সেমেকি উঠিছিলনে?

উঠিছিলনে নাই চকুৱেহে জানে। পিছে মুখৰ মাত যে আৰ্দ্ৰ হৈ উঠিছিল, সেই কথা সত্যাই গম নোপোৱাকৈ থকা নাছিল। টকাকেইটা সেই ৰং উৰঁলি যোৱা কোটচোলাৰ জেপত ভৰাই থৈ কৈছিল, 'তই বুলিহে ল'লোঁ সত্যা। আন কাৰোবাৰ সাধ্য নহ'লহেঁতেন যে মোক—"

সুৱৰ্ণক কোলাত তুলি লৈ ওমলাই-জামলাই নমাই থৈ নেড়ু বিদায় লৈ গুচি গ'ল। সত্যাৰ বৰ্তমানৰ নিস্তৰংগ জীৱনত নেড়ুৱে যেন প্ৰচণ্ড তৰংগ তুলি দি গুচি গ'ল।

এইখন ঘৰত বহুদিন ধৰি নেড়ুৰ কথা ধ্বনিত হৈ থাকিল।

বহুদিন ধৰি সত্য আমন-জিমন হৈ থাকিল। সমনীয়া, বৰঞ্চ অলপ ডাঙৰেই, এই ভায়েকটোলৈ সত্যাই যে কিয় বাৎসল্য জড়িত মৰমত আপ্লুত হৈছিল, কোনেও নাজানে। অথচ এই বাৎসল্যমিশ্ৰিত মৰমৰ মাজতে আছিল শ্ৰদ্ধা, সমীহ আৰু ভক্তি বিমিশ্ৰিত অপূৰ্ব ভাব-ব্যঞ্জনা।

নেড়ু বেচাৰা। নেড়ু অবোধ।

তথাপি নেড়ু অনেক ঊৰ্ধ্বত, সত্যাই ঢুকি নোপোৱাত।

অঘৰী নেড়ুৰ জীৱন-দৰ্শনে নেড়ুক সত্যাৰ চকুত এক মহান নাটকৰ মহিমান্বিত নায়কৰূপে প্ৰতিষ্ঠিত কৰি থৈ গ'ল।

দিন যায়, ৰাতি পুৰায়।

আজিকালি সংঘৰ্ষ কম।

কিযনো সত্যৰ কাম অলপ বাঢ়িল, সেই কাম সুবৰ্ণৰ। সত্যাই সুবৰ্ণৰ মাজতে নিজৰ জীবনৰ সম্পূৰ্ণতা প্ৰত্যক্ষ কৰিব চাগে। সেয়েহে সৰুৰে-পৰাই তাৰ ভগা-ছিগা টুকুৰাবোৰ গোটাই-পিটাই তাই নিমজ কৰি ল'বলৈ বিচাৰে, বুটা তুলিবলৈ বিচাৰে।

ইপিনে সুবৰ্ণ নবকুমাৰৰো প্ৰাণৰ পুতলী।

গতিকে সুবৰ্ণ এতিয়া দুযোৰো মাজত মনোৰম সেতু!

নবকুমাৰে মাত লগায় "হেৰা—শুনিছানে তোমাৰ ছোৱালীৰ বাক্য!"

সত্যাই ভ্ৰূকুটি কৰি কয়, "তুমি শুনি থাকা।"

নৱকুমাৰে হাঁহে, "মোৰ দেখোন—মাকৰ বাইক-বচন শুনি থাকোঁতেই চাউল টুটি আহিল। নহযনে বাৰু?"

সত্যাই হাঁহিলে, "তোমাৰ জোঁৱায়েৰাৰ কপালত আৰু বিধতাই কি লিখি থৈছে চোৱা!"

নবকুমাৰে ৰাসকতা কৰি ক'লে, 'পিছে সেই কপাল শহুৰতকৈ আৰু উত্তম হ'ব যেন পাওঁ। জীয়েকক মাকে মহা বিদ্যাৱতী নকৰি এৰিবনে কিবা?"

এইবোৰ পিছে ৰসিকতাহে। সংঘৰ্ষ নহয়।

সুবৰ্ণ যেন সংসাৰৰ তপত বালিত স্নিগ্ধ ছায়া। এই ছায়া—ছোৱালী মাত্ৰেইনে বাৰু? সেয়েহে ছোৱালীহ'তক 'লখিমী' বুলি কয় নেকি? 'শ্ৰী' বুলি কয় নেকি? অন্ততঃপক্ষে সুবৰ্ণৰ ক্ষেত্ৰত এইবোৰ সফল। সেয়েহে সত্যৰ জীৱনলৈ যেন অলপ স্তিমিত শান্তি আহিছে।

অৱশ্যে তাৰে মাজতে এবাৰ—ল'ৰাহ'তৰ কলেজত পঢ়াৰ কথাত সংঘৰ্ষ লাগিছিল, পিছে সি বেছিদূৰলৈ বাগৰা নাছিল। নৱকুমাৰে কৈছিল, "ল'ৰাহ'তে এনট্ৰান্স পাছ কৰা শুনি চাহাবৰ বং কি চাবা। কয়, "দুয়োজন ল'ৰা একেলগে পাচ কৰিলে! গুড! তেনেহ'লে নৱকুমাৰবাবু, মই থকাতেই সিহ'তক অফিছত সুমাই থৈ যাওঁ—"

সত্যাই কথাৰ মাজতে কৈছিল, "পাগল!"

"পাগল! পাগল মানে?" নৱকুমাৰ আচৰিত হৈছিল। ভাবিছিল যে খবৰটো দিয়াৰ পাছত ছাহাবৰ মহানুভৱতাৰ কথা লৈ আলোচনা হ'ব। তাৰ পাছত অফিছৰ সহকৰ্মীসকলে নৱকুমাৰৰ সৌভাগ্যৰ কথা শুনি ঈৰ্ষাত কেনেকৈ জ্বলি-পুৰি মৰিব, সেই প্ৰসংগ লৈও হাঁহি-খিকিন্দালি হ'ব কিছু পৰলৈ।

কিন্তু সদায় কৰি অহা বিৰুদ্ধতাৰ নিয়মেৰে এই সৌভাগ্য-সম্বাদৰো বিৰুদ্ধতায়েই কাৰণে সত্যাই। ক'লে, "পাগল!"

নৱকুমাৰে ক'লে, "পাগল মানে?"

"মানে সিহঁত এতিয়া চাকৰিত নোসোমায, পঢ়িবহে।"

"পঢ়িব! আকৌ কিমান পঢ়িব লাগে। আৰু চাকৰিৰ বাবেহে পঢ়া। সেই চাকৰি যেতিয়া পাইছেই—"

সত্যাই এবাৰ নৱকুমাৰলৈ কোমল চাৱনিৰে চাই লৈ কৈছিল, "নহয়, চাকৰিৰ বাবে পঢ়া নহয়, মানুহ হ'বালৈহে পঢ়া। আৰু সাধন উকিল হ'ব লাগিব, সবল হ'ব ডাক্টৰ।"

সাধন উকিল, সবল ডাক্টৰ!

এবেলাবে জোনটোক চুকি পোৱাতে লাগিব।

নৱকুমাৰে তীব্ৰ কণ্ঠেৰে ক'লে, "ক'ত দুযো দুমুঠিকৈ টকা আনিব ঘৰলৈ, তাকে নকৰি ঘৰৰ কড়ি খৰচ কৰি সিহঁতক বিদ্যাবন্ত কৰি তুলিব লাগিব! ছলিৰ মেল, কলৰ ভেল নো আৰু কাক কয়!"

"সিহঁতৰ পঢ়াৰ বাবে তুমি আৰু এটা পইচাও খৰচ কৰিব নালাগে।"

"নালাগে? বঢ়িযা! টকাখিনি তেন্তে ক'ৰপৰা আহিব শুনোচোন?"

সত্যবতীয়ে নিশ্চিত কণ্ঠেৰে কৈছিল, "সিহঁতে ল'ৰা পঢ়ুৱাই কলেজৰ মাছুল যোগাৰ কৰি ল'ব।"

এই কথাষাৰ কৈযেই সত্যব্ৰতীযে—এই প্ৰসংগৰ মোখনি মাৰিব খুজিছিল, কিন্তু নৱকুমাৰে ইতিকিণ্ডৰ সুৰতে ক'লে, "ল'ৰা পঢ়ুৱাই! হেঁঃ, ওঁঠ চেপিলে গাখীৰ ওলোৱা ল'ৰাহঁতক কোনেনো মাষ্টৰ ৰাখিব?"

হঠাৎ সত্যাই হাঁহি মাৰি ক'লে, "বোলো—কি কৈছানো? তেনেহ'লেনো সিহঁতক অফিছত চাকৰি কেনেকৈ দিয়ে—?"

"সেই কথা বেলেগ। সিহঁতৰ মুখলৈ চাই দিয়া নাছিল, মোৰ খাতিৰতহে দিছিল, আৰু—"

"তেনেহ'লে ধৰি লোৱা মোৰো ক'ৰবাত কিঞ্চিৎ খাতিৰ নথকা নহয়।"

'সেই কথাত আচৰিত হ'বলগীয়া নাই—" নৱকুমাৰে সক্ৰোধে কৈছিল,

"তুমি যে তলে তলে কি কৰা-নকৰা তুমিহে জানা। সাতো মতাৰ কাণ কাটিব, নাকত ধৰি চাকত ঘূৰাব পাৰা তুমি।"

খং উঠিছিল, কিন্তু হাৰিব যে লাগিব সেই কথাটোও নিশ্চিতভাৱে বুজিছিল। শেষ চেষ্টা কৰি চালে আক্ষেপ প্ৰকাশ কৰি।

"চাহাবক যে কি ক'ম—তাকেহে ভাবি পোৱা নাই।"

"ইমান ভাবিব লগা একো নাই"—সত্যাই কৈছিল, "ক'বা যে সিহঁতে আৰু পঢ়া-লিখা কৰাটোৱেই সিহঁতৰ মাকৰ ইচ্ছা।"

"সেই কথা কোৱাৰ মানেই হ'ল যে মই তিৰীৰ কথা মতে চলো—"

"হ'লেইবা, একো দোষ নাই—" সত্যাই হাঁহি মাৰি কৈছিল, "তেওঁলোকৰ সমাজত পৰিবাৰেই সৰ্বেসৰ্বা। তেওঁলোক পৰিবাৰৰ কথাতে উঠ বুলিলে উঠে, বহ বুলিলে বহে।"

"এ—এঃ, তুমি তেওঁলোকৰ দেশলৈ গৈ তেওঁলোকৰ সমাজ সংসাৰ চাই আহিছা। নহয়?"

সত্যাই আকৌ অলপ হাঁহিছিল, 'সকলো চকুৰে চাই চাই শিকিব পাৰিনে? চকুৰে নেদেখিলে শিকিব নোৱাৰিনেকি?

গতিকে ল'ৰাহঁত কলেজত ভৰ্তি হ'ল আৰু সুবৰ্ণহঁত মাকৰ ওচৰত অ আ শিকিবলৈ ধৰিলে।

সদু কোতযাবা কোতযাবা ফুৰিবলৈ আহে, কয়, "এই অক'মানজনীক তুমি আখৰ শিকাইছা বোৱাৰী। পাচত পাও নিদিয়েমানে বেয়া ছুৱৰ নাপায় যে নাজানানেকি?"

সত্যাই খোলাকৈ হাঁহি মাৰি ক'লে, "সেই নিয়ম ল'ৰাহঁতৰ বাবেহে। ছোৱালীৰ আক' নিয়ম। তাইকতো তোমালোকৰ পাঠশালাত নিদিয়া নহয়?"

"তোমাৰ বুঢ়ী বয়সৰ চেনাইটিৰ তা ... ৰব পাৰিলাহেঁতেন বৰঞ্চ। তোমাৰ তো চকুতে জোৰ নৱাৰে।"

এই কথাত সদুৱেও হাঁহিছিল। সদু ... দাই নাহে, এতিয়াও হাঁহি-মাতিয়েই দিন কটায়, নিচ্ছ ধৰণ-ধাৰণৰ স ... ছ।

সদু গেলেলী হৈ পৰিছে, সদুৰ মুখত নিমজ্জ প ৰ ভ পুৰ চেন। সদুৱে গল্প কৰে, 'মোৰ ডাঙৰ ল'ৰাটো, মোৰ সৰু ছোৱালীজনী—", কয়, মাজু ছোৱালীজনী শহুৰেকৰ ঘৰৰপৰা আহিব চাগেই।'

সদুৰ সতিনীয়েক তেন্তে সঁচাকৈয়ে মৰিল নেকি?

সেই পৰিত্যক্ত ৰাজ্যপাট লৈয়েই সদুৱে ৰজাৰ ধনৰ ওপৰত ভোগাৰীহঁত ওলাইছে নেকি?

নহয়, কথা তেনে নহয়।

সদুৰ সতিনীয়েক জীযাই আছে, আৰু আছে সুস্থ শৰীৰেই। ৰোগ-ব্যাধিও কমিল, অলপ ৰস-পমো হৈছে। দিনে-নিশাই কয়, 'বাইদেউ তুমি আহিছিলা বুলিহে তৰিলোঁ!' কয়, 'এই কচাইৰ হাতত পৰি ওৰে জীৱনটো ধৰি ডেই-পুৰি মৰিছোঁ বাইদেউ, আলহ-উদহ যে কেনে বস্তু তুমি অহাৰ আগে নাজানিছিলোঁ। দুখীয়া পৰিয়ালৰ মাউৰী, ঘৰখনে পাৰ কৰিছিল নে দূৰ কৰিছিল—তুমি আগৰ জনমত মোৰে মা আছিলা চাগেই'।

সদুৱে হাঁহি মাৰি কয, "ক'ত মৰোঁগৈ? কাক কি ক'ব লাগে নাজান? সতিনীক মা বুলি মাতিব পাযনে?"

কিন্তু সদুৱে সতিনীক সঁচাযে নিজৰ পেটটোতকৈও আধক যত্ন কৰে। যিজনীয়ে ইমান ডাঙৰ সংসাৰখন সদুক ভোগ কৰিবলৈ এৰি দিলে তাইৰ ওচৰত কৃতজ্ঞ নহ'লে হ'বনে?

মুকুন্দই কয, "হুঞ্ৰেৱা, তুমি দেখোন অসাধ্য সাধন কৰিব পাৰা! মৰামুৰজনীক বেছ তজবজীযা কৰি তুলিলা দেখিছোঁ!"

"মৰামুৰ কিয হ'ব? তোমাৰ হ'ল ন-তে ন অ'ৰা পুৰণি হ'লে ছ-অ'ৰা। তোমাৰ অনাদৰ-অবহেলা পাইহে ঘুণে ধৰিছিল।" সদুৱে নিজৰ স্বভাৱ মতে গেজেৰা মাৰি উঠিল, "শুকান গছজোপাতো নিযমিত পানী দিলে ফুল ফুলে, জানানে নাজানা?"

"বুজিলোঁ বাবু—" মুকুন্দই যেন বিষম ৰহস্যৰ ভংগীৰে ক'লে, "সতিনীহুলক জীযাই তুলিছা, আগলৈ যাতে তোমাকো নিৰ্বিন্ধে চাবা।"

"সোদামিনীয়ে হুল বিন্ধালে ভয নকৰে—" সদুৱে ক'লে, "হেঁঃ, কাইটৰ শয্যাতে যাৰ জীৱন উকলিল!"

মুকুন্দই বিগলিত হৈ গলগলীয়া মাতেৰে ক'লে, "তাকেহে ভাবোঁ এতিয়া—যে ইমান দিন ধৰি কি কৰিছিলোঁ! এনেহেন ঘৰণী-গৃহিণী পৰিবাৰ এগৰাকী থকা সত্ত্বেও—"

সদু অলপ অন্যমনা হ'ল।

ক'লে, "মোমাই-মামীৰ কাৰণে অলপ কষ্ট হয়। মামীৰ তো উজুটিত পৰি মৰা বিধৰ অবস্থা, এতিয়া ঘোঁটে ঘোঁটে পানী খাইছে আৰু!"

মুকুন্দই সজোৰে ক'লে, "বাদ দিয়া সেই কথা। তেওঁলোকৰ পো পো-বোৱাৰী থাকোঁতেও যদি ঘোঁটে ঘোঁটে পানী খাব লাগে—তেনেহ'লে অভাগ্যৰ কপাল বুলিয়েই ক'ব লাগিব। সেই দায়িত্ব তোমাৰ নহয়।"

"নহয় বুলিয়েইবা কওঁ কেনেকৈ? অসময়ত আশ্ৰয়দাতা তো হয়েই? মামীয়ে আশ্ৰয় নিদিয়াহেঁতেন ক'ত যে উটি-বুৰি ফুৰিলোহেঁতেন!"

এইবোৰ কথাই মুকুন্দক কাইটে বিন্দা দি বিন্ধে।

গতিকে তেওঁ আগতকৈও প্ৰবলভাবে উজাৰ-জাৰ দিলে, "আশ্ৰয় দিছিল

তোমাৰ প্ৰয়োজনত নহয়, তেওঁলোকৰ প্ৰয়োজনত। আৰু যিমান দিন যাব, অন্ন খ'ত থাকে, কোনেও বন্দ কৰিব নোৱাৰে, এয়া হ'ল শাস্ত্ৰৰ কথা।"

শাস্ত্ৰবাক্যক উলংঘা কৰি তৰ্ক কৰাৰ সাহস বোধকৰোঁ সদ্‌ৰ নহ'ল। নাইবা অনেক দুখৰ অন্তত শেহতীয়া এই পাতৰ আশ্ৰয়কণ হেৰুউৱাৰ ভয়ত।

মামা-মামীৰ কথা মনত পৰিলে মন কেনেবা কেনেবাখন কৰে কিন্তু পুনৰ তালৈ উভতি যোৱাৰ কথা ভাবিলেও গা চিকেঁহি মাৰি উঠে।

চিকেঁহি মাৰি উঠে সকলোৰেই।

আনকি নৰকুমাৰো এতিয়া নগৰ-জীৱনত ইমানেই অভ্যস্ত হৈ পৰিছে যে গাঁৱলৈ যোৱাৰ নামকে নোলোৱা হৈছে।

কিন্তু এই নিশ্চিন্ত জীৱন আৰু নাথাকিল। হঠাৎ বিপৰ্যয়ে দেখা দিলে। সম্বাদ আহিল: নীলাম্বৰ বানাৰ্জি মৃত্যুশয্যাত।

খাই-বই পুথুৰী-ঘাটবপৰা মুখ ধুই আহোঁতেই ডিঙি বেঁকা কৰি অজ্ঞান হৈ পৰিল। কোনোৱে ক'লে সন্ন্যাস ৰোগ, খেনোৱে ক'লে পৰুৱাই পোৱা বুলি। পিছে জীয়াই থকাৰ আশা আৰু নায়েই।

খবৰটো পাই নৰকুমাৰে হুৰাওৱাৰে কান্দিলে আৰু ইমান দিন ধৰি যে সি একানিমানো পুত্ৰ-কৰ্তব্য পালন কৰা নাই, সেইবোৰ কথা কৈ কৈ ইনাই-বিনাই কান্দি থাকিল। লগতে অনুপান হিচাপে এইখিনিও ক'লে যে, পৰিবাৰৰ প্ৰৰোচনাতেহে তাৰ এই অকৰ্তব্য আৰু অকৃতজ্ঞতা।

এটা সৰু বাকচত সত্যই কাপোৰ-কানি ভৰাই আছিল। নৰকুমাৰক শোকে খুন্দা মাৰি ধৰাত তাই উঠি আহিল। কঠুৱা মাতেৰে ক'লে তাই, "পিছে তিৰোতা-সেৱুৱাহঁতৰ এই অৱস্থা তো হ'বই। সেই পুৰুষৰ তুলনা ভেড়াৰ সৈতেহে হ'ব। কান্দোনত গছৰ পাত সৰুৱাই এতিয়া আৰু কি হ'ব? এতিয়া—সোনকালে যাব পৰাকৈ সাজু হোৱাহে কথা। কান্দিবলৈ ঢেৰ সময় পৰি আছে।"

নৰকুমাৰে গলখেকাৰি মাৰি ক'লে, "মই এতিয়াই বাওনা হ'ম।"

"লগতে ময়ো যাম।"

"তুমি। তুমিও যোৱা নেকি?"

"আচৰিত হৈছা কিয়? কথাটো নোহোৱা-নোপজা কথা নেকি?"

"নহয়, মানে তুমিনো যাবা কেনেকৈ? কেইদিন মানৰ পাছতে সিহঁতৰ এগজামিন—"

"সিহঁতৰ এগজামিন, সিহঁতে দিব। তাৰ বাবে মোৰনো বাধা কি?"

"এস্। বোলোঁ—সিহঁতক ভাত-পানী জানো দিব নালাগিব?"

"সেই ব্যৱস্থা ভাবেক-ককায়েকে মিলি কিবা এটা কৰি ল'ব পাৰিব। সকলো বুজাই কৈছোঁ সিহঁতক।"

অৰ্থাৎ কৰিবলগাখিনি ইতিমধ্যে কৰিয়েই পেলালে সত্যাই।

নৱকুমাৰে কেটেৰা মাৰি ক'লে, "সিহঁতে? নিজে নিজে? তাৰ মানে আন এটা বিপদ চপাই লোবা। সকলো কথাতে জোৰ-জবৰদস্তী! তাতকৈ এইকে'দিন সদুবা'ৰ ওচৰতে থাকক সিহঁত—"

"নালাগে।"

"নালাগে—? কিয়, কিয় নালাগে?"

"কিয়, কি বৃত্তান্ত সেইবোৰ ক'বলৈ সময় নাই মোৰ এতিয়া—"

"ভাল কথা। কুটুমৰ ঘৰত ৰখাত যদি আপত্তি, নালাগে ৰাখিব। নিতাইৰ পৰিবাৰে ডাইল-তৰকাৰীখিনি দিব আৰু সিহঁতে ভাত এমুঠি ৰান্ধি—"

"আ–ঃ! মনে মনে থাকাচোন তুমি! সৰু কথাটোকে ইমান ডাঙৰ কৰি নুতুলিবা। মই যিকেইটা দিন নাথাকিম, সেই দিনকেইটাত সিহঁতে শুদা ভাতকে খাব, বচ।"

নবকুমাৰে ক'লে, "কেইদিন থাকিব লাগিব তুমিনো কোৱা কেনেকৈ? যদি ভাল-বেয়া কিবা এটা হৈ যায়?"

"হোৱাবোৰক নোহোবা কৰিব নোৱাৰি। আগৰেপৰাই ভাবি থাকি কি লাভ?"

তাৰ পাছত সদু আহিল।

শেঁতাপৰা মুখেৰে ক'লে, "ময়ো তোমালোকৰ লগত—"

সত্যাই সদুৰ মুখলৈ চালে।

ভাবিলে, তাইৰ এই শেঁতাপৰা মুখখন কেৱল নিকট আত্মীয়ৰ জীৱন-মৰণৰ দুশ্চিন্তাৰ ফল নে আন কিবা কথা আছে ইয়াৰ মাজত?

সদুক ইহঁতে ৰোগীৰ আলপৈচান ধৰিবলৈ পঠিয়াই দিব বুলি ভয় কৰিছে নেকি? বাহিৰৰপৰা কেনোবাই ঠেলি নপঠালেও, ঠেলাৰ হাত তাই সাৰিব নোৱাৰিব বুলিয়েই তাইৰ ভয় হৈছে নেকি? ভিতৰৰ হেঁচা—"

সত্যাই কি ভাবিলে সত্যাইহে জানে।

তাই ক'লে, "নহয় ননন্দী, তুমি এতিয়া আৰু যাব নেলাগে। আমি গৈ আছোঁৱেই নহয়?"

"তথাপি, মোৰো কৰ্তব্য বোলা কথা এটা আছে তো!"

সত্যাই ক'লে, "থাকক ননন্দী, বহু সাগৰ পাৰ হৈ ভৰিৰ তলত মাটি অলপ পাইছাহে, এতিয়া আৰু লৰচৰ নকৰাই ভাল।"

সদু অবাক হ'ল।

এনে ধৰণৰ কথা সত্যৰ মুখত দুৰ্লভ। সদুৱে সতিনীয়েকৰ ঘৰ কৰাটোত যে সত্যৰ সমৰ্থন নাই এই কথা সদুৱে বুজা নাইনে কিবা? তেন্তে?

তেন্তেটো কি, সত্যই নিজেও ভাবে।

ভাবি ভাবিও নুবুজা হয়, সদুৰ প্ৰতি তাইৰ সেই ঘৃণা আৰু গৰিহণাৰ ভাবটো নোহোৱা হ'ল কেনেকৈ। আৰু কেতিয়াৰপৰা? এতিয়া ঘৃণাৰ আৰু গৰিহণাৰ ঠাইত মায়া-মমতাই ঠাই লৈছেহি।

চিৰবঞ্চিত সদুৰ মুখত পৰিতৃপ্তিৰ জিলিঙনিয়েই সত্যৰ কাঠ-কঠিন মন স্নেহাৰ্দ্ৰ কৰি তুলিছিলনে? নে এতিয়াৰ সদুজনীৰ মাতৃমূৰ্তি দেখি সদু কিমান বঞ্চিত আছিল—সেই কথাটো উপলব্ধি কৰিলে!

কাৰ ভিতৰত কি কথা আছে ভিতৰেহে জানে, পিছে আজিকালি সত্যই সদুক মৰম কৰে। এতিয়াও মৰম দেখুৱালে।

সত্যই তাইৰ বাবুইপুৰলৈ যোৱাৰ কথাত সমৰ্থন নকৰাত সদুৰ চকু সেমেকি আহিল। চকুযুৰি মচি লৈ সদুৱে ক'লে, "মামীয়ে ভাবে সদুজনী কিমান অকৃতজ্ঞ —"

সত্যই লাহেকৈ ক'লে, "প্ৰাণ উছৰ্গা কৰিও কোনেও কাৰো ভৰা আৰু কোৱা বন্ধ কৰিব নোৱাৰে ননন্দী। এই কথাত মন মাৰি নাথাকিবা। ল'ৰা দুটা থাকিল, অলপ চোৱা-মেলা কৰিবা।"

সদুৱে আক্ষেপৰে সৈতে ক'লে, "চোৱা-মেলা কৰাৰ উপায় কিবা ৰাখি থৈছনে বোৱাৰী? নিজেই ৰান্ধি খোৱাৰ বেৱস্থা কৰি গৈছে বুলি শুনিলোঁ। কেনেই, পেহীৰ ওচৰত দুটামান দিন খোৱা-বোৱা কৰাহেঁতেন সিহঁতৰ জাত-পাত গ'লহেঁতেন নেকি?"

সত্য অলপ পৰ মনে মনে থাকিল। তাৰ পাছত ক'লে, "জাত যোৱাৰ কথা নহয় ননন্দী, নিজৰ ভাৰ যে নিজেই ব'ব লাগে, সিহঁতক এই কথা মই শিকাব খুজিছোঁ। সিহঁত যেন সিহঁতৰ দেউতাকৰ দৰে অসাৰ নহয়।"

চুবুৰিটোৰ কেইজনমান প্ৰবীণ ব্যক্তিয়ে মেল মাৰিছিল—আৰু ভিতৰ চ'ৰাত মহিলাকুলে এলোকেশীৰ পুত্ৰভাগ্যৰ নিন্দাত পঞ্চমুখ হৈ উঠিছিল।

এই কথাত এলোকেশী নিঃসংশয় হৈছিল যে বোৱাৰী হাৰামজাদীয়ে তেওঁৰ অলপৰ্থ পুতেকটোক নিশ্চয় আহিবলৈ নিদিয়ে। পুতেক থাকোঁতেও মানুহজনে পুতেকৰ হাতৰ জুই নাপায় যে—'মানুহজন'ৰ দেহত জীৱ থাকোঁতেই এই আক্ষেপত এলোকেশীয়ে মুৰ আকাশ আছিল।

এনেতে হঠাৎ এজনে দৌৰি আহি খবৰ দিলে, "হেবা—আহিল!"

"কোন ? কোন আহিল ? মোৰ নব, আহিলনেকি ?"

"নবু আৰু বোৱাৰী দুয়ো আহিল।"

"কোন — ? বোৱাৰীও আহিলনে ?"

এলোকেশী আশাহত হ'লনেকি ? ঈশ্বৰেহে ক'ব পাৰিব। পিছে ৰোগী এৰি এলোকেশী কোঠাৰপৰা বাহিৰলৈ আহি থিয় হ'লহি।

আৰু গৰুৰ গাড়িৰপৰা নামি আহি দুয়ো ঘৰৰ চোতালত ভৰি দিয়াৰ লগে লগেই এলোকেশীয়ে বাউঁচি জুৰি কান্দিবলৈ ধৰিলে, "অ'ই হতভাগীয়া হতচিৰী হোৱা, এই যোৱা-থোৱা অৱস্থাত তই বাপেৰৰ মৰা মুখ চাবলৈ আহিলিনে ঔ— ? আহিলি যে আহিলি—তই অকলৈ নাহিলি কেলে' ঔ ? সেই বাঘৰমুখী যখিনীক লগত লৈ কিয় ওলালিহি ঔ— ? তাই কিহৰ ৰং চাবলৈ আহিছে ? চিৰাটিকাল দপেদপাই ফুৰা শাহুৰেকৰ ফুটা চকুত ফুটা পৰা চাবলে' আহিল নেকি ? শাখ-সেন্দুৰ উকা হোৱা চাবলৈ আহিলনে ঔ— ?"

সত্যাই গলবস্ত্ৰ হৈ সেৱা কৰি আছিল। সেৱা কৰাৰ পাছত শান্ত কণ্ঠেৰে ক'লে, "বিপদকালত অধৈৰ্য্য হ'ব নাপায মা, ধৈৰ্য্য ধৰিব লাগে।"

কিন্তু সেইবাৰ নীলাম্বৰ সিফলীয়া নহ'ল। যমে যেন ডাঙৰকৈ কামোৰ এটা মাৰি আকৌ পেলাই থৈ গুচি গ'ল। কেৱল কামোৰৰ দাগটো মোক্ষভাৱে থাকিল। ক'কালৰপৰা আৰম্ভ কৰি দেহৰ তলৰ ফালখিনিকে পক্ষাঘাতৰ কবলত পৰি নীলাম্বৰ চলৎশক্তি ৰহিত হৈ পৰিল।

কবিৰাজে ক'লে, "এই ব্যাধিৰ এয়ে নিয়ম। তৎকালে গ'ল যদি গ'ল, নহ'লে পক্ষাঘাত।"

কিন্তু চুবুৰীয়াসকলে আচৰিত হৈ ক'লে, ধন্য, ধন্য এলোকেশী বামুণীৰ শাখ-সেন্দুৰৰ জোৰ। নহ'লে সন্ন্যাস ব্যাধিৰ গৰাহৰপৰা কোনোবা ৰক্ষা পৰেনে ? কোনোবা কোনোবা হতাশো হ'ল অলপ।

শাহুৰেক বিধবা হোৱাৰ পাছত সেই অহংকাৰী নগৰীয়া বোৱাৰীজনীয়ে শাহুৰেকৰ সৈতে কেনে ব্যৱহাৰ কৰিব আৰু কলিকতাৰ শকত দৰমহা পোৱা চাকৰিয়াল পুতেকে বাপেকৰ শৰাধত কিমান ধুমধাম কৰিব, এই কথা লৈ যিসকলে জল্পনা-কল্পনা কৰি আছিল, তেওঁলোক আপাততঃ তাৰপৰা বঞ্চিত হ'ল। যদিও এতিয়াও সেই ফটাকানিৰ দৰে লৰক-ফৰক ভৰি দুখন আৰু সাৰ-সিকতি নোহোৱা ক'কালটো লৈ কিমান দিন জীয়াই থাকিব কোনে ক'ব পাৰে।

কবিৰাজে কৈছে যে এনেকুৱা অৱস্থাত দীৰ্ঘকাল জীয়াই থকা দেখা যায়।

নৱকুমাৰৰ ছুটি শেষ হ'ল, এতিয়া অফিছ খাত কৰি আছে। কিন্তু আৰুনো কিমান দিন চলিব এনেকৈ ? এদিন ছেগ বুজি আঁৰ-বেৰ পাই নৱকুমাৰে কথাটো ক'লে।

আঁৰতেই, কিয়নো এতিয়া আৰু ৰাতি একেলগে থকা নাই। সত্যাই শহুৰেকৰ ওচৰৰ কোঠাটোৰ কাষতে সৰু খোটালী এটাত সুৱৰ্ণক লৈ শোৱে, দুয়োটা কোঠাৰ দুৱাৰ খুলি থৈ।

গতিকে দিনে-পোহৰেই—

সত্য পুখুৰী-ঘাটলৈ গৈ আছিল, মধুৰিআম জোপাৰ তলত নৱকুমাৰে হাতত ধৰিলে তাইক।

"ছি ছি, কি কৰা!"

সত্যাই হাতখন এৰুৱাই ল'লে।

নৱকুমাৰে অপ্ৰতিভভাবে হাঁহি মাৰি ক'লে, "কি কৰোঁ কোৱা, তুমি তো একেবাৰে ডিমৰুৰ ফুল যেন হ'লা। দৰকাৰী কথাও তো আছে।"

সত্যাই ক'লে, "কোৱা।"

"কৈছোঁ যে এইবাৰ তলব কৰাগৈ—। ছুটি কাহানিবাই শেষ হ'ল। নিতান্ত চাহাবে ভাল পায় বুলিহে, সাহস কৰি ইমান দিন অফিছ খাত কৰি আছো। কিন্তু মাত্ৰা ৰাখিব লাগিবতো।"

সত্যাই এবাৰ ফুটুকানিৰে আবৰা আনু মাটি-কাদুৰীৰ জোপোহাবে ভৰা চোতালখনলৈ চকু ফুৰালে, ৰ'দালী আকাশখনলৈ চালে, তাৰ পাছত নৱকুমাৰলৈ চাই ক'লে, "মাত্ৰা নথকা কাম কৰিবাই বা কিয় ? এইবুলি দুৰ্গা নাম লৈ ওলোবা তেন্তে।"

"ওলোৱা বুলি ক'লেই ওলাব পাৰি জানো, পাঁজিপুথি চাব লাগিব, ঘৰত মাৰ ওচৰত থাকিব পৰাকৈ বন-কৰা মানুহ এজনী বন্দবস্ত কৰিব লাগিব, কৈ থলোঁ তোমাক। আৰু কথাটো—মাকো বুজাই ক'ব লাগিব।"

সত্যাই শান্ত কণ্ঠেৰে ক'লে, "চাহাব কোম্পানিৰ চাকৰি, ছুটি শেষ হোৱাৰ পাছত বেছি দিন যে থাকিব নোৱাৰি, এই কথা সৰু ল'ৰা এটায়ো বুজে, মাক বুজাব লাগিব কিয় ?"

"বুজাব লাগিব কিয় ? মা যে চিৰকালৰ অবুজন নাজানানেকি কথাটো ? তুমি যিমানখিনি কৰিছা, সিমানখিনি কোনো বন-কৰা মানুহৰ দ্বাৰা যে নহ'ব সেই কথাটো তো সঁচা। গতিকেই—"

"বন-কৰা মানুহ এজনী লাগিছে কিয় ?" সত্যাই স্থিৰ কণ্ঠেৰে ক'লে, "মোৰ অফিছৰ ছুটি শেষ হোৱা নাই নহয় ? মই তো ক'লৈকো নাযাওঁ!"

মই ক'লৈকো নাযাওঁ ? তাৰ মানে! নৱকুমাৰৰ চকু টেলেকা-টেলেক হ'ল।

"তুমি নোযোৱানেকি ?"

"ওহোঁ, এনেকুৱা অৱস্থাত মই যাওঁনো কেনেকৈ ?"

"বুজিলোঁ। মানি ল'লোঁ যে সেইটো অকৰ্তব্য হ'ব। পিছে সেইফালে ? ল'ৰা দুটাই কিমান দিন এনেকৈ ৰান্ধি খাব ?"

"যিমান দিন সিহঁতৰ ককাকৰ বেমাৰ ভাল নহয়।"

"এই বেমাৰ ভাল হৈছে আৰু—" নৰকুমাৰে চুলি ছিঙি কাতৰ কৰি ক'লে, "এই বেমাৰ কাহানিবা আৰু ভাল হ'ব বুলি ভাবানে ? ভাল নহ'বই। এতিয়া মাত্ৰ চিত হৈ মাৰলি গণাহে কথা।"

সত্যাই অলপকৈ হাঁহি ক'লে, "সেই মাৰলিও কোনেও অকলশৰে শুই শুই নগণে। আত্মীয় বন্ধু ল'ৰা ছোৱালীযে লগ-সংগ দিব লাগে।"

"তাৰ মানে—তুমি ইযাতে থাকিবা।"

"আপাততঃ যোবাৰ কথা ভাবিব নোৱাৰি।"

নৰকুমাৰে চকুৰে সৰিষহ ফুল দেখা দি দেখিলে।

নৰকুমাৰ যেন অঠাই সাগৰত পৰিল।

সত্যাই যে এনেকৈ এক অদ্ভুত সংকল্প লৈছে, এই কথা সি সপোনতে ভবা নাছিল। বৰঞ্চ ওলোটাটোহে ভাবিছিল। ভাবিছিল, যে সত্য কলিকতালৈ যাবলৈ ভৰি দাঙিযেই বৈ আছে, প্ৰস্তাৱটো দিয়ালৈহে বাট চাই আছে।

কিন্তু কিনো কৈছে তাই ?

পোনতে সত্যবতীৰ সংকল্পক 'অবান্তৰ' বুলি আখ্যা দি ফুতে উৰাই দিবলৈ চেষ্টা কৰিলে, 'অসম্ভব' বুলি অভিহিত কৰিলে, তাৰ পাছত কাবো কাকুতিও কৰি চালে। ল'ৰাহঁতৰ মুখলৈ চাবলৈ কৈ, নিজৰ টাইম মতে ভাতৰ কথা উলিয়াই, শেষ অস্ত্ৰ হিচাপে ক'লে, "আৰু এযা অহা মাহৰে পৰাই সুৱৰ্ণক ইস্কুলত ভৰ্তি কৰিবা বুলি কৈছিলা দেখোন। তাৰ কি কৰিবা ?"

"নহ'ব।" সত্যাই অবিচলভাৱে ক'লে।

"নহ'ব ? হেঁপাহ পুৰিলেইনে ?"

"হেঁপাহ— ?"

সত্যাই কঠোৰ কণ্ঠেৰে ক'লে "হেঁপাহ বুলিযেই কোৱা যদি, তেনেহ'লে কওঁ, কৰ্তব্যৰ ওচৰত হেঁপাহ ডাঙৰ নহয়।"

নৰকুমাৰে আকৌ কাবো-কোকালি কৰিবলৈ ধৰিলে। বাৰে বাৰে বুজাবলৈ ধৰিলে, "ভাল কামিলা মানুহ এজনী যোগাৰ কৰি দিব পাৰিলে মাই ঠিকমতে চলাব পাৰিব—"

সত্যৰ এক কথা, "যোৱা নহ'ব।"

"আৰু মই স্মৰণ কৰিব নোৱাৰিম বুলি কও' যদি ?"

"সেয়া হ'ব অবান্তৰ কথা। জগতত 'এৰি থাকিব নোৱাৰিম' বুলি কোনো কথা নাই। কিমান কাৰণত কিমানে কিমানক এৰিবলগীয়া হয়।"

নৱকুমাৰ কন্দনামুৱা হ'ল।

"স্বামী-পুত্ৰক একেবাৰে উটুৱাই দিবা তুমি ? দেউতাৰ তো এতিয়া—"

"বলিয়ালি কৰিছা কিয় ? ধৰা, বেমাৰটো যদি মোৰেই হ'লহেঁতেন !"

ইয়াৰ পাছত যুক্তিৰ বাট পাৰগাৰ কৰি—নৱকুমাৰে বাংফগীয়া কথাৰ আশ্ৰয় ল'লে। ক'লে, নৱকুমাৰ বা ল'ৰা হ'তৰ কিবা অসুখ-বিসুখ হয় যদি ? তেতিয়া ?

সত্যই মিচিকীয়াই হাঁহি মাৰি ক'লে, হয়েই যদি, কপালত লেখা আছেই যদি, মই বাট ভেটি বন্ধ কৰিব পাৰিমনে ?"

"নোৱাৰিলেও, সেৱা-শুশ্ৰূষা কৰিব পাৰিবা। তেন্তে ?"

"কি মুস্কিল। এইবোৰ কথা ভাবিছাইবা কেলেই ? সহজ সুস্থ মানুহ, বাপেক-পুতেক তিনিও মিলি থাকিবা খাবা, ইমান ভাবিবলগীয়া কিটো আছে ? আৰু বৰ বেছি দৰকাৰ হ'লে, ননন্দী আছেই নহয়—"

এইবাৰ নৱকুমাৰ উগ্ৰ হৈ উঠিল।

প্ৰায় দাঁত-মুৰ কৰচি ক'লে, "তোমাৰ সেই ননন্দকজনীয়েইবা কলিকতাত বহি আমাৰ খাব কিয় ? তেওঁ ইয়ালৈ আহি মোমায়েকৰ সেৱা-শুশ্ৰূষা কৰিব নোৱাৰেনে ? চিৰকাল ইয়াতেই কটাই—"

সত্য বিৰক্ত হ'ল।

"নিজৰ দায় আনৰ মুৰত জাপি দিম, এই অন্যায় ইচ্ছা কিয় ? ননন্দীয়ে কৰাৰ কথা, নে মোৰ—?"

নৱকুমাৰে অগ্নিশৰ্মা হৈ ক'লে, "তাইৰো কৰ্তব্য কম নহয়। যিজন মোমায়েকে ইমান দিন খাব খুৱাই পিন্ধাই পুহিলে—"

"মনে মনে থাকা। নীচ কথাবোৰ আৰু নক'বা। খোৱা পিন্ধাৰ কথা তুলিলাই যেতিয়া কওঁ—সেইবোৰৰ দাম উচল কৰি লোৱা হৈছে। আনৰ ঘৰত কাম কৰাহেঁতেন বৰঞ্চ খোৱা-পিন্ধাৰ উপৰিও দৰমহা অলপ পালেহেঁতেন।"

স্পষ্টবক্তা সত্যৱতীয়ে স্পষ্ট অভিমত প্ৰকাশ কৰিবলৈও ভয় নকৰে।

কিন্তু নৱকুমাৰে খণ্ডন কৰিব নোৱৰা হৈছে। কিয়নো অকল্যাণৰে উৎপত্তি যাব লাগিব বুলি যিমানেই ভাবিছে, সিমানেই বিশ্ব-ভুৱনত নিমজ্জ অন্ধকাৰৰ বাহিৰে আৰু একো নেদেখা হৈ পৰিছে।

তথাপি সি তৰ্কাতৰ্কি কৰিবলৈ নেৰিলে।

খোঁচা মাৰি ক'লে, ইমান দিন দেখোন সত্যৱতীয়ে শ্বশুৰ-শাহুৱেকৰ মুখ দৰ্শন কৰিবলৈকো ইচ্ছা কৰা নাছিল, হঠাৎ ইমান শ্ৰদ্ধা উথলি উঠিল কিয় ? ক'লে যে, কথা আন, আচলতে টাইমৰ ভাত ৰান্ধি ৰান্ধি আমনি লাগি গৈছে, এতিয়া গাঁৱৰ বেটাইমৰ সংসাৰ ভাল লগা হৈছে। এই বুলি ভয় দেখুৱালে, ল'ৰাহঁত ডাঙৰ হৈ আহিছে, এতিয়া বেছিদিন মাকৰ চকুৰ আঁতৰত থাকিলে স্বভাব-চৰিত্ৰ বেয়া হ'বলৈ কিমান পৰ। আৰু বহু ধৰণে বহু বাস্তৱীয়া সামঞ্জস্যহীন কথা কৈ থাকিল সি।

কিন্তু সত্যবতী সংকল্পত অটল।

ল'ৰাহঁতৰ স্বভাব-চৰিত্ৰৰ কথাত আশংকা প্ৰকাশ কৰাত ভুৰু কোঁচাই ক'লে, "তেনেকুৱা ল'ৰা যদি ডাঙৰ-দীঘল কৰি তুলিছোঁৱেই, তেন্তে খোৱা বস্তুৰ লগত বিহ সানি মাৰি পেলাম ল'ৰাক, আৰু নিজে চিপজৰী ল'ম।"

মুঠতে নৰকুমাৰ অকলেই উভতি যাবলগীয়া হ'ল। সুবৰ্ণই 'দেউতা দেউতা' বুলি দৌৰি দৌৰি কিছুদূৰলৈ গৈ কান্দি কান্দি ঘূৰি আহিল।

নীলাম্বৰক লৈ এতিয়া আৰু সদা সৰ্বক্ষণ জীৱন-মৰণৰ সমস্যা নাই, গতিকে এলোকেশীয়ে মধুৰিআমৰ তলৰ উত্তপ্ত বাদ-প্ৰতিবাদৰ মূল ৰহস্য ভেদ কৰাৰ মনেৰে ঘৰৰপৰা ওলাই আহি কঁঠালতলৰ সৰাপাত পৰিষ্কাৰ কৰাত লাগিল। কিন্তু বয়সে শত্ৰু শালিলে, কাণ দুখনে আগৰদৰে আৰু নুশুনা হ'ল, সকলো কথা ভালকৈ নুবুজা হ'ল।

অগত্যা সুধিব লগীয়া হ'ল, "নৱাৰ সৈতে ইমানকৈ উথনা-উথনি কিহৰ ? কথা কি ?"

সত্যাই উত্তৰ নিদিয়া নহয়, দিয়ে। কয়, "পো—পো-বোৱাৰীৰ ঘৰুৱা কথা, সেই কথা আপুনি নাজানিলেও হ'ব মা।"

আপুনি!

ওঁ, কলিকতাৰপৰা অহাৰ পাছৰেপৰাই শাহুৱেকক সত্যাই 'আপুনি' বুলিয়েই সম্বোধন কৰা হৈছে।

এলোকেশীয়ে এই 'পুৰুষালী' দেখি অবাক হৈছিল। কৈছিল : "মাইকী মানুহৰ মুখত বৈঠকখানাত মতা মানুহে মতাৰ দৰে 'আপুনি'! আপুনি টাপুনি নক'বা বাচা, শুনিলে গা বেজবেজাই যায়।"

সত্যাই কৈছিল, "সভ্যতা-সৌজন্যতা কৰাত দোষ কি ? মতা মানুহহে সভ্য হ'ব পাৰিব, তিৰোতাই নোৱাৰিবনে ? ডাঙৰক আপুনি বুলি মতাই ভাল দেখোন!"

এনেযে খংউঠা কথা, তাতে আকৌ সেই আপুনি! এলোকেশীয়ে নিজক আৰু চম্ভালিব নোৱাৰিলে। কঁকালত আঁচলৰ খোঁচনি মাৰি চিঞৰি দিলে, "বোলোঁ ভোক চিনিবলৈ মোৰ বাকী আছেনে কিবা ? এই আধামৰা শহুৰক

পেলাই থৈ বহালৈ যাবলৈ যে কল্পনা কৰি আছু মই কিবা নাই বুজা নেকি ?
মই একো নুবুজো নেকি ?”

সত্যাই প্ৰায় হাঁহি-ধেমালিৰ সুৰেৰে ক'লে, “আপুনি নুবুজিলেনো কোনে বুজিব, প্ৰাচীন হ'ল, জগতৰ কত কি দেখিলে।”

“দেখিলোঁ তো, পিছে তোৰ দৰে দুজনী আৰু নেদেখিলোঁ। আৰু মোৰ এই ভেড়াকান্ত মাইকীমুৰা ল'ৰাৰ দৰে ল'ৰাও দুটা আৰু নেদেখিলোঁ। মুৰত লৈ যাব নহয় তোক !”

সত্যাই লাহেকৈ ক'লে, “নহয়, অকলেই যাব।”

এলোকেশীৰ মুখত হাঁহিৰ আভাস বিৰিঙি উঠিল। কিয়নো, যিমানেই ডাংকাটী নহওক বোৱাৰীজনী, কাম-বনত পাকৈত। তাই অহাৰেপৰা এলোকেশীয়ে কোনো এটা কামলৈ ঘূৰি নাচালেও হৈছে। ইমান কঠিন ৰুগ্ণী, এইখন সংসাৰ, গৰু-দামুৰি, গছ-গছনি—হেমগাম তো কম নহয়।

তাৰ উপৰি ছোৱালীজনীৰ ওপৰত যে মৰমো উপজিল এলোকেশীৰ, গুচি যাবগৈ বুলি ভাবি অস্থিৰ হৈছিল, নাযাব বুলি শুনি ভাল পালে আৰু ভালপোৱাখিনি গোপন কৰিব নোৱাৰিলে। তেওঁ'ৰ ল'ৰাটি যে চিৰকালেই পিতৃ-মাতৃভক্ত, সেই কথা সত্যাৰ ওচৰত আড়ম্বৰে ঘোষণা কৰি, সখিয়েকহঁতক কৈ ফুৰিবলৈ ধৰিলে, “হাৰামজাদীয়ে গুচি যাবগৈ বুলি দেও পাৰি আছিল। নবাই মোৰ তাইৰ কথালৈ কাণকে নকৰিলে। মুখত 'গোৰ' মাৰি অকলেই গুচি যাবগৈ বুলি কৈছে তাই। সেই কথাত যিহে থৈয়া-নথৈয়া কাজিয়াখন লাগিল। একেবাৰে থৈয়া-নথৈয়া কাজিয়া। তাৰ পাছত আৰু নো কি—ৰঙৰ কিল গুৰুলাগুৰুল, খঙৰ কিল লপাথপা।”

সত্যাই বিনা প্ৰতিবাদেই এইবোৰ কথা শুনে, স্থিৰ ধৈৰ্য্যেৰে নিজৰ কামত মন দিয়ে।

অৱশ্যে চুবুৰিটোত সত্যাৰ সম-বয়সীও নথকা নহয় আছে। আগতে 'সহঁতে সত্যাক নগৰীয়া বুলি ঈৰ্ষা-বিদ্বেষ আৰু সমীহৰ দৃষ্টিৰে চাইছিল, কিন্তু যেতিয়া সত্যাক এৰি থৈ নবকুমাৰক গুচি যোৱা আৰু সত্যাই ঠিক সিহঁতৰ দৰেই জীবনযাত্ৰাৰ মাজত নিৰ্ভুলভাৱে চলি থকা দেখা পালে, তেতিয়া লাহে লাহে তাইৰ সৈতে মিলা-প্ৰীতিৰে থাকিবলৈ আগ বাঢ়ি আহিল।

অৱশ্যে সিহঁতো নিচেই কম বয়সৰ নহয়, কোনো কোনোবাজনীৰ দুজন-এজনকৈ জোঁৱায়ো হ'ল, কোনো কোনোবাজনীয়ে নাতি-নাতিনীৰো মুখ নেদেখা নহয়। সত্যা অৱশ্যে বয়সতহে সন্তানৱতী হ'ল, সিও আকৌ প্ৰথমবটো নাই, দ্বিতীয়-তৃতীয় দুটা ল'ৰা। এই কোলাৰ কেঁচুৱাজনীৰ কিয়া কাহানি হ'ব কোনে জানে। সেয়েহে সত্যাৰ জীৱন এতিয়াও পৰিণত হৈ উঠা নাই।

সিহঁতে সিহঁতৰ পৰিণত বুদ্ধিৰে ক'লে, "উস্!‌ শাল শেলেকা, কোঁচ ভেলেকা শাহুৰী কেনে, লোণে আমেলথী যেনে। দন্দুৰী ৰণচণ্ডী শাহু আমিও নেদেখা নহয়, বোৱাৰী-শূলে শাহুও দেখিলোঁ, পিছে তোমাৰ শাহুৰেৰাৰ মান আৰু নেদেখিলোঁ। ইমান যে ছুবা মুখৰ, মুখৰ মাতত অবাইচ মাতৰ হেনাহুঁচা—!"

সত্যাই ক লে, "বুঢ়ী বয়সত তেনেকৈ কত বাংফণ্ডীয়া কথা কয়। আমিও ক'ম বুঢ়ী হ'লে। খং কৰি লাভ নাই।"

কিছুদিনৰ পাছত সিহঁতে সত্যাক 'ডেমাকী' বুলি আখ্যা দি ত্যাগ কৰিলে।

ধীৰে ধীৰে মাহ বাগৰি গ'ল, মাহ গৈ বছৰ। নীলাম্বৰ একেদৰেই আছে, জীবিতো নহয় মৃতো নহয়। আৰু তেওঁৰ সৈতে আৰু এজনী মানুহো কৰ্তব্যৰ আহ্বানত জীৱন্মৃত হৈ পৰি আছে।

ছুটিযে-বন্ধই মাজে-মাজে আহে নৰকুমাৰ। ল'ৰাহঁতো আহে। কিন্তু নীলাম্বৰৰ জীৱদ্দশাত যে সত্যাক আৰু লৈ যাব পাৰিব সেই বিশ্বাস সিহঁতৰ আৰু নোহোৱা হৈছে।

নৰকুমাৰে ৰায় দি থৈছে, "তাইক ভূতেহে লম্ভিলে। নহ'লে ৰাতি-বিয়লি সেই পিছ দুৱাৰেদি বেলগছ কঁঠাল গছৰ তলেদি অহা-যোৱা কৰিব পাৰেনে?"

সঁচা, ভূতে নাপালে নিজৰ ভৰিত নিজেই এনেকৈ বাগিকুঠাৰ মাৰেনে কোনোবাই? নিজৰ মূৰটো নিজেই চোবাই খায়নে? গাকৰ দৃঢ়তা দেখি সাধন-সৰলো অবাক হ'ল।

পিছে এক হিচাপে ভূতে পোৱা কথাষাৰ কিজানি সঁচাই। জীয়েকৰ ইস্কুলত ভৰ্তি কৰিবলৈ যিজনী সত্যাই জীয়েকৰ পাঁচ বছৰ বয়স হোৱালৈ এটি-দুটিকৈ দিন গণি আছিল, হঠাৎ তাই ইমান নিৰ্বিকাৰ হৈ পৰিল কেনেকৈ?

সত্যা সঁচাকৈয়ে নিৰ্বিকাৰ হৈ পৰিছেনেকি?

ছোৱালীৰ পঢ়াৰ কথা চিন্তি কেতিযাবা কেতিযাবা কৰ্তব্যৰ বান্ধোন ছিঙি ইয়াৰপৰা পলাই যাবলৈ মন যোৱা নাইনে তাইৰ?

তাই ভাবি লৈছিল যে অৱস্থাৰ সৈতে খাপ খুৱাই চলিবই লাগিব। গতিকে, সুবৰ্ণক নিজেই পঢ়াই শিকাই বুজাই দুটামান শ্ৰেণীৰ যোগ্য কৰি তুলিব লাগিব। কিন্তু এই কথাত বিধি-পথালি দিবলৈ এলোকেশী যেন বদ্ধপৰিকৰ।

ছোৱালীজনীক লৈ সত্যাই পঢ়াবলৈ বহিলেই এলোকেশী জুলি-পুৰি

মৰে আৰু চেষ্টু উলিয়াই বাবে বাবে মাত লগাই তাইক লিখা-পঢ়াৰপৰা উঠাই আনিছে এৰে। সুবৰ্ণই কেনেবাকৈ খৰিমাটি এডাল লৈ বহিলেই "পেলা, দলিযাই পেলা—" ইত্যাদি তীব্ৰ মন্তব্য কৰি বেচেৰীক বিবুধিত পেলায।

দিনে দিনে নতুন নতুন ছল-ছন্দ কৰিবলৈ ধৰিলে তেওঁ। সুবৰ্ণই লিখা-পঢ়াত বহিলেই তেওঁ মাত লগায়, "অ' সুবৰ্ণ, তোৰ ককাৰে তোক মাতিছে।"

সুবৰ্ণই মাকৰ মুখলৈ চায়, সত্যাই চকুৰ অগ্নিদৃষ্টি প্ৰকাশ নকৰি কয়, "যোবা, শুনি আহাঁগে।"

কিন্তু সুবৰ্ণ দুই-এঘণ্টাৰ ভিতৰতো ঘূৰি নাহে। এলোকেশীয়ে আহিবলৈ নিদিয়ে।

এলোকেশীয়ে সুবৰ্ণক ককাকৰ গাত হাত বুলোৱাৰ কামত লগাই দিয়ে মাইকীমানুহে লিখা-পঢ়া শিকা যে কিমান গৰ্হিত কাম নাতিনীয়েকক সেই কথাটো খৰচি মাৰি বুজাবলৈ চেষ্টা কৰে। আৰু ইমানখিনি কৰাৰ পাছতো যদি কাম নিসিজে তেনেহ'লে দুপৰীয়া সুবৰ্ণক লৈ গাঁও ফুৰিবলৈ ওলাই যায়।

সত্যাই কেতিয়াবা কেতিয়াবা কয়, 'দেউতাক এৰি আপুনি ওলাই যায়, মই কাম-বন লৈ থাকোঁ, তেওঁ অকলে অকলে পৰি থাকে—"

এলোকেশীয়ে চৰখৰীবাত পৰি চালে-বেৰ খোবাখৈল ধৰিলে, "তেনেকৈ পৰি নাথাকি আৰু কেনেকৈ থাকিব? কথাতে আছে—'নিতে নাই নাই দিয়ে কোনে, নিতে নৰিয়াক চাব কোনে'' আৰু এনেহেন মানুহৰ ওচৰত বহি থকা, বোলে—নাকত লৈ চাকত ঘূৰায়, খ'ৰা টেকেলীৰ পানী খুবায়,—এওঁক পৰ দিয়া-নিদিয়া একেই কথা। মুখৰ মাত-কথা নোলোৱা হৈছে, দিনে-নিশাই মুখেদি লালটি বৈ পৰিছে, কি কথা পাতিম? কি সেবা কৰিম? মোৰ আৰু ৰুচিও নাই মনো যোবা নাই। ওৰেটো জীৱন জুলাই-পুৰি মাৰিলে, এতিয়াও নৰিয়া-পাটীত পৰিও হান হান কাট কাট কাৰ খাইছেহে—। কেলে—' যিজনী নাটেশ্বৰীৰ লৈ ইমান নধৰ নপৰ লগাইছিল, যিজনী নিমুচ্যাহ'তীয়ে চিৰকাল ধৰি দখল কৰি বহি থাকিল এতিয়া আহি সেৱা কৰিব নোবাৰেনে তাই মৰতীয়ে?"

সত্যাই লাজ পাই কেতিয়াবা মনে মনে থাকে, কেতিয়াবা সাহেকৈ সোধে, "সেৱা কৰিবলৈ আহিলে আপুনি, ঘৰত সোমাবলৈ দিব জানো?"

এলোকেশীয়ে সদম্ভ চিঞৰৰ ধৰে, "সোমাবলৈ দিম? ঠুটী শোটা নাইনে ঘৰত? ভগা মৈদা? এই বুঢ়াৰ চকুৰ আগতে শোটাৰে বোবাই জাৰিম নহয় চাবি? অংগ অৱশ হ'ল, চকু দুটা আছেই নহয় এতিয়াও? চাই থাকিবা চকু মেলি—।"

সতাই আৰু একো নোসোধা হ'ল। আৰু উত্তৰো নিদিয়া হ'ল।

আঁৰে আঁৰে থাকি সতাই সুৱৰ্ণক লিখা-পঢ়া কৰিবলৈ কয়।

সুৱৰ্ণই কেতিযাবা জেউৰ ধৰে, কেতিয়াবা ভোৰভোৰায়, "মই কি কৰিম? আইতাই মাতে যে—। পঢ়িলে গালি পাৰে। আইতাৰ যে ইমান খং।"

সতাই অনুভৱ কৰে, সুৱৰ্ণই দিনে দিনে আইতাৰ ফালে ঢাল খাইছে, আইতাকৰ লেনী-ভাদৈজনী হৈ পৰিছে।

এই লোকচান সহ্য কৰা টানেই।

অথচ সুবৰ্ণকো দোষ দিব নোৱাৰি। সকলো বিধৰ প্ৰলোভনৰ বস্তু আইতাকৰ সৈতে ওচৰত। আইতাকৰ সৈতে চুবুৰিযে চুবুৰিযে ঘূৰি ফুৰা, আইতাকৰ লগে লগে গৈ গোসাঁইথানত বহি থকা, আইতাকৰ ওচৰতে অপথ্য-কুপথ্য আৰু আইতাকৰ ওচৰতে যত ৰাজ্যৰ গল্প।

গল্প মানে কেৱল পৰীৰ গল্পই নহয়। অন্যান্য গল্পও।

এলোকেশীয়ে কয়ঃ "তোৰ মাৰৰ কি ইচ্ছা জান? কলিকতালৈ নি তোক মেমৰ ইস্কুলত পঢ়ুৱাই তা'পাছত আপিচৰ চাকৰিত সুমাই দিব। বিয়া-চিয়া নিদিযে, গহনা-গাঠৰি কাপো'কানি নিদিয়ে, খালী ধমক দিব আৰু পঢ়াব। আৰু তই যদি মোৰ ওচ'তে থাক তেন্তে ধুনীয়া চাই দৰা এটা বিচাৰি তোৰ বিয়া পাতি দিম, ক—ত্ত আ-অলংকাৰ গহনা-গাঠৰি দিম, ৰঙা ৰঙা বেনাৰচী শাড়ী দিম। তা'পাছত—সেই বিয়াত কিমমান ধুম-ধুপাল কৰিম—।"

উৎসুক আগ্ৰহৰে অধীৰ শিশুৰে আইতাকৰ কাষ চাপি গৈ সোধে, "মোক কি কি গহনা দিবা আইতা?"

এলোকেশীযেও পৰম উৎসাহৰে কয়, "এয়া ধৰ—মূৰত দিম মুৰিয়াল, চিতিপাতি—কপালত দিম কপালজেঠী। ডিঙিত দিম ধৰ—সাতেসৰী, মটৰমালা, শিলিখামণি—হাতত দিম মুঠিখাৰু, কংকণ, খচৰুৱা খাৰু, বাহুত পিন্ধাম বাজু, কেয়ূৰ, ভৰিত নেপুৰ—নাকত নাকফুল, ক'কালত কৰধনি আঙুলিত দিম—ম'ৰানেজীয়া আঙঠি, আৰু—"

সুৱৰ্ণই বিগলিত কণ্ঠেৰে ক'লে, "আৰু খোঁপাত পিন্ধিবলৈ একো নিদিয়া আইতা? সেই যে সেই ঘৰৰ খুৰীৰ দৰে যে—?"

"হেঁ—, নিচ্চয় দিম, নিদিম কেলে'—খোঁপাৰ কাঁটা দিম, ফুল দিম, কাণত দিম থুৰীয়া, কাণবালা আৰু কত কি! এতিয়া ক', মোৰ ওচ'তে থাকিবি নে মাৰৰ স'তে কলিকেতালৈ' যাবি?"

কোৱা বাহুল্য, সুৱৰ্ণই একে উশাহেই কয়, "তোমাৰ ওচ'তে থাকিম।"

"তোৰ মাৰে থাকিবলৈ দিলেহে থাকিবি? মৰিয়াই মৰিয়াই লৈ যাব নহয় তোক?"

"ঈ—ইঃ! নিদিব থাকিবলৈ! যাব লৈ মৰিয়াই মৰিযাই। মই ডাঙৰ হ'লে ইমমান চিঞৰি চিঞৰি কান্দিম যে আকাশ ছিৰাছিৰ হৈ যাব!"

এলোকেশীয়ে উলাহেৰে ক'লে, "পাৰিবি। পাৰিবি তই। সেই জোৰ আছে তোৰ। মাক চাইহে জীয়েক হৈছ তেও। মাক যেন ককৰণী, তাইৰ যুগ্য টাঙোন হ'ব পাৰিবি তই।"

তিল তিলকৈ কাম আগুৱাই যায়।

দিনে দিনে পূৰ্ণশশীৰ ৰাহুগ্ৰাস হ'বলৈ ধৰে। তদুপৰি, মাকক একান্ত আপোন বুলি ভাবিব পৰাকৈ সুবৰ্ণযোবা মাকক পালে ক'ত?

একেবাৰে কেঁচুবাতে আছিল পেহীয়েকৰ ওচৰত, তাৰ পাছত সত্যাই গা ঢিলাই দিয়াত দেউতাকৰ ওচৰতে বেছি ভাগ সময়। আকৌ, দেউতাক গুচি যোবাৰ সময়ত কৈ থৈ গ'ল, "তোৰ মাৰাই তোক মোৰে সৈতে যাবলৈ নিদিলে।"

তদুপৰি, মাক মানেই লিখা-পঢ়া। যি লিখা-পঢ়া আইতাকৰ চকুৰ কুটা। আৰু সুবৰ্ণযো মুঠেই ভাল নাপায়।

গতিকে, মাকৰ সম্পৰ্কে সুবৰ্ণৰ মনত অলপ বৈৰীভাব গঢ়ি উঠিছেই। পৰিপূৰক হিচাপে আইতাকলৈ বন্ধুভাব।

সত্যাই এই ধ্বংসৰ চিত্ৰ দেখা পালে।

তীব্ৰ যাতনাৰ ফলত ৰাতি প্ৰায়েই সত্যাৰ চকু জাপ নোখোৱা হ'ল। কেতিয়াবা কেতিয়াবা মনৰ মাজত এই প্ৰশ্নটোৱেও মূৰ দাঙি উঠে: মই ভুলেই কৰিলোনেকি? নৱকুমাৰৰ প্ৰস্তাবটোকে মানি লোৱাই উচিত আছিল নেকি?

কিন্তু মৃত্যুৱে এনেকৈ কুটিলভাৱে সত্যাৰ সৈতে ব্যংগ কৰিব বুলি কোনে জানিছিল? কোনে জানিছিল—এটা অনুভূতিহীন মাংসপিণ্ডৱো পৃথিৱীৰ মাটি এনেকৈ কামুৰি পৰি থাকিব বুলি?

আকৌ ভাবিলে তাই—ছি ছি, এইবোৰ কি কথা ভাবিছোঁ মই? এনে ধৰণে চিন্তা কৰিলেও যে প্ৰায়শ্চিত্ত কৰিব লাগে।

অৱশেষত সত্যা সিদ্ধান্তলৈ আহিল। আৰু সেই সিদ্ধান্ত অনুসাৰে নৱকুমাৰলৈ চিঠি লিখিলে তাই:

'তুমি ছুটি লৈ কেইদিনমানৰ বাবে অৱশ্যে অৱশ্যে ঘৰলৈ আহিবা। সুবৰ্ণক লৈ যাবাহি। তাইক স্কুলত ভৰ্তি কৰি দিবা। মই বিমান দিনলৈকে যাব নোৱাৰিম, তাই ননদীৰ ওচৰতে থাকিব। তাইৰ ইহকাল-

পৰকাল এইদৰে নষ্ট কৰিব নোৱাৰি আৰু। ননন্দীৰ ওচৰত তাই [illegible]বেই থাকিব, ক'বলৈ গ'লে সুবৰ্ণ তেওঁৰহে।'

নৰকুমাৰলৈ চিঠি লিখা এয়ে প্ৰথম।

ইয়াৰ আগতে যিবোৰ চিঠি লিখিছিল, সেইবোৰ ল'ৰাহঁতলৈ লিখিছিল।

প্ৰথম পত্ৰ, কিন্তু প্ৰেমপত্ৰ নহয়।

এই চিঠিখন লৈ নবকুমাৰ সদুৰ ওচৰলৈ গৈ সত্যৰ আকল আৰু নিৰ্বুদ্ধিতা সম্পৰ্কে মন্তব্য কৰিলে। কিন্তু সদুৱে বাধা দিলে তাক। ক'লে, "বোৱাৰীয়েনো কি অন্যায় কথা কৈছে অ'? এফালে অ-লৰ অ-চৰ ৰুগী, এফালে সংসাৰ, আৰু আনফালে সেই ছটফটীয়া ছোৱালীজনী। তাৰ ওপৰত মামীৰ মোসনা বাইক-বচন আছেই। তাইনো কেনেকৈ সহ্য কৰে? নাই নাই বুলিও ডেৰ বছৰ পাৰ হ'ল। ওহোঁ, আৰু নহয়, তাই সুবৰ্ণক লৈযেই আহগৈ যা। মই চোৱা-মেলা কৰিম বাৰু। এস্! লিখা-পঢ়া লিখা-পঢ়া কৰি বোৱাৰী যে একেবাৰে বলিয়া!"

নবকুমাৰে কওঁ বুলি ভাবিলে, "তাতকৈ তুমিয়েই তালৈকে নোযোৱা কিয় কিছুদিনৰ বাবে—সত্য গুচি আহক।"

কিন্তু ক'ব নোৱাৰিলে।

মুকুন্দ মুখাৰ্জি সমুখতে বহি আছে। এতিয়া সদু এই গোঙোৱা বাঘে খোৱাৰ গৃহিণী, মোমায়েকৰ ঘৰতে পৰি থকা ধুতকপালী বায়েকজনী হৈ থকা নাই আৰু।

নবকুমাৰে বাধ্যত পৰি ক'লে, 'বাৰু, যাৱেঁই তেন্তে।'

কিন্তু অলক্ষ্যদেবতা তেতিয়া বোধহয় অলক্ষ্যতে উপস্থিত আছিল। আৰু আছিল অতি নধৰ-নপৰ লগা অৱস্থাত। সেয়েহে—

বিধাতাৰ কৌতুক নহয় যদিনো কি?

যি জড় মাংসপিণ্ডটোৱে কেৱল পৰমায়ু শেষ হোৱাৰ অভাব হেতুকে ইমান দিন ধৰি পৃথিবীৰ কিয়ৎপৰিমাণ ঠাই জুৰি পৰি থাকি 'অজপা'ৰ খণ শুজি আছিল, সেই জড়পিণ্ডটোৱে আচম্বিতে এনে এক মুহূৰ্ততে তাৰ বহু বছৰৰ দখলীকৃত মাটি এৰি গুচি গ'ল, যাক ক'ব পাৰি চৰম মুহূৰ্ত।

বহু চেষ্টাৰ মূৰত, বহু নিন্দা মূৰ পাতি লৈ, আৰু এলোকেশীৰ বহুতো শাওপাতলৈ আওকাণ কৰি সত্যবতীয়ে যেতিয়া কথমপি সুবৰ্ণক নৰকুমাৰৰ সৈতে ঘৰৰ বাহিৰ কৰিবলৈ সক্ষম হৈছিল, আৰু ক্ৰুদ্ধ ক্ষুব্ধ ৰুদ্ধকণ্ঠ নৰকুমাৰে সুবৰ্ণক কলিকতালৈ নি তাৰ এই নিমৰমিয়াল পাষাণী মাকৰ নামটোও পাহৰাই পেলাব বুলি মনতে তিনি সইত খাই খোজ লৈছিল, ঠিক সেই মুহূৰ্ততে বিধাতাই সেই কৌতুকৰ হাঁহিটি মাৰিলে। সেই

হাঁহিৰ ফলত এলোকেশীয়ে অকস্মাৎ গগনফলা চিঞৰ মাৰি ঘৰৰপৰা চোতালত আছাৰ খাই পৰিলহি।

ইমান বিকট চিঞৰৰ মাজত কথা বুজাৰ পৰ। টান, 'পছে পৰা হ'লে এলোকেশীয়ে ফোঁপাই ফোঁপাই চিঞৰি কোবা শুনা গ'লহেঁতেন, 'অ' মোৰ গোসাঁইঔ, সিহঁতে তোমাক নিজ হাতে মাৰি পেলালে অ'—পো বোবাৰীয়ে নিজ হাতে বধিলে ঔ!"

হয়, অৱশেষত সত্যৱতী আৰু নবকুমাৰে এই কলংকৰ বোজা মূৰত কঢ়িয়াবলগীয়া হ'ল, সিহঁতে হেনো নিজ হাতে নীলাম্বৰক বধিলে। এলোকেশীয়ে যি কথা সকলোকে চিঞৰি চিঞৰি কেছে তাৰ মৰ্মাৰ্থ হ'ল ঃ নাতিনীয়েকজনী আছিল নীলাম্বৰৰ প্ৰাণপথী গিৰিয়েক ঘৈণীয়েকে পৰামৰ্শ কৰি তাইক টানি-আজুৰি ঘৰৰপৰা উলিয়াই লৈ গ'ল। আৰু যেতিয়াই উলিয়াই লৈ গ'ল সেই মুহূৰ্ততে মৰম আকলুৱা নীলাম্বৰৰ প্ৰাণপখী সলা এৰি উৰা গ'ল। নাযাবনে কিবা উৰা? ইমান ডাঙৰ আঘাত সহে কেনেকৈ? বিয়াধিয়ে ঘূণীয়া কৰা দেহ পিঞ্জৰাটো মনৰ কষ্টতে গুড়ি হৈ গ'ল।

প্ৰত্যেকেই পো-বোবাৰীৰ হৃদয়হীনতালৈ লেই লেই ছেই ছেই কৰিলে। কিন্তু 'মনত কষ্ট' অনুভৱ কৰাৰ দৰে মন এটা নীলাম্বৰৰ আছিলনে নাছিল সেই প্ৰশ্ন নুতুলিলে।

দীৰ্ঘকাল ধৰি বোধহীন অনুভূতিহীন হৈ যিটো প্ৰাণী মাংসপিণ্ডমাত্ৰ হৈ পৰি আছিল, পৰি আছিল পৰমায়ু শেষ হোৱালৈ বাট চাই, সেই মাংসপিণ্ডৰ খবৰটো এলোকেশী কি উপায়ে জানিলে? নবকুমাৰে যেতিয়া কলিকাতাৰপৰা আহি 'দেউতা' 'দেউতা' বুলি সহস্ৰ বাৰ মাত দিছিল, কণমান চেতনাৰ স্ফুৰণো সেই পিণ্ডটোৰ মাজত দেখা নগৈছিল। 'সুৰণ' গুচি যাব এই ভয়াবহ ঘটনাটোক কেন্দ্ৰ কৰিয়েই তেন্তে সেই মাংসপিণ্ডটোৰ মাজত বোধ চৈতন্য অনুভূতি জাগ্ৰত হৈ উঠিলনে?

নহয়, এইবোৰ প্ৰশ্ন কোনেও কৰা নাছিল।

সত্যৱতীৰ পাষাণী আচৰণেই প্ৰধান হৈ উঠিছিল।

কিন্তু সেই কথা থাকক, নিন্দা সত্যৱতীৰ চিৰসংগী, সমস্যা আনহে। সমস্যাৰ সৃষ্টি হ'ল পাছত। দেউতাকৰ শ্ৰাদ্ধ-শান্তি নবকুমাৰে সাধ্যাতিৰিক্ত-ভাৱেই কৰিলে। সত্যৰ প্ৰবল প্ৰৰোচনাত পৰি নবকুমাৰে অনিচ্ছাসত্বেও ঢেৰ খৰচ কৰিবলগীয়া হ'ল। বৃষোৎসৰ্গ, পণ্ডিত বিদায়, শত ব্ৰাহ্মণক ছত্ৰ পাদুকা দান আদি সত্যই বহুতো বিধান উলিয়াইছিল। মোমায়েকৰ শ্ৰাদ্ধত সদুও আহিছিল আৰু অকলে অহা নাছিল তাই, গিৰিয়েক আৰু তাইৰ দুজন 'ল'ৰা'কো লগত লৈ আহিছিল। সদুৰ এই উখোৱা ধান গজা

কপাল দেখি সকলোৰে তৰধ মানিলে। তদুপৰি, নিতাই নিতাইৰ ঘৈণীয়েকো এই উপলক্ষ্যে এবাৰ গাঁৱলৈ আহিল। এইখিনিলৈকে ঠিকেই আছিল। কেণা লাগিল যাত্ৰাকালত।

এতিয়া আৰু ইয়াত সত্যৱতী থকাৰ হেতু নাই, পতিকে তাই গুচি যাবগৈ। কিন্তু এলোকেশীয়ে যে অকলশৰীয়াকৈ থাকিব লাগিব সেই প্ৰশ্নটোও পেলনীয়া বিধৰ নহয়। সত্যৱতীয়ে প্ৰস্তাৱ দাঙি ধৰিলে: "এইবাৰ আপুনিও আমাৰ সৈতে ব'লক কলিকতালৈ।"

এই প্ৰস্তাৱৰ কথা শুনি সদুৰে আঁৰত থাকি কৈছিল অবশ্যে: "তাইৰ কি যে ঢেঁকীথুৰিয়া বুদ্ধি, লগত লৈ যোৱাৰ অৰ্থ হ'ল চিৰদিনৰ বাবে লৈ যোৱা। তাৰ মানে হ'ল তোৰ সুখৰ সংসাৰত সদায় জুই জাল পানী ঢাল হৈয়েই থাকিব। ইমান দিন ধৰি ইয়াত থাকি হাড়ক মাটি কৰিলি, স্বামী-পুত্ৰৰ লটি-ঘটিও বহুত হ'ল। তাৰ পুৰস্কাৰ হ'ল—বদনাম। এতিয়া আক' শাহুবেৰক মূৰত তুলি লৈ যা, আৰু তাই তোৰ বুকুৰ ওপৰতে চৰু জোৰক।" কৈছিল সদুৰে, কিন্তু নবকুমাৰেহে হাতেৰে জোনটো ঢুকি পোৱাদি পালে। মাকৰ যদি এনেকৈ ইমান ডাঙৰ সুব্যৱস্থা এটা হৈ যায়, আৰুনো কি লাগিছে? সঁচাযে সত্যৰ বুদ্ধি আছে, আছে সাহসো।

কিন্তু এলোকেশীয়ে এই সুব্যৱস্থালৈ কাণসাৰকে নকৰিলে। তেওঁ বাপেক মৰাৰ লগে লগেই ভিঠাত সন্ধ্যা-প্ৰদীপ বন্ধ কৰাৰ এই প্ৰস্তাৱ শুনি ধিক্কাৰ নোহোৱা পুতেকলৈ তেওঁ ধিক্কাৰ দিলে।

সন্ধ্যাপ্ৰদীপ? ভিঠাত চাকি জ্বলোৱা? তাৰ বাবে চিন্তা কিহৰ? গিয়াতিহঁতৰ কাৰোবাক কৈ গ'লে নহ'বনে?

এলোকেশীৰ ডিঙিত চিপজৰী লাগিল।

যাক দেখামাত্ৰকে তেওঁৰ মাটিত সাত কিল মাৰিবৰ মন যায়, সিহঁতৰ শৰণাপন্ন হ'বৈ? আৰু তদুপৰি, এই জনমটো পাত কৰা ঠাইখন এৰি এই বুঢ়ী বয়সত চহৰৰ সজাত উশাহ বন্ধ হৈ মৰিবলৈ যাব তেওঁ বোৱাৰীৰ সুবিধাৰ বাবে? নৰকুমাৰে এইবোৰ দুৰ্বুদ্ধি ত্যাগ কৰে যেন।

তেনেহ'লে। সমস্যাৰ সমাধান কি?

আৰুনো কি, ৰাতিৰ বেলিকা পৰ দিবলৈ নৰকুমাৰে এজনী বনকৰা ধাদহী মানুহ ঠিক কৰি থৈ যাব মাকৰ বাবে, আৰু মাকৰ এই শোকে খুন্দা মাৰি ধৰা পৰাণ জুৰ পেলাবলৈ ছোৱালীজনীক থৈ যাব। এতিয়াই তাইক টান মাৰি লৈ গ'লে এলোকেশীয়েও নিৰ্ঘাত পতিৰ পদাংক অনুসৰণ কৰিব লাগিব।

নৰকুমাৰে মূৰত হাত দি ক'লে, "শুনিলানে?"

সত্যৱতীয়ে যাত্ৰাৰ বাবে সকলো সামৰি-সুতৰি লৈছিল, সেইবোৰ কৰি থাকোঁতেই ক'লে, "শুনিলোঁ।"

"এতিয়া উপায় ?"

"উপায় আৰু কি। মাক উগ্ৰাহ বন্ধ-কৰি মাৰি পেলোৱাৰ ব্যৱস্থা কৰাতকৈ এজনী বনকৰা মানুহ বন্দবস্ত কৰি দিয়াটোৱে ভাল।"

"আৰু সুবৰ্ণ ?"

"সুবৰ্ণ আমাৰ সৈতে যাব।"

সত্যাই ঠুকে-ভাণ্ডৰে ৰায় দিলে।

"যাব বুলি তো কৈছা, পিছে—দেউতাৰ বাবে বদনামৰ অন্ত নাই, তাৰ ওপৰত আকৌ মাৰো যদি সঁচাকৈয়ে—"

"কি ? যদি 'মনত কষ্ট' হয়, আৰু যদি মৰি থাকে ?" কাঠহাঁহি মাৰি সত্যাই ক'লে, "তেতিয়াহ'লে দেখোন সতী বোবাৰে পুণ্য হ'ব। একে অনলত দাহ দুয়োৰো মৃত্যু।"

"ধেমালি কৰিছা ?"

"পাগল। এয়া ধেমালিৰ কথা হ'লনে ?"

"মই কিন্তু মাক ক'ব নোৱাৰিম।"

"নালাগে ক'ব। ক'বলগীয়াখিনি ময়েই ক'ম।'

এতিয়া এই ক্ষেত্ৰত কি কৰা উচিত, কিংকৰ্তব্যবিমূঢ় নৱকুমাৰে স্থিৰ কৰিব নোৱাৰিলে। মাকে যি কথা কৈছে সি অযৌক্তিক, সত্যাই কোৱা কথাটো—অকৰ্তব্য। তেনেহ'লে ?

অৱশ্যে এটা কাম আছে নৱকুমাৰৰ। চিৰদিন যিটো কাম কৰি আহিছে। পোনতে সত্যৰ কথাৰ প্ৰতিবাদ কৰিব লাগিব। তাকে কৰিলে সি। ক'লে, "পিতৃহত্যাৰ পাতক হ'লোঁ, আকৌ মাতৃহত্যাৰো পাতক হ'ব লাগিবনে ?"

সত্য অবিচল।

"উপায় কি ? বিধাতাই তোমাৰ কপালত যদি এই দণ্ড লিখি থৈছে—ল'বই লাগিব।"

"সুবৰ্ণ কেৱল তোমাৰেই নহয়। বাপেক-আইতাকৰো তাইৰ ওপৰত দাবী নথকা নহয়।"

"অৱশ্যেই আছে। পিছে কিমানখিনি আছে তাৰ ফয়চলা কৰিবলৈ হ'লে আকৌ তোমালোকৰ আইন-আদালতলৈ যাব লাগিব নহয় ?"

"কি ক'লা ? কি ক'লা তুমি ?"

"একো নহয়।" সত্যাই কাম-বনত মন দি ক'লে, "যি কোৱাইছা তাকে কৈছোঁ।"

"শহুৰৰ বোলিকা দেখোন কৰ্তব্য উথলি উঠিছিল, মোক ধুলিৰো ধুলি

কৰিছিলা দেখোন। এতিয়া শাহুৱেকৰ বেলিকা এনেহেন ৰণচণ্ডী মূৰ্ত্তিৰ কাৰণ কি ?"

"কাৰণ বুজাই ক'বলৈ সময় মোৰ নাই। সুবৰ্ণ মোৰে সৈতে যাব, এয়ে হ'ল কথা।"

সত্যৰ শেষ কথা।

গতিকে এই কথা শিলৰ ৰেখা।

আৰু সিফালে ল'ৰা দুজনো বুজন হৈ উঠিছে। আৰু সিহঁত মাকৰ ফলীয়া। দেউতাকৰ সৈতে সিহঁতৰ মতৰ মিল একেবাৰে নহয়। গতিকে বল-শক্তি সত্যৰহে বেছি।

কলেজ খতি হোৱা বুলি ল'ৰাহঁত গুচি গ'ল, কিন্তু যাওঁতে কৈ গ'ল —মাকে যি ক'ব তাকে কৰা হয় যেন।

এয়া কেনে দুঃসাহসিক কথা! বাপেক তুচ্ছ, মাকহে প্ৰধান?

নবকুমাৰে এই কথাত উষ্মা প্ৰকাশ কৰিছিল। কিন্তু সত্যৰ বিদ্ৰূপে তাৰ মুখত সোপা দিলে। সত্যই কৈছিল। "এহেহে! এই কথাতনো খং কৰিবলগীয়া কি হ'ল? মাতৃভক্তৰ বংশ, মাতৃভক্ত নহ'বনে? কিয়, মাতৃভক্তি জানো বেয়া?"

যদিও ছোৱালীজনীক আৰু ঘৈণীয়েকক দীৰ্ঘকালৰ পাছত লৈ যোৱাৰ সুবিধা ওলোৱাত নবকুমাৰ কৃতাৰ্থ, তথাপি স্বভাৱৰ কাৰণেই এই তৰ্কবাদ এই প্ৰতিবাদ। অৱশেষত যথা নিয়মমতেই সত্যৰ ইচ্ছাই জয়যুক্ত হ'ল। প্ৰায় দুবছৰৰ মূৰত, স্বামীৰ সৈতে জীয়েকৰ হাতত ধৰি সত্যই আকৌ শহুৰ-গৃহৰ চৌহদ পাৰ হ'ল।

এলোকেশীয়ে মূৰ আফালি, কপালত ভুকুৱাই মৰ কান্দোন জুৰিলে!

এইবাৰ কিন্তু গাঁওখনৰ ৰাইজে এলোকেশীৰ কাম বা কথালৈ সিমান সমৰ্থন নজনালে। ক'বলৈ ধৰিলে: "পো বোৱাৰীয়ে লৈ যাব খুজিছিল, যোৱা হ'লেই ভাল আছিল। কালী-গংগাৰ দেশ, কিমান ডাঙৰ তীৰ্থস্থান! যোৱাত নো কি বাধা আছিল? সঁচাকৈ তো, পুতেকে আৰু অফিছ এৰি ইয়াতে বহি থাকিবনে? আৰু ঘৈণীয়েকেও চিৰকাল স্বামী-পুত্ৰৰ সংসাৰলৈ পিঠি দি থাকিব নোৱাৰে। তেন্তে? কোনোবা দিনা অকলে অকলে ঘৰতে হাড়ত বন গজিব তোৰ আৰু চুবুৰিৰ মানুহৰ আলৈ-আহুকাল হ'ব। তদুপৰি পুতেৰে যাত্ৰা কৰিছে, মাহাগুৰু নিপাতৰ বছৰ, মৰ-কান্দোন জুৰি এই অমঙ্গল মাতি আনিছ কিয় তই?"

ইমানদিনলৈকে এলোকেশীৰ সকলো আচাৰ-আচৰণ সমৰ্থনযোগ্য আছিল, এইবাৰহে সেই সমৰ্থনত ঘুণে ধৰিলে।

কিয় ধনুণে ধৰিলে কোনে ক'ব ? তাৰ কাৰণ কি কোনে ক'ব ?

এলোকেশী অকলশৰীয়াকৈ থকাত অপ্ৰত্যক্ষভাবে হ'লেও চৰবুৰিৰ মানুহৰ ওপৰত অলপ দায়িত্ব পৰা বাবেইনে ?

নে—ভালেখিনি 'বেওৱাৰিচ' মাটি বাৰী বাগান পুখুৰী গছ গছনিৰ সূক্ষ্ম লোভত বাধা পৰা বাবে ? ফলে-ফুলে ভৰা তিনিখন বাৰী এলোকেশীৰ মাছেৰে উভৈনদী হোৱা দুটা পুখুৰী, উদুপৰি অ'ত ত'ত আৰু কত কি।

নে এলোকেশীৰ লগ-সংগবোৰ ইমান লুভীয়া মনৰ নহয় ? এয়া কেৱল চিৰাচাৰত নিয়মৰ প্ৰভাৱেইনে — বাঁৰী হ'লে মাইকী মানুহৰ মূল্য অলপ কম হয়েই। 'গিৰহ'তৰ গৃহিণী'ৰ দামেই সুকীয়া। গিৰহ'ত গত হ'লে যিখিনি জোৰ, কথাৰ জোৰ।

যি কি নহওক, দৰাচলেতে অৱস্থা এনে।

আনকি, নিতাইৰ ঘৈণায়েকো নৰকুমাৰৰ মুখে সেই 'মৰ-কান্দোন'ৰ কথা শুনি সত্যৱতীৰ ফলীয়া হ'ল। অৱশ্যে হ'ল যে—হঠাৎ এটা কাণ্ডত তাইৰ মনৰ অৱস্থা এনে শোচনীয় হৈছিল বুলিহে। শৰাধৰ নিমন্ত্ৰণ খাই বেছ নধৰ-নপৰ কৰিবযেই বেচেৰী কলিকতালৈ উভতি আহিছিল অহাৰ লগে লগেই মূৰত বজ্ৰ পৰিল। অভাবনীয় কাণ্ড!

মাকৰ পেটমচা আটাইতকৈ সৰু ভনীজনী—এবছৰ আগতে যিজনীৰ বিয়া হৈছিল, কলিকতালৈ অহাৰ সংবাদমতে তাই অপঘাতে মৰিল! উভতি আহি দেখিলে ভায়েকটো বহি আছে, চেৰেউ-ফেৰেউকৈ কান্দিছে। সি ক'লে যে ভনীয়েকক শাহুৱেক-গিৰীয়েক দুয়ো মিলি মাৰি পেলালে! নিৰ্ঘাত মাৰি পেলালে! মাৰি পেলোৱাৰ পিছত ৰটালে যে নিশা পুখুৰী ঘাটলৈ যাওঁতে হামখুৰিৰ খাই পৰি মৰিল।

মাৰি পেলালে! নৰকুমাৰ স্তম্ভিত হ'ল।

ভাবিনীৰ শোক-তাপৰ কথা শুনি নৰকুমাৰৰ লগে লগে সত্যৱতীও আহিছিল। আজি-কালি ভাবিনীয়ে নৰকুমাৰৰ সৈতে অলপ আৰ-বেৰ ৰাখিও প্ৰায় প্ৰত্যক্ষভাৱেই মাত বোল কৰা হৈছে। এতিয়া শোকে খুন্দা মাৰি ধৰাত সেই আৰ-বেৰো নোহোৱা হ'ল।

"মাৰিয়েই পেলালেনে ?" নৰকুমাৰে তীব্ৰ কণ্ঠেৰে ক'লে, 'মগৰ মুলুক পাইছেনেকি ?"

"আৰুনো কি—" ভাবিনীয়ে চকুপানী মচি ক'লে, "সকলো ধৰণৰ হত্যাৰ দণ্ড আছে, গাঁৱত ঘৈণীয়েকক হত্যা কৰিলেও দণ্ড নাই নহয় ? কচমীয়ে সেই পো-ৰ আকৌ এতিয়াই বুকু ফিন্দাই বিয়া পাতিব। গ'ল আমাৰেই গ'ল। কণমানি ছোৱালী—ন বছৰ পাৰ হৈ দহ বছৰত ভৰি দিছিলহি মাথোন—একেবাৰে আজলী ছোৱালী আছিল। আৰু কিমান যে

ভাল আছিল। শহুৰি খাটিবলৈ যাব লাগিব বুলি কোৱাত সাদিন ধৰি নেখাই-নবৈ কেৱল কান্দিছিলহে। আৰু এটা মাহো পুৰ নৌহওঁতেই এই কান্ড। মোৰ মাৰ অৱস্থাটো ভাবি চোৱাঁ!"

ভাবিনীযে আৰু বহু ধৰণে আক্ষেপ প্ৰকাশ কৰিলে।

ক'লে যে তাই কোনো কেঁচুৱা ফুকাবলৈ নহ'ল। এই সৰু ভনীজনীক তাই নিজৰ কেঁচুৱাৰ দৰে জ্ঞান কৰিছিল, তায়ো গুচি গ'ল। সত্যাই স্তব্ধ হৈ বহি সকলো কথা শুনি আছিল, সান্ত্বনা দিবলৈ চেষ্টা কৰা নাছিল তাই, বহু সময়ৰ পাছত লাহেকৈ সুধিলে, "মাৰি পেলালে বুলি ক'লে কোনে? যেনেকৈ মৰিল বুলি কৈছে তেওঁলোকে—হ'বও পাৰে তো।"

"চোৱাঁ, এই কথা আৰু নোলোৱাকৈ থাকেনে? সিহঁতৰ চুবুৰিৰ মানুহে মোৰ দেউতাক মনে মনে খবৰটো দিলেহি।" ভাবিনী আকৌ এবাৰ উচুপি উঠিল, খবৰটো দি থৈ যোৱা মানুহ কেইজনে হেনো কৈছিল, "একেবাৰে যাক বোলে নিশংস কাণ্ড ডাঙৰীয়া! পটাগুটিৰে থেতালি থেতালি মাৰি পেলালে। মুৰটো একেবাৰে থেতালি পেলাইছে!"

সত্যাই হঠাৎ যেন কেনেবাধৰন কৰিবলৈ ধৰিলে, তাইৰ দুচকুত যেন উন্মাদৰ দৃষ্টি।

"পটাগুটিৰে থেতালি মাৰি পেলালে!"

সত্যাৰ মূৰ্তি দেখি নবকুমাৰে ভয় খালে, কিন্তু ভাবিনীয়ে সত্যাৰ পৰিৱৰ্তনলৈ মনেই নকৰিলে। তাই আগৰ দৰেই ক'লে, "হায় বাইদেউ, সেই নিশংস কাণ্ডকে কৰিলে সিহঁতে। আগতে পুতেকেই হেনো মাৰিবাই মৰিবাই আধামৰা কৰিছিল, মাকে ভাবিলে যে আধামৰা হৈ থকাত বিপদ আছে, তাতকৈ শেষ কৰি দিয়াই ভাল, তেতিয়া আৰু একো ক'ব নোৱাৰিব তাই। দিলে খুন্দা। কোৱাচোন বাৰু, ইহঁত মানুহেই নে ৰাক্ষস? ভদ্ৰলোকৰ মুখা।পিন্ধি ফুৰে ইহঁতে, ভিতৰত বাঘিনী সিংহী।"

ভাবিনীয়ে আকৌ চকুপানী মচিবলৈ ধৰিলে।

সত্যাই হঠাৎ চিঞৰি দিলে, "বহি বহি কান্দি থাকিবা? এই বীভৎস অন্যায়ৰ কোনো প্ৰতিকাৰ নকৰিবা?"

ভাবিনী চমকি উঠিল।

সত্যাৰ চকুৰ উন্মাদ-দৃষ্টি তেতিয়াহে তাইৰ চকুত পৰিল। ভাবিনীৰ ঠোঁটা-মোজা লাগিল আৰু ক'লে, "আৰুনো প্ৰতিকাৰ কৰিবলৈ কিটো আছে, হ'বলগাখিনি হৈ গ'লেই—"

"হ'বলগা! এয়া হ'বলগা আছিল?"

"নহ'লে—নহ'লেনো আৰু কি? ভাটি বয়সত মোৰ মাৰ কপালত এই শাস্তি-শলা পাবলগা আছিল বুলিহে—"

"বঢ়িয়া কেছা। আৰু সিহঁতৰ কাৰো শাস্তি-শলা পাবলগীয়া নাই? সেই হত্যাকাৰী মাক-পুতেকক তোমালোকে ফাঁচীৰ জৰীত ওলোমাবলৈ চেষ্টা নকৰা তেন্তে?"

ভাবিনীয়ে কপালত চপৰিয়াই ক'লে, "সেই চেষ্টা কৰিনো কি লাভ হ'ব কোৱা? আমাৰ পুটি আৰু ঘূৰি আহিবনে? মিছামিছিকৈ থান পুলিছৰ হেমগাম।"

মিছামিছি?

মিছা হেমগাম?

সত্যই কঠোৰ কণ্ঠেৰে ক'লে:

"দেশখনত আৰু হাজাৰ-বিজাৰ পুঁটি নাইনে? সিহঁতৰ ওপৰত অত্যাচাৰ হোৱা নাই?"

হাজাৰ-বিজাৰ পুঁটি?

এয়ানো আকৌ কি কথা?

সত্যক এনেকৈ বলিয়া যেন লাগিছে কিয়? নুবুজা-নুগুণাকৈয়েই ভাবিনীয়ে ক'লে, "অত্যাচাৰ জগতখন জুৰিয়েই চলিছে ভাই, মাইকী মানুহে পাৰি পাৰি মাৰ-কিল খাবলৈহে উপজিছে। পিছে একেবাৰে কণমানিতে গ'ল, সেই কথাতহে ইমান কষ্ট। এতিয়া যে অলপ উঠন হোৱাৰ পাছত বিয়া হৈছে সেয়া ভালেই হৈছে। তোমাৰ সুৱগক যে ইচকুলত নাম লগাই দিলা—ভালেই কৰিলা। তেও বল-বুধি অলপ হওক। এস্, নিভাঁজ সৰল ছোৱালী আছিল মোৰ পুঁটিজনী।"

হঠাৎ সত্য বহাৰপৰা উঠি ক'লে:

"ঘৰলৈ যাওঁ।"

ঘৰলৈ যাওঁ!

সত্যৰ এই অসভ্যতা দেখি নৱকুমাৰ অবাক হ'ল।

মানুহজনীক অলপ বুজনিও দিব লাগিছিল তাই, তাৰ নাম-গোন্ধো নাই।

হঠাৎ ব্যস্ত হৈ কয় নৱকুমাৰে:

"ঠিক আছে, যাবা। বহাঁচোন অলপ, বহাঁ।"

"ওহোঁ, ন'হব। মই আৰু বহিব নোৱাৰিম। মূৰৰ ভিতৰত যন্ত্ৰণা হৈছে। বেয়া নাপাবা বোৱাৰী, মাত্ৰ এটা বস্তু লাগে মোক। তোমাৰ ভনীয়েৰাৰ গিৰিয়েকটোৰ নাম আৰু ঠিকনা মোক দিয়াচোন।"

নাম-ঠিকনা!

নৱকুমাৰে চ'ক খাই উঠি থমক দি ক'লে, "সিহঁতৰ নাম-ঠিকনাৰে তুমি কি কৰিবা? তোমাৰনো কি দৰকাৰ?"

ক্ৰমশঃ

"আছে আছে, দৰকাৰ আছে। তুমি কোৱাচোন বোৱাৰী

ভাবিনীয়ে শিথিল কণ্ঠেৰে ক'লে, "নাম হ'ল ৰামচৰণ ঘোষ, শহুৰেকৰ নাম তাৰাচৰণ—"

"থাকে ক'ত? ঠিকনা কি?"

নৰকুমাৰে আকৌ এবাৰ ডাবি মাৰি উঠিল:

"কি মস্কিল! সিহঁতৰ ঠিকনাৰে তুমি কি কৰিবা? টান ভাষাৰে চিটি-চিঠি লিখিবা নেকি?"

"টান চিটি? সিহঁতলৈ? ওহোঁ।"

সত্যাই কাঠ-কঠিন হাঁহি এটা মাৰি ক'লে:

"সিহঁতলৈ চিঠি লিখি কি হ'ব? সিহঁতে অনুতাপৰ জুইত আত্মজাহ দিবনে কিবা?"

"তেন্তে—?"

"আছে আছে, কাম আছে। তুমি কোৱাচোন বোৱাৰী?"

"ঠিকনা আৰু কি—"

ভাবিনীয়ে যেন অনিচ্ছাৰে সৈতেই ক'লে:

"এয়া হাওড়া পঞ্চাননতলা। চাৰিআলিত ক'বাত এজোপা আহঁত গছ আছে—"

"হ'ব, আৰু নালাগে।"

সত্যাই নৰকুমাৰক ক'লে, "তুমি আৰু অলপ সময় বহিবা যদি বহা ইয়াতে, মই যাওঁগে—"

নৰকুমাৰে আস্ত-ব্যস্ত হৈ ক'লে, "নহয় নহয়, মই আৰু বহিনো কি কৰিম, নিতায়ো নাই, বৰঞ্চ তোমালোকেই গল্প-টল্প কৰি থাকা, মই যাওঁ এতিয়া"

হঠাৎ সি খৰখৰকৈ ওলাই গুচি গ'ল।

তাক ভয় খোৱা যেন লাগিল।

সত্যাক ভয় সি চিৰদিনেই কৰি আহিছে, তথাপি তাৰ ভিতৰতো ক'ৰবাত যেন অলপ ভৰসা আছিল। কিন্তু যোৱা দুবছৰ কাল বিচ্ছিন্ন হৈ থকাৰ ফলত কিবা এধৰণৰ ভৰসাবিহীন ভীতিয়ে যেন গ্ৰাস কৰি পেলালে নৰকুমাৰক। সত্যাৰ মুখলৈ চালেই যেন এটা সমীহৰ ভাব তাৰ মনত উপস্থিত হয়।

আগৰ দৰে, আৰে-বেৰে ছেগ পালেই যে তাইৰ হাতখনত খপকৰে ধৰিব পাৰিব, সি যেন আৰু সেই আশা দেখা নাই।

ভাবিনীয়ে আজি আৰু সত্যাৰ কথাইপতি জাঙুৰ খাই উঠা নাই। উঠিব পৰা নাই বুলিহে উঠা নাই চাগে। এই কথাৰ উত্তৰত তাই আকৌ

এবাৰলৈ আঁচলেৰে চকু দুটা মচি লাহেকৈ ক'লে, "অপৰাধ ? সেই কথা কিনো ক'ম আৰু, ক'বলৈকো লাজ লাগে, শুনিবলৈকো লাজেই লাগিব ! তোমাৰ 'তেও" বহি আছিল বুলিহে ক'ব পৰা নাছিলো। অপৰাধৰ ভিতৰত—পুঁটি দেখাত অলপ ভয়াতুৰ আছিল। পিছে তাইৰ তো সেই খীণ-মীণ চেহাৰা, যোৱাবাৰ দেখিছিলাই তো। বিয়াৰ মাহ-হালধি গাত পৰাতো একো নহ'ল, এই কণমানি ছোৱালী, আৰু সেই দ্বিতীয় পক্ষৰ দৰা। শকত-আৱত গজগজীয়া মতাটোৱে আগৰজনী মৰাৰ পাছৰেপৰাই 'তোক খাও" তোক খাও" মূৰ্তি ধৰি আছিল। তাৰ কাষলৈ যোৱাৰ সাহস তাইৰ কেনেকৈ হয় ? যাবলৈ নিবিচাৰে, মাটিত খামুচি ধৰি বহি থাকে, সেই কথাতে নিতৌ মাকে-পুতেকে মিলি মাগুৰকচা দিয়ে। পুঁটিজনীকো কও', একেবাৰে মুৰুখৰো মুৰুখ। সিহঁতৰ জোৰ যে ওঠৰঅনা দেখিছেই, তোৰ তো কণাকড়ি ৰা জোৰ নাই, যি কয় নুশুন কিয় ? তাকে নকৰি মাটিত উবুৰি খাই পাৰ থাকিব, গিৰিয়েকৰ বিছনালৈ নাযায় যে তাই নাযায়েই—। শেহলৈ পাৰিলনে ? পাৰিলি যুঁজিব ? দুচমন ৰাক্ষসৰ খং চৰিল। এনেয়ে এইবোৰ কথাত মতামানুহৰ মূৰত জুই জ্বলে, হিতাহিত জ্ঞানশূন্য হয়, তাৰ ওপৰত আকৌ মাকজনীও তাৰ সহায়। সোণত সুৱগা ! অদিষ্ট, বুইছা—সকলো অদিষ্টৰ লিখন।"

"ঠিক ঠিক, হয়েই—"

সত্যাই কঠিন কণ্ঠেৰে ক'লে :

"সকলো অদৃষ্ট তো হয়েই ! এইখন হতভগীয়া দেশত ছোৱালী হৈ জন্ম লোৱাটোৱেই এক দুৰদৃষ্ট। চকুৰ ওপৰত এখনকৈ ডাঠ পৰ্দা ওলোমাই থ'ম আৰু অদৃষ্টলৈ দোষ দি বহি থাকিম !"

ভাবিনীয়ে কান্দি কান্দি ক'লে "কি পৰ্দাৰ কথা ক'লা ?"

"একো নহয় বোৱাৰী, একো কোৱা নাই। কেৱল ইয়াকে কও' যে সিহঁতৰ ঘৰতহে পটাপুটি আছিলনে ? তোমালোকৰ ঘৰত নাছিল জানো ? তোমালোকৰ সেই পটাপুটিৰে সিহঁত মাক-পুতেকৰ মূৰ দুফাল কৰিব নোৱাৰিলাহেঁতেন নে ? আৰু তো ছোৱালীজনীৰ বিধবা হোৱাৰ ভয় নাছিল, লাটি-লগুৰ ভয় নাছিল !"

ভাবিনী এইবাৰ অলপ বিৰক্ত হৈ উঠিল, "তোমাৰো যে নোহোৱা-নোপজা কথা বা দেউ। আমি সেই কাম কৰি সাৰি যাব পাৰিম ? আমাৰ হাতত হাতকেৰেয়া নালাগিবনে ? বিয়া কৰোৱা পৰিবাৰক মাৰিব পাৰি, কাটিব পাৰি, কুটিব পাৰি, খেকেচিব পাৰি—সেই বুলি আন কাৰোবাক পাৰিবনে ?"

"মই হোৱাহেঁতেন পাৰিলোহেঁতেন, কৰিলোঁহেঁতেন। সেই জোৱাইৰ

মুৰ ইটাৰে গুড়ি কৰিলোঁহে’তেন। তাৰ পাছত ফাঁচীৰ জৰীত ওলমিবলগীয়া হ’লে ওলমিলোঁহে’তেনগৈ।”

সত্যাই খণ্ডতে ৰঙা পৰি ক’লে।

ভাবিনী আকৌ এবাৰ কান্দি দিলে, “মোৰ মায়ো সেই কথাকে দিনে-নিশাই কয়, কয় আৰু কান্দে। কিন্তু সঁচাসঁচিকৈ তো সেইবোৰ নহ’বগৈ? বৰঞ্চ মোৰ এজনী সম্পৰ্কীয়া পেহীয়ে মাকহে দোষ দিছিল। কৈছিল, ‘যেন লেনী-ভাদৈজনীকৈ গাঢ় তুলিছিলা,—শাস্তি নহ’বনে? বিয়া কৰালি—গিৰিয়েকৰ বিছনালৈ নাযাব! আহ্লাদ! দ্বিতীয় পক্ষৰ গিৰিযেক, হ’ল কি হ’ল—তোক কিবা পুতলা খেলনা কিনি দিবলৈ বুলি বিয়া কৰাইছিলনে? কি ক’ম বাইদেও—পেহীৰ মতলব নিশ্চয় বেয়া। নিজৰ এজনী বাৰ-তেৰ বছৰীয়া আবিয়ৈ ছোৱালী পৰি আছে নহয়—”

সত্যাই কিন্তু তিমানতে গুচি যাবলৈ খোজ বঢ়ালেই। তাই ক’লে, “খেমিবা বোৱাৰী, মই আৰু বহি থাকিব নোৱাৰোঁ। মূৰৰ ভিতৰত বৰ যন্ত্ৰণা হৈছে।”

ভাবিনীৰ ইমান দুখতো সত্যাই সান্ত্বনা নিদিয়া দেখি ভাবিনীয়ে পেটে পেটে ক’লে ঃ

তোমাৰ যে কেনে কাঠ-কঠিন পৰাণ—সাঁচে-কাটে সঁচা। আনৰ শোক-দুখত মই ভাবিনীয়ে ইমান থিৰে-জুৰে থাকিব নোৱাৰিলোঁহে’তেন। মানুহক যে ঈশ্বৰে কত ধৰণে গঢ়ে!

'মূৰৰ ভিতৰত যন্ত্ৰণা হৈছে' বুলি কৈ সত্য নিতাইহঁতৰ ঘৰৰপৰা গুচি আহিছিল। কিন্তু সেই যন্ত্ৰণাৰপৰাই যে তীব্ৰকঁপে জ্বৰ উঠিব, কোনে জানিছিল সেই কথা ?

সত্যই যেতিয়া শুইছিলগৈ, তেতিয়া তাই নিজেও বুজা নাছিল। শোৱাৰ পৰা উঠি নাহিল, বন্ধা-বঢ়াও নহ'ল—তাকে দেখি সৰলে সোমাই আহি কপালত লাহেকৈ হাতখন থৈ গম পালে যে গাত জ্বৰ ভমকি উঠিছে আৰু ভোৰভোৰাই কিবাকিবি বলকি আছে।

বেচাৰাৰ ভয়তে ধাতু উৰিল। দেউতাক মাতি আনিলেগৈ।

কিন্তু দেউতাকৰ ওপৰতেই বা ভৰসা কি ?

তেওঁ কিবা বিপদ যেন দেখিলেই মাইকী মানুহৰ দৰে কপালত চপৰিয়ায়। তেওঁ ফোপাই-জোপাই ক'লে, "একেলৰে পেহীয়েৰাক মাতি আনগৈ যা।"

খবৰ পায়েই সদু আহিল আহিয়েই কপালত জলপটি দিলে, গৰম পানীত গামোচা তিয়াই ভৰি সেঁকিলে—ইত্যাদি প্ৰাথমিক শুশ্ৰূষাবোৰ কৰিলে। এওঁলোকৰ বাবে শুদাই-নিকাই ভাত এমুঠি ৰান্ধি খুৱাই-বুৱাই ৰাতি ভালেখিনি হোৱাৰ পাছত বিদায় ল'লে।

নহয়, ৰাতি ইয়াক নাথাকিল।

সতিনীয়েকৰ সৰু ল'ৰাটোৱে হেনো মাহীআয়েক নহ'লে টোপনিকে নাযায়। আৰু মুকুন্দকো ৰাতি কমেও দহবাৰমান ধঁপাত চিলিম যতনাই দিব লাগে।

পিছে সদুৱে ৰাতিপুৱাতে আকৌ আহিব বুলি আশ্বাস দি থৈ গ'ল।

সত্য তেতিয়াৰেকে অজ্ঞান-অচেতন।

নৰকুমাৰে মূৰ-শিতানত বহি বিচি আছে।

গভীৰ নিশা হঠাৎ সত্যই চকু মেলি চালে আৰু ক'লে, "চাও", কাষ চাপি আহাঁচোন, মোক ছুই দিয়াচোন!"

নৰকুমাৰৰ গা শিয়ৰি উঠিল ঃ এয়ানো কি ? প্ৰলাপ ? নে আসন্ন মৃত্যুৰ আভাস ?

"হোৱা, গাটো ছুই দিয়াচোন!"

নৰকুমাৰে ভয়ে ভয়ে গাত হাতখন থ'লে।

সত্যাই উত্তেজিত কণ্ঠেৰে ক'লে, "গা চুই শপত খালে কি হয় জানাই নহয় ?—মনত ৰাখিবা ! শুনা—মোৰ যদি হঠাৎ মৃত্যু হয়—সুবৰ্ণক তুমি নিচেই সৰুতে বিয়া নিদিবা। কোৱা, কোৱা, শপত খোৱা।"

ৰোগীৰ প্ৰলাপ !

হয়ভৰ নিদিলে ৰোগৰ প্ৰকোপ চৰি যাব। গতিকে নৰকুমাৰে তৎক্ষণাৎ ক'লে, "ওঁ, ওঁ—খাইছোঁ শপত।"

"কোৱা, মুখেৰে কোৱা, ষোল্ল বছৰ বয়সত ভৰি নিদিয়ালৈকে সুবৰ্ণৰ বিয়া নাপাতিবা।"

ষো—ল্ল।

ছোৱালীৰ বয়স।

ষোল্ল বছৰ বয়সলৈকে আবিয়ৈকৈ ৰাখি থ'ব ?

নৰকুমাৰে ভাবিলে, হঠাৎ সত্যৰ জ্বৰ ইমানকৈ উঠিল কিয়। এনেকৈ ভ্ৰম বকিছে কিয় ? আসু।

কিন্তু কাৰণ যিয়েই নহওক ৰোগীক শান্ত কৰি ৰাখিব লাগিব।

নৰকুমাৰে ততাতৈয়াকৈ ক'লে, "বাৰু বাৰু—সেয়ে হ'ব।"

"হ'ব বুলি ক'লেই নহ'ব।" সত্যাই প্ৰায় জাওৰ খাই উঠি ক'লে, "নিজ মুখে কোৱা, ষোল্ল বছৰ পুৰ নোহওঁতো সুবৰ্ণক উলিয়াই নিদিওঁ। কোৱা।"

এজনী পাগলীৰ সৈতে চতুৰালিত দোষনীয় একো নাই।

আৰু প্ৰলাপৰ ৰোগী আৰু পাগলৰ মাজত প্ৰভেদেই বা কি ? লাহেকৈ সত্যৰ গাৰপৰা হাতখন আঁতৰাই আনি নৰকুমাৰে ক'লে, "এয়া কৈছোঁ তো, তোমাৰ ইচ্ছা অবিহনে সুবৰ্ণক বিয়া নিদিওঁ।"

"আচল কথাটোকে নক'লা তুমি।" সত্যাই চিঞৰি ক'লে, "আচল কথাত ফাঁকি নিদিবা। সুবৰ্ণক মাৰি নেপেলাবা। তাইক বচাব লাগিব, হাজাৰ হাজাৰ সুবৰ্ণক বচাব লাগিব।"

সত্যাই আকৌ ধুপুচকৈ দীঘল দি পৰিল।

নৰকুমাৰে আগতকৈও জোৰে জোৰে বিচিবলৈ ধাৰলে। হাজাৰ হাজাৰ সুবৰ্ণ ! হে ঈশ্বৰ, এয়া দেখোন ঘোৰ বিকাৰ।

হে ঈশ্বৰ, এয়া কি কৰিলা তুমি ?

হে আই কালী, ৰাতি পুউৱাৰ লগে লগেই, মই নিজে তোমাৰ খড়্গ ধোৱা পানী আনি খুৱাম।

গাঁৱৰ কালী গোসানীলৈকো মানস কৰিলে নৰকুমাৰে। আকৌ হৰি-কীৰ্ত্তনো কৰিব বুলি সৈ কাঢ়িলে। কি কৰিব ?

নৰকুমাৰে শুনিছে যে বিকাৰৰ তেজ মুৰত উঠিলে, প্ৰলাপ বকি

ৰকি আৰু মৰ ইচাট-বিগাট কৰি মানুহ মৰি থাকে। লক্ষণ তো দেখা দিলেই, ৰাতটোৰ ভিতৰত জ্বৰ নকমে যদি, সেই পৰিণতি অনিবাৰ্য।

আই কালী গোসাঁনীৰে দয়া বুলি ক'ব লাগিব।

খড়্গ-ধোবা পানী নোখোৱাকৈয়েই জ্বৰ কমিল।

পুৱতী নিশাতে জ্বৰ এৰিলে। জ্বৰে-ঘামে আঁটি মাৰি বিছনা-গাঁৰু তিয়াই জ্বৰে প্ৰায় মেলানি মাগিলে বুলিয়েই ক'ব পাৰি।

কিন্তু চেঁচাপৰা দেহৰ তেজ, পাঁচদিনীয়া জ্বৰে এৰা দিয়াৰ পাছৰ তেজে বিকাৰৰ তীব্ৰতা পালে কেনেকৈ? বিকাৰৰ বেগ! সেই তীব্ৰতাৰ বেগে বিকাৰৰ বিকৃতিক লগত লৈয়েই মূৰত উঠিলগৈ। নহ'লেনো ত্ৰিভুবনত এনেকুৱা কাণ্ড কোনোবাই কেতিয়াবা শুনিছিলনে?

এনেহেন ভয়ানক কাণ্ড এটা কৰা—কোনো এজনী বাঙালী ছোৱালীয়ে, গৃহস্থ ঘৰৰ ছোৱালীয়ে কৰা সম্ভৱনে বাৰু?

সত্যৰ চিৰ অনুগত ন্যায়, চিৰ আৰ্থক ন'ৰাহ তো মাকৰ এই ধাৰণাতীত দুঃসাহসৰ কথা শুনি স্তম্ভিত হৈ পৰিল।

পিছ দুৱাৰেদি ওলাই গৈ সদু আৰু তাইৰ গিৰিয়েকক সাধনে মাতি আনিলেগৈ, তথাপি নৰকুমাৰে ব্যাকুল হৈ সৰলক ক'লে, "বিপদত পৰিলে লাজ-কাজ এৰিব লাগে, শাস্ত্ৰৰ নিৰ্দেশ। তই যাচোন বোপা, এবাৰ মাষ্টৰ মহাশয়ক মাতি আনগৈচোন

"মাষ্টৰ মহাশয়ক!"

সৰল বিস্মিত।

দেউতাকে তেওঁৰ মাষ্টৰ মহাশয়ক মাতি আনিবলৈ কৈছে! যাৰ নাম মুখেৰে উচ্চাৰণো নকৰে, নিজৰ মুখ ক চাব নোখোজ, যাৰ কাৰণে চিৰকাললৈ সুহাস বাইদেউও পৰ হৈ গ'ল।

নৰকুমাৰে ব্যস্ততা দেখুৱাই লাজৰ হাত সাৰিবলৈ চেষ্টা কৰিলে, "হয় হয়, তাকে ক'লোঁ দেখোন! ক'লোঁৱেই নহয় তোক—বিপদত লাজ-কাজ কৰিব নাপায়, শাস্ত্ৰৰ নিষেধ। তাই মোৰ কথা কৈয়েই মাতি আনগৈ যা। ক'বি যে ভয়ানক গুৰুতৰ কাণ্ড, ঘৰলৈ পুলিচ আহিছে। তহঁতৰ মাকৰ বান্ধি লৈ যাব চাগৈ এই কথা শুনিলে—"

মাকক কেলেই বান্ধি লৈ যাব, বিপদৰ সময়ত লাজ-কাজ কৰিব নাপায় বুলি কোনখন শাস্ত্ৰত লিখা আছে সেই প্ৰশ্ন সৰলে নকৰিলে, ফটুকৈ চোলাটো পিন্ধি বান্ধনিৰ পিছ দুৱাৰেদি ওলাই গ'ল সি।

এই দুৱাৰখন আছিল বুলিহে ৰক্ষা!

নহ'লে ঘৰৰ যাই দুৱাৰত যাব হেন এক চাহাব পুলিচ এটা বহি

আছে। নৱকুমাৰে কঁপিজঁপি আগবঢ়াই দিয়া চকীখনত বহি, সত্যক সোধ-পোছ কৰি আছে চাহাবটোৱে।

ওঁ সত্যকে কিবাকিকিবি সুধি আছে।

সৰুসৰুৱা ইংৰাজী-মিহলি হাস্যকৰ উচ্চাৰণেৰে বাংলা ভাষাত। আৰু খামীডাঠ সত্যাই শিলৰ খুটিৰ দৰে থিয় হৈ সেইবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ধৰিছে।

চাহাব পুলিছৰ কথা শুনি সলিসিয়ান মুকুন্দ মুখাৰ্জিও পোনতে াহিব খোজা নাছিল, পিছে সদুৰ একান্ত ব্যাকুলতাই তেওঁক আহিবলৈ ধ্য কৰিলে। আহিলে তেওঁ হয়, পিছে ঘৰৰ আগফাললৈ যোৱা নাই, ..গুণ হাতত লৈ দুৰ্গানাম জপ কৰি কৰি সদুৰ পিছে পিছে সেই পিছ দুৱাৰেদিহে আহিল।

আহা মাত্ৰকে সুৱৰ্ণ কান্দিবলৈ ধৰিলে, সদুৰ আঁঠুত সাবট মাৰি ধৰি ক'লে, "পেহী, মাক ধৰি লৈ যাবলৈ চাহাব আহিছে।"

"নহয় নহয়, দুগ্‌গা দুগ্‌গা—ধৰিব নিব কেলে ?" বুলি কৈ সুৱৰ্ণক কোলাত লৈ সদুৱে ফুফুচাই সুধিলে, "তুড়ু, কথা কি ক'চোন ? কি হ'ল ?"

সাধনে তাৰ টোটোৰা পৰা মুখেৰে যি ক'লে তাৰ মৰ্মাৰ্থ হ'ল এয়ে ঃ সত্যৱতীয়ে কাৰো সৈতে কোনো পৰামৰ্শ নকৰাকৈয়েই, কাকো নোকোবাকৈয়েই, পুলিছ চাহাবৰ ওচৰলৈ এখন চিঠি পঠিয়াইছিল, আন কাৰোবাৰ হৈও নহয়, নিজৰ নামতে। সেই চিঠি পায়েই পুলিছে 'এনক'যাৰী' কৰিবলৈ আহিছে।

চিঠি ? কিহৰ চিঠি ? কি কাৰণে ?

কাৰণ অদ্ভুত। কাৰণ অভাৱনীয়।

নিতাইৰ ঘৈণীয়েক ভাবিনীৰ ভনীয়েকৰ শোচনীয় অপঘাত-মৃত্যুৱেই হোনো কাৰণ।

ছোৱালীজনীক তাইৰ গিৰিয়েক আৰু শাহুৱেকে মিলি কেনে নৃশংসভাৱে হত্যা কৰিলে, সেই কাহিনী জ্বালাময়ী ভাষাৰে বৰ্ণনা কৰি সত্যৱতীয়ে জোৰ আবেদন জনাইছিল—এই দানবীয় অত্যাচাৰৰ সুবিচাৰ কৰা হওক, সেই হত্যাকাৰী দুজনক উচিত মতে শাস্তি বিহা হওক। আৰু যদি উচিত বিচাৰ কৰা নহয়, তেনেহ'লে তেওঁলোকে মিছাৰেহে ধৰ্মাধিকৰণৰ নামত আদালত খুলি বহি আছে বুলি ক'ব লাগিব।

সেই আবেদন-পত্ৰত সত্যৱতীয়ে আচামীহঁতৰ নাম-ঠিকনাও লিখি জনাইছিল।

সকলো কথা শুনি সদুৱে চুটিকৈ হুমুনিয়াহ এটি পেলাই ক'লে, এইবোৰ কাণ্ড সিদিনাৰ সেই বিকাৰৰহে ফল ঔ তুড়ু, জ্বৰৰ ভয়ঙ্কৰ দেহৰ তজ মূৰত উঠিছিল গৈ, সেই উতলা তেজেইহে তাইৰ বুদ্ধিনাশ কৰিলে।

নহ'লে বাঙালী-ঘৰৰ গিহিণী হোৱালীয়ে এই কাম কৰিব পাৰেনে? মই তোক নিৰ্ঘাত কৈছোঁ তড়ড়, তোৰ মাৰা এদিন নিৰ্ঘাত মৰৰ সিৰ ছিগি 'সন্ন্যাস ৰোগ'ত মৰিব। তাই চিৰদিনেই হোৱালীৰ দেহত উঁশড পৰৰহে এটা। সেয়েহে এই দুৰ্দান্ত ব্যাধি!"

সাধনৰ মুখ আৰু টোটোৰা প'ৰিল। সিও ক'লে, "হয়, ব্যাধিয়েই, ব্যাধি নহয়নো কি? চিৰদিন এই এটা ৰোগ, ক'ত কোনে কি অন্যায় কৰিলে, যোনিবা মাৰহে অন্যায় কৰিলে। সকলোৰে জ্বালা-যন্ত্ৰণা নিজৰ কান্ধত জাপি লৈ অযথা কষ্ট পায়। ঘৰৰ বাচন-বৰ্তন ধোৱা মানুহজনীয়ে এদিন তাইৰ ল'ৰাটোক 'মৰ' বুলি গালি পৰাত মায়ো সেই মুহূৰ্ত্ততে তাইক কামৰ-পৰা খেদি দিলে।"

"অকাল-অছিষ্টি, সকলো অকাল-অছিষ্টি, চিৰকালৰ অছিষ্টি। আচৰিত! ভগবানে তাইক ৰূপ গুণ সকলো দিছিল তাই একাৰেই সাধক কৰিব নোৱাৰিলে। এতিয়া আকৌ শুনিছোঁ বোলে -সদিন। জ্বৰৰ ভমকত তোৰ দেউতাৰাক প'চিছ বছৰ ন্যায় নাহে।বাৰেকে অমুকৰ বিয়া নিদিবলৈ' তিনি সইত খুৱালে!"

সইত বিষয়টোৱেই হাস্যকৰ, গতিকে সেই কথাত সাধনে মুৰ নঘমালে। প্ৰলাপৰ মাজত মানুহেনো কি নবকে। পিছে তাৰো ধাৰণা, মাক মাৰ বিধাতাই বাস্তৱিকতে বহু জ্ঞান-বুদ্ধি দিছিল, মাত্ৰ জেদটো অলপ কমকৈ দিয়াহেঁতেন।

"আপুনি অলপ সেইফালে যাবনে পেহাদেউ!" সাধনৰ এই প্ৰশ্নত মুকুন্দৰ মুৰ আচম্বাই কৰি উঠিল। তেও' বিচলিত কণ্ঠেৰে ক'লে, "মইনো আৰু কিয় বুঢ়া মানুহ এইমাত্ৰে স্নান সমাপন কৰিলোঁ, এতিয়ালৈ আহ্নিকো কৰা নহ'ল। এতিয়া সেই মেলেছৰ স্পৰ্শ—"

"নাই নাই, ছুব নালাগে, ছুব কিয়? এনেই—"

"সেয়া শুনা, পাগল ল'ৰাৰ কথা শুনা। বাক্যবিনিময় মানেই হ'ল স্পৰ্শ। বাক্যৰ যোগেদি স্পৰ্শ, সিও কম কথা নহয়। তদুপৰি তোমালোকে কলেজত পঢ়িছা, ইংলিছ শিকিলা—"

শিকিলে। শিকিলে যে সেই কথা স'চা।

কিন্তু এয়া তো লিখাপঢ়াৰ কথা নহয়। চাহাব তো মাষ্টৰ নহয়। এয়া হ'ল এক লেতেৰা গোলমলীয়া কাণ্ড। এই ক্ষেত্ৰত প্ৰবীণ লোকক্হে শুৱায়।

কিন্তু প্ৰবীণ মানুহজন স্বিতীয়বাৰলৈ স্নানৰ ভয়তে নগ'ল। কেৱল সত্তাই কেনেকৈ চাহাবলৈ চাই চাই কথা পাতিছে সেই দৃশ্য জুমি জুমি চাবলৈ থাকিলে।

ও", তেতিয়া সত্যাই কৈ আছিল, "কোৱা, তেনেহ'লে তোমালোকে আদালত খুলি বহি আছা কিয় কোৱা। আমাৰ দেশে সতীদাহ প্ৰথাৰে তিৰোতাসকলক পুৰি মাৰিছিল, সেই পাপৰপৰা তোমালোকেই আমাক উদ্ধাৰ কৰিলা। তথাপি এতিয়াও বহুত বাকী। এতিয়াও বহু পাপ ঠাহ খাই আছে। চাৰিযুগ ধৰি এই পাপৰ পাহাৰ গঢ়ি উঠিছে! যদি এইবোৰ পাপ গুচাব পাৰা, তেতিয়াহে ক'ম যে তোমালোকে প্ৰকৃততেই শাসনকৰ্তা নহ'লে আনৰ দেশলৈ আহি কিহৰ ৰজা বোলাইছা? জাহাজত উঠি উভতি যোৱাগৈ তেন্তে।"

"মা!"

মাকক নিবৃত্ত কৰিবলৈ সাধন আগুৱাই গ'ল। সি দেখি আছিল যে 'বাংলা-জনা' চাহাবে তাৰ মাকৰ এই ওজস্বিনী বক্তৃতাৰ চাকনৈয়াত পৰি আটাইখিনি বাংলা-জ্ঞান হেৰুৱাই কেৱল "হোৱাট? হোৱাট?" কৰি আছে।

এই বক্তৃতাৰ সোঁতত দোভাষীৰ কাম কৰিবলৈ হ'লে তাৰ এফ এ পঢ়া বিদ্যাই থলকুল পাব, এই ভৰসা নাপালে সি। সেয়েহে 'মা' বুলি মাত লগাই নিবৃত্ত কৰিবলৈ বিচাৰিলে সি।

কিন্তু সত্যাই তেতিয়া বোধকৰোঁ সঁচাকৈয়ে পৰিবেশ-পৰিস্থিতিৰ জ্ঞান হেৰুৱাই পেলাইছিল, সেয়েহে ল'ৰাৰ মাতলৈ কাণসাৰ নকৰাকৈয়ে থাকিল, "তোমালোকৰ দেশত বোলে নাৰীৰ বহুত মান, বহুত সম্মান। সেই চকুৰে, এই হতভগীয়া দেশে নাৰীৰ কি অসহ্য অপমানৰ মাজত, কেনে লাঞ্ছনা-লাঞ্ছনাৰ মাজত পেলাই থৈছে, দেখা নোপোৱানে? এইবোৰ আইনৰ যোগেদি বন্ধ কৰিব নোৱাৰানে? সদায়েই দেখোন বুৰিয়ে বুৰিয়ে আইন কৰি আছা—"

"কি বকিছা এইবোৰ!"

নৰকুমাৰে আৰু ৰ'ব নোৱাৰি চিঞৰি মাতিলে, আৰু ঠিক সেই মুহূৰ্তেতে সৰলৰ সৈতে ভৱতোষ মাষ্টৰ আহি থিয় হ'লহি।

সোমাই আহোঁতেই বোধকৰোঁ সত্যাৰ এই তীব্ৰ ভাষা তেওঁৰ কাণত সোমাইছিল। সেয়েহে সত্যাক উদ্দেশ্য কৰিযেই শান্ত কণ্ঠেৰে ক'লে, "ভিন দেশৰ মানুহে এই দেশৰ সমাজৰ গ্লানি গুচাব বুলি আশা কৰি লাভ নাই। এই কাম দেশেই কৰিব লাগিব।"

মাষ্টৰ মহাশয়ক ইয়াত দেখা পাই সত্যা আচৰিত হ'ল, কিন্তু পাছ মুহূৰ্ততে তেওঁৰ সৈতে সৰলক দেখা পাই ৰহস্যভেদ হ'ল।

সত্যাই লাহেকৈ ওৰণিখন অলপ টানি লৈ আতৰৰেপৰাই প্ৰণাম কৰি ঘৰত সোমালগৈ।

এটা প্ৰবাদ আছে বোলে 'বুকুৰপৰা পাহাৰ খহা দিলে। ভৰতোষ অহাৰ পাছত নৰকুমাৰৰ সেই অৱস্থা হ'ল। যি'ক, তাৰ কবিৰলগীয়া আৰু একো নাথাকিল। এইবাৰ সি ঘৰত সোমাই খাটত শুই থাকিব পাৰে।

এতিয়া মাষ্টৰ আৰু চাহাবটো বিদায় হোৱালৈহে অপেক্ষা। তাৰ পাছত হেস্তনেস্ত কিবা এটা কৰিবই লাগিব। সি এহ্ৰ সহ্য কৰিব নোৱাৰে। এনে এতিয়াই মুখাৰ্জি মহাশয়ে ক'লে, "তিৰোতা-লেখকৰ তিৰোহিত এনেকুৱা হয়েই।" সেই বাক্য-দহনে সৰ্বাংগত প্ৰদাহৰ সৃষ্টি কৰিলে।

মাষ্টৰৰ সৈতে কিন্তু চাহাবৰ কথা-বাৰ্তা বৰ বেছি নহ'ল। চাহাবে কেৱল সভাই লিখি পঠোৱা চিঠিখন দেখুৱালে আৰু অলপ পাছতে 'গুডবাই' বুলি কৈ বিদায় লৈ গুচি গ'ল তেওঁ। ভৰতোষে তেওঁক ষ্টলৈকে আগবঢ়াই থৈ আহিল, আৰু আকৌ নৰকুমাৰহঁতৰ ঘৰৰ চোতালত থিয় দিলেহি। তাৰ পাছত শান্ত কণ্ঠেৰে ক'লে, "সাধন তোমাৰ মাৰাক কোৱা গৈ যে অপৰাধীৰ বিচাৰ উলিয়াই যথোপযুক্ত শাস্তিৰ ব্যৱস্থা কৰিব বুলি চাহাবে কথা দি গ'ল।—আৰু" ভৰতোষে মিচকীয়াই হাঁহিলে, "আৰু তোমাৰ মাৰালৈ চাহাবে অভিনন্দন জনাইছে।"

এতিয়াহে মুকুন্দ মুখাৰ্জিয়ে স্বমূৰ্তি ধৰাই পালে। তেওঁ হোকাটি হাতত লৈ বাৰাণ্ডাৰপৰা চোতাললৈ নামি আহি ক'লে, "শুনিলো আপুনি হেনো এসময়ত নৰকুমাৰৰ শিক্ষক আছিল, সেই হিচাপে নমস্কাৰ জনোৱা মোৰ উচিত আৰু নমস্কাৰ জনাইছোঁও, কিন্তু সেই যে কি ক'লে—সাধনৰ মাকক চাহাবে কি জনালে বোলে—"

"অভিনন্দন। হেৰি—মানে প্ৰশংসা—"

"অ', বুজিলোঁ। পিছে প্ৰশংসা কিহৰ বাবে?"

ভৰতোষে এই অভব্য বুঢ়াটোলৈ এবাৰ চালে, তাৰ পাছত কাঠ-হাঁহি মাৰি ইতিকিঙৰ সুৰতে ক'লে, "বুজিবলৈ শব টান নহয়, সাহসৰ বাবেহে প্ৰশংসা কৰিলে। অন্যায়ৰ বিৰুদ্ধে বুকু ফিন্দাই থিয় হোৱাৰ সাহস কেইজনৰ থাকে কওকচোন?"

মুখাৰ্জিয়ে বিকৃত মুখেৰে ক'লে, "লোকৰ ঘৰত জুই দিয়াৰ, লোকৰ মূৰত লাঠিৰে কোব দিয়াৰ সাহসো এবিধৰ সাহসেই, সেই সাহস যে সকলোটিৰ নাথাকে স্বীকাৰ কৰিছো। পিছে—সাহস মাত্ৰেই যে প্ৰশংসা পোৱাৰ যোগ্য সেই কথা মানি ল'ব নোৱাৰো।"

"স্বীকাৰ নকৰিলে কৰিবলগীয়া একো নাই!" এই বুলি কৈ হাঁহি মাৰি ভাৰতোষ গুচি যাবলৈ বুলি থিয় হোৱাৰ লগে লগেই নৰকুমাৰে

ভিতৰৰপৰা ওলাই আহি ক'লে, "মাষ্টৰ মহাশয়, গুচি গ'লে নহ'ব, অলপ জলপান খাই যাব লাগিব।"

বোধকৰোঁ বিপদ্‌তাৰণ মধুসূদনৰূপী ভৱতোষৰ পৰম উপকাৰৰ কিবা এটা প্ৰতিদান দিয়াটো আৱশ্যক—এই প্ৰস্তাৱ তাৰেই প্ৰতিক্ৰিয়া।

পিছে ভৱতোষ এই প্ৰস্তাৱৰ বাবে প্ৰস্তুত নাছিল। সেয়েহে বিমূঢ়-ভাৱে নৱকুমাৰলৈ চালে, আৰু হয়তো ভাবিলে মানুহৰ ধৃষ্টতাৰ সীমা নাথাকে কিয়।

কিন্তু এসময়ত যিজন ভৱতোষ মাষ্টৰে ৰামকালীলৈ তেওঁৰ কন্যাই শহুৰেকৰ ঘৰত লঘু-লাঞ্ছনাৰ মাজত থকাৰ কথা ওজস্বিনী ভাষাৰে বৰ্ণাই পত্ৰ প্ৰেৰণ কৰিছিল, সেই অবুজ ভবতোষ মাষ্টৰ আৰু তো নাই। তাৰ পাছত বহুদিন পাৰ হৈ গ'ল। বহুতো মানসিক দ্বন্দ্বৰ টনা-আজোৰাৰে পুৰঠ হৈ উঠা আৰু বহুতো জ্ঞানাৰ্জনেৰে পৰিণত হৈ উঠা প্ৰৌঢ় ভৱতোষে ভয়ানক ধৰণৰ উত্তৰ নিদিলে। তেওঁ মৃদুভাবে হাঁহি মাৰি ক'লে, "পাগল।"

"পাগল কেলেই? বাহ্‌!" ধৰুৱা হৈ নাথাকিবৰ মনেৰেই কিজানি নৱকুমাৰে আকৌ ক'লে, "এই ৰ'দত ক'লামলা পৰি আছিল। আমাৰ মান-মৰ্য্যাদা ৰক্ষা কৰিলে। এনেকৈ গুচি যাবলৈ দিওঁনো কেনেকৈ? সত্যায়ো আপোনাক মিঠাই নুখুউৱাকৈ নেৰে বুলিছে।"

ভৱতোষ এইবাৰ উচপ খাই উঠিল। বোধকৰোঁ ক'ৰবাত কিবা অংক মিলাব নোৱৰা হ'ল। তেওঁ অসহায় ভংগীৰে ক'লে, "কোন? কোনে নেৰে বুলি কৈছে?"

"সত্যাই।" ইতিমধ্যে চকুৰ ইংগিতেৰে নৱকুমাৰে সাধনক দোকানলৈ পঠালেই, সেয়েহে বুকুত বল নথকা নহয়। গতিকে সি দৃঢ়তাৰে ক'লে, "সত্যাই এতিয়া কলহৰ ঠাণ্ডা পানীৰে আপোনাৰ বাবে মিছিৰিৰ সৰবৎ তৈয়াৰ কৰাত ব্যস্ত হৈ আছে, আৰু—" নৱকুমাৰে ভাবিছিল যে এই ইংগিতেৰেই মিছিৰিৰ সৰবৎ তৈয়াৰ কৰা হ'ব। কিন্তু নৱকুমাৰৰ কথা শেষ হ'বলৈ নাপালে।

'কলহৰ ঠাণ্ডা পানী'ৰ ইংগিত কোনো কামত নালাগিল। সত্যাৱতী ওলাই আহিল আৰু দৃঢ়কণ্ঠেৰে ক'লে, "মিছামিছিকৈ ৰ'দত থিয় হৈ পাগলৰ প্ৰলাপ শুনি আছে কিয়? ঘৰলৈ যাওক।"

হঠাৎ ভৱতোষে স্পষ্টভাৱে সত্যাৰ মুখলৈ চালে তাৰ পাছত লাহে লাহে ওলাই গুচি গ'ল।

ঠিক লগে লগেই নৱকুমাৰে এটা কিম্ভূতকিমাকাৰ কাম কৰিলে। হঠাৎ দুয়োখন হাতেৰে নিজৰ গালত নিজেই চৰিয়াই চিঞৰি ক'বলৈ ধৰিলে,

"আৰু কি বাকী থাকিল, এইবাৰ এপাট জোতা আনি মুখত কোবাই দিয়া। ষোল্লকলা সম্পূৰ্ণ হওক। সেইখিনিহে এতিয়ালৈ বাকী আছে। তিৰোতা-সেৰুৱা মতা মানুহৰ সেয়ে বোধকৰোঁ শেষ শাস্তি।"

তেতিয়া তাত সদু মুকুন্দ সাধন থিয় হৈ আছে। আৰু ঠিক সেই মুহূৰ্ততে সন্দেশৰ ঠোঙা হাতত লৈ সৰুলো থিয় হ'লহি।

সতাই কাৰোবাৰ মুখলৈ চাইছিলনে ?

বোধকৰোঁ চোৱা নাছিল।

সতাই নীৰৱে বাৰ্ন্দাখনৰ্ৰলৈ সোমাই গ'ল। আৰু বোধকৰোঁ এৰি থৈ যোৱা কাম-বনখিনি কৰিবলৈ ধৰিলে।

সদু আৰু সদুৰ গিৰিয়েকৰ মাজত এক অৰ্থপূৰ্ণ দৃষ্টি বিনিময় হ'ল। তাৰ পাছত সদুৱে উত্তেজিত নৰকুমাৰক বহুবাই বিচনিৰে মূৰত বিচি থাকোঁতে সৰু সৰুকৈ ক'লে, "আৰুনো খং কৰি কি হ'ব? এতিয়াহে সকলো ফটফটীয়া হ'ল। চিৰদিনেই মূৰত অলপ 'হেৰি' আছিল, এতিয়া ক্ৰমাত বাঢ়িছে। তোকো যে ভিগমা[illegible]এনেকৈ সাত পানী পিয়াব—কোনে ভাবিছিল ?"

মামীয়েকৰ ঘৰত থাকোঁতে সদুৰ যেনে খাবাংখোচ কথা আছিল, এতিয়া আৰু তেনে হৈ থকা নাই। সদুজনী এতিয়া গৃহস্থৰ ঘৰণী হ'ল। সেয়েহে কথা-বাৰ্তাৰ ধৰণ-কৰণো গৃহিণীহঁতৰ দৰে হ'ল।

নৰকুমাৰে ক'লে, "এবাটি পানী দিয়াচোন সদুবা'।"

সদুৱে খৰখৰকৈ পানী এবাটি আনি হাতত দি ক'লে, "খা, খাই এইবাৰ মনত বল-শক্তি গোটাই কবিৰাজ মাতি আনি চিকিচ্ছা কৰ। নিতান্ত হাতে-ভৰিয়ে ঘাতে শিকলি পিন্ধাব নালাগে—তালৈ তো চাব লাগিব।"

নৰকুমাৰৰ বোধ হয় পানী খাই সকাহ পালে। সি বীৰদৰ্পে ক'লে, "ক্ল্যাগলী নে হাতী। চৰ বদমাছী। লোকৰ আগত মোক হেয় কৰাটোহে তাইৰ একমাত্ৰ কাম। ওবে জীৱন ধৰি তাকে দেখি আহিছোঁ।"

ও', ডাঙৰ হোৱাবেপৰা ল'ৰাহঁতেও তাকে দেখি আহিছে। সৰুতে মাকলৈ সিহঁতৰ শ্ৰদ্ধা আছিল সহানুভূতি আছিল মাকৰ কথা বেদবাক্য বুলি ভাবিছিল আৰু দেউতাক 'অল্পবুদ্ধি' বুলি ভাবি পেটে পেটে পুতৌহে কৰিছিল। কিন্তু দেউতাকৰ ওপৰত পুতৌখিনি বজায় থকা সত্বেও, ডাঙৰ হোৱাবেপৰা মাকলৈ থকা সহানুভূতিৰ ভাগৌখিনি নোহোৱা হৈছে, বিশেষকৈ ডাঙৰ ল'ৰাটোৰ।

সি ভাবিবলৈ ধৰিলে :

এয়ানো কেনে কথা !

প্ৰতিটো বিষয়ত, প্ৰতিটো কথাতে খুঁজ-বাগ।

শান্তিৰ সংসাৰত অশান্তি মাতি অনা, আৰু দেউতাক হেয় কৰা। ই অন্যায়।

সুহাসক লৈ কিমান যে কাণ্ড নকৰিলে। তথাপি, সেই ঘটনাৰ আঁৰত এটা যুক্তি বিচাৰি পোৱা যায়। সেইজনীৰ বাবে কিবা এটা কৰাৰ প্ৰয়োজন আছিল। কিন্তু নিতাই খুড়াৰ খুলশালীয়েক, যিজনী মৰি ভূতুনী হ'ল, তাইৰ বাবেও ইমানখন কেলেংকাৰী কৰিব লাগিছিলনে? নিজৰ স্বামী-পুত্ৰহঁত'ক এইদৰে শাস্তি দিহে সেই নেদেখা-নজনা অপৰাধীক শাস্তি দিয়াব লাগিব?

তেতিয়া মৰাজনী জী উঠিব জানো?

নুঠে। কেৱল নৰকুমাৰ আৰু তাৰ ল'ৰাহঁতেহে দুৰ্ঘোৰ অপমানৰ বোজা কঢ়িয়াই ফুৰিব লাগিব। গোটেই চুবুৰিৰ মানুহে সিহঁতৰ ঘৰলৈ চাহাব পুলিছ অহা দেখা পালে। এই কথা লৈ সকলোৱে জল্পনা-কল্পনা নকৰিবনে?

সিহঁতক কোনে বুজাই ক'ব?

আৰু বুজাই ক'লেই জানো বিশ্বাস কৰিব চুবুৰিৰ মানুহে? এতিয়া হয় এই চুবুৰিৰপৰা গুচি যাব লাগিব, আৰু নহ'লে চকু-কাণ মুদিহে ওলাব লাগিব। পেহীয়ে যি ক'লে, সেয়ে কিজানি স'চা। মূৰৰ গণ্ডগোল।

আচৰিত!

ইমান বুদ্ধি, ইমান বিদ্যা, ইমান কৰ্মদক্ষতা, তাৰ মাজতে এইবোৰ কুবুদ্ধি?

সৰুকালৰ মাকলৈ মনত পৰিল তাৰ।

কিমান উজ্জ্বল, কিমান আনন্দময় সেই স্মৃতি! অন্ততঃপক্ষে ল'ৰাহঁতৰ ওচৰত সেই উজ্জ্বল আনন্দময় মূৰ্তিয়েই আছিল।

নৰকুমাৰে নজনাকৈ মনে মনে ল'ৰাহঁতৰ সৈতে কত যে জল্পনা-কল্পনা! ভৱিষ্যতৰ চিত্ৰ আঁকি লৈ কত যে ৰঙৰ তুলিৰ আঁচোৰ। সত্যব্ৰতীৰ ল'ৰা দুজন মানুহৰ দৰে মানুহ হ'ব, এজন দেশৰপৰা যতমানে অন্যায় অনাচাৰ কুসংস্কাৰ আৰু কু-প্ৰথা দূৰ কৰাৰ কামত ব্ৰতী হ'ব, আন এজনে দেশৰ স্বাধীনতাৰ হকে আত্মনিবেদন কৰিব!

পিছে আটাইতকৈ আগতে বিদ্যাৰ্জন।

"বিদ্বান নহ'লে কোনো কামতে ধৰিব নোৱাৰিবি তহঁত, তোক কোনেও আমোলেই নিদিয়ে। আৰু—ভাল-বেয়াৰ বোধশক্তিয়েইবা পাবি কিহৰপৰা? তহঁত জজ হ'বি, মেজিষ্ট্ৰেট হ'বি, নহ'লে ডাক্তৰ আৰু মাষ্টৰ হ'বি।

এনেকুৱা গুণ দেখুৱাবি, মানুহে ক'ব, হয়, ল'ৰাহঁতক মানুহৰ দৰে মানুহ কৰি তুলিলে !"

শিশু-মনত এই জলমলীয়া চিত্রই কেনে যে মনোৰম প্রভাৱ বিস্তাৰ কৰিছিল ! কিন্তু ডাঙৰ হোৱাৰেপৰা মাকৰ ভিতৰত থকা সেই ঔজ্জ্বল্য ক্রমাত জুই যেন হৈ উঠিছে !

ডেৰ-দুবছৰ মান বাৰুইপুৰত থাকি অহাৰ পাছত মাকৰ মাজত কিমান যে পৰিবৰ্তন হ'ল ! এইজনী মাকলৈ মৰমতকৈ ভয়হে হয় বেছি !

সৰুটো ল'ৰা সৰল অৰণ্যে মাকৰ ভাৱেৰেই অনুপ্রাণিত । কিন্তু এইবোৰ চিঞৰ-বাখৰ অশান্তিলৈ তাৰ বৰ ঘৃণা ! সমাজৰ বিকৃতিৰ বিৰুদ্ধে যুঁজিবলৈ গৈ মানুহ নিজেই যাতে বিকৃত নহয় তাৰ বাবেও তো লক্ষ্য ৰাখিব লাগিব ।

নিতাই খুড়াকৰ খুলশালীয়েকৰ মৃত্যুৰ বাবে মাকে যি কৰিলে, তাৰ ভিতৰত সাহসৰ পৰিচয় আছে ঠিকেই, কিন্তু তাক দুঃসাহস বুলিয়েই ক'ব পাৰি । অন্ততঃপক্ষে ল'ৰাহঁতৰ লগত পৰামৰ্শ কৰি কামটো কৰিব পাৰিলেহেঁতেন । তদুপৰি, আমি যদি চাহাবহঁতক খেদিবই খুজিছোঁ, বিমোৰত পৰিলেই সিহঁতৰ ওচৰলৈ সহায় বিচাৰি যাম কিয় ? মাকৰ অৱস্থা ভালে থকাহেঁতেন সি কথাটো সুধিলেহেঁতেন । কিন্তু মাক এতিয়া উত্তেজিত হৈ আছে ।

পিছে সত্যৰ ল'ৰাহঁতে যি ভাবিছে—সি ভুল । সত্য এতিয়া আৰু উত্তেজিত হৈ থকা নাই । আৰু সত্যই এতিয়া সকলো কথা বিস্মৃত হৈ কেৱল ইয়াকে ভাবিছে যে, সত্যৰ ল'ৰাহঁতো চাহাব দেখি ভয় খাই পিছুৱাই গ'ল, আগবাঢ়ি গৈ মাত-বোল কৰিব নোৱাৰিলে, মাকৰ গৰ্ভধাৰিণী বুলি ক'বলৈ মাকক সহায় নকৰিলে ।—যি দুটা ল'ৰাক কলেজত পঢ়ুৱাবলৈ সত্যই জীৱনপণ কৰিছিল, যি দুটা ল'ৰাৰ ওপৰত জীৱনৰ সকলো আশা নিৰ্ভৰশীল !

সত্যৰ আশা কিজানি অলপ অধিক ।

সত্যই ল'ৰাহঁতৰ ডিগ্রিহে দেখা পাইছে, বয়সলৈ মনেই কৰা নাই । এই ঘটনাটো যে সিহঁতক বিচলিত কৰি তোলাৰ পক্ষে যথেষ্ট সেই কথাটোকে বুজা নাই ।

কিন্তু সঁচাকৈয়ে সত্যই বুজা নাইনে ?

কি বুলি যে ভৱতোষ মাষ্টৰক সবলে মাতি আনিলেগৈ সেই কথা ভাবি সত্য যেন জঠৰ হৈ পৰিল ।

সিহঁতৰ লাজ নালাগিলনে ? সিহঁতে নাজানেনে কিবা ?

ভৰতোৰ যে কেনেভাৱে অপমানিত হৈ এই ঘৰৰপৰা গুচি যাবলগীয়া হৈছিলে, দেখা নাছিলনে ?

হঠাৎ বিপাঙত পৰি তেওঁক মাতি অনাৰ প্ৰস্তাৱ নৰকুমাৰৰ পক্ষে সম্ভৱ হ'লেও, সত্যৰ গৰ্ভজাত সন্তানে হেলাৰঙে সেই নিৰ্লজ্জ কামটো কৰিবলৈগে কেনেকৈ ?

সত্যৰ ল'ৰাইহে সত্যৰ মুখত ছাই সানিলে। আৰু কাৰ ওচৰতনো ? যিজনৰ ওচৰত তাইৰ সম্ভ্ৰম আছিল আটাইতকৈ অধিক।

এতিয়া সত্যই কি কৰিব ?

কাক সুধিব, সমগ্ৰ জীৱন মই যিটো বাটেৰে খোজ কাঢ়ি আহিলোঁ, সেই বাট আওবাটনে ?

ৰন্ধা-বঢ়াৰ কাম শেষ হৈছিল। তথাপি সত্য ৰান্ধনিঘৰতে মনে মনে বহি আছে। মাতি আনি খাবলৈ দিবলৈকো উৎসাহ নোপোৱা হৈছে।

সদু গুচি গ'ল, নহ'লে ভাত উলিয়াই দিবলৈ তাইকে ক'ব পৰা গ'লহেঁতেন। বহু সময়ৰ পাছত খেলা বন্ধ কৰি সুৱৰ্ণ দৌৰি আহিল। ক'লে, "আজি আৰু খোৱা-বোৱা নাই, নহয় ? কেৱল বহি বহি চিন্তা কৰি থাকিলেই হ'ব, নহয় ?"

ইমানবোৰ কথা শিকাৰ বয়স তাইৰ হোৱা নাছিল, পিছে সদা-সৰ্বক্ষণ আইতাক এলোকেশীৰ সৈতে থাকি কথাৰ ভঁৰাল হৈ পৰিল তাই। এবাৰ মুখ মেলিলে তাইক ছয়-সাত বছৰীয়া বুলি কোনে ক'ব ?

অৱশ্যে একমাত্ৰ এলোকেশীৰ দোষ ধৰাটোও অধৰ্ম। আচল কথা, কথাত আখৈ ফুটোৱা সুৱৰ্ণৰ ঐতিহ্য, অনুক্ৰম।

সত্যই সেই কথা পাহৰিলেইনে ?

সেয়েহে সত্যই জীয়েকলৈ তীব্ৰ দৃষ্টিৰে চাই কেটেৰাই উঠিল, "আকৌ বৰ বৰ কথা !"

মাকৰ মূৰ্তি দেখি সুৱৰ্ণৰ চূৰ্তি হেৰাল। তাই ভয়তে টুপকৈ ক'লে, "ভোক নালাগেনেকি ?"

সত্যৰ অগ্নিদৃষ্টি কুমলি আহিল। ক'লে, "ভাত দিছোঁ ৰ'বা, দেউতাৰ-ককাইদেউহঁতৰ বাবে পীৰা-চৰা দিয়াগৈ।"

ওঁ, পীৰা-চৰা দিয়া, এঘটি পানী দিয়া—এইবোৰ কাম সুৱৰ্ণই শিকিলে। আৰু অন্যান্য কামো নিশিকা নহয়, বিছনা পাৰি দিয়া, বিছনা তোলা, সেইবোৰো যেনে-তেনে পাৰে। মাকৰ সৈতে বহি লগেভাগে শাক বাছি দিব পাৰে তাই।

কামত বহুৱাই লৈ কাম-বন শিকাই থাকোঁতে সত্যই কিতাপৰ পদাও শিকায় ছোৱালীক। মুখে মুখে বানানো শিকায়।

সুৱৰ্ণ পাঁৰা-চৰা দিবলৈ গ'ল।

আৰু তাই যোৱাৰ ফালে চাই চাই সত্যাই ভাবিবলৈ ধৰিলে ঃ এইবাৰ তেওঁতে শেষবাৰৰ বাবে এই ছোৱালীজনীৰ ওপৰতে সকলো আশা পুৰাবলৈ আশা পালি থাকিবনে তাই ? সুৱৰ্ণ সুহাসৰ দৰে হ'বনে ?

সুহাসক সত্যাই গঢ়িলে, পিছে ভোগ কৰিব নোৱাৰিলে।

অৱশ্যে ছোৱালী-সন্তান ভোগৰ বস্তু নহয়, তথাপি সুহাসৰ এনেহেন অদ্ভুত অঘটনৰ জীৱন নোহোৱাহেঁতেন, এনেকৈ চিৰদিনৰ বাবে সকলো সম্পৰ্ক ছিন্ন কৰিবলগীয়া নহ'লহেঁতেন সত্যাই। সত্যাই তাইক চাই যাবলৈ পালেহেঁতেন। সুহাস সত্যাৰ দৃষ্টিৰ আগত নৱ নৱ ৰূপে বিকশিত হৈ উঠিলহেঁতেন। —কিন্তু সুহাসৰ এই বিকশিত ৰূপ সত্যাই আৰু চাই যাবলৈ নাপালে, দেখিবলৈ নাপালে সুহাসে কেনেকৈ সংসাৰ কৰিছে।

সুৱৰ্ণ সত্যাৰ দৃষ্টিৰ আগত বিকশিত হৈ উঠিব।

ল'ৰাহঁত শেহলৈ সেই বংশৰ ধাৰা অনুসাৰে কাপুৰুষেই হ'বগৈ। হ'ব তিৰোতাসেৰুৱা। যেনে আছিল ওকমুদু নীলাম্বৰ, যেনে নৱকুমাৰ।

নীলাম্বৰ অসংচৰিত্ৰ, তথাপি পৰিবাৰৰ ভয়তে ঠৰ। আৰু নৱকুমাৰৰ তো কথাই নাই।—কিন্তু ?

সত্যাই আজি নিজকে বিশ্লেষণ কৰি চাইছে, সত্যা নৱকুমাৰৰ এই বশ্যতাৰ সলনি বিপৰীতটো হোৱাহেঁতেন জানো সুখী হ'লহেঁতেন ? মনৰ চুকে-কোণে বহু বাৰ পোহৰ পেলাই চাইছিল সত্যাই, ও' সুখী হ'লহেঁতেন। সত্যাৰ স্বামীয়ে সত্যাৰ যুক্তিক খণ্ডন কৰি নিজ মতত অটল হৈ থাকি নিজকে বিপৰীতভাৱে চলাবপৰাহেঁতেন, তথাপি সত্যা সুখী হ'লহেঁতেন।

কিন্তু নৱকুমাৰ তেনেকুৱা নহয়।

নৱকুমাৰে কথাইপ্ৰতি ফেৰ পাতি স্ত্ৰীৰ কথাত প্ৰতিবাদ কৰে। কিন্তু সিমানলৈকে। নিজৰ কোনো মতামত দাঙি ধৰিব নোৱাৰে। শেহলৈ সত্যাইহে জয়ী হয়। কিন্তু কেৱল জয়ী হোৱাতেই সুখনে ? পৰাজয়তো সুখ নাইনে ? যি পৰাজয়ক স্বেচ্ছাই মানি ল'ব পাৰি, তেনেকুৱা পৰাজয়ৰ আস্বাদ সত্যাই জীৱনত কাহানিও নাপালে।

তেনেহ'লে সুৱৰ্ণয়েই ডাঙৰ হওক, উচ্চাসন তায়েই পাওক। সেয়ে ভাল, জীয়েকৰ ওচৰত সৰু হ'ব তাই। তাই যেন অবাক হৈ ক'ব পাৰে ঃ 'আইঐ! তোৰ কিমান যে বুদ্ধি। ইমান কথা, ইমান তত্ত্ব, ইমান তথ্য শিকিলিনো কেনেকৈ ?' যেন ক'ব পৰা হয় 'সুৱৰ্ণ, তই মোৰ কথা ৰাখিলি!'

দেউতাক আৰু ককায়েকহঁতক যেতিয়া সুৱৰ্ণই ক'লে নৈ যে ভাত উতলাইছে, সিহঁতে হাতেৰে জোনটো চুকি পোৱাদি পালে। ব'ক, সংসাৰখন

তেন্তে আকৌ গতলৈ আহিল। সিহঁতে আজি সত্যাই বন্ধা-বঢ়া কৰা নাই বুলিযেইহে বহি বহি ভাবি আছিল।

এই 'ঘাই কেন্দ্ৰ'ত বিশৃংখলা ঘটিলেই বৰ মস্কিল।

সিহঁত কৃতাৰ্থ হ'ল আৰু নিৰবে খোবা পাতত বহিলগৈ।

চাহাব থাকোঁতে নবকুমাৰে যে ভাবিছিল যে চাহাব গুচি যোৱাৰ লগে লগেই সি হেস্তনেস্ত চাই ল'ব, সেই কথাটো তাৰ আৰু মনতো নপৰিল। তেতিয়া নিজৰ গালত নিজেই চৰিউৱাৰ পাছতেই তাৰ সাহস কফুৰৰ দৰে নোহোৱা হ'ল। এতিয়া সৰ্বক্ষণ সদুৰ কথাকেইষাৰিহে মনত পৰিছে।

"বোবাৰীৰ মূৰতহে গণ্ডগোল।"

গণ্ডগোল!

নহ'লে আচাৰ-আচৰণ এনে কৰেনে? য'ক—এতিয়াও কিছুখিনি ঠিকমতে কৰে, সেয়ে মংগল। ভাত খাবলৈ পাই পিতা-পুত্ৰহঁতে ধন্য মানিলে।

সুৱৰ্ণই গৃহিণীহঁতৰ দৰে ক'বলৈ ধৰিলে, "দেউতা, আৰু দুটামান ভাত লোৱানা।" নৱকুমাৰে সত্যাৰ মন পতিয়াবলৈ দুমুঠিমান ভাত ল'লে।

তাৰ পাছত, খোৱা-বোৱাৰ পাছত সত্যাই তাইৰ সংকল্প ঘোষণা কৰিলে।

সহজভাবেই ক'লে। ক'লে, "জ্বৰ হোবাৰ পাছৰেপৰাই শৰীৰটো বেযা হৈ পৰিছে, সেযেহে কাশীলৈ গৈ দেউতাৰ ওচৰতে কিছুদিন থাকিম বুলি ভাবিছোঁ। পশ্চিমৰ হাবা-পানীৰে শৰীৰ-স্বাস্থ্য অলপ ভাল হ'ব পাৰে।"

নৰকুমাৰৰ এনে লাগিল যেন, সত্যৱতীয়ে হঠাৎ তাক বৰ দিলে!

বোধকৰোঁ তাৰ মনতো এনেকুৱা এটা কথাই উক দিছিল। কিছুদিনৰ বাবে সত্য ক'ৰবাৰপৰা ঘুৰি-ফুৰি আহকগৈ। তেতিযাহ'লে তাইৰো শৰীৰ-মন ভাল হ'ব, নৰকুমাৰো ৰক্ষা পৰিব।

কিন্তু সেইবুলি একে উশাহে 'ও', ঠিক আছে, যোৱাগৈ'—বুলি ক'ব পাৰিবনে? সেয়েহে সি লাহে লাহে, ভয়ে ভযে ক'লে, "কাশীলৈ? দেউতাৰ ওচৰলৈ? সম্ভৱ হ'ব জানো? তেওঁ অকলশৰীয়া মানুহ, তেওঁৰ ওচৰলৈ গৈ থাকিবা কেনেকৈ?"

সত্যাই চমুকৈ উত্তৰ দিলে, "পাছত কি হয় দেখা যাব। সাধন, তই মোক থৈ আহিব নোৱাৰিবিনে?"

সত্যাই সাধনক এই প্ৰশ্ন কৰিছিল, ডাঙৰ ল'ৰা বুলিয়েইহে কৰিছিল। কিন্তু এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ সাধন অঠাই সাগৰত পৰাদি পৰিল। সি অকলেই যে নিজৰ দায়িত্বত মাকক কাশীলৈ লৈ যাব—এইহেন প্ৰস্তাৱ এটাকো সি তাৰ মাকৰ আন এক ধৰণৰ বলিয়ালি বুলিয়েই ভাবিলে।

পুত্ৰৰ এই বিপন্ন মুখখনলৈ চাই সত্যাৰ মুখত হঠাৎ অতি সূক্ষ্ম হাঁহিৰ

ৰেখা বিৰিঙি উঠিল, আৰু তেনেকৈয়ে সন্মানভাৱেই ক'লে, "ভগাইৰানি যেন পাইছোঁ, থ'ক তেন্তে।"

আন সময়ত এই কথাত ল'ৰাক সতাই কিজানি তীব্ৰভাৱে ককৰ্থনা কৰিলেহেঁতেন, কিন্তু আজি আৰু নকৰিলে। এই কথাটো কৈয়েই তাই কাম-বনত লাগিলগৈ।

সেই সন্মান হাঁহকণ নৰকুমাৰৰ চকুত ধৰা পৰাৰ কথা নহয়, কিন্তু কি কোৱা নাযায—ধৰা পাৰল। আৰু কিয় ক'ব নোৱাৰি, সি অপমানৰ জ্বলন অনুভৱ কৰিলে। আৰু সেই অনুভূতিৰ ফলতে হঠাৎ ক'লে, "কেলেই, সাধনেইবা কেলেই, মই নোবাৰো জানো ?"

'ময়ে লৈ যাম' এই কথাটো নক'লে সি, ক'লে, "মই নোবাৰো জানো ?"

এইবাৰ সতাই সিহঁতক চ'ক খুৱাই স্বাভাৱিকভাৱেই হাঁহি মাৰি ক'লে, "কি আচৰিত কথা, 'নোবাৰিবা' বুলি কেতিয়া ক'লোঁ ? পিছে সিহঁত ডাঙৰ হ'ল, সিহঁতে সিহঁতৰ মাকৰ দায়িত্ব অলপ অলপকৈ ল'ব—এয়ে আশা।'

"ও—ঃ। ডাঙৰ হৈছে, বৰ লায়েক হৈছে!" এই বুলি কৈ এই কথাৰ তাতে আধ্যা পেলাই নৰকুমাৰে আন এটা মতলব পাঙিলে।

পিছে আৰু এজাক ধুমুহাৰ আশংকাও নথকা নহয়। কিন্তু ধুমুহা নুঠিল। নৰকুমাৰ আশ্বস্ত হ'ল। আকৌ আচৰিতো হ'ল।

হঠাৎ সত্য পৰিবৰ্তিত হৈ পৰিলনেকি ?

ধুমুহা উঠিল। উঠিল অন্য ঠাইত। উঠিল পাছদিনা।

স্কুলৰপৰা উভতি আহি বহী-কিতাপ লৈ সুৱৰ্ণই হঠাৎ দৌৰি আহি মাকক দুয়োখন হাতেৰে সাবট মাৰি ধৰি ক'লে, "মা, মা—মোৰ এগৰাকী বাইদেউ আছে নেকি ?"

সুৱৰ্ণৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে, সতাই গালে-মুখে হাত থৈ ক'লে, "এস ৰাম! মই ধুই থোৱা শাড়ীখন পিন্ধি আছোঁ, আৰু তই ইস্কুলৰ কাপোৰ-কানিৰে ছুঁলিহি মোক ?"

"হওক—ছুলোঁ বাৰু—" সুৱৰ্ণই মাকৰ গাত হাত এখনেৰে মোহাৰি মোহাৰি ক'লে, "ইস্কুল কিবা লেতেৰা ঠাইনে ?"

ধুই থোৱা শাড়ীখন ছুৱা যেতিয়া হ'লেই, কি আৰু কৰা যাব। সতাই সস্নেহে সুৱৰ্ণক কাষ চপাই আনি ক'লে, "দুৰ্গা দুৰ্গা! সেইবুলি কেনেকৈ কিবা ? পিছে বাহিৰলৈ যোৱা কাপোৰ-কানিত ধূলি-বালিও তো থাকে, নাথাকে জানো ?—বাদ দে, বাইদেউৰ কথা যে কৈছিলি—?"

"তাকে তো কৈছোঁ—" সুৱৰ্ণই মহা উৎসাহেৰে তৈতে ক'লে, "আমাৰ ইস্কুললৈ এজনী নতুন মাষ্টৰণী আহিছে, তেওঁ মোৰ বাইদেউ।"

"আ—ঃ! সুৰৰ্ণ! আকৌ তেনেকৈ কৈছ? মাষ্টৰণী বুলি ক'বলৈ মানা কৰিছিলোঁ নহয় তোক?"

"দেউতাই কয় যে!" সুৰৰ্ণই আঁকোৰগোঁজীয়াকৈ ক'লে।

"কওক।" সত্যাই দৃঢ় কণ্ঠেৰে ক'লে, "সৰুহঁতে তেনেকৈ ক'ব নাপায়! তোমালোকে তেওঁলোকক জানো মাষ্টৰণী বুলি মাতোঁ?"

"ধেৎ, আমি বাইদেউ বুলিহে কওঁ! এগৰাকী নতুন বাইদেউ আহিছে, তেওঁ ক'লে যে তেওঁ হেনো মোৰো বাইদেউ।"

সত্যাই অবাক হৈ সুধিলে, "কোন অ'? কি নাম তেওঁৰ?"

"নাম? নাম হ'ল—নামটো হ'ল—নামটো সুহাস দত্ত। তেওঁ বিয়া হোৱা, হ'লেও সেঁওতাত সেন্দুৰ নাই। এজনী ছোৱালীয়ে ক'লে, বাহ্ম তো, বাহ্মহঁতে সেন্দুৰ নলয—আৰু—"

সুৰৰ্ণই মেইল ট্ৰেন চলাই যায। কিজানি আৰু চলালেহেঁতেন। সত্যাই ৰখালে। সত্যাই আৰক্ত মুখেৰে ক'লে, "সুহাস দত্ত? ঠিক ভালকৈ শুনিছ তই?"

"হেই চোৰা মাৰ কাণ্ড! নুশুনিমনে? সকলোৱে কৈছে। দেখাত কেনে ধুনীয়া! মোক ক'লে, 'জানা, মই তোমাৰ বাইদেউ হও''?"

সত্যাই ৰুদ্ধ কণ্ঠেৰে ক'লে, "পিছে তাই কি ক'লি?"

"মই?—মই ক'লোঁ যে, যদি বাইদেৱেই আমাৰ ঘৰলৈ নাযায় কেলেই? তেওঁ সময়ে নোজোৰে বুলি ক'লে। সঁচানে মা? তোমাৰ নিজৰে ছোৱালীনে?"

সত্যাই বিচলিত কণ্ঠেৰে ক'লে, "কি বেবেৰিবাং বকিছ? মোৰ ইমান ডাঙৰ এজনী ছোৱালী হ'ব কেনেকৈ? তাই মোৰ সম্পৰ্কীয়া ছোৱালীহে।"

"তেওঁ যে ক'লে 'তোমাৰ মা মোৰো মা' বুলি?"

"ক'লেনে, এই কথা ক'লেনে?" সত্য হঠাৎ উচ্ছ্বসিত হৈ উঠিল, "তই কি ক'লি তেতিয়া?"

"ক'লোঁ যে—বাৰু, মই মাক সুধি চাম।"

"ধেৎ আজলীজনী ক'ৰবাৰ, সেই কথা ক'ব নাপায় নহয়? ক'ব লাগিছিল—"

কিন্তু কি ক'ব লাগিছিল?

এইক্ষেত্ৰত কি ক'ব লাগে সত্যাই নিজেই জানেনে কিবা? তথাপি সত্যাই ক'লে, "ক'ব লাগিছিল, তেনেহ'লে ব'লক যাওঁ আমাৰ ঘৰলৈ। তই একেবাৰে আঁকৰী অ'?"

সুৰৰ্ণই লাজ লাজ কৰি ক'লে, "সেই কথাকে ক'ম বুলি ভাবিছিলোঁ। কিন্তু তোমাৰ কথা ভাবিহে ভয় লাগিল, যদি খং উঠে তোমাৰ।"

সত্যাই হঠাৎ জীয়েকক আৰু ওচৰ চপাই লৈ হতাশ কণ্ঠেৰে ক'লে, "ভয় লাগিল ? মোক ভয়হে কৰ কেৱল ? মই সদায় খঙেই কৰোঁনে ?"

মাকৰ এই স্বৰ-বৈচিত্ৰ্যেৰে সুৰঞ্জা বিশেষ বিচলিত নহ'ল, ছেগ পোৱা যেন পাই ক'লে, "ভয় নালাগিবনে ? ভয়তে ঠৰ হৈ থাকোঁ বোলো—। জানকি দেউতাও। তোমাৰ মুখলৈ চালেই ধাতু উৰে ! আকৌ কৈছাহ 'মই সদায় খঙেই কৰোঁনে' ? দিনে-নিশাই খঙৰ গোসাঁনীজনী হৈহে থাকা দেখোন !"

খঙৰ গোসাঁনী ! জীয়েকৰ এই মনোমোহা নামকৰণৰ ভংগিমাৰে সত্যাই হাঁহিছিলনে পেটে পেটে ? সত্যাই মুখেৰে ক'লেনে, 'আৰু তই হ'লি কথাৰ গোসাঁনী' ?

নহয়, সত্যাই নক'লে তেনেকৈ। সত্যা হঠাৎ স্তব্ধ হৈ পৰিল ! এই অবোধ শিশুৰ অবাধ উক্তিৰ মাজেদি সত্যাই যেন নিজৰ বহিঃমূৰ্তিটো দেখা পালে।

গোসাঁনী ! গোসাঁনী হ'লেও গছতলত পৰি থকা বৃক্ষ তীব্ৰ ৰ'দৰ তাপেৰে দগ্ধ এগৰাকী শ্ৰীহীনা শোভাহীনা ভয়ংকৰী গোসাঁনী।

তেনেহ'লে স্বামী-সন্তানৰ ওচৰত সত্যাৰ এয়েনে পৰিচয় ? প্ৰীতিকৰ নহয়, ভীতিকৰ ! এজোঁৱাকৈৰ সৈতে সত্যাৰ পাৰ্থক্য কোনখিনিত ?

সত্যাই নিজকে এই পৰ্য্যায়লৈ লৈ গ'লনে ? স্নেহহীন সৰসতাহীন পাত সৰা লঠঙা গছ এজোপাৰ দৰে ? হঠাৎ কি যে হ'ল, ভিতৰখন যেন কিহবাই মুচৰি দিলে, সত্যাৰ ডাঙৰ গভীৰ চকু দুটাৰ কোণেৰে চকুলো ওলাই উপচি পৰিল।

সুৰঞ্জাই অপ্ৰতিভ হৈ সেইফালে ব' লাগি চাই থাকিল। বৰ জীয়েকৰ কাৰণে মাকৰ মনত কেনেবা কেনেবা লাগিছে, সেই কথালৈ তাইৰ সন্দেহ নাথাকিল।

সত্যাই মুহূৰ্ততে নিজক চম্ভালি ল'লে। লোতক বাগৰা মুখত হাঁহি বিৰিঙাই ক'লে, "সেই সুহাস দত্তই কেনে পঢ়ায় অ' ?"

সুৰঞ্জাই লাজ লাজ স্বৰেৰে ক'লে, "আমাক নপঢ়ায় নহয় তেও, তেও ওপৰৰ শ্ৰেণীতহে পঢ়ায় !"

ওপৰৰ শ্ৰেণীত ! সুহাসে পঢ়ায় !

বিধবা শংকৰীৰ অবৈধ সন্তান সুহাসে নিজকে ইমান ওপৰলৈ তুলিব পাৰিলে ! কিহৰ বলতনো ? শিক্ষা, সাহস ? শংকৰীৰ এই সাহস থকাহে'তেন চিপজৰী লৈ মৰিবলগীয়া নহ'লহে'তেন।

সত্যাই নিজৰ সহিষ্ণুতা অসহিষ্ণুতাক এক সমস্যাৰ ৰূপ দি তাইৰ জীয়েকৰ এই উন্নতিৰ বাট কাইটীয়া কৰি তুলিবনে ? এই কুমলীয়া ছোৱালী-জনীক নিতান্ত দেউতাক-ককায়েকৰ ওচৰত এৰি থৈ শৰীৰ-মন ভাল কৰি তুলিবলৈ নিজে কাশীলৈ গুচি যাবনে ?

শৰীৰ-মন ইয়াতে থাকি ভাল কৰি তুলিব নোৱাৰিবনে ? সত্যৰ নিজৰ মনৰ ওপৰত সেইখিনি শাসনো নাইনে ? ইচ্ছা হ'লে সত্যাই তাইৰ সেই হেৰোৱা—বহুদিনৰ আগৰ সত্য-মূৰ্তিলৈ উভতি খোজ ল'ব নোৱাৰিবনে ? যিজনী সত্যাই হাঁহিব জানে, ধেমালি কৰিব পাৰে, নতুন নতুন ৰন্ধা-বঢ়া কৰি স্বামী-পুত্ৰক খুৱাব পাৰে। এয়া কিছুদিনৰ আগতেও সত্যাই তাইৰ জীয়েকক কিমান স্তৱ-স্তোত্ৰ-পদ্য মুখস্থ কৰোৱাইছিল, পাঠ লৈছিল।

কিমান দিন হৈ গ'ল সত্যাই সংসাৰলৈ ভালকৈ ঘূৰিও চোৱা নাই। এই সৰু সংসাৰখনৰ গণ্ডিৰ বাহিৰলৈ চাই পঠিয়াবলৈ গৈ মাত্ৰ ডেই-পুৰিহে মৰিছে তাই। তেনেহ'লে সত্যৰ সৰুটো ল'ৰাৰ কথাই ঠিক নেকি ? সি কয় ঃ 'জগতত যেনেকৈ কোটিয়ে কোটিয়ে মানুহ আছে, তেনেকৈ কোটিযে কোটিয়ে অন্যায়ো আছে। তুমি যদি সকলো ফালে দৃষ্টি দিয়া, তেন্তে চকুত জলক-তবক লাগিব। বৰঞ্চ, তুমি নিজে কিবা অন্যায় কৰিছা নেকি তালৈহে ভালকৈ দৃষ্টি দিয়া।'—সেই কথা ঠিকেই নেকি তেন্তে ?

নৱকুমাৰ যে সত্যৰ আদৰ্শৰ জোখাৰে নহয়, সেয়া সত্যৰে ভাগ্য। আৰু তেনেকুৱা আশা কৰাও কিজানি ভুলেই। নিজৰ গৰ্ভজাত সন্তান, নিজ হাতেৰে গঢ়া পুতলা, সিও নিজৰ আদৰ্শৰ জোখাৰে হ'লনে ? ডাঙৰটো ল'ৰাই দেখোন ঠিক তাৰ দেউতাকৰ দৰেই হৈ উঠিছে।

সত্যৰ জীৱন এনেকৈ সাঁচত গঢ়া সাধাৰণ নহৈ অদ্ভুত ধৰণৰ কিবা এটা হোৱাহেঁতেন। সুহাসৰ দৰে, শংকৰীৰ—দুৰ্গা দুৰ্গা বুলি সত্য শিয়ৰি উঠিল। আৰু তেতিয়াই তাইৰ চকুৰ আগত হঠাৎ ভুৱনেশ্বৰীৰ মুখখন ভাহি উঠিল। ওৰণিৰে ঢাক খোৱা কপালত ডাঙৰকৈ সেন্দুৰৰ ফোঁট লোৱা—ভীৰু কোমল মুখ।

ভুৱনেশ্বৰীয়ে জগতৰ ক'ত কি অন্যায় ঘটিছিল—কি হৈছিল-নহৈছিল—সেইবোৰ কথাত কাহানিও মূৰ ঘমোৱা নাছিল, ফেৰ পাতি যুঁজ-বাগ দিবলৈ ওলোৱা নাছিল। ভুৱনেশ্বৰীয়ে সকলোকে ভয় কৰিছিল, সকলোকে ভাল পাইছিল। মাকৰ মুখখনলৈ মনত পৰাৰ লগে লগেই হঠাৎ সত্যাই তাইৰ দেউতাকৰ ওপৰত ক্ৰুদ্ধ অভিমানৰ দহন অনুভৱ কৰিলে। যেনিবা, মাকৰ সেই অকাল মৃত্যুৰ লৈতে দেউতাকৰ কিবা ধৰণৰ অবিচাৰ জড়িত হৈ আছে! স্বামীৰ মুখে মুখে কাহানিও এষাৰ মাত মাতিবলৈ সাহস কৰা নাছিল ভুৱনেশ্বৰীয়ে। সত্যাই আক্ষেপৰে লৈতে ভাবিলে, ভুৱনেশ্বৰীৰ ছোৱালীয়ে তাৰ পোটক তুলিলে।

সত্যাই তেন্তে জীৱনত গতিপথ নতুন সুঁতিৰে বোৱাব নেকি ? সত্য কেৱল তাইৰ সংসাৰ-জীৱনতহে উজ্জ্বল হৈ জিলিকি থাকিবনে কি ? সত্যাই সুখী হ'বলৈহে চেষ্টা কৰিবনে কি ?

জীয়েকক একেবাৰে কাষলৈ চপাই আনি সত্যাই তাইৰ মূৰৰ ওপৰত মুখখন থৈ ক'লে, "মই কাশীলৈ গুচি গ'লে তাই কান্দিবিনেকি সুবৰ্ণ ?"

"তুমি গুচি গ'লে ?"

সুবৰ্ণই মাকৰ স্নেহস্পৰ্শৰপৰা উফৰি অহাদি এবাই আহি ক'লে, "মই নাযাম নেকি ?"

"তই ?" সত্যা বিব্ৰুত্থিত পৰিল।

"তই যাবি মানে ? তইনো কেনেকৈ যাবি ?"

"যেনেকৈ তুমি যাবা। মই নগ'লে যাব কোন ?"

"কি মস্কিল! মোৰ সৈতে তোৰ তুলনা ? মোৰ জানো ইস্কুল আছে ? সেই ইস্কুল খতি কৰি মই যাবলৈ ওলাইছোঁনে কিবা ?"

সুবৰ্ণই নেৰা-নেপেৰা হৈ ক'লে, "ইস্কুল খতি কৰিলে কি হয় ? দেউতাই কয়েই দেখোন, সৰু সৰু ছোৱালীহঁতে তেনেকৈ ঢেৰ ইস্কুল খতি কৰে—"

"কয় নেকি ? ভাল। কিন্তু মই তোৰ দেউতাৰৰ দৰে ইস্কুল খতি কৰাটো ভাল বুলি নকওঁ। ইস্কুল খতি কৰিব নোৱাৰিবি।"

"পাৰিম নে নোৱাৰিম চাই থাকা। মোক এৰি থৈ গুচি গ'লে কি কৰিম দেখিবাই নহয়!"

সত্যাৰ কিন্তু খং নুঠিল।

সত্যাই হাঁহি মাৰি ক'লে, "গুচি গ'লেনো দেখা পাম কেনেকৈ অ' ? তাতকৈ বৰঞ্চ নগৈ তই কি কৰ তাকে চাই থাকিম দে।"

"অ' মা, মা অ'—" সুবৰ্ণই মাকক সাবট মাৰি ধৰি কান্ধত মুখখন ঘঁহাই ঘঁহাই ক'লে, "তুমি কিমান যে ভাল!"

ঠিক এই মিলন-মুহূৰ্তত নৱকুমাৰ ওলালহি তাত, তাৰ পিছফালে এজন ওখ-পাখ উত্তৰ ভাৰতীয় লোক। সাজ পাৰ চাই পাণ্ডাজাতীয় বুলি ধৰিব পাৰি।

এয়ে!

এয়ে নৱকুমাৰে পাতি থোৱা আচঁনি। নৱকুমাৰে কেইদিনমানৰ আগতে তাৰ অফিছৰে এজন সহকৰ্মীৰ মাক পেহীয়েক আদি কৰি বোজনৰাকী মহিলাই দল বান্ধি গয়া কাশী মথুৰা বৃন্দাবনলৈ যাব, বাটৰ লগৰী এই পাণ্ডাঠাকুৰ—সেইদেখিহে এওঁক লৈ আহিছে।

সত্যাই ওৰণিখন টানি লৈ গলবস্ত্ৰ হৈ দুৱৰেপৰাই প্ৰণাম কৰিলে। আৰু নৱকুমাৰে গলগলীয়া মাতেৰে ক'লে, "এয়া—এওঁক লৈ আহিছোঁ। এওঁ কাশীৰ বিখ্যাত মানুহ—শ্ৰীৰামেশ্বৰ পাণ্ডা। এওঁৰ সৈতে মোৰ বন্ধু এজনৰ মাক যাব, সেই কথা শুনি তোমাকো লৈ যোৱাৰ কথা কৈছোঁ

এও'ক। তাৰ পাছত তোমাক তোমাৰ দেউতাৰাৰ ওচৰলৈ লৈ যাব। এও' সম্মত হৈছে। অহা পূৰ্ণিমাৰ দিনা যাত্ৰা—"

সত্যৰ মুখৰ ওৰণি লৰচৰ নকৰিলেও মাত-কথা স্পষ্ট হৈ পৰিল, "পাণ্ডাজীক মিছামিছিকৈ কষ্ট দিলা, মই এতিয়া আৰু নাযাওঁ।"

"এতিযা আৰু নোবোৱা!"

"ওহোঁ, নাযাওঁ।"

নৰকুমাৰ অলপ উষ্ণ হৈ উঠিল, ক'লে, "পিছে আকৌ যেতিয়া হঠাৎ যাবলৈ মন মেলিবা, তেতিয়া এওঁক ক'ত পাবা?"

নাপাওঁ, তেওঁক আৰু পাম ক'ত।" সত্যই লাহেকৈ ক'লে, "তেতিয়া তুমিয়েই কষ্ট কৰিবা নহ'লে—।"

"অঃ, চালাকিহে! পিছে আগতে ক'ব পাৰিলাহেঁতেন। এইদৰে ধৃষ্টতা নকৰিলোঁহেঁতেন পাণ্ডাজী, আপোনাক কষ্টহে দিলোঁ মিছামিছিকৈ, এওঁ নাযায়।"

পাণ্ডাজী অৱশ্যে এই সামান্য বাধাত নটলিল, 'কাশী ধাম'ৰ মহিমা সম্পৰ্কে অৱহিত কৰোৱাবলৈ বহুতো বাগজাল বিস্তাৰ কৰিলে। কিন্তু সত্যই নম্ৰতাৰে উত্তৰ দিলে, "বাবা বিশ্বনাথে যে মোক এতিয়ালৈকে টনা নাই বুজিব পাৰিছোঁৱেই। যেতিয়া তেওঁ টনা-আঁজোৰা লগাব তেতিয়া আৰু নগৈ পাৰিমনে?"

নৰকুমাৰে ক্ৰুদ্ধ কণ্ঠেৰে সুধিলে, "হঠাৎ মত সলালা কিয়?"

সত্যই এইবাৰো বিনম্ৰভাৱে উত্তৰ দিলে, "সুবৰ্ণজনীয়ে কিজানি দিগদাৰ কৰিব, লগত যাবলৈ ঠেহ জুৰিব, তাৰ ফলত ইস্কুল খতি হ'ব।"

নৰকুমাৰ দেখোন চিৰদিনেই বিৰহ-কাতৰ, তেনেহ'লেনো হঠাৎ ওলোটা সুৰেৰে গীত জুৰিলে কিয়? সত্য কাশীলৈ নাযায় বুলি শুনি তাৰ স্বস্তিৰ উশাহহে পেলোৱাৰ কথা, কিন্তু খঙতে একোনাই হ'ল কিয় সি?

পিছে— নৰকুমাৰৰো 'মন' বোলা পদাৰ্থ এটা আছে তো, আৰু সেই মনৰো তত্ত্ব আছে। সত্য কিছুদিনৰ বাবে কাশীলৈ যাব, এই ঘটনাটোক সি মনৰ মাজত থাপ খুৱাই লৈ বিৰহকালীন অৱস্থা কথা ভাবি চাইছিল, আৰু তাৰ মাজত প্ৰধান কাম আছিল গাঁৱৰপৰা কিছুদিনৰ বাবে মাকক লৈ কলিকতাত ৰখা।

মনৰ মাজত ক'ৰবাত অলপ অপৰাধবোধৰ কাইটে খোঁচা-বিন্ধা কৰিছে নৰকুমাৰক, দেউতাক ঢুকুৱাৰেপৰা, মাকে আহিবলৈ বিচৰা নাই সঁচা, কিন্তু এবাৰলৈ হ'লেও মাকক মহাতীৰ্থ কালীঘাটলৈ লৈ অহা উচিত আছিল, কৰ্তব্য আছিল। যিখন কলিকতাত নৰকুমাৰৰ ইমানবোৰ বছৰ উকলি গ'ল, মাক তাতলৈ এবাৰলৈকো নাহিল।

আগতে এই চিন্তা প্ৰবল হৈ উঠা নাছিল, হৈছিল কিছুদিনৰ আগতে অফিছৰে বন্ধু এজনে গধিহণা দিয়াত।

নৰকুমাৰৰ মাক কাহানিও কলিকতাত নৰকুমাৰৰ বহালৈ অহা নাই বুলি শুনি বন্ধুজনে আচৰিত মানিছিল। বন্ধুজনে নৰকুমাৰক 'তিৰোতা-সেবুৱা' বুলি ককৰ্থনা কৰিছিল। তেতিয়াৰেপৰাই এই চিন্তাই নৰকুমাৰৰ মূৰত বাহ লৈছিল। আৰু এটা কথাও পাঙি থৈছিল সি, মাকক ইয়াত স্বাধীনভাৱে ৰাখিব। সত্যাৰ হাতৰ মুঠিত নথয়। আন কিছুমান আঁচনিও আছিল তাৰ। যিবোৰ আচাৰ-আচৰণ দোষণীয় নহয়, অথচ সত্যাৰ চকুত দোষণীয়, তেনেকুৱা কেতবোৰ কৰি লোৱাৰো মন আছিল তাৰ। সত্যা যদি নাথাকেই, সেইবোৰ আঁচনিৰ একো এটাও হৈ নুঠিব। যেনে গুড়্গুড়ী হোপা। জগত-ব্ৰহ্মাণ্ডৰ সকলোৱেই গুড়্গুড়ী হুপিব, মাত্ৰ সত্যাৰ গিৰিয়েকেহে নোৱাৰিব। কেনে জুলুম!

সত্যা নথকাত যদি অভ্যাসটো ক'ব পেলাব পাৰে, কবিৰাজে হুপিবলৈ কৈছিল বুলি ক'ব পৰা যাব, আৰু তেতিয়া নহুপিলে পেটৰ গণ্ডগোল হ'ব বুলিও ক'ব পাৰিব। আৰু তেতিয়াৰপৰা সদায়েই হুপি থাকিব পাৰিব। নৰকুমাৰৰ একান্ত বাসনাৰ একান্ত কামনাৰ এই নিচাটি।

আৰু এটা আছে। পইচাৰ বাজী মাৰি তাছ খেলা।

গাঁৱত আউঁজি বহি লৈ কতই সেই খেলা খেলি কত ৰোজকাৰ কৰিছে, অথচ নৰকুমাৰৰ বেলিকা সত্যাৰ শপতৰ খড়্গ মূৰৰ ওপৰত ওলমি আছে।

ইমান বাধা-বন্ধৰ মাজত থাকি উশাহ বন্ধ হও' হও' যেন হয়।

বাৰু, সত্য যেতিয়া বাৰুইপুৰত আছিল তেতিয়া দেখোন নৰকুমাৰৰ নিৰংকুশ স্বাধীনতা আছিল। তেতিয়া কিয় এইবোৰ চখ পূৰাই লোৱা নাছিল সি? সিও এক মনস্তত্ব!

তেতিয়া নৰকুমাৰৰ মনোভাৱেই আছিল বেলেগ। তেতিয়া সদা-সৰ্বক্ষণ বিৰহৰ অনলেহে তাৰ প্ৰাণটো দহিছিল। সত্যাই ভাল নোপোৱা কোনো কাম কৰিবলৈ তাৰ সত যোৱা নাছিল।

কিন্তু এতিয়া নৰকুমাৰৰ মন পৰিৱৰ্তিত হৈছে। সেই পুলিছৰ ঘটনাৰেপৰাই পৰিৱৰ্তিত হৈছে। সত্যাজনী দিনে দিনে শুকাই-খীলাই যোৱা নৰকুমাৰে দেখা পাইছে। এতিয়া সি এই কথা বুজি পোৱা হৈছে যে সি পুৰুষ হৈও চিৰ পৰাধীন। সত্যাৰ ইচ্ছা-অনিচ্ছা, সত্যাৰ ৰুচি-অৰুচি, সত্যাৰ ভ্ৰূকুটিৰ ভীতিয়ে নৰকুমাৰক আলসুৱাকৈ বান্ধি থৈছে যেন। কিয়? আন কোনো এনেকৈ বন্ধন-দশাগ্ৰস্ত নহয় তো!

সেই যে মুখাৰ্জি মহাশয়। মুকুন্দ মুখাৰ্জি।

তেওঁৰ কিমান কামৰ তালিকা, মেজাজ কি চাবা। মনুবাই বুঢ়ী

বয়সত ঘৰ কৰিবলৈ লৈও তেওঁৰ ইটো-সিটো-বহুতো ঠেলা চন্দ্ভালিবলগীয়া হৈছে, খোচামতি কৰিছে। মুকুন্দ মুখাৰ্জিৰ ঘৰতে তাছৰ আড্ডা।

সদুবা'ই টেমাই টেমাই পাণ সাজি সেই আড্ডাত যোগান ধৰিছে। ক'তা, খং উঠা নাই তো তাইৰ। নবকুমাৰে এইবোৰ কথা ভাবিব পাৰেনে? নোৱাৰে। সেয়েহে এতিয়া নবকুমাৰৰ মনত মুক্তিৰ বাসনা জাগি উঠিছিল। সত্যৰ আঁৰত আৰম্ভণিটো কৰি বিদ্ৰোহ কাক বোলে দেখুৱাই দিব।

সত্যই সেই আশাৰ মুৰত চেঁচা পানী ঢালিলে।

কাৰণটো কি? কাৰণটো হ'ল—সুৱৰ্ণৰ ইস্কুল খতি হ'ব।

ইয়াতকৈ গা টেঙাই যোৱা কথা আৰু কি হ'ব পাৰে?

পাণ্ডা গুচি যোৱাৰ পাছত নৱকুমাৰ আকৌ এবাৰ উগ্ৰ হৈ উঠিল। ক'লে, "বন্ধুহঁতৰ আগত আৰু ওলাব নোৱাৰিম। কথা-কাণ্ডবোৰ শুনিলে সিহঁতে গায়ে-মুখে বোকা লেপি দিব।"

সত্যই হাঁহিলে। ক'লে তাই, "বোকা ধুই পেলাব পাৰিলেই হ'ল। তেতিয়া আৰু গাত বা মুখতো লাগি নাথাকিব।"

তাৰ পাছতহে নৱকুমাৰ আচল কথালৈ আহিল।

"বোলোঁ—ছোৱালীক বিদ্যাৱতী কৰি কিটো হ'ব? তাই তোমাৰ ওপৰতো আৰু দহকাঠি চেৰাই যাব, কথা এয়ে হ'ব নহয়? গাঁৱৰ পাঠশালাত পঢ়িয়েই যদি মাকৰ ইমান মেজাজ, কলিকতা চহৰৰ ফেছনৰ ইস্কুলত পঢ়ি তাই কি হ'ব সেই কথা আৰু ক'ব লাগিছেনে? সকলো দিব্যচকুৰে দেখা পাইছোঁ।"

তথাপি সত্যই হাঁহি মুখেৰেই ক'লে, "তোমাৰো যে এনেহেন দিব্যচকু এযুৰি আছে আগে নাজানো নহয়, পিছে সেই চকুযুৰিৰে আৰু কি কি দেখা পাইছা কোৱাচোন? বাৰু, 'মই কেতিয়াকৈ মৰিম কোৱাচোন?"

"সকলো কথা ধেমালিতে উৰুৱাই দিলে নহয় নহয়?" নৱকুমাৰ খঙতে ওলাই গ'ল তাৰপৰা।

সেই খং ভাৱ তাৰ আগৰ দৰেই থাকিল।

তাই আৰু 'খঙৰ গোসাঁনী'জনী হৈ নাথাকিব বুলি যেতিয়া প্ৰতিজ্ঞা কৰিলে, তেতিয়া সত্যৰ গিৰিয়েকে ওলোটা প্ৰতিজ্ঞা কৰিলে।

এই খং-ৰাগ যে কিমান দিন ধৰি বজায় থাকিলহেঁতেন কোৱা নাযায়। হঠাৎ এদিন এটা অপ্ৰত্যাশিত ঘটনা ঘটিল। গধুলি বেলিকা সদু প্ৰায় নাচি-বাগিয়েই ওলালহি, তাইৰ লগত এজনী ঘটকিনী।

"ল'ৰাহঁতৰ বিয়া পাতিবি নেকি, বোৱাৰী?"

সত্য মুঠেই আচৰিত নহ'ল।

প্ৰতি মুহূৰ্ততে সত্য এই আশংকাত ঠৰ হৈয়েই আছিল। যেতিয়াই-

তোতিয়াই এই কথা উঠিব পাৰে। সেযেহে তাই সতৰ্কতাৰে ক'লে, "পঢ়া-লিখা শেষ হোৱাৰ পাছতেই পাতিম, ননন্দী ?"

সদুৱে বিৰক্তিৰে ক'লে, "তোৰ ল'ৰাহ'তৰ পঢ়া-লিখা কেতিয়াবা শেষ হ'ব বুলিও মনে নধৰে। ল'ৰাহ'তৰ বিয়াৰ বয়স পাৰ হ'লেই। ডাঙৰটোৱে তিনিটাকৈ পাছ কৰিলে, উশাহ সলাবলৈ নোপাওঁতেই দিলি উকিল পঢ়িবলৈ'। সৰুটোও তিনিটা পাছৰ এগজামিন দিব, তাৰ পাছত যে পাছ আৰু কিহত সাঙুৰিবি তইহে জান। পিছে মুৰৰ চুলিবিলাক পকিলেহে তই সিহঁতৰ বোৱা পাতিবিনে কি ?"

সত্যাই মিচিকীয়াই হাঁহি মাৰি ক'লে, "ননন্দীৰ বৰ খং উঠিছে যেন পাওঁ। কিন্তু কথাটো ভাবি-চিন্তি কোৱাচোন, আয়-উপায়ৰ কিবা বাট এটা নুলিওবাকৈয়েই বিয়া পাতিলেই কিবা ন্যায্য কাম হ'বনে ?"

সদু আকাশৰপৰা পৰাদি পৰিল।

সদুৱে গৰিহণা দিয়াৰ সুৰতে ক'লে, "ল'ৰাহ'তে এতিয়াই আয় উপাৰ্জন নকৰিলে সিহঁতৰ ঘৈণীহঁতে দুসাজ দুমুঠি খাবলৈ নাপাব— নৰৰ ঘৰত ইমানেইনে ভাতৰ আকাল ?" কয়, "মাক হৈনো সত্যাই এনেবোৰ নিলজ্জ কথা ক'বলৈ পালে কেনেকৈ ?" তাৰ পাছত দৃঢ় কণ্ঠেৰে ক'লে, "সেইবোৰ বৰ লোকৰ ঢং এৰাচোন বোৱাৰী, এওঁ এজনী ঘটকিনী, এওঁৰ কথা মনপুতি শুন। এওঁৰ হাতত দুজনী ছোৱালী আছে, সৎ বংশ, ভালকৈ দিব-থব, দুয়োজনীয়েই দেখাত চকুৱোৱা, একেলগে পাতি দে। —আৰু মোৰ মামী বুঢ়ীৰ কথাটোও ভাবি চা ? বুঢ়ীৰ এটা ইচ্ছা পূৰণ হওক তেও !"

নৰকুমাৰ ঘৰৰ ভিতৰত আৰু থিৰেৰে বহি থাকিব নোৱাৰিলে। ওলাই আহিল। আৰু ওলাই আহিয়েই গলগলীয়া মাতেৰে ক'লে, "পাগলৰপৰা অনুমতি লৈ কাম কৰিবলৈ হ'লে জগতৰ সকলো কাম-কাজ বন্ধ ৰাখিব লাগিব সদুবা'। তুমি তেওঁক ছোৱালী দুজনীৰ বৃত্তান্ত খুলি-মেলি ক'বলৈ কোৱা। আমি কইনা চাবলৈ যাম।"

সত্যাই সইত খাইছে, তাই আৰু 'শহুৰ গোসানী'জনী হৈ নাথাকে। সেয়েহে হাঁহি মাৰি মুৰৰ ওৰণিখন অলপ টানি লৈ লাহেকৈ ক'লে, "তেনেহ'লে আৰু কি কথা থাকিল ননন্দী। স্বয়ং গিৰিহঁতেই যেতিয়া ভাৰ ল'লে !"

সদুৰ আগত দুয়ো মুখামুখিকৈ কথা পতা অশোভন, গতিকে সদুৰ মাধ্যমেদি নৰকুমাৰে ক'লে, "হাঁহি-ঠাট্টাৰ কথা হোৱা নাই সদুবা', ল'ৰাহঁতৰ বিয়া মই শীঘ্ৰেই পাতিম। বিয়াৰ বয়স হৈছেই নহয়, পাৰ হৈ গৈছে। আৰু সদুবা', তোমাৰ বোৱাৰীক সোধাচোন—ল'ৰাহঁতে যে বুঢ়া হাতী যেন

হৈও এপইচাও আত্ম-উপাৰ্জন কৰিব নোৱাৰিলে সেয়া ল'ৰাহঁতৰ দোষ নেকি সুধি চোৱাচোন। সিহঁতৰ মাকে সিহঁতক চাকৰি কৰিবলৈ দিছিলনে এবাৰো ? মই হতভগীয়াই যিমানেই চাকৰিৰ সা-সন্ধান আনি দিছোঁ, সিমানেই অগ্ৰাহ্য কৰি মোৰ প্ৰস্তাৱ দলিয়াই পেলাইছিলনে নাই সোধা। তোমাৰ বোৱাৰীৰ ল'ৰাহঁত যে জজ মেজিষ্ট্ৰেট উকিল বেৰিষ্টাৰ হ'ব !"

সদুৰে আপোচৰ সুৰতে ক'লে, "নহ'বইনো কেলেই নবু ? ভাগ্যত থাকিলে ঠিকেই হ'ব। সেইবোৰো মানুহৰ ল'ৰাহে, আকাশৰপৰা পৰেনে কিবা ? কিন্তু সেই কথাতনো বিয়াৰ কি বাধা ? মই এওঁক কওঁ তেনে ?" সদুৰে সত্যালৈ চাই ঘটক মানুহজনীলৈ আঙুলিয়ালে।

সত্যাই নিৰ্লিপ্ত কণ্ঠেৰে ক'লে, "মইনো তোমাৰ কথাৰ ওপৰত আৰু কি ক'ম ননন্দী ?"

"কি যে কৱ ! তাই হ'লি মাক, তই নক'বিনে ভাল-বেয়া এটা ?"

সত্যাই মুৰ দাঙি ক'লে, "মোৰ কথাকে সুধিছা যদি, মোৰ ইচ্ছা আছিল পাছটো হে যোৱাৰ পাছতে—"

এইবাৰ ঘটকিনীযে কেটকেটাই উঠিল, "অ' আই ! তোমাৰ পুতেকৰ পো-বোৱাৰীয়ে আহি তোমাৰ পুতেৰাৰ কিতাপ-পাতি ফালি পেলাবনে কি ? যেন-তেন ঘৰ-বৰ লৈ মই কাম নকৰোঁ নহয় ? এওঁলোক হ'ল ঘাটালৰ মুখাৰ্জি গুষ্টি। কিমান ডাঙৰ কুলীন পৰিয়াল, এওঁলোকৰ ঘৰৰ জীয়ৰী-বোৱাৰীৰ মুখ বোলে চন্দ্ৰ-সূৰ্য্যে দেখা নাপায়। কইনা দুজনী হ'ল গিৰ্বাতি বাই-ভনী।"

চন্দ্ৰ-সূৰ্য্যে দেখা নাপায।

সত্যাই হাঁহিলে, "ননন্দী, এওঁক কোৱা, তেওঁলোকৰ ছোৱালীহঁতৰ বাবে আৰু ডাঙৰ কুলীন ঘৰৰ পাত্ৰ পাব, আমি তেওঁলোকৰ যোগ্য নহওঁ। চন্দ্ৰ-সূৰ্য্যই মুখ দেখা পোৱা ছোৱালীহে আমাক লাগে !"

বায়েক-ভায়েক দুয়ো একেলগে উচপ খাই উঠি ক'লে, "তাৰ মানে ?"

"মানেটো তেন্তে স্পষ্টকৈয়েই কওঁ। অলপ লিখা-পঢ়া জনা ছোৱালীহে মোৰ ইচ্ছা। ইস্কুলত পঢ়া ছোৱালীৰ সন্ধান যদি আছে—"

"কি, কি ক'লা ?"

নৱকুমাৰে টিঙিৰি তুলা যেন হৈ ক'লে, "কেৱল জীয়ৰীক বিদ্যাৱতী কৰি চখ পুৰ হোৱা নাই, আকৌ বোৱাৰীও বিদ্যাৱতীহে লাগিব ? কিয় ? বোৱাৰীয়ে তোমাৰ পো-ক পঢ়া শিকাবহিনে কি ?"

ঘটকিনী মানুহজনীয়ে অলপকৈ হাঁহি ক'লে, "এহ্, ক'ব লাগিছেনে আৰু। পঢ়া শিকাবহিয়েই তো ! মৈণীয়েকৰ ওচৰত 'পঢ়া মুখস্থ' নকৰাকৈ আজিৰ দিনত কোনটো মতাইনো আৰু বকমতাটো বোলাব পাৰিছে ? আজিক

দিনত ঘৈণীয়েকেইহে মাষ্টৰণী। সেই মাষ্টৰণীৰ শিতাই শিবোধাক। পিছে মোৰ হাতত হ'লে তেনে মাষ্টৰণী ছোৱালীৰ সন্ধান নাই। এয়া হ'ল একেবাৰে নবাবী আমোলৰ সম্ভ্ৰান্ত বংশ। এওঁলোকৰ শিক্ষা-দীক্ষাই বেলেগ। তেনেহ'লে আৰু কি কৰোঁ? মই আহিলোঁ তেন্তে।"

ঘটকিনীৰ লগে লগে সোদামিনীও ওলাই গ'ল।

কিয়নো যদিও এটা মাত্ৰ গলি পাৰ হ'ব লাগিব, তথাপি সাজ লগাই পাছত অকলশৰে যাব নোৱাৰি। তেতিয়া আকৌ নবু নাইবা নন্দুৰ ল'ৰাহঁতে থৈ আহিব লাগিবগৈ। থ'ক।

সিহঁত যোৱাৰ পাছত নবকুমাৰ খঙতে বমকি উঠিল, "বোলোঁ—তুমি ঘৰখনক কি কৰি তুলিব খুজিছা? বিদ্যাৰ বৃন্দাবন? ল'ৰাহঁতৰ ইমান বিদ্যাৰেও নাটিব? আকৌ বোৱাৰীহঁতৰো লাগিব?"

সত্যই লাহেকৈ ক'লে, "চিএৰ-বাখৰ কৰি কি হ'ব? সিহঁতে লিখা-পঢ়া কৰি আছে, তোমাৰ চিএৰে দোতালাৰ কোঠা পাইছেগৈ। পিছে ইয়াকে কওঁ—মোৰ মতামত ইচ্ছা অনিচ্ছাৰ কথা সোধা যদি—কণা অন্ধ বোৱাৰী অনাৰ ইচ্ছা মোৰ নাই।"

' কণা অন্ধ!"

নবকুমাৰ হতভম্ব হ'ল।

সত্যই দৃঢ় কণ্ঠেৰে উত্তৰ দিলে, "নহ'লেনো কি আৰু! যিজনীয়ে ক-আখৰটোকো নিচিনিলে তাই কণা নহয়নো কি? চকু থাকোঁতেও অন্ধৰেই!"

সত্যই এই ৰায় দিয়াৰ পাছত ঘৰখনত বৰ হৈ-চৈ লাগি গ'ল। খঙৰ সৈতে হাঁহিৰো ধুম উঠিল। 'অন্ধ' কাক বোলে—সত্যই দিয়া সেই ব্যাখ্যাটো নৱকুমাৰে সকলোকে কয়, আৰু নিতাই নিতাইৰ ঘৈণীয়েক, মুকুন্দ মুখাৰ্জি, তেওঁৰ জীপ লৈ উঠা সবুজনী পৰিবাৰ, তেওঁৰ ডাঙৰজনী ছোৱালী—সকলোৱেই এই নতুন ব্যাখ্যাৰ কথাত মহগুল হৈ হাঁহি-খিকিন্দালি কৰে।

কেৱল সদু স্তব্ধ হৈ গ'ল।

আৰু তাই দীঘলকৈ হুমুনিয়াহ এটি পেলাই ক'লে, "কথাষাৰ বোৱাৰীয়ে হওঁতে মিছা কোৱা নাই অ' নবু, চকু থাকোঁতেও অন্ধ। এয়া চা—তোৰ সদুবাই এখন পত্ৰ লিখিব পৰাহেঁতেন গোটেই জীৱনটো কিজানি অকলে নগ'লহেঁতেন।"

তাৰ পাছত সদুৱে আশ্বাস দিলে, কলিকতা চহৰত ইস্কুলত পঢ়া ছোৱালী পোৱাটো অসম্ভৱ নহ'বও পাৰে। কয়, "মই অন্য এজনী ঘটকিনীক কৈ চাওঁ।"

অৰ্থাৎ ভতিজাকহঁতৰ বিবাহ-তৰণীৰ গুৰিৰ'ঠা তাই ধৰিবই। তাই দেখি আছে, কাণ্ডাৰী নোহোৱা বাবে নাও টলংভটং।

এই আশ্বাস তুতুৰ কাণতো সোমাল। আৰু সি অৰণ্যেই আশাৰ সপোন দেখিবলৈ ধৰিলে। কিযনো, তাৰ আটাইবোৰ সহপাঠীৰ বিয়া কাহানিবাই হৈ গ'ল, দুই-চাৰিজন ল'ৰাৰ বাপেকীও হৈছে। তাৰ বিয়াৰ কথা যে কিয কোনেও কোৱা নাই, সি কেতিযাবা কেতিযাবা ভাবিছিল কথাটো।

পিছে খোকাই—মানে সৰলে অসম সাহসিক কথা এষাৰ কৈছে। কৈছে অৰণ্যে পেহীযেকৰ আগত: "ককাইদেউৰ হৈছে যদি হওক, মোক লৈ টনা-আঁজোৰা নকৰিবা, মই সেইবোৰত নাই।"

"নাই? তই তেন্তে সন্ন্যাসী হবনেকি?" সদুৱে গেজেনা মাৰি কৈছিল।

সৰলে হাঁহি মুখে কৈছিল, "কি যে হ'ম কেনেকৈ ক'ম? সাপো হ'ব পাৰোঁ, ভেকুলী হোবাও অসম্ভব নহয। পিছে গলত গন্ধমাদন ওলোমাই লৈ যে একো হ'ব নোবাৰি, সেই কথাটো দেখি দেখি শিকিলোঁ।"

"তইনো ইমান দেখিলি ক'ত? দিনে-নিশাই দেখোন কিতাপত উবুৰি খাই পৰি আছে।"

"সেই কিতাপৰ মাজতে দেখা পালোঁ।"

সদুৱে অৰণ্যে এইবোৰ কথালৈ আমোল নিদিযে।

সদুৱে ভাবে, একেলগে হৈ হৈ নকৰিলেও হ'ব, ল'ৰা মাত্ৰ দুটাহে। দুবাৰকৈ ধুমধাম কৰা হ'ব, ককাযেকৰে হওক বিযা, তেজে ফুটো ফুটো কৰা ঘৈণীযেক আহক, চামেই নহয়, এওঁ তেতিবা কেনেকৈনো সন্ন্যাসী হৈ থাকে।

গতিকে সদুৱে সেই তেজে ফুটো ফুটো কৰা কইনাৰ সাধনাত লিপ্ত হ'ল। পিছে ল'ৰাৰ বয়স বেছি হ'ল, ডাঙৰটো তেইছ বছৰীয়াই হ'ল, তাৰ যোগ্য এজনী আনিবলৈ হ'লে কমেও বাৰ বছৰীয়া বিচাৰি উলিযাব লাগিব। ইমান ডাঙৰ চালে চকুৱোৱাজনী পোৱা টানেই। ধুনীয়াহঁত পৰি থাকেনে কিবা? তথাপি সদুৱে চেষ্টা কৰি থাকিল।

চেষ্টা কৰিলে বাঘৰ গাখীৰো পায়, ভগৱানক পায় সাধনাৰে।

পাঁচজনীক চাই-মেলি ফুৰোঁতেই তুতুৰ বাবেও কইনা পোৱা হ'ল। বয়স বাৰ বছৰ, দেখন-শুৱন, আকৌ লিখা-পঢ়া জনা। তিনি বছৰ ধৰি মেমৰ ইচ্কুলত পঢ়িছিল।

এতিয়ানো সত্যৰ আৰু আপত্তিৰ সুৰুঙা ক'ত?

নহয়, সত্যাই আপত্তি নকৰিলে, সত্যাই তাইৰ ডাঙৰ ল'ৰাৰ মনৰ দুৱাৰক

টকুৰিয়াই চাইছিল। কিন্তু আপত্তি উঠিল অনাকালৰ পৰা। আপত্তি দৰ্শালে এলোকেশীয়ে।

ডাঙৰটো ল'ৰাৰ বিয়া ভিঠাতে পতা উচিত, এই কথা সকলোৱে জানে। সেইবোৰ ব্যৱস্থা খাটাং কৰিবলৈ দহদিন মানৰ ছুটি লৈ নৱকুমাৰ গাঁৱলৈ গ'ল। লগত লৈ গ'ল সুৱৰ্ণক। সুবৰ্ণ াই ঠৈহ ৭ ছি'ছল, তাইৰ গৰমৰ বন্ধ। গতিকে

সুৱৰ্ণক ইমান দিনৰ বাবে গাঁৱলৈ পঠোৱাৰ ইচ্ছা সতাৰ নাছিল। তদুপৰি ছুটিৰ কেইদিন পঢ়াৰ আৰু আশা নাইকিয়া হ'ব। সেই দহোটা দিন এনেযে যাব, তাৰ পাছত তো ককায়েকৰ বিয়া।

তথাপি 'নাযাবি' বুলি ক'বও নোবাৰিলে।

তেতিয়া নবকুমাৰে হয়তো ক'ব: 'তুমি হিংসা কৰিহে তাইক আইতাকৰ ওচৰলৈ যাবলৈ নিদিবা'।

গতিকে হাঁহি মাৰি জীয়েকক ক'লে, "যা তেন্তে, গছৰ আম খাই শকতজনী হৈ আহগৈ যা। ককায়েৰ বিয়াত খাটিব লাগিব মনত ৰাখিবি।"

নবকুমাৰে ক'লে, "চোৱা, তোমাৰ ছোৱালীক সেই ফ্ৰক চোলা-টোলা একো নিদিবা। শাড়ী-টাড়ী যি আছে তাকে দিয়া।"

সতাই বুজিলে কথাটো, পৰামৰ্শটো সমীচীন।

নাতিনীয়েকৰ পিন্ধনত ফ্ৰক-চোলা দেখিলে এলোকেশীয়ে ৰসাতল কৰি থাকিব। গতিকে মাকৰ এখন পুৰণি নীলাম্বৰী জামদানী শাড়ী পিন্ধি, অৰু নিজৰ শাড়ীখিনি লৈ সুবৰ্ণই মহোল্লাসে দেউতাকৰ সৈতে ৰাওনা হ'ল।

আৰু এই ৰাওনা হোৱাটোৱেই 'কাল' হ'ল।

ভিঠাত ভৰি দিয়াৰ লগে লগেই বিপত্তি ঘটিল। এলোকেশীয়ে শাড়ী পিন্ধা নাতিনীয়েকক দেখি হৈ হৈ কৰিবলৈ ধৰিলে আৰু ক'লে, "বোলো ঐ নবা—পুতেকৰ বিয়া যে পাতিছ—ইমান ডাঙৰ ছোৱালী এজনী ঘৰত থাকোঁতে কোনোবাই পুতেকৰ বিয়া পাতেনে?"

আন এগৰাকী মহিলা সভা উজলাই বহি আছিল, তেওঁক নৱকুমাৰে চিনি নাপালে, যদিও ক'ববাত 'দেখা দেখা' যেন লাগিল। তেৱোঁ ক'লে, "আই ঔ। কেনে ঘিণলগা কথা, নবুৰ ইমানজনী ডাঙৰ ছোৱালী—আৰু নবুৱে ল'ৰাৰ বিয়াৰহে যো-জা কৰিছে।"

গতিকে এলোকেশীয়ে তেওঁৰ যোৱাৰীৰ মইমতালি আৰু পুতেকৰ 'সেবুৱামী'ৰ অৱস্থা লৈ তীব্ৰ আলোচনাৰ অন্তত ক'লে, "মই তোক কৈ থৈছোঁ মন্ত, সেই যোৱাৰীৰ বুদ্ধিৰ দোষতে এই বংশৰ চৈধ্যপুৰুষ নৰকলৈ যাব চাবি।"

নৰকুমাৰে সেমেনা-সেমেনি কৰি বুজাবলৈ চেষ্টা কৰিলে, "ছোৱালী-জনীৰ বয়সনো কিমান হ'ল? মুঠেই আঠ বছৰহে। তাইৰ গঢ়ন মাকৰ নিচিনা হোৱা বাবেহে—নহ'লে ল'ৰাৰহে বৰঞ্চ বিয়াৰ বয়স পাৰ হ'ল।"

দুয়োজনী মহিলাৰ প্ৰবল কণ্ঠৰ প্ৰতাপত নৰকুমাৰৰ কথাই তিষ্ঠিব নোৱাৰিলে। তেওঁলোকে ক'লে, এইজনী মাত্ৰ আঠ বছৰীয়া? আমি কিবা ঘাঁহৰ গুটি খাওঁনে? আচৰিত কথা, এলোকেশীয়েও নাতিনীয়েকৰ জন্মকাল পাহৰিলে! আৰু নাতিয়েকৰ বয়স যে তেইছ বছৰ হ'ল, সেই কথাটোও মানি নল'লে।

অলপ পাছত নৰকুমাৰে গম পালে যে এইজনী মহিলা হ'ল নৰকুমাৰৰ 'সখিমাক'ৰ কন্যা মুক্তকেশী। তেওঁ কেইদিনমানৰপৰা 'সখিমাক'ৰ ওচৰতে আছেহি।

বেচেৰী সুৱৰ্ণই ভাবি থৈছিল যে ইয়ালৈ আহিযেই মধুৰিআম জোপাত উঠিব, পুখুৰীলৈ লৰ ধৰিব, চুৰুৰিয়ে চুৰুৰিয়ে ঘূৰি ফুৰিব, ফুল বুটলিব,—তাৰ সলনি এইবোৰ। বেচেৰী থতমত খাই থিয় হৈ থাকিল।

অৱশেষত এলোকেশীয়ে ৰায় দিলে, "পুতেকৰ বিয়া পাতিছা পাতা, উঠি-পৰি ছোৱালীৰ বাবেও দৰা বিচাৰি উলিয়াব লাগিব, যাতে একেলগে দুয়োটা কাম হৈ যায়। আনে ইমান ডাঙৰ আবিয়ে ছোৱালী দেখি নিন্দা নকৰে যাতে—"

মুক্তকেশীয়ে মহোৎসাহেৰে ক'লে, "এইহেন ছোৱালীৰ বাবে দৰাৰ কি অভাৱ? চালে চাই থাকিবৰ মন যায়। আজি ক'লে ইলৈ দৰা পোৱা যাব। মই চাইছোঁ ৰ'বা।"

কিন্তু ঠিক এইখিনিতে হঠাৎ বজ্ৰপাত হ'ল।

সুৱৰ্ণই ঘপকৈ কৈ পেলালে, "ঈ-ইঃ! এতিয়াই বিয়া দিলেই হ'ল আৰু! আই ভেতিয়া দেউতাক মাৰি নেপেলাবনে? মই বোলে এতিয়া নতুন স্কুলত—"

কথা শেষ হ'বলৈ নাপালে!

তীব্ৰ তীক্ষ্ন আৰ্তনাদ এটা প্ৰচণ্ড ধুমুহাৰ বেগেৰে সুৱৰ্ণৰ ওপৰত আছাৰ খাই পৰিল।

"কি ক'লি? কি ক'লি? মাৰাই দেউতাৰক মাৰি পেলাব? অ'ৰে অ'ই নবা, তোৰ জীয়েৰক ইচ্‌কুলত পঢ়ুৱাই এই বিদ্যা শিকালি? অ' মুক্ত, এলোটা পানী আনি মোৰ মুৰত ঢালি দে অ'। নহ'লে 'ব্ৰহ্মতালু' ফাটি মৰি থাকিম মই। কোন কামৰূপ-কামিখ্যাৰ ডাইনীৰ হাতত মোৰ একেটি আথোন পো'ক স'পি দি বৈ আছোঁ, তই চাই থাহি ঐ মুক্ত—!"

মাকৰ এই আক্ষেপ শুনি বিভ্ৰান্ত হৈ নৰকুমাৰে আন একো কৰিব নোৱাৰি হঠাৎ ছোৱালীজনীৰ গালতে ঠাচ কৰে চৰ শোধাই দিলে।

## সাতচল্লিছ

পুতেকৰ বিয়া পাতিবলৈ সত্যৰ মনটো সাজু হৈ থকা নাছিল, কিন্তু সাজু হোৱাৰ পাছত হঠাৎ সত্যাই অনুভৱ কৰিলে, মনটো বেছ পাতল পাতল যেন লাগিছে।

পুতেকৰ এই পুলক গোপন কৰা লাজকুৰীয়া মুখখন বেছ আমোদলগা, মাজে-সময়ে বিয়াৰ সংক্ৰান্তত এযাৰ-দুযাৰ কথা কৈ পুতেকৰ নখৰ-নপৰ লগা ভাবটো চাই লয় আৰু ভিতৰি ভিতৰি মুখ টিপি হাঁহে সত্যাই।

সত্যৰ মনৰ ওপৰত ভালেমান বয়সৰ যি ভাৰে দ'ম বান্ধিছিল, তাৰপৰা বেইটমান বছৰ সাৰি পাৰিল নে তাইৰ বৰ্তমানৰ স্তিমিত আৰু তিক্তস্বাদ দিনবোৰ অপসৃত হোৱা যেন লাগিছে। মধুৰ এক কৌতুকৰসেৰে চঞ্চল হৈ উঠিছে দিনৰ ৰূপ, ৰাতিৰ চিন্তা।

বিয়াৰ যা যোগাৰ কৰাৰ লগে লগে সত্যাই এইটো কথাও ভাবিবলৈ ধৰিলে যে, সিহঁতৰ ফুলশয্যাৰ কোঠাত কাণসৰাজি মাৰিব পৰা কোনোবা ওলাবনে? ভাবি ভাবিও সম্পৰ্কীয় কাকো আৱিষ্কাৰ কৰিব নোৱাৰিলে তাই। সত্যৰ সৈতে সম্পৰ্কটো অতি সাংঘাতিক, 'মা' বুলি কথা। তথাপি সত্যাই ভাবি থাকিল: সিহঁতৰ বাবুইপুৰৰ ঘৰৰ যিটো কোঠাত দৰা-কইনাৰ ফুলশয্যা পতা হ'ব, সেই কোঠাটোৰ দুৱাৰ-খিৰিকীৰ ক'ৰবাত এটা ফুটা কৰি ৰাখিব লাগিব। কোনোবাই সেইটোক আৰু কামত লগাব নোৱাৰিবনে? সত্যৰ মাকৰ ঘৰৰপৰাও বহুতো আহিব। এই চিন্তাতহে মনটো উৎসাহেৰে উন্মাউল হৈ উঠিছে। প্ৰথম সন্তান যদি ছোৱালী হ'লহেঁতেন, হৈছিলেই, নাথাকিল বুলিহে, থকাহেঁতেন কাহানিবাই তাইৰ বিয়া হৈ গ'লহেঁতেন, সত্য শাহুৱেক হৈ পৰিলহেঁতেন।

কিন্তু সেই ঘটনা ঘটা নাছিল। ইমান বয়সত এয়ে সত্যৰ প্ৰথম কাম। আৰু সেই কামটি কন্যাদায় উদ্ধাৰ নহয়, পুত্ৰৰ বিবাহ। সত্যাই পুতেকৰ মোমায়েকহঁতৰ ঘৰৰ আটাইবোৰকে নানি এৰিবনে? কাৰো কোনো ওজৰ-আপত্তি নুশুনিব তাই।

নৱকুমাৰ আৰু ঠিক এই সময়তহে গুচি গ'ল, নহ'লে এওঁৱেই নিমন্ত্ৰণী-পত্ৰ লিখোৱালেহেঁতেন তাই। দিন স্থিৰ কৰি নিমন্ত্ৰণ কৰাৰ আগতে এখন জ্ঞাননী পঠাব তো লাগিবই। জনাব লাগিব যে বিয়া ক'ত হ'ব, কি বৃত্তান্ত,

আৰু তেওঁলোকক সাজু হ'বলৈকো সময় দিব নালাগিব জানো ? ল'ৰাৰ বিয়া বুলি কমেও পাঁচ-সাতদিন সকলো থাকিবই লাগিবই।

সাৰদাই তো আহিবই লাগিব, ককাইদেউৰ দ্বিতীয়পক্ষকো লৈ অহাৰ কথা নক'লে ভাল নেদেখি। বাসুৰ বাকী ভায়েককেইজনেও বিয়া-বাৰু কৰালে, সিহঁতকো নিমন্ত্ৰণ কৰা দৰকাৰ। ন-আইতা এতিয়ালৈকো সেওঁতাত সেন্দুৰেৰে সৈতে আয়তী হৈ 'ভাগ্যৱতী আয়তী'জনী। আন একো কৰিব নোৱাৰক, বহি বহি আয়তীলক্ষণবোৰ কৰিব পাৰিব তেওঁ।

মাকৰ কথা সুঁৱৰি সত্যাই হুমুনিয়াহ কাঢ়িলে। তেওঁলোকতকৈ কিমান যে সৰু আছিল মাক, অথচ হেৰাই যোৱা কত কাল হৈ গ'ল। আজি মাক জীয়াই থকাহেঁতেন।

অলপ পৰ মনে মনে বহি থকাৰ পাছত আকৌ মনতে নিমন্ত্ৰণ-তালিকাখন লৈ গুণা-গঁথা কৰি থাকিল। গাদিগুদাৰ সংখ্যা যে এতিয়া কিমান তাইৰ মাকহঁতৰ ঘৰত, কাৰ কিমানবোৰ, সেইবোৰ কথা সঠিককৈ নাজানে বুলি তাই নিজেই লাজ পোৱা হ'ল, ভাবিলে, পত্ৰ এনেকৈ লিখোৱাব লাগিব যাতে এই বিষয়ে কোনেও তাইৰ অজ্ঞতাৰ গম নাপায়।

তদুপৰি সৈতে ঠাট্টা-তামাচা কৰিব পৰা সম্পৰ্কীয়া আছে অবশ্যে এজনী। সেইজনী হ'ল ককাযেকৰ বৰপুতেকৰ বন্ধুৰ ঘৈণীয়েক। যাৰ বিয়াত সত্যাক নিবলৈ বাসুৱে বহু খোচামতি কৰিছিল।

কিন্তু সত্যাৰ অৱস্থা তেতিয়া শোচনীয়। ঠিক সুবৰ্ণ জন্ম হোৱাৰ পাছৰ ঘটনা। প্ৰায় শয্যাগত সত্যাই বিয়া ঘৰলৈ যাবলৈ সাহস কৰিবপৰা নাছিল। আৰু মনতো সেই উছাহ নাছিল তাইৰ। ককাযেক-নবোৱেকে নিশ্চয় সত্যাৰ সেই ত্ৰুটি নধৰে। সত্যাক সিহঁতহালে সঁচাকৈয়ে ভাল পায়।

ইকথা-সিকথা ভাবি থাকোঁতে হঠাৎ এটা অপ্ৰাসংগিক কথা মনত পৰাত সত্যাই নিজে নিজেই হাঁহি দিলে। মনত পৰিল, সেই যে সাৰদাৰ কোঠাত বাহিৰৰপৰা শিকলি তুলি বন্ধ কৰাৰ কথা।

সঁচা, তেতিয়া সত্যা কেনে যে আঁকৰীজনী আছিল!

পাছত এদিন সেই কথা লৈ সাৰদাই হাঁহি-ঠাট্টা কৰিছিল, যিবাৰ সত্যাৰ প্ৰথম সন্তান হোৱাৰ বাবে বহুদিন ধৰি মাকৰ ঘৰত আছিলগৈ। তেতিয়া আৰু বয়সৰ পাৰ্থক্য গণ্য কৰা নাছিল, ননন্দী ভাই-বোৱাৰীৰ সম্পৰ্কটোহে গণ্য কৰিছিল। তেতিয়া সাৰদাৰপৰা অনেক ধৰণৰ সাংসাৰিক গল্প শুনিছিল সত্যাই, কেতিয়াবা কেতিয়াবা তৰ্ক কৰিছিল, কেতিয়াবা প্ৰতিবাদ। সাৰদাই কৈছিল, "বাৰু বাৰু, পাছত দেখিমেই নহয়, তোমাৰ আঁকোৰগোঁজালি কেনেকৈ বজায় ৰাখা। সংসাৰখন হ'ল এনেকুৱা এখন জাঁত—য'ত মগু মচুৰ মটৰ বুট অহঁৰ আটাইবোৰ একেলগে গুৰি হয়!"

সত্যাক সংসাৰে গঢ়ি কৰিব পাৰিছেনে ?

কেতিয়াবা কেতিয়াবা সত্যাই নিজেই ভাবে কথাটো।

কিন্তু এতিয়া মনটো উত্ৰাৱল। এতিয়া সেইবোৰ ভাব-চিন্তা ভিতৰ পৰা নাই, এতিয়া সত্যাই ভাবিছে, তেতিয়া নিত্যানন্দপুৰৰ সংসাৰখন কিমান যে ভাল আছিল।

সেইখন সংসাৰত এতিয়া দেউতা নাই।

এতিয়ানো সংসাৰখনৰ ৰেহ-ৰূপ কেনে ?

নেড়ুৰ কথা ভাবি মনটোত দুখ লাগে, সি যে এতিয়া ক'ত দিহিঙে-দিপাঙে ঘূৰি ফুৰিছে। সেই এবাৰ কেইদিনমানৰ বাবে আহি মায়া-মোহৰ ৰং চৰাই আকৌ পলাই গ'ল। আৰু ঠিকনা নাই তাৰ। সেই পঢ়াত ফাঁকি দিয়া নিমাখিত নিজৰ ল'ৰাটোৰ মাজত তেনেকুৱা এটা যাযাবৰী খামখেয়ালি মন লুকাই আছিল বুলি কোনে জানিছিল !

মাজে-সময়ে ককায়েকলৈ চিঠি লিখি সত্যাই নিত্যানন্দপুৰৰ খা-খবৰ লয়। অবশ্যে বহুদিনৰ মূৰে মূৰেহে। যেতিয়া মনটো উগুল-থুগুল যেন লাগি যায়—তেতিয়াহে। ৰাসুৱে অৱশ্যে চমুকৈ উত্তৰ দিয়ে, তথাপি দিয়ে খা-খবৰবোৰ।

ৰামকালীয়ে তো চিঠিৰ উত্তৰেই নিদিয়ে।

এবাৰ মাত্ৰ লিখিছিল : 'পত্ৰ নাপালে মনত দুখ নকৰিবা।' কিন্তু কিয় পত্ৰ নাপাব, সেই কথা লিখা নাছিল তেওঁ।

তেওঁ যে ইচ্ছা কৰিয়েই আৰু চিঠি-টিঠি নিলিখা হৈছে, সত্যাই বুজি নোপোৱা নহয়।

নিজকে মায়ামুক্ত কৰিছে তেওঁ।

তথাপি পুত্ৰৰ বিবাহ উপলক্ষ্যে পদধূলি দিবলৈ তাই দেউতাকক এটিবাৰলৈ আহিবলৈ অনুৰোধ কৰিব। কৰিবই অনুৰোধ। ক'ব, দেউতা, আপোনাৰ আশীৰ্বাদ নাপালে সিহঁতহালৰ বিয়াখনেই বৃথা !

পুত্ৰৰ বিবাহ উপলক্ষ্যে সত্যাৰ হৃদয়-সমুদ্ৰৰ বহুতো ঢৌ ওফন্দি উঠিছে, ধূলিৰ স্তৰত পোত খাই পৰা বহুতো অনুভূতি তীব্ৰ হৈ ওলাই আহিছে।

এসময়ত পুণ্য যে সত্যাৰ প্ৰাণৰ বান্ধৱী আছিল, সেই পৰম মূল্যবান কথাষাৰো যেন সত্যাই পাহৰি যাব খুজিছিল। কতকাল কত যুগ ধৰি যে দেখাদেখি নাই। অথচ পুণ্য বৰ বেছি দূৰতো নাথাকে, তাইৰ শহুৰেকৰ ঘৰ শ্ৰীৰামপুৰত। নাৱত উঠিবলৈহে যিকণ সময় লাগে,—এক দণ্ডৰ ভিতৰতে পাবগৈ পাৰি। সত্যায়ো যাব পাৰি বুলি কাহানিও ভবা নাছিল, পুণ্যায়ো আহিব পাৰি বুলি নাই ভবা।

সত্যাই অৱশ্যে নাভাবিবও পাৰে, পুণ্যৰ শহুৰেকৰ ঘৰটো হ'ল কুটুমৰ

ঘৰহে, বিনা উপলক্ষ্যে যোৱাৰ প্ৰশ্নই নুঠে। কিন্তু সত্যাৰ এই 'বহা'ত সেই বাধা নাই তো।

কালী-দৰ্শনৰ চেলু কৰি হ'লেও পুণ্য আহিব পাৰিলেহেঁতেন এবাৰ।

আচল কথা, সংসাৰে মানুহক চেপি পিহি পেলায, বিশেষকৈ মাইকী-মানুহক। মাইকীমানুহৰ মাধুৰ্য্য, কোমলতা—সকলো ঘঁহি ক্ষয় কৰি ভোটা কৰি শুকুবাই ধূলি-বালি যেন কৰি পেলায।

নহ'লে—পুণ্যাৰ বৈধব্য-সম্বাদ পাযো—সত্যাই এবাৰলৈকো যাব পৰা নাছিল দেখোন!

তুড়ুৰ বিয়াত পুণ্যক লৈ আহিবই লাগিব।

হঠাৎ মনটো বৰ চঞ্চল হৈ উঠিল, এটা দোবাত-কলম আৰু এখিলা কাগজ লৈ সত্যা চিঠি লিখিবলৈ বহিল।

'শ্ৰীচৰণকমলেষু' বুলিযেই আৰম্ভ কৰিলে, যিমানেই নহওক পেহীয়েক তো। তুড়ুৰ বিয়াৰ সম্বাদ লিখি আবেদন জনালে, পেহীযে যেন তেওঁৰ ল'ৰা, বোৱাৰী আৰু ছোৱালীকিজনীক লৈ নিশ্চয়কৈ অহাৰ ব্যবস্থা কৰে, সম্মতিপত্ৰ পোৱামাত্ৰেই লৈ আহিবলৈ মানুহ পঠাব সত্যাই।

মানুহ পঠাব লাগিব তো!

নহ'লে ইমান দুৰ্ণিবটীয়া কুটুম আহিব কিয়? সমাজ-সামাজিকতাৰ মাজত 'বন্ধুত্ব' কথাষাৰৰ কোনো মূল্য নাই।

চিঠি লেখা হ'ল, যদিও এতিয়াই ডাকত দিব নোৱাৰি। নৰকুমাৰ এতিয়া অনুপস্থিত, তাক নেদেখুৱাকৈ ইমানকৈ কৰ্তৃত্ব কৰাটো ঠিক নহ'ব। সত্যা যিমানেই লেখৰ মানুহজনী নহওক কিষ সংসাৰখনত, এইবোৰ নিয়ম মানে তাই।

নিত্যানন্দপুৰলৈকো তাই নিজে বিশদ এখন পত্ৰৰ যোগে সকলোকে আহিবলৈ কৈছে যদিও মূল পত্ৰখন নৰকুমাৰৰ হতুৱাই লিখোৱাব লাগিব, সেইটোহে ভব্যতা। ঘৰৰ সকলোলৈকে নিমন্ত্ৰণ কৰিছে, যদিও কাক কাক 'বিশেষ'ভাৱে জনাব লাগিব তাৰো এখন তালিকা লিখি পেলালে তাই।

এইবোৰ কাম যিমান লিখা-পঢ়াৰ মাজত হয় সিমানেই ভাল, দৈৱাৎ কাৰোবাৰ নাম বাদ পৰিলে লাজৰ সীমা নোহোৱা হ'ব।

নৰকুমাৰৰ ফালে আত্মীয-কুটুম নায়েই প্ৰায়।

দূৰ সম্পৰ্কৰ কোনোবা এগৰাকী পেহীয়েক আছে বোলে, আৰু গিয়াতি মোমায়েকৰ ল'ৰাহঁত। আৰু কোঁতিষাও কাৰো নাম শুনা নাই সত্যাই। আৰু আছে শাহুআয়েকৰ সখিয়েক এগৰাকী, তেওঁকহে মাত্ৰ দুই-এবাৰ দেখা পাইছিল তাই। পুজাত তেওঁলৈ শাড়ী পঠোৱা হয়, উছৰ-পৰ্বত উপঢৌকন পঠোৱা হয়।

আৰুনো ক'ত ? এলোকেশীৰ আছে বুলিলে চুবুৰীয়াহ'তেই ।
পিছে এতিয়া এখন ডাঙৰ ঘৰ হৈছে ।
সদৰ ঘৰ সেইখন ।
সদৰ 'সংসাৰখন' বৰ সৰু নহয় ।
পিছে ভাবি লাভ নাই । প্ৰত্যেকৰ বিয়া কথটোও সৰু কথা নহয় ।
নিজৰ সৰুকালৰ কথা মনত পৰিল সত্যাৰ ।

একো একোটা সকাম উপলক্ষ্যে কিমান ডাঙৰ ডাঙৰ ভোজ পতা হৈছিল যে । অন্নপ্ৰাশন লগুণ-দিয়নি বিয়া আদিৰ কথা নকৰেই, আইতাৰ 'অনন্ত চতুৰ্দশী ব্ৰত' উদযাপনতো সেইবাৰ যি ধুমধাম কৰা হৈছিল ।

ভাত-মাছৰ ভোজ নহয়, লুচি-মিঠাইৰ ভোজহে, তেও কি বিৰাট কাণ্ড হৈছিল ! 'গাৱঁ'ৰ দৰে কাটি কাটি আথা বনোৱা হৈছিল । মিঠাই বনোৱা, লুচি বনোৱা, অন্যান্য ৰন্ধা-বঢ়াৰ কাম কৰা মানুহৰ যেন 'মেলা' বহি গৈছিল । মাছৰ অভাৱ পুৰাবলৈ দৈ ক্ষীৰ ছেনাৰ পায়সৰ নৈ-সাগৰ বোৱাইছিল ৰামকালীয়ে, মিঠাইৰ পাহাৰ গঢ়িছিল ।

"ভোজ'ৰ কথা ভাবিলেই সেইবোৰ দৃশ্য চকুৰ আগত ভাহি উঠে । 'উছব'ৰ কথা ভাবিলেই সেইকালৰ কথা মনত পৰে ।

তেনে ধৰণে কৰিব নোৱাৰিলে সত্যাৰ মন নভৰে ।

সত্যাই দুই এটা কথা ক'বলৈ চেষ্টা নকৰা নহয়, কৰিছিল । শুনি নৱকুমাৰৰ কপালৰ গাঁঠি থুপ খালে । ক'লে, "পইচা-কড়িৰ কথা ভাবি কোৱা নাই, ভগৱানৰ ইচ্ছাত পইচা-কড়িৰ কথা নাভাবোঁ, কিন্তু কৰে কোনে ? আমাৰ কৰোঁতা মানুহ নো ক'ত ইমান ? কথাতে বোলে—ধনবল জনবল আৰু মনোবল ! তিনিওটাৰে দৰকাৰ । তোমাৰ আছেনে ?"

নৱকুমাৰে যে এনে ধৰণেই কব সেই কথা সত্যাই অনুমান কৰিছিল, সেয়েহে প্ৰস্তুত হৈও আছিল । গতিকে সত্যাই লগে লগে উত্তৰো দিব পাৰিছিল, ধনবলেই জনবলক মাতি আনে, আৰু মনোবলে সেই দুয়োটাকে চলায়, সেই বস্তুটি তোমাৰ নাথাকিলেও মোৰ আছে । কথাতে বোলে— ধন লাহ ধন বাছ, ধন হ'লে ভাল মাছ ।"

"তোমাৰ তো সকলোতে বৰ বৰ কথা, বিৰাট ভোজ এখন পাতি শেহত মানুহে হাঁহিব আৰু ।"

সত্যাই দৃঢ়ভাৱে কৈছিল, "কেলেই মানুহেনো হাঁহিব কিয় ? সদায় যেনেকৈ কাম-কাজ দেখি আহিছোঁ, তেনেকৈয়ে ভাবিবলৈকো শিকিছোঁ ! মানুহে হাঁহিব কিয় ? মই তেনেকৈ' নাভাবোঁ ।"

সত্যাই সঁচায়ে তেনেকৈ ভাবিব নোৱাৰে, নাভাবে ।

কোনো ধৰণৰ বিশৃংখলা যাতে নঘটে, তাৰ বাবে তাই প্ৰতিজ্ঞা কৰিলে ।

সকামটো কলিকতাতে কৰিব পৰাহেঁতেন অৱশ্যে সকলো ধৰণৰ সুবিধা হ'লহেঁতেন, কলিকতা চহৰত পইচা হ'লে মাজনিশাও বাঘৰ গাখীৰ পায়। কিন্তু সেই সুখ-সুবিধাপূৰ্ণ মধুৰ কল্পনাক সত্যাই মনৰপৰা সমূলঞ্চে বিসৰ্জন দিলে। প্ৰথম ল'ৰাৰ বিয়া, 'বহা'তে পতাৰ কথা ভাবিবও নোৱাৰি, অসংগত। আৰু কেৱল প্ৰথম ল'ৰাৰ বোলিকাই বা কিয়, ল'ৰা-ছোৱালী কাৰো বিয়া-বাৰু নিজৰ ঘৰৰ বাহিৰত হোৱা উচিত নহয়। নান্দীমুখ শ্ৰাদ্ধ হ'ব, সাতপুৰুষে জলপিণ্ড পাব, সেইবোৰ কাম য'তে ত'তে কৰা উচিতনে ?

সেইদেখিহে সত্যাই গাঁৱৰ ঘৰটোৰ ওপৰতে সকলো চিত্ৰ আঁকিছে, সকলো চিন্তা কৰিছে।

এই বিষয়ত সৰলেই হ'ল সত্যৰ বন্ধু উপদেষ্টা সাহায্যকাৰী।

এতিয়া গৰমৰ ছুটি, গতিকে সুবিধাও হৈছে। সত্যাই যেতিয়াই তেতিয়াই মাত লগাইছে ঃ "খোকা, দোৱাত কলমটো লৈ আহচোন এবাৰ, কেইটামান কথা মনত পৰিল লিখি ল, নহ'লে পাছত পাহৰি থাকিম।"

সৰলে হাঁহে, "তুমিনো পাহৰিবানে! বৰ পুতেকৰ বিযা বিয়া কৰি তোমাৰ মুৰৰ ভিতৰত দিনে-নিশাই ৰেলগাড়িৰ ইন্‌জিন চলিছে দেখোন!"

সত্যায়ো হাঁহি মাৰি ক'লে, "তোৰ হিংসা হৈছে নেকি ? পিছে চাবি— তোৰ বিয়াতো কম নকৰোঁ, তেতিয়া মুৰৰ ভিতৰত জাহাজকে চলাম বাৰু।"

"তোমাক নমস্কাৰহে মা! এইবোৰ দেখাতেহে চিতল পিঠিলৈকে কাইট!"

হয়, সৰলৰ কথা-বতৰা এনেকুৱাই।

'গুৰুজন' বুলি সদায় ঠৰ লাগি থকা প্ৰকৃতিৰ নহয় সি। দেউতাৰ কথাত সি আঁৰত অনায়াসে হাঁহি হাঁহি কয়, "গিৰিহঁতে ৰায় দিলেই।" মাকক ক'লে, "হ'ল। কতই কৰ্তব্য সমাপন কৰিলে!"

সত্যাই ওলাই আহিব ধৰা হাঁহিটো ৰখাই কয়, "দুষ্ট ল'ৰা! কি কথাবোৰ কৈছ! গুৰুজন নহয জানো ?"

সৰলে ভীতিৰ ভাও জুৰি কয়, "কি স ৰ ব নাশ! সেই কথাত মই কিবা সন্দেহ প্ৰকাশ কৰিলোনে ? পিছে হয়, হাঁহিউঠা কথাত মই নহঁহাকৈ থাকিব নোৱাৰো।"

মাকৰ সৈতেইহে সৰলৰ সাত ভাবন্তৰ কথা।

বান্ধনিঘৰতে চালপীৰাৰ ওপৰত বহি চৰু কেৰাহী বানবাটি যি পায় কিবা এটা লৈ 'তবলা' বজায় আৰু গল্প কৰে ঃ "জানা মা, আজি বাটত এখন ভাজ্জুৱ গাড়ি চলা দেখা পালোঁ। গাড়িও অনাসৃষ্টি নামো অনাসৃষ্টি, 'ট্ৰাম গাড়ি'! ঘোঁৰাই টানিছে! উস্! সেই ট্ৰামগাড়ি চাবলৈ মানুহৰ

কিমান যে ভিৰ হৈছে। বাটৰ দুয়োকাষে বিৰ্ ্দ বাট গোপোৰকৈ মানুহ থিয় হৈ—"

কয়, "বুইছা মা, আজি হেঁদোৰ ওচৰত—সেই যে কৰ্ণৱালিছ ষ্ট্ৰীটৰ ওচৰত হেঁদুয়া নামৰ ঠাইটুকুৰা যে—তাত এজন বক্তাৰ সৈতে কথা পাতোতে লাগিল তুমুল তৰ্ক। সি কব যে 'বাঙালী জাতটোৰ একো নহ'ব। ভণ্ড আৰু খামখেয়ালী জাত এটা।' উঠিল খং। তাৰ পাছত দিলোঁ ভালকৈ শুনাই।"

সত্যাই আগ্ৰহৰে সুধিলে ঃ

"কি ক'লি তাক ?'

এইবাৰ সবল লাজুত পৰা যেন হ'ল, হাঁহি মাৰি ক'লে, "আৰুনো কি ক'ম। ক'লোঁ যে জাতিৰ কলংক গুচোৱাৰ কোনো চিন্তা নাই, দাঁত সেলাই নিন্দা কৰিবলৈ লাজ নালাগেনে তোৰ ? চিপজৰী লগৈ যা। নহ'লে এই হেঁদুযাৰ পুখুৰীতে জঁপিয়াই মৰগৈ ?"

সাঁজধৰা বন্ধাৰ সময়ছোৱাই সত্যাৰ ৰং-ৰহইচৰ সময়, সবল সেই সময়তে আহি বহেহি।

সাধন সদায় বেলেগ ধৰণৰ। নিমাত নিবোকা নিৰ্জু। আৰু অলপ বিজ্ঞতাৰ ভাব। বান্ধনিঘৰলৈ আহি বহি মেল মৰাৰ কথা সি ভাবিবই নোৱাৰে। নিজে এগিলাছ পানী ভৰাই খোৱাৰ যোগ্যতাও তাৰ নাই। কাম-বন যি কৰে সবলেই কৰে। সবল সত্যাৰ সোঁহাত।

এতিয়াও ভূমিকালিপি পূৰ্ববৎ, কেৱল সংলাপৰ সুৰহে সুকীয়া।

সবলে ক'লে, "শুনিছো দেউতাই হেনো ভেলভেটৰ চোগা-চাপকন টুপি পিন্ধি বিয়া কৰিবলৈ গৈছিল, ককাইদেৱেনো কি পিন্ধি যাব মা ?"

সত্যাই ডাবি মাৰি কয়, "দেখিছো ভয়ৰা বৰ ধূৰ্ত, ভেলভেটৰ চোগা-চাপকন পিন্ধা সেই মূৰ্তি তই দেখিছিলি হ'বলা ?"

সবলে কয়, "এহ্। আগতেই ক'লোঁ দেখোন 'শুনিছো' বুলি ?"

"কাৰ মুখতনো শুনিলি ক'চোন ?"

"কিয়, পেহীৰ মুখত। পেহীৰ মুখত তোমাৰ সৰুকালৰ কথা, দেউতাৰ সৰুকালৰ কথা সকলো শুনিলোঁ।"

"অ', পেহীয়েৰে তোক তেন্তে তোৰ বাপেৰৰ বিয়াৰ কথাও কৈছে।" সত্যাই হাঁহিলে। তাৰ পাছত ক'লে, "তুহঁতে কেনেকুৱা সাজ-পাৰ কৰি বিয়া কৰাবলৈ ওলালে শুনাৰ—তয়ে ক'চোন বাৰু।"

"মইনো কি ক'ম ? আৰু ক'লেইবা মোৰ কথা শুনিব কোনে ? চোগা নিপিন্ধালেও, সেই কেচুনীয়া ৰঙৰ পাটৰ কাপোৰ তো পিন্ধাবাই তাক ? তেন্তে ? বিয়া কৰোৱা মানেই হ'ল চং দিয়া। উহ্।"

"বাৰু হ'ব দে, তই আৰু বিয়াৰ ব্যাখ্যা নকৰিলেও হ'ব—" সত্যাই তালৈ ঘোপাকৈ চালে, "বৰঞ্চ মিঠাইৰ ফৰ্দখন আকৌ এবাৰ পঢ়ি শুনা মোক। ঘৰমুৰিৰ বাবে মিঠাই বেলেগে ধৰিছ তো ?"

কলিকতীয়া কাৰিকৰ যাব, সিহঁতেই মিঠাই তৈয়াৰ কৰিব তাত। কাৰিকৰহঁতৰ লগত পকা বন্দবস্ত কৰিবলৈ সত্যাই আজি সবলক সিহঁতৰ ওচৰলৈ পঠাইছিল।

সবলে সকলো খা-খবৰ ৰাখে।

সবল ঘৰত নাই।

সাধন তো থাকিও নথকাৰ দৰে।

নৱকুমাৰ আৰু সুবৰ্ণ ঘৰত নথকা আজি ভালেমান দিন হ'ল। দুপৰীয়া মনটো হঠাতে উৰুঙা উৰুঙা যেন লাগিল। নিতান্ত এই 'ফৰ্দ' লিখাৰ উন্মাদনাত মছগুল আছিল বাবেহে এই কেইদিন সুবৰ্ণৰ অনুপস্থিতিও সহিব পাৰিছিল। নহ'লে সেই 'কথাৰ গোসাঁনী' ছোৱালী-জনী কাষত নথকাটো সত্যাৰ পক্ষে কম শূন্যতাৰ কথা নহয়।

দহ দিনৰ কথা কৈ বাৰ-তেৰ দিন কৰিলেগৈ। ইফালে বিয়াৰ দিনো চাপি আহিছে। এই নবকুমাৰ বোলা মানুহজন সদায় দায়িত্বজ্ঞানহীন।

আপাততঃ খুচুৰা কাম হাতত নাই। বিয়াৰ ভোজৰ তামোল কটাৰ ভাৰ লৈছে নিতাইৰ ঘৈণীয়েকে, সদুৱে লৈছে বড়ৰ দায়িত্ব। তাই সদায় এমোণ ভাইলৰ বড় অলপ অলপকৈ দি আছে। সদুৰ সতিনীয়েকে শলাকানি বাটি দিব।

সকলোবেই উৎসাহী।

আৰু বিয়াৰ কাম-বনত সকলোৰে পৰা সহায় লোৱাটোবেই সামাজিকতা, নল'লেহে নিন্দাৰ কথা। কইনা-ঘৰ বৰ আঁতৰত নহয়। বিভিন্ন বিষয়ত কইনা-ঘৰৰপৰাও মানুহ অহা-যোৱা কৰি আছে।

মান ধৰিবলৈ শাড়ী কেইখন দিব লাগিব, উপহাৰৰ ননন্দ-পেটাৰি কেইটা লাগিব, সুৱাগুৰি তোলাত আপোনালোকক কি কি দিব লাগিব, এইবোৰ নানান কথা।

আৰু এই সময়ত নৱকুমাৰ গাঁবলৈ গৈ বহি থাকিল।

অভাৱবোধ আৰু অভিমানবোধে হঠাৎ মুৰ দাঙি উঠি মনটোক উৰুঙা কৰি পেলালে।

হঠাৎ মনত পৰিল—'ল'ৰাৰ কোঠাটো' সজাই-পৰাই থওঁ।

বাৰুইপুৰৰপৰা উভতি আহি এই 'বহাশতহে বোৱাৰীৰে সৈতে বাস কৰিব লাগিব আকৌ। বয়সন্ধ ছোৱালী, তাইক আৰু 'ঘৰ-কৰা'ৰ বাবে এবছৰলৈ মাকৰ ঘৰত পেলাই থোৱাৰ ইচ্ছা নাই সত্যাৰ। আজিকালি

কলিকতাত চুবুৰীয়াসকলৰ মাজত এটা ব্যৱস্থাৰ প্ৰচলন হোৱা দেখা পাইছে সত্যাই—

'ঘৰ গছকাই ঘৰ-কৰা'।

আঠমঙলাৰ মাজতে এবাৰ মাকৰ ঘৰৰপৰা ঘৰ-উঠাই আনাৰ পাছত দৰা-কইনাক লগদুণ-গাঁঠি বান্ধি থিয় কৰাই বৰণ কৰি ঘৰ প্ৰৱেশ কৰোৱা হয়। তাকে 'ঘৰ গছকাই-ঘৰ-কৰা' বুলি কয়। তেনে কৰিলে হেনো বছৰটোৰ ভিতৰতো বোৱাৰী ঘৰলৈ অনাত দোষ নাথাকে।

সত্যয়ো তাকে কৰিব।

ল'ৰাৰ মন যে ন-বৈণীৰ ফালে ঢাল খাইছে, সত্যাই নুবুজা নহয়। গতিকে তাইক সোনকালেই আনিব লাগিব।

বৰণ্ড নিজিয়েই কোঠাটো ঠিকঠাক কৰি লৈপেলাও' কিয় ?

দোতলাত দুটা কোঠা।

তাৰে এটাত সাধন আৰু সৰল শোয়ে, আনটোত সংসাৰৰ এশ এবুৰি বয়-বস্তু দ'মাই থোৱা হৈছে। সত্যাই সুৱৰ্ণক লৈ একতলাৰ কোঠা এটাত একেখন খাটতে শোৱে। আন এখন খাটত শোৱে নবকুমাৰ।

আগতে যিটো একতলাৰ 'বহা'ত সুহাসক লৈ আছিল, তাত ঠায়ে নুজুৰিছিল বেচাৰা নবকুমাৰ বঞ্চিত হৈছিল। এতিয়াৰ এই ব্যৱস্থা সত্যাই কৰিছিল। মানুহজনৰ বয়স হ'ল, অকলে অকলে ৰাতিখন কিয় পৰি থাকব ? অকলে থাকিলে লাগ বুলিলে এবাটি পানী আগবঢ়াই দিবলৈকো কোনো নাথাকিব। ল'ৰাহঁতে বাৰ মাহেই বহু ৰাতিলৈকে লিখা-পঢ়া কৰে, তাতো নবকুমাৰৰ অসুবিধা। গতিকে এই ব্যৱস্থা।

এতিয়া আৰু এই ব্যৱস্থা নচলিব।

এতিয়া দোতলাত সেই বয়-বস্তু ঠাই খাই থকা কোঠাটো খালী কৰি সত্যাইহে সুৱৰ্ণক লৈ থাকিব লাগিব তাত, সৰলক নবকুমাৰ থকা কোঠাটোত পঠাব লাগিব। নহ'লে আৰু কোনো উপায় নোলাব।

পো-বোৱাৰীৰ চকুৰ আগত স্বামীৰ সৈতে একেটা কোঠাত সোমাই থকাটো ভব্যতা বিৰুদ্ধ। অন্ততঃপক্ষে সত্যৰ মানত।

ল'ৰাহঁতৰ ঘৰটো সত্যাই ধুনীয়াকৈয়েই সজাইছিল।

দেৱালত দেব-দেৱী আৰু মহাপুৰুষসকলৰ ছবি, দেৱাল-আলমাৰিত শাৰী শাৰীকৈ থোৱা কিতাপ, একোণত পঢ়া-মেজ, মেজখনৰ দুফালে দুখন টুল, মেজৰ ওপৰত লিখা-পঢ়াৰ সা-সৰঞ্জাম। ডাঙৰ বহল খাটখনৰ ওপৰত ভায়েক-ককায়েকৰ বাবে বিছনা।

এই কোঠাটোৰ সাজ সজাবলৈ গৈ সত্যৰ পেটে পেটে হাঁহি উঠিল, ব্ৰহ্মচাৰী এইবাৰ সংসাৰী হ'ব। কাষত ভায়েকৰ সলনি থাকিব বৈণীয়েক ! ·

এইবোৰ কথা ভাবি থাকোঁতে হঠাৎ সত্যাই এক ৰোমাঞ্চ অনুভৱ কৰিলে। নিতান্ত চেঙেলীয়াৰ দৰে ভাবি থাকিল তাই, চাৰিচকুৰ এচকো নেদেখা এই লাজকুৰীয়া ল'ৰাটোৱে তাৰ ন-ঘৈণীয়েকৰ সৈতে কেনেকৈ পীৰিতি কৰিব, ঘৈণীয়েকক কেনেকৈ আদৰ কৰিব!

তাৰ পাছত ভাবিলে : এয়া—এই যে অলপ বেছি বয়সত বিয়া, কিমান সুন্দৰ! আৰু কি যে আচৰিত 'কাল' আছিল সত্যাহঁতৰ! দৰাৰ নাম শুনিলে কইনাৰ তীৰকঁপে জ্বৰ উঠে, দৰাৰ কইনাৰ নামত জ্বৰে-ঘামে আঁটি মাৰে। সত্য যেতিয়া ঘৰ কৰিবলৈ আহিছিল, তেতিয়া অৱশ্যে তাই 'ঘৰে-বৰে' পোৱা নাছিল, কিন্তু যেতিয়া পালে তেতিয়া মানসিক অবস্থা তাতকৈ উন্নত নাছিল।

আৰু বিয়া?

তেতিয়া তাৰ অৰ্থ বুজিছিলনে? ছি ছি! সেই বিয়া আছিল ভাঙৰহঁতে ল'ৰা-ছোৱালীবিলাকক লৈ পুতলাখেলৰ চখ পূৰণ কৰাৰ লেখীয়া কথাহে যেন!

একোটাকৈ বৰ লোভলগা কথাৰ সৃষ্টি কৰা হৈছিল—'গৌৰীদান' 'কন্যাদান' 'পৃথিৱীদান' আদি। কথা আন একো নহয়, ছোৱালীহঁত বুজন হোৱাৰ আগতেই বলিশাললৈ উছৰ্গা কৰা!

সত্যাৰ নিচিনা ডাংকাটী আৰু কেইজনী ওলাব!

ভয়তে কোঁচমোচ খোৱা, সদা-সৰ্বক্ষণ অপৰাধিনী, আটাইৰে এই অৱস্থা আছিল।

সত্যাৰ মুখত আকৌ এচেৰেঙা হাঁহিৰ পোহৰ বিৰিঙি উঠিল। নৱকুমাৰৰ দৰে একপ্ৰাণ-একমন দৰা এটি নোপোৱাহেঁতেন সত্যাই কি কৰিলেহেঁতেন কোৱা টান। মনৰ অগোচৰ একো নাই, স্বামী সম্বন্ধে সত্যাৰ ভিতৰি ভিতৰি যথেষ্ট অবজ্ঞা, তথাপি হঠাৎ আজি এই গ্ৰীষ্মৰ দীৰ্ঘ দুপৰীয়া উৰুঙা উৰুঙা যেন লাগি থকা সত্যাৰ মনটো সেই অবজ্ঞাত মানুহজনৰ কথা ভাবি আৰু বেছি অস্থিৰ হৈ পৰিল।

সেই বেচাৰা নৱকুমাৰো জানো সুখী হ'ব পাৰিলে? নিজকে অলপ অপৰাধী যেন লাগিল তাইৰ।

সত্য নিতান্ত সাধাৰণ সংসাৰ-সৰ্বস্ব ছোৱালী এজনী হোৱাহেঁতেন! বেচাৰা নৱকুমাৰৰ জীৱনটো যে বহু বেছি সুখকৰ হৈ উঠিলহেঁতেন, এই কথাত কোনো সন্দেহ নাই।

এয়া—আজি আকৌ সত্যাই সেই বেচাৰাৰ শেষ সুখকণো কাঢ়ি ল'বলৈ মন মেলিছে। বিশেষ একো নহয়, তথাপি এটা কোঠাতে আছিল তো দুয়ো, কিবা ক'বলগা থাকিলে, যা মন গ'লে গল্প-টল্প কৰিবলৈ ৰাতিৰ বেলিকাহে

সময় ওলায়। সত্যৰ মন-মেজাজ ভালে থাকিলে নৱকুমাৰৰ 'অফিচৰ গল্প আৰু অফিচৰ বন্ধুসকলৰ গল্প'ৰ উজান উঠে। সেই সুখৰপৰা এইবাৰ তেওঁ বঞ্চিত হ'ব।

পো-বোৱাৰীৰ চকুৰ আগত একেটা কোঠাত থকামেলাৰ নীতি যে দুৰ্নীতি, এই কথা নৱকুমাৰক বুজোৱা টান। এলোকেশী তেওঁৰ স্বামীৰ মৃত্যুৰ দিনলৈকে একেটা কোঠাতে আছিল। সোণৰ সোলেংটো হেৰাই যোৱাৰ ভয়তে কিজানি তেওঁ সদায় আথে-বেথে আঁচলত বান্ধি থৈছিল।

অৱশ্যে দৃষ্টান্ত আৰু বহুতো ওলাব।

অকল এলোকেশীকেই দোষ দিয়াটো উচিত নহব।

খুড়াকতকৈ ভতিজাক ডাঙৰ, এইটো সদায়েই দেখা পোৱা যায়। গৃহিণীৰ শোওঁতীয়া পুত্ৰটি পৌত্ৰহঁতৰ কঁথা-কাজলদানীৰ স্বাৰাইহে ডাঙৰ-দীঘল হয়।

হয়, জানে সত্যই।

কিন্তু সেইবোৰ কথাত সত্যৰ বৰ বিতৃষ্ণা।

তথাপি আজি নিজৰ বিছনাখন দোতলালৈ অনাৰ কথা ভাবোঁতে নৱকুমাৰৰ কাৰণেহে সত্যৰ মনটো কেনেবা কেনেবা লাগিল। ল'ৰা-ছোৱালীহঁত কাষৰে-পাঁজৰে থকাই ভাল। তেঁতিয়া মনলৈ এইবোৰ বলিয়ালি ভাব নাহে।

সুবৰ্ণজনী কাষত নাই বাবেই চাগে মনৰ এই শূন্যতা।

কাৰণ যিয়েই নহওক, বাকচ-বিছনা লৈ তল-ওপৰ কৰিবলৈ সত নগ'ল সত্যৰ। হাতৰ বনখিনি আধৰুৱাকৈ এৰি থৈ আহি সত্যই খিৰিকীৰ কাষত থিয় দিলেহি।

তো তোৱা ব'দে আকাশখনক যেন ছিৰাছিৰ কৰি পেলাব, বাটৰ দাঁতিৰ গছজোপা, বাটৰ সিফালৰ ঘৰবোৰ যেন তো তো কৰে জ্বলিছে। কাৰৰ সৰু বাটটোৰেদি বোধকৰোঁ কোনোবা এটা বাচন-বৰ্তনৱলা ঢং ঢংকৈ কাঁহত কোব দি দি গৈ আছে, শব্দটো ক্ষীণৰপৰা প্ৰখৰ আৰু প্ৰখৰৰপৰা ক্ষীণ হৈ নোহোৱা হৈ গ'ল।

দুবৈত ক'ৰবাত এখন গৰুগাড়ি গৈ আছে চকাৰ কেঁচ কেঁচকৈ উঠা শব্দৰ লগতে গৰুৰ ডিঙিত অঁৰা টিলিঙাটো তালে তালে বাজি আছে।

আৰু দুবৈত ক'ৰবাত যেন কপৌ চৰাইৰ মাতে স্তব্ধ প্ৰকৃতিৰ গাত কৰুণ আৰ্তনাদৰ সৃষ্টি কৰিছে।

সত্যই কাহানিও কপৌৰ মাত শুনা নাইনে? গোটেই জীৱন ধৰিয়েই শুনি আহিছে দেখোন।

পিছে আজিনো কিয় হঠাতেই সেই কপোৰ ক্ৰন্দনৰ দৰে কান্দিবলৈ মন গৈছে সত্যৰ ?

কিয় তাই ভাবিছে—তাইৰ ক'তো কোনো নাই, তাই চিৰদিন ধৰি অকলশৰীয়া, চিৰ নিঃসংগ ! তাইক কোনেও মৰম নকৰে, ভাল নাপায় ।

সেই মৰম ভালপোৱাবিহীন ৰুক্ষ মৰুভূমিৰ বাটেৰে তাই অকলশৰে গৈ আছে গৈ আছে গৈয়েই আছে ।

ৰ'দৰ তাপ আৰু জুইহেন বতাহে চকুবে-মুখে কোবাই গৈছে, তথাপি যেন সত্যক খিৰিকীৰ বাহিৰৰ এই দৃশ্যপটে ৰাগীযাল বস্তুৰ দৰে আকৰ্ষণ কৰি জঠৰ কৰি পেলাইছে। এই ৰাগীৰে সৈতে মিহলি হৈ আছে এক বিৰহ গধুৰ বিষন্ন বেদনা ।

কিয় এই বেদনা ?

কিহৰ এই শূন্যতা ?

বিছনাৰ ওপৰত উবুৰি খাই পৰি কান্দোনৰ দৰে এক অদ্ভুত কবিষ্ণ কৰিবনে সত্যাই ?

হয়তো কৰিলেহেঁতেন, হযতো বা নকৰিলেহেঁতেন, হঠাৎ সত্যাই দেখা পালে মূৰত তিতা গামোচা এখন লৈ ভৰিৰ তলুৱাখন প্ৰচণ্ড দহনৰপৰা ৰক্ষা কৰাৰ মানসেৰে জাঁপ মাৰি মাৰি সদৃ আহি আছে।

এক অশুভ আশংকাৰে বুকুখন কঁপি উঠিল ।

হঠাৎ—

এই অসময়ত হঠাৎ সদৃ !

চঁক খাই উঠাৰ পাছত ৰাগী গুচিল ।

খিৰিকীখনৰ ওচৰৰ পৰা আঁতৰি আহি সত্য খৰখুজীযাকৈ তললৈ নামি আহিল ।

আৰু নামি অহাৰ লগে লগেই সদৃৱে নীৰস কণ্ঠেৰে ক'লে, "বোৱাৰী, ল'ৰাহঁত নাইনেকি ঘৰত ?"

সত্যাই মূৰ জোকাৰিলে, আনকি বাহিবলৈ ক'বলৈকো পাহৰি গ'ল ।

সদুৱে অলপ ইতস্ততঃ কৰি ওচৰতে পৰি থকা চালপীৰাখনতেবাহি লৈ ক'লে, "এটা খবৰ আছে, কও" ৰ'বি । আগতে এঘটি খোৱাপানী দেচোন ?"

কোঁত কোঁতকৈ পানীঘটি পী শেষ কৰি, জিৰাই শঁতাই, নানান কথাৰ বকলা মেলি যি ক'লে তাৰ সাবাৰ্থ হ'ল এযে যে—সত্য বাৰুইপুৰলৈ যাব লাগিব ।

বাৰুইপুৰলৈ যাব লাগিব ?

সত্যাই জানেই দেখোন ।

যাব লাগিবই তো ।

এয়া আৰু কেইদিনমানৰ পাছতেই—

নহয় নহয়, সেই কেইদিনমান পাছত যোৱাৰ কথা যাবু পাছত হ'ব, এয়া—এতিয়া এই মুহূৰ্ত্ততে যোৱা দৰকাৰ। আজি যাব পৰা হ'লেই ভাল হ'লহেঁতেন, পিছে গাড়ি-দোলাৰ ব্যৱস্থা কৰিবলৈকো অলপ সময় লাগিব তো। গতিকে কাইলৈ। কালিলৈ, একেবাৰে থকমুৱাতে। মুখাৰ্জি ডাঙৰীয়ায়েই সকলো ব্যৱস্থা কৰিব, কেৱল সত্যৰ ডাঙৰ পুতেক সাধন এবাৰ তেওঁৰ সৈতে ওলালেই হ'ব।

খুব ভালকৈ বেহা লগাই আৰু লঘুভাবে ক'বলৈ চেষ্টা কৰিছিল সদুৱে, তথাপি কেনেকৈ যে কথাত আউল লাগি গৈছিল, আৰু সদুজনীক আকৌ পাক লগা আঁকৰী যেন লাগিল।

সদুক সোধাত পোনে গুছিয়ে ডুব মৰাৰ চেষ্টা কৰিলে তাই, তথাপি নোৱাৰিলে যেন। কিবা যেন লুকঢাপকৈ ক'বলৈ চেষ্টা কৰিছিল সদুৱে অথচ সেই গোপন কৰাৰ চেষ্টা যেন ওলাই পৰিল!

সদুৰ এই যে মোলান পৰা চকু মুখ, সেয়া কেৱল ৰ'দত ঘূৰি-পুৰি অহাৰ বাবেইনে? সদুৰ মাতত এই যে উত্তেজনাৰ ক'পনি, সেয়া কেৱল সত্যক অভয় দিয়াৰ ব্যাকুলতাৰ বাবেইনে?

ওঁ, সদুৱে সত্যক বাৰে বাৰে অভয়বাণী শুনাইছে, "ভয় নকৰিবি বোৱাৰী, ভয় কৰিবলগীয়া একো নাই।"

কিন্তু এই অভয়ৰ মাজতেই ভয় সোমাই থকা দেখা পাইছে সত্যাই। সেই দেখি সত্যৰ বুকুখন 'হুমচেঁচা হৈ পৰিছে, হাত-ভৰিৰ কেইবাৰমান ক'পি উঠি হঠাৎ ক'পনিৰ ক্ষমতাকণো হেৰুৱাই অৱশ হৈ পৰিছে।

সত্যাই এটা প্ৰশ্নও কৰা নাই, কেৱল বিহ্বল দৃষ্টিৰে সদুৰ মুখলৈ চাই আছে।

তেনেহ'লে সদুৱে আৰু লুকঢাক নকৰিবনে কি?

এতিয়া সকলো খুলি-মেলি ক'বনে তাই?

ওহোঁ, সদুৰ সেই সাহস নাই।

সেয়েহে সদুৱে কেৱল ফালেওঁয়া কথা কৈ সাহস যোগাইছে, "চিন্তা নকৰিবি বোৱাৰী, উচাটন নকৰিবি, গৈ সকলো ভালে ভালে হৈ থকা দেখা পাবি। ময়ো তোৰ স'তে যামেই নহয়?"

সত্যৰ সৈতে সদুও যাবলৈ ওলাইছে।

তেনেহ'লেনো আৰু সন্দেহ কৰিবলগীয়া কি আছে?

সত্যাই সৰ্বনাশৰ ক'লা ছাঁটো চকুৰ আগতে দেখা পাইছে।

ইমান সময়ৰ পাছত সত্যৰ কণ্ঠৰপৰা এটা শব্দ ওলাল।

"নলদী!"

এই কণ্ঠস্বৰ সত্যৰনে ?

এই হতাশাৰ কণ্ঠস্বৰ ?

এইবাৰ তেন্তে তাই তাইৰ হাতৰ ব'ঠাপাঠ নমাই থৈছে নেকি ? যি ব'ঠাপাট টানকৈ মুঠি মাৰি ধৰি অনেক সমুদ্ৰ পাৰ হৈ ইমান দূৰলৈকে আহিছিল ?

হাৰ নমনাৰ পণ কৰি ইমান দিন ধৰি আহি আহি এইবাৰ ভাগ্যৰ হাতত হাৰ মানিবনে তাই ?

সত্য ভিতৰি ভিতৰি ইমানেই ভাগৰি পৰিছিলনে ?

সদুৱে ক'লে, "সেয়া চোৱা কান্ড ! তই যে একেবাৰে হতাশ হৈ পৰিলি বোৱাৰী—তই তো কেতিয়াও এনেকুৱা নাছিলি ? কোনো কথাতে তই দোঁ নাখাৱ, হালি নপৰ ? এতিয়া নো হঠাতে কেলেই তালফাল লাগিল তোৰ ?"

হঠাৎ সত্য সচকিত হৈ উঠিল ।

নিজৰ এই অধঃপতনৰ বাবে লজ্জিত হ'ল । কিন্তু তথাপি শিথিল নিস্তেজ কণ্ঠস্বৰক সতেজ কৰি তুলিব নোৱাৰিলে ।

তেনেকৈ, নিস্তেজ কণ্ঠেৰেই ক'লে, "কিয় ক'ব নোৱাৰোঁ ননন্দী, মনে আজি মোৰ 'কু' চিন্তিছে, কিবা—মোৰ সকলো শেষ হৈ যোৱা যেন লাগিছে ।"

"দুৰ্গা দুৰ্গা—তেনেকৈ' ক'ব নাপায় নহয় ?"

সদুৱে আস্ত-ব্যস্ত হৈ ক'লে, "মই তোক কৈছোঁ বোৱাৰী, বেয়া একো হোৱা নাই, ভালহে হৈছে । পিছে হঠাৎ যে কিয় মতাই পঠালে তাকেহে বুজা নাই ।"

ওঁ, মতাই পঠিয়াইছে ।

বাৰুইপুৰৰপৰা মানুহ আহিল হেনো । আহিল সদুৰ ওচৰলৈ ।

সকলোকে লৈ যাবলৈ কৈছে—সদুক ।

আজি ওলাব পাৰিলে আজিয়েই, নহ'লে কাইলৈ পুৱাতে যিমান সোনকালে সম্ভৱ !

সত্যৰ কলিজা ভেদ কৰি এটি সৰুসুৰা হুমুনিয়া ওলাই আহিল, "মোৰ মনেহে স্পষ্ট থকা কোৱা যেন লাগিছে ননন্দী, মই যেন বিসৰ্জনৰ বাজনা শুনিছোঁ । সিবাৰ তেওঁৰ ইমান টান অসুখ হোৱা সত্ত্বেও মোৰ এনেকুৱা লগা নাছিল ।"

ওঁ, সত্যৰ মনৰ মাজত নৰকুমাৰৰ কথাই তোল-পাৰ লগাইছে ।

অলপ সময়ৰ আগৰ সেই উৰুঙা উৰুঙা লগা মনৰ সৈতে এক আকস্মিক সংবাদৰ এটা যোগসূত্ৰ ধৰা পৰিছে যেন সত্যৰ মনৰ মাজত ।

ধৰা পৰিছে বোধকৰোঁ নিজৰ মনৰ দুৰ্বলতাও।

নহ'লে সিবাৰ যে নৰকুমাৰৰ বাবে চাহাব ভাইৰ মতাই আনিছিল সতাই, সেই সিদিনাৰ কথা আজি হঠাৎ মনত পৰিল কিয় ? তেতিয়া যে "নিশ্চিত সৰ্বনাশ' জানিও যুঁজ কৰাৰ শক্তি সংগ্ৰহ কৰিছিল সতাই, সেই কথাটো ভাবি নিজেই আচৰিত হৈছে তাই।

য'ক্—বিসৰ্জনৰ বাজনা তেনেহ'লে এইবাৰ স'চাকৈয়ে বাজিল। সেই মেৰুদণ্ডহীন মানুহজনক মেৰুদণ্ড কৰিয়েই যে সত্তাৰ সকলো জেদ স্পৰ্ধা প্ৰতাপ, এই কথাটো সঁচাই এতিয়াহে গম পালেনে ? যেতিয়া মানুহজনে—

"ননন্দী, তুমি যাবলৈ ওলালাই নেকি ?" সতাই ব্যাকুলভাৱে সদুৰ হাত দুখনত ধৰি ক'লে।

সদু বিচলিত হ'ল।

ভয়ানক এক অমংগলৰ আশংকাৰে ঠৰ হৈ থকা মানুহজনীক এই ভয়-ঐৰ মানসিক অৱস্থাৰ পৰা সদুৱে উদ্ধাৰ কৰিবনেকি ? ক'বনে—

নহয়, সদুৱে বিশেষ একো নক'লে। তাই সত্তাৰ হাতৰপৰা হাত দুখন এৰুবাই ক'লে, "কিয় ইমান ব্যাকুল হৈছে বোৱাৰী, মই কৈছোঁ নবু ভালেই আছে, কুশলেই আছে—" কৈ কৈ সদুৱে বাৰাণ্ডাৰ পৰা নামি চোতালত ভৰি দিলে। ক'লে, "যাও' এতিয়া, মোৰো যাত্ৰা কৰাৰ যা-যোগাৰ অলপ কৰিব লাগিব নহয়—তয়ো অলপ যোকা বান্ধি ল। তুড়ু ঘূৰি অহামাত্ৰকে আমাৰ তালৈ পঠাই দিবি।"

সদু এক প্ৰকাৰ যেন পলাই সাৰিল।

আৰু সত্য সদু গুচি যোৱাৰ ফালে নিথৰ হৈ চাই থাকিল। চাই থাকিল বহুতো পৰলৈকে।

এইবাৰ নৰকুমাৰৰ চিন্তাৰ বাহিৰেও আন এটা আশংকাই সতাক খুলি খুলি খাবলৈ ধৰিলে। সদুৰ শেষ কথাষাৰ তাইৰ কাণত বাজি থাকিল— "নবু ভালেই আছে। কুশলেই আছে "

তেন্তে ? কোন তেন্তে কুশলে নাই ?

'সুবৰ্ণ'ৰ নামটো ভাবোঁতেও সত্য শিয়ৰি উঠিল। তথাপি মনৰ চিন্তা কোনে বোধ কৰিব পাৰে ? শতেকবাৰ আঁতৰাবলৈ চেষ্টা কৰিলেও নাতবে, সেই দুশ্চিন্তাক হাজাৰবাৰ মনৰ মাজলৈ মাতি আনে।

এইবাৰ বুজা গ'ল।

সুৱৰ্ণৰহে ভয়ানক কিবা এটা ঘটিল, সদুৱে খুলি-মেলি নক'লে।

কি ঘটিল ?

অতি মাৰাত্মক কিবা অসুখ ?

নে ঈশ্বৰে চৰম দণ্ডহে বিহিলে ?

সুৰুৰ্ণ !

সুৰুৰ্ণ নামটো সত্যৰ জীৱনৰপৰা মচ খাই যাবনে ?

সত্যৰ প্ৰতিটোপা তেজত তৌতিয়া স'চাকৈয়ে বিসৰ্জনৰ বাজনা বাজি থাকিল।

তথাপি যাত্ৰাৰ আয়োজন কৰিবলগীয়া হ'ল।

ল'ৰাহ'ঁত ঘৰলৈ ঘূৰি অহাৰ পাছত সদুৰে দিয়া সম্বাদো ক'বলগীয়া হ'ল।

আৰু সিহ'ঁতে যেতিয়া পেহীয়েকৰ ঘৰৰপৰা ঘূৰি আহি গাড়িৰ বন্দবস্ত হৈ গ'ল, ঘোঁৰাৰ গাড়ি আৰু গৰুৰ গাড়িৰে গৈ কেইঘণ্টা মানৰ ভিতৰত বাৰুইপুৰ পাবগৈ পাৰিব বুলি ক'লে, তেতিয়া সত্যই সিহ'ঁতৰ মুখলৈকো চাব নোৱাৰিলে।

কিন্তু কেৱল সত্যয়েইনে ? হঠাৎ অস্থিৰ হৈ উঠা, হতাশ হৈ পৰা সত্য ?

সত্যৰ ল'ৰা দুজনেই জানো মাকক মুখ দেখুবাবলৈ সাহস কৰিব পাৰিছে ?

সিহ'ঁতৰ সেই ভয়তে ক'লা পৰা মুখ ?

ঘৰ তলা মাৰি থৈ যাব লাগিব !

সত্যই প্ৰতিটো কোঠাৰ দুৱাৰতে তলা মাৰিবলৈ ধৰিলে।

আৰু—আৰু তাই ভাবিবলৈ ধৰিলে যে তাইৰ জীৱনৰ আটাইবোৰ দুৱাৰ যেন তাই তলা মাৰি বন্ধ কৰি পেলাইছে।

এই বন্ধ দুৱাৰবোৰ খুলি সত্যই আৰু কাহানিও সংসাৰ কৰিব নোৱাৰিব বুলি ধাৰণা হ'ল তাইৰ।

আৰু কেইদিনমানৰ পাছতে সত্যৰ বৰ পুতেকৰ বিয়া নহয় জানো ?

সেই বিয়া সত্যই দেখা পাবনে ?

হ'বনে সেই বিয়াখন ?

সকলো যেন ধুঁৱলী-কুঁৱলী হৈ পৰিছে

সকলো অলীক

সকলো মিথ্যা বুলি বোধ হৈছে।

মাত্ৰ কালি ৰাতিপুৱা নিতাইৰ ঘৈণীয়েকে কাটি দিয়া তামোলৰ দ'মটো বেতৰ থৰাহিত ঢালি থাকোতে তামোলখিনি ধুনীয়াকৈ কটা হৈছে বুলি আনন্দতে মতলীয়া হৈ পৰিছিল সত্য, সেই কথা এতিয়া আৰু বিশ্বাস কৰিবলৈ সত যাবনে তাইৰ ?

অকাৰণতে এনেকুৱা লাগেনে ?

নালাগে।

মনে আগৰেপৰাই গম পায়।

আৰু—যদি অকাৰণতেই হৈছে—

সিহঁত ইমান স্তব্ধ কিয় ?

গাড়িত উঠি বিসকল লগত গৈ আছে ?

সাধন সৰল সদৃ ?

আন কোনোবা এদিন হোবাহেঁতেন সত্যই নিশ্চয় সিহঁতৰ এই স্তব্ধতাক খানবান কৰি পেলালেহেঁতেন। দৃঢ় কণ্ঠেৰে ক'লেহেঁতেন তাই ঃ

"ইমান লুক-ঢুক কৰাৰ দৰকাৰ নাই, কি হৈছে জানিছোঁৱেই নহয়, বান্ধি মাৰিছা কিয় ?  কি হৈছে কোৱা, শুনিম—"

কিন্তু আজি নোৱাৰিলে।

কালি দুপৰৰেপৰাই সত্যৰ মন অকাৰণতে হঠাৎ বিকল হৈ গ'ল।

নিৰ্দিষ্ট ঠাই এটুকুৰা গৈ পোৱাৰ পাছত ঘোঁৰাৰ গাড়ি এৰি গৰুৰ গাড়িত উঠিবলগীয়া হ'ল।

আৰু গৰুৰ গাড়িত উঠি বহাৰ পাছত সদুৱে সেই নিষ্কম্প স্তব্ধতা ভংগ ক'ৰলে।

সত্যক উদ্দেশ্য কৰি নহয়, ল'ৰাহঁতকহে ক'লে, "তহঁতৰ পেহাৰো অহাৰ ইচ্ছা আছিল, পিছে এই গৰুৰ গাড়িৰ ভয়তেহে পিছ হোঁহকা দিলে—বয়সো হ'ল, আৰু কলিকতাতে চিৰকাল কটালে তো— !"

শেষৰ কথা কেইষাৰি সত্যৰ কাণত নোসোমাল।

কাণত বাজি থাকিল—

'ইচ্ছা আছিল' !

ইচ্ছা আছিল কথাষাৰৰ অৰ্থ কি ?

কৰ্তব্য নহয়।

ইচ্ছাহে মাথোন !

এই আৰামী আত্মসুখী মানুহজনে কোন দুশ্যৰ মুখামুখি হ'বলৈ ইচ্ছা কৰিছিলনো ?

নিৰৱতা ভীতিকৰ।

কথা হ'ল সাহসৰ জন্মদাতা !

সেয়েহে সদুৱে এবাৰ কথা কোৱাৰ পাছত আকৌ কথা ক'ব পাৰিছে, "তদুপৰি—ক'লে যে, কেইদিনমানৰ পাছতেই তড়ুৰ বিয়ালৈ যামেই যেতিয়া, তেতিয়া এই বাটছোৱা দোলাতে উঠি যাম—"

তড়ুৰ বিয়ালৈ !

কেইদিনমানৰ পাছত তড়ুৰ বিয়া— !

সিহঁতে তেন্তে এতিয়াও আশা পালি আছে। যথাসময়ত ভুড়ুৰ বিয়াখন হ'ব, আৰু নিমন্ত্ৰিত সকলো আহিব তেন্তে ?

এইবাৰ যেন সত্য অলপ লজ্জিত হ'ল।

সত্য অলপ বেছিকৈ বিচলিত হৈ পৰিছিল। আৰু সেই বিচলিত ভাব সকলোটিৰ ওচৰত ধৰা পৰিল।

ছি ছি, কিমান লাজলগা কথা !

সুৱৰ্ণৰ কিজানি সামান্য অসুখ-বিসুখ হৈছে। যিজন মানুহ বাবুইপুৰৰ পৰা আহিছিল, সেইজনেই কি কথা কওঁতে কিবা কৈ থৈ আহিল চাগৈ।

গতিকে সত্যই এইবাৰ মুখ মেলিলে।

ক'লে, "তুমি গুচি আহিলা—শহুৰ দেউতাৰ অলপ অসুবিধা হ'ল—"

হঠাৎ সদুৰ মুখত হাঁহি বিৰিঙি উঠিল। তেনেহ'লে—সদুৱে দেখোন হাঁহিবও পাৰিছে !

হয়, পাৰিছে।

মিচিকীয়াই হাঁহি মাৰি কৈছে, "সঁচা কথাই কৈছ তই। এতিয়া এনেকুৱা হৈছে—উঠোঁতে-বহোঁতে সকলো কথাতে এই সদু। সেইদেখিহে কৈ থৈ আহিলোঁ, 'এই কেই বছৰতে এনে অৱস্থা ! চিৰকাল দেখোন মোৰ অবিহনেই কটালা' !" উত্তৰ কি দিলে জান, 'হেৰা সম্পৰ্কটো তো জন্ম-জন্মান্তৰ কালৰ। মাজৰ সেই দিনকেইটাত হোৱা ভুল-ভ্ৰান্তিৰ কাৰণে সেই বান্ধোন ঢিলা হৈ পৰিবনে' ?"

সদুৱে হাঁহা দেখি সত্যৰো বুকুৰ বল বাঢ়িল। সত্যয়ো প্ৰায় হাঁহাৰ নিচিনা কৰি ক'লে, "সম্পৰ্ক যদি জন্ম-জন্মান্তৰৰ, তেনেহ'লে দেখোন স্বৰ্গলৈ গৈও তোমাৰ সেই সতিনী-হুলে থাকিবই ননন্দী। তেওঁৰ সৈতেও তো জন্ম-জন্মান্তৰৰ বান্ধোনেই—। পিছে তালৈ যোৱাৰ পাছত আৰু কেইবা জনমৰ সতিনীয়ে আহি খোৱা-কামোৰা লগাব নেকি কোনে জানে !"

সত্যই প্ৰায় হাঁহিয়েই দিলে।

'জন্ম-জন্মান্তৰ' শব্দটোত তাই ইমান কৌতুক বোধ কৰিলে কিয় ?

## আঠচল্লিছ

হিহি হিহি হিহি হিহি।

গ্ৰীষ্মৰ দুপৰৰ প্ৰচণ্ড দহনক পৰাস্ত কৰি এজাক ছোৱালীৰ কণ্ঠৰ উল্লসিত হাঁহি একেলগে হৈ উছলি উঠিল।

সিহঁতে কইনাজনীক দাংকোলাকৈ দাঙি দৰাৰ কোলাত থবলৈ নিছিল, সেই টনা-আঁজোৰাৰ ফলত দৰা ধৰাশায়ী হ'ল, আৰু বিদ্ৰোহিনী কইনাজনীয়ে সিহঁতৰ হাতৰপৰা ওলাই জাঁপ মাৰি পলাব খোজোঁতেই লগুণগাঁঠিৰ টানত সমধুৰি খাই পৰিল, সেইদেখিহে এই উল্লাসত হাঁহি।

উল্লসিত লহৰিত।

দুয়োজনেই বিছনাৰ ওপৰতে বাগৰি পৰিছিল, দুয়োজনৰ মাজত এজনৰো কোনো আঘাত লগা নাই, গতিকে হাঁহিৰ উজান তোলাত বাধা কি? এনেহেন বিয়া-সবাহৰ বাহিৰে প্ৰাণ খুলি হঁহাৰ অনুমতি পোৱা নাযায়। একেলগে বহুতে হঁহা বাবে হাঁহিছে কোনে—বোৱাৰীয়েনে জীয়াৰীয়ে সেই কথা সঠিককৈ ধৰিবও নোৱাৰি। গতিকে এয়ে সুযোগ, যিসকলে কেৱল শাসনৰ ভয়তহে লজ্জাৱতীৰ ভাও দিয়ে, সিহঁতে এনেবোৰ সুযোগৰ সদ্ব্যৱহাৰ নকৰাকৈ নেৰে।

আজিও কৰিছিল।

ইচ্ছামতেই কৰি আছিল।

সুবিধা পাইছে যেতিয়া।

দৰা-ঘৰীয়াৰ হুকুম মানি চলিবলগা হ'লে, গোটেই দিনটো ইমানকৈ হাঁহি-তামচা কৰিব নোৱাৰিলেহেঁতেন। সেই বোৱাৰীপুৱাতে দৰা-কইনাক বিদায় দিয়াৰ কথা আছিল। বাৰবেলাৰ আগতেই লৈ যাব খুজিছিল দৰা-ঘৰীয়াই। কেৱল কইনা-ঘৰীয়াই কাতৰ আবেদন আৰু করুণ মিনতি কৰাতহে নিষিদ্ধ কাল অৰ্থাৎ বাৰবেলা পাৰ কৰি যাত্ৰা কৰিবলৈ সন্মত হৈছে।

কইনা-ঘৰীয়াই কৰযোৰে কৈছিল, "বাহী বিয়া-টিয়াৰ নানান কাম, ছোৱালীহঁতে আজৰিয়েই নাপাব, গতিকে অনুগ্ৰহ কৰি এই বেলাটো—"

গতিকে অনুগ্ৰহ কৰি এই বেলাটিৰ বাবে কইনা-ঘৰীয়াক কুটুম্বসেৱাৰ পুণ্যাৰ্জনৰ সুযোগ দিবলৈ দৰা-ঘৰীয়া সৈসেনো থাকি গ'ল। অলপ আঁতৰত ঘোষ-পৰিয়ালৰ বৈঠকখানাত এওঁলোকৰ থকা-মেলাৰ ব্যৱস্থা কৰা হৈছে,

কইনা-ঘৰীয়া ছোৱালীহঁতৰ হাঁহিৰ ৰোল সেই বৈঠকখানা নাপায়গৈ। গোটেই বেলাটো ছোৱালীহঁতে আমোদ-প্ৰমোদত গা উটুৱাই দিছিল, বাৰবেলা পাৰ হ'লেই বাহী বিষা। তিমানতে কিজানি—আচল মানুহজনী আহি পাবহিয়েই! দৰা-কইনা বিদায় দিয়াত পলম হ'লেও ভাবিবলগীয়া একো নাই। দৰা কলিকতীয়া, কলিকতাতে ঘৰ, হ'লেও আপাততঃ বিয়াখন হৈছে এই বিয়াৰ গুৰি ধৰোঁতো ঘটক মানুহজনীৰ ঘৰৰপৰাহে। সুবিধা যৎপৰোনাস্তি।

এই হাই-উৰুমি কৰাহঁতৰ সৰহভাগেই চুবুৰিৰে জীয়ৰী-বোৱাৰী। পিছে নিচেই ডেকেৰী নহয়, আদ-বয়সীয়া।

যদিও জেঠমহীয়া দুপৰীয়া, তথাপি বিয়াঘৰৰ বুলি কথা এটা আছে। পাটৰ বালুচৰী শাড়ী, পাশ্বী' জামদানী শাড়ী, যাৰ যি আছিল পিন্ধি আহিছে আৰু ঘামিজামি লুতুৰি-পুতুৰি হৈছে। অৱশ্যে ফুল বছা কপাহী শাড়ীও হাতত লৈ আহিছে একোখনকৈ, খোৱা পাতত বহোঁতে পিন্ধি বহিব লাগিব। পিছে খোৱা-বোৱালৈ এতিয়াও বহু সময় বাকী। বৰযাত্ৰী সকলৰ খোৱা-বোৱা শেষ হ'লেহে সিহঁতৰ পাল পৰিব।

নিৰংকুশ সুখ ক'ত পোৱা যায়।

ইহঁতৰ হাঁহিৰ হি হি ধ্বনিৰে বিৰক্ত হৈ ক্ষেন্ত ঠাকুৰণী ৰংগমঞ্চত আবিৰ্ভূত হ'ল। আৰু কোৱা বাহুল্য, মুহূৰ্তত্তে সেই মঞ্চলৈ মৰিশালিৰ নীৰৱতা নামি আহিল। ক্ষেন্ত ঠাকুৰণীযে সেই নীৰৱতালৈ এবাৰ তীব্ৰ দৃষ্টি পেলাই ক'লে, "হাঁহিৰ ঘণ্টা-বাদ্য ৰৈ-ৰমলিয়ে যে হাট-বাট পাইছেগৈ, অলপ চাই-চিঁতি ৰং-ৰহইচ কৰিলে নহয় জানো?"

নীৰৱতা আৰু গভীৰ হ'ল।

এইবাৰ ঘাই নায়ক-নায়িকাৰ ওপৰত চকু পৰিল ক্ষেন্ত ঠাকুৰণীৰ। ইজন হাতে-লোতে ধৰা পৰা চোৰৰ দৰে তলমূৰ হৈ আছে, সিজনীয়ে ফেকুৰি ফেকুৰি কান্দিছে। পাটৰ কাপোৰেৰে মেৰিউবা দেহাটি কান্দোনৰ আবেগতে কঁপি কঁপি উঠিছে।

দৃশ্যটি অৱলোকন কৰি ক্ষেন্ত ঠাকুৰণীয়ে হাঁহি মাৰি ক'লে, "ছোৱালীকণে দেখোন কালিৰেপৰা কান্দি কান্দি আধুখিনীয়া হ'ল। তহঁতি অলপ বুজনিও দিব নোৱাৰনে? থালী নিজেই তহঁত হাঁহি-খিকিন্দালিৰে মতলীয়া হৈ আছ!"

এইবাৰ নীৰৱ মঞ্চত সংলাপ ধ্বনিত হ'ল।

এজনী আবিয়ৈ ছোৱালীয়ে ক'লে, "এই কান্দোন কিবা বুজনি দিলেই বন্ধ হ'বনে পেহী? লেনী ভাদৈ, পকা কৰ্দৈ—তাতে আক' তাইৰ—"

পেহীয়েকে গেজেৰা মাৰি ক'লে, "হ'ল আৰু! ৰং চোৱা ইহঁতৰ! সোণাৰীয়ে সোণ চিনে বৰাই চিনে কচু, কথা চহকীয়ে কথা চিনে হাঁহে চিনে

কেঁচু। তহঁতি কথাৰ ভঁৰাল হৈছে হয়—তঁপনে তাইৰ কাঁদি কাঁদি, চকু-মুখৰ ৰিহে চেহেৰা হৈছে—একেবাৰে সুফল জলী সুভিৰী কেদেলীজনী হৈ পৰা নাইনে ? এতিয়া আৰু বোৱাৰী দেখি শহুৰঘৰীয়াই বুপহী বুলি ক'বনে ? হোঁ—হৈছে আৰু, এতিয়া ঘৰ তাইক ধৰি নি চকুৰে-মুখে পানী মাৰ, বাৰবেলা পাৰ হ'বৰ হ'লেই—বাহী বিয়াৰ খা-যোগাৰ কৰ। মাইকী জনম শহুৰৰ খাটিবলৈহে—"

ছোৱালীয়ে খুকুকৈ হাঁহি মাৰি ক'লে, "তুমিনো আৰু তেনেকৈ নক'বানে পেহী ? শহুৰৰ যে কি কস্তু তাক তো তুমি নাজানিলাই নহয়— ?"

"মই ? মোৰে সৈতে তুলনা ? মৰণ চোৱা এলাগিব। মোৰ নিচিনা অৱস্থা সাত শত্ৰুৰো নহয় যেন। হোঁ, মুখৰ মহলা পাছতো মাৰিব পাৰিবি, এতিয়া খা-যোগাৰ কৰাৰলৈ মন দেচোন— ।"

"আক' এবাৰ কাঁড়খেল নহ'বনেকি পেহী ?"

"হ'ব, হ'ব তো ' খাৰ'বলা পাৰ হ'ল। চা—তিমানতে কাঁলকতীয়াহঁত আহি পায়হি যদি—। হুৰমুৰকৈ পতা বিয়া। বতমানে ফন্তাই দি কোবোৱা কাণ্ড। হোঁ—উঠা উঠা তাইক, এনেয়ে এই অসহ্য গৰমৰ খাণ্ডৱদাহ তাতে আক' তাই পাটৰ কাপোৰ পিন্ধি আছে—মুছিক'ছ নগ'লেই ৰক্ষা।"

ক্ষেন্ত ঠাকুৰণীয়ে প্ৰস্থান কৰিলে।

ছোৱালীহঁতে কইনাক দাতি-মেলি পোনাই বহুৱাবলৈ চেষ্টা কৰিও সফল নহ'ল।

কান্দি কান্দিয়েই মৰিব—এয়ে যেন তাইৰ পণ। বাস্তৱিকতে তাইক এতিয়া আৰু চালে 'বুপহী' যেন নলগাই হ'ল।

কিন্তু এই কথাত চিন্তা কৰিবলগীয়া একো নাই।

এয়া স্বাভাৱিক ঘটনা। বিয়াৰ কইনাই নকন্দাটোহেই অস্বাভাৱিক।

ৰং-ৰহইচ কৰা জীয়াৰী-বোৱাৰীহঁতে এই কান্দোন-কাটোনত বিচলিত হ'ব কিয় ? সিহঁতে আকো এবাৰ সেই ব্যৰ্থ চেষ্টা কৰিবলৈ ধৰিলে। চাৰিজনীমানে দাতি ধৰিলে এই কণমানি কন্যাজনীক পোনাব নোৱাৰিবনে ? হাত-ভৰি আছাৰি দপদপাই থাকিলেই বেনিবা, সেইবুলি সিহঁতে ফূৰ্তি-তামচা নকৰাকৈ থাকিবনে ?

হিহি হিহি হিহি !

কেৱল ক্ষেন্ত ঠাকুৰণীৰ হাক-বচনৰ সম্মানাৰ্থে এইবাৰ হাঁহিৰ কলৰোল অলপ কম হৈছে। সিফালবপৰা হুৱো-হুৱা লগা শুনো গ'ল ঃ

"ঐ—ঐ কত গ'লি ? বাহাৰ ঐ ক'ত আছে ক'চোন— ?—এন্...কি

যে অব্যৱস্থা চে চেঃ! ঘট আছে যদি পাণ নাই, পাণ আছে যদি টৈ নাই বোলোঁ অ' জেঠী—"

প্ৰশ্নকাৰিণীয়ে টোণৰপৰা প্ৰশ্নবাণ লৈ এডাল এডালকৈ মাৰি এৰি আগবাঢ়ি গৈ থাকিল ঃ

"আচল মানুহজনীৰ দেখা-শুনাই নাই, বোলোঁ 'কনকাঞ্জলী'টো দিব কোনে? হেৰা, বাহীবিয়াৰ বৰণ—তোমালোকৰ পাণৰ বৰণ আগতেনে পানীৰ বৰণ আগতে? অ' আই! তোমালোকে নতুন গামোচাৰেহে 'সুৱাগ আঁচল' বন্ধানেকি? কেনে নোহোৱা-নোপজা কথা! আমাৰ হ'লে হালধিসনা সুতাৰ নেচাৰেৰেহে—"

কোনে কাক কি কৈছে ইয়াৰেপৰাই বুজিব পাৰি, কিয়নো চুবুৰিটোৰ সকলোৱে সকলোকে চিনি পায়।

প্ৰশ্নকাৰিণী যে ক্ষেন্ত ঠাকুৰণীৰ ভতিজীয়েক অন্ন, সেই কথা সকলোৱে বুজি পালে। আৰিবয়ে ছোৱালীয়ে হাই-হুই কৰিবই, ইচ্ছামতে কৰিব।

এগৰাকী নাৰী-কণ্ঠই গহীন গলগলীয়া মাতেৰে অন্নৰ প্ৰশ্নৰ উত্তৰ দিলে, "আমাৰ সেই গামোচাৰ লুচেৰেই সুৱাগ আঁচল, যি বংশৰ যি ধাৰা পানীৰ বৰণ আগতে নে পাণৰ বৰণ আগতে তোৰ পেহীয়েৰক সোধ, তেঁয়েই বিধান দিব।"

লগে লগে ক্ষেন্ত ঠাকুৰণীৰ মুখৰপৰা অবাইচ মাত ওলাল, "ও", ক্ষেন্ত বামুণীয়ে চিৰটিকালেই এই বিধান দিলে, হয়তেৰে 'পন্য' কৰাৰ আইন নাই তো! মোৰ কেৱল টেকটেকাই থকাহে চাকৰি। শাঁখে-সেন্দুৰে আয়তীহঁত কেৱল হাত এৰি হেতালি খেলাবহে দায়-দোষ নোহোৱা আৰুম্ভতী! ব'ল চাওঁগৈ—"

সিপিনে কোনোবা এজনীয়ে ফুচফুচাই ক'লে, "চা চা, আয়তীহঁতৰ শাঁখ-সেন্দুৰলৈ কেনে হিংসা-কুদিষ্টি চাই লঃ। দুগ্গা দুগ্গা—দিষ্টি তো নহয় যেন বিহদিষ্টি। শনিৰ নজৰ! নিজে জনমটো ধৰি টৌ-খুটি মাৰিলে তো, সেয়েহে আনৰ খোৱা-পিন্ধা দেখি হিংসাত চকু পুৰি মৰিছে।"

এজনী ঘপহকৈ বহাৰপৰা উঠি সাউতকৈ ওলাই গ'ল।

সেইজনী বোধকৰোঁ ক্ষেন্তৰ সাজি-সখি। নহ'লেও বা 'লগোৱা-ভগোৱা'তে তাইৰ বাপ। লগে লগে লগাই-ভগাই যদি কিবা টাটক-নাটক এখন কৰিব পাৰে, তাৰে চেষ্টা! বিয়া-সবাহৰ ঘৰত এইবোৰ হৈয়েই থাকে। বহু ধৰণৰ কথাৰ চহ দিয়া হয়, সাজিকথা সিঁচা হয় আৰু সেই সিঁচনৰ ফলত গজা ফচলে মান-বাৰণৰ ভাওনা এখনৰ সৃষ্টি কৰে। সেই ভাওনাত মাত্ৰ 'পক্ষ' অৱলম্বন কৰাৰ অপৰাধতো মান-অভিমানৰ পল গোৱা হয়, বহুতৰ লৈতে বহুতৰ সখি-বিচ্ছেদ ঘটে।

পিছে এই আটাইবোৰেই তিৰোতাহঁতৰ ভিতৰ চ'ৰাৰ কথা-কাণ্ড। পুৰুষহঁতে এইবোৰ কথা-কাণ্ডৰ কোনো তু নাপায়। পালেও মন-কাণ নিদিয়ে। তেওঁলোকৰ কৰ্মক্ষেত্ৰ বেলেগ। তেওঁলোকৰ কৰ্মক্ষেত্ৰ বহলপক। কিবা এটা অপবাধৰ কথা উলিয়াই বিয়াখন পণ্ড কৰিব পাৰি নেকি তেওঁলোকৰ মগজু সেই চিন্তাতহে ব্যস্ত-ব্যাপৃত হৈ থাকে।

বিশেষকৈ ছোৱালীৰ বিয়াত।

সেইবুলি সকলোৱে বেলিকা নে?

কেনেকৈ কইনা-ঘৰীয়াহঁতৰ ওচৰত মান-সম্মান বজায় থাকিব, বৰযাত্ৰী সকলৰ সৈতে কেনেকৈ সম্প্ৰীতি-সম্বন্ধ অটুট থাকিব, এই বাবেও বহুতেই তৎপৰ হয়। আনৰ কাম দেহে-কেহে লাগি কৰিবলৈ আগ্ৰহী আছে, জগতত এনেকুৱা মানুহো আছে। নিশ্চয় আছে। নহ'লেনো জগতখন এতিয়ালৈকে কিহৰ বলত বৰ্ত্তি আছে?

সংখ্যাত কিজানি এওঁলোকেই সৰহ।

কিন্তু পানীতকৈ জুইৰ, অমৃততকৈ বিষৰ, আৰু হিততকৈ অহিতৰ প্ৰতাপ অধিক বুলিহে এওঁলোক সংখ্যালঘু বুলি ভাব হয়। প্ৰতিভাৰ প্ৰাবল্য নাথাকিলে পাদপ্ৰদীপৰ কাষ পাবলৈ নোৱাৰি।

সি যি কি নহওক, হিতৈষীৰ সংখ্যা কিমানেই বেছি নহওক লাগিলে, কাৰ্য্যকালত কইনা-ঘৰীয়াৰ চকাৰকাৰ লাগিবই। এই ঘৰৰ কইনা ঘৰীয়াৰ মুৰটোও আচম্বাই কৰিছে, লাটুম ঘূৰাদি ভোঁভোৱাই ঘূৰিছে।

কিন্তু সেই মুৰ ঘূৰণি কেৱল কুটুম্বৰ ওচৰত সম্মান ৰক্ষাৰ বাবেইনে?

নহয়, এই মুৰ ঘূৰণিৰ হেতু আন কিবাহে।

তদুপৰি, ভয়-ভীতৰ কাৰণ তো ভালেখিনি নোহোৱা হৈছেই, বৰযাত্ৰী-সকলৰ মান-সম্মান ৰক্ষা কৰি বিয়াখন তো হৈয়েই গল।

আজি বাহীবিয়া।

এৱা—ছোৱালীহঁতে কইনাক আচলেৰে ঢাকি বাৰীৰ পদুমখুৰীলৈ নি পা ধুৱাই আনিলে। এতিয়া কেৱল দৰাঘৰীয়াক 'নমো নমো'কৈ কইনা-বিদায় কৰিব পাৰিলেই আপাততঃ উৰিব পৰা যায়। অৱশ্যে তেনেকুৱা কোনোবা শত্ৰু থাকিলে দৰাঘৰীয়াক কাণমন্ত্ৰ দিয়ে আৰু সেই ৰক্ষা কৰাটো টান হৈ পৰে। তেনে অৱস্থাত দৰাঘৰীয়াই চকু পকাই [illegible] বুলি হুমিয়ায়—বহুতো অনৰ্থকৰীয়া কাণ্ড ঘটে।

এইক্ষেত্ৰত কিন্তু তেনেকুৱা আশংকা একো নাই। ইয়াত তেনেকুৱা শত্ৰুপক্ষও নাই।

তথাপি কইনা-ঘৰীয়াই পুৱাবেলাৰেপৰাই ব্যস্ত-ব্যস্ত হৈ বাহিৰ-ভিতৰ কৰি

আছে। ঘৰৰপৰা বাৰান্দা, বাৰান্দাৰপৰা চোতাল, চোতালৰপৰা ঘৰৰ বাহিৰ। ক্রমে ক্রমে আগবাঢ়ি বাঢ়ি বকুলতলাৰ আলি-কেঁকুৰী।

জেঠৰ দুপৰীয়া, ৰ'দে খাওঁ খাওঁ মূৰ্তি ধৰি যেন গিলি খাবলৈ আহিছে, এই বকুলতলাতে অলপ ছাঁ। তথাপি জুইহেন বতাহ বলি আছে। তাক তো আৰু ৰোধ কৰিব নোৱাৰি।

তথাপি মানুহজন নিচাগ্রস্ত মানুহৰ দৰে থিয় হৈ থাকিল, অগা-পিছা কৰা নাই। কেৱল মাজে-সময়ে ডিঙি মেলি মেলি দূৰৰ কিবা এটা যেন চাবলৈ চেষ্টা কৰি আছে।

সন্দেহ নাই, মানুহজন প্রতীক্ষাৰত। কিন্তু কিহৰনো প্রতীক্ষা? আনন্দজনক প্রতীক্ষা বুলি ভবা টান। কিযনো, ক্রমাত এক আতংকিত উদ্বেগৰ ছাপ মানুহজনৰ মুখত ফুটি উঠিছে। এতিয়া কোনোবা কবিৰাজে মানুহজনৰ নাড়ী পৰীক্ষা কৰাহেঁতেন নাড়ীৰ চঞ্চলতাত তেওঁ নিশ্চয়েই উদ্বিগ্ন হ'লহেঁতেন!

কাঠগৰালৈ লৈ অহাৰ আগ মুহূৰ্তত আচামীৰ নাড়ীত এনে চাঞ্চল্যই দেখা দিয়েনে?

কিন্তু এয়া যেন অন্তহীন প্রতীক্ষা!

সৌ দূৰৱৰ্তী পথছোৱাৰ শেষত কি আছে? কিহৰ বাবে বাট চাই আছেনো তেওঁ?

ৰঙা শাড়ী পিন্ধা সৰু ছোৱালী এজনীযে দৌৰি আহি মানুহজনক ক'লেহি, "অ' বামুণখুড়া, বামুণ আইতাই তোমাক মাতিছে।"

বামুণখুড়াই বিৰক্তিৰে ক'লে, "কেলেই?"

"ক'ব নোৱাৰোঁ। কৈছে যে—'লগন' উকলি যাওঁ যাওঁ হৈছে, ইয়া'পাছত কালবেলা নে কি বোলে হ'ব!"

"হওক।" বুলি কৈ কইনাৰ দেউতাকে চকুৰ দৃষ্টিক সুতীক্ষ্ণ কৰি আকৌ এবাৰ দূৰ প্রান্তৰৰ সিপাৰলৈ চাই পঠিয়াবলৈ চেষ্টা কৰিলে। এই টৌ টৌ কৰে ৰ'দে পোৱা পথাৰৰ সৌ সিমূৰত ধোঁৱাই গুলুম বন্ধাৰ দৰে কিবা এটা আভাস দেখা গৈছেনে?

নে দৃষ্টিৰ ভ্রম?

কিন্তু ভ্রম নিৰসন কৰিবলৈকো সময় নাই। ছোৱালীজনীয়ে আকৌ এবাৰ ক'লে, "আহাঁনা সোনকালকৈ, ভচ্চাৰ্য্য ডাঙৰীয়াৰ হেনো খং উঠিছে।" এইবুলি কৈয়েই ছোৱালীজনী দৌৰি গুচি গ'ল। আৰু কিয় ক'ব নোৱাৰি, সৰু ছোৱালীজনীৰ যোৱাৰ ফালে চাই কইনাৰ বাপেকৰ বুকুখন হঠাৎ জলকীয়াই পোৰাদি ৰমৰমকৈ পুৰিবলৈ ধৰিলে।

কিয়?

প্ৰায় এইজনীৰে সমনীয়া নিজৰ সজে উৎসৰ্গীকৃত বালিকা কন্যাৰ মুখখন সুঁৱৰিবয়েইনে? আৰু দণ্ডমানৰ পাছতে ছোৱালীজনীক বিদায় দিব লাগিব বুলিয়েইনে? এক অচিনাকি অন্তঃপুৰৰ অন্তৰালত নিৰ্বাসন দিব লাগিব বুলিনে? তাইৰ উজ্জ্বল কলকণ্ঠ স্তব্ধ হৈ পৰিব বুলিনে? তাই আৰু দেউতাকৰ আগতো অপৰিচয়ৰ অৱগুণ্ঠন ল'ব বুলি য়েইনে?

এই কথাত যে বিচলিত হ'বলগীয়া একো নাই, এয়ে যে চিৰাচৰিত নীতি, ছোৱালীজনীৰ মাকেও তাকে কৰিছিল আইতাক আজো-আইতাকেও যে কৰিছিল এই যুক্তিয়ে অন্তৰৰ দহন কমাব নোৱাৰিলে, বুকুৰ ভিতৰখন মোচৰ খাই উঠিবলৈ ধৰিলে।

অপৰাধ নকৰাকৈও অপৰাধ-বোধ কিয়?

'ন্যায্য' কাম কৰিও কিয় এই আতংক?

মানুহজন যে ভয়াতুৰ সেই কথাত অলপো সন্দেহ নাই।

ছোৱালীজনীয়ে আকৌ সৌৰি অহি ভীত ত্ৰস্ত কণ্ঠেৰে ক'লে, "অ' বামুণখুড়া, তোমাৰ মাথাই সোৰ্টেইখন তাল-ফাল লগাই'ছ যে—। কেনে, মহাৰাণী নহালেকে ৰাজকাৰ্য্য বন্ধ থাকিবনেকি?"

নহয়, আৰু বৈ থাকিব নোৱাৰি। বামুণখুড়াই গুমাই আগ বাঢ়িবলৈ ধৰিলে।

অথচ আৰু অলপ সময় বাট চোৱা হ'লেই কিজানি ঈপ্সিত মূৰ্তিটো দেখা পালেহেঁতেন। কিয়নো বুকুতগু জ্বলন্ত প্ৰান্তৰৰ সিপাৰৰপৰা ধোঁৱাই গুলুম বন্ধাৰ দৰে ছায়াখিনি ক্ৰমাত আগবাঢ়ি অহা দেখা গৈছে, এটা আকাৰ প্ৰাপ্ত হৈছে।

সেই জ্বলন্ত অগ্নিৰ প্ৰকোপৰ ফলত গৰুবোৰৰ খোজ থবক-বৰক হৈছে, প্ৰাণপণ চেষ্টা কৰিও গৰুবোৰে গতি বৃদ্ধি কৰিব পৰা নাই। গাৰোৱানে দাঁত-মুখ কৰাচ অৰাইচ মাত মাতি সিহঁতৰ নেজত ধৰি যিমানেই নপকাওক, সিহঁত আগবাঢ়িব নোৱৰা হৈছে।

হৈৰ ভিতৰৰপৰা সদুৰে মুখ উলিয়াই বাৰে বাৰে উদ্বিগ্ন মাতেৰে কৈছে, "হেৰা বাপু, তোমাৰ গৰুয়ে দেখোন পিছলৈহে খোজ দৈছে যেন পাওঁ। আমাৰ যে খৰখেদা কৰিবলগা আছে—।"

গাৰোৱানে ৰুখ কণ্ঠেৰে ক'লে, "কি কৰোঁ ককাচোন আপুনিয়েই, মই মৰোঁ-জীওঁকৈ চেষ্টা কৰা দেখিছেই নহয়? এই কেইটাইহে কইনা-দুলন দিছে। তাতে সুয্যে দেৱতাৰো একেবাৰে পজ্‌য় অগনি হানিছে নহয়।"

এই ৰুখবাক্য উচ্চাৰণৰ লগে লগেই গাৰোৱানে গৰু দুটাৰ পিঠিত প্ৰচণ্ড জোৰেৰে কোবাবলৈ ধৰিলে আৰু গৰু দুটাই হঠাৎ কোৰেৰে কিছুদূৰ

আগ বাঢ়ি গ'ল। এই অতৰ্কিত আক্ৰমণৰ ফলত সাধন-সবল হৈৰে ভিতৰত কাতি হৈ পৰিল আৰু সত্যয়ো হৈৰ বাঁহ এভালত টানকৈ মুঠি মাৰি ধৰি শ্ৰান্ত কণ্ঠেৰে ক'লে, "থাকক ননন্দী থাকক, আৰু ধৰখেদা কৰাৰ দৰকাৰ নাই। শেহান্তৰত গো-হত্যা হয় যদি— !"

সদৰে দুৰ্গা নাম স্মৰণ কৰিলে।

এইবাৰ গাড়িখন অলপ বেগাই গৈ থাকিল। এইবাৰ চিনাকি বাটৰ স্পৰ্শ পোৱা গ'ল।

কিন্তু আজিও এনেকৈ কপৌ চৰায়ে কুৰুলিয়াইছে কিয় ?

সত্যৰ সৈতে সিহঁতে এনেকৈ শতৰু শালিছে কিয় ?

কিন্তু—কিন্তু কপৌ চৰাইৰ কুৰুলি নে মানুহৰ কান্দোন ?

অসংখ্য নাৰীকণ্ঠৰ বিলাপ-ধ্বনি নহয়নে ?

এই ক্ৰন্দনৰ উৎস কোন ফালে ? গাড়ি যিমানেই ঘৰৰ ওচৰ চাপি আহিছে, শব্দটো সিমানেই স্পষ্ট হৈ উঠিছে দেখোন !

নাই, সত্যাই আৰু একো নুশুনে, নাশুনে।

মৰিশালি গৈ নেপোৱালৈকে কাণ আৰু মনকো নিষ্ক্ৰিয় কৰি ৰাখিবলৈ সাধনা কৰিব তাই।

উৰুলি উৰুলি উৰুলি !

জাউৰিয়ে জাউৰিয়ে উৰুলি দিয়া হৈছে।

সমবেত নাৰীকণ্ঠৰ উৰুলিয়ে বিবাহৰ অভাৱ গুচাবলৈ যত্নপৰ হৈছে যেন লাগিছে। বাহীবিয়া মানেই আচল বিয়াৰ বিপৰীত।

বাহীবিয়াৰ কড়িখেলৰ সময়ত দৰাইহে আগতে কড়িৰে চাল দিয়ে, পাছত কইনাই। 'বৰণ' আগতে কইনাক কৰিব লাগে, পাছত দৰাক। বৰণ-কৰা মানুহজনীও সলনি হোৱা ৰীতি। কালি যিজনীয়ে বিয়াৰ বৰণৰ কাম কৰিছিল, তেওঁ আজি আৰু মণ্ডত নাই। নতুন নায়িকাৰ সন্ধান কৰা হৈছে।

"কোনে কৰিব তেন্তে ? অম্বই ? তেনেহ'লে অ' অম্ব—তয়ে আহচোন আই। এখন পাটৰ শাড়ী পিন্ধি আহ, বৰণডলাখন ল'। বাজুবন্দ নাইনেকি তোৰ ? বাহুত বিৰি নাই ? নাই যদি আন কাৰোবাৰ এযোৰকে পিন্ধি ল। বৰণ কৰোঁতে বিৰি বাজু পিন্ধি ল'লে বহুণ চৰে।"

কোনোবা এজনীয়ে ৰুদ্ধ কণ্ঠেৰে কোৱা শুনা গ'ল, "এস্ ! ধানহী মাকজনীয়ে একোকে দেখা নাপালে, একো এটা কৰিবও নোৱাৰিলে। ক'ত মৰোঁগৈ মই। এতিয়াও আহি পোৱাহিহেঁতেন বাহী-বৰণটো তেওঁ কৰিব পাৰিলেহেঁতেন। কপালত নাই !"

কপাল !

ঠিকেই, নহ'লেনো আক্ষেপৰ নৈবোৰে 'কপাল'ৰ বাহিৰে আৰু কত আত্মসমৰ্পণ কৰিবগৈ ?

'কপাল'লৈ গৈছে সকলো প্ৰশ্নৰ পৰিসমাপ্তি ।

সেয়েহে 'কপাল'ৰ হাতত সকলো ঘটনাক নিবেদন কৰি আক্ষেপকাৰিণীয়ে অন্নৰ বাজুবন্দ আৰু বিৰিৰ গাঁঠি টানকৈ বান্ধি দিবলৈ আগবাঢ়ি আহিল ।

আকৌ উৰুলি দিয়া হ'ল, অকস্মাৎ ছোৱালী এজনীয়ে তাণ্ডবহ'লেও প্ৰবল বিক্ৰমেৰে শংখ বজালে, গৃহিণীহ'তে একেলগে হৈ-চৈ কৰি কথা ক'বলৈ ধৰিলে, আৰু সেই প্ৰচণ্ড কলকল্লোলক চেৰ পেলাই অকস্মাৎ এষাৰ কথা শুনা গ'ল :

"আহিল, আহিল, আহি গ'ল !"

একেলগে অসংখ্য কণ্ঠই নগৰুনপৰ লগাই গাড়ীখনক চায় দি ধৰিলে : এতিয়াহে আহিবলৈ পালানে ? উস্ ! বাতিপুৱাবেপৰা বাট চাই চাই আমাৰ চকু বিষাই গ'ল ! আৰু অলপমান আগতে অহাহেঁতেন শাহুৱেকেই 'জোঁৱাই' বৰণ কৰিব পাৰিলেহেঁতেন । ব'ক—তেও ভাল, শেহলৈ নাই নাই বুলিও চকুৰ দেখাটোও হ'ব তেও !"

কোন ইহঁত ?

ইহঁতে কি ক'ব খুজিছে ? কাক কৈছে এইবোৰ কথা ?

শেহলৈ এটিবাৰৰ বাবে 'চকুৰে দেখা'ৰ কৰুণতম আশ্বাসৰ লগতে এই উৎসৱ-মুখৰতাৰ সংযোগ কি ?

সত্য অমংগলৰ অন্তত ইমানকৈ ঠৰ লাগি আছে কেলেই ? চাৰিওকালেই যেখোন মংগলৰ চিন । দুৱাৰত মংগলঘট, বাহিৰ-চোতালত আলিপনাৰ ছাপ ! পিছ-চোতালত চন্দ্ৰাতপ, প্ৰখৰ ৰ'দৰ পোহৰেৰে সকলো জলমলাই আছে যেখোন !

সকলো চিহ্ন মংগল-চিহ্ন !

কিন্তু কিয় ? সাধন সত্যৰ জগতে আছে যেখোন ! 'আঙঠি পিন্ধোৱা'ৰ দৰে আৰু কিবা সমাৰোহ আছেনেকি এওঁলোকৰ কুলপ্ৰথাত ? তাৰেই আয়োজন নেকি ? সদুৰে অলপ জোৰালি কৰাৰ মনেৰেহে এইদৰে সদলবলে ঠৈ আহিছনেকি ?

অলপ উৎকট জোৰালি !

কিন্তু উৰুলিৰ শব্দ ইমান [illegible] লাগিছে কিয় ? কণো [illegible] [illegible] দৰে কণা কণা [illegible] । [illegible] [illegible] তো [illegible] এই

বন্য উল্লাসধ্বনি শুনি আহিছে। বেয়া লাগে, বেয়া লাগিছিল, কিন্তু শুনি বুকুৰ ভিতৰখন ইমান উৰুঙা উৰুঙা তো লগা নাছিল!

সেই পোহৰ উজলা মুখখন ক'ত?

সত্য আহি পোৱাৰ খবৰ পায়ো দুখন নিপোটল সুগঢ়ী কোমল হাতে জ্ঞানহাৰা ভংগীৰে লৰৰি আহি সত্যক সাৰটি ধৰাহি নাই কিয়?

আৰু

আৰু সেই চিৰ-চিনাকি মুখখন—? যিখন মুখে চিৰকাল বিৰাগ আৰু অনুৰাগ—এই পৰস্পৰ-বিৰোধী দুটা আকৰ্ষণেৰে সত্যৰ ওচৰত নিজকে অপৰিহাৰ্য্য কৰি ৰাখিছে?

এক ধূঁৱলী-কুঁৱলী ছয়া-ময়া অনুভূতিৰ সৈতে সত্যই আহি এলোকেশীৰ চোতালত ভৰি দিলেহি। নাইবা, তাই খোজ কাঢ়িও নাহিল। অসংখ্য মহিলা আৰু ল'ৰা-ছোৱালীৰ ঠেলা-হেঁচাত পৰি চোতালত ভৰি দিলেহি।

আৰু ভৰি দিয়েই শিল যেন জঠৰ হৈ পৰিল।

আজন্ম কাল ধৰি দেখি অহা বাঙালী ঘৰৰ, চিৰ-চিনাকি চিত্ৰখন সত্যই দেখা পাবহি বুলি কোনে আঁকি থৈছে?

কিন্তু সেইজনী কোন?

কোন!

দৰা-কইনা, সুবাগ তোলা, কুলা-ডলা মুৰত লৈ আয়তীৰ দল—এইবোৰ চিৰ-চিনাকি দৃশ্যৰ মাজত কোন আচনাকি সেইজনী?

বিজনীৰ—নীতি-নিষেধ পাহৰি ৰঙা পাটৰ কাপোৰৰ ওৰণি খহি পৰিল?

এই মুখ সত্যই কেতিয়াবা দেখিছিলনে? দেখিছিলনে সেই এযুৰি আহত হৰিণাৰ চকু?

নাই দেখা। জীৱনত কাহানিও দেখা নাছিল! এই অপৰিচয়ৰ আঘাতত সত্যৰ চকুযুৰিও শিল হৈ পৰিল।

কিন্তু শ্ৰৱণ-শক্তিও শিল হৈ নপৰিল কিয় সত্যৰ? কিয় ইমানবোৰ অচিনাকি কণ্ঠৰ মাত কাণত সোমাইছেহি?

"নবু—অ' নবু—এইটো সময়তনো আক' ক'লৈ গ'লি? ইমানপৰে দেখোন মৈণীয়েৰৰ নামত বলিয়াৰ দৰে বাহিৰ-ভিতৰ কৰি মাকো মাৰি আছিলি। কনকাঞ্জলীৰ টকাটো কাকনো দিলি? হাত-মুখ ধুই আহাঁ অ' বোৱাৰী, গাড়িত পিন্ধি অহা কাপোৰ-কানি সলাই আহি জী-জোঁৱাইক আশীৰ্বাদ দিয়াহি।...এস্, কালিয়েই আহিব নোৱাৰিলানে? একোটি মানুহক

ছোৱালী, বিয়াখনো চাবলৈ নাপালা। আহিবাই বা কেনেকৈ, সময় মতে খবৰো নাপালা নহয়? তোমাৰ শাহুৱেৰাই ইমান হুঁটাইটাইকৈ বিয়াখন পাতিলে বিয়াখনে যেনিবা পলাই পত্ৰহে দিলেহে'তেন। য'ক, গ'ল কথা গ'লহিল, বিনা খাটনিৰে সোণামুৱা জোঁৱাইটি পালা তেও। একেবাৰে যাক বোলে—যোৰৰো যোৰ পাত্ত যোৰ। বৰ ভালে ভালে বিয়াখন পাৰ হৈ গ'ল, চিনা-জনাৰ মাজত জাজল্যমান সংসাৰ।"

সভ্যাৰ মুখৰ ভিতৰত ইঞ্জিন চলি আছে কথাবোৰ ক্ৰমাত বস্তুৰ দৰে ঠহৰ ঠহৰকৈ বাজিছে "ভাগো নবুৰ সৈতে ছোৱালীজনীক পঠিয়াইছিলা, আৰু ঠিক তেতিয়াই তোমাৰ শাহুৱেৰাৰ সখিয়েকৰ জীয়েক মন্ত্ৰ ফুৰিবলৈ আহিছিল, সেই দেখিহে যোগাযোগটো হ'ল। তোমাৰ ৰূপহী ছোৱালী-জনীক দেখা পাই মন্ত্ৰ একবাৰে পাম গ'ল। কৈয়েই পেলালে, 'এইজনীক মই বোৱাৰী কৰিমেই'। আহাৰ মহ হ'ল ল'ৰাৰ জনম-মাহ, সেয়েহে তেঠতে নামটি কৰি পেলালে। তোমাৰ শাহুৱেৰায়ো ছোৱালীৰ আগতে ল'ৰাৰ বিয়া পতাৰ বাবে নবুক যিচে উহাৰ জাৰ দি ধৰিব হল। নবুৱে ভয়ে ভয়ে কি হ'ল অ' সদু—সদু অ'—অ' বোৱাৰী পবুৱাই পোৱাৰ দৰে যোবা ক'লৈ? তোমাৰ শৰীৰ বৰ ভাল যেন দেখা নাই দেখোন, এতিয়া ঘাটলৈ নগ'লেও হ'ব—ঘৰতে এবাটি পানী লৈ অ' আই অ' সদু, বো'ৰীয়ে ৰুকুলতলাৰ ফালে গৈছে দেখোন। সেইফালে'না কি? হাৰে অ' নবু—অ'ই ল'ৰাহ'ত, ক'ত আছ ঐ ল'ৰাহ'ত, তহঁতৰ নাৱে আকৌ গাড়ীত উঠিবলৈ গৈছে নেকি চাচোন?'

আলেঙে আলেঙে পলাই ফুৰা নৰকুমাৰে এতিয়াহে দেখা দিলেহি। দেখা দিলেহি সদুৰ আগত। ভীত কণ্ঠেৰে ক'লে, "তোমালোকৰ বোৱাৰীক বিয়াৰ কথা কোৱা নাইনেকি?"

কিন্তু ক'ব নোৱাৰি, সদু হঠাৎ কঠিন হৈ পৰিল। টান মাতেৰে ক'লে, "ওহো, নাই কোৱা।"

"সেইদেখিহে! সেইদেখিহে! নোকোৱা-নেমেলাকৈ লৈ আহিহে এনেহেন কাণ্ডটি হ'ল!" নৰকুমাৰে খঙেৰে ক'লে, "কি আচৰিত কথা! আগতে লৈ অহাহে'তেন বিয়াত বাধা দিলেহে'তেন। সেইদেখিহে নজনালো। এতিয়া নোকোৱাকৈ লৈ অহাৰ অৰ্থ? নক'লা কিয়?"

চিৰদিনৰ সহিষ্ণু সদুনো হঠাতে ইমান অসহিষ্ণু হৈ উঠিল কিয়? সদুৱে অতি কঠোৰভাৱে ক'লে, "নক'লো যে কিয় সেই কথা তোৰ বুজাৰ ক্ষমতা থাকিলেহে ক'ম? বহু দিন ধৰি চেৰ অন্ন খালো তহঁতৰ, তাৰ ধাৰ শুজিবলৈহে বোৱাৰীক লৈ আহি তহঁতৰ হাতত গতাই দিলো। পিছে কচাইৰ কামটোও যে কিয় নকৰিলো, সেই কথা কে আৰু চকু পকাই সুধিবি

বুজিছ? তাইৰ মুখলৈ চায়েই মই বুজিছোঁ যে এই ভিঠাত তাই আৰু এটুপি পানীও নুছুৱ, তাই উভতি গুচি যাবগৈ। ময়ো তাইৰ লগতে যাওঁগৈ—"

সদুখৰ খোজেৰে ওলাই গ'ল।

যকুলতলাৰ ফালেই গ'ল।

আৰু ইফালে বিয়াৰ কইনাযো এক অদ্ভুত পৰিস্থিতিৰ সৃষ্টি কৰিলে। হঠাৎ সেই কলৰ গুৰিতে ধুপুচকৈ বহি দৰাৰ আগতে হুৰাওৰাৱে কান্দি কান্দি ক'বলৈ ধৰিলে, "কিয় কিয় কিয়—কিয় তোমালোকে মোক এইবোৰ কৰিলা। মায়ে মোক মাৰি পেলাব!"

তাই যে মাকৰ পিছে পিছে লৰ মাৰিব তাৰো উপায় নাই, আঁচলৰ সৈতে লগুণ-গাঁঠিৰ বান্ধোন!

অমোঘ অচ্ছেদ্য বন্ধন!

যাৰ ক্ষমতা-ক্ষেত্ৰ হেনো অনন্তকালৰ সিপাৰলৈকে বিযপা।

গোটেই পশ্চিম আকাশখন জুৰি ৰঙা ৰঙৰ সমাৰোহ, সেই ৰঙে ৰঙে পথাৰ-সমাৰ পুখুৰী গছ-গছনি ৰাঙলী কৰি তুলিছে।

ভাগৰি পৰা গৰুহালে ঘাঁহ-পানী খাই আৰু আবেলিৰ ৰিৰবিৰবা বা'ৰ পৰশ পাই আকৌ তজবজীয়া হৈ গাড়িখনক স্বচ্ছন্দ গতিৰে টানি লৈ গৈছে।

আজি বেলি লহিউবাৰ আগতেই বামুণ-চুকৰ এই বহল পথাৰখন পাৰ হ'বই লাগিব—এয়ে নিৰ্দেশ। তাৰ পাছত যদি গৰুহাল ভাগৰি পৰে তেনেহ'লে হাটতলাতে জিৰণি ল'লেই হ'ব। তাত যদি ঘোঁৰাৰ গাড়ি পোৱা যায—ভালেই।

বহুদিনৰ আগতে এদিন এইখন গাঁৱৰে পৰাই বিযাৰ দিনাই কইনাসহ ৰামকালীয়ে বিদায় লৈছিল।

আজি ৰামকালী কবিৰাজৰ পিতৃভক্ত ছোৱালীযে পিতৃৰ সেই কামৰে অনুকৰণ কৰিলে।

ৰামকালী কবিৰাজৰ লগত আছিল নিজৰ দোলা। তেওঁৰ জীয়েকৰ দোলা নাই। সেয়েহে অনিচ্ছুক গাৰোৱানটোক ভেটি খুৱাব লগীয়া হৈছে। সত্যৱতীৰ বাঁও হাতখনত এতিয়া মাত্ৰ শাখ আৰু লোহাৰ খাৰু। মোটা হাংগৰমুখীয়া মুঠিখাৰুপাট হাতত নাই।

হাতত সেই এপাটেই খাৰু আছিল, এতিয়া হাত এৰাহ'ল।

কিন্তু সেই খাৰুপাটৰ কিমানেইবা দাম? সত্যক তাইৰ সেই অনন্ত কালৰ বন্ধন'ৰপৰা মুকলি কৰি লৈ যোৱাৰ পক্ষে বৰ অধিকনে?

মুকলি হৈ, সত্য গাঁও এৰি গুচি যাবলৈ ওলাইছে।

কিন্তু নিচেই সহজভাৱে মোকলাই ল'ব পাৰিছিলনে?

নহয়, সিও হ'ব পাৰেনে? নহয়। গোটেই গাঁওখনৰ আবালবৃদ্ধ-বণিতাই গাড়ীখন আগুৰি ধৰি তাইক নিবৃত্ত কৰিবলৈ চেষ্টা নকৰাকৈ থকা নাছিল। সত্যাই তেওঁলোকৰ কথা নাৰাখিলে।

সত্যাই শান্ত কণ্ঠেৰে কেৱল একেটা কথাকে কৈছিল।

কৈছিল: "মিছামিছিকৈ কিয় কষ্ট কৰিছে আপোনালোকে? মই আপোনালোকৰ কাতৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিম—।"

অৱশেষত এলোকেশীও আহিছিল। হাতযোৰ কৰাৰ ভংগী কৰি কৈছিল, "তাৰ মানে—ৰাখিব নোৱাৰিবা মানে নাৰাখা, নহয় জানো? পিছে মই তোমাৰ শাহুৰী হৈ তোমাৰ ওচৰত হাতযোৰ কৰি দোষ স্বীকাৰ কৰিছোঁ, অপৰাধ মাৰ্জনা কৰা। মোৰ অনিয়ায় হৈছে এলবাৰ অনিয়ায় হৈছে, স্বীকাৰ কৰিছোঁ। এইজনী ছোৱালী যে নৰাৰ নহয়, কেৱল তোমাৰহে, সেই কথা বুজিব নোৱাৰি মই খুউৰশালী হোৱাতাকে হিত চিন্তিবলৈ গৈছিলোঁ। য'ক, যি হ'বলগীয়া আছিল হৈ গ'ল, বিয়াখন তো আৰু নোহোৱা কৰিব নোৱাৰি, তুমিনো আৰু কিয় গাঁওখনক জনাই মোক চুণ-খাৰ কৰি খিলিংকাৰ লগাইছা?"

সত্য স্থিৰ হৈ বহি আছিল, নিজক সংযত কৰি ৰাখিছিল তাই। এলোকেশীৰ কথা শেষ হোৱাৰ পাছত সত্যাই কেৱল আন ফালে মুখ ঘূৰাই ৰাখিছিল।

আৰু নৱকুমাৰ?

এলোকেশীৰ পুত্ৰই?

লাজ-মান কাটি কৰি যে মানভঞ্জন কৰিবলৈ সি অহা নাছিলনে? নৱকুমাৰ আহিবই লাগিব। নৱকুমাৰ নহাকৈ থাকিব পাৰেনে? আহিছিল অৱশেষত। নৱকুমাৰেও প্ৰায় আঁঠু লৈছিল:

"যি হ'ল—হ'ল আৰু। আৰু তো উপায় নাই একো, তেনেহ'লেনো আকৌ—।"

এলোকেশীৰ সৈতে নাপাতিলেও এলোকেশীৰ পুত্ৰৰ সৈতে মাত-বোল কৰিছিল সত্যাই। কৈছিল: "উপায় আছেনে নাই—জীৱনৰ বাকীছোৱা কাল সেই কথাকে ভাবি থাকিম।"

জীৱনৰ বাকীছোৱা কাল!

"জীৱনৰ বাকীছোৱা কাল—কেৱল এই কথাটোকে ভাবি থাকিবা তুমি?"

সত্যাই তাইৰ শিল যেন হৈ পৰা চকুদুটিৰে সেই কুখ হতাশ ভিখাৰী চকুদুটালৈ চাইছিল।

চাই থাকি কিবা যেন অনুভূতিহীন কণ্ঠেৰে কৈছিল ঃ "জীৱনৰ বাকীছোৱা কাল বৰ বেছি হ'লনে ? আৰু কেইবাটাও জনম ধৰি ভাবিলেও সেই ভাবনাৰ ওৰ পৰিবনে ? উত্তৰ পোৱা যাবনে ?"

নৱকুমাৰে হতাশ কণ্ঠেৰে কৈছিল ঃ "তোমাৰ আটাইবোৰ কথাৰ অৰ্থ মই কোনোদিনেই বুজা নাই, এইবোৰৰো অৰ্থ ধৰিব পৰা নাই। কিন্তু এটা কথা সোধোঁ, সুৱৰ্ণয়েই জানো তোমাৰ ইহকাল-পৰকাল সকলো ? তুড়ু থোকা ইহ'ত কোনো নহয় ?"

"কোন কিমানখিনি, সেই কথাটোও ভাবি উলিয়াব লাগিব।"

"চিৰদিনেই দেখি আহিছোঁ, তোমাৰ ওচৰত মায়া-মমতাৰ কোনো দাম নাই। জেদটোহে ডাঙৰ। তথাপি কাবৌ কৰিছোঁ, মোৰ মুখলৈ চাই অন্ততঃ এবাৰলৈ এই জেদ পৰিত্যাগ কৰা।"

"মোক ক্ষমা কৰা।"

সত্যাই ওৰণিখন অলপ টানি লৈছিল।

নৱকুমাৰে চকুপানী মচিছিল। কিন্তু সত্য চিৰদিনেই নিঠুৰ। 'মই আৰু খণ্ডৰ গোসানী হৈ নাথাকোঁ' বুলি প্ৰতিজ্ঞা কৰিলেই স্বভাৱ সলনি কৰিব পাৰিবনে ?

সেয়েহে সত্যাই নৱকুমাৰৰ চকুৰে চকুৰে চাই থাকিয়েই ক'লে, "ত্ৰিছ বছৰ ধৰি তোমাৰ মুখলৈ চাই আহিলোঁ, এতিয়া এবাৰ নিজৰ মুখলৈ চাবলৈ মন গৈছে।"

"তোমাৰ সুৱৰ্ণজনীক এটিবাৰ আশীৰ্বাদো নকৰানে ?"

সত্যাক বিজুলীয়ে কোবাই গ'লনে ?

সত্যাৰ মাতৃ ভুৱনেশ্বৰীয়ে এবাৰ ঠিক এনেকুৱা প্ৰশ্ন এটা শুনি বিজুলীৰ দৰে কঁপি উঠা নাছিলনে ?

সেই তেওঁৰ অন্তিম দিনটোত ?

এইবাৰ সত্যাই নৱকুমাৰৰ চকুৰপৰা চকু আঁতৰাই আনিলে। ধীৰ কণ্ঠেৰে ক'লে, "চিৰকালৰ বাবে বিদায় লৈছোঁ, বিদায়ৰ পৰত আৰুনো কটুক্তি কৰোঁ কিয় ?"

গাড়িখনে গতি ল'লে।

নৱকুমাৰ গাড়িখনৰ লগে লগে গৈ থাকিল।

এসময়ত সি ক'লে, "তোমাৰ দেউতাৰা ইমান বিচক্ষণ লোক, তেওঁ তোমাক আঠ বছৰীয়াতে গৌৰীদান কৰিছিল। সেই কথাটো ভাবি চোৱাচোন ?"

হঠাৎ সত্যাৰ সেই শিল হেন হৈ পৰা চকুত জমককৈ জুই জ্বলি উঠিছিল।

"ভবা নাই বুলি কোনে ক'লে তোমাক? গোটেই জীৱন ধৰিয়েই ভাবি আছিলো। আৰু এইবাৰ সেই প্ৰশ্নৰ উত্তৰ দেউতাৰেপৰাই বিচাৰিম।"

তেতিয়াও নৰকুমাৰে গাড়িৰ বম এডালত হেঁচি ধৰি আছিল। কৈছিল: "তোমাক মই কথা দিছো তুভুৰু মাক, লাগিলে কুটুম-বন্ধুৰ সৈতে কিবা এটা মত-বিৰোধ ঘটাই সুৱৰ্ণক আকৌ তোমাৰ ওচৰলৈ ঘূৰাই আনি দিম, যদি তুমি—"

হঠাৎ সতাই এটা কাম কৰি পেলালে। এই মুৰুলি পথাৰতে সকলোৰে চকুৰ আগত নৰকুমাৰে গাড়িৰ বমডালত হেঁচি ধৰা হাতখন হাতেৰে খামুচি ধৰিলে। তাই উদভ্ৰান্ত কণ্ঠেৰে ক'লে, "সঁচা? সঁচাকৈ কৈছানে? ঘূৰাই আনি দিবা? এই পুতলা খেলৰ বিয়াখন ভাঙি—মচি পেলাই ঘূৰাই আনি দিবা মোৰ সুৱৰ্ণক?"

সদু গাড়িৰ ছৈৰ ভিতৰত বহি আছিল।

ইমান সময় ধৰি মনে মনেই আছিল তাই।

এইবাৰ লাহেকৈ ক'লে, 'মচি পেলাও' বুলিলেই মচি পেলাব পাৰিনে বোৱাৰী? এযা মচি পেলাবপৰা বস্তুনে? নাৰায়ণ সাক্ষী কৰি বিয়া—"

সতাই নৰকুমাৰৰ হাতখন এৰি দিলে। কেনেবা ধৰণৰ বিচিত্ৰ ৰহস্যময় হাঁহি এটি মাৰি ক'লে, 'সকলো বিয়াত নাৰায়ণ আহি থিয় হয়নে নহয়, সকলো লগুণ-গাঁঠিয়েই জন্ম-জন্মান্তৰৰ বন্ধন হয়নে নহয়, এই প্ৰশ্ন লৈয়েই দেউতাৰ কাষ চাপিম ননন্দী।"

সদুৱে নৰকুমাৰলৈ চাই শান্ত কণ্ঠেৰে ক'লে, "সেই প্ৰশ্নৰ উত্তৰটো এটা জনমত পোৱা নাযাব দেখোন তই আৰু বৈ নাথাকিবি নৰু, তই ঘৰলৈ যাগে, তোৰ ঢেৰ কাম পৰি আছে। ইয়াত এনেকৈ বৈ থাকিলে চেষ্টা কৰি কুটুমৰ সৈতে বিৰোধৰ সৃষ্টি আৰু কৰিব নালাগে।"

তথাপি নৰকুমাৰে শেষ চেষ্টা কৰি চালে।

উভতি খোজ লৈও ঘূৰি থিয় হৈ ক'লে, "মই অপৰাধী, মোক শাস্তি দিয়া, তুভুৰে তো কোনো অপৰাধ কৰা নাই? তাৰ বিয়াখন চাই নাযাবানে?"

"নেদেখিলোৱেইবা, দূৰেৰেপৰাই আশীৰ্বাদ কৰিম।"

সকলো তুতি-নতি কাৰো-বাকুতি নেওচি গাড়িখন গৈ থাকিল।

নৰকুমাৰৰ বুকুত অনুভূতিৰ আলোড়ন উঠিল, আৰু সেই আলোড়ন ফাটি ওলাই পৰিল, "জানো! জানিছিলো, তুমি যে কথাৰ মান নাৰাখা। কাৰো অনুৰোধ-উপৰোধলৈ মন-কাণ কৰা মানুহ তুমি নহয়। কিন্তু এই কথা কৈ থৈছো, কোনেও তোমাক কাষত তুলি কাৰোলৈ লৈ যাব নোৱাৰে।"

সতাই শান্তি লভিলেনে?

শেষ মুহূৰ্তত সানন্দে গুচি যাবলৈ নৱকুমাৰেই বাট কাটি দিলেনে? সত্যাই তাইৰ সেই চিৰ-চিনাকি ভংগীৰে হাঁহি মাৰি ক'লে, "মই সেই কথা ক'লোঁ কেতিয়া? আৰু ক'মেইবা কিয়? আৰু যিস্থলত চিৰকালৰ বাবে বিদায় লৈছোঁ। কাৰো কান্ধত নুঠাকৈ কেৱল নিজৰ ভৰি দুখনৰ ওপৰত ভৰসা কৰি আই বসুমতীৰ মাটি ছুব পাৰিনে নোৱাৰি, সিও মোৰ আন এটা প্ৰশ্ন।"

গাৰোৱানে গাড়িখন আৰু ৰখাই থ'ব পৰা নাই, গৰুবোৰে আগবাঢ়ি যাব খোজে। নৱকুমাৰে উভতি যাবলৈ খোজ লৈও হঠাৎ ঘূৰি থিয় হৈ জাঁপ মাৰি গাড়িত উঠি ক্ৰুদ্ধ কণ্ঠেৰে ক'লে, "এইবাবেই—মাইকীমানুহৰ হাতত বিষয়-সম্পত্তি থাকিব নালাগে বুলি কয়। বাপেকৰ সেই দলিলৰ ভৰসাতহে স্বামীৰ অন্ন ত্যাগ কৰি গুচি যোৱাৰ সাহস হ'ল। মাইকীমানুহে ইমান সাহস কৰা ভাল নহয়। মই কৈ থ'লোঁ, তোমাৰ কপালত অশেষ নিকাৰ ভুঞ্জিবলগীয়া আছে। স্বামী হৈ তোমাক এই অভিশাপ দিলোঁ মই।"

এই অভিশাপ যে নিতান্তই ক্ৰোধ ক্ষোভ হতাশা অপমান লোকলজ্জা আৰু অপৰাধবোধৰপৰা উদ্ভূত, সেই কথা সত্যৱতীয়ে বুজি পালে, আৰু সেয়েহে ইমান ডাঙৰ অভিশাপতো তাই বিচলিত নহ'ল। বৰঞ্চ প্ৰায় হাঁহি মুখেৰেই ক'লে, "আবহমান কালৰেপৰাই তোমালোকে তাকে তো দি আহিছা—স্বামী হৈ, পিতৃ হৈ, ভ্ৰাতৃ হৈ, পুত্ৰ হৈ। এয়া একো নতুন কথা নহয়। আমাৰ জীৱন সদায় অভিশপ্ত। পিছে—সেই যে দলিলৰ কথা ক'লা—সেই তুচ্ছ কাগজখিলাৰ কথা মোৰ মনতো পৰা নাছিল। মনত পেলাই দিলাই যেতিয়া কওঁ, দেউতাই দিয়া বস্তু দলিয়াই পেলালে দেউতাক অপমানহে কৰা হ'ব। সাধন-সৱল যদি মানুহৰ দৰে মানুহ হয়, সিহঁতে সেই বিষয়-সম্পত্তিখিনিৰপৰা ত্ৰিবেণীত এখন ছোৱালী বিদ্যালয় পাতি দিয়ে যেন। আৰু আৰু বিদ্যালয়খনৰ নাম 'ভুৱনেশ্বৰী বিদ্যালয়' দিলে মই ভাল পাম। অলপ ৰ'বা—" সত্যাই শাড়ীৰ আঁচলটো ডিঙিত পেলাই লৈ স্বামীক প্ৰণাম এটা কৰি ক'লে, "ওৰে জীৱন ধৰি তোমাক অনেক অকথা-কুকথা কৈছোঁ—অনেক জ্বলাকলা কৰিছোঁ—পাৰিলে ক্ষমা কৰিবা!"

সদুৰে ভৎ'সনাৰ সুৰতে ক'লে, "নবু, তই উভতি যা। তাইৰ পিছে পিছে গৈ গৈ তোৰ কোনো লাভ নহ'ব। তাইক তই কাহানিও ঢুকি পোৱা নাছিলি, আজিও নাপাৱ। তোক কেৱল ইয়াকে ক'বৰ মন গৈছে, তাই যেনিবা মুখৰাই আছিল, কিন্তু মমতা বোলা বস্তুও তোৰ নাইনে? মাতৃ-আজ্ঞাৰে ছোৱালীক বিয়া দিবলৈ ওলাওঁতে তাইৰ মুখখন এবাৰলৈও তোৰ মনত নপৰিলনে? ত্ৰিছ বছৰ ধৰি একেলগে ঘৰ কৰিলি, যি মমতা বনৰ পশু-পক্ষীলৈকো ওপজে সেইকণো তোৰ নোপজিলনে?"

নৰকুমাৰে দীপ্ত কণ্ঠেৰে ক'লে, "সদুৰে, তুমি এনে কথা ক'লানে ? তাইৰ কথা মোৰ মনত পৰা নাছিল ? মোৰ অৱস্থাটো বুজি নাপালাই নেকি ? দশচক্ৰত ভগৱান ভূত হে—"

"নৰু, তই নামি আহ। স্ত্ৰী-জোঁৱাই এতিয়াও ঘৰত বহি আছে, কুটুম্বহ'ত টিঙিৰি তুলা হেন হৈ আছে তোৰ বহুতো কৰ্ত্তব্য আছে, তাকে নগ'লে নহ'ব তোৰ। ছোৱালীজনীৰ কথাও ভাব চা!"

"মই! মইহে এতিয়া ভাবি চাম ছোৱালীজনীৰ কথা ?"

নৰকুমাৰে উন্মাদৰ দৰে বলকি থাকিল, "মমতাময়ী মাৰে যে জীয়েকৰ বুকুত হাতুৰীৰে কোব শোধাই থৈ গুচি আহিল—ক'তা সেই কথাটো ভাবি চোৱা নাই দেখোন ? ছোৱালীজনী যে অলৰ শিলৰ দৰে থিয় হৈ থাকিল, আৰু তাইৰ মাকে যে তাইলৈ এটিবাৰ ঘূৰিও নোচোৱাকৈয়ে গুচি আহিল, বুকুখন ফাটি ছিৰাছিৰ নগ'লনে তাইৰ ? তাইৰ কিবা অপৰাধ আছিলনে ?"

সত্যবতীয়ে আৰু উত্তৰ নিদিলে, ছৈৰ কাষৰ বহি এড়ালত মূৰটো আওজাই শ্ৰান্ত-ক্লান্তভাৱে চকু মুদি বহি থাকিল।

এইবাৰ সদুৱে দৃঢ় কণ্ঠেৰে ক'লে, "নৰু তই গ'লিনে ?"

নৰকুমাৰ গাড়িৰপৰা নামি আহিল। চুৰুংগাৰ আগেৰে চকুপানী মচি মচি, পিছলৈ ঘূৰি নোচোৱাকৈ ঘৰলৈ বুলি গো গোঁৱাই আগবাঢ়িবলৈ ধৰিলে।

গাড়ি আগবাঢ়ি থাকিল।

পথাৰখন পাৰ হৈ হাটতলা পাওঁ পাওঁ হ'ল। ইয়াতে ঘোঁৰাৰ গাড়ি পোৱা যাব। সৰলে বিচাৰি আনিব। মাকলৈ বিৰক্তি ভাব হোৱাত সাধন মাকৰ সৈতে নাহিল। দেউতাকে যিমানেই গৰ্হিত কাম নকৰক, মাকৰ নিৰ্লজ্জ কেলেংকাৰী ভাৱ মানত অধিক অসহ্য।

গৰুৰ গাড়িৰ বাট শেষ হৈ আহিল, সেয়েহে আকাশৰপৰা চকু ঘূৰাই আনিবলৈ মন নোযোৱা হৈছে। গোটেই পশ্চিম আকাশখন জুৰি সোণোৱালী ৰঙা ৰঙৰ শিখা।

আকাশৰ সিপাৰে স'চাকৈয়ে আন এখন জগত আছেনে ? সিহঁতে তাত কাৰোবাৰ চিতাত জুই দিলেনেকি! এয়া জানো তাৰেই অগ্নিশিখা ?

নে অগ্নি নহয়, কেৱল ৰঙৰ সমাৰোহ ?

সেই জগতৰ কোনোবা ন-বোৱাৰীয়ে তাইৰ ৰঙা ৰঙৰ পাটৰ কাপোৰখন বাণ্ডিবেলিৰ পোহৰত মেলি থৈছে নেকি ?

এসময়ত সদুৱে হুমুনিয়াহ এটি পেলাই ক'লে, "কিয়া হ'ল বুলিয়েই সকলো আশা নাইকিয়া হ'লনে বোৱাৰী ? তুমি সুৱৰ্ণক এৰে জীৱনলৈ ত্যাগ কৰি গুচি যাবানে ? তুমিতো মান বিয়াৰ পাছতহে ইমানখিনি হ'লা।"

সত্যাই সদৰুৰ মুখখনলৈ চালে। উত্তৰ নিদিয়াকৈ থাকিব নোৱাৰিলে। তাই লাহেকৈ ক'লে, "মই যে কিমানখিনি হ'লো ননন্দী, তাৰ প্ৰমাণ দেখিছাই নহয়!"

"এয়া মানুহৰ বিশ্বাসঘাতকতাহে। এই কথাৰে বিচাৰ কৰিব নোৱাৰি। কিন্তু সুৱৰ্ণক মানুহৰ দৰে মানুহ কৰি তোলাৰ আশা কৰিছিলা তুমি!"

সত্যাই আকাশখনলৈ চাই পঠিয়ালে। তাত তাত তাই সুৱৰ্ণৰ মুখখনকে বিচাৰি ফুৰিছিলনে? সত্যাই সুৱৰ্ণক দেখা পাইছিলনেকি? সেযেহেনে তাই আচ্ছন্নৰ দৰে ক'লে, "সুৱৰ্ণৰ মাজত যদি মানুহ হোৱাৰ সমল আছে, মানুহৰ দৰে মানুহ তাই হ'বই। নিজৰ শক্তিৰে নিজেই মানুহ হৈ উঠিব। তাই তাইৰ মাকক বুজি পাব। নহ'লে তাইৰ দেউতাকে ভবাৰ দৰে তাযো তাইৰ মাক মহা নিষ্ঠুৰ বুলি ভাবিব। সেই ভাব-চিন্তা বন্ধ কৰাৰ কোনো উপায় মোৰ হাতত নাই।"

"কিন্তু বোৱাৰী—তাবৈ ডাঙৰীয়া সংসাৰ ত্যাগ কৰি কাশীবাসী হ'লগৈ, তেওঁৰ ওপৰতে আকৌ এইবোৰ অশান্তিৰ বোজা জাপি দিয়াটো উচিত হ'বনে?"

এইবাৰ সত্যাই তাইৰ নিজস্ব দৃঢ়তা ঘূৰাই পালে। তাই নিজস্ব ধৰণে ক'লে, "নহয় ননন্দী, কিয় জাপি দিম? সেই অন্যায় মই কৰিমেইবা কিয়?" তাৰ পাছত হাঁহি এটা মাৰি ক'লে, "বহুদিনৰ আগতে, সুবৰ্ণ যেতিয়া ওপজাই নাছিল, পঢ়াশালি সাজি লিখাপঢ়া খেলা কৰাৰ কথা তোমাৰ মনত পৰেনে ননন্দী? সেই খেলা মনত আছেইনে পাহৰিয়েই পেলালো—পৰীক্ষা কৰি চাম। এজনী মানুহৰ ভাতমুঠিৰ যোগাৰ তাৰে নহ'বনে?"

"অ'—এইদৰেহে নিজৰ পেট প্ৰৱৰ্তাবি বুলি ভাবিছ? এই সাহসেৰে বুকু বান্ধি ঘৰ এৰিলি?" এটা অস্ফুট দীঘল হুমুনিয়াহ সদুৰ বুকু ভেদি ওলাই আহিল। এখন্তেক নীৰৱতাৰ পাছত সদুৱে ক'লে, "পদধূলা লোৱাৰ তেনেকৈ একো সম্পৰ্ক নাই, তথাপি ল'বৰ মন গৈছে, বোৱাৰী। কিন্তু তেতিয়া যে কাশীলৈ যোৱাৰ কথা কৈছিলি—"

"ও", যাম। যাম কাশীলৈ। দেউতাৰ ওচৰলৈ যাম। গোটেই জীৱন ধৰি অসংখ্য প্ৰশ্নই মোক জুমুৰি দি ধৰিছে, সেইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি যাম।"

লাহে লাহে নীৰৱতা নামি আহিল।
গাড়ীখন লাহে-ধীৰে হাটতলাত ৰ'লহি।
সদুৰ গাড়ীৰ পথ শেষ হ'ল।